# ইলিয়াদ




মূল ৰচনা

মহাকবি হোমাৰ

অনুবাদ

অমূল্য কুমাৰ চক্ৰৱৰ্তী



অসম প্ৰকাশন পৰিষদ
গুৱাহাটী

ILIAD : Assamese translation of Greek Poet Homer's epic Eliad by Shri Amulya Kumar Chakrabarty and published by Shri Satish Bhattacharyya, Secretary, Publication Board Assam, Guwahati-781021, Assam, India, Second Edition, December 1988. Pp 14 + 476. Price Rs. 45·00

প্ৰকাশক
শ্ৰীসতীশ ভট্টাচাৰ্য
সচিব
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৭৮১০২১

প্ৰথম প্ৰকাশ মে' ১৯৭৯
দ্বিতীয় প্ৰকাশ ডিচেম্বৰ ১৯৮৮

মূল্য : ৪৫·০০ টকা

মুদ্ৰক :
পূৰ্বদেশ মুদ্ৰণ
বিহাবাৰী, গুৱাহাটী-৭৮১০০৮

# প্ৰথম সংস্কৰণৰ ভূমিকা

গ্ৰীচ দেশৰ মহাকবি হোমাৰ আজি এটি কিংবদন্তিত পৰিণত হৈছে। ইলিয়াড আৰু ওডিচী—এই দুই মহাকাব্যৰ স্ৰষ্টা হিচাপেই হোমাৰ আজি সমগ্ৰ বিশ্বত পৰিচিত। ক্লাছিকেল যুগত এথেন্সৰ পেনাথেনাত (Panathenea) প্ৰতি চাৰি বছৰৰ মূৰে মূৰে এই দুয়োখন মহাকাব্য আবৃত্তি কৰা হৈছিল। কিংবদন্তিত পৰিণত হোৱা হোমাৰৰ বিষয়ে সঠিক বিৱৰণ বিচাৰিবলৈ গলেই আমি কিছুমান অসুবিধাৰ সন্মুখীন হ'বলগীয়া হয়। হোমাৰৰ জন্ম, চন, তাৰিখ বা তেওঁৰ যুগটোৰ কোনো সঠিক নথি-পত্ৰ আমি নাপাওঁ আৰু সেয়ে তেওঁৰ সঠিক সময় নিৰূপণৰ ক্ষেত্ৰত আমি প্ৰচলিত কিছুমান কিংবদন্তিৰ সহায় ল'বলগীয়া হয়।

হোমাৰৰ জীৱনী সম্পৰ্কে কিংবদন্তি বহুতো। বহু প্ৰাচীন প্ৰাসংগিক গ্ৰন্থত হোমাৰ সম্পৰ্কে অনুমান-সাপেক্ষ অনেক কাহিনী পঢ়িবলৈ পোৱা যায়। সেই কাহিনীসমূহৰ মতে হোমাৰ আছিল এচিয়া মাইনৰৰ চিঅ'চ (Chios) বাসী এজন অন্ধ মানুহ। আকৌ 'কন্টেষ্ট অব্ হোমাৰ এণ্ড হেচিয়ড'ৰ লগতে যুক্ত 'অক্সফোৰ্ড টেক্সট অব্ হোমাৰ'ত এযে ধৰণৰ হোমাৰ সম্পৰ্কীয় আঠোটা আখ্যান প্ৰকাশিত হৈছে। এই আঠোটা আখ্যানৰ ভিতৰত আটাইতকৈ দীঘল আৰু বিশ্বাসযোগ্য আখ্যানটো আয়'নিক গ্ৰীক ভাষাত হেৰ'ড'টাছে লেখিছে। অৱশ্যে এৰিষ্টটলৰ সময়তে গ্ৰীচত জীৱনী-সাহিত্যৰ প্ৰতি সৰ্ব-সাধাৰণ পঢ়ুৱৈ সমাজ আগ্ৰহান্বিত হোৱাৰ আগেয়েই হোমাৰৰ জীৱনী লেখাৰ দাবীও উত্থাপিত হৈছিল। কিন্তু সেই সময়ত হোমাৰৰ জীৱনী লেখিবলৈ আৱশ্যক হোৱা নথি-পত্ৰসমূহত প্ৰচলিত বিভিন্ন কাহিনী আৰু কিংবদন্তিৰ বাহিৰে সন্তুষ্ট হ'ব পৰাকৈ অন্য কোনো বিশ্বাসযোগ্য প্ৰামাণিক আহিলা পোৱা নগৈছিল। বৰ্তমান হোমাৰৰ বিষয়ে জীৱনী পোৱা যায় তাৰো বহু কথা তেওঁৰেই কাব্যৰপৰা সংগ্ৰহ কৰা যেন অনুমান হয়। তেওঁৰ জীৱনীসমূহত থকা এনে বহু কথা স্মাৰ্ণা (Smyrna), কিম (Kyme), এৰিথ্ৰা (Erythrae), নিঅ' টেচচ (Neon Teichos) আদি কেইটামান বিশেষ অঞ্চলৰপৰা আৰু কেতিয়াবা কোনো বিশেষ বাণিজ্য-বৃত্তি, যেনে—কুমাৰ, নাবিক, মাছমৰীয়া আদিৰপৰা সংগ্ৰহ কৰা যেন লাগে। আখ্যানসমূহত এই বিশ্ববিশ্ৰুত মহৎ কবিজনাক এখনৰ পিছত এখনকৈ নগৰ পৰিভ্ৰমণ কৰি ফুৰা অন্ধ, বৃদ্ধ আৰু দৰিদ্ৰ পৰিব্ৰাজক বুলি ধাৰণা কৰা হৈছে। অন্য কিছুমান কাহিনীত আকৌ হোমাৰক সদায় আয়'নিয়া [আহিলি এঅ'লিক (Aeolic)] অঞ্চলৰ বুলিহে কোৱা হৈছে।

হোমাৰৰ জীৱনী সম্পৰ্কে কোনো সঠিক বিৱৰণ নথকাৰ দৰে তেওঁৰ জন্মভূমি সম্পৰ্কেও সঠিক বিৱৰণ আমি নাপাওঁ। Thomas Sewardএ লেখিছে:

> **Seven wealthy towns contend for**
> **Homer dead**
> **Through which the living Homer**
> **Begg'd his bread.**

হোমাৰৰ জন্মভূমি বুলি এতিয়ালৈকে দাবী কৰা সেই সাতখন নগৰৰ ভিতৰত আছে স্মাৰ্ণা (Smyrna), চিয়'ছ (Chios), ক'ল'ফ'ন (Colophon), ছেলামিছ (Salamis), ৰোড্‌ছ (Rhodes), আৰ্গছ (Argos) আৰু এথেন্স (Athence)। এই সাতখনৰ লগতে কিম, ইথাকা, আয়'ছ (Ios), পাইল'ছ (Pylos), স্পাৰ্টা, ইজিপ্ত আৰু বেবিলনৰ নামো পোৱা যায়। ইয়াৰ ভিতৰত বেছিভাগ নামেই অবাস্তৱ যেন অনুমান হয়। অৱশ্যে প্ৰাচ্যৰ জ্ঞানদীপ্ত অঞ্চল ইজিপ্ত আৰু বেবিলন হোমাৰৰ লগত জড়িত বুলি কৰা ধাৰণা সম্পূৰ্ণ বিজ্ঞজনোচিত। স্মাৰ্ণা আৰু চিয়'ছৰ পিছতে কিম আৰু ক'ল'ফ'নেই উল্লিখিত নামবোৰৰ ভিতৰত সৰাতোকৈ সমৰ্থিত নাম।

হোমাৰৰ সময় সম্পৰ্কেও সেইদৰে নানাজনৰ নানা মত। কৃত্ৰিম হেৰ'ড'টাছীয় জীৱনে (Pseudo-Herodotean life) তেওঁৰ জন্ম খ্ৰীঃ পূঃ ১১০২ বুলি ঠাৱৰ কৰিছে। তেওঁৰ সময় নিৰূপণত খ্ৰীঃ পূঃ ৬৮৫ৰপৰা খ্ৰীঃ পূঃ ১১৫৯ লৈ পাৰ্থক্য দেখা যায়। হেৰ'ড'টাছৰ মতে 'হোমাৰ আৰু হেচিয়ডে' গ্ৰীক দেৱতাসকলক "মোতকৈ চাৰিশ বছৰৰ আগতে" সৃষ্টি কৰা নাই। এৰিষ্টাৰচাচে (Aristarchus) আকৌ তেওঁক খ্ৰীঃ পূঃ ১০৪৪ত থৈছে। এই আটাইবোৰ সময় ট্ৰজান যুদ্ধ আৰু ইয়াৰ লগত হোমাৰৰ আনুমানিক সম্পৰ্কৰ ওপৰত নিৰ্ভৰশীল যেন লাগে।

স্পষ্টভাৱে উল্লেখ নাথাকিলে বহুসময়ত কোনো কবিৰ সময় আৰু ঠাই নিৰ্ধাৰণৰ সময়ত তেওঁৰ ব্যৱহৃত ভাষাৰ সহায় লৈয়ো সেই সেই ঠাই আৰু সময় উলিয়াবপৰা যায়। কিন্তু হোমাৰৰ সময় আৰু ঠাই নিৰ্ধাৰণৰ ক্ষেত্ৰত এটা প্ৰধান অসুবিধা হৈছে এয়ে যে হোমাৰীয় ভাষাৰ সমসাময়িক কোনো ভাষাৰ উদাহৰণ পোৱা নাযায়। তদুপৰি তেওঁ ব্যৱহাৰ কৰা ভাষা সেই সময়ৰ কথ্য ভাষা নহয়, মহাকাব্যৰ পৰম্পৰামতে সেই ভাষা সৃষ্টি কৰা হৈছে আৰু আনকি প্ৰয়োজনমতে তাক ষটপদী ছন্দত নিবদ্ধ কৰা হৈছে। আদিতে হেৰ'ড'টাছে ব্যৱহাৰ কৰাৰ দৰে ই মূলতে অৱশ্যে আয়'নিক ভাষাৰ; কিন্তু পেনাথেনীয় (Panathenic) আবৃত্তিৰ অপৰিহাৰ্য প্ৰভাৱৰ ফলত কাব্যৰ উপৰিভাগে অলক্ষিতে এথেনীয় ৰূপ পৰিগ্ৰহণ কৰিলে। কাব্যৰ এই উপৰিভাগ বাদ দিলে বহু অনা-আয়'নিক গঠনে এয়'লিক (থেছেলি, লেছবছ আৰু এয়'লিছৰ ভাষা) হিচাপে ভুমুকি মৰা আমি দেখিবলৈ পাওঁ। তদুপৰি এই দুয়োটা গাঁথনি ছন্দৰ পিনৰপৰা সমান যেন লাগিলেও আয়'নিক গাঁথনিকহে অগ্ৰাধিকাৰ দিয়া যেন পৰিলক্ষিত হয়। কিন্তু সেইবোৰত আয়'নিকৰ মূল স্ৰোতধাৰা আৰু এয়'লিকৰ গঠন থাকিলেও ক্লাছিকেল অথবা আলেকজেণ্ড্ৰীয় সময়ৰ অবোধ্য বহু কথাৰ অতি প্ৰাচীন গ্ৰীক উপাদান নিহিত থকা যেন লাগে—যিবোৰৰ বহুল ব্যাখ্যা অতি প্ৰয়োজনীয়।

প্ৰথম দৃষ্টিত এই অনুমানসমূহ আমাৰ বেছ বিভ্ৰান্তিকৰ যেন লাগে। প্ৰথম কথা, হোমাৰ মানুহজন ছটা বিভিন্ন সময়ত থকাটো যেনে অবিশ্বাস্য কথা, তেনেদৰে তেওঁ সাতখন বিভিন্ন চহৰতো জন্ম গ্ৰহণ কৰিব নোৱাৰে; কিন্তু হোমাৰৰ কাব্যই হয়তো সেয়া বহুক্ষেই কৰিব পাৰে। আনহাতে, হোমাৰৰ মহাকাব্যৰ এই আচহুৱা ভাষা হয়তো নক'ব পাৰে বা

ক'ব নোৱাৰিবও পাৰে, কিন্তু তেওঁৰ কাব্যই সেই ভাষা কোৱাটো একো অসম্ভৱ নহয় আৰু কৈছেও। সেইবাবে এতিয়া কিম্বদন্তিত পৰিণত হোৱা 'অপৰিচিত' হোমাৰক জানিবলৈ হ'লে আমি উত্তৰ বাৰ লাগিব তেওঁৰ 'পৰিচিত' গ্ৰন্থসমূহৰ মাজলৈ।

আন কোনো কবিৰ নহয়, কেৱল হোমাৰৰ ইলিয়াদ আৰু ওডিছীহে এথেন্সৰ পেনাথেনাত আবৃত্তি কৰাটো এটা নিয়মত পৰিণত হৈছিল। জোচেকাচৰ মতে হোমাৰে কোনো কথা নিজে লেখি থৈ যোৱা নাই; বিভিন্ন ঠাইত মুখে মুখে বৈ যোৱা বিভিন্ন কবিতাসমূহ পিছত একেলগ কৰি থোৱা হৈছে। হোমাৰে তেওঁৰ কবিতাসমূহ তেওঁৰ ভ্ৰাম্যমান জীৱনত ক'ত ত'ত গাই ফুৰিছিল আৰু পিছিষ্ট্ৰাটাছে (Peisistratus) পিছত সেইবোৰ সংগ্ৰহ কৰিছিল বুলিও বহুতে অনুমান কৰিছে।

১৫০ খ্ৰীঃ পূৰ্বত আলেকজেণ্ড্ৰীয় গ্ৰন্থাগাৰৰ মুৰব্বী এৰিষ্টাৰচাছে (Aristarchus) অসংলগ্ন হৈ থকা হোমাৰৰ লেখাবোৰ সংলগ্ন কৰি এটা বা দুটা নতুন সংস্কৰণ উলিয়ায় আৰু পিছলৈ ইয়েই হোমাৰৰ লেখাসমূহৰ একমাত্ৰ নিৰ্ভৰযোগ্য সংস্কৰণ বুলি স্বীকৃত হয়। হোমাৰক যদি ইয়াৰো আগলৈ নিব খোজা হয়, তেতিয়াহ'লে আমি আঙুলিয়াব লাগিব পিছিষ্ট্ৰাটীয় সংশোধনী (Peisistratean recension), অৰ্থাৎ খ্ৰীঃ পূঃ প্ৰায় ৫৫০ লৈ। আৰু সেয়ে হ'লে আমি ধাৰণা কৰিব পাৰোঁ যে সেই সময়ত এই লেখাসমূহ আছিল প্ৰাচীন এথেনীয় লিপিৰ আৰু পেনাথেনীয় আবৃত্তিৰ উপযোগীকৈ ইয়াক ৰচনা কৰা হৈছিল।

হোমাৰৰ কাল সম্পৰ্কে আমি সম্পূৰ্ণভাৱে নহ'লেও সমসাময়িক বুৰঞ্জীয়ে আঙুলিয়াই দিয়া সেই সময়ৰ অন্যান্য কবি-সাহিত্যিকসকলৰ সতে তুলনা কৰি আমি তাৰ স্বাভাৱিক বৈশিষ্ট্য বিচাৰ কৰিব পাৰোঁ আৰু সেই বৰ্ণনাসমূহ সত্য ঘটনাৰ ওপৰত প্ৰতিষ্ঠিত হয় নে নহয় চাব পাৰোঁ। সেই সময়ৰ কবিসকলে এনে এখন সমাজৰ কথা বৰ্ণনা কৰিছে যি সমাজ সম্পৰ্কে তেওঁলোকে নিজেও নাজানে, অথচ সেই পৰিবেশৰ দ্বাৰা প্ৰায় অনুৰূপ সমাজ এখন ক'ৰবাত গঢ় লৈ উঠাৰ সম্ভাৱনা তেওঁলোকে দেখে। অৱশ্যে এনে আবেগ-প্ৰৱণ গ্ৰীক কবিয়ে তেওঁৰ প্ৰাচীন বীৰসকলক লোহাৰ অস্ত্ৰ-শস্ত্ৰ আৰু লেখাৰ কৌশল নজনা অথবা ৰাজকুঁৱৰীয়ে ৰাজকীয় পোছাক ধুবলৈ নৈৰ পাৰলৈ যোৱা সম্পৰ্কে অঙ্ক কৰি দেখুওৱাটো সাধাৰণ কথা।

কিন্তু এইবোৰৰ উপৰিও সেই কালৰ এনে কিছুমান বৈশিষ্ট্যও আছে যিবোৰ স্বীকাৰ কৰাটো অতি দুৰূহ। হোমাৰৰ বীৰসকল আছিল ভ্ৰাম্যমান। কথা আছিল যদিও তেওঁলোকৰ কোনো ৰাষ্ট্ৰীয় সীমা অথবা কঠোৰ পাৰিবাৰিক সম্পৰ্কৰ বান্ধোন নাছিল। গান আৰু সুৰৰ সাধনাৰ বাহিৰে আন কোনো কলাৰ সাধনা তেওঁলোকে কৰা নাছিল। সিলৰ অলংকাৰ, গজদন্ত, পেটী আৰু সুৰৰ সঁজুলিকে তেওঁলোকে তেওঁলোকৰ সম্পত্তি হিচাপে জগত লৈ ফুৰিছিল। মৃতসকলক তেওঁলোকে দাহ কৰিছিল। মঠ-মন্দিৰ তেওঁলোকৰ নাছিল যদিও মুকলি আকাশৰ তলত বেদী পাতি তেওঁলোকে দেৱতাৰ পূজা কৰিছিল। বহু পৰিমাণে তেওঁলোক ছিলেন্ন আৰু আত্মাভিজ। সাহস আৰু শক্তি,

বিশ্বস্ততা আৰু সামৰিক সন্মান, এই নিজস্ব গুণবোৰৰ দ্বাৰা তেওঁলোকৰ উত্থান নাইবা পতন হয়।

মহাকবি হোমাৰে তেওঁৰ এই দুৰ্য়োধন মহাকাব্যতে তেওঁ জনা পৃথিৱীখনক সৰল আৰু অকপটভাৱে অঙ্কন কৰাৰ পৰিবৰ্তে তেওঁৰ পূৰ্বসূৰী কবিসকলৰ দৰে পৰম্পৰাগতভাৱে জনা সুদূৰ অতীত কালৰ ঘটনাক তেওঁ পিছৰ আখ্যানধৰ্মী কবিসকলৰ দৰে কলাত্মকৰূপে স্বেচ্ছাই বৰ্ণনা কৰিছে। ইয়াৰ দ্বাৰা তেওঁ তেওঁৰ সাহিত্যৰ বীৰসকলৰ সৈতে তেওঁৰ সময়ৰ জনসাধাৰণৰ পাৰ্থক্য দেখুৱাই নহয়, উপমা-অলংকাৰ আদিৰ সহায়ত ইঙ্গিত দিয়া ৰীতি-নীতিসমূহো বৰ্ণনাৰপৰা কৌশলেৰে আঁতৰাই আনিছে। হোমাৰৰ কাব্যৰ চৰিত্ৰ-সমূহে ঘোঁৰাত উঠিব জানিছিল যদিও অশ্বাৰোহী দলৰ বিষয়ে কোনো উল্লেখ আমি নাপাওঁ। তেওঁৰ কাব্যত চিত্ৰ অথবা মুদ্ৰাৰো কোনো উল্লেখ নাই। এটা মূৰ্তি আৰু এটা বহি থকা মূৰ্তিৰ কথা এবাৰ মাত্ৰ উল্লেখ কৰিছে—তাকো প্ৰত্যক্ষভাৱে নহয়। কাব্যত বৰ্ণিত লোকসকলে লেখা-পঢ়া জানিছিল নে নাই, সিয়ো সন্দেহজনক, যিহেতু তাৰ উল্লেখো কাব্যত নাই।

হোঁমাৰৰ লেখাত অৱশ্যে অলেখ শিল্প-নৈপুণ্যৰ নিদৰ্শন আমি পাওঁ। এটা বিখ্যাত পাত্ৰ, সাজ-সজ্জাৰ বাবে ব্যৱহৃত পিনৰ অলংকাৰ, জাংফাই আৰু সোণেৰে নিৰ্মিত বিলাস-সামগ্ৰী, ৰং দিয়া হাতীদাঁতৰ অলংকাৰ, হাতীদাঁতৰ লেকাম, গাত ঘঁহিবলৈ তেল আৰু মানুহৰ হস্তকৰ্মক পিছ পেলাই থৈ যোৱা এখন স্বৰ্গীয় ফলকৰ উল্লেখে আমাক সেই বিষয়ে যথেষ্ট আভাস দিয়ে। খাদ্যৰ বিষয়ে টিপ্পনীকাৰসকলে মন্তব্য দিয়ে যে বীৰসকলে দিনে তিনিসাজ আহাৰ গ্ৰহণ কৰিছিল আৰু প্ৰতিসাজ আহাৰত আছিল চাৰিঠেঙীয়া জন্তুৰ সেকা মঙহ। খাদ্য পৰিবেশন কৰা বাচন-বৰ্তনসমূহ আছিল সোণ আৰু ৰূপেৰে নিৰ্মিত আৰু অস্ত্ৰ-শস্ত্ৰসমূহ ব্ৰঞ্জৰ।

মৰৰ'ৰ মতে গ্ৰীচত হোমাৰৰ বিষয়ে সূক্ষ্ম অধ্যয়নৰ প্ৰচলন হয় "প্ৰায় গদ্য লেখাৰ আৰম্ভণিৰ লগে লগে।" পঞ্চম শতিকাত দাৰিদ্ৰ্য-জৰ্জৰিত দ্বীপসমূহৰপৰা শিক্ষিত লোকসকলে সাহিত্য, বিশেষকৈ হোমাৰৰ কাব্য শিকোৱাৰ জীৱিকালৈ আহে। তেতিয়াৰপৰা গ্ৰীচত হোমাৰৰ কাব্য-অধ্যয়ন এক দৈনন্দিন কাৰ্যত পৰিণত হয়।

সি যিয়েই নহওক, ইলিয়াদ আৰু ওডিচীৰ অন্তৰালৰ সঁচা কাহিনী এনেও হ'ব পাৰে: সেই সময়ত গ্ৰীচ দেশত কাহিনী আবৃত্তি কৰা বহু কবি আছিল আৰু তেওঁলোকে নগৰে-চহৰে ভ্ৰমণ কৰি ফুৰিছিল। তেওঁলোকে স্ব-ৰচিত কবিতা বা আন কোনো কবিৰ কবিতা ৰজা, অমাত্যবৰ্গ আৰু সৰ্বসাধাৰণ লোকক আবৃত্তি কৰি শুনাইছিল। এই চাৰণ-সকলৰ এটা প্ৰিয় বিষয় আছিল ট্ৰজান যুদ্ধ। সেই যুদ্ধৰ বিখ্যাত ঘটনাৱলীৰ বিষয়ে প্ৰত্যেক কবিৰে নিজৰ কাহিনী আছিল।

কাহিনীসমূহে কাব্যৰ ৰূপ পালেও সম্ভৱতঃ সেই সময়ত লেখা হোৱা নাছিল। কেৱল মানুহৰ মুখে মুখে চলি অহা সেই কাহিনীসমূহক প্ৰতিসৰাকী প্ৰতিভাবান কবিয়ে কল্পনাৰ ৰহণ নিশ্চয় সানিছিল। ট্ৰজান যুদ্ধৰ বহু পিছলৈকে হোমাৰ জীয়াই আছিল।

সম্ভৱতঃ ৭৫০ খ্ৰীষ্ট পূৰ্বত ট্ৰজান যুদ্ধৰ প্ৰাচীনতৰ কাহিনীসমূহৰ বহুখিনি তেওঁ সংগ্ৰহ কৰিলে আৰু তাকে সুচিন্তিতভাৱে সংকলিত কৰি তুখন অনন্ত সুন্দৰ মহাকাব্যলৈ পৰিণত কৰিলে।

হোমাৰে লেখা-পঢ়া জানিছিল নে নাই সেই বিষয়েও কোনো নিশ্চিত নহয়। প্ৰাচীন কালত বেছিভাগ কবিতাই পঢ়িবৰ কাৰণে লেখা হোৱা নাছিল। বিশ্বৰ প্ৰায় আটাইবোৰ সাহিত্যৰ ইতিহাস অধ্যয়ন কৰিলে প্ৰত্যেক ভাষাৰে সাহিত্যৰ ক্ষেত্ৰত আমাৰ এটা কথা স্পষ্টভাৱে চকুত পৰে যে লিপিৰ প্ৰচলন হোৱাৰ বহু আগৰেপৰাই প্ৰত্যেক ভাষাতে এবিধ সাহিত্যৰ সৃষ্টি হৈছিল আৰু সেইবোৰ বহুকাল ধৰি মুখে মুখে চলি আহিছিল। সেই কালৰ কবিসকলে তেওঁলোকৰ ৰচনাসমূহ স্মৰণত ৰাখি আবৃত্তি কৰি শুনাইছিল। সম্ভৱ হোমাৰেও তেওঁৰ শিষ্যসকলৰ আগত তেওঁৰ কাব্য তেনেকৈয়ে আবৃত্তি কৰি শুনাইছিল আৰু পিছত যেতিয়া লেখাৰ প্ৰথা ওলাল তেতিয়া তেওঁৰ কোনোবা শিষ্যই সেইবোৰ একগোট কৰি তুখন মহাকাব্যৰ আকাৰত লিপিবদ্ধ কৰি থলে।

মহাকবি হোমাৰৰ ইলিয়াদ মহাকাব্যত আমি পাওঁ ৰজা আগামেমননৰ নেতৃত্ব সৰ্বশ্ৰেষ্ঠ গ্ৰীক যোদ্ধা একিলিছে (Achilles) হেলেনক ট্ৰজানসকলৰপৰা উদ্ধাৰ কৰিবলৈ ১১৪৮ খ্ৰীষ্ট পূৰ্বত ট্ৰয় নগৰ অৱৰোধ কৰি নগৰখন বিধ্বস্ত কৰাৰ এক মৰ্মস্তুদ কাহিনী। ট্ৰয়ৰ অন্য নাম ইলিয়ন। এই নামানুসৰিয়েই এই মহাকাব্যক ইলিয়াদ বোলা হ'ল।

ইলিয়াদৰ মুখ্য নায়ক হ'ল গ্ৰীকসকলৰ সৰ্বশ্ৰেষ্ঠ বীৰ একিলিছ। একিলিছ আৰু গ্ৰীক্ সেনাপতি আগামেমননৰ মাজত যুদ্ধ-বন্দিনী নাৰীক কেন্দ্ৰ কৰি যি কাজিয়াৰ সূত্ৰপাত হয়, তাৰেই পৰিণতিস্বৰূপে একিলিছ ক্ৰোধান্বিত হৈ পৰে। একিলিছৰ ক্ৰোধ ইলিয়াদ মহাকাব্যৰ বিষয়-বস্তু আৰু ইয়েই মহাকাব্যখনৰ ঘটনাৱলীক এডাল ঐক্যসূত্ৰত গ্ৰথিত কৰিছে। মেনিলাচ-পত্নী হেলেনক ট্ৰয় নগৰৰ ৰজা প্ৰায়ামৰ পুত্ৰ পেৰিছে চুৰ কৰাত গ্ৰীক্‌সকলে ট্ৰয়ৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰিছিল। এই দীৰ্ঘস্থায়ী যুদ্ধত ট্ৰজান বীৰসকলৰ কৰুণ পৰিসমাপ্তিকে ধৰি বহুতো গ্ৰীক্ বীৰৰ মৃত্যুৰ জীৱন্ত বৰ্ণনা দাঙি ধৰি মহাকবি হোমাৰে প্ৰকৃততে যুদ্ধৰ মহিমা আৰু কাৰুণ্য—দুয়োটা দিশৰে ওপৰত আলোকপাত কৰিছে। আগামেমননৰ লগত একিলিছৰ বিৰোধৰ সমাপ্তি আৰু একিলিছৰ যুদ্ধত অংশগ্ৰহণ আৰু হেক্টৰৰ ওপৰত প্ৰতিশোধ গ্ৰহণৰ মাজেদি কাহিনীৰ পৰিসমাপ্তি ঘটিছে।

হোমাৰে প্ৰত্যক্ষ উক্তি, ভৱিষ্যত-বাণী, অতীতৰ সৌৰৱণ আৰু মহাকাব্য সুলভ উপমাৰ ব্যৱহাৰ কৰি ইলিয়াদৰ কাহিনীক দক্ষতা আৰু আকৰ্ষণীয়ভাৱে উপস্থাপন কৰিছে।

ট্ৰজান যুদ্ধৰ আধাৰত লেখা কাহিনীৰ অন্যান্য সংস্কৰণতকৈ হোমাৰৰ ইলিয়াদ আৰু ওডিছীৰ কাহিনী উপস্থাপন ৰীতি ইমান বেছি উচ্চমানবিশিষ্ট আছিল যে সেই সময়ৰ প্ৰায় সকলোবোৰ ভ্ৰাম্যমান কবিয়ে তাক আয়ত্ত কৰি সমগ্ৰ গ্ৰীচ দেশত আবৃত্তি কৰি ফুৰিছিল। ইলিয়াদৰ লগে ওডিছীয়েও যুগে যুগে বিশ্ব-সাহিত্যৰ ওপৰত গভীৰভাৱে প্ৰভাৱ বিস্তাৰ কৰি আহিছে। বিশ্ববিশ্ৰুত এসৰাকী মহৎ কবিয়ে আদিৰপৰা প্ৰায়

তিনি হাজাৰ বছৰ আগতে আবৃত্তি কৰা এই দুই মহাকাব্যৰ জনপ্ৰিয়তাই দেশ আৰু কালৰ পৰিধি অতিক্ৰম কৰি অদ্যাবধি অম্লান-অক্ষয় হৈ আছে।

ইংৰাজীৰপৰা অসমীয়া ভাষালৈ অনুবাদ কৰি বিশ্ববিখ্যাত মহাকাব্য এখনৰ স্বাদ গ্ৰহণ কৰিবলৈ সুবিধা দিয়া বাবে শ্ৰীঅমূল্যকুমাৰ চক্ৰবৰ্তী আমাৰ সকলোৰে ধন্যবাদৰ পাত্ৰ। ইলিয়াদৰ প্ৰকাশনে অসমীয়া পঢ়ুৱৈ সমাজৰ উপকাৰ কৰিলে আমি পৰম আনন্দিত হ'ম।

গুৱাহাটী
মে', ১৯৭৯

চন্দ্ৰপ্ৰসাদ শইকীয়া

# দ্বিতীয় সংস্কৰণৰ ভুমিকা

মহাকবি হোমাৰৰ অমৰ মহাকাব্য ইলিয়াদৰ প্ৰথম সংস্কৰণ শেষ হোৱাত দ্বিতীয় সংস্কৰণ পাঠক সমাজলৈ আগবঢ়োৱা হ'ল। এই সংস্কৰণটিয়েও আগৰ সংস্কৰণটোৰ দৰেই প্ৰভূত সমাদৰ লাভ কৰিব পাৰিব বুলি আশা কৰিলো।

সতীশ ভট্টাচাৰ্য্য
সচিব
অসম প্ৰকাশন পৰিষদ

ডিচেম্বৰ ১৯৮৮
গুৱাহাটী

## সূচী :

এক

# বিবাদ

[ একিলিছৰ ক্ৰোধেই হৈছে মোৰ কাব্যৰ বিষয়; জুছৰ ইচ্ছা পূৰ্ণ কৰা এই মাৰাত্মক ৰোষৰ কাৰণেই একিয়ানসকল নানা দুখ-দুৰ্গতিৰ সমুখীন হ'ব লগা হ'ল; তেওঁলোকৰ মাজৰ অনেক সম্ভ্ৰান্ত লোকৰ আত্মাই প্ৰেত-পুৰীলৈ প্ৰস্থান কৰিলে। তেওঁলোকৰ মৃতদেহসমূহ পশু-পক্ষীৰ আহাৰ হ'ল। হে সঙ্গীতৰ অধিষ্ঠাত্ৰী দেৱী, নৃপতি আগামেমনন আৰু পেলিউছ নন্দন একিলিছৰ বিবাদ আৰু বিচ্ছেদৰ কাহিনীৰেই আৰম্ভ কৰো। কোন দেৱতাই তেওঁলোকৰ মাজত বিৰোধৰ সৃষ্টি কৰিলে? ]

জুছ আৰু লিটোৰ সন্তান এপলোৱেই এই বিবাদৰ সূত্ৰপাত কৰিলে। পূজাৰী ক্ৰাইচেছৰ প্ৰতি কৰা অসদ্ব্যৱহাৰৰ বাবে তেওঁ সৈন্য-বাহিনীৰ মাজত সন্তাপৰ সৃষ্টি কৰিলে আৰু অনুচৰবৰ্গক বিনাশ কৰি ৰজাক শাস্তি বিহিলে। বন্দিনী কন্যাক উদ্ধাৰ কৰিবৰ অভিপ্ৰায়েৰে ক্ৰাইচেছ জাহাজলৈ আহিছিল। তেওঁৰ লগত আছিল জীয়েকৰ মুক্তিৰ বাবে অনা অগাধ ধন-সোণ। ধনুৰ্দ্ধাৰী এপলোৰ প্ৰতি উৎসৰ্গা কৰা জপ-মালা জড়িত এডাল স্বৰ্ণ-দণ্ড তেওঁৰ হাতত আছিল। সমগ্ৰ একিয়ান সৈন্য-বাহিনীৰ প্ৰতি বিনম্ৰাৱনত হৈ তেওঁ বিশেষকৈ অধিনায়ক, আট্ৰিউছৰ পুত্ৰ যুগলক সানুনয়ে মিনতি কৰি ক'লে, "হে অধিনায়কদ্বয় আৰু একিয়ান সৈন্যসকল, আপোনালোকে ৰজা প্ৰায়ামৰ নগৰী ধ্বংস কৰি নিৰাপদে স্বদেশলৈ উভতি যাবলৈ ইচ্ছা কৰে। অলিম্পাছৰ দেৱতাসকলে আপোনালোকৰ মনোবাঞ্ছা পূৰ্ণ কৰক, অৱশ্যে এটা চৰ্তত। আপোনালোকে মই আগবঢ়োৱা এই উপঢৌকন গ্ৰহণ কৰক আৰু মোৰ কন্যাক মুক্তি দি জুছ নন্দন ধনুৰ্দ্ধাৰী এপলোৰ প্ৰতি ভক্তি আৰু শ্ৰদ্ধা প্ৰদৰ্শন কৰক।"

সৈন্যসকলে সহৰ্ষে সন্মতি জ্ঞাপন কৰিলে। নিবেদিত বিপুল অৰ্থৰ বিনিময়ত জীয়েকক মুক্তি দি পূজাৰীজনক সন্মানিত কৰাই উচিত হ'ব বুলি তেওঁলোকে বিবেচনা কৰিছিল। কিন্তু আগামেমনন এই কথাত অলপো সন্তুষ্ট নহ'ল। তেওঁ মানুহবিলাকক কঠোৰভাৱে সতৰ্ক কৰি বিদায় দিলে।

তেওঁ মাত লগালে, "বৃদ্ধ, তুমি আজি এইদৰে জাহাজলৈ অহা অলপো ভাল হোৱা নাই। পুনৰ তুমি মোৰ হাতত পৰিলে এই মালা আৰু স্বৰ্ণ-দণ্ডই তোমাক ৰক্ষা কৰিব নোৱাৰিব।" তোমাৰ জীয়েৰাক মুক্তি দিয়াৰ ইচ্ছা মোৰতো নালাগে, তদুপৰি মোৰ অভিপ্ৰায় কি জনা, তেওঁ নিজ দেশলৈ যাব

আঁতৰত অৱস্থিত আৰ্গছলৈ গৈ মোৰ ঘৰত থাকি তাঁত বওক আৰু আজীৱন মোৰ শয্যা-সঙ্গিনী হওক। যোৱা, আঁতৰ হোৱা, বিপদত পৰিবলৈ ইচ্ছা নাই যদি মোৰ খং তুলি নল'বা।"

বৃদ্ধই কঁপি কঁপি তেওঁৰ আদেশ পালন কৰিলে। তেওঁ নীৰৱে তাৰ পৰা আঁতৰি গৈ গৰ্জন মুখৰ সমুদ্ৰৰ উপকূলৰ কাষে কাষে যাবলৈ ধৰিলে। কিন্তু নিৰ্জন ঠাই এডোখৰত উপস্থিত হৈয়েই তেওঁ সুকেশিনী লিটোৰ পুত্ৰ প্ৰজাপালক এপলোক অতিশয় ভক্তিভাৱে প্ৰাৰ্থনা কৰি ক'লে, "হে ৰূপালী ধেনুৰ দেৱতা, পবিত্ৰ চিল্লা আৰু ক্ৰাইছিৰ ৰক্ষক, হে টেনিডছৰ সৰ্বশক্তিমান অধীশ্বৰ, মোৰ মিনতি শুনা। যদিহে কোনো মন্দিৰ নিৰ্মাণ কৰি তোমাক কেতিয়াবা এধানিমানো আনন্দ দিব পাৰিছিলো, যদিহে কেতিয়াবা গৰু-ছাগলীৰ মঙহাল পিৰা দাহ কৰি তোমাক পূজিছিলো তেন্তে মোৰ মনস্কামনা পূৰ্ণ কৰা। ডানানবিলাকে তোমাৰ শৰত জৰ্জৰিত হৈ মোৰ এই অশ্ৰুৰ উত্তপ্ত ঋণ পৰিশোধ কৰক।"

তেওঁৰ প্ৰাৰ্থনা ফিবাছ এপলোৰ শ্ৰুতি-গোচৰ হ'ল। অলিম্পাছৰ সুউচ্চ শিখৰৰপৰা তেওঁ কান্ধত ধনু আৰু শৰপূৰ্ণ টোণ লৈ সক্ৰোধে নামি আহিল। ক্ৰুদ্ধ দেৱতাজনৰ কান্ধত কাঁড়বিলাকৰ ঝনঝননি উঠিছিল। তেওঁৰ অন্তৰণ আছিল নৈশ অন্ধকাৰৰ দৰে ভয়াবহ। জাহাজবিলাকৰ বিপৰীত ফালে বহি লৈ তেওঁ শৰ সন্ধান কৰিছিল আৰু ৰূপালী ধনুৰ টঙ্কাৰে বিভীষিকাৰ সৃষ্টি কৰিছিল। প্ৰথমে তেওঁ খচ্চৰ আৰু ক্ষিপ্ৰগতিৰ কুকুৰবিলাকৰ ওপৰত শৰ বৰ্ষণ কৰিছিল। পিচত তেওঁ তীক্ষ্ণ বাণসমূহেৰে সৈন্যবিলাকক ক্ষত-বিক্ষত কৰিবলৈ ধৰিলে। অবিৰাম বাণ বৰ্ষণৰ ফলত মৃত্যু হোৱা অসংখ্য লোকৰ চিতা-জুই দিনে-ৰাতিয়ে জ্বলি আছিল।

এইদৰে ন দিনে সৈন্য-শিবিৰৰ ওপৰত দেৱতাৰ বাণ বৰ্ষণ চলিল। দশম দিনা একিলিছৰ আদেশ মতে সৈন্যসকল সমবেত হ'ল। ডানানসকলৰ চৰম দুৰ্দশা দেখা পাই শ্বেতহস্তা দেৱী হিৰী বিচলিত হ'ল। তেওঁ একিলিছক এই ব্যৱস্থা ল'বলৈ প্ৰণোদিত কৰিলে। সকলোটি মিলিত হ'লত ধাবন কুশল একিলিছে তেওঁলোকক সম্বোধন কৰিবলৈ থিয় হ'ল।

"মহাৰাজ আগামেমনন, সন্মুখ সমৰতেই হওক বা এই নিপীড়নৰ ফলতেই হওক আমাৰ সৈন্যবল অচিৰে লোপ পাব বুলিয়েই মোৰ আশঙ্কা হৈছে। তেতিয়াহ'লে আমাৰ মাজৰ বিসকল জীয়াই থাকিব, তেওঁলোকে এই অভিযান বিসৰ্জন দি নিজৰ নিজৰ ঘৰলৈ উভতি যাব লগা হ'ব। কিবাছ এপলোৰ মহাক্ৰোধৰ কাৰণ অৱগত হ'বলৈ আহি কোনো ভৱিষ্যৎ-বক্তা বা পুৰোহিতৰ

পূজাৰীৰ লগত পৰামৰ্শ কৰিব নোৱাৰোনে? স্বপ্ন-ফল ব্যাখ্যা কৰিব পৰা কোনো লোক হ'লেও আপত্তি নাই কাৰণ স্বপ্নও জুছৰ সৃষ্টি। হয়তো আমাৰ ব্ৰত ভঙ্গ বা প্ৰত্যবায়ৰ ফলত এপলো কষ্ট হৈছে। যদি সেয়ে হয় তেনেহ'লে ভেড়া বা হৃষ্ট-পুষ্ট ছাগলী বলি দি আমি তেওঁক সুসম্পন্ন কৰিব পাৰো আৰু সেয়ে হ'লে আমিও ৰক্ষা পৰিম।"

ইয়াকে কৈ একিলিছে আসন গ্ৰহণ কৰিলে আৰু থেষ্টৰ তনয় কেলকাছ থিয় হ'ল। ভৱিষ্যৎ-বক্তা হিচাপে সেই শিবিৰত কেলকাছৰ সমকক্ষ কোনো নাছিল। তেওঁ আছিল ত্ৰিকালজ্ঞ। অতীত, বৰ্ত্তমান আৰু ভৱিষ্যৎ সম্বন্ধে তেওঁৰ সম্যক জ্ঞান আছিল। এপলোৰ অনুগ্ৰহতে লাভ কৰা এই ভৱিষ্যত দৃষ্টিৰ বলতেই তেওঁ একিয়ান নৌ-বাহিনী ইলিয়াম পৰ্যন্ত পৰিচালনা কৰিবলৈ সক্ষম হৈছিল। আৰ্গিভসকলৰ প্ৰতি থকা আনুগত্যৰ কাৰণেই তেওঁ মতামত ব্যক্ত কৰিবলৈ তৎপৰ হ'ল।

তেওঁ ক'লে, "মহাৰাজ একিলিছ, ধনুৰ্বাণৰ অধিপতি এপলোৰ ক্ৰোধৰ কাৰণ ব্যাখ্যা কৰিবলৈ আপুনি মোক অনুৰোধ কৰিছে। আপোনাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ মই সাজু। কিন্তু প্ৰথমে মোৰ কথালৈ মনযোগ দিয়ক। আপুনি আগবাঢ়ি আহি আপোনাৰ নিজস্ব পৌৰুষ আৰু বাকপটুতাৰে মোক ৰক্ষা কৰিবনে? এটা বিশেষ কাৰণত মই আপোনাৰপৰা এই অনুগ্ৰহ ভিক্ষা কৰিছো, কাৰণ এটা বিষয়ত মই নিসন্দেহ যে মই এনে এজন মানুহৰ শত্ৰুতাচৰণ কৰিব লগা হ'ব যিজনৰ ক্ষমতা অবিসম্বাদী আৰু যিজনৰ মুখৰ কথাই একিয়ানসকলৰ বাবে আইনৰ নিচিনা। ৰজা আৰু প্ৰজাৰ বিবাদত কোনো সমতা নাই। ৰজাই সাময়িকভাৱে ক্ৰোধ সম্বৰণ কৰিব পাৰিলেও ভৱিষ্যতে প্ৰতিশোধ লোৱাৰ সুযোগৰ কাৰণে অপেক্ষা কৰি থাকিব। এতিয়া মোৰ নিৰাপত্তাৰ দায়িত্ব আপুনি ল'ব পাৰিব নে নোৱাৰে ভাবি চিন্তি কওক।"

বায়ুবেগী একিলিছে ক'লে, "দেৱতাসকলৰ কথা কি জানিব পাৰিছা নিৰ্ভয় মনেৰে কোৱা। শুনা কেলকাছ, যিজন দেৱতাৰ প্ৰসাদত তুমি দৈৱ-বাণীৰ ৰহস্য উদ্ঘাটন কৰিব পাৰা, সেই জুছ নন্দন এপলোৰ নামত প্ৰতিজ্ঞা কৰি কৈছো, মোৰ শৰীৰত প্ৰাণ আৰু অন্তৰত জ্ঞান থকা পৰ্যন্ত এই মৃত-গৰ্ভ তৰীসমূহত থকা কোনো ডানান সৈনিকে তোমাৰ ক্ষতি সাধন কৰিব নোৱাৰিব। নাগিলে তেওঁ আমাৰ মহান অধিনায়ক আগামেমননেই হওক।"

অৱশেষত সুযোগ্য ভৱিষ্যৎ-বক্তাজনে সাহস সঞ্চয় কৰি ক'বলৈ ধৰিলে, "আমাৰ পূজা-সেৱাত কোনো ত্ৰুটি-বিচ্যুতি ঘটা নাই। ব্ৰত ভংগও হোৱা নাই।

আগামেমননৰ দুৰ্ব্যৱহাৰৰ বাবেই দেৱতা ৰুষ্ট হৈছে। তেওঁ পূজাৰীজনক অপমান কৰিছে আৰু অৰ্থৰ বিনিময়ত তেওঁৰ কন্যাক মুক্তি দিবলৈ অসন্মত হৈছে। আমাৰ বৰ্তমান বিপদৰ মূল এয়ে। ভৱিষ্যতে আৰু দুখ-দুৰ্গতি হ'ব পাৰে। এই প্ৰদীপ্তনয়না বন্দিনী যুৱতীক বিনাচৰ্তে পিতাকৰ ওচৰত সমৰ্পণ কৰি ক্ৰাইছিৰ মন্দিৰত পৱিত্ৰভাৱে পূজা নিদিয়া পৰ্যন্ত এপলোৰ মাৰাত্মক নিৰ্যাতনৰপৰা আমি অব্যাহতি নাপাওঁ। এই কাৰ্য সম্পাদিত হোৱাৰ পিচতহে আমি তেওঁৰ কৰুণা আশা কৰিব পাৰো।"

কেলকাছে উপবেশন কৰাৰ পিচত আট্ৰিউছৰ অভিজাত পুত্ৰ সম্ৰাট আগামেমনন খঙত জাপ মাৰি উঠিল। ভয়ঙ্কৰ ক্ৰোধত তেওঁৰ অন্তৰ জ্বলি-পুৰি উঠিছিল আৰু দুচকুৰেদি জুইৰ আগুনি বাহিৰ হৈছিল। তেওঁ কালান্তক মূৰ্তি ধৰি কেলকাছক তিৰস্কাৰ কৰিলে।

তেওঁ চিঞৰি ক'লে, "অমঙ্গলীয়া জ্যোতিষী, কোনো দিনে তই মোৰ সপক্ষে এবাৰ মাতো মতা নাই। চিৰদিন তই আপদীয়া কথাৰ আগজাননী দিয়েই বং পাৱ। তোৰ ভৱিষ্যৎ-বাণী আজিলৈকে ফলিওৱা নাই। আৰু এতিয়া সৈন্য-বাহিনীৰ গণক হিচাপে তই ৰটনা কৰিছ যে উপযুক্ত মূল্যৰ বিনিময়তো মই সেই ক্ৰাইচীছ বোলা গাভৰুজনীক ত্যাগ কৰা নাই বাবেই এপলো দেৱতাই আমাক নিপীড়ন কৰিছে। ধন-বস্তুৰ পৰিমাণ লোভনীয় যদিও মই তেওঁক কিয় এৰি দিয়া নাই জান? কাৰণ মই তেওঁক মোৰ লগতে ৰাখি ঘৰলৈ লৈ যাব খুজিছো। মই তেওঁক মোৰ মহিষী ক্লাইটেম্‌নেষ্ট্ৰাতকৈয়ো অধিক ভাল পাও। তেওঁ সৌন্দৰ্যত তেওঁৰ সমকক্ষ আৰু কাম-কাজতো কোনো গুণে হীন নহয়। তথাপি মুক্তি দিলেই যদি মঙ্গল হয় তেন্তে মই তেওঁক পঠিয়াই দিবলৈয়ো অসন্মত নহয়। প্ৰজাবিলাক এইদৰে বিনষ্ট হোৱা মোৰ কাম্য নহয়। তেওঁলোক নিৰাপদে আৰু সুস্থ শৰীৰে থকাটোকে বিচাৰো। কিন্তু মোৰ কাৰণে অন্য এটি উপহাৰ সংগ্ৰহ কৰিব লাগিব। কাৰণ তাকে কৰা নহ'লে মই একেবাৰে বঞ্চিত হ'ম। সেইটো উচিত কথা নহয়। তোমালোকে নজনা নহয় যে আগতে মই যি সম্পদ লাভ কৰিছিলো, এতিয়া সেইটি পৰহস্তগত।"

বেগৱান আৰু উদাৰ হৃদয় একিলিছ জাপ মাৰি থিয় হ'ল। তেওঁ মাত লগালে, "মহাৰাজ, আমাৰ সাহসী সৈন্যসকলে আপোনাৰ অপৰিসীম লালসা চৰিতাৰ্থ কৰিবৰ নিমিত্তে এতিয়া কি উপায়েৰে নতুন বস্তু এটি সংগ্ৰহ কৰিব? আমাৰ হাতত কিবা বাৰুকৈ সম্পত্তি আছে বুলি মই জনা নাই। আমি অধিকাৰ কৰা নগৰবিলাকৰপৰা লুণ্ঠন কৰি অনা ধন-সম্পদ সকলোৱে ভগাই লৈছো

হ'ল। এবাৰ মই দিয়া ধন-সোণ এভিয়া কেনেকৈ ঘুৰাই ল'ম? বৰং, এতিয়া আপুনি দেৱতাৰ নিৰ্দেশ মানি ছোৱালীজনী ওভোতাই দিয়ক আৰু জ্যুছৰ অনুগ্ৰহত ট্ৰয়নগৰৰ প্ৰাচীৰসমূহ ভূ-পতিত কৰিব পাৰিলে বহুত গুণে বেছিকৈ আমাৰ ক্ষতি পূৰণ কৰিম।"

ৰজা আগামেমননে তৎক্ষণাৎ তেওঁৰ কথাৰ উত্তৰ দিলে, "যুৱৰাজ একিলিছ, তুমি মহান লোক। কিন্তু মোক প্ৰৱঞ্চনা কৰিব পাৰিবা বুলি নাভাবিবা। তুমি মোক মিঠা কথাৰে ভোল নিয়াব নোৱাৰা। তুমি নিজৰ সম্পত্তি নিৰাপদে ৰাখিব পাৰিবা বুলি বিশ্বাস কৰি মোক কৈছা, ছোৱালীজনী ওভোতাই দিয়ক। ন্যায্য সম্পত্তি হেৰুৱাই মই নিৰ্বাক হৈ বহি থাকিম বুলি আশা কৰিছানেকি? ই কেতিয়াও হ'ব নোৱাৰে। অৱশ্যে যদিহে সৈন্য-বাহিনীয়ে মোৰ ৰুচি অনুযায়ী এটি নতুন উপঢৌকনেৰে মোৰ ক্ষতি পূৰণ কৰে, তেনেহ'লে মোৰ ক'বলৈ একো নাই। নহ'লে মই তোমাৰ বা আয়াছৰ সম্পত্তি কাঢ়ি ল'ম নাইবা ওডিছিয়ুছৰ বস্তুতো মই হাত দিব পাৰো। আৰু সেয়ে হ'লে তোমালোক আটাইবিলাক জাঙুল খাই উঠিবা। বাৰু, পিচে-পৰেও তাৰ উপযুক্ত ব্যৱস্থা ল'ব পৰা হ'ব। সম্প্ৰতি আমি বিশেষভাৱে নিৰ্বাচিত এদল নাৱিকৰ সৈতে এখন কলীয়া জাহাজ প্ৰস্তুত কৰি সাগৰ বহিব কাৰণে কিছুমান পশু আৰু ধুনীয়া গালৰ ক্ৰাইচীছ নামৰ যুৱতী গৰাকীকো তুলি লওঁ। আমাৰ মন্ত্ৰী কেইজনমান জাহাজৰ অধ্যক্ষ হ'ব পাৰে। আয়াছ, আইডমিনিউছ, মহান ওডিছিয়ুছ আৰু তুমি এই কামৰ ভাৰ ল'ব পাৰা। আমাৰ ভিতৰত তুমিয়েই অতি পৰাক্ৰমী পুৰুষ। এপল্লোৰ অনুগ্ৰহ লাভ কৰিবৰ বাবে তোমালোকেই সকলো পূজা-সেৱাৰ ব্যৱস্থা কৰা।"

ধাৱন বিশাৰদ একিলিছে তেওঁৰ কালে কঠোৰভাৱে চাই ক'লে, "নিৰ্লজ্জ প্ৰৱঞ্চক, নিজৰ কেনেকৈ লাভ হয় তাতে তোমাৰ সদায় লক্ষ্য। যুদ্ধলৈ পঠিয়াব খোজা সৈন্য-সামন্তবোৰৰ তুমি কি আনুগত্য আশা কৰিব পাৰা? ট্ৰয়নগৰৰ বৰ্শাধাৰী লোকসকলৰ লগত মোৰ কোনো শত্ৰুতা নাই। সেইবাবে মই যুদ্ধলৈ অহাও নাই। কাৰণ তেওঁলোকে মোৰ কোনো অপকাৰ কৰা নাই। ফ্ৰিয়া প্ৰদেশৰ গভীৰ উপজাকাত হোৱা দি শস্যৰ ওপৰত নিৰ্ভৰ কৰি সেই দেশৰ লোকসকলে প্ৰাণ ধাৰণ কৰে, সেই শস্য তেওঁলোকে কোনো দিনে নষ্ট কৰা নাই, মোৰ ৰাজ্যৰ কোনো গৰু-মহ তেওঁলোকে অপহৰণ কৰা নাই। কাৰণ আমাৰ ৰাজ্যত [illegible] মহাসমুদ্ৰ আৰু [illegible] পৰ্বত [illegible]। [illegible] তোমাৰ [illegible] কৰিবৰ [illegible] [illegible]

[illegible]

অস্ত্র ধাৰণ কৰিব লগা হৈছে, এই কথা তুমি একেবাৰে পাহৰি গৈছা। আৰু এতিয়া তোমাৰ নিচিনা মানুহ এজনে মোৰ কষ্টোপাৰ্জিত সম্পত্তি আত্মসাৎ কৰিবা বুলি মোক ভীতি প্ৰদৰ্শন কৰিছা। এই উপহাৰ প্ৰদান কৰি সৈন্যসকলে মোক সম্মানিত কৰিছিল। একিয়ানবিলাকে কোনো সমৃদ্ধিশালী নগৰ অধিকাৰ কৰিলে তোমালোকে লুণ্ঠিত সামগ্ৰীৰ যি বিপুল অংশ লাভ কৰা তেনে ভাগ্যতো মোৰ কোনো দিন হোৱা নাই। যুদ্ধৰ সকলো দুৰ্যোগ মই শিৰ পাতি লওঁ আৰু লুণ্ঠিত দ্ৰব্য বিতৰণৰ সময়ত তুমিয়ে সদায় আগ-ভাগ লোৱা। মই দুখে-ভাগৰে লাল-কাল হৈ ৰণক্ষেত্ৰৰপৰা উভতি আহো আৰু দুই এটা সামান্য বস্তুৰেই সন্তুষ্ট থাকিব লগা হওঁ। সেই কাৰণে মই এতিয়া ঠিয়ালৈ উভতি যোৱাই ভাল। চৰাই-ঠুঁটিয়া জাহাজত উঠি স্বদেশলৈ পাৰি দিওঁ। ইয়াত থাকি মই তোমাৰ কাৰণে সম্পত্তি সংগ্ৰহ কৰিম আৰু তাৰ বাবে তুমি মোক অপমান কৰিবা, এই কথা হ'ব নোৱাৰে।"

আগামেমননে উত্তৰ দিলে, "নোযোৱা কিয়? যাবৰ ইচ্ছা হৈছে যদি এতিয়াই ঢাপলি মেলা। মইতো তোমাক ইয়াত থাকিবলৈ কাবৌ-কোকালি কৰা নাই। মোক সন্মানৰ চকুৰে চোৱা লোকৰ অভাৱ হোৱা নাই। মন্ত্ৰণা দাতা জিয়ুছ তেওঁলোকৰ ভিতৰত অগ্ৰগণ্য। তদুপৰি ইয়াত থকা ৰজাসকলৰ ভিতৰত একমাত্ৰ তুমিয়ে মোৰ প্ৰতি অনুগত নহয়। বিক্ষোভ, উন্মত্ততা আৰু যুদ্ধ, এয়ে নহ'লে তুমি জীয়াই থাকিব নোৱাৰা; তুমি মহা পৰাক্ৰমী হ'লেনো কি হ'ব? ভগৱানেহে তোমাক সেই শক্তি দিছে। যোৱা, জাহাজত উঠি এতিয়াই সসৈন্যে স্বদেশলৈ যাত্ৰা কৰা আৰু মাৰ্মিডনবিলাকক পালন কৰাগৈ। মোৰ ওচৰত তোমাৰ প্ৰয়োজন নাই। তোমাৰ ক্ৰোধ মই অবজ্ঞা কৰো। কিন্তু এটা কথা কৈ থ'লো। মই ক্ৰাইচীছক মোৰ নিজৰ জাহাজত তুলি নাবিকসকলৰ সৈতে পঠিয়াই দিবলৈ ইচ্ছা কৰিছো। ফিবাছ এপলোৱে মোক বঞ্চিত কৰিছে। ঠিক সেইদৰেই মমো তোমাৰ কুটিৰলৈ গৈ তুমি লাভ কৰা সুন্দৰী ব্ৰিচীছক সবলে হৰণ কৰিম। একিলিছ, মই যে তোমাতকৈ অধিক ক্ষমতাশালী সেই কথাকে তোমাক সোঁৱৰাব খোজো। তোমাৰ লগতে আন মানুহেও ৰজাৰ লগত সমানে তৰ্ক কৰাৰপৰা বিৰত হ'বলৈ শিকক।"

এই সমিধান পাই একিলিছে অন্তৰত প্ৰচণ্ড আঘাত পালে। উত্তপ্ত তীক্ষ্ণ অসিৰে ৰজতাৰ মাজেদি আগবাঢ়ি গৈ আগামেমননক হত্যাই কৰিব নে এই বাবাৰুক ক্ৰোধ দমন কৰি নিজক সংযত কৰি ৰাখিব ইয়াকে ভাবি-গুণি থাকোঁতে তেওঁৰ লোমশ বুকুখনৰ ভিতৰত হৃৎপিণ্ডটোৱে তোলপাৰ লগাইছিল। এই চিন্তা অন্তৰ্দ্বন্দ্বৰ

গভীৰতাত তেওঁ ডুবি আছিল। তেওঁৰ হাতত আছিল অৰ্দ্ধ-নিষ্কাসিত খড়্গ। এনেতে শ্বেতহস্তা দেৱী হিৰীৰ আজ্ঞা পাই এথেনী তেওঁৰ ওচৰত উপস্থিত হ'ল। দুয়োজন বৰ্জাই আছিল হিৰীৰ স্নেহ-ভাজন, দুয়োৰে কাৰণেই তেওঁৰ উৎকণ্ঠাৰ সীমা নাছিল। এথেনীয়ে একিলিছৰ পিচফালে থিয় হৈ তেওঁৰ সোণালী বেণীত খামোচ মাৰি ধৰিলে। তেওঁৰ উপস্থিতি একিলিছৰ বাহিৰে আন সকলোৰে অজ্ঞাত আছিল। একিলিছে আচৰিত হৈ পিচফালে ঘূৰি চালে আৰু তৎমুহূৰ্তে পালাছ এথেনীক চিনিব পাৰিলে। তেওঁৰ দুচকুৰ দীপ্তি আছিল ভয়ঙ্কৰ। তেওঁ নিৰ্ভয় মনেৰে মাত লগালে, "ছত্ৰধাৰী জ্যুছৰ দুহিতা; তুমি কিয় ইয়ালৈ আহিলা? মহাৰাজ আগামেমননৰ দাম্ভিক আচৰণ দৰ্শন কৰিবৰ মানসেৰেনেকি? মই তোমাক স্পষ্টভাৱে কৈছো যে এই অন্যায় আচৰণৰ বাবে তেওঁ প্ৰাণ দিব লাগিব।"

প্ৰদীপ্তনয়না এথেনীয়ে উত্তৰ দিলে, "তোমালোকক সুমতি দিবৰ বাবেহে মই স্বৰ্গৰপৰা নামি আহিছো। শ্বেতহস্তা হিৰীয়ে তোমালোক দুয়োকো ভাল পায় আৰু তোমালোকৰ কাৰণে তেওঁৰ দুৰ্ভাৱনাৰ অন্ত নাই। এতিয়া আহা, এই যুদ্ধং দেহি মনোভাৱ ত্যাগ কৰা আৰু তৰোৱালৰপৰা হাতখন আঁতৰাই আনা। তাৰ সলনি বাক্য-বাণেৰে তেওঁক ক্ষত-বিক্ষত কৰা। তোমাৰ অভিপ্ৰায় তেওঁৰ আগত ব্যক্ত কৰা। মই তোমাৰ আগত এই ভৱিষ্যৎ-বাণী কৰি থ'লো যে আজি তুমি যি হেৰুৱালা, এদিন তাৰ তিনিগুণ বেছি মূল্যৰ সম্পত্তি লাভ কৰিব পাৰিবা। আমাৰ উপদেশ মতে তুমি ধৈৰ্য ধৰি থাকা।"

ধাৱনপটু একিলিছে ক'লে, "দেৱী, তোমালোক দুয়ো গৰাকীয়েই আদেশ কৰিছা যেতিয়া যিমানেই খং উঠক আমি মানিবই লাগিব। তাকে কৰা ভালো। কাৰণ যি মানুহে দেৱতাৰ কথা শুনে, দেৱতায়ো তেওঁৰ কথালৈ কাণ দিয়ে।"

ইয়াকে কৈ তেওঁ তৰোৱালখনৰ ৰূপালী নালডাল বিৰাট হাতখনেৰে মুঠি মাৰি ধৰিলে আৰু এথেনীৰ আদেশ মতে তৰোৱালখন খাপৰ ভিতৰলৈ সজোৰে ঠেলি দিলে। দেৱীয়ে অলিম্পাছত অৱস্থিত ছত্ৰধাৰী জ্যুছৰ প্ৰাসাদলৈ যাত্ৰা কৰিলে আৰু আন আন দেৱতাসকলৰ লগত যোগ দিলে।

কিন্তু একিলিছৰ খং মাৰ যোৱা নাছিল। তেওঁ পুনৰাই তীব্ৰ ব্যঙ্গ-বিদ্ৰূপেৰে আট্ৰিউছ নন্দনক ভৰ্ৎসনা কৰিলে। তেওঁ চিৎকাৰ কৰি ক'লে, "হেৰ মদমত্ত পশু, তোৰ কুকুৰৰ নিচিনা চকু আৰু হৰিণীৰ দৰে সাহস! সৈন্যসকলৰ লগত সমৰত ৰণ-ক্ষেত্ৰলৈ যাবলৈ তোৰ শক্তি নাই। অন্যান্য সেনাপতিসকলৰ সৈতে কোনো আকস্মিক আক্ৰমণত অংশগ্ৰহণ কৰিবলৈ তোৰ কলিজা নাই। এইবিলাকৰ নাক কাটিলেহে তোৰ প্ৰকৃততা বাহিৰ হ'ব। শিবিৰতে লোৱাই

থাকিলে তোৰ বহুত লাভ হয়। তোৰ মতৰ বিৰোধিতা কৰা লোকৰ বয়-বস্তু চুৰ কৰিব পাৰ আৰু প্ৰজাবিলাকক শোষণ কৰি নিজৰ শ্ৰীবৃদ্ধি কৰিব পাৰ। প্ৰজাবিলাক ইমান দুৰ্বল যে প্ৰতিবাদ কৰিবলৈ সিহঁতৰ শক্তি নাই। সিহঁত নিশকতীয়া নোহোৱা হ'লে তই ইমান উদ্ভণ্ডালি কৰিব নোৱাৰিলি হয়।

"কিন্তু শুন, মই এটা ভীষণ প্ৰতিজ্ঞা কৰিব খুজিছো। এই লাঠীডাল দেখিছনে? পাহাৰৰ গছ এজোপাৰপৰা কাটি অনাৰ পিচত ইয়াৰ ডাল-পাত পুনৰ গজিব নোৱাৰে। সকলো ডাল-পাত আৰু ছাল পৰ্যন্ত কটাৰীৰে চাঁচি পেলোৱা হ'ল। ইয়াৰ গাত আৰু কুঁহিপাত নোলায়। তথাপি জ্যুছৰ নামত জগতৰ আইন-কানুন ৰক্ষা কৰা ন্যায়ধীশসকলে এই দণ্ডডালকে হাতত লয়। এই দণ্ডডাল হাতত লৈ (ইয়াতকৈ শ্ৰেষ্ঠ প্ৰতীক আৰু কি পাম?) মই শপত খাই কৈছো যে এনে এটা দিন আহিব যিদিনা সমগ্ৰ একিয়ানসকল মোৰ অনুপস্থিতিৰ কাৰণে অনুতপ্ত হ'ব আৰু তেওঁলোকৰ শ শ লোক কৃতান্ত সদৃশ হেক্টৰৰ হাতত নিহত হোৱাৰ সময়ত তয়ো নিৰুৎসাহ আৰু নিঃসহায় হৈ পৰিবি। এই অভিযানৰ শ্ৰেষ্ঠ লোকজনক অৱমাননা কৰাৰ ফলস্বৰূপে অনুতাপত তোৰ অন্তৰ জৰ্জৰিত হ'ব।"

পেলিউছ পুত্ৰৰ বক্তব্যৰ সামৰণি পৰিল। তেওঁ সুবৰ্ণ খচিত দণ্ডডাল দলিয়াই দি আসন গ্ৰহণ কৰিলে। আট্ৰিউছ নন্দনে সিমূৰৰপৰা গৰ্জন কৰি তেওঁৰ কথাৰ সমুচিত প্ৰত্যুত্তৰ দিবলৈ প্ৰস্তুত হওঁতেই নেষ্টৰে ক্ষিপ্ৰতাৰে গাত্ৰোত্থান কৰিলে আৰু সেই মধুৰ ভাষী, উদাত্ত কণ্ঠৰ বক্তাজনৰ ভাষণে সভাত অমিয়া মাধুৰী বৰ্ষণ কৰিলে। তেওঁৰ জীৱন কালৰ ভিতৰতে পবিত্ৰ পাইলছত দুপুৰুষৰ জীৱন লীলাৰ সামৰণি পৰিছিল আৰু এতিয়া তেওঁ আছিল তৃতীয় পুৰুষৰ শাসক। সকলোৰে হিতাকাংক্ষী ৰূপে তেওঁ থিয় হ'ল আৰু ক'বলৈ ধৰিলে, "তোমালোকৰ আচৰণত সমগ্ৰ একিয়াই ব্যথিত হৈ চকুপানী টুকিছে। ৰাজনীতি আৰু ৰণ, এই দুয়োটা বিষয়তেই তোমালোক দুজন ডানানসকলৰ নেতা; এতিয়া তোমালোক দুজনৰ ভিতৰত মতানৈক্য হোৱাৰ বতৰা পালে প্ৰায়াম আৰু তেওঁৰ পুত্ৰসকল কিমান সুখী হ'ব! ট্ৰয়ৰ অধিবাসীসকল কিমান উল্লাসিত হ'ব! মোৰ কথা শুনাহঁক। তোমালোক দুয়োৰেই মোতকৈ বয়স কম। তাতোকৈয়ো গুৰুত্বপূৰ্ণ কথা হৈছে এয়ে যে পূৰ্বতে তোমালোক দুয়োতকৈয়ো অধিক গুণসম্পন্ন লোকৰ সঙ্গ লাভ কৰিবলৈ মোৰ সৌভাগ্য হৈছিল। প্ৰজা-পালক পিৰিথাছ, ড্ৰায়াছ, চিনিউছ, এক্সাড্ৰিয়াছ, দেৱপ্ৰতিম পলিফেমাছ আৰু বীৰ বুলি অভিহিত ইজিউছ পুত্ৰ থেচিউচ আদি প্ৰতিভাশালী পুৰুষসকলৰ লগতো মোৰ আলাপ-

আলোচনা হৈছিল আৰু তেওঁলোকেও মোৰ কথাত গুৰুত্ব আৰোপ কৰিছিল। তেওঁলোক আছিল জগতৰ ভিতৰতে মহাবলী লোক আৰু এটা অনাৰ্য, পাৰ্বত্য উপজাতিৰ লগত তেওঁলোকৰ সংঘৰ্ষ হোৱাত সেই উপজাতিটো একেবাৰে বিলুপ্ত হৈছিল। পাইলচত থকা মোৰ ঘৰ-দুৱাৰ এৰি থৈ মই সেই লোকসকলৰ লগত যোগ দিছিলো। তেওঁলোকৰ অনুৰোধক্ৰমে মই তেওঁলোকৰ ওচৰত উপস্থিত হ'বৰ বাবে বহু দূৰ যাব লগা হৈছিল। তেওঁলোকৰ যুদ্ধ-যাত্ৰাত মই স্বতন্ত্ৰভাৱে নিজৰ দায়িত্ব পালন কৰিছিলো। যুদ্ধত তেওঁলোকৰ সন্মুখীন হ'ব পৰা লোক আজি পৃথিৱীত নোলায়। তথাপিও তেওঁলোকে মোৰ কথালৈ কাণ দিছিল আৰু মোৰ উপদেশ মানি লৈছিল। তোমালোক দুজনেও আজি তাকে কৰিব লাগিব। তাকপৰা তোমালোকৰ কোনো ক্ষতি নহয়। আগামেমনন, তোমাৰ ৰাজপদ আৰু বিশেষ অধিকাৰৰ কথা পাহৰি যোৱা, একিলিছৰ দয়িতাক হৰণ নকৰিবা। সৈন্যসকলে তেওঁক দিয়া উপহাৰটি তেওঁ নিজৰ লগতে ৰাখক। আৰু একিলিছ, তুমি ৰজাৰ আগত ৰুদ্ৰমূৰ্তি ধৰি নাথাকিবা। জ্যুছৰপৰা লাভ কৰা ক্ষমতাৰ বলত, ৰাজদণ্ডধাৰী নৃপতি এজন বিশেষভাৱে আমাৰ সন্মান ভাজন। তোমাৰ জননী এগৰাকী দেৱী, সেই সূত্ৰে তুমি অধিক শক্তিশালী হ'ব পাৰা, তথাপি আগামেমনন শ্ৰেষ্ঠ, কাৰণ অগণন প্ৰজাক তেওঁ শাসন কৰিছে। মহাৰাজ আট্ৰিউছ নন্দন, তুষ্ট হোৱা, মই নেষ্টৰে তোমাক মিনতি কৰিছো। আমাৰ সৈন্য-বাহিনীৰ ধৰণী স্বৰূপ একিলিছৰ প্ৰতি সদয় হোৱা।"

ৰজা আগামেমননে উত্তৰ দিলে, "শ্ৰদ্ধেয় মহাশয়, আপোনাৰ কথাত কোনেও খুঁত ধৰিব নোৱাৰে। কিন্তু এই মানুহটোৱে ইয়াত প্ৰভুত্ব বিস্তাৰ কৰি সকলোৰে ওপৰত ৰজা হ'বলৈ ইচ্ছা কৰে। সি সকলোকে আজ্ঞাধীন কৰি ৰাখিব খোজে। কিন্তু কোনে তাৰ আদেশ পালন কৰিব মই ক'ব নোৱাৰো। মৃত্যুহীন দেৱতাসকলৰ দয়াত সি বেনিবা বৰ্শা নিক্ষেপ কৰাত সিদ্ধহস্ত, সেই বুলিয়েই সি অপমানসূচক ভাষা ব্যৱহাৰ কৰিব লাগেনে?"

লগে লগে একিলিছে উত্তৰ দিলে, "তই ক'লি বুলিয়েই সকলো কথা যদি মই মানি ল'বলৈ যাওঁ, তেন্তে মানুহে মোক অপদাৰ্থ আৰু কাপুৰুষ বুলি হাঁহিব। আনক তোৰ ক্ষমতা দেখুৱাবি, মোক নহয়। মই আৰু তোক নামানো। আৰু এটা কথা শুনি ৰা। এই ছোৱালীজনীৰ কাৰণে মই তোঁহতৰ লগত যুদ্ধ কৰিবলৈ নাযাওঁ। তাইক তহঁতে মোক দিছিলি আৰু তহঁতেই তাইক লৈ যাব খুজিছ। কিন্তু তাৰ বাহিৰে মোৰ কলীয়া জাহাজখনত [illegible] বস্তু আছে তাৰ এটাকো [illegible]।

অন্নেষ্টে চেষ্টা কৰি চাব পাৰ আৰু তাৰ ফলাফল কি হয় সকলোৱে দেখিবলৈ পাব। মোৰ বৰ্শাৰ আঘাতত তোৰ তেজেৰে নৈ ব'ব।"

বাক-যুদ্ধৰ অৱসান হ'লত দুয়ো গাঁত্ৰোত্থান কৰিলে আৰু সভা ভঙ্গ হ'ল। একিলিছে পেট্ৰক্লাছ আৰু অন্যান্য সহচৰসকলৰ সৈতে পৰিপাটি জাহাজ আৰু কুটীৰ অভিমুখে যাত্ৰা কৰিলে। আগামেমননে এখন বেগী জাহাজ আৰু কুৰিজন সুদক্ষ নাৱিক নিৰ্বাচন কৰি বলিৰ পশু আদি জাহাজত তুলিলে আৰু অৱশেষত সুন্দৰ কপোল বিশিষ্টা ক্ৰাইচীছক লৈ আহিল। সুচতুৰ ওডিচ্যুছ জাহাজৰ অধ্যক্ষ হ'ল আৰু সকলোটি উঠিলত সাগৰৰ ঢৌৰ মাজে মাজে চলাই দিয়া হ'ল।

ইতিমধ্যে আগামেমননৰ আদেশত সকলোটি স্নান কৰি শুচি হ'ল।

সাগৰৰ লুণীয়া পানীৰে শৰীৰ নিৰ্মল কৰি তেওঁলোকে উপকূল ভাগৰপৰা গো-মেষাদি পশু এপলোৰ উদ্দেশ্যে নিবেদন কৰিলে। সুগন্ধি ধোঁৱা পাক খাই খাই ওপৰলৈ উঠিল।

তেওঁৰ অনুচৰবিলাকে এই কৰ্তব্যবিলাক পালন কৰি থকা সময়ত আগামেমননে একিলিছৰ লগত লগা বিবাদ আৰু সমাজৰ মাজত কৰা ভীতি প্ৰদৰ্শনৰ কথা পাহৰি যোৱা নাছিল। তেওঁৰ বিশ্বস্ত অনুচৰ আৰু ঘোষক টেলথিবিয়াছ আৰু ইউৰিবেটিছক মাতি আনি ক'লে, "পেলিউছ নন্দন একিলিছৰ কুটীৰলৈ গৈ ব্ৰিচীছক ইয়ালৈ লৈ আহাঁগৈ। তেওঁ তাইক এৰি দিবলৈ অমান্তি হ'লে মই সসৈন্যে তাত উপস্থিত হ'ম আৰু তেতিয়া তেওঁৰ দশা বেয়া হ'ব।"

তেওঁ তেওঁলোকক বিদায় দিলে। তেওঁৰ কঠোৰ নিৰ্দেশ মনতে গুণা-গঁথা কৰি মানুহ দুজনে যাওঁ নাযাওঁ কৈ অনুৰ্বৰ সাগৰৰ পাৰে পাৰে যাবলৈ ধৰিলে। অৱশেষত তেওঁলোক মাৰ্মিডনবিলাকৰ 'শিবিৰত উপস্থিত হ'ল। তেওঁলোকৰ আগমনত একিলিছ বিৰক্ত হৈছিল। তেওঁৰ সমুখত উপস্থিত হোৱাৰ লগে লগে দুয়ো বৈ গ'ল। ভয় আৰু লাজে দুয়োকো হেঁচা মাৰি ধৰিছিল। কি বুলিনো তেওঁক সম্বোধন কৰিব আৰু কেনেকৈনো তেওঁক সকলো কথা ভাঙি-পাতি ক'ব তেওঁলোকে স্থিৰ কৰিব পৰা নাছিল। কিন্তু একিলিছে তেওঁলোকৰ আগমনৰ উদ্দেশ্য নোকোৱাকৈয়ে জানিব পাৰিছিল। তেওঁ নিস্তব্ধতা ভঙ্গ কৰি ক'লে, ঘোষকদ্বয়, তোমালোকে দেৱতা আৰু মানৱৰ দূত। মই তোমালোকক আদৰণি জনাইছো—ওচৰ চাপি আহা। তোমালোকৰ লগত মোৰ কোনো বিবাদ নাই। ব্ৰিচীছক নিবৰ বাবে তোমালোকক ইয়ালৈ পঠিয়াই দিয়া আগামেমননৰ লগতহে মোৰ বিৰোধ। বন্ধু পেট্ৰক্লাছ, তুমি মহিলা গৰাকীক লৈ আহি এওঁলোকৰ হাতত তুলি দিয়াহে? যদিহে একিয়ানসকলে দুৰ্বিপাকত পৰি কেতিয়াবা মোৰ সহায়ৰ

প্ৰয়োজন অনুভৱ কৰে তেন্তে দেৱতা, মানৱ আৰু সেই পাশৱিক প্ৰবৃত্তিৰ বজাৰ আগতো এওঁলোক মোৰ সাক্ষী হৈ থাকক। এই মানুহটো উন্মাদ, তাৰ যদি অকণমানো দূৰদৃষ্টি থাকে, তেনেহ'লে ইল্লাত যুদ্ধ কৰা সৈন্য-বাহিনীটোক কি কেনেকৈ ৰক্ষা কৰিব তাকে বিবেচনা কৰি চাওক।" পেট্ৰক্লাছে বন্ধুৰ নিৰ্দেশমতেই ধুনীয়া গালৰ ব্ৰিচীছক উলিয়াই আনি মানুহ দুজনক গতাই দিলে। দুয়ো অত্যাগিনী ছোৱালীজনীক লগত লৈ পাৰী পাৰী জাহাজৰ কাষে কাষে আহিবলৈ ধৰিলে।

মানুহবিলাকৰ মাজৰপৰা আঁতৰি গৈ একিলিছে চকুপানী টুকিলে। ধূসৰ সমুদ্ৰৰ উপকূলত অকলশৰে বহি তেওঁ অকূল জলধিৰ ফালে দৃষ্টি নিক্ষেপ কৰিলে। তাৰ পিচত কৰযুগল প্ৰসাৰিত কৰি তেওঁ মাতৃক প্ৰাৰ্থনা কৰি ক'লে, "জননী, তুমি দেৱী। যিহেতু তুমি মোক অন্ততঃ কিছুদিনৰ কাৰণে হ'লেও জন্ম দিছা, অলিম্পাছ-বাসী বজ্ৰপাণি জুছে মোক অলপ আদৰৰ চকুৰে চোৱা উচিত। অথচ তেওঁ মোক আট্ৰিউছ পুত্ৰ আগামেমননৰ দ্বাৰা অপমানিত হ'বলৈ এৰি দিছে। সি মই লাভ কৰা যুৱতীজনীক নিজৰ সম্ভোগৰ বাবে হস্তগত কৰিছে।"

শোকত বিহ্বল হৈ একিলিছে প্ৰাৰ্থনা কৰিলে। সমুদ্ৰৰ গৰ্ভত বৃদ্ধ পিতাকৰ সৈতে বহি থকা অৱস্থাত তেওঁৰ সম্ভ্ৰান্ত জননীয়ে তেওঁৰ প্ৰাৰ্থনা শুনিবলৈ পালে। তেওঁ ক্ষিপ্ৰ গতিৰে সমুদ্ৰৰ ধূসৰ জলৰাশিৰ মাজৰপৰা অদৃশ্যভাৱে ওলাই আহিল আৰু ক্ৰন্দনৰত পুত্ৰৰ কাষত বহি তেওঁৰ গাত হাত বুলাই সুধিলে, "মোৰ সোণ, চকুপানী কিয় টুকিছা? তোমাক কিহে কষ্ট দিছে? তুমি তোমাৰ শোক গোপন কৰি নাৰাখি মোকো তাৰ ভাগ দিয়া।"

ক্ষিপ্ৰচৰণ একিলিছে গভীৰভাৱে হুমুনিয়াহ কাঢ়ি ক'লে, "তুমি নজনা নহয়, সেই কাৰণে মই কিয় তোমাৰ আগত সেইবিলাক কথা ক'ব লাগে? আমি থিবিলৈ গৈ ইটিয়নৰ পবিত্ৰ নগৰী অধিকাৰ কৰিলো। সমস্ত লুণ্ঠিত সামগ্ৰী হস্তগত হোৱাৰ পিচত যথাযথভাৱে সেইবিলাক বিতৰণ কৰা হ'ল। ধূসৰ কপোল বিশিষ্টা ক্ৰাইচীছক বিশেষ উপঢৌকন হিচাপে আট্ৰিউছ পুত্ৰলৈ আগবঢ়োৱা হ'ল। পিচত ধনুৰ্দ্ধৰ দেৱতা এপলোৰ পূজাৰী ক্ৰাইচেছ স্বৰ্ণ [illegible]-শস্ত্ৰৰে সজ্জিত একিয়ানসকলৰ জাহাজত উপস্থিত হ'লহি। তেওঁৰ উদ্দেশ্য আছিল জীয়েকক মুক্ত কৰা। অপাৰ ধন-ৰত্ন তেওঁ লৈ আহিছিল আৰু তেওঁৰ হাতত আছিল এপলোৰ জপ-মালা বিজড়িত স্বৰ্ণ দণ্ড। একিয়ান সকলে সৈন্য-বাহিনীক তেওঁ অনুনয় বিনয় কৰিলে আৰু প্ৰধানতঃ আট্ৰিউছৰ পুত্ৰ অধিনায়কদ্বয়ক সকাতৰে প্ৰাৰ্থনা জনালে। [illegible]

মনঃপুত নহ'ল। তেওঁ পূজাৰীজনক কঠোৰভাৱে সতৰ্ক কৰি বিদায় দিলে। বুঢ়া মানুহজন খঙত জলি-পকি ঘৰলৈ গ'ল। কিন্তু তেওঁৰ প্ৰাৰ্থনা এপলোৰ কাণত নপৰাকৈ নাথাকিল। পূজাৰীজন আছিল তেওঁৰ স্নেহৰ পাত্ৰ। তেওঁ আৰ্গিভ সৈন্য-বাহিনীৰ ওপৰত বিষাক্ত শৰ বৰষিবলৈ ধৰিলে। ইতস্ততঃ অৱস্থিত শিবিৰসমূহৰ ওপৰত অবিৰাম শৰ বৃষ্টিৰ ফলত অসংখ্য লোকে প্ৰাণ হেৰুৱালে। অৱশেষত এপলোৰ মনোভাৱ অৱগত হোৱা এজন ভৱিষ্যত-দ্ৰষ্টাই আমাৰ আগত এই ৰহস্য ব্যাখ্যা কৰিলে। মই তৎক্ষণাত উঠি সকলোকে দেৱতাজনৰ সন্তুষ্টি বিধান কৰিবলৈ ক'লো। মোৰ কথা শুনি আগামেমনন অতিশয় ক্ৰুদ্ধ হ'ল। জাপ মাৰি থিয় হৈ তেওঁ মোক ভয় দেখুৱাবলৈ ধৰিলে, এতিয়া তেওঁ তেওঁৰ ভাবুকি কাৰ্যকৰী কৰি তুলিছে। উজ্জ্বল দৃষ্টিসম্পন্ন একিয়ানসকলে নানাবিধ উপচাৰেৰে সৈতে কন্যাগৰাকীক জাহাজত তুলি ক্ৰাইছিলৈ লৈ গৈছে। ইফালে দুজন ৰাজদূতে অলপতে সৈন্যসকলে মোক উপহাৰ দিয়া ব্ৰিচীছ নামৰ যুৱতীজনীৰ সৈতে ইয়াৰপৰা ৰাওনা হৈছে।

"সেই কাৰণে কওঁ, তোমাৰ ক্ষমতা আছে যদি তোমাৰ পুতেৰক এতিয়া ৰক্ষা কৰা। অলিম্পাছলৈ যাত্ৰা কৰা আৰু কেতিয়াবা যদি কথাৰে বা কামেৰে জ্যুছৰ প্ৰীতিভাজন হ'ব পাৰিছিলা, তেন্তে পূৰ্বৰ কথা সোঁৱৰাই তেওঁক প্ৰাৰ্থনা কৰিবা। তাহানিখন পিতাৰ ঘৰত থাকোতে কোৱা শুনিছিলো যে এবাৰ অলিম্পিয়া নিবাসী হিৰী, পছাইডন আৰু পালাছ এথেনীয়ে জ্যুছক বন্দী কৰিবলৈ ষড়যন্ত্ৰ কৰিছিল। সেই দুৰ্দশাৰপৰা তুমিয়ে তেওঁক ৰক্ষা কৰিছিলা। তুমি তুৰন্তে এশখন হাত থকা ৰাক্ষস এটাক সুউচ্চ অলিম্পাছলৈ মাতি পঠিয়াইছিলা। সেই ৰাক্ষসটো দেৱতাসকলৰ মাজত ব্ৰিয়াৰিউছ আৰু মনুষ্যসমাজত ইজিয়ন বুলি জনাজাত। সি পিতাকতকৈ অধিক শক্তিশালী। অতুলনীয় বিক্ৰম প্ৰকাশ কৰি ক্ৰনছ নন্দনৰ ওচৰত সি বহি থাকিল আৰু ফলত মহিমাময় দেৱতাসকলে জ্যুছক নিৰ্বিবাদে এৰি থৈ ভয়ত পলায়ন কৰিলে।

"এতিয়া তুমি তেওঁৰ কাষত বহি তেওঁৰ চৰণ দুটি সাবটি ধৰি সেই কথা সোঁৱৰাই দিয়া। পাৰা যদি তেওঁক ট্ৰয়বাসীসকলক সহায় কৰিবলৈ সন্মত কৰোৱা, যাতে তেওঁলোকে একিয়ানবিলাকক জাহাজৰ কাষলৈ ঠেলি নি সাগৰৰ পাৰত কোনোফালে পলাই যাব নোৱাৰাকৈ আবদ্ধ কৰি হত্যা কৰিব পাৰে। তেতিয়াহে তেওঁলোকে যজাৰ যোগ্যতা বুজি পাব পাৰিব আৰু আত্ৰিউছ তনয় সম্ৰাট আগামেমননে সৰ্বশ্ৰেষ্ঠ লোকজনক অপমান কৰি কি নিবুদ্ধিতাৰ পৰিচয় দিলে উপলব্ধি কৰিব পাৰিব।

কান্দি কান্দি ঠিটিছে ক'লে; "মোৰ পোনা, মোৰ সোণ, ইয়ালৈকে মই মোৰ দুৰ্ভগীয়া ল'ৰাটোক তুলি-তালি ডাঙৰ কৰিলোনে? বিধাতাই তোমাক বেছি দিন আয়ুস দিয়া নাই, সেই কাৰণে সিহঁতে তোমাক আমনি নকৰি জাহাজতে সুখেৰে থাকিবলৈ দিব লাগিছিল। কিন্তু এতিয়া দেখিবলৈ পাইছো যে তোমাৰ কপালত অকাল মৃত্যুৰ বাহিৰেও আৰু অনেক দুৰ্ভোগ আছে। তোমাৰ জন্ম দিনটো নিশ্চয় অশুভ আছিল। তথাপিয়ো মই অলিম্পাছৰ বৰফাবৃত শিখৰলৈ গৈ বজ্ৰ নিয়ন্ত্ৰক জ্যুছক সকলো ভাঙি-পাতি ক'ম আৰু তেওঁৰ মনটো কোমলাব পাৰো নে নোৱাৰো চেষ্টা কৰি চাম। ইতিমধ্যে তুমি একিয়ানসকলৰ লগত হোৱা বিবাদৰ সামৰণি নেপেলাই আৰু যুদ্ধত অংশ গ্ৰহণ নকৰি সুদৃঢ় জাহাজবিলাকৰ কাষতেই থাকা। অৱশ্যে তোমাক কথা এটা কৈ যাওঁ। ইথিয়পিয়া দেশৰ লোকসকলে আয়োজন কৰা ভোজ এটাত যোগ দিবলৈ জ্যুছে সমুদ্ৰ যাত্ৰা কৰিছে আৰু দেৱতাসকলো তেওঁৰ লগত গৈছে। কিন্তু বাৰদিনৰ ভিতৰতে তেওঁ উভতি আহিব আৰু তুমি নিশ্চিত হৈ থাকা, মই তেতিয়াই তেওঁৰ ব্ৰঞ্জ-নিৰ্মিত প্ৰাসাদলৈ গৈ তেওঁৰ চৰণত পৰিমগৈ। তেওঁ মোৰ কথা শুনিব বুলিয়েই মোৰ বিশ্বাস হৈছে।"

ঠিটিছে বিদায় ল'লে। সদ্‌বংশজাত দৰিজাৰ বিৰহত কাতৰ একিলিছ তাতে থাকিল। ইতিমধ্যে ওডিচ্যুছ আৰু তেওঁৰ সঙ্গীসকল পূজাৰ সম্ভাৰৰ সৈতে ক্ৰাইছিত উপস্থিত হ'ল। বন্দৰৰ গভীৰ পানীত উপস্থিত হৈ তেওঁলোকে পালখন সোলোকাই জাহাজৰ খোলটোত জাপি থ'লে আৰু জাহাজখন পাৰত লগাই লঙৰ পেলালে। জাহাজখন বছীৰে কট-কটীয়াকৈ বান্ধি পাৰৰ লগত সংলগ্ন কৰাৰ পিচত তেওঁলোক নামি গ'ল। ইতিমধ্যে বলিৰ পশুবিলাকো নমোৱা হ'ল আৰু অৱশেষত জাহাজৰপৰা ক্ৰাইচীছেও অৱতৰণ কৰিলে। সুচতুৰ ওডিচ্যুছে তেওঁক বেদীৰ ওচৰলৈ লৈ গৈ পিতাকৰ হাতত সমৰ্পণ কৰিলে।

তেওঁ ক'লে, "ক্ৰাইচেছ, নৃপতি আগামেমননৰ আদেশ মতে মই জীয়েৰাক তোমাৰ হাতত গতাই দিছো আৰু দানানসকলৰ হৈ আনুষ্ঠানিকভাৱে এপলোক পূজা কৰিবলৈ প্ৰস্তুত হৈছো। মই আশা কৰো যে দানান সৈন্য-বাহিনীৰ মাজত মৰকম সৃষ্টি কৰা ধনুৰ্ধাৰী দেৱতাজন আমাৰ প্ৰতি সুপ্ৰসন্ন হ'ব।" এই বুলি তেওঁ যুৱতী গৰাকীক পিতাকৰ হাতত সমৰ্পণ কৰিলে। পিতাকেও মৰম কৰি পাই জীয়েকক আদৰি নিলে।

[illegible] সুনিৰ্মিত [illegible]
[illegible]

উৰ্দ্ধবাহু হৈ তেওঁলোকৰ হৃকে উচ্চ স্বৰে প্ৰাৰ্থনা কৰি ক'লে, "হে ৰূপালী ধেনুৰ দেৱতা, ক্ৰাইছি আৰু পৱিত্ৰ চিল্লাৰ ৰক্ষক, হে টেনিডছৰ সৰ্বশক্তিমান অধীশ্বৰ, তুমি মোৰ পূৰ্বৰ প্ৰাৰ্থনা সদয় হৈ শুনিছিলা। মোৰ অনুৰোধ অৱজ্ঞা নকৰি তুমি এ্‌কিয়ান সৈন্যসকলক নিৰ্বাতন কৰিছিলা। এতিয়া মোৰ এই দ্বিতীয় আবেদন ৰক্ষা কৰা। মাৰাত্মক যন্ত্ৰণাৰপৰা ডানানসকলক উদ্ধাৰ কৰা।" বৃদ্ধৰ এই প্ৰাৰ্থনা ফিবাছ এপলোৰ কৰ্ণ-গোচৰ হ'ল।

প্ৰাৰ্থনাৰ অন্তত তেওঁলোকে হাতত থকা শস্যবিলাক চাৰিওফালে সিঁচি দিলে আৰু পশুবিলাকৰ নেলু কাটি ছাল বখলিয়ালে। তাৰ পিচত পিৰাৰ মঙহ কাটি চৰ্বীৰে মেৰিয়াই ওপৰত কেঁচা মঙহ জাপি দিলে। মঙহৰ এই অংশবিলাক বৃদ্ধ পূজাৰীজনে হোমাগ্নিত দাহ কৰিলে আৰু ৰঙা মদ ঢালি দিলে। হাতত পাঁচডলীয়া শলা লৈ যুৱকসকলে তেওঁক বেৰি ধৰিলে। পিৰাবিলাক পোৰা হ'লত তেওঁলোকে অলপ মুখত লৈ বাকী অংশ টুকুৰা-টুকুৰ কৰি খৰিকাত দিলে আৰু ভালদৰে সিজিলত উলিয়াই আনিলে।

তেওঁলোকৰ পূজা-সেৱা শেষ হ'লত ভোজনৰ আয়োজন কৰা হ'ল আৰু সকলোটি পৰম আগ্ৰহেৰে খাবলৈ বহিল। সকলোৱে সমানে ভাগ পাইছিল। তেওঁলোকৰ খোৱা-বোৱা শেষ হোৱাৰ পিচত প্ৰধান পৰিচাৰকসকলে এটা বৃহৎ ভৃঙ্গাৰত মদিৰা প্ৰস্তুত কৰিলে আৰু প্ৰথমে সকলোৰে পিয়লাত অলপ অলপ ৰাকি দি গ'ল। পিচত সকলোৱে হেপাহ পলুৱাই খালে। দিনটোৰ বাকী থকা সময়ছোৱাত এ্‌কিয়ান যোদ্ধাসকলে দেৱতাৰ সম্মানাৰ্থে সঙ্গীতৰ আয়োজন কৰিলে আৰু এটি শুৱলা গীতেৰে তেওঁৰ গুণানুকীৰ্তন কৰিলে। গীতটি শুনি এপলো অতিশয় আনন্দিত হ'ল।

সূৰ্য অস্ত গ'ল। আন্ধাৰ হোৱাৰ লগে লগে তেওঁলোকে জাহাজ বান্ধি থোৱা ৰছীবিলাকৰ কাষতে বাগৰ দিলে। কিন্তু উষাদেৱীৰ আগমনত পূৰ আকাশে হেঙুলীয়া ৰোল ধৰোতেই তেওঁলোকে ধনুৰ্দ্ধৰ দেৱতাজনৰ অনুগ্ৰহত বলা এজাক অনুকূল বতাহৰ সুযোগ লৈ এ্‌কিয়ান শিবিৰলৈ জাহাজ মেলি দিলে। মাস্তুল তুলি শুকুলা পাল তৰি দিয়াৰ পিচত বতাহৰ খুন্দাত পালখন ওফন্দি উঠিল। সন্মুখভাগত ঢৌবিলাকে আঘাত কৰাৰ ফলত হিচ্‌ হিচ্‌ শব্দ হৈছিল আৰু জাহাজখনে ক্ৰমাৎয়ে পূৰ্ণগতি লাভ কৰি তৰঙ্গিত সমুদ্ৰৰ জলৰাশি ফালি চলি গৈছিল। এইদৰে তেওঁলোকে আহি বিৰাট এ্‌কিয়ান শিবিৰত উপস্থিত হৈ [illegible] জাহাজখন [illegible] লৈ গ'ল আৰু [illegible] টোকা পদি [illegible]

থ'লে। সেই কাম শেষ হোৱাৰ পিচত তেওঁলোক নিজৰ থকা ঠাইলৈ উভতি গ'ল।

ইমান সময় পেলিউছ কুমাৰ সুদক্ষ ধাবক একিলিছ জাহাজৰ ওচৰতে খঙত অলি-পকি আছিল। তেওঁ ৰণত যোগ দিয়া দূৰৰ কথা য'ত সুখ্যাতি অৰ্জন কৰিবলৈ সুচল, তেনেকুৱা সভা-সমিতি আদিতো অংশ গ্ৰহণ কৰা নাছিল। অসীম ক্ৰোধ আৰু বক-লিজা পোষণ কৰি তেওঁ য'তে আছিল ত'তে থাকিল।

এঘাৰ দিন পাৰ হৈ গ'ল আৰু দ্বাদশ দিনৰ দিনা প্ৰত্যুষতে চিৰজীৱী দেৱতাসকল জ্যুছৰ নেতৃত্বত পূৰ্ণপয়োভৰেৰে অলিম্পাছলৈ উভতি আহিল। পুতেকৰ নিৰ্দেশ স্মৰণ কৰি ঠিটিছে সমুদ্ৰগৰ্ভ ত্যাগ কৰি শূন্যলৈ উৰি গ'ল আৰু অলিম্পাছত উপস্থিত হ'লগৈ। তেওঁ সৰ্বদ্ৰষ্টা জ্যুছক অলিম্পাছৰ সৰ্বোচ্চ শিখৰত বহি থকা দেখা পালে। তেওঁ তেওঁৰ কাষ চাপি বাওঁ হাতেৰে জ্যুছৰ চৰণ আঁকোৱালি ধৰিলে আৰু সোঁ হাতেৰে তেওঁৰ থুঁতৰি স্পৰ্শ কৰিলে। এই দৰে তেওঁ ক্ৰনছ নন্দনক প্ৰাৰ্থনা জনালে, "পিতা জ্যুছ, যদি মই কেতিয়াবা কথাৰে বা কামেৰে আপোনাক যথাযথভাৱে সেৱা কৰিব পাৰিছোঁ, তেন্তে আপুনি মোৰ এটা অনুৰোধ ৰক্ষা কৰক। মোৰ সন্তানটিৰ প্ৰতি আপুনি সুপ্ৰসন্ন হওক। তেওঁৰ অকাল মৃত্যু নিৰ্ধাত। তাতে আকৌ এতিয়া নৃপতি আগামেমননে তেওঁৰ প্ৰতি শত্ৰুতাচৰণ কৰিছে। তেওঁ তেওঁৰ সম্পত্তি অপহৰণ কৰি আত্মসাৎ কৰিছে। হে অলিম্পিয়াৰ ন্যায়াধিপতি, মোৰ পুত্ৰৰ প্ৰতি কৰা এই অবিচাৰৰ শাস্তি বিধান কৰক। একিয়ানসকলে তেওঁক উপযুক্ত সন্মান দেখুৱাই সম্পূৰ্ণ ক্ষতি পূৰণৰ ব্যৱস্থা নকৰা পৰ্যন্ত ট্ৰয়বাসীসকল ৰণত অপৰাজেয় হওক।"

মেঘ-নিয়ন্ত্ৰকে কোনো উত্তৰ নিদি বহুত সময় নীৰৱে ব'ল। ঠিটিছেও সিমান সময় তেওঁৰ ভৰিত ধৰি থাকিল। অৱশেষত তেওঁ পুনৰ মিনতি কৰি ক'লে, "মোৰ প্ৰাৰ্থনা মঞ্জুৰ কৰি মূৰ দোঁৱাওক। অন্যথা মোৰ অনুৰোধ উপেক্ষা কৰিলেও আপোনাৰ একো ক্ষতি নহয়। তেতিয়া মযো বুজি পাম যে মোৰ সমান অপদাৰ্থ দেৱতা আৰু কোনো নাই।"

মেঘ-স্ৰষ্টা জ্যুছ বিচলিত হ'ল। তেওঁ চিঞৰি উঠিল, "কি বিপদ! তোমাৰ কাৰণে মই হিৰীৰ লগত কাজিয়া কৰিব লগা হ'ব। এই বিষয়ে তেওঁৰ পাকি-পাকলি মই সদায়ে শুনিব লগা হয়। কোনো কাৰণ নোহোৱাকৈয়ে তেওঁ আতাক-দেৱতাসকলৰ আগত [illegible] পক্ষপাতী বুলি লোক বহুতে কাৰণ [illegible] কৰি থাকে। [illegible]

দেখিব পাৰে! এই বিষয়ে মই যিমানখিনি কৰিব পাৰো কৰিম। কিন্তু তোমাক পতিয়ন নিয়াবৰ কাৰণে মই মূৰ দোঁৱাইছো। কাৰণ দেৱতাসকলে ইয়াতকৈ অধিক কাৰ্যকৰী প্ৰতিশ্ৰুতি আশা কৰিব নোৱাৰে। মই মূৰ দুপিয়াই এবাৰ কোনো কথা দিলে সেই কথাৰ কেতিয়াও লৰচৰ হ'ব নোৱাৰে।"

এই বুলি কৈ জ্যুছ নতমস্তক হ'ল। দেৱৰাজৰ মৃত্যুহীন শিৰৰপৰা সুধা সুৰভিত অলকৰাশি খছি পৰিল। সুউচ্চ অলিম্পাছ কম্পমান হ'ল!

এই সিদ্ধান্তত উপনীত হোৱাৰ পিচত দুয়ো দুয়োৰপৰা বিদায় ল'লে। দীপ্যমান অলিম্পাছৰপৰা ক্ষিপ্ৰ গতিৰে নামি গৈ ঠিটিছে সমুদ্ৰৰ লৱণাক্ত গৰ্ভত প্ৰবেশ কৰিলে। জ্যুছ নিজৰ প্ৰাসাদত উপস্থিত হ'ল। মহান জনকৰ প্ৰতি সম্মান প্ৰদৰ্শন কৰি দেৱতাসকলে আসন ত্যাগ কৰিলে। তেওঁ ওচৰ চাপি যোৱাৰ সময়ত নিজৰ আসনত বহি থাকিবলৈ কাৰো সাহস নাছিল। তেওঁৰ ফালে চোৱা মাত্ৰকে হিৰীয়ে বুজিব পাৰিলে যে জ্যুছে বৃদ্ধ সমুদ্ৰদেৱৰ কন্যা শ্বেতচৰণা ঠিটিছৰ লগত কিবা গোপন মন্ত্ৰণা কৰি উভতি আহিছে। তেওঁ ততালিকে জ্যুছক ভৰ্ৎসনা কৰি ক'লে, "পৰম প্ৰতাৰক, কোন দেৱীৰ সৈতে লগলাগি তুমি ষড়যন্ত্ৰত লিপ্ত হৈছা? মই পিঠি দিলেই নিজৰ ইচ্ছা মতে কাম-কাজ কৰাত ব্যস্ত হৈ পৰাই তোমাৰ স্বভাৱ। তুমি উপযাচি মোক কেতিয়াও সেইবিলাক কথাৰ ভাগ নিদিয়া।"

দেৱতা আৰু মানৱৰ পিতৃ পুৰুষে উত্তৰ দিলে, "হিৰী, মোৰ সকলোবিলাক সিদ্ধান্ত তোমাৰ আগত প্ৰকাশ কৰা সম্ভৱ নহয়। সেই আশা নকৰিবা মোৰ সহধৰ্মিণী হ'লেও তুমি সহ্য কৰিব নোৱাৰিব পাৰা। সেই কাৰণে নজনাই ভাল। অৱশ্যে যি কথা তুমি জনা উচিত, সেই কথা তোমাতকৈ আগতে আন কোনো দেৱতা মনুষ্যই গম নাপাব। কিন্তু যি কথা মই দেৱতাসকলৰ আগত ব্যক্ত কৰা অনুচিত বুলি বিবেচনা কৰো তেনে কথাত লাগি তুমি মোক এইদৰে জেৰা কৰাৰপৰা বিৰত হ'বা।"

বৃষভ-নেত্ৰা কুঁৱৰীয়ে ক'লে, "ক্ৰনছৰ ভীতি সঞ্চাৰক সন্তান, তুমি কিহৰ বিষয়ে উদুকিয়াইছা? তুমি নিশ্চিতভাৱে জানা যে প্ৰশ্ন সুধি তোমাৰ বিৰক্তি-ভাজন হোৱা মোৰ স্বভাৱ নহয়। সদায় তুমি স্বাধীনভাৱে নিজ সিদ্ধান্তত উপনীত হ'ব পাৰিছা, মইতো কোনো দিনে তাত হস্তক্ষেপ কৰা নাই। কিন্তু এতিয়া মোৰ এটা অভ্ৰান্ত ধাৰণা হৈছে যে তুমি বৃদ্ধ সমুদ্ৰদেৱৰ দুহিতা, শ্বেতচৰণা ঠিটিছৰ লগত কিবা আলোচনা কৰিলা। আজি ৰাতিপুৱা তেওঁ তোমাৰ ওচৰত আঁঠু ধৰি বহি আছিল। সেইকাৰণে মই বুজিব পাৰিছো যে তুমি একিলিছক

সহায় কৰিবা আৰু একিয়ানবিলাকক জাহাজতে জাহ যাবলৈ এৰি দিবা। এই বিষয়ে তুমি ঠিটিছক প্ৰতিশ্ৰুতি দিছা।"

মেঘ-নিয়ন্ত্ৰকে উত্তৰ দিলে; "মহোদয়া, তোমাৰ ভাবনাৰ সীমা-সংখ্যা নাই। ময়ো তোমাৰপৰা কোনো কথা গোপনে ৰাখিব নোৱাৰো। কিন্তু তোমাৰ লাভ কি হ'ব? তোমাৰ প্ৰতি মই আৰু বিৰূপ হ'ম আৰু কষ্ট ক্ষতি হ'ব তোমাৰেই। তুমি কোৱা মতেই যদি সকলো সত্য হয়, তুমি নিশ্চিন্ত হ'ব পাৰা যে সেয়া মোৰ অভিপ্ৰেত। মোৰ নিৰ্দেশ মানি নীৰৱে বহি থাকা, নহ'লে অলিম্পাছৰ কোনো দেৱতা মোৰ দুৰ্দ্ধৰ্ষ কৱলৰপৰা তোমাক উদ্ধাৰ কৰিবলৈ সক্ষম নহ'ব।"

ইয়াকে শুনি অৱবাহুতীৰ বৃষভ-নেত্ৰা অধীশ্বৰী বেপমানা হৈ নিজকে সংযত কৰি নীৰৱ হ'ল। স্বৰ্গৰ অন্যান্য দেৱতাবৰ্গও আতঙ্কিত হৈ পৰিছিল। জ্যুছৰ প্ৰসাদত নিস্তব্ধতা বিৰাজ কৰিলে। অৱশেষত সুদক্ষ কাৰিকৰ হিফিষ্টাছে মাকৰ বাবে উৎকণ্ঠিত হৈ মাত লগালে, "ভাল বিপদত পৰিলো। তোমালোক দুয়ো মানুহৰ কথাত লাগি এইদৰে কেপেৰি পাতি দেৱতাবিলাকৰ মাজত অশান্তিৰ সৃষ্টি কৰিবা আৰু আমি সকলো সহি সামৰি থাকিব লাগিব। এনে এটা অৱস্থাত খোৱা-বোৱা কৰিবলৈনো কাৰ পেটৰ ভোক থাকিব? আইৰ ভাল-বেয়া বাছ-বিচাৰ কৰিব পৰা শক্তি আছে। মই তেওঁক এটা উপদেশ দিব খোজো। তেওঁ পিতা জ্যুছৰ লগত মিট-মাট কৰক। নহলে তেওঁ আকৌ এজোলোকা গালি খাব পাৰে আৰু আমাৰ ভোজন পৰ্বও পণ্ড হ'ব। যদি স্বৰ্গৰ সৰ্বশ্ৰেষ্ঠ দেৱতা, বজ্ৰাধিপতি জ্যুছে বহি থাকোঁতেই আমাক ইয়াতে শেষ কৰি থয়, তেতিয়ানো কৰিবলৈ কি আছে? নহয় আই, তুমি নম্ৰতাৰে ক্ষমা প্ৰাৰ্থনা কৰা, আৰু সেয়ে হ'লে অলিম্পাছৰ অধিপতিজন পুনৰ আমাৰ প্ৰতি সদয় হ'ব।"

এই বুলি হিফিষ্টাছে আগবাঢ়ি গৈ মাকৰ হাতত এটা দুনলীয়া পাত্ৰ দি ক'লে, "আই, ধৈৰ্য ধৰি তুমি সকলো সহ্য কৰা। মই তোমাক ভাল পাওঁ। তেনেস্থলত তোমাক ইয়াত প্ৰহাৰ কৰা দেখা পালে মোৰ কেনেকুৱা অৱস্থা হ'ব? সেই বীভৎস দৃশ্য দেখা পালেও মই তোমাক অকণমানো সহায় কৰিব নোৱাৰিম। কাৰণ জ্যুছৰ বিৰোধিতা কৰিবলৈ মোৰ সাধ্য নাই। এবাৰ মই তোমাক বচাবলৈ চেষ্টা কৰোঁতে মোৰ কি গতি হ'ল নাজানা জানো? তেওঁ মোৰ ভৰি এটাত ধৰি মোক স্বৰ্গৰ দুৱাৰমুখৰপৰা দলি মাৰি পঠিয়ালে। দিনৰ দিনটো শূন্যতে ওপঙি ফুৰি গধূলি বেলিকা মই আধা মৰা হৈ লেমনছত পৰিলোহি। তাতে চিণ্টিয়ানবিলাকে মোক তুলি নি আলপৈচান কৰিলে।"

এই কথা শুনাৰ পিছত শ্বেতহস্তা হিৰীৰ মুখত হাঁহি বিৰিঙিল। পুত্ৰেকৰ হাতৰপৰা পাত্ৰটো লওঁতেও তেওঁৰ হাঁহি মাৰ যোৱা নাছিল। হিফিষ্টাছে সুধা ভাণ্ড এটাৰপৰা সুস্বাদু অমৃত লৈ বাওঁ ফালৰপৰা সকলোকে বিলাই দিলে। কক্ষটোৰ এমূৰৰপৰা সিমূৰলৈ খৰখেদাকৈ যোৱা হিফিষ্টাছৰ অঙ্গি-ভঙ্গি চাই সুখী দেৱতাসকলে হাঁহিৰ কোবত অসহায়ভাৱে চৰ্‌চৰণি খাইছিল।

সন্ধিয়া পৰলৈকে গোটেই দিনটো খোৱা-বোৱা চলিল। সকলোৱে সমানে ভাগ পাইছিল আৰু পৰম তৃপ্তিৰে ভোজন কৰিছিল। এপলোৱে সুৰিয়াকৈ বীণা বজাইছিল আৰু দেৱীসকলে শুৱলা গীত গাইছিল। কিন্তু সূৰ্যৰ উজ্জ্বল আলোকৰ অৱসান হোৱাৰ লগে লগে খঞ্জ-দেৱতা হিফিষ্টাছে নিপুণ হাতেৰে নিৰ্মাণ কৰা শাৰী শাৰী অট্টালিকালৈ গৈ তেওঁলোকে নিজ নিজ শয্যা গ্ৰহণ কৰিলে। বজ্ৰাধিপতি অলিম্পিয়ান জ্যুছেও বিশ্ৰাম লাভৰ মানসেৰে স্বৰ্ণ-সিংহাসনৰ দেৱী হিৰীৰ সৈতে উপৰি ভূমিস্থ শয়ন কক্ষত প্ৰৱেশ কৰিলে।

## দুই

## ৰণ-সজ্জা

সেই ৰাতি স্বৰ্গৰ দেৱতা আৰু মৰ্ত্তৰ সৈনিকসকলৰ সুখ-নিদ্ৰাত কোনো ব্যাঘাত হোৱা নাছিল যদিও জ্যুছৰ চকুত টোপনি নাছিল। তেওঁ কেনেকৈনো একিলিছৰ ন্যায্য দাবী মানি লৈ জাহাজত থকা গ্ৰীকসকলৰ ধ্বংস সাধন কৰিব পাৰিব তাকে চিন্তা কৰি আছিল। অৱশেষত আগামেমননক এটি অলীক স্বপ্নেৰে প্ৰতাৰিত কৰাই উৎকৃষ্ট উপায় হ'ব বুলি তেওঁ সিদ্ধান্ত কৰিলে। তেওঁ স্বপ্নৰ দেৱতাক আহ্বান কৰি আদেশ দিলে "দুঃস্বপ্ন, তুমি তুৰন্তে একিয়ান জাহাজলৈ যাত্ৰা কৰা। আট্ৰিউছ তনয় আগামেমননৰ কুটীৰত উপস্থিত হৈ মোৰ নিৰ্দেশ অলপো লৰচৰ নকৰাকৈ পালন কৰিবা। দীৰ্ঘ-কেশী একিয়ানসকলক অবিলম্বে ৰণৰ বাবে প্ৰস্তুত কৰিবলৈ তেওঁক ক'বা। ব্যাপক ট্ৰয়নগৰী অধিকাৰ কৰাৰ সুবৰ্ণ সুযোগ সমাগত। কাৰণ আমি অমৰাৱতীৰ দেৱতাসকলে সেই বিষয়ে দ্বিমত নহওঁ। হিৰাৰ সনিৰ্বন্ধ মিনতিয়ে আমাৰ চকু মুকলি কৰিছে। ট্ৰয়বাসীসকলৰ মৃত্যু সন্নিকট।"

জ্যুছৰ আদেশ শুনি স্বপ্নৰ দেৱতা বাওনা হ'ল। তেওঁ শীঘ্ৰে একিয়ান তৰীসমূহ পাই ৰজা আগামেমননক বিচাৰি উলিয়ালে। সেই সময়ত তেওঁ গভীৰ নিদ্ৰাত নিমগ্ন আছিল। ৰজাৰ অতি বিশ্বাসী মন্ত্ৰী নেলিউছৰ নন্দন নেষ্টৰৰ বেশত স্বপ্নদেৱে তেওঁৰ শিতানত অলপ হাউলি তেওঁক ৰাজকীয় সম্ভ্ৰমেৰে সম্বোধন কৰি ক'লে, "তুমি শুই আছা? বিজন লোকৰ ওপৰত এটি জাতিৰ দায়িত্ব ন্যস্ত হৈছে, বিজনৰ মানসিক উৎকণ্ঠাৰ সীমা নাই, তেনে এজন লোক এইদৰে ওৰে ৰাতি নিদ্ৰামগ্ন হৈ থকা অনুচিত। মোৰ কথালৈ মনোযোগ দিয়া। জ্যুছে মোক তোমাৰ ওচৰলৈ প্ৰেৰণ কৰিছে। তেওঁ তোমাৰ কাৰণে চিন্তিত হৈ পৰিছে। তুমি তেওঁৰ অনুকম্পাৰ পাত্ৰ। তুমি তুৰন্তে সৈন্যসকলক যুদ্ধৰ কাৰণে প্ৰস্তুত কৰাটোকে তেওঁ ইচ্ছা কৰে। ব্যাপক-ট্ৰয়নগৰী হস্তগত কৰাৰ এয়ে প্ৰকৃত সময়। এই বিষয়ে অমৰাৱতীৰ অধিবাসীসকল দ্বিমত নহয়। হিৰাৰ প্ৰাৰ্থনাত তেওঁলোকে মত পৰিবৰ্তন কৰিছে। ট্ৰয়বাসীসকলৰ ধ্বংস অনিবাৰ্য। এই কথা মনত ৰাখিবা আৰু সাৰ পাই যাতে পাহৰি নোযোৱা তাৰ বাবে সাৱধান হ'বা।"

এই বুলি কৈ স্বপ্নদেৱে প্ৰস্থান কৰিলে। [illegible] এটি প্ৰত্যাশাপূৰ্ণ ছবি ৰজাৰ স্মৃতি-পটত ৰৈ গ'ল। [illegible] তেওঁ সেই দিনাই [illegible] নগৰ অধিকাৰ কৰিবলৈ সমৰ্থ হ'ব বুলি [illegible] কৰিলে। [illegible]

বুজিব অগোচৰ আছিল। ভীষণ যুদ্ধৰ ফলত দুয়ো পক্ষৰ কি ভয়ঙ্কৰ যন্ত্ৰণা আৰু হাঁহাকাৰ হ'ব তেওঁ ভাবিব পৰা নাছিল। নিদ্ৰা-ভঙ্গ হোৱাৰ সময়ত সেই দৈৱ-বাণী তেওঁৰ কৰ্ণ-কুহৰত মুখৰিত হৈ আছিল। তেওঁ বিচনাত উঠি বহিল আৰু এসাজ নতুন ধুনীয়া কাপোৰ পিন্ধি এখনি উত্তৰীয় গাত মেৰিয়াই ল'লে। গুৰনী ভৰিত এযোৰ মজবুত চটিজোতা বান্ধি কান্ধত এখন ৰূপ খটোৱা তৰোৱাল আঁৰি লৈ, পুৰুষানুক্ৰমে ব্যৱহৃত হৈ অহা ৰাজদণ্ড হাতত ল'লে আৰু ব্ৰঞ্জৰ অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ সৈন্যবাহিনী থকা জাহাজবিলাকৰ ফালে যাবলৈ ধৰিলে।

উষাদেৱীয়ে অলিম্পাছৰ উচ্চ শিখৰ ৰঞ্জিত কৰি জ্যুছ প্ৰমুখ্যে দেৱতা-সকলৰ কাৰণে নৱপ্ৰভাতৰ সূচনা কৰিলে। সেই মুহূৰ্ত্ততে আগামেম্‌ননে দীৰ্ঘকেশী একিয়ানসকলক সভা প্ৰাঙ্গণত সমবেত হ'বৰ কাৰণে আহ্বান কৰিবলৈ উদাত্ত কণ্ঠৰ ঘোষকসকলক আদেশ দিলে। ঘোষকসকলে ৰাজ-আহ্বান উচ্চৈঃস্বৰে প্ৰচাৰ কৰাৰ পিছত সৈন্যসকলৰ সমাগম আৰম্ভ হ'ল। প্ৰথমে পাইলছৰাজ নেষ্টৰৰ জাহাজৰ কাষত ৰাজমন্ত্ৰীসকলৰ এখন গোপন সভা বহিল। সকলোটি উপস্থিত হোৱাৰ পিছত তেওঁ এটি সূক্ষ্ম পৰিকল্পনা মন্ত্ৰীসকলৰ আগত প্ৰকাশ কৰিলে। তেওঁ ক'লে, "বন্ধুসকল, টোপনিত অচেতন হৈ থাকোতে মই এটি স্বপ্ন দেখিলো। গহীন ডুপৰ ৰাতি সাইলাখ নেষ্টৰৰ ৰূপ ধৰি স্বৰ্গৰপৰা নামি অহা স্বপ্ন-দেৱতা মোৰ কাষত উপস্থিত হ'ল আৰু ৰাজ পদবীৰে সম্বোধন কৰি মোক ক'লে, 'তুমি শুই আছা? যিজন শাসকৰ ওপৰত এটা জাতিৰ দায়িত্ব ন্যস্ত হৈছে, যিজনৰ মানসিক উৎকণ্ঠাৰ সীমা নাই, তেনে এজন লোক এইদৰে ওৰে ৰাতি নিদ্ৰামগ্ন হৈ থকা অনুচিত। মোৰ কথালৈ মনোযোগ দিয়া, জ্যুছে মোক তোমাৰ ওচৰলৈ প্ৰেৰণ কৰিছে। তেওঁ তোমাৰ কাৰণে চিন্তিত হৈ পৰিছে। তুমি তেওঁৰ অনুকম্পাৰ পাত্ৰ। সৈন্যবাহিনীক তুৰন্তে যুদ্ধৰ কাৰণে প্ৰস্তুত কৰাটোকে তেওঁ কামনা কৰে। ব্যাপক ট্ৰয়নগৰী হস্তগত কৰাৰ এয়ে প্ৰকৃত সময়। এই বিষয়ে অমৰাৱতীৰ অধিবাসীসকল দ্বিমত নহয়। হিৰীৰ প্ৰাৰ্থনাৰ ফলত তেওঁলোকে মত পৰিবৰ্তন কৰিছে। ট্ৰয়বাসীসকলৰ ধ্বংস অনিবাৰ্য, মোৰ কথা মনত ৰাখিবা।' ইয়াকে কোৱাৰ পিছত তেওঁ উৰা মাৰিলে আৰু মই সাৰ পালো। সেই কাৰণে আমি যুদ্ধৰ আয়োজন কৰিব লাগে। কিন্তু প্ৰথমতে মই সৈন্যসকলক পৰীক্ষা কৰি চাব খোজো। তাত মোৰ সম্পূৰ্ণ অধিকাৰ আছে। মই তেওঁলোকক সুনিৰ্মিত জাহাজবিলাকত উঠি স্বদেশাভিমুখে গমন কৰিবলৈ আমন্ত্ৰণ কৰিম। আপোনালোকে তেতিয়া নিজ নিজ ঠাইৰপৰা তেওঁলোকক ৰাখিবলৈ অনুৰোধ কৰিব।"

আগামেম্‌ননে আসন গ্ৰহণ কৰিলে আৰু বালিময় পাইলছৰ অধিপতি নেষ্টৰে থিয় হৈ ৰাজভক্ত পৰামৰ্শদাতা হিচাপে নিজৰ মতামত ব্যক্ত কৰিলে। তেওঁ মাত লগালে, "বন্ধুসকল, আৰ্গিভৰ সেনাপতি আৰু মন্ত্ৰণাদাতাসকল, আমাৰ দেশৰ আন এজন লোকে এনে এটা সপোনৰ কথা কোৱা হ'লে আমি অবিশ্বাস কৰিবলৈ খল থাকিল হয়। কিন্তু কথা হৈছে, এই সপোন দেখা মানুহজন আমাৰ অধিনায়ক। সেই কাৰণে মই প্ৰস্তাৱ কৰো যে আমি তুৰন্তে সৈন্যসকলক যুদ্ধৰ বাবে প্ৰস্তুত কৰিব লাগে।"

নেষ্টৰে ইয়াকে কৈয়েই সভাৰপৰা আঁতৰি যোৱাৰ উপক্ৰম কৰিলে। বাকী ৰাজদণ্ডধাৰী নৃপতিসকলেও সম্মানিত সামন্তজনৰ ইংগিত মানি লৈ নিজ নিজ আসনৰপৰা উঠি গ'ল। ইতিমধ্যে জাহাজ আৰু কুটীৰবিলাকত বাস কৰা সৈন্যসকলে দলে দলে সাগৰৰ বালিৰ ওপৰেদি সামৰিকভাৱে কুচ-কাৱাজ কৰি সভাস্থলীলৈ আগবাঢ়ি আহিছিল, কোপোলা শিল এটাৰপৰা জাকে জাকে গুণ-গুণাই উৰি অহা মৌমাখি বিক্ষিপ্তভাৱে বাসন্তী ফুলৰ ওপৰত পৰাৰ দৰেই তেওঁলোক ওলাই আহিছিল। জ্যুছৰ দূত উৰা-বাতৰি তেওঁলোকৰ মাজত বন-জুইৰ দৰে বিয়পি পৰিল আৰু তাৰ প্ৰভাৱতে তেওঁলোক সভাপ্ৰাঙ্গণত উপস্থিত হ'ল। এতিয়া সভাস্থলীত এটা বিশৃঙ্খল অৱস্থাৰ সৃষ্টি হ'ল। তেওঁলোকৰ ভৰ পৃথিবীয়ে সহ্য কৰিব নোৱাৰা যেন হ'ল, এই হুলস্থুলৰ মাজতো নজন ঘোষকৰ মাত শুনিব পৰা হৈছিল। তেওঁলোকে সমবেত লোকসকলক হাই-উৰুমি নকৰি নেতৃবৃন্দৰ কথা কাণ পাতি শুনিবৰ বাবে অনুৰোধ কৰিছিল। ভালেমান সময় এইদৰে বাক-বিতণ্ডা কৰাৰ পিছত সকলোটি নিজ নিজ আসনত বহিল আৰু কথা পতা বন্ধ কৰিলে। এনেকুৱাতে আগামেম্‌নন থিয় হ'ল। তেওঁৰ হাতত আছিল এডাল ৰাজদণ্ড। স্বয়ং হিফিষ্টাছে এই ৰাজদণ্ড নিৰ্মাণ কৰি ক্ৰনছ নন্দন জ্যুছক দিছিল। জ্যুছে দিলে পথ-প্ৰদৰ্শক দৈত্যহন্তা হাৰ্মিছক। হাৰ্মিছৰপৰা এই ৰাজদণ্ড লাভ কৰে মহাৰথী পেলপ্‌ছে আৰু তেওঁৰপৰা এই বস্তুটি প্ৰজাপালক আট্ৰিউছৰ হস্তগত হয়। আট্ৰিউছৰ মৃত্যুৰ পিছত পশু-সম্পত্তিৰে সমৃদ্ধ ঠাইষ্টিছে এই দণ্ডডাল লাভ কৰে আৰু তেওঁৰপৰাই আগামেম্‌ননৰ হাতলৈ যায়। আৰ্গিভ আৰু দ্বীপ-দ্বীপান্তৰ জুৰি থকা সাম্ৰাজ্যৰ প্ৰতীক ৰূপে তেওঁ এই ৰাজদণ্ড গ্ৰহণ কৰে। এই দণ্ডডালতে লাহেকৈ ভৰ দি আগামেম্‌ননে আৰ্গিভসকলক সম্বোধন কৰি ক'লে—

"সাহসী বন্ধুসকল আৰু ডানান সেনাবৃন্দ, আপোনাসকলৰ আগত মই প্ৰকাশ কৰিবই লাগিব যে ক্ৰনছ নন্দন মহান জ্যুছে মোক নিদাৰুণভাৱে আঘাত কৰিছে। এই নিষ্ঠুৰ দেৱতাজনে এবাৰ মোক প্ৰতিশ্ৰুতি দিছিল যে ইলিয়ামৰ দুৰ্গসমূহ ধূলিস্যাৎ হোৱাৰ পূৰ্বে মই স্বদেশলৈ উভতি যাব নালাগে। কিন্তু

এতিয়া তেওঁ মত পৰিবৰ্তন কৰিছে। প্ৰায় অৰ্দ্ধেক সৈন্য ৰণত নিহত হোৱাৰ পিছত তেওঁ মোক পৰাজয়ৰ গ্লানিৰে আৰ্গছলৈ উভতি যাবলৈ আদেশ দিছে। অপৰাজেয় জ্যুছে অনেক নগৰৰ উচ্চ প্ৰাচীৰ ধ্বংস কৰিছে, ভৱিষ্যতে হয়তো আৰু অনেক ধ্বংস কৰিব। তেওঁ যে সৰ্বশক্তিমান তাৰ প্ৰমাণ স্বৰূপে তেওঁ এই সিদ্ধান্তত উপনীত হৈছে। কিন্তু আমাৰ এনে বিৰাট আৰু সুদক্ষ সৈন্যবাহিনীয়ে অপেক্ষাকৃত-ভাৱে দুৰ্বল শত্ৰুৰ লগত নিষ্ফল আৰু অমীমাংসিতভাৱে যুদ্ধ কৰিব লগা হ'ল। ইয়াতকৈ আৰু অধিক কলঙ্কৰ কাহিনী, কি হ'ব পাৰে? আমাৰ অধস্তন পুৰুষে আমাৰ এই অকৃতকাৰ্যতাৰ কথা কি বুলি ভাবিব? শত্ৰু পক্ষক মই দুৰ্বল বুলি অভিহিত কৰিছো; কাৰণ আমি ট্ৰয়ৰ অধিবাসীসকলৰ সৈতে যুদ্ধ বিৰতিৰ চুক্তি কৰি যদি উভয় পক্ষৰ সৈন্য সংখ্যা গণনা কৰিবলৈ লওঁ আৰু যদি একোজন ট্ৰয়বাসীয়ে আমাৰ একোটি সৈন্য গোটক মদিৰা পৰিবেশন কৰিবলৈ সন্মত হয়, তেন্তে আমাৰ পক্ষৰ ভালেমান সৈন্য গোটেই মদিৰা পৰিবেশনকাৰীৰপৰা বঞ্চিত হ'ব। নগৰত বাস কৰা একমাত্ৰ ট্ৰয় নাগৰিকসকলৰ লেখ ল'লে আমাৰ সংখ্যা বহুত বেছি। কিন্তু দুৰ্ভাগ্যবশত: তেওঁলোকক সহায় কৰিবলৈ অন্য দেশৰপৰা অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত লোক আহিছে। আৰু এই মিত্ৰ পক্ষৰ বাবেই ট্ৰয় নগৰ অধিকাৰ কৰাৰ সকলো প্ৰচেষ্টা ব্যৰ্থ হৈছে। নটা গুৰুত্বপূৰ্ণ বছৰ পাৰ হৈ গ'ল। আমাৰ জাহাজবিলাকৰ কাঠবোৰ পচিছে, ৰছীবিলাকো ছিগি গৈছে। আমাৰ পুত্ৰ-পৰিবাৰে ঘৰত আমাৰ কাৰণে বাট চাই আছে। ইতিমধ্যে যি উদ্দেশ্যে আমি ইয়ালৈ আহিছিলো, সিয়ো সফল হোৱা নাই। সেই কাৰণে সকলোৱে মোৰ এই সঙ্কেতৰ সুযোগ লোৱা। মই কওঁ জাহাজত উঠি আমি সকলোৱে স্বদেশলৈ পাৰি দিওঁ। ট্ৰয়ৰ ৰাজপথ আমি অধিকাৰ কৰিব নোৱাৰিম।"

মন্ত্ৰণা সভাত যোগ দিয়া মুষ্টিমেয় লোককেইজনৰ বাহিৰে সেই সমাজত থকা সকলোৰে অন্তৰ আগামেম্‌নৰ কথাই স্পৰ্শ কৰিলে। ডাৱৰীয়া বতৰত দক্ষিণ-পূব দিশৰপৰা বলা প্ৰবল বতাহত আইকাৰিয়ান সাগৰৰ জলৰাশি তৰঙ্গিত হোৱাৰ দৰে, নতুবা পছোৱা বতাহৰ প্ৰচণ্ড আঘাতত পথাৰত থকা শস্যৰ আগবিলাক দোঁ খাই যোৱাৰ দৰে সমবেত লোকসকল সজাগ হৈ পৰিল। তেওঁলোকে গিৰ্জনি মাৰি জাহাজৰ ফালে ঢপলিয়াই যাবলৈ ধৰিলে। ভৰিৰ খোজত উৰা ধূলিৰে গোটেইখন ধুঁৱলী-কুঁৱলী হ'ল। তেওঁলোকে ইজনে সিজনক চিঞৰি চিঞৰি অনুকূল সমুদ্ৰৰ বুকুলৈ জাহাজবিলাক টানি টানি নিবৰ বাবে আহ্বান জনালে। জাহাজৰ তলিৰপৰা ঢোকাবোৰ গুচাবলৈও কিছুমান সচেষ্ট হ'ল। ঘৰলৈ উভতি যোৱাৰ হুৰামুৰাত হোৱা সিহঁতৰ কোলাহল স্বৰ্গ পৰ্যন্ত মুখৰিত হ'ল।

এই সময়ত হিৰীয়ে এথেনীৰ কাণে কাণে এষাৰ কথা ক'লে আৰু ফলত আৰ্গিভসকলৰ স্বদেশ যাত্ৰাৰ অভাৱনীয় প্ৰস্তুতি তল পৰিল। তেওঁ ক'লে, "ছত্ৰধাৰী জ্যুছৰ নিদ্ৰাবিমুখ দুহিতা, দেখিছো অৱস্থা বৰ শোচনীয়। হেলেনক উদ্ধাৰ নকৰাকৈয়ে এই মানুহবিলাক আৰ্গছলৈ যাবলৈ ওলাইছে, আমি সিহঁতক এইদৰে যাবলৈ দিয়া উচিত নহয়। অনেক স্বদেশবাসীয়ে তেওঁৰ কাৰণে ট্ৰয় ভূমিত প্ৰাণ বিসৰ্জন দিলে। এতিয়া তেওঁক তাতে এৰি থৈ গ'লে প্ৰায়াম আৰু ট্ৰয়বাসীসকলে অহঙ্কাৰ কৰিব পাৰিব। তুমি সজাগ হোৱা আৰু ব্ৰঞ্জৰ অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত একিয়ানসকলক তোমাৰ বাকপটুতাৰে যাত্ৰাৰপৰা বিৰত কৰা। প্ৰতিজনৰ ওচৰলৈ গৈ হ'লেও উচিত ব্যৱস্থা লোৱা। চাবা, যাতে সিহঁতে ধেনু-ভিৰীয়া জাহাজবিলাক পানীলৈ লৈ যাব নোৱাৰে।"

প্ৰদীপ্তনয়না এথেনী অনিচ্ছুক নাছিল। তেওঁ অলিম্পাছৰ উচ্চ শিখৰৰ-পৰা বায়ুবেগে নামি আহিল আৰু একিয়ান জাহাজবিলাকৰ ওচৰতে দেৱতাৰ দৰে বুদ্ধিমান ওডিচ্যুছক স্থিৰ হৈ থিয় হৈ থকা দেখা পালে। তেওঁ মৰমৰ কলীয়া জাহাজখন স্পৰ্শও কৰা নাছিল। তেওঁৰ হিয়া ভাগি গৈছিল। প্ৰদীপ্তনয়না এথেনীয়ে তেওঁৰ ওচৰ চাপি ক'লে, "ৰজা লাৰ্টিছৰ পুত্ৰ সুচতুৰ ওডিচ্যুছ, তোমা-লোকে হেলেনক ইয়াতে এৰি থৈ এইদৰে জাহাজত উঠি পলাই যাবলৈ উদ্যত হৈছা নহয় জানো? তেতিয়া প্ৰায়াম আৰু তেওঁৰ প্ৰজাবিলাকে তাকে লৈ গৰ্ব কৰিব পাৰিব। অথচ সেই হেলেনৰ কাৰণে কত আৰ্গিভে সাত সমুদ্ৰ পাৰ হৈ আহি ট্ৰয়ৰ উপকূলত প্ৰাণ হেৰুৱালে। ইয়াত এইদৰে চুচুক্-চামাক্ কৰি নাথাকিবা, আহা, সৈন্যবিলাকৰ মাজলৈ যোৱা আৰু নিজস্ব বাগ্মীতাৰে সিহঁতক বিৰত কৰা; প্ৰতিজনৰ ওচৰলৈ গৈ হ'লেও উপযুক্ত ব্যৱস্থা লোৱা। চাবা, যাতে সিহঁতে ধেনুভিৰীয়া জাহাজবিলাক পানীলৈ লৈ যাব নোৱাৰে।"

ওডিচ্যুছে দেৱী এথেনীক চিনি পালে। তেওঁ তেতিয়াই লৰ মাৰি গ'ল। তেওঁ গাৰপৰা সোলোকাই পেলোৱা কাপোৰখন ইঠাকাৰপৰা তেওঁৰ লগত অহা অনুচৰ ইউৰিবেটিছ নামৰ ঘোষকজনে সামৰি ল'লে। তেওঁ পোনে পোনে আগা-মেম্‌ননৰ ওচৰ পাই আট্ৰিউছ বংশৰ ৰাজদণ্ডডাল খুজি ল'লে আৰু ব্ৰঞ্জৰে সজ্জিত সৈন্যসকলৰ মাজে মাজে জাহাজবিলাকৰ কাষলৈ যাবলৈ ধৰিলে। ৰাজবংশৰ উচ্চ পৰ্যায়ৰ কোনো লোকক লগ পালেই তেওঁ তেওঁক বিৰত কৰিবলৈ বিনীতভাৱে চেষ্টা কৰি চাইছিল। "মহোদয়, আপোনাক মই সাধাৰণ মানুহৰ দৰে ভয় দেখুৱাৰ খোজা নাই। কিন্তু মই আপোনাক কাকুতি কৰিছো আপুনি স্থিৰ হৈ থাকক আৰু আপোনাৰ অনুচৰবিলাককো তাকে কৰিবলৈ কওক। আগামেম্‌ননৰ অভিপ্ৰায়

আপুনি বুজিব পৰা নাই। তেওঁ মানুহবিলাকক পৰীক্ষা কৰিহে চাব খুজিছে। তেওঁ শীঘ্ৰে বল প্ৰয়োগ কৰিবলৈ বাধ্য হ'ব। তেওঁ মন্ত্ৰীসভাত কি কৈছিল আমি সকলোৱে জনা নাছিলোনে? মোৰ আশঙ্কা হৈছে যে তেওঁ খঙত সৈন্যবিলাকক শাস্তি দিব পাৰে। ৰজাবিলাক দৈৱ-গুণসম্পন্ন। তেওঁলোকৰ যথেষ্ট গৰ্বও আছে। মন্ত্ৰণাদাতা জ্যুছে তেওঁলোকক সমৰ্থন কৰে আৰু অনুগ্ৰহ দেখুৱায়।"

তল খাপৰ সৈনিকবিলাকৰ লগত তেওঁৰ ব্যৱহাৰ আছিল বেলেগ। কোনো-বাই উত্তৰ দিবলৈ উদ্যত হ'লে তেওঁ তাক দণ্ডডালেৰে মাৰ সোধাই গালি পাৰি কৈছিল, "হেৰৌ, তাতে মনে মনে বহি থাক। তোৰ সেনাপতিৰ আদেশলৈ বাট চা। তই হৈছ কাপুৰুষ আৰু দুৰ্বল। তোৰ সেনাপতিবিলাক তোতকৈ বহুত ওখ খাপৰ। তই কিমানৰ মানুহ? যুদ্ধ বা তৰ্ক একোতেই তোৰ হাত নাই। আমি সকলোবিলাকেই ৰজা হ'ব নোৱাৰো। হৈ-চৈ কৰা মানুহ কিছুমানে শাসন চলাব নোৱাৰে। ক্ৰনছ নন্দন-ক্ৰুৰ জ্যুছ যাক নিযুক্ত কৰিছে তেৱেঁই আমাৰ একমাত্ৰ ৰজা আৰু অধিনায়ক হওক।"

এইদৰে সুশৃঙ্খল অৱস্থা এটাৰ সৃষ্টি কৰি ওডিচ্যুছে মানুহবিলাকক বশ কৰিলে। আৰু এতিয়া সিহঁতে সমদলে তৰীসমূহৰ ওচৰতে থকা কুটীৰবিলাকৰ পৰা সভা প্ৰাঙ্গণলৈ যাত্ৰা কৰিলে। সুদীৰ্ঘ সমুদ্ৰ সৈকতত উত্তাল তৰঙ্গৰাশিয়ে আঘাত কৰোতে মহাসমুদ্ৰৰ গৰ্জনে যেনেকৈ দশোদিশ মুখৰিত কৰে, ঠিক সেইদৰে তুমুল নিনাদ কৰি সিহঁত আগবাঢ়ি গৈছিল।

সকলোটি নিজ নিজ আসনত বহাৰ পিছত নিস্তব্ধতা বিৰাজ কৰিলে। কিন্তু এটা মানুহ নীৰৱে থাকিবলৈ অসম্মত হ'ল। সি আছিল অদম্য ঠাৰছাইটিছ। ৰজাসকলক উত্যক্ত কৰিবলৈ ইচ্ছা গ'লে সি অসাৰ অশ্লীল আৰু অমাৰ্জিত বচনেৰে ৰগৰ তুলিব পাৰিছিল। সাধাৰণ সৈন্যবিলাকে এইবিলাক কথা শুনি বৰ আমোদ পাইছিল। ইলিয়ামলৈ অহা মানুহবিলাকৰ ভিতৰত সিয়েই সকলোতকৈ কুৎচিত আছিল। তাৰ ভৰি দুটা আছিল ফেৰেকা, তাৰো এটা খোৰা। তাৰ কান্ধ দুটা বেঁকা হৈ ঘূৰি গৈ বুকুৰ ওপৰত লাগো লাগো হৈছিল। মূৰতো আছিল ডিম্বাকৃতিৰ। তাতো দুডাল এডাল চুলিহে আছিল। একিলিছ আৰু ওডিচ্যুছ আছিল তাৰ লক্ষ্য আৰু সেই বাবে তেওঁলোকে তাক একেবাৰে দেখিব নোৱাৰিছিল। কিন্তু এতিয়া সি সদাশয় আগামেম্ননক আক্ৰমণ কৰি উচ্চৈঃস্বৰে তিৰস্কাৰ কৰিলে। যি সময়ত সৈন্যসকল ৰজাৰ প্ৰতি কষ্ট হৈ আছিল, ঠিক সেই ক্ষণটোৱে সি সুযোগ ল'লে।

ৰজাৰ ফালে চাই সি ভৰ্ৎসনাৰ সুৰত ক'লে, "মহাৰাজ, আকৌনো কি অভাৱৰ মিলিল? আপুনি আৰু কি বিচাৰিছে? আপোনাৰ ঘৰৰ ভিতৰত ব্ৰঞ্জ আদি

ধাতু ভৰি আছে। কোনো নগৰ অধিকাৰ কৰিলে আপুনিয়েই বয়-বস্তুৰ আগ-ভাগ লয়। গতিকে আপোনাৰ ঘৰত অনেক শুৱনী শুৱনী তিৰোতাও আছে। ট্ৰয়ৰ কোনোবা ডা-ডাঙৰীয়াৰ সতি-সন্ততি ইয়াত বন্দী হৈ থাকিলে ল'ৰাৰ মুক্তি বিচাৰি তেওঁলোকে অনেক ধন-সোণ লৈ আহে। তেওঁলোকক ময়ে আপোনাৰ ওচৰত ভেটোহি, নহ'লে আন কোনোবায়ো আনে। তেনে ধৰণেৰে অৰ্জিব পৰা ধন-সোণ আপোনাৰ হাতত পৰা নাইনেকি? বোধহয় আপোনাক আৰু এটি ছোৱালী নিজৰ ৰবীয়াকৈ লগা হৈছে? কিন্তু এনে ধৰণৰ অভ্যাসৰ খাতিৰত সৈন্যবিলাকক বিপদৰ ফালে ঠেলি দিয়া আপোনাৰ পক্ষে অনুচিত। আৰু তোমা-লোক, তোমালোকক মই মতা মানুহ বুলি গণ্য নকৰোঁ, তোমালোকক তিৰোতা বুলিলেও মোক দোষে চুব নোৱাৰে। তোমালোক একেবাৰে অপদাৰ্থ। আমি যিকোনো উপায়েৰে ঘৰলৈ জাহাজ মেলি দিওঁহক আৰু এই আপদটোৱে লুটি পুটি অনা বস্তুবোৰ খাই-বৈ শকত হৈ ইয়াতে থাকক। তেতিয়াহে সি গম পাব যে সৈন্য-সামন্তবিলাকৰ অবিহনে সি কিমানৰ মানুহ! কিয়, অল্প আগতে সি একিলিছক অপমান কৰিছে। অথচ একিলিছ মানুহ হিচাপে তাতকৈ বহুত ওপৰৰ। একিলিছৰ ভাগত পৰা গাভৰুজনী সি কাঢ়ি লৈ গৈ নিজৰ লগত ৰাখিছে। কিন্তু ইমান সহজে একিলিছৰ ধৈৰ্যচ্যুতি নহয়। তেওঁ বহুত সময় সহি সামৰি থাকিব পাৰে। নহ'লে আপোনাৰ কাৰণে কথা বিষমেই হ'লহেঁতেন মহাৰাজ।"

ঠাৰছাইটিছে অধিনায়ক আগামেম্‌ননক এইদৰে তিৰস্কাৰ কৰি থকা সময়তে মহান ওডিছ্যুছে তাৰ ওচৰলৈ গৈ কঠোৰ চাৱনিৰে তাৰ ফালে চালে। তেওঁ মানুহটোক ধমক দি ক'লে, "ঠাৰছাইটিছ, কথা কোৱাত তোৰ পাৰ্গতালি থাকিব পাৰে, কিন্তু যথেষ্ট হৈছে। হেৰৌ, অধামূৰ্খ, তই কি সাহত এইদৰে ৰজা এজনক টান কথা শুনাইছ? আট্ৰিউছৰ পুতেক দুজনৰ লগত ইলিয়ামলৈ অহা লোক-সকলৰ ভিতৰত মোৰ মতে তয়ে অতি অধম। ঘৰলৈ উভতি যোৱাৰ আশাত, তই এইদৰে ৰজাসকলক নিন্দা কৰা উচিত হোৱা নাই। আমাৰ ভৱিষ্যৎ অনিশ্চিত। আমি জয়লাভ কৰি ঘৰলৈ উভতিব পাৰো নে নোৱাৰোঁ কোনেও ক'ব নোৱাৰে। আমাৰ সাহসী সেনাপতিসকলে অলপো হাত নধৰাকৈ অধিনায়ক আগামেম্‌ননক অধিকৃত সামগ্ৰীৰ ভাগ দিয়ে। তাৰে সুবিধা লৈ তই এইদৰে অপমানসূচক কথা কৈছ। তাৰ বাহিৰে তোৰ কৰিবলৈ আন কাম নাই। এতিয়া ভালে ভালে মোৰ কথা শুন, মিছাকৈ ভাবুকি দেখুওৱাৰ অভ্যাস মোৰ নাই। আকৌ এনেদৰে বহুৱালি কৰা দেখা পালে মই তোক সুখেৰে নেৰিম। সকলোবিলাক কাপোৰ-কানি খুলি তোক উলঙ্গ কৰি লৈ উৰাই-ঘূৰাই পিটিম আৰু সভাৰপৰা খেদি

পঠিয়াম। জাহাজৰ ওচৰলৈ গৈ তই যিহকে পাৱ তাকে বলকি থাকিবি। ইয়াকে কৰিব নোৱাৰিলে মোৰ মূৰটো কাটি পেলাবি আৰু টেলিমেকাছক জহৰা বুলি হাঁহিবি।”

এই বুলি কৈয়েই ওডিচ্যুছে তাৰ পিঠিত দণ্ডডালেৰে প্ৰহাৰ কৰিলে। ঠাৰছাইটিছে কোঁচ-মোচ খাই কান্দিবলৈ ধৰিলে। দণ্ডডালত খটোৱা সোণৰ মণিবোৰৰ আঘাতত তাৰ পিঠিখন সেৰা-সেৰ হৈ উখহি ৰঙা হৈ পৰিল। সি ভয়তে পেপুৱা লাগি বহি থাকিল আৰু বিষত ছট্‌ফটাই অসহায়ভাৱে চাৰিওফালে চাই চকুপানী মচিলে। অসন্তুষ্ট হৈছিল যদিও বাকীবিলাকে তাৰ অৱস্থা দেখি হাঁহি সামৰিব নোৱাৰিলে। এজন মানুহে ওচৰৰজনৰ ফালে চাই ক’লে, “বেচ্ কৰিছে ; নিখুঁত আঁচনিবোৰেই হওক নাইবা সেনাপতি হিচাপে কৰা যুঁজবিলাকেই হওক, ওডিচ্যুছে কৰা কামবিলাকত তেওঁৰ কৃতিত্ব ওলাই পৰে। কিন্তু এই অহো-বলিয়াটোৰ মুখখন বন্ধ কৰাটো অতি যোগ্য কাম হৈছে। ইয়ালৈ আহি বজাঁক গালি পাৰিবলৈ ঠাৰছাইটিছৰ কলিজা নহ’ব।”

সমবেত ৰাইজৰ অভিমত এই দৰেই ব্যক্ত হ’ল। এইবাৰ হাতত দণ্ডডাল লৈ নগৰ বিজেতা ওডিচ্যুছ ভাষণ দিবলৈ উঠিল। এজন ঘোষকৰ ছদ্মবেশত প্ৰদীপ্ত নয়না এথেনী তেওঁৰ কাষত থিয় হ’ল আৰু যাতে আগে-পিছে বহা সকলো একিয়ানবাসীয়ে তেওঁৰ কথা শুনি তাৰ সাৰমৰ্ম উপলব্ধি কৰিব পাৰে তাৰ বাবে সকলোকে শৃঙ্খলাবদ্ধভাৱে থাকিবলৈ তেওঁ সকিয়াই দিলে। তেওঁলোকৰ স্বাৰ্থলৈ লক্ষ্য ৰাখি ওডিচ্যুছে আড়ম্বৰপূৰ্ণভাৱে বক্তৃতা আৰম্ভ কৰিলে—“মহাৰাজ আগামেম্‌নন, এটা কথা স্পষ্ট হৈ পৰিছে যে আপোনাক সমগ্ৰ বিশ্বৰ সমুখত হেয় প্ৰতিপন্ন কৰিবলৈ একিয়ানবাসীসকলে সঙ্কল্প কৰিছে। অথচ তেওঁলোকেই অশ্বচাৰণ ভূমিৰে সমৃদ্ধ আৰ্গচৰপৰা ইয়ালৈ যাত্ৰা কৰাৰ সময়ত প্ৰতিশ্ৰুতি দিছিল যে আপুনি ট্ৰয়-দুৰ্গ অধিকাৰ নকৰা পৰ্যন্ত স্বদেশলৈ উভতি যাব লগা নহ’ব। এতিয়া তেওঁলোকে সেই প্ৰতিজ্ঞা ভঙ্গ কৰিছে। শুনক, ঘৰলৈ উভতাৰ কাৰণে তেওঁলোকে কেনেকৈ কান্দি-কাটি হুৱা-দুৱা লগাইছে। তেওঁলোকৰ আচৰণ শিশু বা বিধবাৰ নিচিনা হৈছে। অৱশ্যে মই দুই কৰিব নোৱাৰো যে ইয়াত আমি যিমানখিনি কষ্ট স্বীকাৰ কৰিব লগা হৈছে, তাৰ ফলস্বৰূপে সকলোটি উদ্যমহীন হৈ পৰা স্বাভাৱিক। সুনিৰ্মিত জাহাজ এখনৰ নাবিক এজনেও শীতকালৰ বতাহ আৰু তৰঙ্গ সঙ্কুল সমুদ্ৰৰ খেলাৰ পুতলা হৈ এমাহমানৰ বাবে হ’লেও নিজৰ পৰিয়ালৰপৰা বিচ্ছিন্ন হ’ব লগা হ’লে গুজৰি-গুমৰি ছট্‌ফটাই থাকিব। অথচ আমি সুদীৰ্ঘ ন বছৰ ইয়াত কটাব লগা হৈছে। তেনেহ’লে নিৰাশভাৱে জাহাজৰ ওচৰত মূৰে-কপালে হাত দি থকা সৈন্যবিলাকক আমি কি দোষ দিম? তথাপি ইমান

দিন ইয়াত অতিবাহিত কৰি এতিয়া শুদা হাতেৰে ঘৰলৈ উভতি যোৱাটো কিমান লাজৰ কথা হ'ব! বন্ধুসকল, কিছুদিন অকণমান ধৈৰ্য ধৰি থাকা। কেলকাছৰ ভৱিষ্যৎ-বাণী ফলিয়াব নে নাই প্ৰমাণটোকে চাই লওঁ। মই কি ক'ব খুজিছোঁ তোমালোকে নিশ্চয় বুজিব পাৰিছা। যদিও তোমালোকৰ মাজৰপৰা বহুতকে মৃত্যুৱে আঁতৰাই নিলে তথাপি তোমালোকৰ বেছি ভাগেই সেই ঘটনাটো দেখা পাইছিলা। বৰ বেছি দিনৰ কথা নহয়, প্ৰায়াম আৰু ট্ৰয়বাসীসকলৰ অথন্তৰ সূচনা কৰি আমাৰ নৌ-বাহিনী আউলিছত উপস্থিত হৈছিল। এজোপা জোপোহা গছৰ তলেদি জলমলাই বৈ যোৱা নিজৰা এটাৰ পাৰত অৱস্থিত পৱিত্ৰ বেদীত আমি দেৱতাসকলক পূজা কৰিছিলো। তেনেকুৱাতে সেই গুৰুত্বপূৰ্ণ ঘটনাটো ঘটিছিল। পিঠিত তেজৰ দৰে ৰঙা আঁচ থকা এডাল সাপ বেদীটোৰ তলৰপৰা ওলাই আহি পোনে পোনে গছজোপাৰ ফালে কাঁড় যোৱাদি গৈছিল। সেই ভয়ঙ্কৰ প্ৰাণীটোক বোধকৰো জ্যুছেই গাঁতৰপৰা উলিয়াই পঠিয়াইছিল। গছজোপাৰ একেবাৰে আগৰ ডালটোত এবাহ চৰাই পোৱালি আছিল। আঠোটা আমা-ডিমা পোৱালি পাতৰ আঁৰত থকা বাহটোৰপৰা উৰি যাব পৰা হোৱা নাছিল। মাকক লৈ সিহঁতৰ সংখ্যা আছিল নটা। সিহঁতে অসহায়ভাৱে চিঁ-চিঁয়াইছিল আৰু মাকজনীয়ে ত্তপট্ পাই উৰি ফুৰিছিল। সিহঁত আটাইকেউটাকে সাপটোৱে খাই পেলালে। বাহটোৰ ওচৰ চাপি আহোতে সি মেৰপাতি মাকজনীকো থাপ মাৰি পাখিতে ধৰিলে। কিন্তু তাৰ ভোজন শেষ হোৱাৰ লগে লগে যিজন দেৱতাই তাক পঠিয়াইছিল সেই ক্ৰুৰ ক্ৰনছ নন্দনে তাক শিললৈ ৰূপান্তৰিত কৰিলে। এই অলৌকিক ঘটনাটো দেখি আমি বিস্ময় মানিলো। আমি পূজা-সেৱা কৰাৰ সময়ত এই প্ৰাণীটোৰ আগমনে কি সূচনা কৰিছিল? কেলকাছে তেতিয়াই এই উৎপাতটো ব্যাখ্যা কৰি ক'লে, 'তোমালোকৰ মাত-বোল হৰিল কিয়? বৈ পৰা চুলিৰ একিয়ানবাসীসকল, চিন্তাশীল জ্যুছে আমাৰ কাৰণেই এই ভৱিষ্যতৰ ইঙ্গিত দিয়া দৃশ্যটোৰ সৃষ্টি কৰিছে। বহুত দিন আমি বাট চাই আছো। শেষ পৰিণতিৰ কাৰণে আমি আৰু বহুত দিন অপেক্ষা কৰিব লাগিব। কিন্তু আজিৰ এই দিনটোৰ স্মৃতি কোনোদিনে বিলীন হৈ নাযায়। চৰাই পোৱালি আছিল আঠোটা, মাকক ধৰি সিহঁতৰ সংখ্যা আছিল নটা। আটাইকেউটাকে সাপে খালে। সেয়েহে আমি ন বছৰ ট্ৰয়ত যুদ্ধ কৰিব লাগিব আৰু দশম বছৰত তাৰ বিস্তীৰ্ণ ৰাজপথবিলাক আমি দখল কৰিব পাৰিম।' এয়ে আছিল কেলকাছৰ ভৱিষ্যৎ-বাণী। তেওঁ কোৱা কথা সকলো ফলিয়াইছে। স্বদেশবাসী সৈন্যসকল, প্ৰায়ামৰ নগৰ দখল অধিকাৰ নকৰা পৰ্যন্ত ইয়াৰপৰা এখোজো নাযাবলৈ মই তোমালোকক অনুৰোধ কৰিছো।"

তেওঁৰ ভাষণ শেষ হোৱাৰ লগে লগে একিয়ানসকলে দেৱতুল্য ওডিচ্যুছৰ কথা সমৰ্থন কৰি বিপুল হৰ্ষধ্বনি কৰিলে। তেওঁলোকৰ কোলাহল জাহাজবিলাকত ঠেকা খাই মেঘচন্দ্ৰে প্ৰতিধ্বনিত হ'ল।

*কিন্তু জিৰাণীয় ৰথী নেষ্টৰেৰো দেশবাসীসকলৰ আগত প্ৰকাশ কৰিবলৈ* ভালেমান কথা আছিল। তেওঁ চিঞৰি চিঞৰি ক'লে, "ইমান সময় যিবিলাক আলোচনা হ'ল তাৰপৰা স্পষ্ট ধাৰণা হয় যে তোমালোক হৈছা নিতান্ত শিশু, যুদ্ধৰ বিষয়ে তোমালোকৰ অলপো উদ্যম নাই। আমি কৰা সঙ্কল্পবিলাক দেখিছো অথলে গ'ল। তোমালোকৰ আচৰণৰপৰা এই কথা প্ৰকট হৈ পৰিছে যে আমি গভীৰভাৱে চিন্তা কৰি যুদ্ধ সম্পৰ্কে যিবিলাক কাৰ্যপন্থা হাতত লৈছিলো, মদিৰা পৰিবেশনৰ জৰিয়তে আমাৰ আনুগত্যৰ বিষয়ে যিবিলাক প্ৰতিশ্ৰুতি দিছিলো সেই সকলোবিলাক ভুৱা। আমি বৰ্তমান ব্যৱহাৰ কৰা একমাত্ৰ অস্ত্ৰ হৈছে জিভা। আমি যিমানেই কথা নাপাতো লাগে তাৰপৰা আমাৰ কোনো উদ্দেশ্য সিদ্ধি নহয়। মহাৰাজ আগামেম্নন, চিৰদিন আপুনি নিজৰ প্ৰতিজ্ঞা ৰক্ষা কৰি আহিছে। সেইদৰে এতিয়াও আৰ্গিভসকলক ধৰ্ম পথেদি পৰিচালনা কৰক। জ্যুছৰ সঙ্কেটৰ সত্যাসত্য প্ৰমাণিত হোৱাৰ আগতেই যদি আমাৰ মাজত থকা দুই-এটা বিশ্বাসঘাতকীয়ে স্বদেশ অভিমুখে জাহাজ মেলি দিবলৈ অভিসন্ধি কৰে, তেন্তে তাকে কৰি অধঃপাতে যাওক। সিহঁতৰ চেষ্টা কেতিয়াও সফল হ'ব নোৱাৰে। যিদিনা আমি ট্ৰয়বাসীসকলৰ সৰ্বনাশ সাধন কৰিবৰ উদ্দেশ্যে জাহাজত উঠিছিলো, সেই দিনাই ক্ৰনছ নন্দন, অতুল পৰাক্ৰমী জ্যুছে আমাৰ কাৰ্য সমৰ্থন কৰিছিল বুলি মোৰ দৃঢ় বিশ্বাস। আমাৰ সোঁফালে বিজুলীৰ চিক্‌মিকনি দেখা পাইছিলো। এই দৰেই তেওঁ আমাৰ ভৱিষ্যত মঙ্গলৰ জাননী দিছিল। সেই কাৰণে এতিয়া ঘৰলৈ উভতি যোৱাৰ বিষয়ে চিন্তা নকৰি সেই দিনটোৰ কাৰণে অপেক্ষা কৰা যিদিনা তোমালোক প্ৰতিজনেই ট্ৰয় নগৰত একোটিকৈ নাৰী-ৰত্ন লাভ কৰিব পাৰিবা আৰু হেলেনৰ কাৰণে আঁকোৱালি লোৱা দুখ দুৰ্গতিৰ বাবদ উপযুক্ত ক্ষতিপূৰণ পাবা। তাকে নকৰি যিজনে কলীয়া জাহাজত উঠি ঘৰমুৱা হ'বলৈ হাবিয়াস কৰে, তেওঁ বাকীবিলাকতকৈ আগতেই মৰণৰ মুখত পৰিব।"

"আৰু মহাৰাজ, আপুনি এতিয়াই আনৰ লগত পৰামৰ্শ কৰি আপোনাৰ পৰিকল্পনাটি নিখুঁত হয় নে নহয় নিশ্চিতভাৱে বিবেচনা কৰি চাওক। মোৰ উপদেশ শুনক, মোৰ বিশ্বাস আপুনি ইয়াক আওকাণ নকৰে। আগামেম্নন, আপুনি সৈন্য-বিলাকক দল-উপদলত বিভাগ কৰক, যাতে পৰস্পৰে পৰস্পৰক সহায় কৰে। এই উপায় অৱলম্বন কৰিলে আপুনি আপোনাৰ সৈন্যবাহিনীত থকা লোকসকলৰ

ভিতৰত কোন সাহসী আৰু কোন ভীৰু নিৰ্ণয় কৰিব পাৰিব। আপুনি শীঘ্ৰে এটা সত্য আবিষ্কাৰ কৰিব পাৰিব। সেইটো হৈছে ট্ৰয়নগৰ অধিকাৰ কৰাৰ পথত প্ৰতিবন্ধক কোনে অন্যায়, ভগবানে নে আপোনাৰ সৈন্যবিলাকৰ কাপুৰুষতা আৰু ৰণ নিপুণতাৰ অভাৱে।"

ৰজা আগামেম্‌ননে এই সুবিজ্ঞ ভাষণৰ বাবে নেষ্টৰক প্ৰশংসা কৰিলে। তেওঁ ক'লে, "শ্ৰদ্ধেয় মহাশয়, আপুনি পুনৰ এই বিতৰ্কত শীৰ্ষস্থান অধিকাৰ কৰিছে। হে পিতা জ্যুছ, এথেনী আৰু এপলো, এওঁৰ নিচিনা অন্ততঃ দহজন মন্ত্ৰী মোক দিয়া। সেয়ে হ'লে প্ৰায়ামৰ নগৰ একিয়ানসকলৰ দ্বাৰা অধিকৃত হৈ শীঘ্ৰে ধ্বংস-প্ৰাপ্ত হ'ব। কিন্তু ক্ৰনছ নন্দন জ্যুছে মোক যন্ত্ৰণা নিদিয়াকৈ নাথাকে। তেওঁ মোক নিষ্ফল বিবাদ-বিতৰ্কৰ লগত জড়িত কৰে। এজনী গাভৰুৰ কাৰণে মোৰ একিলিছৰ লগত কাজিয়া লাগিল। আমি দুয়ো দুয়োকে পাৰোমানে গালি-শপনি পাৰিলো। অৱশ্যে পোন প্ৰথমে ময়েই জগৰ লগালো। তেওঁৰে মোৰে মাজত পুনৰ সম্ভাৱ প্ৰতিষ্ঠিত হ'লে ট্ৰয়বাসীবিলাকে এদিনৰ বাবেও সকাহ নাপাব।

"যি হওক, এতিয়া আমি খাই-বৈ লওঁহক, তাৰ পিছত যুদ্ধ কৰিব লাগিব। বৰ্শাবিলাকত ধাৰ দিয়া, ঢালবিলাক মেৰামত কৰা; ঘোঁৰাবিলাকে খাবলৈ পাইছে নে নাই চাই-চিটি ৰথবিলাক যুদ্ধৰ কাৰণে প্ৰস্তুত কৰা। অন্ততঃ এটা দিন অবিশ্ৰান্তভাৱে ভীষণ যুঁজ-বাগৰ চলিব পাৰে। এন্ধাৰ নোহোৱালৈকে আমাৰ সংগ্ৰামৰো অৱসান নঘটে। ঢালৰ ফিটাবিলাক বুকুৰ ঘামত তিতি যাব, বৰ্শা ধৰি থাকোতে হাত অৱশ হৈ পৰিব। ৰথ টনা ঘোঁৰাবিলাক ভাগৰি পৰিব। আৰু যদিহে কোনো পলাতক লোক জাহাজৰ কাষত ধৰা পেলাওঁ তেন্তে তাৰ ৰক্ষা নহ'ব। সি পশু-পক্ষীৰ আহাৰ হ'ব।"

অলপীয়া বতাহতো শিলাময় অন্তৰীপ এটাই ঢৌৰ আঘাতৰপৰা ৰক্ষা নাপায়। তাতে যদি দক্ষিণ দিশৰপৰা ধুমুহা বতাহ আহে তেতিয়া বিক্ষুব্ধ সমুদ্ৰৰ তৰঙ্গমালাই উপকূলৰ শিলাময় উচ্চতাত খুন্দা খায় যেনেকৈ গৰজি উঠে, ঠিক সেইদৰেই আৰ্গিভসকলে তুমুল নিনাদ কৰি আগামেম্‌ননৰ বিবৃতি সাদৰেৰে সমৰ্থন কৰিলে। সভা-প্ৰাঙ্গণৰপৰা ওলাই আহি তেওঁলোকে জাহাজৰ কাষত থকা নিজ নিজ কুটিৰলৈ গ'ল আৰু অলস্ত জুইৰ পোহৰত পান-ভোজন সমাপ্ত কৰিলে। যুদ্ধক্ষেত্ৰৰপৰা যাতে প্ৰাণ লৈ উভতি আহিব পাৰে তাৰ বাবে তেওঁলোকে নিজ নিজ ইষ্ট-দেৱতাক প্ৰাৰ্থনা কৰিলে। ৰজা আগামেম্‌ননে সৰ্বশক্তিমান ক্ৰনছ নন্দনৰ উদ্দেশ্যে এটা পাঁচ বছৰীয়া নিপোটল ষাঁড় গৰু উচৰ্গা কৰিলে, আৰু সম্মিলিত

একিয়ানসকলৰ মুখ্য সেনাপতিবৃন্দক নিমন্ত্ৰণ কৰিলে। প্ৰথম আসনখন দিয়া হ'ল নেষ্টৰক। তাৰ পিছত একাদিক্ৰমে ৰজা আইডমিনিউছ, আয়াছদ্বয় আৰু টিডিউছ তনয় ডায়মিডিছে আসন গ্ৰহণ কৰিলে। ষষ্ঠ আসনখন জ্যুছৰ দৰে বিচক্ষণ ওডিচ্যুছৰ ভাগত পৰিল। তেওঁৰ ভায়েকে ভয়ংকৰ ৰণহুঙ্কাৰত অভিজ্ঞ মেনিলাছক নিয়ন্ত্ৰণ কৰাৰ প্ৰয়োজন নাছিল। ককায়েকক চিন্তা-ভাবনাই হেঁচা মাৰি ধৰা দেখি তেওঁ নিজে নিজেই সেই অনুষ্ঠানত যোগ দিছিল। বেদীৰ কেউফালে থিয় হৈ তেওঁলোকে যজ্ঞ-শস্য হাতত ললে আৰু আগামেম্‌ননে প্ৰাৰ্থনা কৰা শুনিবলৈ পালে, "হে মহামহিমান্বিত পৰম শক্তিমান জ্যুছ, হে কৃষ্ণ মেঘৰ দেৱতা, হে স্বৰ্গ-ৰাজ্যৰ অধিপতি; এই বৰ দিয়া যেন সূৰ্যাস্তৰ পূৰ্বেই মই কৃষ্ণ-ধূম্ৰমালা আচ্ছাদিত প্ৰায়ামৰ ৰাজপ্ৰাসাদ অধিকাৰ কৰিবলৈ সমৰ্থ হওঁ, তোৰণ-দ্বাৰত অগ্নি সংযোগ কৰিব পাৰো আৰু মোৰ ব্ৰঞ্জ নাৰচযুক্ত বৰ্শাৰ দ্বাৰা হেক্টৰৰ বক্ষস্থল আবৰি ৰখা কৱচ বিদীৰ্ণ কৰিবলৈ সক্ষম হওঁ। তেওঁৰ চতুৰ্দিশে ভূ-লুণ্ঠিত হৈ থাকক তেওঁৰ বন্ধু-বান্ধৱৰ দল।" আগামেম্‌ননে এই প্ৰাৰ্থনা কৰিছিল, কিন্তু তেওঁৰ মনোবাঞ্ছা পূৰ্ণ কৰিবলৈ জ্যুছ প্ৰস্তুত নাছিল। অৱশ্যে তেওঁ পূজা গ্ৰহণ কৰিলে, কিন্তু দুগুণে দুখ-দুৰ্দশা জাপি দি আগামেম্‌ননৰ প্ৰাৰ্থনাৰ প্ৰত্যুত্তৰ দিলে।

সকলোটিয়ে প্ৰণিপাতে শস্যবিলাক ছটিয়াই দিলে আৰু তাৰ পিছত পশুটোৰ মূৰটো টানি আনি ডিঙিটো কাটি পেলালে। ছালখন বখলিয়াই পীৰাৰপৰা মঙহৰ টুকুৰা কাটি আনিলে আৰু চৰ্বীৰে মেৰিয়াই ওপৰত কেঁচা মঙহ জাপি দিলে। পাত নাইকিয়া গছৰ ঠানিত ৰাখি এই মঙহৰ টুকুৰা দাহ কৰিলে আৰু ভিতৰৰ অংশবিলাক খৰিকাত দিলে। পীৰাৰ মঙহবিলাক সিজিলত তেওঁলোকে অলপ মুখত দিলে। অৱশিষ্টখিনি টুকুৰা টুকুৰ কৰি ভালকৈ সেকিলে আৰু সিজিলত উলিয়াই আনিলে।

এই কাম শেষ হ'লত ভোজনৰ আয়োজন কৰা হ'ল। তেওঁলোকে পৰম আগ্ৰহেৰে খাবলৈ বহিল। সকলোৱে সমান সমান ভাগ পালে। ভোক-পিয়াহ পলালত জিৰানীয় ৰথী নেষ্টৰে কথাৰ আঁত মুকলি কৰি মাত লগালে, "নৰাধিপ, মহাৰাজ আগামেম্‌নন, আমি ইয়াত বেছি সময় নকটোৱাই ভাল হ'ব। দেৱতাই আমাক যি কামৰ কাৰণে নিযুক্ত কৰিছে সেই কাম স্থগিত ৰখা অনুচিত। ব্ৰঞ্জ পৰিহিত একিয়ানসকলৰ ঘোষকবৰ্গই জাহাজৰ চাৰিওফালে গৈ সৈন্যবিলাকক আহ্বান কৰক, সেয়ে হ'লে আমি সেনাপতিসকলে একেলগে সমগ্ৰ সৈন্যবাহিনীটো পৰিদৰ্শন কৰি তেওঁলোকৰ মনত ৰণ-লিপ্সা জগাই তুলিব পাৰিম।"

ৰজা আগামেম্‌ননে তেওঁৰ উপদেশ সাৰোগত কৰি তেওঁৰ উদাত্ত-কণ্ঠী ঘোষক-

বিলাকক দীৰ্ঘকেশী একিয়ানসকলক যুদ্ধৰ কাৰণে আহ্বান কৰিবলৈ আদেশ দিলে। তেওঁলোকে ঘোষণা কৰাৰ পিছত সৈন্যসকল সমবেত হ'ল। ৰজাৰ মুখ্য সেনাপতি-সকল সৈন্যবিলাকক শৃঙ্খলাবদ্ধ কৰিবলৈ অতিশয় ব্যস্ত হৈ পৰিল। দিব্য-বস্ত্ৰ পৰিহিতা, প্ৰদীপ্ত নয়না এথেনী তেওঁলোকৰ লগে লগে গৈছিল। তেওঁৰ হাতত আছিল এটি জ্যোতিৰ্ময়, চিৰন্তন ছত্ৰ।

এশ সুবৰ্ণময়, সূত্ৰগুচ্ছই এই ছত্ৰটিৰ শোভা বৰ্দ্ধন কৰিছিল আৰু প্ৰতিটিৰে মূল্য আছিল শত ধেনুৰ সমান। এইদৰে চমৎকাৰ ৰূপ ধাৰণ কৰি তেওঁ সৈন্য-বিলাকৰ মাজলৈ গৈ তেওঁলোকক উৎসাহ দিছিল। প্ৰতিজনকে নিৰ্মমভাৱে যুদ্ধত জাপ দিবলৈ তেওঁ অনুপ্ৰাণিত কৰিছিল। শীঘ্ৰে তেওঁলোকৰ মনৰপৰা জাহাজত উঠি ঘৰলৈ উভতি যোৱাৰ আকাঙ্ক্ষা অন্তৰ্হিত হ'ল আৰু যুদ্ধ কৰাৰ আগ্ৰহ অন্তৰত ঠন ধৰি উঠিল। তেওঁলোকে শৃঙ্খলাবদ্ধভাৱে শাৰী পাতোতে ব্ৰঞ্জৰ প্ৰশস্ত প্ৰহৰণ-বিলাকৰ তীব্ৰ জ্যোতিৰ প্ৰভাৱত গগণ-মণ্ডল প্ৰতিভাত হৈছিল। দূৰৱৰ্তী অঞ্চলৰ-পৰা দৃষ্টি-গোচৰ হোৱা, অটব্য অৰণ্য বা উচ্চ পৰ্বত-শিখৰ দাহ কৰা দাবানলৰ জ্বলন্ত শিখাৰ দৰে সেই দৃশ্য দীপ্তিমান হৈ পৰিছিল।

ৰাজহাঁহ আৰু বগলী আদি অসংখ্য চৰাইৰ জাকৰ দৰে সৈন্য-দলসমূহ আগবাঢ়ি আহিছিল। এই চৰাইবিলাকে নিৰ্ভয় মনেৰে ডেউকা কোবাই জপিয়াই-পকাই উৰি আহি এচিয়া মহাদেশত অৱস্থিত কেইষ্টাৰ প্ৰদেশৰ নিজৰা ধৌত তৃণ-ভূমিত জাকপাতি পৰেহি। সিহঁতৰ কৰ্কশ কলৰৱ উপত্যকাটোত মুখৰিত হয়। সেইদৰেই ইটিৰ পিছত সিটিকৈ এই সৈন্য দলবিলাক নিজ নিজ আবাস-স্থানৰপৰা আহি স্কেমেণ্ডাৰ উপত্যকাত সমবেত হৈছিল। নদীৰ পাৰৰ ফুল ফুলি জকমকাই থকা বননি পথাৰত উপস্থিত হোৱাৰ সময়ত তেওঁলোকৰ ভৰিৰ খোজত আৰু ঘোঁৰাবিলাকৰ খুৰাৰ আঘাতত মেদিনী কম্পমান হৈছিল। সেই ঋতুৰ ফুল আৰু গছ-পাতৰ দৰেই তেওঁলোকৰ সংখ্যাও আছিল অগণন।

একিয়াৰ দীৰ্ঘ-কেশী সৈন্যসকল এইদৰেই শৃঙ্খলাবদ্ধভাৱে গোট খাইছিল। তেওঁলোকৰ সমুখত আছিল ট্ৰয় নগৰ আৰু অন্তৰত আছিল জিঘাংসা। কৃষিয়া-বিলাক গাখীৰেৰে চপচপীয়া হৈ থাকোতে ফাগুন-মহীয়া বতৰত গোহালিৰ চাৰিওফালে উৰি ফুৰা হাজাৰ হাজাৰ মাখিৰ দৰেই তেওঁলোকৰ সংখ্যা আছিল অলেখ আৰু ঠিক সেইদৰেই তেওঁলোক আছিল অস্থিৰো।

আৰু তেতিয়া ধীহনিৰ মাজত চৰি ফুৰা ভেড়াবিলাক ৰখীয়াবিলাকে বাছি বাছি লৈ যোৱাৰ দৰেই সেনাপতিসকলে সৈন্য-দলবিলাকক শৃঙ্খলাবদ্ধ কৰিলে। তেওঁলোকৰ লগে লগে আছিল ৰজা আগামেমনন। বজ্ৰ-নিয়ন্ত্ৰক জ্যুছৰ নিচিনা

আছিল তেওঁৰ নয়নযুগল আৰু উন্নত শিৰ, যুদ্ধ-দেৱতাৰ দৰে আছিল তেওঁৰ কটিদেশ আৰু পচাইডনৰ লগত তুল্য আছিল তেওঁৰ বক্ষস্থল। জাকৰপৰা আঁতৰি অকলে বৈ থকা ষাঁড়টো যেনেকৈ গাইবিলাকৰ মাজত স্পষ্টভাৱে জিলিকি থাকে, সেইদৰেই জ্যুছৰ অনুগ্ৰহত সেইদিনা আট্ৰিউছ নন্দন সমাজৰ মাজত জিলিকি উঠিছিল আৰু তেওঁৰ উপস্থিতিত অন্যান্য ৰজাসকল নিষ্প্ৰভ হৈ পৰিছিল।

হে জ্ঞানৰ অধিষ্ঠাত্ৰী অলিম্পাছবাসিনী দেৱীসকল, তোমালোক সৰ্বজ্ঞা, সকলোবিলাক ঘটনাই তোমালোকৰ দৃষ্টিগোচৰ হয়। কিন্তু আমি মৰ্ত্যবাসীবিলাক নিজ কাণেৰে শুনা কথাবিলাক জানিবলৈ সক্ষম নহওঁ। ডানানবিলাকৰ সেনাপতি-সকলনো কোন কোন আছিল এতিয়া মোৰ আগত বিবৃত কৰা। ইলিয়ামলৈ অহা সৈন্যসকলৰ বিষয়ে ইয়াকে কওঁ যে দহখন জিভা, দহখন মুখ ক্লান্তিহীন কণ্ঠ আৰু এটা ব্ৰঞ্জৰ হৃদপিণ্ড থাকিলেও মই তেওঁলোকৰ নাম কৈ শেষ কৰিব নোৱাৰিম আৰু তেতিয়াও, হে ছত্ৰধাৰী জ্যুছৰ দুহিতা অলিম্পাছবাসিনী দেৱীসকল! তেতিয়াও তোমালোকে মোৰ স্মৃতিশক্তি প্ৰখৰ কৰি দিব লাগিব। এতিয়া মই নৌ-বাহিনীৰ অধ্যক্ষসকল আৰু তেওঁলোকৰ অধীনত থকা জাহাজবিলাকৰ বৰ্ণনা কৰিম।

পোন প্ৰথমে পেনিলিয়ছ, লেইটাছ, আৰ্কেচিলাছ, প্ৰথিনৰ আৰু ক্লনিয়াছৰ সেনাপতিত্বত বহা বিয়টিয়নবিলাকৰ কথা কওঁ। তেওঁলোক আহিছিল হাইৰী, শিলাময় আউলিছ, চ্ছিনাছ আৰু স্কলাছৰপৰা, ওখ ওখ পাহাৰৰ দেশ ইটিয়নাছৰ-পৰা ; ঠেস্পীয়া, গ্ৰায়া আৰু ব্যাপক তৃণ-ভূমি বিশিষ্ট মাইকেলিচাছ প্ৰদেশৰপৰা। হাৰ্মা, আইলিছিয়ন, ইৰিথ্ৰী দেশৰ লোকসকলে তেওঁলোকৰ লগত যোগ দিছিল। ইলিয়ন, হাইল আৰু পিঠিয়নৰপৰাও মানুহ আহিছিল। সেইদৰেই ওকলিয়া আৰু মিডিয়ন দুৰ্গৰপৰাও সৈন্য-সামন্ত আহি যোগ দিছিল ; আৰু যোগদান কৰিছিল কোপী, ইউট্ৰেচিছ আৰু কপোচৰাইৰ দেশ ঠিছবীৰ সৈনিকে। কৰণিয়া, ঘাঁহনিয়ে ছাটি থোৱা হালিয়াৰ্টাছ, প্লেটিয়া, গ্লিচাছ আৰু থিব্ছৰ নামনি অংশৰ সুৰক্ষিত নগৰৰপৰাও দলে দলে সৈন্য আহিছিল। পছাইডনৰ প্ৰতি উৎসৰ্গা কৰা পৱিত্ৰ বনাঞ্চল ওঙ্কেষ্টাছ, ঘন আঙুৰকুঞ্জই আবৰি ৰখা আৰ্নি, মিডিয়া, পৱিত্ৰ নাইছা আৰু সীমান্তৱৰ্তী অঞ্চলত অৱস্থিত এস্থিডন আদি প্ৰদেশৰপৰাও সৈন্য আহি লগ লাগিছিল। প্ৰতিখনত ছকুৰি বিয়টিয়ান যুৱকক লৈ পঞ্চাশখন জাহাজত তেওঁলোক আহিছিল।

আসপ্লিডন আৰু মিনাইয়ান অৰ্কমেনাছৰপৰা অহা লোকসকলৰ নেতৃত্ব কৰিছিল আৰিছৰ পুত্ৰ আস্কেলেফাছ আৰু আয়ালমেনাছে। আট্ৰিউছ নন্দন এক্টৰৰ প্ৰাসাদত থাকোতে এষ্ট্ৰীয়কী গোপনে যুদ্ধ-দেৱতাৰ লগত প্ৰণয় পাশত

আৰম্ভ হৈছিল আৰু তাতে এই সন্তান দুটিৰ জন্ম হয়। ত্ৰিশখন শূন্য-গৰ্ভ জাহাজেৰে গঠিত এটি নৌ-বাহিনী তেওঁলোকে পৰিচালনা কৰিছিল।

নাওবলাছ নন্দন সদাশয় ইফিটাছৰ সন্তান ছিডিয়াছ এপিষ্ট্ৰফাছ আছিল ফচিছৰপৰা অহা লোকসকলৰ সেনাপতি। চাইপৰিচাছ, শিলাময় পাইথ', পৱিত্ৰ ক্ৰিছা, ডৌলিচ আৰু পেনপিয়াছ তেওঁলোকৰ আবাস-ভূমি আছিল। তেওঁলোকৰ বহুতেই বাস কৰিছিল এনিমৰিয়া হায়ম্পলিছ, চিছিফাছ আৰু লিলিয়া নদীৰ ৰমণীয় অৱবাহিকা অঞ্চলত। তাতেই আছে চিছিফাছ নদীৰ উৎস। চল্লিশখন কলীয়া জাহাজত তেওঁলোক আহিছিল আৰু সেনাপতি দুজনৰ তত্ত্বাৱধানত তেওঁলোকে বিয়টিয়ানবিলাকৰ সোঁফালে সমৰ-সজ্জা কৰিছিল।

লক্ৰিয়ানবিলাকৰ নায়ক আছিল ক্ষিপ্ৰ-চৰণ অইলাছ। টেলিমনিয়ান আইয়াছতকৈ অনেক গুণে হীন হ'লেও তেওঁ কনিষ্ঠ আয়াছ নামে অভিহিত। তেওঁ আছিল খৰ্বকায় আৰু পিন্ধিছিল এখন ক্ষৌম-কৱচ। কিন্তু বৰ্শাচালনাত কোনো হেলেনীয় বা একিয়ান যুঁজাৰু তেওঁৰ সমকক্ষ নাছিল। তেওঁৰ সঙ্গীসকল আহিছিল চাইনাছ, অপাছ, কেলিয়েৰাছ, বেছা, স্কাৰ্ফি আৰু মনোৰম অজিয়াৰপৰা; টাৰ্ফি, থ্ৰনিয়ন আৰু বোৱাগ্ৰিয়াছ নদীৰ পাৰৰ অধিবাসীসকলেও তেওঁৰ লগত যোগ দিছিল। পৱিত্ৰ ইউবিয়া প্ৰদেশক বিচ্ছিন্ন কৰা প্ৰণালীটোৰ সিপাৰৰপৰা এই লক্ৰিয়ানসকলক লগত লৈ চল্লিশখন ক'লীয়া জাহাজত তেওঁ আহিছিল।

ইউবিয়াৰপৰা আহিছিল দুৰ্মদ আবন্টিছসকল; চালচিছ, ইৰিট্ৰিয়া আৰু আঙুৰ খেতিৰে নন্দন-বদন হিষ্টাইয়া তেওঁলোকৰ বাসস্থান। চেৰিন্থাছৰ উপকূল অঞ্চল, সুউচ্চ ড্ৰায়াছ দুৰ্গ, ষ্টাইৰা আৰু কেৰিষ্টাছ প্ৰদেশৰপৰাও অনেক লোকে যোগ দিছিল। যুদ্ধ দেৱতাৰ বংশধৰ, কেলকডন কুমাৰ, সাহসী আবান্টিছসকলৰ ৰজা এলফিনৰ তেওঁলোকৰ সৈন্যাধ্যক্ষ আছিল। তেওঁৰ সঙ্গীসকল ক্ষিপ্ৰগামী আছিল। তেওঁলোকৰ চুলিবিলাক পিঠিৰ ফালে ওলমি পৰিছিল। তেওঁলোকৰ হাতে-হাতে ছাই-বৰণী বৰ্শা আছিল আৰু বৰ্ম ভেদ কৰি শত্ৰুৰ বক্ষ বিদীৰ্ণ কৰাই তেওঁলোকৰ একমাত্ৰ অভিলাষ আছিল। এলফিনৰৰ অধীনত আছিল চল্লিশখন কৃষ্ণ-বৰ্ণ তৰী।

তাৰ পিছতে আছিল উদাৰহৃদয় ইৰিকথিউছৰ সমৃদ্ধিশালী দুৰ্গ-নগৰীৰপৰা অহা এথেনীয়ানসকল। ইৰিকথিউছ আছিল উৰ্বৰা ধৰিত্ৰীৰ সন্তান। জ্যুছ দুহিতা এথেনীয়ে তেওঁক প্ৰতিপালন কৰে আৰু নিজৰ পৱিত্ৰ আয়তনত প্ৰতিষ্ঠিত কৰে। প্ৰতি বছৰে এটি নিৰ্দিষ্ট সময়ত এথেনীয় যুৱকসকলে তেওঁক মেষ-বৃষ আদি পশু উপহাৰ দিয়ে। এই জাতিৰ নায়ক আছিল পিটিয়াছ পুত্ৰ মেনিষ্টিউছ।

পদাতিক আৰু অশ্বাৰোহী সৈন্য পৰিচালনা কৰাত প্ৰবীণ নেষ্টৰৰ বাহিৰে তেওঁৰ সমকক্ষ কোনো নাছিল। তেওঁৰ লগত আহিছিল পঞ্চাশখন ক'লীয়া জাহাজ।

চালামিছৰৰপৰা বাৰখন জাহাজ লৈ আহিছিল আয়াছ। তেওঁৰ তৰীসমূহ এথেনীয়ানসকলৰ কাষতে উপকূলত বান্ধি থোৱা আছিল।

আৰ্গছ আৰু বিৰাট প্ৰাচীৰ বেষ্টিত টিৰিন্স, সাগৰৰ গভীৰ অংশ এটি আবৰি ৰখা হাৰ্মিয়ন আৰু এছিনি নগৰ, ট্ৰইজেন, আয়নি আৰু আঙুৰ খেতিৰ কাৰণে বিখ্যাত এপিডৰাছ; এইবিলাক ঠাইৰ নাগৰিকসকল আৰু ইজিনা, মেছিজ আদি প্ৰদেশৰ একিয়ান যুৱকসকলৰ নেতৃত্ব কৰিছিল সিংহনাদত বিচক্ষণ ডায়মিডিছে আৰু সুবিখ্যাত কাপানিউছৰ পুত্ৰ স্থেনিলাছে। তলাছ তনয় মেচিষ্টিউছৰ পুত্ৰ, উচ্চ বংশজাত ইউৰিয়েলাছ তৃতীয় সেনাপতি হিচাপে তেওঁলোকৰ লগত আহিছিল। কিন্তু প্ৰকৃততে যোদ্ধা ডায়মিডিছহে সমগ্ৰ সৈন্য-দলটিৰ প্ৰধান সেনাপতি আছিল আৰু তেওঁৰ কৰ্তৃত্বত আছিল আশীখন কৃষ্ণ-বৰ্ণ পোট।

শক্তিশালী মিছিনি দুৰ্গ, সমৃদ্ধিশালী কৰিন্থ, সুৰম্য ক্লিয়নী নগৰৰপৰা অহা সৈন্যবৃন্দ; অৰ্ণেয়ী, সুন্দৰ আৰিথিৰিয়া আৰু যৌৱন কালত আড্ৰিষ্টাছে ৰাজত্ব কৰা চিছিয়ন প্ৰদেশৰ অধিবাসীসকল; হাইপিৰেচী, পাৰ্বত্য গণইছা, পেলেনি, বৃত্তাকাৰ ইজিয়ম, হেলিছৰ প্ৰধান স্থলভাগ আৰু উপকূল অঞ্চলত বাস কৰা সমস্ত প্ৰজা, তেওঁলোক সকলোটি আহিছিল এশখন জাহাজত। এওঁলোকৰ সেনাপতি আছিল আট্ৰিউছ নন্দন ৰজা আগামেম্নন। তেওঁৰ অধীনত থকা সৈন্যবাহিনী-টোৱেই শ্ৰেষ্ঠ আৰু সংখ্যা গৰিষ্ঠ আছিল। ব্ৰঞ্জৰ অস্ত্ৰ-শস্ত্ৰৰে দীপ্তিমান হৈ তেওঁ গৰ্বিতভাৱে সৈন্যসকলৰ মাজত থিয় হৈছিল। ৰাজকীয় পদ-মৰ্যাদাৰ বলত আৰু বৃহত্তম সৈন্যবাহিনীৰ সেনাপতি হিচাপে তেৱেঁই অধিনায়কসকলৰ ভিতৰত শ্ৰেষ্ঠ আসন লাভ কৰিছিল।

পাৰ্বত্য লাছিডিমনৰ দুৰ্গম অঞ্চলত বাসকৰা লোকসকল, কপোত পক্ষীৰ বাবে প্ৰসিদ্ধি লাভ কৰা ফাৰিছ, স্পাৰ্টা আৰু মেছি প্ৰদেশৰ অধিবাসীসকল, ব্ৰাইছেয়ী বিনন্দীয়া অ'জেয়ী, আমিক্লি, হেলছৰ উপকূলস্থ দুৰ্গ, ইটিলাছ আৰু লাছ নামৰ গ্ৰাম্যাঞ্চলৰপৰা অহা সৈন্যসকল; এওঁলোক সকলোৰে অধ্যক্ষ আছিল ৰাজভ্ৰাতা, ৰণহুঙ্কাৰত বিচক্ষণ মেনিলাছ। তেওঁৰ অধীনত আছিল ষাঠিখন জাহাজ। তেওঁলোকৰ পৃথক শিবিৰ আছিল। নিজৰ বল-বীৰ্যৰ ওপৰত অটল বিশ্বাস ৰাখি তেওঁ সৈন্য-বাহিনীৰ মাজত বিচৰণ কৰিছিল আৰু তেওঁলোকক যুদ্ধৰ বাবে উৎসাহিত কৰিছিল। কাৰণ হেলেনৰ নিমিত্তে স্বীকাৰ কৰিবলগীয়া হোৱা অশেষ কষ্ট আৰু যন্ত্ৰণাৰ তাড়নাত তেৱেঁই প্ৰতিশোধ ল'বৰ বাবে ব্যগ্ৰ হৈ পৰিছিল।

ইয়াৰ পিছত সমাবেশ হৈছিল পাইলছ আৰু মনমোহা আৰিণিৰ লোক-সকলৰ, আলফিউছ নদী য'ত নামি পাৰ হ'ব পাৰি সেই ঠাইৰণ নামৰ ঠাইখনৰ; শুৱনি আইপী, চাইপেৰিচিছ আম্ফিজিনীয়া, প্টেলিউছ, হেলছ, আৰু ইউবিটাছৰ জন্মভূমি ইচিস্ফিয়াৰপৰা উভতি আহোতে থেচীয় ঠামিৰিছৰ যি ঠাইত জ্ঞানৰ অধিষ্ঠাত্ৰী দেৱীসকলৰ লগত সাক্ষাৎ হৈছিল সেই ডৰিয়ন প্ৰদেশৰ—এইবিলাক দেশৰ সৈন্যবৃন্দয়ো তাত যোগদান কৰিছিল। সঙ্গীত প্ৰতিযোগিতাত জুছ নন্দিনী দেৱীসকলকো পৰাভূত কৰিব পাৰিব বুলি ঠামিৰিছে গৰ্ব কৰিছিল। দেৱীসকলে কোপিতা হৈ তেওঁৰ দৃষ্টিশক্তি হৰণ কৰিলে। তেওঁৰ দৈৱানুগ্ৰহত লাভ কৰা সুললিত কণ্ঠ স্তব্ধ হৈ গ'ল আৰু বীণা বাদনৰ ক্ষমতাও অন্তৰ্হিত হ'ল। এই সৈন্যসকলৰ অধিনায়ক আছিল জিৰেণীয়ান মহাৰথী নেষ্টৰ। তেওঁৰ নৌ-বাহিনী আছিল নবৈখন শূন্যগৰ্ভ জাহাজেৰে গঠিত।

য'ত চিলনী শৃঙ্গই আকাশ লঙ্ঘন কৰাৰ উপক্ৰম কৰিছে, য'ত এপিটাছক সমাধিস্থ কৰা হৈছিল আৰু য'ত প্ৰজাসকলে প্ৰত্যক্ষ সমৰৰ প্ৰশিক্ষণ লাভ কৰে, সেই দেশৰপৰা আৰ্কেডীয়সকল আহিল। ফিনিউছ, মেষাদি পশু-সমৃদ্ধ অৰ্কমেনাছ, ৰাইপি, ষ্ট্ৰেটি, বাতল এনিস্পি, টিজিয়া মেণ্টিনিয়া নগৰ, ষ্টিম্ফেলাছ, পাৰাছী, আদি দেশৰ লোকসকলেও তেওঁলোকৰ লগত যোগ দিছিল। তেওঁলোকৰ নেতা আছিল আনচিউছ নন্দন আগাপেনৰ। তেওঁলোকৰ ষাঠিখন জাহাজ আছিল আৰু প্ৰতিখন জাহাজতেই আছিল সুশিক্ষিত অৰ্কেডীয় যুঁজাৰুসকল। অৰ্কেডীয়-সকলৰ নৌ-বিদ্যাত অভিজ্ঞতা নথকা হেতুকে নৰাধিপ আগামেম্ননে দিয়া জাহাজৰ সহায়তহে তেওঁলোকে সমুদ্ৰ যাত্ৰা কৰিবলৈ সমৰ্থ হৈছিল।

ইলিছ দেশত অৱস্থিত হাৰ্মিন, মাৰ্চিনাছৰ জলাতক অঞ্চল, অলেনিয়ান পাহাৰ আৰু আলিচিয়নৰ মধ্যৱৰ্তী জনবসতিৰ উপযুক্ত স্থানসমূহ আৰু বুপ্ৰাছিয়নৰ বাসিন্দাসকল আহিছিল চাৰিজন সেনাপতিৰ অধীনত। প্ৰতিজন সেনাপতিৰ কৰ্তৃত্বত দহখনকৈ দ্ৰুতগামী জাহাজ আছিল। প্ৰতিখন জাহাজত আছিল ইপিয়ান সৈন্যসকল। এই সৈন্য-বাহিনীৰ দুটা দল ক্ৰিয়েটাছ পুত্ৰ এম্ফিমেকাছ আৰু ইউৰিঠাছ পুত্ৰ থালপিয়াছৰ অধীনত আছিল। তৃতীয় দলটোৰ নেতা আছিল আমাৰিঙ্কিউছ পুত্ৰ সাহসী ডায়ৰিছ আৰু চতুৰ্থটো পৰিচালনা কৰিছিল অজিয়াছ তনয় আগাষ্ঠানিছৰ পুত্ৰেক যুৱৰাজ পলিক্সিনাছে।

ইলিছ দেশৰপৰা সাগৰে বিচ্ছিন্ন কৰা, ডুলিছিয়াম আৰু পবিত্ৰ ইকিনিয়ান দ্বীপপুঞ্জৰপৰা অহা লোকসকলৰ সেনাপতি আছিল ফিলিউছৰ বীৰ পুত্ৰ মেজিছ। সাহসী ফিলিউছ জুছৰ স্নেহভাজন আছিল। কিন্তু একসময়ত ক্ৰোধৰশতঃ তেওঁ

পিতাকক পৰিত্যাগ কৰি ডুলিছিয়ামলৈ যাত্ৰা কৰে আৰু তাতে স্থায়ীভাৱে বাস কৰিবলৈ লয়। তেওঁৰ কৰ্তৃত্বত আছিল চল্লিশখন ক'লীয়া জাহাজ।

ইয়াৰ পিছত আছিল ওডিচ্যুছ। ইঠাকা আৰু নেৰিটন পৰ্বতৰ বাত্যাহত শৃঙ্গবিলাকৰ অধিপতি গৰ্বিত চিফালেনীয়সকল ; ক্ৰচিলীয়া, পাৰ্বত্য এজিলিপ্সছ, বনবেষ্টিত জেছিন্থাছ, চামছ আৰু দ্বীপসমূহৰ সিপাৰে থকা প্ৰধান স্থলভাগত বাস কৰা লোকসকলৰ তেওঁ সেনাপতি আছিল। জ্ঞান গৰিমাত স্বয়ং জ্যুছৰ সমকক্ষ ওডিচ্যুছৰ সৈন্য-বাহিনী এওঁলোকেৰেই গঠিত আছিল। তেওঁৰ অধীনত আছিল সমুখৰ অংশ ৰঙা ৰঙেৰে বোলোৱা বাৰখন জাহাজ।

ইটিলিয়া, প্লিউৰণ, অলিনাছ, পাইলেনি, উপকূলস্থ চেলেচিছ আৰু শিলাময় কেলিডন দেশৰ সৈন্যসকলৰ অধিনায়ক আছিল এন্দ্ৰিমন তনয় থোৱাছ। অইনিয়াছৰ পৰাক্ৰমী পুত্ৰসকলৰ মৃত্যু হৈছিল। আৰু অইনিয়াছো জীৱিত নাছিল। সমগ্ৰ ইটালীয় ৰাজ্যৰ শাসনভাৰ লাভ কৰা ৰক্তকেশী মিলেজাৰো ইহজগতত নাছিল। থোৱাছৰ অধীনত চল্লিশখন ক'লীয়া জাহাজ আছিল।

প্ৰসিদ্ধ বৰ্শাধাৰী আইডমিনিউছ আছিল ক্ৰীটানসকলৰ সেনাপতি। নচাছ, প্ৰাচীৰবেষ্টিত গৰটিন, লিক্টাছ, মাইলেটাছ, লাইকেষ্টাছ, ফিষ্টাছ আৰু ৰাইটিয়ন আদি সমৃদ্ধিশালী নগৰৰ অধিবাসীসকলেও তেওঁৰ দলত যোগদান কৰিছিল। এশখন নগৰ লৈ গৌৰৱ কৰিব পৰা ক্ৰীট দেশৰ সৈনিকসকলো তেওঁৰ অধীনত আছিল। এই সৈন্য-বাহিনীৰ অধিনায়ক আছিল সুনিপুণ বৰ্শা নিক্ষেপক আইডমিনিউছ আৰু মেৰিয়নিছ। মেৰিয়নিছ মনুষ্যহন্তা ৰণ-দেৱতাৰ সহযোগী আছিল। তেওঁলোকৰ তত্বাৱধানত আশীখন ক'লীয়া জাহাজ আছিল।

হেৰাক্লিছৰ দীৰ্ঘকায় আৰু সুদৰ্শন সন্তান টেল্পলিমাছৰ অধীনত নখন জাহাজত আহিছিল ৰোড দ্বীপৰ অধিবাসীসকল। এওঁলোকৰ তিনিটা ফৈদে দ্বীপটোৰ তিনিখন ঠাই অধিকাৰ কৰি আছে। সেই ঠাই তিনিখন হৈছে লিণ্ডাছ, আয়েলিচাছ আৰু শ্বেতধাতু প্ৰধান কেমিৰাছ। বহুতো সামন্তৰ সামৰিক ঘাটি অধিকাৰ কৰি, চেলিছ নদীৰ পাৰত অৱস্থিত এফিৰী নগৰৰপৰা হেৰাক্লিছে হৰণ কৰা এষ্টিয়কীয়াৰ গৰ্ভত টেল্পলিমাছৰ জন্ম হয়। টেল্পলিমাছ ডাঙৰ-দীঘল হৈ ৰণ-দেৱতাৰ বংশ-সম্ভূত বৃদ্ধ লিচিম্নিয়াছক হত্যা কৰে। লিচিম্নিয়াছ আছিল তেওঁৰ আপোন দদায়েক। মহাপৰাক্ৰমী হেৰাক্লিছৰ অন্যান্য সতি-সন্ততিসকলৰ ভয়ত তেওঁ লৰালৰিকৈ কেইখনমান জাহাজ নিৰ্মাণ কৰে আৰু এদল অনুচৰ সংগ্ৰহ কৰি সমুদ্ৰ পথেদি পলায়ন কৰে। বহুত বিপদ-বিঘিনি অতিক্ৰম কৰি অৱশেষত তেওঁ পলাতকৰূপে ৰোড দ্বীপত উপস্থিত হয়গৈ। আৰু তেওঁৰ সঙ্গীসকলে দ্বীপটোৰ

তিনি অংশত পৃথক পৃথকভাৱে বসতি কৰিবলৈ লয়। মনুষ্য আৰু দেৱতাৰ অধিপতি ক্ৰনছ নন্দন জ্যুছৰ অনুগ্ৰহ লাভ কৰি তেওঁলোক অতুল ধন-সম্পত্তিৰ অধিকাৰী হয়।

তেওঁলোকৰ পিছতে চাইমী-প্ৰদেশৰপৰা তিনিখন সুবিন্যস্ত জাহাজ লৈ আহিছিল আগ্লায়া আৰু ৰজা চেৰপাছৰ সন্তান নিৰিউছ। ইলিয়ামলৈ অহা জ্ঞানানসকলৰ ভিতৰত একমাত্ৰ একিলিছৰ বাহিৰে নিৰিউচেই সকলোতকৈ শুৱনি আছিল। তথাপি তেওঁ পৰাক্ৰমী নাছিল আৰু তেওঁৰ অনুচৰবিলাকৰ সংখ্যাও আছিল তাকৰ।

নিচিৰাছ, ক্ৰেপেঠাছ, কেচাছ, ইউৰিপাইলাছৰ কছ নগৰ আৰু কেলীডন-দ্বীপ-পুঞ্জৰপৰা অহা লোকসকলৰ সেনাধ্যক্ষ আছিল-হেৰাক্লিছ নন্দন ঠেচালাছৰ পুত্ৰ ফিডিপাছ আৰু এন্টিফাছ। তেওঁলোকৰ অধীনত ত্ৰিশখন শূন্য-গৰ্ভ তৰী আছিল।

এতিয়া আমি পেলাজিয়াণ আৰ্গছ, অলাছ, আলপি, ট্ৰেকিছ, ঠায়া আৰু হেলাছৰ অধিবাসীসকলৰ বৰ্ণনা আৰম্ভ কৰো। হেলাছ হৈছে ৰূপৱতী ৰমণীৰ দেশ। মাৰ্মিডন, হেলেনী আৰু একিয়ানসকলৰ নাম হেলাছৰ লগত জড়িত। একিলিছৰ অধীনত এওঁলোকৰ পঞ্চাশখন জাহাজ আহিছিল। কিন্তু এতিয়া তেওঁলোক যুদ্ধৰ ভয়াৱহতাৰপৰা বিচ্ছিন্ন হৈ পৰিছিল। যুদ্ধৰ বাবে তেওঁলোকক সজ্জিত কৰিবলৈ কোনো নাছিল। কাৰণ ক্ষিপ্ৰগতিসম্পন্ন একিলিছ নিষ্ক্ৰীয় হৈ পৰিছিল। অসীম পৰিশ্ৰমেৰে থিবি দুৰ্গ আৰু লায়াৰ্ণেচাছ অধিকাৰ কৰি আৰু চিলিপাছ তনয় ইউয়িনাছৰ পুত্ৰ সুদক্ষ বৰ্শা নিক্ষেপক মাইনিছ আৰু এপিষ্ট্ৰোফাচক নিহত কৰি তেওঁ ব্ৰিচীছ নামৰ যিগৰাকী সুন্দৰী যুৱতীক লাভ কৰিছিল, সেই নাৰীৰ বিৰহতে এতিয়া তেওঁ শোকাবিভূত হৈছিল। কিন্তু বেছি দিন এইদৰে নিষ্কৰ্মা হৈ থকা তেওঁৰ ভাগ্যত নাছিল।

ফিলেচী, ডিমিটাৰৰ পৱিত্ৰ নিবাস কুসুমাকীৰ্ণ পাইৰেচাছ, মেষ পালনৰ ঠাই আইটন, উপকূলস্থ এন্টন আৰু তৃণাচ্ছাদিত প্টেলিউছ, জীৱিত অৱস্থাত যোদ্ধা প্ৰটেচিলাছ এইবিলাক দেশৰ অধিবাসীসকলৰ নেতা আছিল। কিন্তু এতিয়া তেওঁক ধৰাৰ বুকুত সমাধিস্থ কৰা হৈছে। ট্ৰয় উপকূলত পদাৰ্পণ কৰা প্ৰথম একিয়ান-আছিল তেৱেঁই ; কিন্তু এজন ডাৰ্ডানীয় শত্ৰুৰ হাতত তেওঁ নিহত হয়। ফিলেচীত থাকি গ'ল তেওঁৰ ছিন্ন কপোলা স্ত্ৰী আৰু অৰ্দ্ধ-নিৰ্মিত গৃহ। সঙ্গীসকল তেওঁৰ কাৰণে শোকত বিহ্বল হৈ পৰিল যদিও নেতৃত্বহীন অৱস্থাত বেছি দিন থাকিবলগা নহ'ল। অসংখ্য ভেড়া-ছাগলীৰ গৰাকী ফাইলেক্লাছৰ পুত্ৰ ইফিক্লাছৰ সন্তান আৰু ৰণ-দেৱতাৰ বংশাৱতংশ পোডাৰ্চিছ তেওঁলোকৰ সেনাপতি ৰূপে নিযুক্ত হয়।

পোডাৰ্চিছ আছিল উদাৰ হৃদয় প্ৰটেচিলাছৰ কনিষ্ঠ সহোদৰ। প্ৰটেচিলাছ আছিল জ্যেষ্ঠ আৰু শ্ৰেষ্ঠ। সৈন্য-বাহিনীটি বিনা সৈন্যাধ্যক্ষৰে থাকিব লগা নহ'ল। অৱশ্যে সকলোটি সাহসী যোদ্ধাজনৰ মৃত্যুত ব্যথিত হ'ল। তেওঁৰ অধীনত আছিল চল্লিশখন কৃষ্ণবৰ্ণ পোট।

এডমিটাছৰ ঔৰসত আৰু পেলিয়াছৰ অপৰূপা কন্যা কুঁৱৰী আলচেষ্টিচৰ গৰ্ভত জন্ম লাভ কৰা ইউমিলাছ আছিল বিবিয়ান হ্ৰদৰ পাৰ্শ্বৱৰ্তী ফেৰী প্ৰদেশ, বি-বি, গ্লাফিৰি আৰু ৰমণীয় আয়লকাছ দেশৰপৰা অহা লোকসকলৰ নেতা। তেওঁলোকৰ লগত আহিছিল এঘাৰখন জাহাজ।

মেঠনী, থমেছী, মেলিবিয়া আৰু বন্ধুৰ অলিজনৰ অধিবাসীসকলক বহন কৰা, সুনিপুণ ধনুৰ্দ্ধাৰী ফিলেক্টেটিছৰ সপ্ত-তৰীৰ প্ৰতিখনতে পঞ্চাশজনকৈ নাবিক আছিল। তেওঁলোক আছিল ধনুৰ্বিদ্যাত পাৰদৰ্শী আৰু সুদক্ষ যোদ্ধা। এটা বিষাক্ত জল-সৰ্প ই তেওঁক দংশন কৰাত একিয়ানসকলে তেওঁক সুৰম্য লেমনছ দ্বীপত এৰি থৈ আহে আৰু তাতে তেওঁ যন্ত্ৰণাত ছট্‌ফটাই থাকিব লগা হয়। অৱশ্যে অলপ দিনৰ ভিতৰতে আৰ্গিভসকলে ৰজা ফিলেক্টেটিছক পুনৰ সুঁৱৰিবলৈ বাধ্য হয়। ইতিমধ্যে তেওঁৰ অনুগামীসকলে সদায় তেওঁৰ অভাৱ অনুভৱ কৰিছিল যদিও নেতৃত্বহীন অৱস্থাত বেছি দিন থাকিবলগীয়া নহ'ল। ৰিণীৰ গৰ্ভজাত ; নগৰ বিজেতা অইলিয়াছৰ জাৰজ পুত্ৰ মিডন তেওঁলোকৰ অধ্যক্ষ নিৰ্বাচিত হয়।

ট্ৰিকছি, পাৰ্বত্য ইঠমি, ইকেলীয় ইউৰিটাছৰ নগৰ ইকেলিয়া আদি ঠাইবিলাকৰ পৰা অহা লোকসকলৰ অধ্যক্ষ আছিল এস্‌ক্লেপিয়াছৰ পুত্ৰদ্বয় পোডালিয়িৰাছ আৰু মাকাওন। তেওঁলোক উত্তম চিকিৎসক আছিল। তেওঁলোকৰ নিয়ন্ত্ৰণত আছিল পঞ্চাশখন ক'লীয়া জাহাজ।

অৰ্মেনিয়ান, হাইপিৰীয়া নদীৰ উপত্যকা, এষ্টেৰিয়ন আৰু শ্বেতস্তম্ভযুক্ত টাইটানাছৰ অধিবাসীসকলৰ সেনাপতি আছিল ইউৰিপাইলাছ। তেওঁ আছিল ইউয়িমনৰ সম্ভ্ৰান্ত সন্তান। তেওঁৰ অধীনত চল্লিশখন ক'লীয়া জাহাজ আছিল।

আৰ্গিছা, গৰ্টন, অৰ্থি, হেলনি আৰু শুক্ৰপুৰী অলুছনত বাস কৰা লোকসকলৰ নায়ক আছিল নিৰ্ভীক পলিপিটিছ। অমৰ জ্যুছৰ সন্তান পেৰিথাছ তেওঁৰ পিতৃ আছিল। যিদিনা পেৰিথাছে অসভ্য, নোমাল বন মানুহবিলাকক দমন কৰি সিহঁতক পেলিয়নৰপৰা বহিষ্কাৰ কৰি এঠিচীবিলাকৰ মাজলৈ খেদি পঠিয়ায়, সেই দিনাই কীৰ্তিমতী হিপ্পডামিয়াৰ গৰ্ভ সঞ্চাৰ হয় আৰু ফলত যিটি সন্তানে জন্ম লাভ কৰে তেৱেঁই হৈছে পলিপিটিছ। পলিপিটিছৰ উপৰিও যুদ্ধ দেৱতাৰ বংশধৰ আৰু

চিনিউছ নন্দন কৰ'নাছৰ পুত্ৰ লিয়ন্টিউছ সেই সৈন্যবাহিনীৰ অধ্যক্ষ আছিল। তেওঁলোকৰ ক'লীয়া জাহাজৰ সংখ্যা আছিল চল্লিশ।

চাইফাছ দেশৰ গৌনিউছৰ অধীনত বাইশখন জাহাজ আহিছিল। তেওঁ আছিল এনিনি আৰু সাহসী পেৰিবিয়ানসকলৰ নায়ক। এই লোকসকলে শীত প্ৰধান ডডনাত উপনিবেশ স্থাপন কৰে আৰু ৰমণীয় টিটাৰিউছ নদীৰ উপত্যকাত খেতি পথাৰ কৰিবলৈ লয়। টিটাৰিউছ নদী পিনিউছ নদীত পৰিছে যদিও দুয়োখন নদীৰ বাৰিধাৰা মিলি যোৱা নাই। টিটাৰিউছ প্ৰতিশ্ৰুতিৰ নদী বিভীষিকাময়ী ষ্টাইক্সৰ সুঁতি আৰু সেই কাৰণে এই নদীৰ পানী তেলৰ দৰে পিনিউছ নদীৰ ৰূপালী সোঁতৰ ওপৰে ওপৰে বৈ আছে।

পিনিউছ নদী আৰু হালি-জালি থকা গছ পাতৰ পাহাৰ পিলিয়নৰ নিকটৱৰ্ত অঞ্চলত বাস কৰা মেগনেটীসকলৰ নায়ক আছিল টেন্থিডিন তনয় প্ৰথাছ। দুঃসাহসী প্ৰথাছৰ কৰ্তৃত্বাধীনত অহা এই লোকসকলৰ লগত চল্লিশখন ক'লীয়া জাহাজ আছিল।

এওঁলোকেই আছিল ডানানসকলৰ সেনাপতি। হে সৰগৰ দেৱী ; আত্ৰিউছৰ পুত্ৰদ্বয়ৰ লগত অহা সৈন্যবৃন্দৰ আৰু অশ্ব বাহিনীৰ ভিতৰত অগ্ৰগণ্য কোন আছিল এতিয়া মোৰ আগত বিবৃত কৰা।

ঘোঁৰাৰ ভিতৰত এডমেণ্টাছৰ দুটাই নিঃসন্দেহে উৎকৃষ্ট আছিল। এই ঘোঁৰাহালৰ তত্ত্বাৱধানত আছিল তেওঁৰ পুত্ৰক ইউমিলাছ। সিহঁত আছিল পক্ষীৰ দৰে বেগৱান। সমান বয়সৰ এই ঘোঁৰাহালৰ গাৰ নোমবিলাকো সাটলাখ একে আছিল। প্ৰতিটোৰে পৃষ্ঠ ভাগৰ উচ্চতা যান্ত্ৰিক জোখত মিলি গৈছিল। দুয়োটা ঘোঁৰাই মাইকী আছিল। সৈন্যবাহিনীৰ মাজত আতঙ্কৰ সৃষ্টি কৰিবলৈ স্বয়ং ৰূপালী ধেনুৰ দেৱতা এপলোৱে এই ঘোঁৰা দুজনী পিৰীয়া প্ৰদেশত পালন কৰিছিল।

একিলিছৰ অনুপস্থিতিত টেলামনিয়ান আয়াছেই আছিল পুৰুষসকলৰ ভিতৰত শ্ৰেষ্ঠ। কিন্তু আচলতে পেলিউছৰ অদ্বিতীয় পুত্ৰটোহে সৰ্বশ্ৰেষ্ঠ বীৰ আছিল। তেওঁৰ ঘোঁৰাবিলাকো আছিল উৎকৃষ্ট। কিন্তু এতিয়া তেওঁ অধিনায়ক আগামেম্‌নন্‌ৰ লগত হোৱা বিবাদৰ কথাকে অন্তৰত পোষণ কৰি সমুদ্ৰগামী জাহাজৰ কাষত হাত সাবটি বহি আছিল। ইতিমধ্যে সাগৰৰ পাৰত তেওঁৰ সৈন্যসকলে শৰ, চক্ৰ আৰু বৰ্শা আদি নিক্ষেপ কৰি সময় অতিবাহিত কৰিছিল। ঘোঁৰাবিলাকে ঘৰৰ ভিতৰত সুমুৱাই থোৱা ৰথসমূহৰ ওচৰতে অলসভাৱে গছৰ ডাল-পাত খাই থাকিছিল। সৈন্যবিলাকে সমৰপ্ৰিয় সেনাপতিৰ অনুপস্থিতিত

বিষণ্ন হৈ শিবিৰৰ ওচৰে-পাজৰে অনাই বনাই ফুৰিছিল। যুদ্ধৰপৰা তেওঁলোক বিৰত আছিল।

কিন্তু তেওঁলোকৰ বাহিৰে বাকী সকলোবিলাক সৈন্য-সামন্তই যুদ্ধযাত্রা কৰিলে। সমগ্র সমভূমি অঞ্চল জলন্ত অনলৰ দৰে জিলিকি উঠিল। শয্যাশায়ী বুলি জনশ্রুতি থকা টাইফিউছৰ উপৰি ভাগত অৱস্থিত আৰিমিন পৰ্বতমালাত ক্রুদ্ধ জ্যুছে বজ্রাঘাত কৰোতে যেনেকৈ মেদিনী কম্পমান হয়; ঠিক সেইদৰেই সৈন্যবাহিনীৰ ভৰত পৃথিৱীয়ে আৰ্তনাদ কৰিলে। সিহঁতৰ পদধ্বনি ধৰাৰ বুকুত ধ্বনিত প্রতিধ্বনিত হ'ল।

ইতিমধ্যে ছত্রধাৰী জ্যুছে বায়ুবেগী আইৰিছক এই গুৰুত্বপূৰ্ণ সংবাদ দিবৰ বাবে নগৰলৈ প্রেৰণ কৰিলে। ট্রয়বাসীসকলৰ ল'ৰা-বুঢ়া সকলোটিয়ে প্রায়ামৰ প্রাসাদৰ সমুখত গোট খাই আলাপ-আলোচনা কৰি আছিল। প্রায়াম পুত্র পলাইটিছে বৃদ্ধ ইছিয়েটিছৰ মৈদামৰ ওপৰৰপৰা শত্রুৰ গতি-বিধি পৰ্যবেক্ষণ কৰি আছিল। একিয়ান শিবিৰৰপৰা সশস্ত্র সৈন্যদলে ট্রয় নগৰ আক্রমণ কৰিবলৈ অগ্রসৰ হ'লেই তেওঁ তৎক্ষণাৎ ঘৰলৈ উভতি আহি সেই সংবাদ দিবৰ বাবে প্রস্তুত হৈ আছিল। এতিয়া আইৰিছে সাইলাখ প্লাইটিছৰ ৰূপ ধৰি প্রায়ামক সম্বোধন কৰিলে।

তেওঁ ক'লে, "মহাৰাজ, শান্তিৰ সময়ত আপুনি যেনেকৈ অনৰ্গল কথা পাতি থাকে, এতিয়াও সেই অভ্যাস এৰিব পৰা নাই। অথচ আমাৰ সমুখত জীৱন-মৰণ সমস্যা। মই বহুত যুদ্ধত অংশ গ্রহণ কৰিছো। কিন্তু এনেকুৱা দুৰ্দ্ধৰ্ষ শত্রু ক'তো দেখা পোৱা নাই। সিহঁতে নগৰৰ প্রাচীৰ আক্রমণ কৰিবলৈ হিল-দল ভাঙি আহিছে। অৰণ্যৰ গছ-পাত বা সাগৰৰ বালিকণাৰ দৰে সিহঁতৰ সংখ্যাও অগণন। হেক্টৰ, বিশেষকৈ তুমি মোৰ কথা আখৰে আখৰে পালিব লাগিব। এই বিৰাট পুৰীত আমাৰ পক্ষ অৱলম্বন কৰা বন্ধু বৰ্গৰ সংখ্যা নিচেই কম নহয়। তেওঁলোকৰ সেনাপতিসকলে নিজৰ নিজৰ অধীনত থকা সৈন্যবাহিনীবিলাকৰ ভাৰ লৈ তেওঁলোকক ৰণ-ক্ষেত্রলৈ পৰিচালনা কৰি লৈ যাওঁক। কাৰণ এই বিদেশী সৈন্যবিলাক বিভিন্ন ভাষা-ভাষী।"

দেৱী গৰাকীৰ কণ্ঠস্বৰ হেক্টৰৰ অপৰিচিত নাছিল। তেওঁ তুৰন্তে সভা-ভঙ্গ কৰিলে। সকলোটিয়ে ক্ষিপ্রতাৰে অস্ত্র-শস্ত্র হাতত ললে আৰু ভীষণ সিংহনাদ কৰি পদাতিক আৰু অশ্বাৰোহী সৈন্যসকল যুদ্ধক্ষেত্র অভিমুখে ধাবিত হ'ল।

নগৰৰ বহিৰাংশৰ সমতল অংশত এটা ওখ টিলা আছে। টিলাটোৰ চাৰিওফালে মুকলি পথাৰ। ইয়াৰ মানুহে দিয়া নাম কণ্টকস্তূপ; কিন্তু দেৱতা

সকলৰ ওচৰত ই নৃত্যশীলা মাইৰিণৰ মৈদাম বুলি পৰিচিত। ইয়াতে ট্ৰয়বাসী-সকলে মিত্ৰপক্ষবিলাকক লগত লৈ যুদ্ধৰ বাবে প্ৰস্তুত হ'ল।

ট্ৰয়বাসীসকলৰ সেনাপতি আছিল উজ্জ্বল শিৰস্ত্ৰাণৰ অধিকাৰী প্ৰায়াম পুত্ৰ মহান হেক্টৰ। তেওঁৰ লগত অজস্ৰ সুশিক্ষিত সৈন্য অগ্ৰসৰ হৈছিল। তেওঁলোকৰ প্ৰত্যেকেই আছিল বৰ্শা চালনাত সুনিপুণ।

ডাৰ্ডানিয়ানবিলাকৰ নেতা আছিল এঙ্কাইচিছৰ কীৰ্তিমান সন্তান ইনিয়াছ। ইডা পৰ্বতৰ নিৰ্জন প্ৰান্তৰত এঙ্কাইচিছ দেৱী আফ্ৰোদিতীৰ সৈতে প্ৰণয় পাশত অবদ্ধ হয় আৰু তাৰ ফল স্বৰূপে ইনিয়াছৰ জন্ম হয়। ইনিয়াছৰ উপৰিও এন্টিনৰ পুত্ৰ বিচক্ষণ যোদ্ধা আৰ্কিলকাছ আৰু একেমাছে সেনাপতি হিচাপে সহযোগিতা কৰিছিল।

ইডা পৰ্বতৰ নিম্নভাগত অৱস্থিত জিলিয়া দেশৰ অধিবাসীসকল ট্ৰজানসকলৰে এটা আঢ্যৱন্ত ফৈদ। তেওঁলোকে ইচিপাছ নদীৰ কৃষ্ণ-জল পান কৰে। এপলোৰ অনুগ্ৰহত ধনুৰ্বিদ্যাত পাৰদৰ্শিতা লাভ কৰা, লিকাওন পুত্ৰ পেণ্ডাৰাছ আছিল তেওঁলোকৰ সেনাপতি।

আদ্ৰেষ্টিয়া, আপিচাছ, পিঠিয়া আৰু টিৰিয়াৰ পাৰ্বত্য অঞ্চলত বাস কৰা লোকসকলৰ নায়ক আছিল আড্ৰেষ্টাছ আৰু ক্ষৌমকৱচধাৰী এম্ফিনাছ। তেওঁলোকৰ পিতাক পাৰ্কট দেশীয় মেৰপ্স্ আছিল জ্যোতিষ-শাস্ত্ৰত বিচক্ষণ আৰু অদ্বিতীয় ভৱিষ্যৎ-দ্ৰষ্টা। তেওঁ পুতেকহঁতক যুদ্ধত জীৱন বিপন্ন কৰাৰপৰা প্ৰতি নিবৃত্ত কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু তেওঁলোকে পিতাকৰ কথালৈ কৰ্ণপাত নকৰিলে। মৃত্যুৱে তেওঁলোকক হাত বাউল দি মাতিছিল।

পাৰ্কট, প্ৰেক্টিয়াছ, চিষ্টাছ এবিডাছ আৰু পৱিত্ৰ আৰিছ্‌বিৰ আধিবাসীসকলৰ নেতা আছিল হাইৰেক্টাছ তনয় এচিয়াছ। প্ৰভূত ক্ষমতাশালী এচিয়াছে প্ৰকাণ্ড তেজী ঘোঁৰাৰ চিকুণ পিঠিত উঠি চেলিছ নদী পাৰ হৈ আৰিছ্‌বি প্ৰদেশৰপৰা আহি উপস্থিত হৈছিল।

লাৰিছাৰ নিম্ন-ভূমি নিবাসী পেলাজীয় বৰ্শাচালকসকলৰ সেনাপতি আছিল হিপ্পথাছ। এই লোকসকল আৰিছৰ বংশত জন্মলাভ কৰা হিপ্পথাছ আৰু পাইলিয়াছৰ অনুগামী আছিল। তেওঁলোক দুজন আছিল টিউটেমাছ তনয় লেঠাছৰ পুত্ৰ।

খৰস্ৰোতা হেলিস্পণ্টৰ দ্বাৰা বেষ্টিত ভূমিৰ অধিবাসী থ্ৰেচীয়সকলৰ নায়ক আছিল আকামাছ আৰু সদাশয় পেইৰছ। চিয়াছ নন্দন ৰজা ট্ৰজেনাছৰ পুত্ৰ ইউফিমাছ চিছনীবিলাকৰ সেনাপতি আছিল।

বক্র ধনুৰ অধিকাৰী পিয়নিয়ানবিলাকৰ নেতা আছিল পাইৰেক্‌মিছ। বহল এক্সিয়াছ নদীৰ পাৰত অৱস্থিত সুদূৰ এমিডনৰপৰা তেওঁলোকে যাত্রা কৰিছিল। এই এক্সিয়াছ নদীৰ জলৰাশি পৃথিৱীৰ সকলোবিলাক নদীৰ পানীতকৈ উত্তম।

লোমশ বুকুৰ পাইলিমিনিছ এনিটি প্রদেশৰ অধিবাসী পেফ্লেগনিয়ানসকলৰ অধ্যক্ষ আছিল। বনৰীয়া খচ্চৰৰ কাৰণে প্রসিদ্ধ এই দেশৰ লোকসকলে চাইটৰাচ, ক্রম্‌না, এজিলাছ, পার্বত্য ইৰিথিনী আৰু পার্থেনিয়াছ নদীৰ পাৰত থকা চেছামনৰ আশে-পাশে ধুনীয়া ঘৰ সাজি বাস কৰিছিল।

ৰূপৰ খনিৰ বাবে প্রসিদ্ধ সুদূৰ আলিবি প্রদেশৰ আলিজনিবিলাকৰ নেতা আছিল অডিয়াছ আৰু এপিষ্ট্রফাছ।

ক্রমিছ আৰু ইনমাছ আছিল মিচিয়ানসকলৰ সেনাপতি। ইনমাছ ভৱিষ্যৎ-বক্তা আছিল। চৰাইৰ গতি-বিধিৰপৰা তেওঁ ভৱিষ্যৎ গণনা কৰিব পাৰিছিল। কিন্তু এই বিদ্যা থকা সত্বেও তেওঁ মৃত্যুৰপৰা ৰক্ষা নপৰিল। ট্রজান আৰু তেওঁ-লোকৰ পক্ষ অৱলম্বন কৰা সৈন্যবিলাকক মষিমূৰ কৰাৰ সময়ত ধাবনপটু একিলিছৰ হাতত, নদীৰ বুকুত নিহত হয়।

ফৰচিছ আৰু যুৱৰাজ এস্কেনিয়াছ ৰণ-লিপ্সু ফ্রিজিয়ানসকলৰ সেনাপতি আছিল। তেওঁলোক আছিল সুদূৰ এস্কেনিয়াৰ অধিবাসী। মিয়নিয়ানবিলাকক পৰিচালনা কৰিছিল টেলিমেনিছ তনয় মেষ্টলিছ আৰু এন্টিফাছে। গাইগীয়ান সৰোবৰ টেলিমেনিছৰ জননী। এওঁলোক দুজনৰ অধীনত থকা মিয়নিয়ানবিলাকৰ দেশ হৈছে মলাছ।

কথা-বার্তাত অমার্জিত কেৰিয়ানবিলাকৰ সেনাপতি আছিল নেষ্টিছ। তেওঁলোক মাইলেটাছ, অজস্র গছ-পাতেৰে ভৰা ঠাইৰিছ পর্বত, মিয়েন্দাৰ প্রদেশৰ সমস্ত জান-জুৰি আৰু সুউচ্চ মাইকেল শৃঙ্গৰ গৰাকী। এই মানুহবিলাক নেষ্টিছ আৰু এম্ফিমেকাছৰ লগত আহিছিল। তেওঁলোক দুজন আছিল নমিয়নৰ অভিজাত সন্তান। এম্ফিমেকাছ যে কি মূর্খ আছিল! তেওঁ ৰণলৈ গৈছিল সোণৰ অলঙ্কাৰ পিন্ধি ছোৱালী এজনীৰ বেশত। এই বেশৰ বাবে যে তেওঁ মৃত্যুৰপৰা ৰক্ষা পৰিল এনে নহয়। নদীৰ বুকুত হোৱা যুদ্ধত দূৰদর্শী একিলিছে তেওঁক হত্যা কৰি অলঙ্কাৰবিলাক খুলি লৈ যায়।

সদো শেষত; অশান্ত জেন্থাছ নদীৰ উপত্যকাত অৱস্থিত সুদূৰ লিবিয়া প্রদেশৰ অধিবাসীসকলৰ নেতা আছিল চার্পিডন আৰু অপ্রতিদ্বন্দ্বী গ্লকাছ।

## তিনি

# পেৰিছ আৰু মেনিলাছৰ দ্বন্দ্ব-যুদ্ধ

সেনাপতিসকলে নিজৰ নিজৰ অধীনত থকা সৈন্যবৰ্গক যুদ্ধৰ কাৰণে সজ্জিত কৰাৰ পিছত ট্ৰজানবিলাকে পক্ষীৰ দৰে তুমুল কোলাহল কৰি আগবাঢ়ি যাবলৈ ধৰিলে। শীত কালৰ আৰম্ভণিতে হঠাতে দুই-এজাক বৰষুণ অহাৰ পিছত বগলীবিলাকে যেনেকৈ বিকট আৰাও কৰি সাগৰৰ ফালে উৰি যায় আৰু আকাশৰপৰাই থাপ মাৰি ধৰি ধৰি ক্ষুদ্ৰ জলচৰ জীৱবিলাক বিনাশ কৰে, ঠিক সেইদৰেই তেওঁলোকেও চিএঢৰত গগণ ফালিলে। কিন্তু একিয়ানসকলে আগবাঢ়ি যোৱাৰ সময়ত অলপো শব্দ কৰা নাছিল। পৰস্পৰে পৰস্পৰক সহায় কৰাৰ সঙ্কল্প লৈ তেওঁলোক বীৰদৰ্পে অগ্ৰসৰ হৈছিল।

সমতল পথেদি ক্ষিপ্ৰ গতিৰে যুদ্ধ যাত্ৰা কৰোতে তেওঁলোকৰ খোজত ধূলি উৰি গোটেইখন ধুঁৱলী-কুঁৱলী হৈছিল। দক্ষিণৰপৰা বতাহ বলোতে পৰ্বতৰ শৃঙ্গবিলাক আবৰি ধৰা কুঁৱলীৰ দৰেই এই ধূলিৰ আঁৰকাপোৰখনো যথেষ্ট ডাঠ আছিল। এনেকুৱা কুঁৱলীৰ মাজত গধুৰ শিল এটা কঢ়িয়াই নিব পৰা দূৰত্বলৈয়ো মানুহে মনিব নোৱাৰে; ভেড়াৰখীয়াবিলাকেও গাজি গুমৰি থাকে; মাত্ৰ আনন্দ হয় চোৰৰ; সি ৰাতিতকৈয়ো বেছি সুবিধাজনক অৱস্থা এটাৰ সদ্ব্যৱহাৰ কৰিব পাৰে।

দুয়ো দলৰ মাজত সংঘৰ্ষ হোৱাৰ উপক্ৰম হওঁতেই দেৱতুল্য পেৰিছ ট্ৰয় সৈন্য-বাহিনীৰ মাজৰপৰা ওলাই আহিল। তেওঁ এজন একিয়ান বীৰৰ লগত যুদ্ধ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। তেওঁৰ পিঠিত এখন বাঘ ছাল আছিল; এখন বেঁকা ধেনু আৰু এখন তৰোৱাল তেওঁৰ কান্ধৰপৰা ওলমি আছিল। দুডাল ব্ৰঞ্জৰ বৰ্শা দুই হাতেৰে জোকাৰি তেওঁ যিকোনো এজন আৰ্গিভ যোদ্ধাক দ্বন্দ্ব-যুদ্ধৰ বাবে আহ্বান কৰিলে।

বিচক্ষণ মেনিলাছে পেৰিছক জনতাৰ ভিৰ ঠেলি তেওঁৰ সমুখলৈ আগবাঢ়ি অহা দেখা পাই দুৰ্দান্ত ব্যাধ আৰু বেগী চিকাৰী কুকুৰৰ সকলো প্ৰচেষ্টা ব্যৰ্থ কৰি বনৰীয়া ছাগলী বা শিঙাল শব-পহুৰ প্ৰকাণ্ড মৃত দেহ ভক্ষণ কৰিবলৈ উদ্যত হোৱা ক্ষুধাতুৰ সিংহৰ দৰে আনন্দিত হ'ল। যুৱৰাজ পেৰিছলৈ দৃষ্টি পৰাত মেনিলাছ উল্লাসিত হ'ল, কাৰণ তেওঁৰ প্ৰতি অন্যায় আচৰণ কৰা মানুহটোৰ ওপৰত প্ৰতিশোধ লোৱাৰ এয়ে সুবৰ্ণ সুযোগ বুলি তেওঁৰ ধাৰণা হ'ল। তেওঁ তৎক্ষণাৎ অস্ত্ৰ-শস্ত্ৰেৰে ৰথৰপৰা জপিয়াই পৰিল।

কিন্তু যুৱৰাজ পেৰিছে স্বয়ং মেনিলাছক তেওঁৰ আহ্বান গ্ৰহণ কৰা দেখা পাই আতঙ্কগ্ৰস্ত হৈ প্ৰাণৰ ভয়ত নিজৰ পক্ষৰ সৈন্যবিলাকৰ মাজলৈ পলায়ন কৰিলে। হাবিৰ মাজত সাপৰ আগত পৰিলে উচপ্ খাই ভয়ত শেঁতা পৰি অহা বাটেদি পুনৰ কঁপি কঁপি উভতি যোৱা মানুহৰ দৰেই পেৰিছেও আট্ৰিউছ নন্দনৰ ভয়ত নিজৰ সৈন্য-সামন্তৰ মাজত সোমালগৈ।

হেক্টৰে ককায়েকৰ গতি-বিধি লক্ষ্য কৰি আছিল। তেওঁ পেৰিছক ককৰ্থনা কৰি চিঞৰি চিঞৰি ক'লে, "পেৰিছ তোমাৰ দেখিছো নাৰী মনোহৰ চিকুণ চেহেৰাটোৰ বাহিৰে একো নাই। তুমি জন্ম ল'লা কিয়? তুমি বিয়াৰ আগতে মৰাই ভাল আছিল। তোমাৰপৰাই আমাৰ মান-সম্মান সকলো গ'ল। এইদৰে সকলোৰে নেওচা খাই জীয়াই থকাতকৈ তুমি মৰি যোৱা হ'লেই মই ভাল পালোহেঁতেন। তোমাৰ ধুনীয়া মুখখনি দেখিয়েই আমি তোমাক সেনাপতি পাতিলো। সাহ-পিতৰ কথা চিন্তা কৰাই নহ'ল। তাকে দেখি সৌ দীৰ্ঘকেশী একিয়ানবিলাকে আমাক নহঁহাকৈ থাকিবনে? তুমি এজাক বন্ধুৰে সৈতে জাহাজত উঠি দেশ-বিদেশলৈ গ'লা, বহুত বিদেশী মানুহৰ লগত হলি-গলি কৰিলা আৰু অৱশেষত দূৰণিবটীয়া দেশ এখনৰ যুঁজাৰু মানুহ এঘৰৰপৰা দীপলিপ তিৰোতা এজনী পলুৱাই আনিলা। এই কু-কৰ্ম কৰি তুমি পিতাৰৰ, স্বদেশৰ আৰু স্বজাতিৰ কাৰণে শাওপাতৰ নিচিনা হৈছা। তোমাৰ কীৰ্তি দেখি শত্ৰুৱে ৰং পাইছে। আৰু এতিয়া তুমি লাজত মূৰ দাঙিব নোৱাৰা হ'লা? এতিয়া তোমাক দেখিলে তুমিয়েই সেই অপকৰ্ম কৰি ফুৰা মানুহটো বুলি মোৰ মনে নধৰে। যিজন সাহসী মানুহক তুমি অন্যায় কৰিলা, সেই মানুহজনৰ সন্মুখলৈ যাবলৈ তোমাৰ কলিজা নাই; কাপুৰুষ! যাৰ ৰূপহী ঘৈণীয়েকজনী তুমি হৰি আনিলা; তেওঁ কেনেকৈ যুঁজ কৰে তুমি সোনকালে জানিব পাৰিবা। তোমাৰ হাতত থকা বীণাখন, আফ্ৰোদাইতীৰ বৰ, ধুনীয়া চুলি আৰু চিকুণ চেহেৰা, এইবিলাক একোৱেই তোমাক তেওঁৰ হাতৰপৰা ৰক্ষা কৰিব নোৱাৰে। ট্ৰয় দেশৰ মানুহ-বিলাকৰ অন্তৰ বৰ কোমল। নহ'লে তোমাক কাহানিবাই শিলগুটি দলিয়াই মাৰিলেহেঁতেন; যিমানবোৰহে কু-কৰ্ম তুমি কৰিছা।"

সদাশয় পেৰিছে উত্তৰ দিলে, "হেক্টৰ, তোমাৰ গালি-শপনিবোৰ মিছা নহয়। এষাৰ কথাও তুমি বেছিকৈ কোৱা নাই। তোমাৰ নিচিনা উগ্ৰ সাহসী মানুহ এজনে এইদৰে ক'বই। অলপো জিৰণি নোলোৱাকৈ তুমি কাম কৰি থকা দেখিলে কিহলৈ মনত পৰে জানা? বাঢ়ৈ এজনৰ হাতত থকা কুঠাৰখনলৈ। তেওঁ কুঠাৰখনৰ সহায়তে কাঠ কাটে আৰু জাহাজ সাজি উলিয়াই। কিন্তু অন্ততঃ

কেঁচা সোণ বৰণৰ আফ্ৰোদাইতীৰ বাছকবনীয়া বৰকেইটাৰ কাৰণে তুমি মোক এইদৰে গালি নাপাৰিবা। দেৱতাই অযাচিতে মানুহৰ ওপৰত বৰ্ষণীয়া উপহাৰ বৰষিলে অৱজ্ঞা কৰিব নাপায়, লাগিলে সেই উপহাৰ তেওঁ নলওকেইঁ। যি হওক, যদি মই যুদ্ধ কৰাটোকে ইচ্ছা কৰা, তেনেহ'লে সকলোবিলাক সৈন্য-সামন্ত বহি যাওক। মই দুয়ো পক্ষৰ মাজৰ ঠাইডোখৰতে হেলেন আৰু তেওঁ অনা ধন-সোণ খাতিৰত বাহুবলী মেনিলাছৰ সমুখলৈ যাম। যুদ্ধত জয়লাভ কৰি যিজনেই শ্ৰেষ্ঠ বুলি গণ্য হ'ব, তেৱেঁই ভাবে-ভেটিয়ে হেলেনক নিজৰ ঘৰলৈ লৈ যাব পাৰে। বাকীবিলাকে এই চৰ্তত সন্ধি কৰক যে আমি দ পথাৰৰ দেশ ট্ৰয়তে থাকো আৰু আমাৰ শত্ৰুবিলাক ঘোঁৰা চৰোৱা পথাৰ থকা আৰ্গছ নাইবা সুন্দৰী তিৰোতাৰ দেশ একিয়ালৈ উভতি যাওক।"

পেৰিছৰ কথা শুনি হেক্টৰ অতিশয় আনন্দিত হ'ল। তেওঁ উভয় পক্ষৰ মধ্যৱৰ্তী মুকলি ঠাইখনলৈ ওলাই গৈ, বৰ্শাপাত পথালিকৈ সোঁ-মাজত খামুচি ধৰি ট্ৰজানবিলাকক হেঁাহকাই নিলে। তেওঁলোক সকলোটি বহি পৰিল। কিন্তু দীৰ্ঘকেশী একিয়ানবিলাকে হেক্টৰক লক্ষ্য কৰি শৰ আৰু শিল বৰষিবলৈ ধৰিলে। ৰজা আগামেম্‌ননে হস্তক্ষেপ কৰিবলৈ বাধ্য হ'ল। তেওঁ উচ্চৈস্বৰে ক'লে, "আৰ্গিভসকল, যথেষ্ট হৈছে। অস্ত্ৰ নিক্ষেপৰপৰা বিৰত হোৱা। উজ্জ্বল শিৰস্ত্ৰাণধাৰী হেক্টৰে আমাক কিবা ক'ব খুজিছে।"

সৈন্যবৰ্গ আক্ৰমণৰপৰা নিবৃত হ'ল। সকলোৱে নিতাল মাৰিলে। তেতিয়া উভয় পক্ষৰ মাজৰপৰা হেক্টৰে ক'লে, "ট্ৰজান আৰু একিয়ান সৈন্যসকল, শুনক, যাৰ কাৰণে আমাৰ এই বিপদ আৰম্ভ হ'ল সেই পেৰিছে এটা প্ৰস্তাৱ দিছে। তেওঁ এই পৰামৰ্শ আগবঢ়াইছে যে সৈন্যসকলে অস্ত্ৰ-শস্ত্ৰ মাটিত নমাই থ'লে তেওঁ দুই সৈন্যবাহিনীৰ মাজত থকা ঠাইডোখৰতে মেনিলাছৰ লগত দ্বন্দ্ব-যুদ্ধ কৰিব। এই দ্বন্দ্ব-যুদ্ধৰ উদ্দেশ্য হৈছে—হেলেন আৰু তেওঁৰ সা-সম্পত্তি। যিজনে যুদ্ধত জয়লাভ কৰি নিজৰ শ্ৰেষ্ঠতা প্ৰতিপন্ন কৰিব পাৰিব, তেৱেঁই সকলো সা-সম্পত্তিৰ সৈতে হেলেনক লাভ কৰি নিজৰ ঘৰলৈ লৈ যাব পাৰিব। আৰু আমিও শান্তিৰ কাৰণে চুক্তিবদ্ধ হ'ব পাৰিম।"

সকলোৱে নিটাল মাৰি হেক্টৰৰ মন্তব্য শুনিলে। অৱশেষত ৰণ-হুঙ্কাৰত অভিজ্ঞ মেনিলাছে ক'লে, "এতিয়া মোৰ কথালৈ কাণ দিয়ক। ময়েই আচল ভুক্তভোগী। পেৰিছ আৰু মোৰ মাজত হোৱা এই বিৰোধৰ কাৰণে আৰ্গিভসকলে অপাৰ দুখ-কষ্ট সহ্য কৰিব লগা হৈছে। এতিয়া তেওঁলোকে শান্তিৰে উভতি যাব পাৰিব। আমাৰ বিবাদখনৰ মূল হৈছে পেৰিছ। আমাৰ যেই কোনো

এজনৰ মৃত্যু অনিবাৰ্য; অদৃষ্টৰ বাছনিত তেওঁ উঠিয়েই আছে। তাৰ পিছত আপোনালোকৰ শত্ৰুতাৰ সামৰণি পৰিব। এটা বগা মতা ভেড়া আৰু এজনী ক'লা মাইকী ভেড়া ছাগলী ইয়ালৈ লৈ আহক। আমি ধৰিত্ৰী আৰু সূৰ্য দেৱতাৰ পূজা কৰিম; জ্যুছৰ প্ৰতিও এটা পশু নিবেদন কৰিম। ইয়ালৈ ৰজা প্ৰায়ামকো মাতিব লাগিব। তেওঁ যথাবিহিতভাৱে শপত খাব লাগিব। কাৰণ তেওঁৰ পুতেকবিলাক অহঙ্কাৰী আৰু দুৰ্নীতিপৰায়ণ। কোনোবাই বিশ্বাসঘাতকতা কৰি এই গুৰুত্বপূৰ্ণ সন্ধিৰ চৰ্তবিলাক উলঙ্ঘা কৰা আমাৰ কাম্য নহয়। ডেকা মানুহবিলাক চঞ্চল প্ৰকৃতিৰ; কিন্তু বুঢ়া এজনে এনেকুৱা কামত এবাৰ হাত দিলে ভূত-ভৱিষ্যতৰ কথা চিন্তা কৰি চায় আৰু দুয়ো পক্ষৰ মঙ্গলৰ কাৰণে যথাসাধ্য চেষ্টা কৰে।"

ট্ৰজান আৰু একিয়ান উভয় পক্ষই মেনিলাছৰ প্ৰস্তাৱ অনুমোদন কৰিলে। কাৰণ তাৰপৰা তেওঁলোকে সামৰিক যন্ত্ৰণাৰপৰা অব্যাহতি পাব বুলি আশা কৰিছিল। ৰথীসকল পদাতিক বাহিনীৰ ফালে পিছ হোঁহকি গৈ ৰথৰপৰা নামিলে আৰু সাজ-সজ্জাবিলাক শাৰী শাৰীকৈ মাটিত সজাই থ'লে। ৰজাক মাতিবলৈ আৰু ভেড়া ছাগলীবিলাক আনিবৰ বাবে হেক্টৰে কোবাকুবিকৈ নগৰলৈ দুজন দূত পঠিয়ালে। ৰজা আগামেম্‌ননে ছাগলী পোৱালি এটা আনিবৰ কাৰণে টাল্‌থি-বিয়াছক জাহাজলৈ পঠিয়ালে। ৰজাৰ আদেশ শিৰোধাৰ্য কৰি টাল্‌থিবিয়াছ তুৰন্তে প্ৰস্থান কৰিলে।

ইতিমধ্যে আইৰিছে এন্টিনৰ পুত্ৰ ৰজা হেলিকাওনৰ লগত বিয়া হোৱা, প্ৰায়ামৰ জীয়ৰী আৰু হেলেনৰ ননদ লাওচিছিৰ ৰূপ ধৰি শ্বেতহস্তা হেলেনৰ আগত এই বাতৰিটো প্ৰকাশ কৰিলে। সেই সময়ত হেলেনে কাৰেঙত বৰ বহল ৰঙা কাপোৰ এখন বৈ আছিল। সেই কাপোৰখনত তেওঁৰ কাৰণেই ট্ৰজান আৰু একিয়ান-বিলাকৰ মাজত হোৱা যুদ্ধখনৰ দৃশ্যকেইটিমান ফুল বাছি তুলিছিল। আইৰিছে দ্ৰুতপদে তেওঁৰ ওচৰ চাপি ক'লে, "নবৌ, চোৱাহিচোঁন, চোৱাহি, ট্ৰয় আৰু একিয়াৰ সৈন্যবিলাকে কি কৰিছে? মাত্ৰ অলপ আগতে তেওঁলোকৰ ভিতৰত এখন ভয়ঙ্কৰ ৰণ লগাৰ উপক্ৰম হৈছিল। কিন্তু এতিয়া তেওঁলোকে ঢাল, বৰ্ষা আদি অস্ত্ৰ-শস্ত্ৰ সামৰি থৈ মনে মনে বহি আছে। যুদ্ধ নহয়, পিছে পেৰিছ আৰু মেনিলাছে হাতত বৰ্ষা লৈ যুদ্ধ কৰিব আৰু যিজন জিকিব তেৱেঁই তোমাক লাভ কৰিব।"

দেৱীগৰাকীৰ কথা শুনি হেলেনৰ অন্তৰখন গলি গ'ল; তেওঁৰ প্ৰাক্তন স্বামী, মাক-বাপেক আৰু এৰি থৈ অহা নগৰখনৰ স্মৃতিয়ে তেওঁক ব্যাকুল কৰিলে। তেওঁ বগা ওৰণি এখন মূৰত লৈ চকুপানী টুকি টুকি শোৱনি-কোঠাৰপৰা ওলাই গ'ল।

তেওঁৰ লগত তুলৱাকী সখীয়েকো আছিল। তেওঁলোক আছিল পিঠিউছ ছুহিতা ইথ্ৰী আৰু কৃষ্ণনেত্ৰা ক্লাইমিনী। অলপ সময়ৰ ভিতৰতে তেওঁলোক স্কিয়ান তোৰণৰ ওচৰত উপস্থিত হ'ল।

এই তোৰণখনৰ কাষতে প্ৰায়ামে নগৰৰ মুখিয়াল লোকসকলৰ লগত কথোপ-কথন কৰি আছিল। মুখিয়ালসকলৰ ভিতৰত আছিল পেন্থাছ, ঠাইমোচ্ছি, লেম্পাছ, ক্লাইটিয়াছ, ৰণ-দেৱতাৰ বংশসম্ভূত হিছিটাওন আৰু তেওঁৰ উকালিগণ আৰু এন্টিনৰ নামৰ ছুজন পৰামৰ্শদাতা। বয়স হোৱাৰ কাৰণে তেওঁলোকে যুঁজ-বাগৰ কৰিবলৈ অক্ষম হৈছিল, কিন্তু ট্ৰয়ৰ এই প্ৰবীণ লোকসকলে হাবিতলীয়া ঠাইত অবিৰাম চিঞৰি থকা জিলীৰ দৰে চমৎকাৰ বক্তৃতা দিব পাৰিছিল। হেলেনক ওচৰ চপা দেখি তেওঁলোকৰ কথা-বাৰ্তাৰ সুৰ বদলি হ'ল। তেওঁলোকে মৃদুভাৱে পৰস্পৰক সুধিলে, "এনে এগৰাকী ললনাৰ হে ট্ৰজান আৰু একিয়ান-বিলাকে ইমান দিন যুদ্ধ কৰাৰ কাৰণে কোনেনো তেওঁলোকক দূষিব! সঁচাকৈয়ে এটি দেৱী প্ৰতিমা। তথাপি সুন্দৰী হওক বা যিয়েই হওক, আমাক আৰু আমাৰ সতি-সন্ততিক বিপদত নেপেলাই তেওঁ ইয়াৰপৰা বিদায় লোৱাই মঙ্গল।"

ইতিমধ্যে প্ৰায়ামে হেলেনক ওচৰলৈ মাতি নি ক'লে, "আহা, আই, মোৰ সমুখতে বহাহি। তেতিয়াহ'লে তুমি তোমাৰ পূৰ্বৰ স্বামী, বন্ধু-বান্ধৱ আৰু আত্মীয়-স্বজনক দেখিবলৈ পাবা। মোৰ তোমাৰ প্ৰতি অকণো বেয়া ভাব নাই। মই দেৱতাসকলকহে দোষ দিওঁ। তেওঁলোকেই একিয়ানসকলৰ লগত আমাৰ এই যুদ্ধখন লগালে। বাৰু আই, কোৱাচোন, সৌ দৈত্য যেন মানুহজননো কোন? আৰু সৌ ওখ আৰু শুৱনী একিয়ানজননো কোন? তেওঁতকৈ ওখ মানুহ বহুত আছে যদিও তেওঁৰ নিচিনা সুন্দৰ ৰূপ আৰু ৰাজোচিত গাম্ভীৰ্যৰ পুৰুষ মই এজনো দেখা নাই। নিসন্দেহে তেওঁ এজন ৰজা। চেহেৰাই-পাতিয়ে তেওঁৰ ৰাজ-মৰ্যাদা ফুটি উঠিছে।"

ৰূপ-লাৱণ্যৰ ৰাণী হেলেনে উত্তৰ দিলে, "পূজনীয় দেউতা; আপুনি মোৰ ভক্তি আৰু শ্ৰদ্ধাৰ পাত্ৰ। মোৰ স্বামীৰ ৰাজকাৰেং, আত্মীয়-স্বজন, মোৰ অতি চেনেহৰ ছোৱালীজনী আৰু একেলগে উমলি-জামলি ডাঙৰ দীঘল হোৱা বন্ধু-বান্ধৱ সকলোটিকে পৰিত্যাগ কৰি আপোনাৰ পুতেকৰ লগত ইয়ালৈ পলাই অহাতকৈ মোৰ মৰণেই শ্ৰেয় আছিল। কিন্তু কপালত কষ্ট থকাৰ কাৰণে ঘটনাবোৰ সেইদৰে নঘটিল। তথাপি মোক সোধা প্ৰশ্নবোৰৰ উত্তৰ দিছো। আপুনি দেখুওৱা মানুহজন হৈছে আট্ৰিউছনন্দন সম্ৰাট আগামেম্‌নন। তেওঁ এজন অকল শ্ৰেষ্ঠ ৰজাই নহয়, বৰ্শাচালক হিচাপেও তেওঁ সুনিপুণ। এসময়ত তেওঁ মোৰ

বৰজনা আছিল। কিন্তু মোৰ নির্লজ্জ আচৰণৰ বাবেই সকলো এতিয়া সপোন যেন লাগিছে।"

এই কথা শুনি বৃদ্ধই ঈর্ষাকাতৰ অথচ সপ্রশংস দৃষ্টিৰে আগামেম্‌ননক নিৰীক্ষণ কৰি ক'লে, "আহা আট্রিউছৰ ভাগ্যৱান পুত্র, তুমি সৌভাগ্যৰ সন্তান। দেৱতা-সকলেও তোমাক কৰুণা কৰিছে। তেনেহলে হাজাৰ হাজাৰ একিয়ান তোমাৰেই আজ্ঞাধীন? এবাৰ মই আঙুৰ আৰু ঘোঁৰাৰবাবে প্রসিদ্ধ ফ্রিজীয়া দেশলৈ গৈছিলো। সেই সময়ত আট্রিউছ আৰু ৰজা মিগ্‌ডনৰ সৈন্য-সামন্তসকলে ছাঙ্গাৰিয়াছ নদীৰ পাৰত শিবিৰ পাতি আছিল। ফ্রিজিয়ানবিলাকৰ জন-বলৰ বিষয়ে মোৰ তেতিয়াহে এটা ধাৰণা হ'ল। ময়ো তেওঁলোকৰ শিবিৰত থাকোতেই পুৰুষৰ দৰে অস্ত্র ধাৰণ কৰা আমাজনবিলাকে আমাক আক্রমণ কৰিছিল। কিন্তু তিৰবিৰাই থকা চকুৰ একিয়ানবিলাকৰ তুলনাত তেওঁলোকৰ সংখ্যাও নগণ্য।"

ইয়াৰ পিছত ওডিচ্যুছ বৃদ্ধৰ চকুত পৰিল। তেওঁ মাত লগালে, "আইটি, এতিয়া মোক কোৱাচোন সৌ মানুহজননো কোন? ৰজা আগামেম্‌ননতকৈ তেওঁ এবেগেতমান চাপৰ। কিন্তু তেওঁৰ বুকু আৰু কান্ধ বৰ বহল। অস্ত্র-শস্ত্রবিলাক মাটিত থৈ তেওঁ সৈন্যবিলাক পৰিদর্শন কৰি ঘুৰি ফুৰিছে। তেওঁক দেখিলে বগা ভেড়া ছাগলীৰ পাল এটাক বশ কৰি ৰখা নোমাল মতা ভেড়া এটালৈ মোৰ মনত পৰে।"

জ্যুছ-দুহিতা হেলেনে উত্তৰ দিলে, "তেওঁ হৈছে লার্টিছৰ পুত্র সুচতুৰ ওডিচ্যুছ। তেওঁৰ জন্মভূমি ইথাকা, অনুর্বৰ শিলাময় দেশ। কিন্তু চক্রান্ত আৰু কূটকৌশলত তেওঁ অদ্বিতীয়।"

হেলেনে দিয়া ওডিচ্যুছৰ বর্ণনাত বহুণ চৰাই সুবিজ্ঞ এন্টিনাছে ক'লে, "কুঁৱৰী, তোমাৰ কথা মই সমর্থন কৰিছো। ওডিচ্যুছ ইয়াতো উপস্থিত হৈছিল। তেওঁ তোমাৰ বিষয়ে আঁতি-গুৰি ল'বলৈ মেনিলাছৰ লগত ইয়ালৈ আহিছিল। ময়েই তেওঁলোকক সম্বর্দ্ধনা কৰিছিলো। মোৰ ঘৰতে তেওঁলোকক অভ্যর্থনা কৰা হৈছিল। গতিকে তেওঁলোকৰ কেৱল শাৰীৰিক আকৃতিয়েই মোৰ পৰিচিত নহয়, তেওঁলোকৰ চিন্তাধাৰা সম্পর্কেও মোৰ অভিজ্ঞতা আছে। ট্রয়বাসীসকলৰ লগত থিয় হৈ আলোচনা কৰি থাকোতে দেখা গৈছিল যে বহল বুকুৰ মেনিলাছেই সবাতকৈ ওখ। কিন্তু বহি থাকোতে ওডিচ্যুছকে বেছি শক্তিশালী যেন লাগিছিল। অৱশেষত তেওঁলোকৰ নিজ অভিমত প্রকাশ কৰাৰ পাল পৰিল। মেনিলাছৰ ভাষণ আছিল শব্দশৰীৰা, সংক্ষিপ্ত আৰু প্রাঞ্জল। তেওঁ বেছি কথাৰ মানুহ নাছিল আৰু সেই কাৰণে বয়সত ওডিচ্যুছতকৈ সৰু আছিল যদিও তেওঁ

পোনপটিয়াভাৱে কৈছিল। কিন্তু সুচতুৰ ওডিচ্যুচৰ বক্তৃতা সম্পূৰ্ণ বিপৰীত ধৰণৰ আছিল। তেওঁ দৃঢ়ভাৱে তললৈ মূৰ কৰি থিয় হৈছিল আৰু সেই অৱস্থাতেই ইফালে সিফালে দৃষ্টি নিক্ষেপ কৰিছিল। অলপো লৰচৰ নকৰাকৈ তেওঁ দণ্ডডাল জোৰেৰে মুঠি মাৰি ধৰি আছিল, যেন তেওঁ কোনোকালে দণ্ডডাল ব্যৱহাৰ কৰি পোৱাকে নাছিল। তেওঁক দেখা পালে এনে ভাব হ'লহেঁতেন যে মানুহজন গোঙোৰা আৰু জধামূৰ্খ। কিন্তু যি মুহূৰ্ততে তেওঁৰ গলগলীয়া মাতটো বুকুৰ মাজৰপৰা বজনজনাই ওলাই আহিল আৰু আখৈ ফুটাৰ দৰে মুখৰপৰা কথা ওলাবলৈ ধৰিলে, তেতিয়া তেওঁৰ লগত ফেৰ মাৰিব পৰা লোক নাছিল। তেওঁৰ ফালে চাই তেতিয়াহে আমি উপলব্ধি কৰিলো যে তেওঁৰ বিষয়ে আমাৰ পূৰ্বৰ ধাৰণা ভ্ৰান্ত আছিল।"

বৃদ্ধ ৰজাৰ দৃষ্টিগোচৰ হোৱা তৃতীয়জন লোক আছিল আয়াছ। তেওঁ সুধিলে, "সকলোতকৈ ওখ সেই চাৰু-দৰ্শন আৰু ঋজু দেহৰ পুৰুষজননো কোন?"

লাৱণ্যময়ী দীৰ্ঘ-বসনা হেলেনে উত্তৰ দিলে, "সেইজন হৈছে বিৰাট বপু আয়াছ। একিয়ানসকলৰ শক্তি স্তম্ভ স্বৰূপ। তেওঁৰ ওচৰতে থকা সেইজন আইডমিনিউছ। সেনাপতিসকলেৰে পৰিবৃত হৈ তেওঁ ক্ৰীটবাসী সৈন্যসকলৰ মাজত দেৱতাৰ দৰে থিয় হৈ আছে। ক্ৰীটৰপৰা ফুৰিবলৈ আহোঁতে স্বামী মেনিলাছে আমাৰ ঘৰত তেওঁক প্ৰায়ে অভ্যৰ্থনা কৰিছিল। এতিয়া মই চিনি পোৱা সকলোবিলাক একিয়ান সেনাপতিকে দেখিবলৈ পাইছো; কিন্তু দুজনক দেখা পোৱা নাই। তেওঁলোক হৈছে অশ্ব-পালক কেষ্টৰ আৰু মহান মুষ্টি যোদ্ধা পলিডিউচিছ। তেওঁলোক মোৰ সহোদৰ ভাই, আমি একেগৰাকী আইৰে সন্তান। হয় তেওঁলোকে ৰমণীয় লাছিডিমনৰপৰা আহি সৈন্যবাহিনীত যোগ দান নকৰিলে, নহয় মোৰ কলঙ্কিত নামটোৰ কাৰণে অপমানিত হোৱাৰ আশঙ্কাত তেওঁলোক সাগৰ পাৰ হৈ ইয়ালৈ আহিছে যদিও যুদ্ধত অংশ গ্ৰহণ কৰিবলৈ অনিচ্ছুক।"

হেলেনে জনা নাছিল যে চেনেহী জন্মভূমি লাছিডিমনত থাকোতেই তেওঁলোকক সুফলা, শস্যশ্যামলা ধৰিত্ৰীয়ে নিজৰ কোলাত আশ্ৰয় দিলে।

ইতিমধ্যে ঘোষকসকলে নগৰৰ মাজেদি এহাল ভেড়া ছাগলী, এটা ছাগলী ছালৰ মোনাত মিঠা মদ আৰু দেশীয় ফল-মূল লৈ আহিছিল। শান্তি প্ৰতিষ্ঠাৰ অৰ্থে হ'ব লগা সন্ধিৰ চৰ্তসমূহো তেওঁলোকে বহন কৰিছিল। ইডিউছ নামৰ ঘোষকজনে হাতত এটা চিকচিকাই থকা ভৃঙ্গাৰ আৰু কেইটামান সোণৰ পিয়লা লৈ ৰজা প্ৰায়ামৰ ওচৰ চাপিল আৰু তেওঁক উপস্থিত কৰ্তব্যৰ বিষয়ে

সচেতন কৰি ক'লে, "মহাৰাজ, উঠক, ট্ৰয় আৰু একিয়াৰ সেনাপতিসকলে যুদ্ধ বিৰতিৰ প্ৰস্তাৱ কৰি আপোনাক ৰণ-ক্ষেত্ৰলৈ মাতি পঠিয়াইছে। মেনিলাছ আৰু পেৰিছে হেলেনৰ বাবে হাতত দীঘল বৰ্শা লৈ যুদ্ধ কৰিব। বিজেতাজনেই হেলেন আৰু যাৱতীয় ধন-ৰত্নৰ অধিকাৰী হ'ব। বাকীবিলাক শান্তি স্থাপনৰ বাবে চুক্তিবদ্ধ হ'ব। সেই চুক্তি অনুসাৰে আমি ট্ৰয়ৰ নিম্ন ভূমিতে থাকিম আৰু শত্ৰুবিলাক অশ্বসমৃদ্ধ আৰ্গছ আৰু ৰূপৱতী ৰমণীৰ দেশ একিয়ালৈ জাহাজত উভতি যাব।"

এই কথা শুনি বৃদ্ধ শিয়ৰি উঠিল। কিন্তু তেওঁ অনুচৰবিলাকক ৰথ প্ৰস্তুত কৰিবলৈ আদেশ দিলে। তেওঁলোকেও তুৰন্তে ৰাজ আজ্ঞা পালন কৰিলে। ৰথত আৰোহণ কৰি প্ৰায়ামে বল্গা হাতত ল'লে; এন্টিনৰো চমৎকাৰ ৰথখনত উঠি তেওঁৰ কাষতে বহিল। ছিয়ানতোৰণ পাৰ হৈ তেওঁলোকে মুকলি পথাৰখনৰ ফালে ৰথ চলাই দিলে।

সমবেত সৈন্যবাহিনীৰ ওচৰ পাই তেওঁলোকে ৰথৰপৰা অৱতৰণ কৰি ধৰণীৰ উদাৰ বুকুত ভৰি দিলে আৰু ট্ৰজান আৰু একিয়ান সৈন্যসকলৰ মাজত থকা ঠাইখনত উপস্থিত হ'ল। ৰজা আগামেম্‌নন আৰু সুচতুৰ ওডিছ্যুছ একেলগে বহাৰপৰা উঠিল। সু-সজ্জিত ঘোষকবৃন্দই বলিৰ পশুবিলাক লৈ আহিল আৰু ভৃঙ্গাৰত মদিৰা প্ৰস্তুত কৰি ৰজাক হাত ধুবলৈ পানী দিলে। ইয়াৰ পিছত আগামেম্‌ননে সচৰাচৰ তৰোৱালৰ লগতে লৈ ফুৰোৱা ছুৰী-কটাৰী এখন উলিয়াই ভেড়া পোৱালিৰ মূৰৰ নোমকেইডালমান কাটি ল'লে। এই নোমবিলাক ঘোষক-সকলে একিয়া আৰু ট্ৰয়ৰ সেনাপতিসকলৰ মাজত বিতৰণ কৰিলে। এতিয়া আগমেম্‌ননে উৰ্দ্ধবাহু হৈ সকলোৱে শুনিব পৰাকৈ উচ্চকণ্ঠে প্ৰাৰ্থনা কৰিলে, "হে ইডা শিখৰৰ অধীশ্বৰ, সুমহান, যশস্বী জ্যুছ; হে সৰ্বজ্ঞ সূৰ্য দেৱতা, জগতৰ কোনো বস্তুৱেই যাৰ শ্ৰুতি বা দৃষ্টিৰ বহিৰ্ভূত নহয়, হে নদ-নদীসমূহ, হে পৃথিৱী আৰু মৃতলোকৰ আত্মাক যথাবিহিত শাস্তি বিহা ৰসাতলৰ দেৱতাসকল; তোমালোক সকলোকে সাক্ষী কৰি আমি প্ৰতিজ্ঞাবদ্ধ হ'ব খুজিছো, তোমালোকৰ কৃপাত সেই প্ৰতিজ্ঞা যেন আমি ৰক্ষা কৰিব পাৰো। যদি পেৰিছে মেনিলাছক বধ কৰে তেন্তে তেৰেঁই হেলেন আৰু যাৱতীয় ধন-সম্পত্তিৰ অধিকাৰী হ'ব আৰু আমি সমুদ্ৰগামী জাহাজত উঠি ইয়াৰপৰা আঁতৰি যাম। কিন্তু যদিহে ৰক্তকেশী মেনিলাছে পেৰিছক নিধন কৰে, তেন্তে ট্ৰয়বাসীসকলে সকলো সা-সম্পত্তিৰে সৈতে হেলেনক সমৰ্পণ কৰিব লাগিব। অকল সেয়ে নহয়, তেওঁলোকে এনে প্ৰৱণেৰে আৰ্গিভসকলৰ ক্ষতিপূৰণ কৰিব লাগিব যাতে আমাৰ সন্তি-সন্ততিয়ে সেই

কথা মনত ৰাখিব পাৰে। আৰু পেৰিছৰ মৃত্যু হোৱা সত্ত্বেও যদি প্ৰায়াম আৰু তেওঁৰ পুত্ৰসকলে উপযুক্ত ক্ষতিপূৰণ আদায় কৰিবলৈ অসম্মতি প্ৰকাশ কৰে তেন্তে মই ইয়াতে থাকিম আৰু চুক্তি মতে দিব লগা অৰ্থ আদায় নোহোৱা পৰ্যন্ত যুদ্ধ কৰিম।"

ইয়াকে কৈ আগামেম্‌ননে ব্ৰঞ্জৰ কটাৰীখনেৰে নিৰ্মমভাৱে ভেড়া-পোৱালিকেইটাৰ ডিঙি কাটি পেলালে। মৃত্যু যন্ত্ৰণাত সিহঁত মাটিত বাগৰি পৰিল আৰু সেই অৱস্থাতেই শেষ নিশ্বাস ত্যাগ কৰিলে। তেওঁলোকে ভৃঙ্গাৰৰপৰা পিয়লা ভৰাই মদিৰা ল'লে আৰু সেই সুৰা মাটিত ঢালি শাশ্বত দেৱতাসকলৰ প্ৰতি প্ৰাৰ্থনা জনালে। এই দৃশ্য চাই থকা ট্ৰয় আৰু একিয়াৰ সৈন্যবৰ্গয়ো প্ৰাৰ্থনা কৰিলে। প্ৰাৰ্থনাৰ মন্ত্ৰ একেটাই আছিল। "হে সুমহান; যশস্বী জ্যুছ, আৰু হে অমৰ দেৱতাসকল, যিটো পক্ষই এই প্ৰতিজ্ঞা ভঙ্গ কৰে, এই মাটিত ঢলা মদৰ দৰেই যেন তেওঁলোকৰ মস্তিষ্ক ধূলিত বিলীন হয়। অকল তেওঁলোকেই নহয়, তেওঁলোকৰ সতি-সন্ততিৰো যেন এই অৱস্থা হয়।" তেওঁলোকে এইদৰেই শান্তি কামনা কৰিছিল। কিন্তু শান্তি প্ৰতিষ্ঠা জ্যুছৰ অভিপ্ৰেত নাছিল।

এইবাৰ ডাৰ্ডানীয় প্ৰায়ামে সকলোৰে শুনাকৈ ক'লে, "ট্ৰয় আৰু একিয়াৰ সৈনিকসকল, মোৰ কথালৈ মনোযোগ দিয়াহঁক। মই এই মুহূৰ্ত্তে বতাহে কোবোৱা ইলিয়ামলৈ উভতি যাম। কাৰণ মোৰ নিজৰ ল'ৰাটোৰে পৰাক্ৰমী মেনিলাছৰ লগত যুদ্ধ কৰা দৃশ্য মই চাব নোৱাৰিম। তেওঁলোক দুয়োৰো ভিতৰত কোনজনৰ মৃত্যু অৱধাৰিত, জ্যুছ আৰু অন্যান্য অমৰ দেৱতাসকলৰ অজ্ঞাত নহয় বুলিয়েই মোৰ বিশ্বাস।"

এইবুলি কৈ শ্ৰদ্ধেয় ৰজাজনে নিজহাতে ভেড়াকেইটা ৰথত তুলি ল'লে আৰু স্বয়ং আৰোহণ কৰি বল্গা ধাৰণ কৰিলে। এণ্টিনৰেও সুৰম্য ৰথখনত উঠি ৰজাৰ কাষতে বহিল আৰু দুয়ো ইলিয়াম অভিমুখে ৰথ চলাই দিলে।

প্ৰায়াম পুত্ৰ হেক্টৰ আৰু প্ৰশংসনীয় ওডিছ্যুছে ঠাইখন জুখিলে আৰু কোনজনে প্ৰথমে বৰ্শা নিক্ষেপ কৰিব পাৰিব তাকে নিৰ্ণয় কৰিবৰ বাবে ভাগ্য পৰীক্ষা কৰিলে। এই কাম-কাজবিলাক নিৰীক্ষণ কৰি থকা সৈন্যসকলে দেৱতাসকলৰ উদ্দেশ্যে ওপৰলৈ হাত দাঙি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে, "হে পৰম পিতা জ্যুছ, হে ইডা শিখৰৰ অধীশ্বৰ, হে সুমহান, হে সমুজ্জ্বল! যিজন মানুহে দুয়ো পক্ষৰ লোকসকলক—অপাৰ দুখ দুৰ্গতিৰ সমুখীন কৰিলে সেই মানুহজনৰ মৃত্যু হওক আৰু তেওঁ ৰসাতললৈ প্ৰস্থান কৰক। আমাৰ মাজত শান্তি প্ৰতিষ্ঠা হওক।" উভয় পক্ষই এইদৰেই প্ৰাৰ্থনা কৰিছিল।

তেওঁলোকৰ প্ৰাৰ্থনা শেষ হ'ল। তেতিয়া মহান হেক্টৰে ধাতব-শিৰস্ত্ৰাণ এটাত দুয়োজনৰ বাবে নিৰ্দ্ধাৰণ কৰা দুটা প্ৰতীক অলক্ষিতে জোকাৰি দিলে। তাৰে এটা বাহিৰত ওলাই পৰিল। সেই প্ৰতীকটো আছিল পেৰিছৰ।

সৈন্যসকল শাৰী পাতি বহিল। তেওঁলোকৰ কাষত থকা ওখ ঘোঁৰাবিলাকৰ পিঠিত অস্ত্ৰ-শস্ত্ৰবিলাক জাপি থোৱা আছিল। হেলেনৰ স্বামী যুৱৰাজ পেৰিছে বৰ্ম-শিৰস্ত্ৰাণ আদিৰে নিজকে সুসজ্জিত কৰিলে। প্ৰথমেই তেওঁ জঙ্ঘাত্ৰাণ পৰিধান কৰিলে। সৰু গাঁঠিত বান্ধিব পৰাকৈ তাত ৰূপালী ফিটা লগোৱা আছিল। তাৰ পিছত তেওঁ বুকুখন বৰ্মাবৃত কৰিলে। বৰ্মটো ভায়েক লিকাওনৰ আছিল। সেই দেখি তেওঁ টানি-আজুৰি গাত খুৱাই ল'ব লগা হ'ল। ৰূপৰ মণিৰে কাৰুকাৰ্য কৰা নালৰ দুখন তৰোৱাল আৰু এখন ডাঠ ঢাল কান্ধত আঁৰি ল'লে। এটি সুনিৰ্মিত শিৰস্ত্ৰাণ সুদৃঢ় মস্তকত ধাৰণ কৰিলে। তাৰ চূড়াত ঘোঁৰা নোমৰ পাখি এটা ভীতিপ্ৰদভাৱে ওলমি আছিল। সৰ্বশেষত তেওঁ ভালকৈ খামুচি ধৰিব পৰা প্ৰকাণ্ড বৰ্শা এপাত হাতত ল'লে।

যুদ্ধানুৰাগী মেনিলাছো এইদৰেই সজ্জিত হ'ল। আৱশ্যকীয় প্ৰস্তুতিৰ পিছত স্ব-পক্ষীয় সৈন্যবাহিনীৰ শাৰীৰ পিছতে তেওঁলোক উভয়ে সমুখত থিয় হ'ল। তাৰ পিছত তেওঁলোক উভয় পক্ষৰ সোঁমাজত থকা ঠাইডোখৰলৈ অগ্ৰসৰ হ'ল। তেওঁলোক দুয়োজনৰ বিভীষণ মূৰ্তি দেখি অশ্বপালক ট্ৰজান আৰু একিয়ান যোদ্ধাসকল মন্ত্ৰমুগ্ধ হ'ল। মাজত বেছি ব্যৱধান নাৰাখি দুয়ো মাফ-জোখ কৰি থোৱা ঠাইখনত থিয় হ'ল আৰু পাৰস্পৰিক বিদ্বেষত সশস্ত্ৰে আস্ফালন কৰিবলৈ ধৰিলে। পেৰিছেই পোনপ্ৰথমে দীৰ্ঘছায়াবিশিষ্ট' বৰ্শাপাত নিক্ষেপ কৰিলে। বৰ্শাপাত মেনিলাছৰ ঘূৰণীয়া ঢালখনত লাগিল, কিন্তু ভেদ কৰিব নোৱাৰিলে। ঢালত লাগি ব্ৰঞ্জৰ জোঙা আগটো বেঁকা হৈ গ'ল। তাৰ পিছত আট্ৰিউছ নন্দন মেনিলাছে হাতত বৰ্শা লৈ এইদৰে জনক জ্যুছক প্ৰাৰ্থনা কৰিলে, "হে জগতৰ অধিপতি জ্যুছ, পেৰিছে আৰম্ভণিৰপৰাই মোৰ প্ৰতি অন্যায় আচৰণ কৰি আহিছে। মই যেন এতিয়া তেওঁৰ ওপৰত প্ৰতিশোধ ল'ব পাৰো। মোৰ অস্ত্ৰৰ যোগেদিয়েই তেওঁৰ বিনাশ হওক, যাতে অতিথিপৰায়ণ গৃহস্থৰ ক্ষতি সাধন কৰাৰ চিন্তা মনলৈ আহিলেই আমাৰ বংশধৰবিলাক শিয়ৰি উঠে।"

এই বুলি তেওঁ দীৰ্ঘছায়াবিশিষ্ট বৰ্শাপাতৰ ভাৰসাম্য পৰীক্ষা কৰি সমস্ত শক্তিৰে নিক্ষেপ কৰিলে। গধুৰ অস্ত্ৰপাতে প্ৰায়াম পুত্ৰৰ ঘূৰণীয়া উজ্জ্বল ঢালখন ভেদ কৰি অলঙ্কৃত বৰ্শাখন বিদীৰ্ণ কৰিলে আৰু কৱচৰ মাজেদি পাৰ হৈ

কাষেদি ওলাই গ'ল। লগে লগে একতীয়া হৈ নিদিয়া হ'লে পেৰিছৰ তেতিয়াই মৃত্যু ঘটিলহেঁতেন। মেনিলাছে খাপৰপৰা তৰোৱাল উলিয়াই লৈ পেৰিছৰ শিৰস্ত্ৰাণৰ সোঁমাজতে পূৰ্ণহতীয়া কোব সোধালে। কিন্তু শিৰস্ত্ৰাণত লাগি তৰোৱালখন ভাগি খণ্ড খণ্ড হ'ল আৰু তেওঁৰ হাতৰপৰা সৰি পৰিল। হাহাকাৰ কৰি মেনিলাছে আকাশৰ ফালে চাই চিঞৰি উঠিল, "জনক জ্যুছ, তোমাৰ সমান আক্ৰোহী দেৱতা আৰু কোন আছে বাৰু? মহাপাপী পেৰিছক মই যথোচিত শাস্তি দিবলৈ উদ্যত হওঁতেই মোৰ তৰোৱালখন ভাগি থাকিল। তাৰ আগতে মই নিক্ষেপ কৰা বৰ্শাপাতো ব্যৰ্থ হ'ল।

এই বুলি তেওঁ পেৰিছৰ ওপৰত জাপ মাৰি পৰিল আৰু ঘোঁৰানোমৰ পাখিটোত ধৰি লৈ তেওঁক টানি-আজুৰি একিয়ান সৈন্যসকলৰ মাজলৈ চোঁচোৰাই নিবলৈ ধৰিলে। শিৰস্ত্ৰাণৰ ফিটাডাল পেৰিছৰ থুঁতৰিৰ তলত লাগি আছিল, ডিঙিত চেপা খাই পেৰিছৰ উশাহ বন্ধ হোৱাৰ উপক্ৰম হ'ল। আৰু অলপ সময় হোৱা হ'লেই মেনিলাছে তেওঁক নিজৰ হস্তগত কৰি সুখ্যাতি আৰ্জিব পাৰিলেহেঁতেন। কিন্তু এনেতে জ্যুছ দুহিতা আফ্ৰোদাইতীয়ে পেৰিছৰ উদ্বেগজনক অৱস্থা দেখা পাই তৎক্ষণাৎ ডিঙিত চেপা খাই ধৰা গৰুছালৰ ফিটাডাল ছিঙি পেলালে। সেই দেখি শিৰস্ত্ৰাণটো মূৰৰপৰা এৰাই মেনিলাছৰ হাতলৈ আহিল আৰু তেওঁ তাকে সৈন্যবিলাকৰ মাজলৈ দলিয়াই দিলে। তেওঁৰ অনুচৰ এজনে শিৰস্ত্ৰাণটো তুলি ল'লে। তাৰ পিছত তেওঁ পুনৰ ব্ৰঞ্জৰ বৰ্শাডালেৰে শত্ৰুক শেষ কৰি থ'বলৈ অগ্ৰসৰ হ'ল। কিন্তু আফ্ৰোদাইতীয়ে পুনৰ তেওঁৰ ক্ষমতা প্ৰয়োগ কৰিলে আৰু ডাঠ কুঁৱলীৰ মাজত লুকুৱাই পেৰিছক তেওঁৰ সুৰক্ষিত শয়ন কক্ষলৈ উৰুৱাই লৈ গ'ল। এগৰাকী দেৱীৰ কাৰণে এই কাম অলপো কষ্টসাধ্য নহয়। তাৰ পিছত তেওঁ নিজেই হেলেনক বিচাৰি গ'ল।"

সেই সময়ত হেলেন ট্ৰয়ৰ নাৰীসকলৰ দ্বাৰা পৰিবৃতা হৈ দুৰ্গৰ ওপৰত আছিল। আফ্ৰোদাইতীয়ে হাত মেলি তেওঁৰ সুৰভি সনা আঁচলত ধৰিলে। দেৱীয়ে এগৰাকী বৃদ্ধাৰ বেশত হেলেনৰ ওচৰলৈ গৈছিল। লাছিডিমনত থাকোতে এই বৃদ্ধাই হেলেনৰ কাৰণে গুৱনী উলৰ কাপোৰ প্ৰস্তুত কৰিছিল আৰু ৰাণীয়ে তেওঁক বৰ মৰম কৰিছিল। এতিয়া সেই বুঢ়ীৰ মাত অনুকৰণ কৰি দেৱীয়ে ক'লে, "আহা, পেৰিছে তোমাক ঘৰলৈ মাতিছে। তেওঁ এতিয়া সুন্দৰ সাজ-পাৰ পিন্ধি সোণ খটোৱা পালেংখন শোভা কৰি শুই আছে। তুমি ধৰিবই নোৱাৰা যে এইমাত্ৰ তেওঁ এখন দ্বন্দ্ব-যুদ্ধৰপৰা প্ৰত্যাৱৰ্তন কৰিছে। তেওঁক দেখিলে তোমাৰ ধাৰণা হ'ব যেন তেওঁ ক'ৰবাত নাচ-গান কৰি আহি এতিয়া জিৰণি লৈছেহি।"

হেলেনে অস্থিৰভাৱে দেৱীৰ ফালে চালে। তেওঁৰ কণ্ঠদেশ আৰু কমনীয় স্তন-যুগলৰ কান্তি, তেওঁৰ প্ৰদীপ্ত নয়ন নিৰীক্ষণ কৰি হেলেন অভিভূতা হ'ল। কিন্তু সকলো দেৱীৰ ছলনা বুলি বিবেচনা কৰি তেওঁ মাত লগালে, "হে ৰহস্যময়ী, এই অভিনয়ৰ উদ্দেশ্য কি? পেৰিছক পৰাভূত কৰি মেনিলাছে তেওঁৰ বিপথগামিনী ভাৰ্যাক গ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰাৰ সময়ত তুমি মোক পুনৰ তোমাৰ আন এজন স্নেহভাজন লোকৰ বাবে-ফ্ৰিজীয়া বা মনোৰম মিয়নীয়া প্ৰদেশৰ কোনো দূৰৱৰ্তী নগৰলৈ লৈ যাবলৈ অভিসন্ধি কৰিছা। অন্ততঃ এয়ে মোৰ ধাৰণা। আৰম্ভণিতে তুমি ইয়ালৈ আহি পেৰিছৰ ওচৰলৈ যাবলৈ মোক প্ৰলোভিত কৰিছা। পাহৰি যোৱা যে তুমি এগৰাকী দেৱী। অলিম্পাছলৈ উভতি নগৈ পেৰিছৰ লগত ইয়াতে থাকা। ভালকৈ তেওঁৰ মন যোগাব পাৰিলে এদিন তুমি তেওঁৰ পত্নী হ'ব পাৰিবা। নহ'লে হয়তো দাসী হৈয়েই থাকিবা। মই আৰু তেওঁৰ লগত নোশোওঁ। তেতিয়া হ'লে কোনো দিনে তাৰ সামৰণি নপৰে। মই আকৌ তেওঁৰ ওচৰলৈ গ'লে ট্ৰয়ৰ প্ৰতিগৰাকী নাৰীয়ে মোক অভিশাপ দিব। এতিয়াই মই যথেষ্ট শিক্ষা পাইছো।"

দেৱী আফ্ৰোদাইতীয়ে খণ্ডত জ্বলি-পকি তেওঁক কঠোৰভাৱে তিৰস্কাৰ কৰি ক'লে, "আকোৰগোজালি তিৰী, মোক জোকাই নল'বি। খং উঠিলে মই তোক একেবাৰে পৰিত্যাগ কৰিব পাৰো। এতিয়ালৈকে তোক যিমান ভাল পাই আছো তেতিয়া সিমান ঘিণ কৰিম। ট্ৰজান আৰু একিয়ানবিলাকক এনে ধৰণে উচতাই দিম যে তোৰ দুখ কুলাই-পাচিয়ে নধৰা হব।"

জ্যুছৰ কন্যা হ'লেও হেলেনে ভয় খালে। এখন জিক্‌মিকাই থকা শুকুলা কাপোৰ গাত লৈ তেওঁ মাতবোল নোহোৱাকৈ গুচি গ'ল। এগৰাকী দেৱী সঙ্গিনী হোৱাৰ কাৰণে ট্ৰয়ৰ নাৰীসকলে তেওঁ যোৱা দেখা নাপালে।

তেওঁলোক পেৰিছৰ সুৰম্য প্ৰাসাদত উপস্থিত হ'লত লিগিৰীবিলাক সন্ত্ৰম হৈ পৰিল। মহিয়সী হেলেন পোনে পোনে ওপৰ মহলাত থকা শোৱনি কোঠালৈ গ'ল। হাঁহি ধেমালি ভাল পোৱা দেৱী আফ্ৰোদাইতীয়ে নিজে চকী এখন পেৰিছৰ ওচৰলৈ নি হেলেনক বহিবলৈ দিলে। ছত্ৰধাৰী জ্যুছৰ দুহিতা হেলেনো উপবিষ্টা হ'ল। কিন্তু তেওঁ আন একালে মুখ ঘূৰাই পেৰিছক নিন্দা কৰি ক'লে, "অ' তুমি যুঁজৰপৰা উভতি আহিলাই। মই ভাবিছিলো মোৰ পূৰ্বৰ স্বামী সেই মহান যোদ্ধাজনৰ হাতত তুমি নিহত হ'লা। তুমি পৰাক্ৰমী মেনিলাছতকৈ শ্ৰেষ্ঠ বুলি মোৰ আগত ফিটাহি মাৰিছিলা। কৈছিলা তুমি বোলে তেওঁতকৈ বহুত বলী আৰু বৰ্শাও বেছি নিপুণভাৱে মাৰিব পাৰা। তেনেহ'লে এতিয়া গৈ তেওঁৰ লগত ফেৰ পাতি নোলোৱাগৈ কিয়? মই কৈছো, ৰক্তকেশী মেনিলাছৰ লগত যুঁজ কৰাৰ আগতে

ছুবাৰ ভাবিবা। খণ্ডৰ ভমকত কিবা এটা কৰিবৰলৈ দুঃসাহস হ'লে, তেওঁ বৰ্শাৰে তোমাক সিপুৰীলৈ পঠিয়াব।"

পেৰিছ উত্তৰ দিবলৈ প্ৰস্তুত হৈ আছিল। তেওঁ ক'লে, "প্ৰিয়তম, মোক গালি পাৰি উচতাই নিদিবা। এথেনীৰ সহায়ত মেনিলাছে মোক পৰাভূত কৰিছে। কিন্তু মোকো সহায় কৰিবলৈ দেৱ-দেৱী নথকা নহয়। পিছৰবাৰ নিশ্চয় মই জয়লাভ কৰিম। আহা, আমি দুয়ো শয্যালৈ যাওঁ আৰু প্ৰেম-প্ৰীতিৰ মাজেদি পৰিতৃপ্ত হওঁ। কোনো দিনে মই ইমান কামনাবিহ্বল হোৱা নাই। আনকি আৰম্ভণিতে মই যেতিয়া তোমাক লাছিডিমনৰপৰা হৰণ কৰি জাহাজত লৈ আহিছিলো আৰু পৰস্পৰৰ বাহুপাশত প্ৰথম ৰাতিটো ক্ৰেণী দ্বীপত কটাইছিলো, তেতিয়াও তোমাৰ প্ৰেমত মই ইমান কাতৰ হৈ পৰা নাছিলো আৰু এনে তীব্ৰ বাসনাই মোক পীড়িব পৰা নাছিল।"

এই বুলি কৈ তেওঁ হেলেনক লৈ শয্যাৰ ফালে অগ্ৰসৰ হ'ল। সুনিৰ্মিত কাঠৰ পালেংখনত দুয়ো শয়ন কৰিলে।

ইতিমধ্যে মেনিলাছে সৈন্যবিলাকৰ মাজত যুৱৰাজ পেৰিছক বন্য-পশুৰ দৰে বিচাৰি চলাথ কৰি ফুৰিছিল। কিন্তু ট্ৰয়ৰ সৈন্যসকলে নাইবা তেওঁলোকৰ পক্ষ অৱলম্বন কৰা যুঁজাৰুসকলৰ কোনো এজনেই মেনিলাছক পেৰিছৰ সন্ধেদ দিব নোৱাৰিলে। পুতৌ কৰি তেওঁক কোনোবাই লুকুৱাই থোৱাৰ কথা আছিল অভাৱনীয়। সকলোৱে তেওঁক মৃত্যু সদৃশ ঘৃণা কৰিছিল। অৱশেষত ৰজা আগামেম্‌ননে এইদৰে ঘোষণা কৰিলে, "ট্ৰয় আৰু ডাৰ্ডানীয় লোকসকল আৰু মিত্ৰ পক্ষৰ সৈনিকসকল, মোৰ ঘোষণালৈ মনোযোগ দিয়াইঁক। মহান মেনিলাছ জয়যুক্ত হৈছে। তেওঁৰ জয় অবিসম্বাদী। এতিয়া তোমালোকে সালঙ্কাৰে হেলেনক সমৰ্পণ কৰা আৰু উপযুক্তভাৱে আমাৰ ক্ষতিপূৰণ কৰা। আমাৰ অধস্তন পুৰুষেও যেন এই ক্ষতিপূৰণ মনত ৰাখিব পাৰে।"

এয়ে আছিল আট্ৰিউছ নন্দনৰ উক্তি। একিয়ানসকলে হৰ্ষধ্বনি কৰিলে।

## চাৰি

# যুদ্ধ বিৰতিৰ অৱসান

ইতিমধ্যে দেৱতাসকল জ্যুছৰ লগত আলোচনা কৰিবৰ কাৰণে সভাকক্ষৰ সোণালী মজিয়াত উপৱেশন কৰিলে। দিব্যাঙ্গনা হিৰীয়ে পৰিৱেশিকাৰূপে তেওঁলোকৰ আগে আগে অমৃত বিতৰণ কৰি গ'ল আৰু তেওঁলোকেও পৰস্পৰৰ মঙ্গল কামনা কৰি সোণৰ পিয়লাৰপৰা অমৃত সেৱন কৰি থাকোতে ট্ৰয় নগৰৰ ওপৰত তেওঁলোকৰ চকু পৰিল।

হিৰীক বিৰক্ত কৰিবৰ ইচ্ছাৰে ক্ৰনছ নন্দনে বিদ্ৰূপৰ সুৰত ক'লে, "দুগৰাকী দেৱী মেনিলাছৰ ফলীয়া। তেওঁলোক হৈছে হিৰী আৰু এথেনী। কিন্তু মই লক্ষ্য কৰিছো যে তেওঁলোক মাত্ৰ নীৰৱ আৰু নিষ্ক্ৰিয় দৰ্শক। ইফালে কৌতুকপ্ৰিয় আফ্ৰোদাইতীয়ে সদায় পেৰিছক আবৰি থাকি তেওঁক বিপদ-বিঘিনিৰপৰা ৰক্ষা কৰি আছে। অলপ আগতে পেৰিছৰ অৱস্থা বৰ শোচনীয় হৈছিল। তেওঁক আফ্ৰোদাইতীয়ে উৰুৱাই লৈ গ'ল। তথাপি আৰিছৰ প্ৰীতিভাজন মেনিলাছৰে জয় হৈছে। ইয়াৰ পিছত কি ঘটে আমি বিবেচনা কৰি চাব লাগিব। এই ভয়ঙ্কৰ যুদ্ধখন চলিয়ে থাকিব নে আমি ট্ৰজান আৰু একিয়ানসকলৰ মাজত সদ্ভাৱ প্ৰতিষ্ঠা কৰিম? আপোনালোকৰ অনুমোদন সাপেক্ষে ইয়াৰ অৰ্থ এয়ে যে প্ৰায়ামৰ নগৰ ধ্বংসপ্ৰাপ্ত নহয় আৰু মেনিলাছে হেলেনক লগত লৈ উভতি যাব।"

জ্যুছৰ কথাত হিৰী আৰু এথেনী ক্ষুণ্ণ হ'ল। ট্ৰয়ৰ অধিবাসীবিলাকৰ অমঙ্গল চিন্তা কৰি তেওঁলোক দুয়ো একেলগে বহি আছিল। পিতাক জ্যুছৰ ওপৰত অতিশয় অসন্তুষ্ট হৈছিল যদিও এথেনীয়ে একোকে মতা নাছিল। তেওঁ ভিতৰি ভিতৰি খঙত জ্বলি আছিল, পিছে মুখ ফুটাই প্ৰতিবাদ নকৰিলে। কিন্তু হিৰীয়ে সহ্য কৰিব নোৱাৰি খঙৰ ভমকত ক'লে, "ভয়ঙ্কৰ ক্ৰনছ নন্দন, আপোনাৰ অদ্ভুত প্ৰস্তাৱ! প্ৰায়াম আৰু তেওঁৰ পুত্ৰসকলক বিপদত পেলাবৰ বাবে মই বহুত কষ্ট কৰিলো, সৈন্য সংগ্ৰহ কৰিবৰ কাৰণে ঘোঁৰাত উঠি ঘূৰা-পকা কৰোতে মোৰ কপালেদি ঘাম বৈ গ'ল, মোৰ ইমানখিনি পৰিশ্ৰম কি অথলে যাব? আপোনাৰ যি ইচ্ছা তাকে কৰিব পাৰে, কিন্তু আমি আপোনাৰ কথা অনুমোদন কৰিম বুলি নাভাবিব।"

হিৰীৰ প্ৰতিবাদত মেঘ-নিয়ন্ত্ৰক জ্যুছ অতিশয় কুপিত হ'ল। তেওঁ ক'লে, "মহোদয়া, প্ৰায়াম আৰু তেওঁৰ পুতেকহঁতে তোমাক কি অগৰ লগালে যে তুমি

তেওঁলোকৰ ধুনীয়া ট্ৰয় নগৰখন ধ্বংস কৰিবলৈ ইচ্ছুক হৈছা? নগৰৰ দুৱাৰ আৰু গড়বিলাক ভাঙি-ছিঙি সকলো প্ৰজাৰে সৈতে প্ৰায়াম আৰু তেওঁৰ পুত্ৰেক-হঁতক কেঁচাই কেঁচাই চোবাবলৈ নাপালে তোমাৰ আক্ৰোছৰ শাম কাটিবনেকি? তুমি যি ভাল দেখা কৰিব পাৰা, এই মতান্তৰৰ আলম লৈ এখন ডাঙৰ কাজিয়াৰ সূত্ৰপাত হ'ব নালাগে। কিন্তু তাতে এটা চৰ্ত আছে, মনত ৰাখিবা। যদি কোনো এখন নগৰ ধ্বংস কৰিবলৈ মই কৃতসংকল্প হওঁ, সেইখন নগৰত তোমাৰ বন্ধু-বান্ধৱ থাকিলেও মোক ক্ৰোধ সম্বৰণ কৰিবৰ কাৰণে খাটনি নধৰিবা; এইবাৰ মই তোমাৰ ইচ্ছাত কোনো হকা-বধা জন্মোৱা নাই। সেইদৰে মোৰ কামত ওপৰতো হেতা-ওপৰা নকৰিবা। কাৰণ মই অতি অনিচ্ছা সত্বেও তোমাৰ কাৰ্য সমৰ্থন কৰিব লগা হৈছে। চোৱা, সূৰ্য আৰু গ্ৰহ-নক্ষত্ৰ খচিত আকাশৰ তলত যিমানবিলাক নগৰ আছে, সেই সকলোবিলাকৰে ভিতৰত প্ৰায়ামৰ পৱিত্ৰ ইলিয়াম মোৰ অতি মৰমৰ। এছ গছৰ বৰ্শা ধাৰণ কৰা প্ৰায়ামৰ প্ৰজাসকলো তাতে থাকে। কোনো ভোজসভা আদি হ'লে তেওঁলোকে মোৰ বেদীত সুৰা, চৰ্বী, আদি উপযুক্ত উপচাৰ নিবেদন নকৰাকৈ নাথাকে। কাৰণ এইবিলাক নৈবেদ্য আমাৰ প্ৰাপ্য।"

অমৰাৱতীৰ কৃষ্ণনেত্ৰা কুঁৱৰীয়ে উত্তৰ দিলে, "মই তিনিখন নগৰ বেছিকৈ ভাল পাওঁ। সেইকেইখন হৈছে আৰ্গছ, স্পাৰ্টা, আৰু বহল ৰাজপথ থকা মিছিনী। আপোনাৰ যদি অসহ্য হয়, তেন্তে নগৰকেইখন ছাৰখাৰ কৰিব পাৰে। আপোনাৰ কাৰ্যত মই অলপো ওজৰ-আপত্তি নকৰো, নগৰকেইখনৰ হৈ আপোনাক কাকুতি-মিনতি কৰিবলৈ নাযাওঁ। মই আপোনাৰ কামত হকা-বধা কৰিবলৈ গ'লেনো কি লাভ হ'ব? আপোনাৰ ক্ষমতা মোতকৈ বহুত বেছি। তথাপি ময়ো কিবা এটা কৰিবলৈ ইচ্ছা কৰিলে পদে পদে বাধা-বিঘিনিৰ সৃষ্টি নকৰিবচোন। কাৰণ ময়ো এগৰাকী দেৱী আৰু আমি একে আই-বোপাইৰে সন্তান। ক্ৰুৰ প্ৰকৃতিৰ ক্ৰনছৰ সকলোবিলাক সন্তানৰ ভিতৰত মইহে আগ ভাগ পাব লাগে। কাৰণ পোনপ্ৰথমে মোৰ জন্মগত অধিকাৰ আছে আৰু দ্বিতীয়তে মই আপোনাৰ ভাৰ্যা আৰু আপুনি দেৱতাসকলৰ অধিপতি। বাৰু, আমি দুয়ো দুয়োৰে কথা মানি লওঁ। অমৰ দেৱতাসকলে আমাৰ আদৰ্শ অনুসৰণ কৰিব। এতিয়া মই আপোনাৰ ওচৰত এটি অনুগ্ৰহ বিচাৰিছো। এথেনীক আদেশ দিয়ক যেন তেওঁ ৰণক্ষেত্ৰলৈ যাত্ৰা কৰি ট্ৰজানবিলাকে যাতে বিজয়ী একিয়ানসকলক আক্ৰমণ কৰি সন্ধিৰ চৰ্ত ভঙ্গ কৰে সেই ব্যৱস্থা হাতত লয়।"

দেৱতা আৰু মানৱৰ পিতৃপুৰুষে আপত্তি নকৰিলে। তেওঁ তৎক্ষণাৎ এথেনীৰ আগত নিজৰ অভিপ্ৰায় ব্যক্ত কৰি ক'লে, "সৈন্যবাহিনীৰ মাজলৈ যাত্ৰা কৰা আৰু

যাতে ট্ৰজানবিলাকে বিজয় গৰ্বেৰে একিয়ানসকলক আক্ৰমণ কৰি চৰ্ত ভঙ্গ কৰে তাৰ ব্যৱস্থা কৰাগৈ।"

এথেনীক আৰু কোনে পায়? পিতাকৰ উৎসাহ পাই তেওঁ সমুদ্ৰৰ নাবিক বা স্থলভাগৰ সৈন্যবাহিনীক সতৰ্ক কৰিবৰ বাবে জ্যুছে নিক্ষেপ কৰা জ্বলন্ত উল্কাপিণ্ড অগণিত শিখাৰে আকাশমণ্ডল আলোকিত কৰি ভূতল অভিমুখে বিপুল বেগে ধাবিত হোৱাৰ দৰে অলিম্পাছৰ উচ্চ শিখৰৰপৰা তীব্ৰ গতিৰে নামি আহিল। এইদৰেই পালাছ এথেনীয়ে সৌদামিনীৰ দৰে দীপ্ত শিখাৰে ভূমণ্ডলত অৱতৰণ কৰিলে আৰু সৈন্যবাহিনীৰ মাজত সবেগে জপিয়াই পৰিল। অশ্বপালক ট্ৰজান আৰু একিয়ান যোদ্ধাসকল তেওঁৰ উপস্থিতিত সন্ত্ৰস্ত হ'ল। তেওঁলোকে ইজনে সিজনৰ ফালে চাই কোৱা-কুই কৰিলে, "ইয়াৰ অৰ্থ কি? পুনৰায় ভয়ঙ্কৰ যুদ্ধ হ'বনেকি? নহ'লে সমৰ নিয়ন্ত্ৰণকাৰী জ্যুছে এইদৰেই শান্তিৰ সূচনা কৰিছেনেকি"?

ট্ৰজান আৰু একিয়ানসকলে আগন্তুক পৰিণতিৰ বিষয়ে কথোপকথন কৰি থাকোতেই এথেনীয়ে পুৰুষৰ ছদ্মবেশ ধৰি ট্ৰজান সৈন্যসকলৰ মাজত সোমাল। তেওঁ এন্টিনৰ পুত্ৰ, বলৱান বৰ্শাচালক লাওডকাছৰ ৰূপ ধৰি গৈছিল। তেওঁ লিকাওন-তনয় সাহসী আৰু প্ৰশংসনীয় পাণ্ডাৰাছাক বিচাৰি ফুৰিছিল। সেই সময়ত পাণ্ডাৰাছে তেওঁৰ নেতৃত্বত ইছিগাছ নদীৰ উপত্যকাৰপৰা অহা শক্তিশালী, বাৰুৱতী সেনাসকলৰ ওচৰত থিয় হৈ আছিল। তেওঁৰ কাষলৈ গৈ এথেনীয়ে নিজৰ উদ্দেশ্য ব্যক্ত কৰি ক'লে, "প্ৰভু পাণ্ডাৰাছ, আপুনি চতুৰ লোক, মই কথা এষাৰ কওঁ, শুনিবনে? আপুনি যদি মেনিলাছক শৰবিদ্ধ কৰিব পাৰে, তেন্তে আপোনাৰ যশস্যা বৈ বৈ যাব আৰু পেৰিছকে মুখ্য কৰি ট্ৰয়ৰ অধিবাসীসকল আপোনাৰ ওচৰত ঋণী হ'ব। আপোনাৰ বাণত আট্ৰিউছ নন্দন মেনিলাছ নিহত হ'লে আৰু তেওঁৰ মৃতদেহ চিতাগ্নিত বিসৰ্জন দিয়া দেখা পালে পেৰিছেই প্ৰথমে আগবাঢ়ি আহি আপোনাক বহুমূলীয়া উপঢৌকনেৰে বৰণ কৰিব। আহক, অমিততেজা মেনিলাছলৈ লক্ষ্য কৰি শৰ সন্ধান কৰক আৰু আপোনালোকৰ লিছিয়াৰ ইষ্ট দেৱতা ধনুৰ্দ্ধৰ এপলোক উপাসনা কৰক। পবিত্ৰ জিলিয়া নগৰীত অৱস্থিত আপোনাৰ নিজৰ গৃহত উপনীত হোৱাৰ পিছত তেওঁৰ প্ৰতি প্ৰথম বিয়নত হোৱা ভেড়া পোৱালি নিবেদন কৰিব বুলি অঙ্গীকাৰ কৰক।"

এথেনীৰ বাক্‌পটুতাত প্ৰৰোচিত হৈ মূৰ্খ পাণ্ডাৰাছে তেতিয়াই তত্তালিকে নিজৰ ধেনুখন আবৰণ মুক্ত কৰিলে। তেওঁ নিজে হত্যা কৰা শৰ পহু এটাৰ শিঙেৰে ধেনুখন নিৰ্মাণ কৰা হৈছিল। পহুটো শিলৰ খোৰোং এটাৰপৰা ওলাই আহোঁতে তেওঁ তাৰ বুকুখন ফালি পেলাইছিল আৰু সি খোৰোংটোতে পুনৰ লুটি খাই

পৰিছিল। শিং দুটা ইমৰপৰা পিছৰলৈ পূৰা বোল হাত হৈছিল আৰু শিঙৰ কাম জনা কাৰিকৰ এজনে শিং দুটা জালকৈ মিহি কৰি জোৰা লগাই বাগ'' দুটাত সোণৰ টুপী লগাই দিছিল। মাটিত বেঁকাকৈ ধৰি পাণ্ডাৰছে যেনুস্নত গুণ লগালে আৰু সন্তর্পণে নমাই থ'লে। তেওঁৰ সাহসী অনুচৰবিলাকে ঢাল বিলাকেৰে সম্মুখ-ভাগ আৱৰি ৰাখিলে। আট্রিউছৰ যুদ্ধানুৰাগী পুত্র মেনিলাছলৈ শৰ সন্ধান নকৰা পৰ্যন্ত যাতে একিয়ানবিলাকে তেওঁক আক্রমণ কৰিব নোৱাৰে তাৰ বাবেই এই ব্যৱস্থা লোৱা হৈছিল। তাৰ পিছত তেওঁ টোনটোৰ ঢাকনিখন গুচাই এটা শৰ বাছি ল'লে। পাখি লগোৱা শৰটো তেতিয়ালৈকে ব্যৱহাৰ কৰা হোৱা নাছিল। গভীৰ উৎকণ্ঠাৰ মাজেদিয়ে তেওঁ দক্ষতাৰে চোকা কাঁড়টো গুণত লগালে। তাৰ পিছতে তেওঁ লিছিয়ানসকলৰ দেৱতা ধনুৰ্দ্ধৰ এপলোক প্রার্থনা কৰিলে আৰু পৱিত্র জিলিয়া নগৰীত থকা নিজৰ ঘৰত উপস্থিত হোৱাৰ পিছত তেওঁক প্ৰথম বিয়নত হোৱা ভেড়া পোৱালিৰে পূজা কৰিব বুলি প্রতিজ্ঞা কৰিলে। এতিয়া তেওঁ কাঁড়ৰ খাঁজটোৰে সৈতে ষাঁড় গৰুৰ অন্ত্রেৰে তৈয়াৰী গুণডাল আকৰ্ষণ কৰিলে। অৱশেষত গুণডাল আহি তেওঁৰ বুকুৰ পোন পালেহি আৰু কাঁড়পাতৰ লোহাৰ জোংটো ধেনুখনত লাগিলগৈ। তেওঁৰ আকর্ষণত বিৰাট ধেনুখন বৃত্তাকাৰ হৈ আৰ্ত্তনাদ কৰি উঠিল আৰু গুণডাল সশব্দে জোকাৰ খালে। তীক্ষ্ণ শৰপাত তীব্র গতিৰে বতাহৰ মাজেদি শত্রু সৈন্য অভিমুখে উৰি যাবলৈ ধৰিলে।

আহা! মৃত্যুহীন দেৱতাসকলে তোমাক পাহৰি যোৱা নাছিল, মেনিলাছ! বিশেষকৈ জ্যুছৰ ৰণ-ৰঙ্গিনী দুহিতা এথেনী সজাগ হৈ আছিল। তেওঁ নিজে সম্মুখ-ভাগত থাকি তীক্ষ্ণ বাণটো প্রতিহত কৰিলে আৰু মাকে টোপনিত লালকাল হৈ থকা কেঁচুৱাৰ গাৰপৰা মাখি খেদাই দিয়াৰ দৰে কাঁড়ৰ আগটো মঙহৰপৰা অলপমান একলীয়া কৰি দিলে। নিজ হাতে তেওঁ কাঁড়টো যি ঠাইত পেটীডালৰ সোণালী চকাটো কৱচে ঢাকি থয় সেইফালে আঁতৰাই নিলে। সেইদেখি কাঁড়ৰ আগটো গৈ বান্ধি থোৱা পেটীডালত লাগিল। কাৰু-কাৰ্য কৰা পেটীডালৰ মাজেদি পাৰ হৈ সি গুৱনি জাখৰখন ভেদ কৰিলে আৰু অৱশেষত তলত থকা বহিৰ্বাসখনত লাগিল। তেওঁৰ প্ৰতি নিক্ষেপ কৰা অস্ত্ৰবিলাকৰপৰা ৰক্ষা পৰিবৰ বাবে মেনিলাছে এই বহিৰ্বাসখন পিন্ধিছিল। এতিয়া ইয়াৰপৰাই তেওঁ উদ্ধাৰ পালে। অৱশ্যে কাঁড়টো এই বস্ত্ৰখনৰ মাজেদিও সৰকি গ'ল। কিন্তু মঙহত দকৈ সোমাব নোৱাৰিলে কতস্থানৰ পৰা ক'লা তেজ ওলাই আহিল। কেৰিয়ান অথবা মিয়নিয়ান তিৰোতাই এনেকুৱা বস্তুৰেই হাতী দাঁত বোলাই ঘোঁৰাৰ মুখত লগোৱা এবিধ অলঙ্কাৰ সাজে। এই সুন্দৰ অলঙ্কাৰ তেওঁলোকে ভঁৰালত সাঁচি থয়। অশ্বচালকসকলে এই

অলঙ্কাৰেৰে নিজৰ নিজৰ ঘোঁৰা শুৱনি কৰিবলৈ হাবিয়াস কৰিলেও অন্তঃপেষত কোনোবা এদিন ৰজাইহে ইয়াৰ গৰাকী হয় আৰু তেতিয়া তেওঁৰ ঘোঁৰাৰ গাত এই অলঙ্কাৰ শোভা কৰে। তেওঁৰ সাৰথীৰ কাৰণেও ই সন্মানৰ প্ৰতীক হয়। মেনিলাছ, এই তেজ তোমাৰ সুঠাম কৰঙন আৰু কলাফুলেদি সুগঠিত সৰু গাঁঠি পৰ্যন্ত বৈ গ'ল।

ক্ষতস্থানৰপৰা তেজ বৈ অহা দেখা পাই আগামেম্নন শিয়ৰি উঠিল। আনকি বিচক্ষণ মেনিলাছেও যথেষ্ট ভয় খাইছিল। পিছে কাঁড়ৰ জোংটোৰ আঘাত বেছি গভীৰ হোৱা নাই বুলি বুজিব পাৰি তেওঁ আশ্বস্ত হ'ল। কিন্তু ৰজা আগমেম্ননে আকুলভাৱে আৰ্তনাদ কৰি তেওঁৰ হাতত খামোচ মাৰি ধৰিলে। অন্যান্য লোক-সকলেও উদ্বেগ প্ৰকাশ কৰিলে। আগামেম্ননে চিঞৰি চিঞৰি ক'লে, "মৰমৰ ভাই মোৰ; তেনেহ'লে যুদ্ধ বিৰতিৰ ঘোষণা কৰি তোমাক ট্ৰজানবিলাকৰ লগত অকলে অকলে যুঁজিবলৈ পঠিয়াই দি মই তোমাৰ মৰণকে মাতি আনিলো! সিহঁতে এতিয়া তোমাক শৰাহত কৰি সন্ধিৰ পৱিত্ৰ চৰ্তবিলাক ভঙ্গ কৰিছে। তথাপি এই সন্ধি সুৰা আৰু মেষৰক্তৰ দ্বাৰা বিধি মতে অনুষ্ঠিত হৈছে। আমি দক্ষিণ বাহুৰ দ্বাৰা ইয়াক বলবৎ কৰিছো। এই সন্ধি সহজে বাতিল কৰিব নোৱাৰি। অলিম্পাছৰ অধিপতিয়ে এতিয়াই শাস্তিৰ ব্যৱস্থা নল'লেও ভৱিষ্যতে দণ্ড বিহিব আৰু পাতকীহঁতে ভালকৈয়ে প্ৰতিফল পাব। নিজৰ আৰু পো-পৰিয়ালৰ জীৱনৰ বিনিময়ত সিহঁতে প্ৰায়শ্চিত্ত কৰিব লাগিব। মোৰ অন্তৰাত্মাই মোক কৈছে আৰু মোৰ নিশ্চিত বিশ্বাস যে এনে এটা দিন আহিব যিদিনা প্ৰায়াম আৰু তেওঁৰ এছ গছৰ বৰ্শাধাৰণ কৰা প্ৰজাবিলাকৰ সৈতে ইলিয়াম সমূলঞে বিনষ্ট হ'ব। এই বিশ্বাস-ঘাতকতাৰ কাৰণেই ক্ৰনছ নন্দন, ক্ৰুদ্ধ জ্যুছে অমৰাৱতীৰ সুউচ্চ সিংহাসনৰপৰা তেওঁলোকক উদ্দেশ্য কৰি বিভীষিকাময় ছত্ৰ আন্দোলিত কৰিব। এইবিলাক ঘটনা নিশ্চয় ঘটিব। কিন্তু তথাপি, তুমি যদি প্ৰাণ ত্যাগ কৰা, মেনিলাছ, যদি তোমাৰ মৃত্যু সঁচাকৈয়ে সন্নিকট, তেন্তে মই যে কিমান কান্দিব লাগিব। আৰু তৃষিত আৰ্গছলৈ উভতি যাওঁতে মোৰ যে কি দুৰৱস্থা হ'ব! একিয়ানবিলাকে উভতি নগৈ আৰু কি কৰিব? তোমাৰ কাম অসমাপ্ত হৈয়ে থাকিল; এই ট্ৰয়দেশৰ মাটিতেই তোমাৰ হাড়ত বন গজিব আৰু আমি হেলেনক ইয়াতে এৰি থৈ উভতি যাম! প্ৰায়াম আৰু তেওঁৰ প্ৰজাবিলাকে কিমান আনন্দ পাব? যশস্বী মেনিলাছৰ সমাধিত পদাঘাত কৰি ট্ৰয় দেশৰ কোনোবা আস্ফালনকাৰী লোকে কৰা মন্তব্য যেন মই এতিয়াই শুনিবলৈ পাইছো, 'আগামেম্ননৰ বিদ্বেষবিলাকৰ পৰিণতি এনে হওক—নিষ্ফল অভিযানৰ অন্ততঃ খালিহাতে মেনিলাছক ইয়াতে এৰি থৈ বিকলহৈ

জাহাজত উঠি উভতি যাব লগা হ'ল। এইমতেই সিঁহতে কোৱা-দূহ কৰিব আৰু মই প্ৰাৰ্থনা কৰিব লগা হ'ব—'হে বসুমতী, দ্বিধা হোৱা।"

কিন্তু বক্তকেশী মেনিলাছে তেওঁক সান্ত্বনা দি ক'লে, "মনোৰঞ্জ নেহেকৰাবা। মানুহবিলাকক হতাশ কৰিব পৰা কোনো কথাই উচ্চাৰণ নকৰিবা। কাড়টোৰ আঘাত গুৰুতৰ হোৱা নাই। পেটীভালৰ চকাটোত লগাত বেছি দূৰলৈ সোমাব নোৱাৰিলে। তদুপৰি কৱচ আৰু ব্ৰঞ্জ খণ্ডটোৱা জাঙ্কখন মৰ কামত আহিল।"

ৰজা আগামেম্‌ননে উৎকণ্ঠিত হৈ ক'লে, "চেনেহৰ মেনিলাছ, তুমি কোৱা কথাই যদি সঁচা হ'ল হয়! বাৰু এতিয়া এজন চিকিৎসক আনি ঘাটোখৰ পৰীক্ষা কৰক আৰু বিষ পাতলিবৰ কাৰণে দৰব-জাতি লগাই দিয়ক।"

এই বুলি তেওঁ অভিজাত পাৰ্শ্বচৰ টেল্‌ঠিবিয়াছৰ ফালে চাই ক'লে, "টেল্‌ঠিবিয়াছ, তুমি তুৰন্তে মাকাওনক ইয়ালৈ মাতি আনাগৈ। তেওঁ প্ৰসিদ্ধ চিকিৎসক এছ্‌ক্লেপিয়াছৰ পুতেক। তুমি তেওঁক নিশ্চয় চিনি পোৱা। তেওঁ আহি মহাৰাজ মেনিলাছক পৰীক্ষা কৰকহি। কোনোবা এজন নিপুণ ট্ৰজান নাইবা লিছিয়ান কাঁড়ীয়ে মৰা কাঁড় এপাট তেওঁৰ গাত লাগিছে। ফলত সিঁহতৰ গৌৰৱ আৰু আমাৰ অথন্তৰ।"

আগামেম্‌ননৰ পাৰ্শ্বচৰজন একান্ত বাধ্যভাৱে মাকাওনক বিচাৰি ব্ৰঞ্জ বিভূষিত একিয়ান সৈন্যবিলাকৰ মাজে মাজে বাবলৈ ধৰিলে। তেতিয়া মাকাওন তেওঁৰ সৈন্যসকলৰ লগত থিয় হৈ আছিল। বলৱান আৰু ঢালধাৰী এই সৈন্যবিলাক অশ্বচাৰণ ভূমি ট্ৰিক্‌ছিৰপৰা তেওঁৰ লগত আহিছিল। টেল্‌ঠিবিয়াছে তেওঁৰ কাষলৈ গৈ ক'লে, "মহাৰাজ মাকাওন, সেনাপতি মেনিলাছক পৰীক্ষা কৰিবৰ কাৰণে আপোনাক ৰজা আগমেম্‌ননে এতিয়াই মাতিছে! বেগেতে মোৰ লগত আহক কোনো এজন নিপুণ ট্ৰজান অথবা লিছিয়ান কাঁড়ীয়ে মৰা কাঁড় এপাট তেওঁৰ গাত সোমাইছে, ফলত সিঁহতৰ শুহ মাহ আৰু আমাৰ সৰ্বনাশ।"

বাৰ্তাবাহকজনৰ কথা শুনি মাকাওনে সন্ত্ৰম হৈ তেওঁৰ লগত যাত্ৰা কৰিলে আৰু কিবাট একিয়ান সৈন্যবাহিনীৰ বিভিন্ন দলবিলাকৰ মাজে মাজে বাট বুলিবলৈ ধৰিলে। অৱশেষত তেওঁলোক আহত মেনিলাছ পৰি থকা ঠাইডোখৰ পালেগৈ। তেওঁক সামন্তসকলে বৃত্তাকাৰে বেৰি ধৰিছিল। প্ৰশংসনীয় মাকাওনে এই বৃহটো পাৰ হৈ গৈ মেনিলাছৰ ওচৰত উপস্থিত হ'ল আৰু পেটীচটাৰপৰা কাঁড়টো আজোৰ মাৰি উলিয়াই আনিলে। অৱশ্যে কাঁড়ৰ জোঙটো ভাঙি বৈ গ'ল। তাৰ পিছত তেওঁ চিক্‌চিকীয়া পেটীভাল খুলি কৱচ আৰু ধাতৱ বহিৰ্বাসনখন সোলোকালে। এনেকৈয়ে কাঁড়লগা ঠাইডোখৰ ওলাই পৰিল। তেওঁ ঘাটোখৰৰ

তেজখিনি সোহামাৰি আনিলে আৰু তেওঁৰ পিতাকে সহৃদয় কেইৰনৰপৰা পোৱা এবিধ বেদনানাশক মলম আলফুলকৈ লগাই দিলে।

তেওঁলোকে সিংহনাদকাৰী মেনিলাছৰ শুশ্ৰূষা কৰি থকা সময়তে ট্ৰয়ৰ সৈন্যবাহিনী আক্ৰমণ কৰিবলৈ আগবাঢ়ি আহিল। সেই কাৰণে একিয়ানসকল পুনৰ অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ যুদ্ধৰ কাৰণে প্ৰস্তুত হ'ল।

আগামেম্‌ননে এতিয়া নিজৰ শৌৰ্য-বীৰ্য প্ৰদৰ্শন কৰিলে। তেওঁ তৎক্ষণাৎ সতৰ্ক হৈ পৰিল। পূৰ্বৰ আতঙ্ক, বিহ্বলতা অথবা আসন্ন সমৰৰ প্ৰতি দ্বিধাজড়িত ভাবৰ সকলো লক্ষণ অন্তৰ্হিত হ'ল আৰু তাৰ পৰিবৰ্তে ৰণক্ষেত্ৰত অতুল যশস্যা লাভ কৰাৰ অসীম আগ্ৰহে তেওঁক উত্তেজিত কৰিলে। অশ্ব আৰু কাৰুকাৰ্য কৰা ৰথ ব্যৱহাৰ নকৰিবলৈকে তেওঁ সিদ্ধান্ত কৰিলে আৰু সেই মতে তেওঁৰ পাৰ্শ্বচৰজনে নাকেৰে শব্দ কৰা ঘোঁৰাহাল খেদাই লৈ গ'ল। কিন্তু আগামেম্‌ননে সতৰ্কভাৱে দিয়া নিৰ্দেশ অনুসৰি টেলিমি পুত্ৰ ইৰিমিডন নামৰ অনুচৰজনে ঘোঁৰাহাল ওচৰতে ৰাখিলে। কাৰণ সৈন্যবাহিনীৰ মাজত বিচৰণ কৰি থাকোতে তেওঁ ক্লান্ত হৈ পৰাৰ সম্ভাৱনা আছিল। ইতিমধ্যে তেওঁ সেনানিবেশ পৰিদৰ্শন কৰিবলৈ অগ্ৰসৰ হ'ল।

পৰিদৰ্শন কালত অশ্বানুৰাগী ডানানসকলক কৰ্মতৎপৰ অৱস্থাত দেখা পালে, তেওঁ অলপ বৈ তেওঁলোকক উৎসাহিত কৰিছিল। তেওঁ কৈছিল, "আৰ্গিভসকল, তোমালোক প্ৰকৃত মনোবলৰ অধিকাৰী। এই মনোবল পৰিহাৰ নকৰিবা। বিশ্বাসঘাতকীয়ে জ্যুছৰ অনুগ্ৰহ লাভ কৰিব নোৱাৰে। যিবিলাক লোকে নিজৰ মত পৰিবৰ্তন কৰি সন্ধিৰ চৰ্ত ভঙ্গ কৰিছে, সিহঁতৰ কোমল মঙহ শগুণৰ আহাৰ হ'ব; আমি সিহঁতৰ দুৰ্গপুৰী লুণ্ঠন কৰি সিহঁতৰ মৰমৰ শিশু সন্তান আৰু নাৰীবিলাকক জাহাজত তুলি লৈ যাম।"

আনহাতেদি কোনোবা লোক কদৰ্য যুদ্ধখনৰ প্ৰতি পৰাঙ্মুখ হোৱা দেখা পালে তেওঁ খঙত কঠোৰভাৱে তিৰস্কাৰ কৰি কৈছিল, "ঘৃণ্য পশুহঁত, ধেনুখনেই হে তহঁতৰ সম্বল! আৰ্গিভবাসীহঁত, তোমালোকৰ লাজ লগা নাইনে? সমতল ঠাইত দৌৰি যাওঁতে ভাগৰ লাগি বৈ যোৱা পহু পোৱালিৰ দৰে বিহ্বল হৈ থিয় হৈ আছাহঁক কিয়? পহু পোৱলিৰ দৰেই সাহ-পিত হেৰুৱাই তোমালোকে যুদ্ধ নকৰি সেইদৰে দৰক লাগি আছা। জ্যুছে তোমালোকক নিজ হাতেৰে আবৰি ৰাখিব বুলি আশা কৰি হ'ব পায় তোমালোকে সাগৰৰ পাৰত থকা জাহাজবিলাক ট্ৰজানবিলাকে আক্ৰমণ কৰা চাবলৈ এইদৰে হাত্‌সাবটি বৈ আছা?"

এইদৰেই আগামেম্‌ননে সৈন্যবাহিনীৰ মাজত পৰিভ্ৰমণ কৰি তেওঁলোকক অনুপ্ৰাণিত কৰিলে। সুবিন্যস্ত হৈ শাৰীপাতি থকা সৈন্যবিলাকৰ আগে আগে

গৈ থাকোতে তেওঁ ক্ৰীটানবিলাকৰ ওচৰত উপস্থিত হ'ল। এই বাহিনীটোৱে সুদক্ষ আইডমিউনিউছৰ অধীনত কুচ্‌কাৱাজ কৰি আছিল। বস্ত বৰাহৰ দৰে সাহসী আইডমিনিউছ তেওঁলোকৰ সমুখভাগত আছিল। পিছফালে থকা সৈন্যদলটোক মেৰিয়নিছে নিৰ্দেশ দিছিল। তেওঁলোকক দেখা পাই নৃপতি আগামেম্‌নন অতিশয় আনন্দিত হ'ল আৰু সেনাপতিজনক প্ৰশংসা কৰি ক'লে, "আইডমিনিউছ, অশ্বানুৰাগী ডানানসকলৰ ভিতৰত তোমাৰ ওপৰতেই মই বেছিকৈ ভৰসা কৰো; অকল যুদ্ধ ক্ষেত্ৰতে নহয় বাহিৰতো। আমি একেলগে ভোজন কৰাৰ সময়ত মই ইয়াৰ সত্যতা প্ৰতিপন্ন কৰিম। প্ৰবীণ লোকসকলৰ প্ৰাপ্য ফটিকৰ ধাৰ যেন মদিৰা শ্ৰেষ্ঠ লোকসকলৰ কাৰণেহে প্ৰস্তুত কৰা হয়। বাকীবিলাক দীৰ্ঘকেশী একিয়ানে যেতিয়া সুৰাপান সমাপ্ত কৰিব, মোৰ পিয়লাটোৰ নিচিনাকৈ তোমাৰটোও চপ্‌চপীয়া হৈ থাকিব আৰু তুমি ইচ্ছামতে খাই থাকিব পাৰিবা। যোৱা, যুদ্ধৰ কাৰণে প্ৰস্তুত হোৱা আৰু নিজৰ যোগ্যতাৰ পৰিচয় দিয়া।"

ক্ৰীটৰাজ আইডমিনিউছে ক'লে, "মহাৰাজ আট্ৰাইডিছ, এই ৰণৰ আৰম্ভণিতে মই আপোনাক একান্তভাৱে সাহায্য কৰাৰ যি প্ৰতিশ্ৰুতি দিছিলো, তাৰ ওপৰত আপুনি নিৰ্ভৰ কৰি থাকিব পাৰে। বাকীবিলাক দীৰ্ঘকেশী একিয়ান সৈনিককো জাগ্ৰত কৰক। তেতিয়াহ'লে আমি তুৰন্তে যুদ্ধ ক্ষেত্ৰত জপিয়াই পৰিব পাৰিম, যিহেতু এতিয়া ট্ৰয়ৰ লোকসকলে প্ৰতিজ্ঞা ভঙ্গ কৰিছে। মৰণ আৰু বিপৰ্যয়ৰ বাহিৰে সিঁহতে আন একোকে আশা কৰিব নোৱাৰে। কাৰণ সিঁহতে মত পৰিবৰ্তন কৰি সন্ধিৰ চৰ্ত ভঙ্গ কৰিছে।"

এই উত্তৰত অতি সন্তুষ্ট হৈ আট্ৰাইডিছে সমবেত জনতাৰ মাজেদি আয়াছ নামৰ ৰজা দুজনৰ ওচৰলৈ আগবাঢ়ি গ'ল। তেওঁলোক উভয়ে তেতিয়া অস্ত্ৰ-সজ্জা কৰি আছিল। তেওঁলোকৰ পিচফালে আছিল এটা বিপুল পদাতিক বাহিনী। এজন ছাগলীৰখীয়াই সতৰ্কভাৱে পহৰা দি থাকোতে কিজাক ডাৱৰ হোহোৱাই বলা পছোৱা বতাহে সাগৰৰ মাজৰপৰা উপকূলৰফালে ঠেলি লৈ অহা দেখা যায়, সৈন্য বাহিনীটোক সেই ডাৱৰবিলাকৰ দৰেই অস্পষ্টভাৱে দেখা গৈছিল। সাগৰৰ ওপৰে ওপৰে ডাৱৰজাক আহি থাকে, পিচফালে আৰম্ভ হয় বা-মাৰলী। দূৰণিত আন্ধাৰে ঘোপ মাৰি ধৰে আৰু অৱশেষত ডাৱৰৰ বৰণ হয় আলকাটাৰাৰ দৰে ক'লা। ছাগলী-ৰখীয়াজনে এই দৃশ্য দেখি শিয়ৰি উঠে আৰু ছাগলীৰ পালটো গুহা এটাৰ ভিতৰলৈ খেদাই লৈ যায়। এইদৰেই আয়াছদ্বয়ৰ পিছে পিছে সাহসী যুৱকসকলে এজাক ক'লীয়া ডাৱৰৰ দৰেই ৰণ যাত্ৰা কৰিছিল। তেওঁলোকৰ শাৰীবিলাক আছিল অৱিৰল আৰু ওপৰত ওলাই পৰিছিল থিয় থিয় বৰ্শা আৰু ঢালবিলাক।

তেওঁলোকক দেখা পাই আগামেম্নন উল্লাসিত হ'ল আৰু আয়াছদ্বয়ক ব্ৰঞ্জ বিভূষিত আৰ্গিভসকলৰ নায়ক বুলি অভিনন্দন জনাই ক'লে, "তোমালোকক আদেশ দিয়াৰ প্ৰয়োজন নাই, তাৰ কোনো প্ৰশ্নই নুঠে। তোমালোকৰ নেতৃত্বই সৈন্যসকলক অতি সুযোগ্যভাৱে যুদ্ধ কৰিবলৈ অনুপ্ৰাণিত কৰিছে। পিতা জুছ, এথেনী আৰু এপলোৰ নামত কওঁ সকলোৰেই এনে মনোবৃত্তি হোৱা উচিত। প্ৰায়ামৰ নগৰ একিয়ানসকলৰ দ্বাৰা অধিকৃত আৰু লুণ্ঠিত হৈ শীঘ্ৰে ছাৰখাৰ হ'ব।"

এইবুলি তেওঁলোকৰপৰা আঁতৰি গৈ আগামেম্নন পাইলছৰ উদাত্তকণ্ঠী বক্তা নেষ্টৰৰ ওচৰত উপস্থিত হ'ল। তেতিয়া তেওঁ সৈন্যসকলক যুদ্ধৰ কাৰণে প্ৰস্তুত কৰিছিল আৰু শান্তমান পেলাগন, আলাষ্টৰ, ক্ৰমিয়াছ, ৰাজকোঁৱৰ হিমন আৰু মহান সেনাপতি বিয়াছ আদি অধ্যক্ষসকলৰ অধীনত তেওঁলোকক শৃঙ্খলাবদ্ধ কৰা হৈছিল। নেষ্টৰে অশ্বৰথ সমন্বিতে ৰথীসকলক আগত ৰাখিছিল আৰু উৎকৃষ্ট পদাতিক বাহিনীক পিছফালে থৈছিল। নিকৃষ্ট সৈনিকবিলাক আছিল মাজত, যাতে পলাই যাব নোৱাৰি সিহঁতে যুঁজিবলৈ বাধ্য হয়। পোন প্ৰথমে তেওঁ ৰথীসকলক অসংবদ্ধভাৱে ছেদেলিভেদেলি হৈ নাযাবলৈ নিৰ্দেশ দি কৈছিল, "সাহস আৰু দক্ষতাৰ বাবেই যে তোমালোকে শাৰীৰপৰা বাহিৰ হৈ অধেমধে ট্ৰজানবিলাকৰ লগত যুদ্ধ কৰিব পাৰিবা, সেই কথা নাভাবিবা। কোনোবা এজন পিছপৰি যাতে সমগ্ৰ বাহিনীটোৰে শক্তি হ্ৰাস কৰিব নোৱাৰে তাৰ বাবে সাৱধান হ'বা। কোনো এজনৰ ৰথ যদি শত্ৰুৰ ৰথৰ ওচৰ চাপে, তেতিয়াহ'লে বৰ্শা চালনা কৰিব পাৰে। এইবিলাকেই উত্তম ৰণ কৌশল। এই নিয়মানুৱৰ্তিতা আৰু সাহসৰ বলতেই আমাৰ পূৰ্ব পুৰুষসকলে প্ৰাচীৰ-বেষ্টিত নগৰ এখনো আক্ৰমণ কৰি অধিকাৰ কৰিব পাৰিছিল।"

বহুত দিনৰ আগতে লাভ কৰা সামৰিক অভিজ্ঞতাৰ বলত এই প্ৰবীণ ব্যক্তি-জনে সৈন্যসকলক উৎসাহিত কৰিব পাৰিছিল। তাকে দেখি আগামেম্নন পুলকিত হ'ল। নিজৰ মনোভাৱ ব্যক্ত কৰি তেওঁ ক'লে, "শ্ৰদ্ধেয় মহাশয়, আপোনাৰ এই অদম্য মনোবলৰ লগত খাপ খোৱাকৈ অঙ্গ প্ৰত্যঙ্গবিলাকো শক্তিশালী হোৱা হ'লে মই যে কিমান সুখী হ'লোহেঁতেন! আপোনাৰ শাৰীৰিক শক্তি যদি আজিও আগৰ দৰেই থাকিল হয়। কিন্তু বাৰ্দ্ধক্যই কাকো অব্যাহতি নিদিয়ে। আপুনি জৰাগ্ৰস্ত, আপোনাৰ জৰা অন্য এজনৰ দেহত সঞ্চাৰ কৰি আপুনি যদি আজি যুৱক হৈ পৰিল হয়!"

জিৰেণীয়াৰ যোদ্ধা নেষ্টৰে ক'লে, "মহাৰাজ, ইৰিউঠেলিয়নক নিধন কৰাৰ সময়ত মই যেনে আছিলো এতিয়াও তেনে হ'লহেঁতেন যে মোৰ কিমান হাবিয়াস হয়।

কিন্তু দেৱতাসকলে আমাক একেবাৰতে সকলোবিলাক সুবিধা নিদিয়ে। সেই সময়ত মই চফল ডেকা আছিলো, এতিয়া বাৰ্দ্ধক্যই মোক পীড়িছে। তথাচ মই ৰথীসকলৰ মাজতে থাকি তেওঁলোকক পৰিচালনা কৰিম। ৰণৰ পৰিকল্পনা আৰু নিৰ্দেশবিলাকৰ দায়িত্ব মোৰ, বয়সৰ এইটোৱে সুবিধা। অৱশ্যে মোতকৈ কম-বয়সীয়া লোকেহে বৰ্শা চলাব পাৰিব। কাৰণ তাৰ বাবে যথেষ্ট শক্তিৰ প্ৰয়োজন।"

নেষ্টৰৰ কৰ্ম্মদক্ষতাত সন্তোষ পাই আগামেম্নন পুনৰ আগবাঢ়িল। এইবাৰ তেওঁ পিটিয়ছ-পুত্ৰ, অশ্বদমন মেনিষ্টিউছৰ ওচৰ পালেগৈ। তেওঁৰ এথেনীয় বাহিনীটো ৰণহুঙ্কাৰৰ কাৰণে প্ৰখ্যাত আছিল। তেতিয়া তেওঁলোক অলসভাৱে থিয় হৈ আছিল। তেওঁলোকৰ কাষতে আছিল ছেফালেনীয় সৈন্যসকলৰ নায়ক সুচতুৰ ওডিচ্যুছ। এই ফৌজটোও কোনো গুণে হীন নাছিল। কিন্তু তেওঁলোকে নিষ্কৰ্ম্মা হৈ বৈ আছিল। যুদ্ধৰ আহ্বান তেতিয়াও তেওঁলোকৰ কাণত পৰা নাছিল। কাৰণ ট্ৰয় আৰু একিয়াৰ সৈন্যবিলাকে তেতিয়া অগ্ৰসৰ হ'বলৈ আয়োজন কৰিছিলহে মাথোন। গতিকে তেওঁলোকে অন্য এটা একিয়ান ফৌজ ট্ৰজানবিলাকৰ লগত যুদ্ধ কৰিবলৈ আগবাঢ়ি যাব বুলি ভাবি অপেক্ষা কৰি আছিল। তাকে দেখি ৰজা আগামেম্ননে তেওঁলোকক কঠোৰভাৱে তিৰস্কাৰ কৰি ক'লে, "মেনিষ্টিউছ, তুমিতো ৰজাৰ ল'ৰা, আৰু তুমি শ্ৰেষ্ঠ চক্ৰান্তকাৰী ওডিচ্যুছ, তুমি একমাত্ৰ নিজৰ সুযোগ-সুবিধাৰ কাৰণেই বাট চাই থাকা। সকলোৱে আগবাঢ়ি গৈছে আৰু তোমালোকে ইয়াত হাত সাৱটি বহি আছা? আচলতে তোমালোকেহে সকলোৰে আগত থাকি যুদ্ধৰ ভয়াবহতাক স্বাগত জনাব লাগে। সেনাপতিসকলৰ বাবে অনুষ্ঠিত ভোজ-সভাত তোমালোকেই প্ৰথমে নিমন্ত্ৰণ নোপোৱানে? সেইবিলাকত তোমালোকে পাৰামানে মদ-মাংসৰে উদৰ পূৰণ কৰা আৰু এতিয়া, দহোটা একিয়ান সৈন্য বাহিনীয়ে শত্ৰুক আক্ৰমণ কৰাৰ পিছতো তোমালোকে নিষ্ক্ৰীয়ভাৱে চাই আছা?"

সুচতুৰ ওডিচ্যুছে তেওঁৰ ফালে খোপাকৈ চাই ক'লে, "মহাৰাজ আট্ৰীইডিছ, এইটো অসম্ভৱ কথা। আপুনি প্ৰমাণ কৰিব পাৰিবনে যে শত্ৰুৰ লগত হোৱা সঙ্কুল যুদ্ধত আমি পৃষ্ঠভঙ্গ দিওঁ? যদিহে আপোনাৰ ইচ্ছা অনুসাৰে কাম হোৱা নাই বুলি আপুনি দুখ পাইছে, তেন্তে আপোনাৰ সেই ইচ্ছা পূৰণ কৰা হ'ব। অশ্বপালক ট্ৰজানবিলাকৰ অগ্ৰৱৰ্তী সৈন্যবিলাকৰ লগত টেলিমেকাছৰ পিতাকে তুমুল সংগ্ৰাম কৰিব। কিন্তু আপুনি মিছকে পায় তাকে বলকিছে।"

ৰজা আগামেম্ননে ওডিচ্যুছ অপমানিত হৈছে বুলি বুজিব পাৰি হাঁহিমুখে ক্ষমা-প্ৰাৰ্থনা কৰি ক'লে, "ৰজা লাৰ্টিছৰ পুত্ৰ সুচতুৰ ওডিচ্যুছ, তোমাক মই দোষ নিদিওঁ বাৰু, বেছিকৈ উপদেশো দিব খোজা নাই। কাৰণ মোৰ দৃঢ় বিশ্বাস যে পেটে

পেটে তুমি মোৰ শুভাকাঙ্ক্ষী। প্ৰকৃতপক্ষে আমাৰ দৃষ্টিভঙ্গীৰ কোনো পাৰ্থক্য নাই। কিন্তু এয়ে যথেষ্ট। তোমাক যদি মই কিবা কটু কথা শুনাইছো, পিছত তাৰ হৈ ক্ষতিপূৰণ কৰিম। দেৱতাসকলে আমাৰ বিৰোধৰ অৱসান কৰক।”

ইয়াকে কৈ আগামেম্‌ননে তেওঁলোকক তাতে এৰি আন একালে গ'লগৈ। তেওঁ টিডিউছ-তনয় উদাৰ হৃদয় ডায়মিডিছক লগ পালে। তেতিয়া তেওঁ ঘোঁৰা জুঁটি থোৱা ৰথখনৰ ওপৰত থিয় হৈ আছিল। কাপানিউছৰ পুতেক ষ্টেনিলাছ নিচেই ওচৰতে ৰৈ আছিল। ৰজা আগামেম্‌ননে ডায়মিডিছৰ ফালে চাই তেওঁক কঠোৰভাৱে ভৰ্ৎসনা কৰিলে।

তেওঁ সুধিলে, “ইয়াৰ অৰ্থ কি? টিডিউছ-তনয় এই নিৰ্ভীক ৰথীজনে ৰণবিমুখ হৈ ইয়াৰপৰাই যুদ্ধৰ গতিবিধি লক্ষ্য কৰি আছে? যুদ্ধৰপৰা ভয়ত আঁতৰি থকা অভ্যাস টিডিউছৰ নাছিল, বৰং তেওঁ বন্ধু-বান্ধৱসকলক পিছ পেলায়ো শত্ৰুক আক্ৰমণ কৰিছিল। যুদ্ধক্ষেত্ৰত তেওঁৰ পৰাক্ৰম দেখা মানুহবিলাকেই এই কথা কয়। তেওঁলোকৰ মতে তেওঁ আছিল চমৎকাৰ। এবাৰ তেওঁ ৰাজকোঁৱৰ পলিনিচিছৰ লগত সৈন্য সংগ্ৰহ কৰিবৰ বাবে মিছিনীলৈ আহিছিল। তেওঁ শত্ৰু-ভাৱে অহা নাছিল। তেওঁৰ উদ্দেশ্য আছিল বন্ধুত্বপূৰ্ণ; কিন্তু মোৰ তেওঁৰ লগত পৰিচয়তো নহ'লেই, দেখা-দেখিয়ো নহ'ল। সেই সময়ত তেওঁলোকে পৱিত্ৰ প্ৰাচীৰ বেষ্টিত ঠিব্‌ছ্‌ নগৰৰ বিৰুদ্ধে এটা অভিযান চলাইছিল। আমাৰ ৰাজ্যৰ লোকসকলক তেওঁলোকে উপযুক্ত সাহায্যৰ বাবে অনুনয়-বিনয় কৰিছিল আৰু আমি সেইমতে সাহায্যৰ প্ৰতিশ্ৰুতিও দিছিলো। কিন্তু জুছৰ প্ৰভাৱত কিছুমান অশুভ লক্ষণ দেখা পাই আমি মত পৰিবৰ্তন কৰিলো। তেওঁলোকেও মিছিনী পৰিত্যাগ কৰিলে। তেওঁলোক কিছুদূৰ গৈ আগপাছ নদীৰ নল-খাগৰিয়ে ছাটি থোৱা পাৰৰ ওচৰতে থকা দ পথাৰবিলাক পালেগৈ। এনেতে একিয়ান সেনাপতিসকলে টিডিউছক আলোচনাৰ কাৰণে নিমন্ত্ৰণ কৰিলে। তেওঁ ঠিব্‌ছলৈ গৈ ৰাজকুমাৰ ইটিয়ক্লিছৰ কাৰেঙত পানভোজন কৰি থকা কেডমিয়ানবিলাকৰ ডাঙৰ দল এটা লগ পালে। এই অচিনাকি লোকবিলাকৰ মাজত অকলশৰে উপস্থিত হোৱাৰ পিছত সাহসী টিডিউছৰো মনত অলপ আশঙ্কা হোৱা আচৰিত নহয়। কিন্তু ক'তা তেওঁ তেওঁলোকক প্ৰীতিপূৰ্ণ প্ৰতিযোগিতালৈহে আহ্বান জনালে আৰু এথেনীৰ অকুণ্ঠ সাহায্যত প্ৰত্যেক বিষয়তে জয়লাভ কৰিলে। পিছে অশ্ব পৰিচালনাত কুশল কাডমিয়ানবিলাক তেওঁৰ ওপৰত অসন্তুষ্ট হ'ল আৰু টিডিউছ উভতি যাওঁতে দুজন বিষয়াৰে সৈতে চল্লিশজন সৈনিকক বাটত আকস্মিকভাৱে তেওঁক আক্ৰমণ কৰিবৰ কাৰণে আগতীয়াকৈ পঠিয়াই দিলে। বিষয়া দুজনৰ এজন আছিল হিমন-পুত্ৰ-

সম্ভ্ৰান্ত মিয়ন আৰু আনজন আছিল পলিফন্টিছ নামৰ এটা নিৰ্মম উৎপীড়ক। তাৰ পিতাকো নৰহন্তা আছিল। কিন্তু টিডিউছে সিহঁতৰ সমুখীন হৈ গোটেই দলটোকে সংহাৰ কৰিলে। একমাত্ৰ এজন লোকক তেওঁ ঘৰলৈ পঠিয়াই দিলে। দেৱতাৰ সতৰ্ক-বাণী শুনি তেওঁ মিয়নক এৰি দিছিল।

"ডাঙৰীয়া সেইজনেই আছিল ইটলিয়ান টিডিউছ। তুমি তেওঁৰে সন্তান। কিন্তু তুমি তেওঁৰ নিচিনাকৈ যুদ্ধ কৰা নাই। অৱশ্যে মেলমৰাত তুমি তেওঁক চেৰ পেলাব পাৰিবা।"

বিশ্বস্ত ডায়মিডিছে এই আড়ম্বৰপূৰ্ণ বক্তৃতাৰ কোনো উত্তৰ নিদিলে। তেওঁৰ শ্ৰদ্ধাভাজন ৰজাজনৰ তিৰস্কাৰ তেওঁ শিৰ পাতি গ্ৰহণ কৰিলে, কিন্তু যশস্বী কাপানিউছৰ পুতেকে সহ্য কৰি থাকিব নোৱাৰিলে। তেওঁ ক'লে, "মহাৰাজ, আপুনি আচল কথাটো নজনা নহয়। সেই কাৰণে সত্যৰ অপলাপ নকৰিব। মই ন দি কওঁ যে আমি আমাৰ পিতাহঁততকৈ অনেক গুণে শ্ৰেষ্ঠ। সপ্ততোৰণ বিশিষ্ট ঠিব্‌ছ্‌ নগৰী আমিহে অধিকাৰ কৰিছিলো। সৈন্যবল কম আছিল যদিও আমি বহুত গুণে বেছি শক্তিশালী শত্ৰুক আক্ৰমণ কৰিছিলো। তেওঁলোক তেনেকুৱা শত্ৰুৰ সমুখীন হ'ব লগা হোৱা নাছিল। জ্যুছ আৰু দেৱতাসকলৰ দ্বাৰা প্ৰেৰিত উৎপাতবিলাকৰ ওপৰত আমাৰ অটল বিশ্বাস আছিল। আনহাতেদি নিজৰ অসংযত আচৰণৰ কাৰণেই তেওঁলোকৰ বিপদ হৈছিল। সেই কাৰণে আমাক কথাই কথাই আমাৰ পিতাহঁতৰ লগত তুলনা নকৰিব।"

ডায়মিডিছে ষ্টেনিলাছৰ ফালে পোন্দোৱাকৈ চাই ক'লে, "মনে মনে থাকা, মোৰপৰা ইঙ্গিত নাপালে মাত নামাতিবা। আমাৰ অধিনায়ক আগামেম্‌ননে সৈন্যবিলাকক যুদ্ধ কৰিবলৈ উদগনি দিয়াৰ সময়ত মই তেওঁৰ লগত কেতিয়াও বিবাদ নকৰো। একিয়ানবিলাকে ট্ৰজানবিলাকক পৰাস্ত কৰি পবিত্ৰ-ইলিয়াম অধিকাৰ কৰিব পাৰিলে তেওঁৰেই যশস্যা হ'ব। কিন্তু কেনেবাকৈ একিয়ানসকল পৰাজিত হ'লে তেওঁহে সবাতকৈ অধিক দুখ পাব। আহা, এতিয়া আমি দুয়ো যুদ্ধৰ বিষয়ে চিন্তা কৰাৰ সময় হৈছে।"

ইয়াকে কৈ তেওঁ অস্ত্ৰ-শস্ত্ৰৰে সৈতে ৰথৰপৰা জাঁপ মাৰি নামিল। তেওঁ কৰ্মতৎপৰ হ'ল আৰু তেওঁৰ বুকুত বান্ধি থোৱা ব্ৰঞ্জৰ বৰ্মাদি প্ৰহৰণৰ ভীষণ ঝন্‌ঝননি উঠিল। অতি সাহসী মানুহো এই ভয়ানক ধ্বনিত আতঙ্কিত হ'লহেঁতেন।

আৰু এতিয়া প্ৰবল ধুমুহা-বতাহত ইটোৰ পিছত সিটোকৈ আহি সমুদ্ৰ উপকূলত খুন্দা মৰা সাগৰৰ ঢৌবিলাকৰ দৰেই সৈন্যদলসমূহো নিৰ্মমভাৱে ৰণক্ষেত্ৰলৈ অগ্ৰসৰ হ'ল। পাৰৰপৰা বহুত আঁতৰত থাকোতেই ঢৌবিলাকৰ শিৰোৰ ওপৰলৈ

বাঢ়ি যায় আৰু পিছত ভীষণ গৰ্জন কৰি শিলাময় উপকূলত আঘাত কৰে, নাইবা এখন তোৰণৰ দৰে ওখ হৈ থিয় গড়াত খুন্দা মাৰি পুনৰ ফেনে-ফোটোকাৰে পানীৰ ফালে হুহকি যায়। সেনাপতিবিলাকক উচ্চৈঃস্বৰে নিজ নিজ অধীনত থকা সৈন্য-বিলাকে নিৰ্দেশ দিছিল যদিও সৈন্যবিলাকে নীৰৱে আগবাঢ়ি গৈছিল। তেওঁলোকে মাতবোল নকৰাকৈয়ে সেনাপতিৰ আদেশ পালন কৰিছিল আৰু বোবা মানুহৰ দৰে তেওঁলোকক অনুসৰণ কৰিছিল। তেওঁলোক পদব্ৰজে গৈ থাকোতে তেওঁলোকৰ ধাতুনিৰ্মিত অস্ত্ৰ-শস্ত্ৰবিলাকৰ তিৰবিৰণি উঠিছিল।

কিন্তু ট্ৰজানবিলাকৰ কথা সুকীয়া আছিল। এজন আঢ্যৱন্ত খেতিয়কৰ চোতালত পোৱালিৰ মাত শুনি অনৰ্গল বেবাই থকা হাজাৰ হাজাৰ গাঁৰতী ভেড়া ছাগলীৰ দৰে তেওঁলোক থিয় হৈ আছিল। বিভিন্ন দেশৰপৰা আহি গোট খোৱা ট্ৰজান সৈন্যবিলাকৰ ভাষাও বিভিন্ন আছিল আৰু সকলোৱে ব্যৱহাৰ কৰিব পৰা ভাষা এটা নথকাত তেওঁলোকে নিজৰ নিজৰ মাতেৰে চিঞৰ-বাখৰ কৰাত ভীষণ কোলাহল হৈছিল।

ৰণ-দেৱতা আৰিছে ট্ৰজান সৈন্যবাহিনীক উদগনি দিছিল। প্ৰদীপ্তনয়না এথেনীয়ে দিছিল একিয়ানবিলাকক; নিচেই ওচৰতে আতঙ্ক আৰু বিভীষিকা। ৰণ-দেৱতাৰ ভগিনী ৰণ দেৱীয়েও এই ভয়ঙ্কৰ পৰিৱেশত ককায়েকক সহায় কৰিছিল। এবাৰ আৰম্ভ কৰিলে তেওঁ সামৰণি মাৰিব নোৱাৰে। প্ৰথমতে তেওঁৰ আকৃতি ক্ষুদ্ৰ যেন দেখা যায়; কিন্তু লাহে লাহে তেওঁৰ ভৰি থাকে মাটিত আৰু মূৰে আকাশ ছোৱেগৈ। পৰস্পৰৰ প্ৰতি বিদ্বেষ আৰু জিঘাংসা সংক্ৰামিত কৰি এতিয়া তেওঁ ট্ৰয় আৰু একিয়াৰ সৈন্যবিলাকৰ মাজত বিচৰণ কৰিছিল। মুমূৰ্ষু লোকৰ আৰ্ত্তনাদ শুনি তেওঁ তৃপ্তি লাভ কৰিছিল।

অৱশেষত ৰণক্ষেত্ৰত উভয়পক্ষ মিলিত হ'ল। বৰ্শা আৰু ঢাল আদি অস্ত্ৰ-শস্ত্ৰৰ ঝন্‌ঝননি উঠিল আৰু ব্ৰঞ্জ বিভূষিত সৈনিকসকলৰ তুমুল যুদ্ধ আৰম্ভ হ'ল। ঢালৰ উঠঙা অংশবিলাকৰ সংঘৰ্ষত লোমহৰ্ষণ শব্দ হ'বলৈ ধৰিলে। বিজেতাৰ সিংহনাদৰ লগত মৃত্যুমুখীসকলৰ আৰ্ত্তনাদ মিলি গ'ল। পৃথিৱীত তেজৰ ঢল বৈ গ'ল। শীতকালত বাঢ়ি অহা দুখন পাৰ্বত্য নদী উপৰিভাগত অৱস্থিত উৎসৰপৰা নামি আহোঁতে বেতিয়া কোনো এটা গভীৰ কন্দৰত দুই স্ৰোতস্বিনীৰ বাৰিধাৰা মিলিত হয়, সেই সঙ্গমৰ মেঘমন্দ্ৰ নিঃস্বন মেৰপালক এজনে বহুত আঁতৰৰ পাহাৰৰ পৰাও শুনিবলৈ পায়। সৈন্যবাহিনী দুটাৰ মাজত সংগ্ৰাম চলি থাকোতেও এনেকুৱা গুৰু গম্ভীৰ ধ্বনি আৰু কোলাহল শুনা গৈছিল।

এন্টিলকছেই পোনপ্ৰথমে এজন শত্ৰুৰ প্ৰাণ ল'লে। তেওঁ বধ কৰা লোক-

জন হ'ল ঠেলিচিয়াছৰ পুত্ৰ ইছিপলাছ। তেওঁ ৰণাঙ্গনত ট্ৰজানবিলাকৰ সপক্ষে অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হৈ যুদ্ধ কৰি আছিল। এন্টিলকাছে নিক্ষেপ কৰা বৰ্শা তেওঁৰ শিৰস্ত্ৰাণৰ উঠঙা অংশটোত লাগিল। শিৰস্ত্ৰাণ বিদীৰ্ণ কৰি তীক্ষ্ণ শেলপাট তেওঁৰ কপালত সোমাল। তেওঁ চকুৰে অন্ধকাৰ দেখিলে আৰু এটা স্তম্ভৰ দৰে হতা-হতিকৈ যুদ্ধ কৰা সৈন্যবিলাকৰ ওপৰত সশব্দে বাগৰি পৰিল। ঠিক সেই মুহূৰ্ততে আবান্তিবিলাকৰ নায়ক কেলকডন পুত্ৰ কুমাৰ এলফিনৰে তেওঁক ভৰিত ধৰি চোঁচোৰাই লৈ যাবলৈ চেষ্টা কৰিছিল; তেওঁৰ উদ্দেশ্য আছিল মৃত দেহটো আঁতৰাই নি অস্ত্ৰ-শস্ত্ৰবিলাক হস্তগত কৰা; কিন্তু তেওঁৰ সেই প্ৰচেষ্টা ফলৱতী নহ'ল। মৃত দেহটো চোঁচোৰাই নি থাকোতে তেওঁ এজিনৰৰ দৃষ্টিগোচৰ হ'ল। এলফিনৰ তললৈ মূৰ কৰি থকাৰ কাৰণে তেওঁৰ ঢালখন একলীয়া হৈ গৈছিল, ফলত শৰীৰৰ পাৰ্শ্বদেহ অনাবৃত হৈ পৰিছিল। সেই অংশটোলৈকে লক্ষ্য কৰি এজিনৰে ব্ৰঞ্জৰ জোং লগোৱা কাঁড় এপাট মাৰি পঠিয়ালে। এলফিনৰৰ খিতাতে মৃত্যু হ'ল আৰু তেওঁৰ মৃতদেহৰ ওপৰত ট্ৰজান আৰু একিয়ানবিলাকৰ ঘোৰতৰ যুদ্ধ লাগিল। তেওঁলোকে বাঘৰ দৰে জঁপিয়াই পৰি ইজনে-সিজনে খুন্দিয়াখুন্দি কৰি যুদ্ধ কৰিছিল।

এনেকুৱা সময়তে টেলামনিয়ান আয়াছে এন্টিমিয়নৰ পুতেক চিমইচিয়াছক বধ কৰিছিল। চিমইছ নদীৰ নাম অনুসৰিয়েই এই বলৱান যুৱকজনৰ নাম ৰখা হৈছিল। তেওঁৰ মাক নিজৰ পিতা-মাতাৰ ঘৰৰ ভেড়াৰ পালবিলাক চাই ইডা পৰ্বতৰপৰা উভতি আহোঁতে এই নদীৰ পাৰতে তেওঁৰ জন্ম হয়। আয়াছৰ দ্বাৰা বৰ্শাবিদ্ধ হৈ নিচেই কম বয়সতে প্ৰাণ হেৰুৱাৰ ফলত তেওঁ আৰু মাক-বাপেকৰ মৰমৰ চেনেহৰ ঋণ পৰিশোধ কৰিবলৈ সময় নাপালে। যুদ্ধক্ষেত্ৰলৈ সাজি-পাৰি আহোঁতেই আয়াছে তেওঁৰ বক্ষস্থলৰ দক্ষিণ অংশ বিদীৰ্ণ কৰিলে। চিকমিকীয়া বৰ্শাপাটে তেওঁক বুকুৰে-পিঠিয়ে শালি পেলালে আৰু ৰথ সজা কাৰিকৰ এজনে কুঠাৰেৰে কাটি পেলালে নদীৰ পাৰৰ বননিত লহপহ কৰে বাঢ়ি অহা জোপোহা আগৰ ঝাও পুলিটি যেনেকৈ মাটিত পৰি যায়, সেইদৰেই তেওঁ ধূলিত বাগৰি পৰিল। কাৰিকৰজনে গছ পুলিবোৰৰপৰা ধুনীয়া ৰথ এখনৰ চকৰীৰ পিঠিয়া তৈয়াৰ কৰে। কিন্তু সচহতে শুকাই মজবুত হ'বৰ কাৰণে গছজোপা নদীৰ পাৰতে পৰি থাকে। এইদৰেই বজা আয়াছে এন্টিমিয়ন তনয় চিমইছিয়াছক বধ কৰিলে।

সেই সময়তে চমৎকাৰ বৰ্ম বিভূষিত প্ৰায়াম পুত্ৰ এন্টিফাছে জনসমূহৰ মাজেদিয়েই আয়াছলৈ বৰ্শা নিক্ষেপ কৰিলে। বৰ্শাপাট আয়াছৰ গাত নালাগি ওডিচুছৰ বন্ধু লিউকাছৰ কৰঙনত লাগিল। তেওঁ তেতিয়া চিমইছিয়াছৰ মৃত-দেহ চোঁচোৰাই নিছিল। মৃতদেহটো লিউকাছৰ হাতৰপৰা এৰাই গ'ল আৰু

তেৱোঁ কৰ্ফাল খাই তাৰ ওপৰতে পৰিল। লিউকাছৰ মৃত্যুত ওডিচ্যুছ ক্ৰোধান্বিত হ'ল। ব্ৰঞ্জৰ উজ্জ্বল অস্ত্ৰ-শস্ত্ৰ লগত লৈ তেওঁ অগ্ৰৱৰ্তী সৈন্যদলৰ মাজেদি পাৰ হৈ গৈ একেবাৰে শত্ৰুসৈন্যৰ সন্মুখীন হ'ল আৰু সেইফালে নিমিষমাত্ৰ চাই হাতত থকা চিক্‌মিকীয়া বল্লমডাল মাৰি পঠিয়ালে। ট্ৰজানবিলাক জাঁপমাৰি পিছ হুহকি গ'ল; কিন্তু ওডিচ্যুছৰ প্ৰয়াস অথলে নগ'ল। বল্লমপাট প্ৰায়ামৰ অবৈধ সন্তান ডিমকুনৰ গাত লাগিল। তেওঁ এবিডাছত থকা ঘোঁৰা পালন কৰা পামখনৰপৰা আহি প্ৰায়ামৰ সৈন্যদলত যোগ দিছিল। পিছে এতিয়া বন্ধুৰ মৃত্যুত ক্ৰুদ্ধ হৈ ওডিচ্যুছে নিক্ষেপ কৰা বল্লমৰ আঘাতত তেওঁৰ পতন হ'ল। ব্ৰঞ্জৰ শেলপাট ডিমকুনৰ কপালৰ একাষেদি সোমাই আন কাষেদি ওলাই গ'ল। তেওঁ চকুৰে অন্ধকাৰ দেখিলে আৰু গেমেহ কৰি মাটিত লুটি খাই পৰিল। তেওঁৰ অস্ত্ৰ-শস্ত্ৰবিলাক ঝন্‌ঝনাই উঠিল। কীৰ্তিমান হেক্টৰকে মুখ্য কৰি সমস্ত ট্ৰয়-বাহিনীয়ে পৃষ্ঠভঙ্গ দিলে। আৰ্গিভসকলে বিজয় গৰ্বত সিংহনাদ কৰি আৰু মৃতদেহবিলাক হস্তগত কৰি আগবাঢ়ি যাবলৈ ধৰিলে।

পাৰ্গেমাছৰপৰা এপলোৱে যুদ্ধৰ গতি-বিধি লক্ষ্য কৰি আছিল। এই দৃশ্য দেখা পাই তেওঁৰ বৰ খং উঠিল। তেওঁ ট্ৰজানবিলাকক চিঞৰি চিঞৰি ক'লে, "ট্ৰয়ৰ ৰথীসকল, তোমালোক আগবাঢ়ি যোৱা। আৰ্গিভবিলাকক জয়লাভ কৰাৰ সুযোগ নিদিবা। তেওঁলোকৰ শৰীৰ লোহা আৰু পাথৰেৰে গঢ়া নহয়। ব্ৰঞ্জৰ বৰ্শাই তেওঁলোকৰ মঙহো বিদীৰ্ণ নকৰাকৈ নাথাকে। তদুপৰি সুকৌশলী ঠিটিছৰ পুত্ৰ একিলিছে যুদ্ধত যোগ দিয়া নাই। জাহাজ-বিলাকৰ কাষত তেওঁ গুজৰি-গুমৰি বহি আছে।" এইদৰেই এই অমিতবীৰ্য দেৱতাজনে দুৰ্গৰ ওপৰৰপৰাই ট্ৰয়বাসীসকলক উৎসাহিত কৰিলে। আনহাতেদি ট্ৰাইটনৰ মহীয়সী মহিলা, জ্যুছ দুহিতা এথেনীয়ে একিয়ানসকলৰ মনোবল অটুট ৰাখিছিল। তেওঁ নিজে সৈন্যসকলৰ মাজত পৰিভ্ৰমণ কৰি ৰণক্লান্তসকলক উদগনি দিছিল।

আৰু এতিয়া অমৰিঞ্চিউছৰ পুত্ৰ ডায়ৰিছৰ ওপৰত নিয়তিৰ দৃষ্টি নিবদ্ধ হ'ল। এটা খহটা শিল আহি তেওঁৰ সোঁ ভৰিৰ সৰু গাঁঠিৰ ওপৰত পৰিল। এই শিলটো নিক্ষেপ কৰিছিল ইনাছৰপৰা অহা ইম্ব্ৰেচোছ-পুত্ৰ পেইৰছ নামৰ থ্ৰেচীয় সেনাপতি এজনে। এই শিলটোৰ বিষম আঘাতত তেওঁৰ মাংসপেশী আৰু হাড় চূৰ্ণ হৈ গ'ল। ডায়ৰিছ ধূলিত চিতখাই পৰিল। তেওঁ দীঘল দীঘল উশাহ লৈ সাহায্যৰ আশাত বন্ধু-বান্ধৱসকলৰ ফালে হাত দুখন মেলি দিছিল। কিন্তু তেওঁৰ গাৰে শিল দলিওৱা পেইৰছে লৰ মাৰি আহি তেওঁৰ নাইৰ ওপৰতে

বৰ্শাৰে খোঁচ মাৰি দিলে। ফলত তেওঁৰ নাড়ী-ভুক বাহিৰ হৈ আহিল আৰু তেওঁৰ জীৱন-বন্তি নুমাল।

পেইৰছ কোবাকুবিকৈ উভতি যাওঁতেই ইটলিয়ান ঠাওছে তেওঁৰ বুকুলৈ যাঠি এপাট মাৰি পঠিয়ালে। যাঠিপাট বুকুৰেদি সৰকি গৈ হাঁওফাঁওত সোমাল। ঠাওছে তেওঁৰ ওচৰলৈ আহি গধুৰ যাঠিপাট বুকুৰপৰা আজোৰ মাৰি উলিয়াই আনিলে আৰু চোকা তৰোৱালখনেৰে পেটত এটা পূৰ্ণহতীয়া কোব সোধালে। তেওঁৰ হাতত পেইৰছৰ মৃত্যু হ'ল সঁচা, কিন্তু তেওঁ তেওঁৰ অস্ত্ৰ-শস্ত্ৰ হস্তগত কৰিব নোৱাৰিলে। কাৰণ পেইৰছৰ অনুগামী মূৰত খোপা বন্ধা থ্ৰেচীয়ানসকলে তেওঁক বেৰি ধৰিলে। তেওঁলোকে দৃঢ়মুষ্টিৰে দীঘল বৰ্শাবিলাক ধৰি লৈ শক্তিমান আৰু ভয়ঙ্কৰ ঠাওছক বাধা দিলে আৰু ঠাওছ পৰাস্ত হৈ পিছ হুহকি যাবলৈ বাধ্য হ'ল।

সেইদেখি পেইৰছ আৰু ডায়ৰিছ উভয়ে ওচৰা-উচৰিকৈ ধূলিত পৰি থাকিল। দুয়োজনেই আছিল সামন্ত, এজন থ্ৰেচীয়ানবিলাকৰ আৰু আনজন ব্ৰঞ্জ বিভূষিত ইপিয়ানসকলৰ। কিন্তু অকল তেওঁলোকৰেই যে প্ৰাণ হানি হৈছিল এনে নহয়। প্ৰকৃততে সেইখন নিচেই সাধাৰণ খণ্ড যুদ্ধ নাছিল। এথেনীয়ে অস্ত্ৰ-শস্ত্ৰৰ জাউৰিৰপৰা ৰক্ষা কৰি যুদ্ধ ক্ষেত্ৰৰ বিভীষিকাৰ মাজলৈ নিজে হাতত ধৰি লৈ যোৱা হ'লে এজন অক্ষতদেহী নৱাগত লোকে এই সত্য আৱিষ্কাৰ কৰিব পাৰিলেহেঁতেন। এই দিনটোতেই অনেক ট্ৰজান আৰু একিয়ানে শেষ নিশ্বাস পেলালে আৰু ধূলি-মাকতিৰে লেটি-পেটি হৈ ৰণ-পথাৰত পৰি থাকিল।

# পাঁচ

# ডায়মিডিছৰ যুদ্ধ

পালাছ এথেনীয়ে এতিয়া টিডিউছ তনয় ডায়মিডিছক দুৰ্বাৰ সাহস আৰু সুদৃঢ় সঙ্কল্পেৰে অনুপ্ৰাণিত কৰিলে, যাতে তেওঁ বন্ধু-স্থানীয় সমগ্ৰ বীৰ-যোদ্ধাসকলক অতিক্ৰম কৰি যশস্যা আৰু গৌৰৱৰ অধিকাৰী হ'ব পাৰে। মহাসমুদ্ৰত অৱগাহন কৰি আৰু জ্যোতিষ্কৰাজিক স্বকীয় দীপ্তিৰ তীব্ৰতাৰে হীনপ্ৰভ কৰি নভোমণ্ডলত উদয় হোৱা লুব্ধক নক্ষত্ৰৰ দৰেই তেওঁৰ ঢাল আৰু শিৰস্ত্ৰাণৰ জ্যোতি এথেনীৰ অনুগ্ৰহত স্থিৰ আৰু অচঞ্চল হৈ আছিল। এথেনীৰ দ্বাৰা প্ৰণোদিত হৈ যুদ্ধক্ষেত্ৰৰ কেন্দ্ৰস্থললৈ অগ্ৰসৰ হওঁতে তেওঁৰ শিৰ আৰু স্কন্ধদেশৰপৰা জ্বলন্ত অনলৰ দৰে অপ্ৰমেয় দ্যুতি বিচ্ছুৰিত হৈছিল।

ডাৰিছ নামে এজন আঢ্যৱন্ত আৰু খ্যাতিমান ট্ৰয়বাসী হিফিষ্টাছৰ পূজাৰী আছিল। ফিজিউছ আৰু ইডিউছ নামে তেওঁৰ দুজন পুতেক আছিল। দুয়ো পূৰ্ণাঙ্গ সামৰিক শিক্ষা লাভ কৰিছিল। তেওঁলোক দুয়ো সৈন্য পংক্তিৰ মাজৰপৰা ওলাই গৈ ৰথত উঠি ডায়মিডিছৰ অভিমুখে অগ্ৰসৰ হ'ল। ডায়মিডিছ পদব্ৰজে তেওঁলোকৰফালে আগবাঢ়ি আহিল। নিৰ্দিষ্ট সীমাৰ ভিতৰত উপস্থিত হৈ ফিজিউছে প্ৰথমে আক্ৰমণ আৰম্ভ কৰি দীৰ্ঘছায়া বিশিষ্ট বল্লম তেওঁলৈ নিক্ষেপ কৰিলে। কিন্তু বৰ্শাপাট ডায়মিডিছৰ গাত নালাগি তেওঁৰ সোঁ কান্ধৰ কাষেদি গুচি গ'ল। এতিয়া ডায়মিডিছে অস্ত্ৰ সন্ধান কৰিলে আৰু তেওঁৰ অব্যৰ্থ শক্তিশেলে ফিজিউছৰ বক্ষ বিদীৰ্ণ কৰিলে। তেওঁ সুনিৰ্মিত ৰথখনৰপৰা মাটিত পৰিল আৰু তাকে দেখি ইডিউছেও ৰথখনৰপৰা জাপ মাৰি নামিলে। ককায়েকৰ মৃতদেহ লৈই যাবলৈ তেওঁৰ সাহস নাছিল। তেওঁৰো ককায়েকৰ দশাই হ'ল হয়, পিছে বৃদ্ধ পূজাৰীজন শোকত অতিশয় বিহ্বল হয় বুলি হিফিষ্টাছে তেওঁক তিমিৰাবৃত কৰি ৰাখিলে। মহান হৃদয় ডায়মিডিছে তেওঁলোকৰ ঘোঁৰাকেইটা হস্তগত কৰিলে আৰু সিহঁতক শূন্যগৰ্ভ জাহাজৰফালে খেদাই লৈ যাবলৈ অনুচৰবিলাকক আদেশ দিলে।

ট্ৰজানবিলাকে ডাৰিছৰ পুত্ৰ দুজনৰ দুৰৱস্থা দেখা পালে। এজন ৰথৰ ওপৰতেই নিহত হ'ল আৰু আনজনে পলায়ন কৰিলে। তেওঁলোকৰ সাহসৰ অভাৱ নাছিল, কিন্তু তথাপি তেওঁলোক নিৰুৎসাহ হ'ল। তদুপৰি ঠিক সেই সময়তে প্ৰদীপ্তনয়না এথেনীয়ে মধ্যস্থালি কৰি দুৰ্দান্ত ৰণ-দেৱতাজনৰ হাতত

ধৰিলে আৰু তেওঁক যুদ্ধক্ষেত্ৰৰপৰা আঁতৰাবলৈ চেষ্টা কৰি ক'লে, "জানিছ, নৰহন্তা, জিঘাংসু, নগৰ লুণ্ঠনকাৰী আৰিছ। ট্ৰজান আৰু একিয়ানবিলাকে নিজৰ ইচ্ছামতে যুদ্ধ কৰক। কোন পক্ষৰ জয়লাভ পিতা জুছৰ অভিপ্ৰেত তাকো এতিয়া জানিবৰ সময় হোৱা নাই জানো? তেওঁ ক্ৰোধান্বিত হোৱাৰ আগতেই আমি দুয়ো যুদ্ধক্ষেত্ৰ ত্যাগ কৰাই শ্ৰেয়।" এই বুলি কৈ এথেনীয়ে প্ৰচণ্ড ৰণ-দেৱতাজনক ৰণস্থলৰপৰা লৈ গৈ স্কেমেণ্ডাৰৰ পাৰৰ বননিত বহি থাকিবলৈ দিলে।

ইয়াৰ ফলত ডানানসকলে ট্ৰয়ৰ সৈন্যবাহিনীক পিছ হোঁহোকাই নিলে আৰু প্ৰতিজন সেনাপতিয়েই একোজন শত্ৰুৰ প্ৰাণ ল'বলৈ সক্ষম হ'ল। নৰপতি আগামেম্‌ননে মহান ওডিয়াছক ৰথচ্যুত কৰিলে। তেওঁ আছিল অলিজনী-বিলাকৰ নেতা। ওডিয়াছে তৎক্ষণাৎ পলাই যাবলৈ চেষ্টা কৰিছিল, কিন্তু আগামেম্‌ননৰ বৰ্শা তেওঁৰ পিঠিৰ সোঁমাজতে লাগি বুকুৱেদি ওলাই গ'ল। তেওঁ সশব্দে ধৰাশায়ী হ'ল আৰু তেওঁৰ অস্ত্ৰ-শস্ত্ৰবিলাক জন্‌জনাই উঠিল।

ইয়াৰ পিছত আইডমিনিউছে টাৰ্নি প্ৰদেশৰ উপত্যকাৰপৰা অহা মিয়নিয়ান বৰাছৰ পুতেক ফিষ্টাছক বধ কৰিলে। ফিষ্টাছে ৰথত আৰোহণ কৰোঁতেই মহান বৰ্শাচালকজনে যাঠিৰে তেওঁৰ সোঁকান্ধত হানিলে, ফিষ্টাছ ৰথৰপৰা বাগৰি পৰিল। কুৎসিত নৈশ অন্ধকাৰে তেওঁক গ্ৰাস কৰিলে। আইডমিনিউছৰ অনুচৰবিলাকে তেওঁৰ মৃতদেহৰপৰা অস্ত্ৰ-শস্ত্ৰ হৰণ কৰিলে।

আট্ৰিউছ-নন্দন মেনিলাছে তীক্ষ্ণ-বৰ্শাৰ আঘাতত ষ্ট্ৰফিয়াছ তনয় চিকাৰী স্কেমেণ্ড্ৰিয়াছক হত্যা কৰিলে। তেওঁ আছিল শ্ৰেষ্ঠ চিকাৰী আৰু তেওঁক স্বয়ং আৰ্টিমিছে পাৰ্বত্য অৰণ্যত বাস কৰা যিকোনো জন্তুকে বধ কৰিবলৈ শিক্ষা দিছিল। কিন্তু ধনুৰ্দ্ধাৰিণী আৰ্টিমিছে এতিয়া তেওঁক কোনো প্ৰকাৰে সহায় কৰিব নোৱাৰিলে। নাইবা যি দূৰবেধিনী শক্তিৰ জৰিয়তে তেওঁ খ্যাতি লাভ কৰিছিল, সিয়ো অথলে গ'ল। কাৰণ স্কেমেণ্ড্ৰিয়াছে পৃষ্ঠভঙ্গ দিওঁতে, সুনিপুণ বৰ্শাচালক আট্ৰিউছ-পুত্ৰ মেনিলাছে নিক্ষেপ কৰা বৰ্শা তেওঁৰ পিঠিৰ মাজভাগত লাগিল আৰু বুকুৱেদি সৰকি গ'ল। তেওঁ মুখ থেকেচা খাই পৰি গ'ল আৰু তেওঁৰ অস্ত্ৰবিলাক জন্‌জনাই উঠিল।

ইয়াৰ পিছত মেৰিয়নিছে হাৰ্মন-তনয় টেক্টনৰ পুত্ৰ ফেৰিক্লাছক বধ কৰিলে। তেওঁ আছিল বাঢ়ৈ আৰু যিকোনো দুৰ্লভ আচবাব তেওঁ সাজিব পাৰিছিল। তেওঁ পালাছ এথেনীৰ অতিশয় প্ৰিয়পাত্ৰ আছিল। পেৰিছৰ সেই পৰিশাটি জাহাজবিলাক তেৱেঁই নিৰ্মাণ কৰিছিল। পিছে এই জাহাজবিলাকেই সকলো

অনর্থৰ মূল আৰু ট্ৰয়ৰ অধিবাসীসকলৰ লগতে তেওঁৰো কাল হ'ল। কাৰণ তেওঁ দৈৱবাণীবিলাকৰ বিষয়ে একোকে নেজানিছিল। তেওঁৰ পিছে পিছে লৰি গৈ মেৰিয়নিছে তেওঁৰ সোঁফালৰ তপিনাত আঘাত কৰিলে। শেলপাট হাড়ৰ মাজে মাজে মূত্ৰাশয় পৰ্যন্ত ভেদ কৰি গ'ল। তেওঁ আৰ্তনাদ কৰি বাগৰি পৰিল আৰু মৃত্যুৱে তেওঁক আঁকোৱালি ল'লে।

তাৰ পিছত মেজিছৰ হাতত এন্টিনৰৰ অবৈধ পুত্ৰ পেডিয়াছ নিহত হ'ল। স্বামীৰ সন্তুষ্টিৰ অৰ্থে করুণাময়ী কুলস্ত্ৰী থিয়নাই তেওঁক নিজৰ সন্তানৰ দৰে লালন-পালন কৰিছিল। শক্তিমান বৰ্শাধাৰী মেজিছে তেওঁৰ গলধনত তীক্ষ্ণ বল্লম বহুৱাই দিলে। ফলত আগটো জিভাখনৰ গুৰিয়েদি পাৰ হৈ কোৱাৰিয়েদি সৰকি গ'ল। শীতল ব্ৰঞ্জৰ শেলপাট দাঁতেৰে কামুৰি ধৰি তেওঁ ধূলিত বাগৰি পৰিল।

ইতিমধ্যে ইউমিয়ন-পুত্ৰ ইউৰিপাইলাছে দাম্ভিক ডলপিয়নৰ পুতেক অভিজাত হিপ্‌ছিনৰক হত্যা কৰিলে। ডলপিয়ন নদী-দেৱতা স্কেমেণ্ডাৰৰ পূজাৰী আছিল আৰু ট্ৰয়ৰ অধিবাসীসকলে তেওঁক সন্মান কৰিছিল। হিপ্‌ছিনৰে পলাই সাৰিব খোজোতে ইউময়নৰ সম্ভ্ৰান্ত সন্তান ইউৰিপাইলাছে পিছে পিছে খেদি গৈ তেওঁৰ কান্ধত তৰোৱালেৰে কোব দিলে। তেওঁৰ বিশাল হাতখন ছিগি গ'ল আৰু তেওঁ তেজেৰে ৰাঙলী হৈ মাটিত পৰিল। নিয়তিৰ অমোঘ বিধান মতে তেওঁৰ মৃত্যু হ'ল।

এই দৰেই অগ্ৰৱৰ্তী ডানানসকলৰ আক্ৰমণ কাৰ্যকৰী হ'ল। ডায়মিডিছৰ বিষয়ে ইমানকে ক'ব পাৰি যে তেওঁ ট্ৰজান নে একিয়ান পক্ষৰ হৈ যুদ্ধ কৰিছিল ধৰিবলৈ টান হৈছিল। তেওঁ ভেটা ভাঙি সকলো উটাই লৈ যোৱা শীত কালৰ বানপানীৰ দৰে সমতল যুদ্ধক্ষেত্ৰত প্ৰচণ্ড আক্ৰমণ আৰম্ভ কৰিছিল। ধাৰাসাৰ বৰষুণৰ ফলত হোৱা বানপানীৰ আগত একোৱেই তিষ্ঠিব নোৱাৰে, মঠাউৰিয়েই হওক বা আঙুৰ ক্ষেত্ৰৰ চাৰিওফালে থকা শিলৰ ঢাপবিলাকেই হওক। আনকি ক্ষেত্ৰৰ ভিতৰত থকা প্ৰকাণ্ড গছবিলাকো পোন হৈ থাকিব নোৱাৰে। বানপানীয়ে কৃষকসকলৰ নন্দন-বন্দন পথাৰবিলাক উছন কৰে। সুবিন্যস্ত ট্ৰজান সৈন্যসকলে টিডিউছ পুত্ৰৰ আক্ৰমণ প্ৰতিহত কৰিব নোৱাৰি ছেদেলি-ভেদেলি হৈ পৰিল।

অভিজাত পেণ্ডাৰাছে সৈন্যবিলাকক আগে আগে পৰিচালনা কৰি ৰণক্ষেত্ৰত প্ৰচণ্ড আক্ৰমণ চলোৱা ডায়মিডিছক দেখা পালে। তেওঁ অলপো পলম নকৰি বেঁকা ধেনুখনত কাঁড় এপাট লগাই লৈ তেওঁৰ কান্ধে মাৰি

পঠিয়ালে। তেওঁ আগবাঢ়ি আহি থাকোতেই কাঁড়পাট গৈ তেওঁৰ বর্মাবৃত্ত দক্ষিণ বাহুত লাগিল। বর্ম ভেদ কৰি চোকা কাঁড়পাট সোমাই গ'ল আৰু জাখৰখন তেজেৰে ৰাঙলী হৈ পৰিল। ডায়মিডিছৰ দশা দেখি পেণ্ডাৰাছে বিজয় নিনাদ কৰি উচ্চৈঃস্বৰে ক'বলৈ ধৰিলে, "ট্ৰয়ৰ সৈন্যসকল, অগ্ৰসৰ হোৱা। ৰথীসকল আগবাঢ়া। শত্ৰুৰ ওপৰত জঁপিয়াই পৰা। তেওঁলোকৰ শ্ৰেষ্ঠ বীৰজন গুৰুতৰভাৱে আহত হৈছে। যদিহে ৰজা এপলোৱে লিচিয়াৰপৰা মোক ইয়ালৈ অকপটে পঠিয়াইছিল, তেন্তে তেওঁৰ আৰু বেছি সময় নাই।"

পেণ্ডাৰাছে দম্ভালি কৰি থকা সত্ত্বেও শৰপাটে ডায়মিডিছৰ বৰ বেছি অনিষ্ট কৰিব পৰা নাছিল। তেওঁ পিছ হুঁহকি গৈ ৰথ আৰু ঘোঁৰাৰ ওচৰতে ৰ'ল আৰু কেপানিউছৰ পুত্ৰ ষ্টেনিলাছক সম্বোধন কৰি ক'লে, "প্ৰিয় ষ্টেনিলাছ, তুৰন্তে ৰথৰপৰা নামি আহি মোৰ বাহুৰপৰা কাঁড়পাট উলিয়াই নিয়া।"

ষ্টেনিলাছ জাঁপ মাৰি ৰথৰপৰা মাটিলৈ নামিল আৰু তেওঁৰ ওচৰলৈ আহি বাহুত সোমাই থকা কাঁড়পাট আজোৰ মাৰি উলিয়াই আনিলে। তেওঁৰ সংহত অন্তৰ্বাসৰপৰা ধাৰাসাৰে তেজ ওলাল। ভৈৰৱ নিনাদকাৰী ডায়মিডিছে এথেনীক প্ৰাৰ্থনা কৰিলে, "ছত্ৰধাৰী জ্যুছৰ অনিন্দ্ৰ তনয়া, মোৰ মিনতি শুনা। যদিহে কেতিয়াবা তুমি আমাৰ শুভাকাঙ্ক্ষিনী হৈ যুদ্ধৰ বিভীষিকাময় মুহূৰ্তত পিতা বা মোক সহায় কৰিবলৈ আগবাঢ়ি আহিছিলা, তেন্তে হে এথেনী, এতিয়াও মোৰ প্ৰতি সদয়া হোৱা। মই যেন পেণ্ডাৰাছক বধ কৰিব পাৰো। বিজন লোকে মোক শৰাঘাত কৰিছে তেওঁলৈ বৰ্শা নিক্ষেপ কৰিব পৰা দূৰত্বলৈ মোক লৈ যোৱা। মই আগতে সুযোগ পোৱা নাছিলো। এতিয়া তেওঁ মোৰ মৃতপ্ৰায় অৱস্থা বুলি সকলোৰে আগত ঘোষণা কৰিছে।"

ডায়মিডিছৰ প্ৰাৰ্থনা পালাছ এথেনীৰ শ্ৰুতিগোচৰ হ'ল। তেওঁৰ মায়াত ডায়মিডিছ এজন নতুন মানুহ হৈ পৰিল। আনকি এথেনীয়ে নিজে আহি তেওঁৰ ওচৰত উপস্থিত হৈ গুৰুত্বপূৰ্ণভাৱে ক'লে, "ডায়মিডিছ, এতিয়া তুমি নিৰ্ভয় মনেৰে ট্ৰজানবিলাকৰ লগত যুদ্ধ কৰিব পাৰা। মই পিতাৰৰ নিচিনা দুঃসাহসেৰে তোমাৰ অন্তৰ পৰিপূৰ্ণ কৰিছো। তোমাৰ পিতাৰ টিডিউছ ঢালেৰে সুসজ্জিত মহাৰথী আছিল। তদুপৰি মই তোমাৰ চকুৰ আগৰ কুঁৱলিৰ জালখন আঁতৰাই তোমাক দিব্যদৃষ্টি দিছো। এতিয়া তুমি দেৱতা আৰু মানুহৰ পাৰ্থক্য বুজিব পাৰিবা। যদিহে কোনো দেৱতা তোমাক পৰীক্ষা কৰিবলৈ ৰণক্ষেত্ৰত উপস্থিত হয়হি, তেন্তে সেই অমৰাৱতীৰ অধিবাসীজনৰ বিৰুদ্ধে অস্ত্ৰধাৰণ নকৰিবা। অৱশ্যে এটা ব্যতিক্ৰম আছে। যদি জ্যুছ দুহিতা

আফ্ৰোদাইতী যুদ্ধলৈ আহে, তেন্তে তেওঁক তীক্ষ্ণ ব্ৰঞ্জৰ বৰ্শাৰে আঘাত কৰিবা।”

এই বুলি কৈ প্ৰদীপ্তনয়না এথেনী অন্তৰ্ধান হ’ল। টিডিউছ তনয় পুনৰ সৈন্যবাহিনীৰ সমুখত অৱস্থিত হ’ল। এথেনীৰ বিনা সাহায্যেও তেওঁ শত্ৰু-সৈন্য সংহাৰ কৰিবলৈ দৃঢ়সঙ্কল্প হৈছিল। নোমাল মেৰছাগলীৰ ৰখীয়া এজনে জনবসতিৰ আঁতৰত থকা পাম এখনত একেবাৰে মাৰিব নোৱাৰি মাত্ৰ জখম কৰা সিংহৰ দৰে তেওঁ আগতকৈ বহুগুণে বেছি দুঃসাহসী হৈ পৰিল। আহত হোৱা সিংহটো উন্মত্ত হৈ পৰে, ভেৰা-ৰখীয়াই তাক বাধা দিব নোৱাৰি ছাগলীবোৰক দলনিত পোনা মেলি নিজে ঘৰৰ ভিতৰত লুকাই থাকেগৈ। আৰু সিংহটোৱে খঙৰ ভমকত সিহঁতক জাকে জাকে মহটিয়াই নি অৱশেষত ওখ জেওৰাখন জাঁপ মাৰি পাৰ হৈ পামথনৰপৰা গুচি যায়। ঠিক এনেকুৱা ভয়ানক ক্ৰোধত অমিত বিক্ৰম ডায়মিডিছে ট্ৰয়ৰ সৈন্যবাহিনীক আক্ৰমণ কৰিলে।

পোন প্ৰথমেই তেওঁ এষ্টিনাছ আৰু সামন্ত হাইপিৰিয়নক হত্যা কৰিলে। এজনক ব্ৰঞ্জৰ বৰ্শাৰে বুকুত হানিলে আৰু আনজনৰ গ্ৰীবাস্থিত তৰোৱালেৰে এনেধৰণে আঘাত কৰিলে যে তেওঁৰ কান্ধৰপৰা ডিঙি আৰু পিঠি সম্পূৰ্ণ বিচ্ছিন্ন হৈ গ’ল। তেওঁলোকক তাতে এৰি থৈ তেওঁ ইউৰিডেমাছৰ পুত্ৰ আবাছ আৰু পলিএডাছক খেদি গ’ল। ইউৰিডেমাছ আছিল বৃদ্ধ আৰু তেওঁ স্বপ্ন বিশ্বাসী আছিল। কিন্তু যুদ্ধক্ষেত্ৰলৈ যাত্ৰা কৰাৰ সময়ত পুতেক দুজনক সতৰ্ক কৰি দিব পৰাকৈ তেওঁ কোনো সপোন দেখা নাছিল। পৰাক্ৰমী ডায়মিডিছৰ হাতত দুয়ো নিহত হ’ল। ইয়াৰ পিছত তেওঁ জেণ্ঠাছ আৰু থুনক অনুসৰণ কৰিলে। তেওঁলোক দুয়ো আছিল কোমল বয়সৰ ল’ৰা। তেওঁলোকৰ পিতাক ফেনপ্স্ আছিল ৰোগগ্ৰস্ত বৃদ্ধ। তেওঁলোক দুজনৰ বাহিৰে তেওঁৰ সা-সম্পত্তিৰ কোনো উত্তৰাধিকাৰী নাছিল। পিতাকৰ বুকু উদং কৰি ডায়মিডিছে তেওঁলোক দুয়োজনকে বধ কৰিলে। যুদ্ধৰ পিছত তেওঁলোক সোঁশৰীৰে ঘৰলৈ উভতি যোৱা দেখা পাবলৈ পিতাকৰ ভাগ্য নহ’ল। ফলত তেওঁৰ ভতিজাকহঁতেই সম্পত্তিৰ অধিকাৰী হ’ল।

ইয়াৰ পিছত ডায়মিডিছৰ হাতত ডাৰ্ডনিয়ান প্ৰায়ামৰ পুত্ৰদ্বয় একাৰমন আৰু ক্ৰমিয়াছ নিহত হ’ল। তেওঁলোক উভয়ে এখেন ৰথতে আৰোহণ কৰিছিল। যাঁহনি পথাৰত চৰি থকা ভমৰা বা চেঁউৰী গৰুক অতৰ্কিতে আক্ৰমণ কৰি ডিঙিত কামুৰি ধৰা সিংহৰ দৰে টিডিউছনন্দনে তেওঁলোক দুয়োকে অতি অৱজ্ঞাৰে ৰথৰপৰা টোঁচোৰাই আনি তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰবিলাক

খুলি ল'লে আৰু ঘোঁৰাকেইটা জাহাজলৈ খেদি লৈ যাবলৈ অনুচৰবিলাকক আদেশ দিলে।

ডায়মিডিছৰ এই সংহাৰ লীলা ইনিয়াছৰ দৃষ্টিগোচৰ হ'ল। তেওঁ সন্মুখ সমৰত বৰষি থকা শেল, বৰ্শা আদিৰ মাজেদিয়েই পেণ্ডাৰাছক বিচাৰি যাত্ৰা কৰিলে। লিকাওনৰ অভিজাত আৰু শক্তিশালী সন্তানক দেখা পাই তেওঁ তুৰন্তে তেওঁৰ ওচৰ চাপি ক'লে, "পেণ্ডাৰাছ, ধেনু আৰু পাখি লগা কাঁড়বিলাকেৰে তুমিনো কিটো কৰিছা? তুমি লিচিয়াৰ শ্ৰেষ্ঠ ধনুৰ্দ্ধৰ নোহোৱানে? ট্ৰয়ত তোমাৰ সমকক্ষ এজনো নাই। ঈশ্বৰে শপত, তুমি জ্যুছৰ নাম লৈ সৌ মানুহটোলৈ কাঁড় এপাট মাৰি পঠিওৱা। সিনো কোন মই নাজানো। কিন্তু এটা কথা নিশ্চিত যে সি নিজ ইচ্ছামতে আমাৰ অশেষ ক্ষতিসাধন কৰিছে। আমাৰ ফালৰ ভালেমান বীৰ তাৰ হাতত নিহত হৈছে। তথাপি সাৱধান হৈ থাকিবা, কোনোবা দেৱতাও হ'ব পাৰে। উচিত মতে পূজাপাতল নিদিয়া কাৰণে হয়তো আমাৰ ওপৰত কষ্ট হৈছে! কোনো এজন ক্ৰুদ্ধ দেৱতাই আমাৰ ওপৰত এইদৰে পোটক তোলা অস্বাভাৱিক নহয়।"

লিকাওনৰ সম্ভ্ৰান্ত সন্তানে ইনিয়াছৰ প্ৰতি ট্ৰয়ৰ মন্ত্ৰণাদাতা এজনৰ প্ৰাপ্য সন্মান প্ৰদৰ্শন কৰি ক'লে, "তুমি সুধিছা যেতিয়া কওঁ, সৌশৰীৰে সেইজন ডায়মিডিছ। তেওঁৰ ঢাল আৰু শিৰস্ত্ৰাণৰ উপৰিভাগ দেখিয়েই মই তেওঁক চিনিব পাৰিছো। দেখিলে তেওঁৰ ঘোঁৰাকেইটাও মই চিনি পাম। তথাপি তেওঁ যে দেৱতা নহয় সেই কথা মই শপত খাই ক'ব নোৱাৰো। মই ভবা মতেই যদিহে তেওঁ ডায়মিডিছ হয়, তেন্তে তেওঁৰ এই উন্মাদ আক্ৰমণত মই দেৱতাসকলৰ হস্তক্ষেপ দেখা পাইছো। তেওঁৰ কাৰতে কোনোবা এজন দেৱতা অদৃশ্যভাৱে থিয় হৈ আছে আৰু তেৱেঁই মোৰ কাঁড়পাট লক্ষ্যস্থলৰপৰা আঁতৰাই লৈ গ'ল। মই কাঁড় মাৰি তেওঁৰ কান্ধ শালি পেলাইছিলো। কাঁড়পাট জাখৰখন ভেদ কৰি সোমাই গ'ল। তেওঁ সিপুৰীলৈ গ'ল বুলিয়েই মোৰ নিশ্চিত ধাৰণা হৈছিল। কিন্তু তথাপি মোৰ হাতত তেওঁ নিহত নহ'ল। সেয়েহে হয়তো কোনো ক্ৰুদ্ধ দেৱতাও হ'ব পাৰে। আৰু মোৰ অৱস্থা চোৱা। ইয়াত মোৰ ঘোঁৰা এহাল আৰু ৰথ এখনো নাই। অথচ ঘৰত মোৰ এঘাৰখন উৎকৃষ্ট নতুন ৰথ আছে। ৰথবিলাকত কাপোৰ পৰা থাকে; প্ৰতিখনৰ ওচৰতে একোহালকৈ ঘোঁৰা দানা-পানী খাই সাজু হৈ থাকে। যুদ্ধলৈ অহাৰ সময়ত মোৰ প্ৰবীণ বৰ্শাধাৰী পিতা লিকাওনে কাৰেঙতে বাৰে বাৰে কৈ পঠিয়াইছিল মই যেন ৰথত উঠিহে সৈন্তবিলাকক শত্ৰুক আক্ৰমণ কৰাৰ সময়ত পৰিচালনা

কৰো। কিন্তু মই তেওঁৰ কথালৈ কৰ্ণপাত নকৰিলো। অৱশ্যে কৰা হ'লে মোৰেই উপকাৰ হ'লহেঁতেন। মই ঘোঁৰাকেইটাৰ কথা চিন্তা কৰি চালো। সিহঁতে সদাই পেট পূৰাই খাবলৈ পায়। এই সংকীৰ্ণ চহৰখনত সিহঁতে যথেষ্ট ঘাঁহ-পানী নাপাব বুলি আশঙ্কা কৰি ইলিয়ামলৈ অহাৰ সময়ত সিহঁতক ঘৰতে এৰি থৈ আহিলো। ফলত একমাত্ৰ ধেনুকাঁড়ৰ ওপৰতে ভৰসা কৰি মই খোজ কাঢ়ি ইয়ালৈ আহিব লগা হ'ল। ধেনুকাঁড়ৰপৰা যে বিশেষ লাভ হ'ল সিয়ো নহয়। মই শত্ৰুপক্ষৰ দুজন শ্ৰেষ্ঠ লোকক লক্ষ্য কৰি শৰসন্ধান কৰিলো। তেওঁলোক হ'ল মেনিলাছ আৰু ডায়মিডিছ। প্ৰতিবাৰেই মই লক্ষ্য ভেদ কৰি ৰক্তপাত কৰিব পাৰিছো। সেই বিষয়ে মোৰ অলপো সন্দেহ নাই। কিন্তু মই তাকে কৰি তেওঁলোকক বেছিকৈ উচটাই দিলো। হেক্টৰক সন্তোষ দিবৰ বাবে তোমালোকৰ এই সুৰম্য নগৰখনলৈ সসৈন্যে যাত্ৰা কৰাৰ দিনা হাঁকোটাটোৰপৰা এই বেঁকা ধেনুখন একৰাই লোৱাটোৱেই মোৰ দুৰ্ভাগ্য। কিন্তু যদিহে মই কেতিয়াবা উভতি গৈ মোৰ দেশখন, মোৰ পত্নী আৰু আমাৰ প্ৰকাণ্ড ঘৰটোৰ ওখ ছালখন দেখিবলৈ পাওঁ, তেন্তে এই ধেনুখন নিজ হাতে ভাঙি-ছিঙি জ্বলা জুইত জাপি নিদিওঁ যদি মোক কাটি দুটুকুৰা কৰিবা। এই বস্তুটোৰ আৰু কোনো প্ৰয়োজন নাই।”

ট্ৰজান সেনাপতি ইনিয়াছে ক'লে, “এনেকুৱা কথা নক'বা। অৱশ্যে কথাটো মিছা নহয় যে আমি দুয়ো ৰথ এখনত উঠি অন্যান্য অস্ত্ৰ-শস্ত্ৰেৰে আক্ৰমণ নকৰিলে এই মানুহটোক আন একোৱেই বাধা দিব নোৱাৰিব। আহা, মোৰ ৰথখনত উঠা। আমাৰ হাল ট্ৰছৰ ঘোঁৰাৰ সঁচ। সিহঁত কেনেকুৱা তেতিয়াহে বুজিব পাৰিবা। মোৰ ঘোঁৰাকেইটাই কিমান বেগাই চেঁকুৰিব পাৰে তাকো দেখিবা। জুছৰ অনুগ্ৰহত টিডিউছ তনয় ডায়মিডিছে পুনৰ জয়লাভ কৰিলেও আমি ট্ৰয়লৈ এই ঘোঁৰাকেইটাৰ জহতে উভতি যাব পাৰিম বুলি মোৰ বিশ্বাস আছে। এতিয়া তুমিয়ে চাবুক আৰু লেকাম ধৰা ; সময় হ'লে মই নামি গৈ যুদ্ধ কৰিম। নহ'লে মই ঘোঁৰা চলাওঁ, তুমিয়ে মানুহজনক প্ৰতিৰোধ কৰিবা।”

লিকাওনৰ অভিজাত পুত্ৰই মাত লগালে, “ইনিয়াছ, তোমাৰ নিজৰ ঘোঁৰা বেতিয়া লেকামডাল তুমি ধৰাই ভাল হ'ব। সদায় চলাই থকা সাৰথিজন থাকিলে সিহঁতে ৰথখন ভালকৈ টানিব। টিডিউছ পুত্ৰৰ ওচৰৰপৰা ভৱিষ্যতে আমি পলাব লগা হ'ব পাৰে। সেই সময়ত তোমাৰ মাতটো শুনিবলৈ নেপালে সিহঁতে ভয় খাই অথালি-পথালি কৰি ৰথখন নটনাকৈ ৰণস্থলীতে ৰৈ থাকিবও পাৰে। তেতিয়াহ'লে অদম্য ডায়মিডিছে ওচৰ চাপি আহি আমাক বধ কৰিব

আৰু ঘোঁৰাহাল খুলি লৈ যাব। সেইকাৰণে ৰথখন তুমিয়েই চলোৱা; মানুহজন সমুখলৈ আহিলে মই বৰ্শা লৈ তেওঁক আক্ৰমণ কৰিম।"

এই কথাই স্থিৰ হ'ল। তেওঁলোকে সুন্দৰ ৰথখনত আৰোহণ কৰি দৃঢ়ভাৱে ডায়মিডিছৰ অভিমুখে ঘোঁৰাহাল চেঁকুৰাই দিলে। কেপানিউছৰ সম্ভ্ৰান্ত সন্তান ষ্টেনিলাছে তেওঁলোকক দেখা মাত্ৰকে ডায়মিডিছক সতৰ্ক কৰি ক'লে, "প্ৰভু মোৰ প্ৰিয়তম ডায়মিডিছ। দুজন সাহসীলোকে আপোনাৰ লগত যুদ্ধ কৰিবলৈ আগবাঢ়ি আহিছে। দুয়ো ভয়ানক যোদ্ধা।

"এজন হৈছে ধনুৰ্দ্ধৰ পেণ্ডাৰাছ, তেওঁ নিজকে লিকাওনৰ পুতেক বুলি পৰিচয় দিয়ে। আনজন হৈছে ইনিয়াছ, ৰজা এঙ্কাইচিছ তেওঁৰ পিতাক আৰু আফ্ৰোদাইতী মাক। আহক, আমি ৰথখন পিছলৈ লৈ যাওঁ। মই কাবৌ কৰিছো একেবাৰে আগত থাকি যুদ্ধ নকৰিব। নহ'লে আপুনি মৃত্যুৰ মুখত পৰিব পাৰে।"

পৰাক্ৰমী ডায়মিডিছে তেওঁৰ ফালে খঙেৰে চাই উত্তৰ দিলে, "পলোৱাৰ কথা মোৰ আগত উচ্চাৰণ নকৰিবা। তোমাৰ প্ৰস্তাৱত মই সন্মত নহওঁ। যুদ্ধ-বিমুখ হৈ পলাই যোৱা মোৰ স্বভাৱ নহয়। মোৰ শক্তি অলপো হ্ৰাস হোৱা নাই; ৰথখনো ব্যৱহাৰ কৰিবলৈ মোৰ ইচ্ছা নাই। যেনেকৈ আছোঁ, তেনেকৈয়ে মই তেওঁলোকৰ সন্মুখীন হ'ম। ভয় কৰিবলৈ মোক এথেনীয়ে শিকোৱা নাই। এইফালে আগবাঢ়ি অহা মানুহ দুজনৰ ঘোঁৰাহাল বেগী হ'ব পাৰে, কিন্তু সিহঁতে দুয়োজন ৰথীকে নিৰাপদে ঘৰলৈ ওভতাই নিব নোৱাৰিব। আনকি এজন পলাব পাৰিলেও আনজন নাবাচিব। এতিয়া শুনা, মই যি কওঁ নাপাহৰিবা। এথেনীৰ অসীম অনুগ্ৰহত যদি মই উভয়কে বধ কৰি জয়লাভ কৰিব পাৰো, তেনে তোমাৰ ঘোঁৰাহাল ৰথখনতে বান্ধি থৈ ইনিয়াছৰ ঘোঁৰাকেইটাৰ ফালে মনোযোগ দিবা। সিহঁতক হস্তগত কৰি ট্ৰজানবিলাকৰ ব্যূহৰপৰা আমাৰ ফাললৈ খেদি লৈ যাবা। কিয়, কওঁ শুনা; সৰ্বদ্ৰষ্টা জ্যুছে পুতেক গেনিমিডিছৰ বিনিময়ত যিবিলাক ঘোঁৰা ট্ৰছক দিছিল, সিহঁত তাৰেই পাঁচ। সমগ্ৰ পৃথিৱীৰ ভিতৰতে সিহঁত উৎকৃষ্ট। পিছত ৰজা এঙ্কাইচিছে লাওমেডনৰ বিনা অনুমতিত কেইজনীমান মাইকী ঘোঁৰা গোপনে সেই ঘোঁৰাবিলাকৰ লগত ৰাখিলে। ঘোঁৰাকেইজনী জগিল আৰু এইদৰেই তেওঁ ছটা ঘোঁৰাৰ গৰাকী হৈ তাৰে চাৰিটা নিজে খুৰাই-বুৰাই প্ৰতিপালন কৰি ৰাখিলে আৰু-বাকী দুটা যুদ্ধত ব্যৱহাৰ কৰিবৰ কাৰণে পুতেক ইনিয়াছক দিলে। সিহঁতক আটক কৰিব পাৰিলে আমাৰ অপাৰ খ্যাতি হ'ব।"

তেওঁলোকে এইদৰে কথা পাতি থাকোতেই সেই উৎকৃষ্ট ঘোঁৰা দুটাই টনা ৰথতে উঠি আন দুজন বীৰ দ্ৰুতগতিৰে তেওঁলোকৰ ফালে আগবাঢ়ি আহিল। লিকাওনৰ অভিজাত পুত্ৰ পেণ্ডাৰাছে তেওঁলোকে শুনাকৈ ক'লে, "অ, অদম্য ডায়মিডিছ মোৰ শৰত নপৰিল। তেওঁৰ ভয়-সংশয়ো নাই। গৰ্বিত টিডিউছৰ সন্তানক কি শৰবিদ্ধ কৰিব নোৱাৰি? বাৰু, এইবাৰ মই বৰ্শাৰে চেষ্টা কৰি কি হয় চাওঁ।"

ইয়াকে কৈ তেওঁ দীৰ্ঘছায়া বিশিষ্ট বল্লমপাট টোঁৱাই ভিৰাই তেওঁৰ ফালে নিক্ষেপ কৰিলে। বৰ্শাপাট টিডিউছ পুত্ৰৰ ঢালখনত লাগিল। ব্ৰঞ্জৰ জোংটো ঢালখনেদি সৰকি গৈ তেওঁৰ জাখৰখনত খুন্দা মাৰিলে। লিকাওনৰ সম্ৰান্ত সন্তানে বিজয়োল্লাসত উচ্চৈঃস্বৰে চিঞৰিলে, "লাগিছে লাগিছে, কাষেদি একেবাৰে ভেদ কৰি গৈছে। তুমি আৰু বেছি সময় থিয় হৈ থাকিব নোৱাৰিবা। এই জয়লাভৰ কাৰণে মই কি বুলি তোমাৰ শলাগ ল'ম বাৰু?"

শক্তিশালী ডায়মিডিছে অলপো বিব্ৰত নহৈ মাত লগালে, "নাই লগা। তুমি মোৰ মাখিছালো ছিণ্ডিব পাৰা নাই। তাৰ আগতে তোমালোকৰ এজনৰ পতন হ'ব আৰু তেওঁৰ তেজেৰে ত্বৰাগ্ৰহী ৰণদেৱতা পৰিতৃপ্ত হ'ব।"

কোৱাৰ লগে লগেই ডায়মিডিছে অস্ত্ৰ নিক্ষেপ কৰিলে, তেওঁৰ বৰ্শাপাট এথেনীৰ দ্বাৰা পৰিচালিত হৈ পেণ্ডাৰাছৰ চকুৰ ওচৰেদিয়েই নাকত লাগিল আৰু বগা-বগা দাঁতবোৰ ভেদ কৰি গ'ল। ব্ৰঞ্জৰ শেলপাট নিৰ্মমভাৱে জিভামূল বিদীৰ্ণ কৰি থুঁতৰিয়েদি পাৰ হৈ গ'ল। তেওঁ ৰথৰপৰা বাগৰি পৰিল। তেওঁৰ নিমজ চিক্‌মিকাই থকা অস্ত্ৰ-শস্ত্ৰবিলাক জন্‌জনাই উঠিল আৰু বৰ ভাল জাতৰ হ'লেও ঘোঁৰাহালে চক্‌খালে। এইদৰেই পেণ্ডাৰাছ নিহত হ'ল। ঢাল আৰু দীঘল বৰ্শাপাট হাতত লৈ ইনিয়াছ ৰথৰপৰা জঁাপ মাৰি নামিল। কাৰণ একিয়ানবিলাকে মৃতদেহটো হস্তগত কৰে বুলি তেওঁ আশঙ্কা কৰিছিল। এতিয়া তেওঁ মহাপৰাক্ৰমী সিংহৰ দৰে মৃতদেহটো হাতত থকা ঢাল আৰু বৰ্শাৰে আৱৰি থিয় হৈ ৰ'ল। ভীষণ হুঙ্কাৰ কৰি তেওঁ তেওঁৰ ফালে অগ্ৰসৰ হোৱা সমস্ত শত্ৰুক সংহাৰ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল। ডায়মিডিছে প্ৰকাণ্ড শিল এটা বুটলি ল'লে। সেই শিলটো আজিকালিৰ দুজন মানুহেও দাঙিব নোৱাৰে। কিন্তু ডায়মিডিছে হেলাৰঙে শিলটো হাতত তুলি লৈ ইনিয়াছলৈ দলিয়াই দিলে। পাথৰটো ইনিয়াছৰ কৰঙন আৰু তপিনাৰ জোৰাতে লাগিল। তাকে উৰুসন্ধিৰ হাড় বুলি কোৱা হয়। ফলত হাড়ডাল ভাগি গ'ল আৰু পেশীবোৰো থেতেলা খাই গ'ল। খহটা শিলটোৰ কালে

সদাশয় ইনিয়াছ চাপৰি গৈ বিশাল হাতখনেৰে কোনোমতে মাটিত ভৰ দি ব'ল। কিন্তু তেওঁ চকুৰে ধোঁৱাকোঁৱা দেখিলে। কুমাৰৰ সেই মুহূৰ্ত্ততেই মৃত্যু হ'লহেঁতেন, কিন্তু তেওঁৰ জননী জ্যুছ দুহিতা আফ্রোদাইতীৰ তৎপৰতাৰ কাৰণে তেওঁ ৰক্ষা পৰিল। গৰু-ম'হৰ তত্ত্বাৱধান লৈ থাকোতে এঙ্কাইচিছৰ আফ্রো-দাইতীৰ লগত মিলন হয় আৰু তাৰে ফল স্বৰূপে ইনিয়াছৰ জন্ম হয়। কি ঘটিছে দেখা পাই তেওঁ শুভ্ৰ হাত দুখনিৰে মৰমৰ পুতেকক সাৱটি মাৰি ধৰিলে, আৰু ডানান ৰথীবিলাকে বৰ্ষণ কৰা বৰ্শা বা অন্যান্য অস্ত্ৰবিলাকে যাতে বক্ষ ভেদ কৰি তেওঁৰ মৃত্যু ঘটাব নোৱাৰে তাৰ বাবে নিজৰ ভিৰবিৰাই থকা কাপোৰৰ আঁচলেৰে তেওঁক ঢাকি ধৰিলে।

আফ্রোদাইতীয়ে পুতেকক ৰণক্ষেত্ৰৰপৰা উদ্ধাৰ কৰাৰ সময়ত ভৈৰৱ নিনাদকাৰী ডায়মিডিছৰ নিৰ্দেশ মতে ষ্টেনলাছে নিজৰ ঘোঁৰাহাল ৰথখনতে বল্গাৰ সহায়ত বান্ধি থলে। সিহঁতক তাতে খুৰা মাৰি দুপদুপাই থাকিবলৈ এৰি থৈ তেওঁ ইনিয়াছৰ দীঘল কেশৰ থকা ঘোঁৰাহালৰ ওচৰলৈ ঢাপলি মেলিলে। সিহঁতক ট্ৰয়ৰ সৈন্য পংক্তিৰপৰা একিয়ান বাহিনীৰ মাজলৈ খেদি লৈ আহি ডেইপিলাছৰ হাতত চমজাই দিলে। সমনীয়াবিলাকৰ ভিতৰত ডেইপিলাছকেই তেওঁ বেছি ভাল পাইছিল আৰু বিশ্বাস কৰিছিল। তেৰোঁ নিজৰ আনুগত্যৰ পৰিচয় দিছিল। ডেইপিলাছক ঘোঁৰাহাল শূন্যগৰ্ভ জাহাজবিলাকৰ কালে খেদাই নিবলৈ নিৰ্দেশ দি সাহসী ষ্টেনিলাছে ৰথত আৰোহণ কৰিলে আৰু চিক্‌মিকীয়া লেকাম হাতত লৈ ডায়মিডিছৰ সন্ধানত শক্তিশালী ঘোঁৰাহাল কদমত মেলি দিলে। পুনৰ ডায়মিডিছৰ লগত মিলিত হ'বৰ কাৰণে তেওঁ ব্যগ্ৰ হৈ পৰিছিল।

ইফালে ডায়মিডিছে নিৰ্মমচিত্তে চাইপ্ৰিয় আফ্রোদাইতীক পিছে পিছে খেদি গ'ল। তেওঁ উপলব্ধি কৰিছিল যে যাক তেওঁ অনুসৰণ কৰিছে তেওঁ নিশ্চয় কোনোবা এগৰাকী ভয়াতুৰা দেৱী হ'ব। মানৱ জাতিৰ যুদ্ধ-বিগ্ৰহাদিত প্ৰবলভাৱে অংশ গ্ৰহণ কৰা এথেনী, নগৰ লুণ্ঠনকাৰী ইনিয় আদি দেৱতা তেওঁ হ'ব নোৱাৰে বুলি তেওঁৰ বিশ্বাস হৈছিল। জনতাৰ মাজে মাজে বহুদূৰ খেদি গৈ টিডিউছৰ সদাশয় সন্তানে নিচেই ওচৰ চাপি তেওঁক আক্ৰমণ কৰিলে। তেওঁৰ বৰ্শাৰ আঘাতত আফ্রোদাইতীৰ আলসুৱা হাতখনিৰ তলুৱাৰ তলভাগ আহত হ'ল। অমৰাৱতীৰ শিপিনীসকলে বোৱা অক্ষয় দিব্য বস্ত্ৰখনি ভেদ কৰি বৰ্শাৰ জোঙা আগচোঁ তলুৱা আৰু মণিবন্ধৰ জোৰাচোঁতে লাগিল। ফলত দেৱীগৰাকীৰ ক্ষতস্থানৰপৰা দেৱৰক্ত ওলাবলৈ ধৰিলে। দেৱতাসকলৰ ধমনীত

এই পদাৰ্থটোৱেইহে প্ৰবাহিত হয়। তেওঁলোকে আমাৰ দৰে ৰুটি নাখায়। নাইবা ৰুটিকৰ ধাৰ যেন মদিৰাও পান নকৰে। তেওঁলোকৰ আমাৰ নিচিনা তেজ নাই আৰু সেইবাবেই তেওঁলোকক অমৰ বোলা হয়। আফ্ৰোদাইতীয়ে বিকট আৰ্তনাদ কৰিলে। পুতেক তেওঁৰ হাতৰপৰা এৰাই গৈ মাটিতে পৰিল। কিন্তু ফিবাছ এপলোৱে তেওঁক কোলাত তুলি লৈ ঘননীল মেঘেৰে আবৃত কৰিলে আৰু তাৰ ফলত ডানান ৰথীসকলৰ মাৰাত্মক অস্ত্ৰৰপৰা তেওঁ পৰিত্ৰাণ পালে।

সিংহনাদকাৰী ডায়মিডিছে বিজয়োল্লাসত আফ্ৰোদাইতীক চিঞৰি চিঞৰি ক'লে, "জ্যুছ-দুহিতা ৰণক্ষেত্ৰৰপৰা প্ৰস্থান কৰা। ইয়াত হস্তক্ষেপ নকৰিবা। অবলা নাৰীক জালত পেলায়ো তুমি সন্তুষ্ট হ'ব পৰা নাইনে? যদিহে তুমি আঁকোৰ-গোজালিভাৱে যুদ্ধক্ষেত্ৰত থাকিবলৈ চেষ্টা কৰা, তেন্তে যুদ্ধৰ নাম শুনিয়েই ভয়ত কঁপিবলগীয়া হোৱাৰ শিক্ষা মই তোমাক দিম।"

তোমাৰ ভাবুকিত ভয় খাই আৰু বিষে-কোবে জৰ্জৰিতা হৈ আফ্ৰোদাইতী আঁতৰি গ'ল। তেওঁৰ শুৱনী ছালখনত তেজ লাগি আছিল আৰু ঘাডোখৰৰ অসহ্য বিষ হৈছিল। কিন্তু চৰণ দুখনিত বা-মাৰলিৰ বেগ থকা আইৰিছে তেওঁৰ তত্ত্বাৱধান লৈ তেওঁক অশান্ত ৰণক্ষেত্ৰৰপৰা আঁতৰাই লৈ গ'ল। যুদ্ধক্ষেত্ৰৰ বাওঁফালে দুৰ্দান্ত ৰণদেৱতাজন মাটিত বহি আছিল। তেওঁৰ বৰ্শা আৰু বেগী, ঘোঁৰাহাল আছিল এটুকুৰা ডাৱৰৰ মাজত। আফ্ৰোদাইতীয়ে তেওঁক দেখা পাই তাতে বহি পৰিল আৰু ভায়েকক সুৱৰ্ণকক্ষ অশ্বদ্বয় ভিক্ষা কৰি ক'লে, "মৰমৰ ভাইটি, মোক তোমাৰ ঘোঁৰাহাল দিয়া। অমৰসকলে বাস কৰা অলিম্পাছলৈ তেতিয়াহে নিৰাপদে যাব পাৰিম। মোক এটা নশ্বৰদেহী মনুষ্যই আহত কৰিছে। সি টিডিউছৰ পুতেক। এতিয়া সি পিতা জ্যুছৰ লগতো যুদ্ধ কৰিবলৈ বিমুখ নহয়। এই ঘাডোখৰৰ বিষত মই বিষম যন্ত্ৰণা অনুভৱ কৰিছো।"

আৰিছে তেওঁক স্বৰ্ণাবৃত ঘোঁৰাহাল দিলে। আফ্ৰোদাইতীয়ে অতি কষ্টেৰে ৰথখনত আৰোহণ কৰিলে। তেওঁৰ কাষতে আইৰিছো বহিল আৰু তেওঁ নিজে বল্গা ধাৰণ কৰি ঘোঁৰাৰ পিঠিত চাবুকেৰে আঘাত কৰিলে। নিজ ইচ্ছা মতে ঘোঁৰাহালে উৰা মাৰিলে। আৰু অলপ সময়ৰ ভিতৰতে তেওঁলোক দেৱতাৰ নিবাস অলিম্পাছৰ উচ্চ শিখৰত উপস্থিত হ'ল। বা-মাৰলিৰ দৰে ক্ষিপ্ৰচৰণা আইৰিছে ৰথখন তাতে ৰাখি ঘোঁৰাহাল খুলি দিলে আৰু সিহঁতে খাবৰ কাৰণে সুধামিশ্ৰিত খাদ্যৰ যোগাৰ কৰিলে। ইতিমধ্যে অপৰূপা আফ্ৰোদাইতী মাক ডায়েনীৰ ওচৰলৈ গৈ আঁঠুত ভৰ দি ৰ'ব নোৱাৰি বহি

পৰিল। ডায়েনীয়ে জীয়েকক কোলাত লৈ মৰমেৰে গাত হাত বুলাই ক'লে, "সোণজনী তোমাক কোন দেৱতাই আক্ৰোশত দাগী আচামীৰ দৰে এইদৰে ক্ষত-বিক্ষত কৰিলে ?"

হাঁহি ধেমালি ভাল পোৱা আফ্ৰোদাইতীয়ে তেওঁৰ আগত গোটেই কাহিনীটো বৰ্ণনা কৰি ক'লে, "মোৰ প্ৰিয় সন্তান ইনিয়াছক যুদ্ধক্ষেত্ৰৰপৰা উদ্ধাৰ কৰিবলৈ যাওঁতে মোক টিডিউছ পুত্ৰ, উৎপীড়ক ডায়মিডিছে এইদৰে আহত কৰিলে। এইখন অকল ট্ৰজান আৰু একিয়ানবিলাকৰ যুদ্ধ হৈয়েই থকা নাই। ডানানবিলাকে এতিয়া দেৱতাৰ বিৰুদ্ধেও অস্ত্ৰধাৰণ কৰিছে।"

সহৃদয়া ডায়েনীয়ে উত্তৰ দিলে, "সহি থকা মোৰ আই, সাহসেৰে বিপদৰ সমুখীন হ'বা। ইজনে সিজনক অনিষ্ট কৰিবলৈ যাওঁতে অলিম্পাছত থকা আমাৰ বহুতৰেই মানুহৰ হাতত লটি-ঘটি হৈছে। উদাহৰণ স্বৰূপে অলিউছৰ সন্তান অটাছ আৰু পৰাক্ৰমী ইফিলেটিছে শিকলিৰে বান্ধি বন্দী কৰি থওঁতে আৰিছৰো বিষম দুৰ্দশা হৈছিল। তেওঁ ব্ৰঞ্জৰ পাত্ৰ এটাৰ ভিতৰতে তেৰ মাহ আবদ্ধ হৈ থাকিল। আৰিছৰ আৰু তেওঁৰ ৰণলিপ্সাৰ সিমানতে অৱসান পৰিলহেঁতেন, পিছে ডেকা দৈত্যটোৰ মাহীমাক ৰূপহী ইৰিবিয়াই হাৰ্মিছক সকলো কথা ক'লে। হাৰ্মিছে মায়াবলত উদ্ধাৰ কৰাৰ সময়ত আৰিছৰ বল শক্তি একেবাৰে টুটি গৈছিল। বন্দী হৈ থাকোতেই তেওঁৰ অৱস্থা একেবাৰে শোচনীয় হৈ পৰিছিল। এম্ফিট্ৰিয়ন তনয় হেৰাক্লিছে তিনিমুখীয়া কাঁৰেৰে বুকুত আঘাত কৰোঁতে হিৰীৰো কম কষ্ট হোৱা নাছিল। যন্ত্ৰণাত তেওঁ ছটফটাব লগা হৈছিল। ছত্ৰধাৰী জ্যুছৰ সন্তান এই একেজন মানুহেই নৰকৰ দুৱাৰ মুখত প্ৰেতাত্মাবিলাকৰ মাজতেই হেডিছকো বাণ বিদ্ধ কৰিছিল আৰু ফলত দুৰ্দান্ত হেডিছৰো বৰ দুৰৱস্থা হৈছিল। আন্তৰিক বেথা আৰু তীব্ৰ বেদনাত জৰ্জৰিত হৈ তেওঁ অলিম্পাছত থকা জ্যুছৰ ৰাজপ্ৰাসাদত উপস্থিত হ'ল। কাঁৰপাটে তেওঁৰ কান্ধৰ মাংসপেশীবোৰ ভেদ কৰি গৈছিল আৰু তেওঁৰ শক্তি হ্ৰাস হৈছিল। যিহওক পেইয়ন নামৰ চিকিৎসকজনে তেওঁৰ ক্ষতস্থানত বেদনানাশক মলম লগাই দিয়াত তেওঁ আৰোগ্য লাভ কৰিলে। কাৰণ তেওঁৰ শৰীৰ নশ্বৰ পদাৰ্থৰে গঠিত নহয়। কিন্তু এই মানুহটোৰ দুঃসাহস আৰু বৰ্বৰতাৰ কথা চিন্তা কৰি চোৱা। অলিম্পাছৰ দেৱতাসকলক ধেনুকাঁৰেৰে অত্যাচাৰ কৰি যিবোৰ অপকৰ্ম কৰিছিল তাক সি গণিতাকে কৰা নাছিল! তোমাৰ এই অৱস্থৰ কিয় হ'ল শুনা। প্ৰদীপ্তনয়না এথেনীয়ে তোমাক খেদি যাবলৈ মানুহটোক নিৰ্দেশ দিছিল। কিন্তু ডায়মিডিছ এটা অথামূৰ্খ। অমৰ দেৱতাসকলৰ বিৰুদ্ধে

অনুধাৱণ কৰা মানুহৰ আয়ুস কিমান কম সি বুজিব পৰা নাই। যুদ্ধৰ বিভীষিকাৰ মাজৰপৰা আৰু তাৰ ঘৰলৈ উভতি যোৱা নহ'ব, কণ কণ ল'ৰা-ছোৱালীবিলাকে তাক বেৰি ধৰি দেউতা বুলি মাতিবলৈ নেপাব। টিডিউছৰ পুত্ৰক শক্তিশালী হ'ব পাৰে। কিন্তু তোমাতকৈ বেছি ভয়লগা দেৱতাৰ লগত যাতে যুঁজিব লগা নহয় তাৰ বাবে সি সাৱধান হওক। নহ'লে আড্ৰেষ্টাছৰ বিচক্ষণা দুহিতা আৰু অশ্বদমন ডায়মিডিছৰ ভাৰ্যা ইজিয়েলিয়াই এদিন একিয়ান-বিলাকৰ ভিতৰত শ্ৰেষ্ঠ তেওঁৰ স্বামীৰ মৃত্যুৰ বাতৰি শুনি শোকত অভিভূতা হৈ কান্দি কাটি গোটেই ঘৰ মানুহৰ টোপনি ভাঙিব।"

এই বুলি কৈ ডায়েনীয়ে দুয়োখন হাতেৰে জীয়েকৰ হাতৰ ঘা টুকুৰাত লাগি থকা তেজখিনি মুচি পেলালে। ঘা টুকুৰা শুকাই গ'ল আৰু লগে লগে যন্ত্ৰণাৰো উপশম হ'ল।

এথেনী আৰু হিৰীয়ে এই দৃশ্য একেবাৰে চাই আছিল। জ্যুছৰ ব্যঙ্গ বিদ্ৰূপৰ প্ৰত্যুত্তৰ দিবৰ কাৰণে তেওঁলোকে এই সুযোগ আঁকোৱালি ল'লে দীপ্তনেত্ৰা এথেনীয়েই কামটোৰ ভাৰ ল'লে। তেওঁ ক'লে, "পিতা জ্যুছ, আশাকৰো আপুনি মোক ভুল নুবুজিব। মই এষাৰ কথা ক'ব খুজিছো। আপোনাৰ ছাইপ্ৰিয় কন্যা পুনৰ কৰ্ম তৎপৰ হৈ পৰিছে। তেওঁৰ প্ৰিয়পাত্ৰ ট্ৰজানবিলাকৰ কাৰণে তেওঁ একিয়ান তিৰোতা ফুচুলাই ফুৰিছে। কোনোবা এগৰাকী ললনাই যে সোণৰ ফুল পিন্ধিছে সেইটো খাটাং। কাৰণ তেওঁক মৰম কৰোতে আফ্ৰোদাইতীয়ে আলসুৱা হাতখনত আঁচোৰ খালে।"

দেৱতা আৰু মানৱৰ জনক জ্যুছে মাথো মিচিকিয়াই হাঁহিলে। কিন্তু তেওঁ হিৰন্ময়ী আফ্ৰোদাইতীক ওচৰলৈ মাতি আনি ক'লে, "আই, যুঁজ-বাগৰ তোমাৰ কাৰণে নহয়। বিবাহ আৰু সুকোমল অনুভূতিবিলাকৰহে তুমি অধিষ্ঠাত্ৰী। সামৰিক কাৰ্যৰ তত্বাৱধান ল'বলৈ ৰণদেৱতা আৰু এথেনী আছে।"

অমৰাৱতীত এইদৰে কথোপকথন চলি থাকোতে সিংহনাদকাৰী ডায়মিডিছ পুনৰ ইনিয়াছৰ অভিমুখে ধাবিত হ'ল। এপলোৱে নিজে তেওঁৰ ৰক্ষণাবেক্ষণৰ ভাৰ লৈছে বুলি তেওঁ বুজিব পাৰিছিল। কিন্তু সেই সুমহান দেৱতাজনকো গণ্য নকৰি তেওঁ ইনিয়াছক হত্যা কৰি তেওঁৰ চমৎকাৰ অস্ত্ৰ-শস্ত্ৰবিলাক হস্তগত কৰিবৰ কাৰণে নেৰানেপেৰা চেষ্টা কৰিবলৈ ধৰিলে। প্ৰচণ্ড জিঘাংসাৰে তেওঁ তিনিবাৰ তেওঁৰ-ফালে অগ্ৰসৰ হ'ল আৰু তিনিওবাৰেই এপলোৱে চিকমিকীয়া ঢালখনেৰে তেওঁক ঠেলা মাৰি পঠিয়ালে। কিন্তু যেতিয়া তেওঁ চতুৰ্থবাৰ ৰুদ্ৰমূৰ্তি ধৰি আক্ৰমণ কৰিবলৈ অগ্ৰসৰ হ'ল, তেতিয়া ধনুৰ্দ্ধৰ দেৱতাজনে ভৈৰৱ নিনাদ কৰি তেওঁক বাধা

দি ক'লে, "চিন্তা কৰি চোৱা টিডিউছ পুত্ৰ আৰু এই কামৰপৰা বিৰত হোৱা। দেৱতাৰ সমকক্ষ হ'বলৈ আকাঙ্ক্ষা নকৰিবা। দেৱতাসকল পৃথিৱীত বিচৰণ কৰা মানুহবিলাকৰ সৈতে একে উপাদানেৰে সৃষ্টি নহয়।"

এই কথা শুনি ধনুৰ্দ্ধৰ দেৱতাজনৰ ভয়ানক ক্ৰোধৰপৰা পৰিত্ৰাণ পাবৰ উদ্দেশ্যেৰে টিডিউছৰ পুত্ৰ অলপ পিছুৱাই গ'ল। এপলোৱে ইনিয়াছক যুদ্ধক্ষেত্ৰৰপৰা পাৰ্গেমাছত অৱস্থিত তেওঁৰ মন্দিৰলৈ লৈ গ'ল। সেই সুবিস্তীৰ্ণ পৱিত্ৰ আয়তনত লিটো আৰু ধনুৰ্দ্ধাৰিণী আৰ্টিমিছে তেওঁক অকল আৰোগ্য কৰিয়েই ক্ষান্ত নহ'ল। তেওঁলোকৰ অনুগ্ৰহত ইনিয়াছ পূৰ্বতকৈয়ো অনেকগুণে অধিক তেজীয়ান হৈ পৰিল।

ইতিমধ্যে ৰূপালী ধেনুৰ দেৱতা এপলোৱে সাইলাখ ইনিয়াছৰ দৰে আৰু তেওঁৰ নিচিনাকৈ অস্ত্ৰে-শস্ত্ৰে বিভূষিত এটি প্ৰেতনৰ সৃষ্টি কৰিলে। এই প্ৰেতনৰটোৰ চাৰিওফালে ট্ৰজান আৰু সাহসী একিয়ানবিলাকে পৰস্পৰৰ ঢাল-বিলাকত তৰোৱালেৰে আঘাত কৰিবলৈ ধৰিলে। এই ঢালবিলাকৰ কিছুমান ডাঙৰ আৰু ঘূৰণীয়া, কিছুমান সৰু সৰু। তেওঁলোকে এইবিলাক বুকুৰ ওচৰত ধৰি থাকিছিল। কিন্তু এতিয়া ফিবাচ এপলোৱে মধ্যৱৰ্তী হৈ প্ৰচণ্ড ৰণদেৱতা-জনক ভাৰস্তিৰে ক'লে, "জিঘাংসু আৰিছ, নৰহন্তা আৰু নগৰ লুণ্ঠনকাৰী আৰিছ, তুমি নিজে হস্তক্ষেপ কৰি এই ডায়মিডিছ নামৰ মানুহটোক যুদ্ধ-ক্ষেত্ৰৰপৰা বাহিৰ কৰি দিয়া। সি এতিয়া পাৰিলে জুছৰ লগতো যুদ্ধ কৰিব। সি আফ্ৰোদাইতীক যেদি গৈ তেওঁৰ মণিবন্ধ ক্ষত-বিক্ষত কৰিছে। তাৰ পিছত দৈত্যৰ দৰে মোকো আক্ৰমণ কৰিবলৈ আগবাঢ়ি আহিছিল।"

এই বুলি কৈ এপলো নিষ্ক্ৰান্ত হ'ল। তেওঁ পাৰ্গেমাছৰ উচ্চ শিখৰত উপবেশন কৰিলে। ইফালে সৰ্ব সংহাৰী আৰিছে থ্ৰেছীয় সেনাধ্যক্ষ, দুৰ্মদ একামাছৰ ছদ্মবেশত ট্ৰজানবিলাকৰ মাজত উপস্থিত হৈ তেওঁলোকক উৎসাহিত কৰিবলৈ প্ৰয়াস কৰিলে। প্ৰায়ামৰ ৰাজকোঁৱৰসকলক সনিৰ্বন্ধ অনুৰোধ কৰি তেওঁ আৰম্ভ কৰিলে, "ৰাজবংশৰ কুমাৰসকল, একিয়ানবিলাকে তোমালোকৰ প্ৰজাবিলাকক নিৰ্মমভাৱে হত্যা কৰিছে আৰু তোমালোকে নিৰ্বিকাৰ হৈ চাই আছা? নগৰৰ তোৰণদ্বাৰবিলাক আক্ৰমণ কৰাৰ সময়তো তোমালোক এনেকৈয়ে থাকিবানে? গৰৱী এঙ্কাইচিছৰ পুত্ৰ এনিয়াছ ক'ত আছে চোৱাঁহক হেক্টৰ যেনেকৈ আমাৰ আশা ভৰসাৰ স্থল সেইদৰে ইনিয়াছৰ ওপৰতো আমি নিৰ্ভৰশীল। আহাঁহক, আমাৰ সাহসী বন্ধুজনক এই ভীষণ সঙ্কটৰপৰা উদ্ধাৰ কৰোঁগৈ।"

এনেধৰণৰ কথাৰে তেওঁ সকলোকে সামৰিক প্ৰেৰণাৰে অনুপ্ৰাণিত কৰিলে। চাৰ্পিডনেও কথাৰ ভাগ লৈ সুযোগ্য হেক্টৰক কঠোৰভাৱে তিৰস্কাৰ কৰিলে। তেওঁ মাত লগালে, "হেক্টৰ, ক'ত তোমাৰ পূৰ্বৰ উৎসাহ উদ্দীপনা? কোনো মিত্ৰপক্ষৰ ওপৰত ভৰসা নকৰি, বিনা সৈন্যে একমাত্ৰ তোমাৰ ভ্ৰাতা আৰু ভগিনী-পতিসকলৰ সহায়তে নগৰখন ৰক্ষা কৰিবা বুলি তুমি-কৈ ফুৰা নাছিলানে? তোমাৰ ভায়েৰা আৰু বৈনায়েৰাহঁত ক'লৈ গ'ল? তেওঁলোকৰ এজনকো ইয়াত দেখা নাই। তেওঁলোকে সিংহৰ সৈতে মুখা-মুখি হোৱা কুকুৰৰ দৰে ভয়ত কঁপি আছে আৰু তোমাৰ মিত্ৰপক্ষ হিচাপে আমিহে যুদ্ধ কৰিব লগা হৈছে। তোমাৰ সৈন্যদলত যোগ দিবৰ কাৰণে আমি বহুদিন বাট বুলিব লগা হৈছে! প্ৰিয়তমা পত্নী আৰু শিশু সন্তানটিক য'ত এৰি থৈ আহিছো সেই লিচিয়া আৰু তৰঙ্গিনী জেণ্থাছ ইয়াৰপৰা বহুত আঁতৰত। মই ঘৰত অনেক ধন-সম্পত্তিও এৰি থৈ আহিব লগা হৈছে। আৰু সেইবিলাক হস্তগত কৰিবৰ কাৰণে আমাৰ ওচৰ-চুবুৰীয়াবিলাক উচপিচাই আছে। তত্ৰাচ মই লিচিয়ান-বিলাকৰ হতুৱাই যুদ্ধ কৰোৱাইছো। মই নিজেও শত্ৰুসৈন্যৰ সন্মুখীন হ'বলৈ সঙ্কোচ কৰা নাই। অথচ একিয়ানবিলাকে অপহৰণ কৰিব পৰা পশু বা অন্যান্য সম্পত্তি মোৰ ইয়াত নায়েই। ইতিমধ্যে তুমি ইয়াতে হাত সাবটি বহি আছা, আৰু পুৰনাৰীসকলৰ নিৰাপত্তাৰ কাৰণে ৰণ কৰিবলৈ তোমাৰ সৈন্যবিলাককো এষাৰ কথা কোৱা নাই। চাবা, কেনেবাকৈ তুমি সসৈন্যে, জালত মাছ পৰাৰ দৰে শত্ৰুৰ হাতত পৰিব পাৰা; তোমালোকৰ সুৰম্য নগৰখনো শত্ৰুৱে যিকোনো এদিন লুণ্ঠন কৰিব পাৰে। তুমি দিনে ৰাতিয়ে এইবিলাক কথা চিন্তা কৰিব লাগে আৰু তোমাৰ মিত্ৰপক্ষৰ সেনাপতিসকলকো দৃঢ়ভাৱে শত্ৰুৰ লগত যুদ্ধ কৰিবলৈ তুমি অনুনয় বিনয় কৰা উচিত। তোমাৰ বিৰুদ্ধে যিবিলাক অভিযোগ উত্থাপন কৰা হৈছে সেইবিলাকৰ প্ৰত্যুত্তৰ স্বৰূপেই তুমি এই ব্যৱস্থাবিলাক হাতত লোৱা সমুচিত হ'ব।"

চাৰ্পিডনৰ ভৰ্ৎসনাত হেক্টৰ ব্যথিত হ'ল। তেওঁ সশস্ত্ৰে ৰথৰপৰা জাপ মাৰি নামিল আৰু দুহাতে দুডাল বৰ্শা লৈ সৈন্যবিলাক থকা ঠাইলৈ গ'ল। তেওঁলোকক যুদ্ধৰ কাৰণে প্ৰণোদিত কৰিলে আৰু অন্তৰত ৰণস্পৃহা জগাই তুলিলে। ফলত ট্ৰজানবিলাকে সচেষ্ট হৈ একিয়ানবিলাকৰ সন্মুখীন হ'ল। কিন্তু একিয়ানবিলাকে নিজৰ ঠাইতে খোপনি লৈ থাকিল। তেওঁলোকৰ সৈন্যবিলাক সুবিন্যস্ত হৈ পৰিল আৰু পংক্তিৰপৰা কোনো এজন পিছলৈ হুঁহকি নগ'ল। পদাতিক বাহিনীৰ সংঘৰ্ষৰ সময়ত ৰথবিলাক স্থানান্তৰিত হওঁতে

ঘোঁৰাবিলাকৰ খুড়াৰ আঘাতত উৰা ধূলি তেওঁলোকৰ ওপৰেদিয়েই ভাস্ৰাভ আকাশলৈ উঠি গৈছিল। সেই ধূলি একিয়ানবিলাকৰ গাত পৰিছিল আৰু তেওঁলোক ধূলিৰে বগা হৈ গৈছিল। মানুহে কুলাৰে ধান জাৰোতে ওচৰত থকা তুঁহৰ দমবোৰ ধূলিৰে বগা হৈ যায়। চাউলবিলাক তুঁহ-পতানৰপৰা পৃথক কৰিবৰ নিমিত্তে সোণালী চুলিৰ দেৱী ডিমিটাৰৰ নিৰ্দেশ মতে বলা বতাহে তুঁহবিলাক উৰুৱাই লৈ গৈ ধান বনা পৱিত্ৰ ঠাইখনত সিঁচৰতি কৰি দিয়ে। সেইদৰেই একিয়ানসকল ধূলিত পোত খালে। তেওঁলোকে ধৈৰ্য ধৰি এই অচিন বিপদটোৰ সম্মুখীন হ'ল।

কিন্তু এতিয়া দুৰ্দান্ত ৰণদেৱতাজনে ট্ৰজানবিলাকৰ সাহায্যাৰ্থে ৰণক্ষেত্ৰখন তিমিৰাবৃত কৰিলে। সুৱৰ্ণ খড়্গধাৰী ফিবাছ এপলোৰ নিৰ্দেশ মতেই তেওঁ এই কাম কৰিছিল। ডানানসকলৰ পক্ষপাতী পালাছ এথেনীক প্ৰস্থান কৰা দেখা পাই ফিবাছে তেওঁক ট্ৰয়ৰ সৈন্যবাহিনীক উৎসাহিত কৰিবলৈ আদেশ দিছিল। তদুপৰি ফিবাছে নিজেই ইনিয়াছক তেওঁৰ আশ্ৰয় লাভ কৰা পৱিত্ৰ আয়তনৰপৰা পঠিয়াই দিছিল আৰু মহান সেনাপতিজনক নতুন তেজেৰে তেজীয়ান কৰিছিল। সেইকাৰণে ইনিয়াছে পুনৰ সঙ্গী যোদ্ধাসকলৰ মাজত নিজৰ ঠাই ল'লেহি আৰু সঙ্গীসকলেও তেওঁ অক্ষত দেহেৰে আৰু উৎসাহ উদ্দীপনাৰে মৃত্যুৰ মুখৰপৰা সাৰি অহা দেখি_ বৰ আনন্দিত হ'ল। তেওঁলোকে তেওঁক কোনো প্ৰশ্নও সুসুধিলে। ৰূপালী ধেনুৰ অধিপতি এপলো, নৰহন্তা আৰিছ আৰু ৰক্ত-পিপাসু ৰণদেৱীয়ে তেওঁলোকক অতিশয় ব্যস্ত কৰি ৰাখিছিল।

আনহাতে আয়াছদ্বয়, ওডিচ্যুছ আৰু ডায়মিডিছে ডানানবিলাকক যুদ্ধ কৰিবলৈ উদ্গনি দি আছিল। পিছে তেওঁলোকক উৎসাহ দিয়াৰ প্ৰয়োজনেই হোৱা নাছিল। ট্ৰজানবিলাকৰ বিপুল আক্ৰমণতো তেওঁলোক অলপো বিচলিত নহ'ল। ক্ৰুদ্ধ উত্তৰ বায়ু আৰু তেওঁৰ সঙ্গীসকল যেতিয়া নিদ্ৰিত হৈ থাকে আৰু হোহোৱাই বলা ধুমুহা বতাহে যেতিয়া আকাশৰ কলীয়া ডাৱৰৰ জাকবোৰ উৰুৱাই লৈ নাযায়, তেনেকুৱা প্ৰশান্ত মুহূৰ্ত এটাতে ক্ৰনছ-নন্দনৰ নিৰ্দেশ মতে পৰ্বত শিখৰ আবৃত কৰা গতিহীন, মেঘৰ দৰে একিয়ান সৈন্যবাহিনীয়ে নিজ নিজ অৱস্থানত স্থিৰভাৱে বৈ আছিল। এইদৰেই ডানানসকলে দৃঢ়ভাৱে ট্ৰজান আক্ৰমণ প্ৰতিহত কৰিবলৈ অচল অটল হৈ থাকিল। আগমেম্ননে সৈন্যসকলৰ মাজে মাজে বিচৰণ কৰি তেওঁলোকক পৰামৰ্শ দিছিল। তেওঁ কৈছিল, "বন্ধুসকল, প্ৰকৃত পৌৰুষৰ পৰিচয় দিয়া। বুকুত

বল বান্ধি লোৱা। একমাত্ৰ অপযশৰ বাহিৰে আন একোলৈকে ভয় নকৰিবা। সৈন্যসকলে সন্মান হানিলৈ ভয় কৰিলে, বেছিভাগ লোকেই মৃত্যুৰপৰা উদ্ধাৰ পায়। পৃষ্ঠভঙ্গ দিলে মৰ্যাদা বা মোক্ষ লাভ উভয়ৰপৰাই বঞ্চিত হ'বলগা হয়।"

এই বুলি কোৱাৰ লগে লগেই তেওঁ ক্ষিপ্ৰতাৰে কুমাৰ ইনিয়াছৰ সৈন্য-বাহিনীৰ সেনাপতি পাৰ্গেচাছপুত্ৰ ডেইকুনক লক্ষ্য কৰি বৰ্শা নিক্ষেপ কৰিলে। ডেইকুনে সদায় আগশাৰীত থাকি শক্তি আৰু সাহসৰ পৰিচয় দিছিল আৰু ট্ৰজানবিলাকে তেওঁক প্ৰায়ামৰ পুতেকৰ নিচিনাকৈ ভাল পাইছিল। আগমেম্ননৰ বৰ্শা তেওঁৰ ঢালখনত লাগিল। কিন্তু ঢালখনে বৰ্শাপাট প্ৰতিৰোধ কৰিব নোৱাৰিলে। ব্ৰঞ্জৰ জোঙা আগটো ঢালখন ভেদ কৰি গৈ কঁকালৰ টঙালিৰ মাজেদি পাৰ হৈ তলপেটত সোমাল। তেওঁ সশব্দে মাটিত বাগৰি পৰিল আৰু তেওঁৰ অস্ত্ৰবিলাক জন্‌জনাই উঠিল।

দুজন ডানান সেনাপতিক বধ কৰি ইনিয়াছে তাৰ প্ৰত্যুত্তৰ দিলে। তেওঁলোক আছিল ডায়ক্লিছ পুত্ৰ ক্ৰিথন আৰু অৰ্ছিলকাছ। তেওঁলোকৰ পিতাক ফেৰী নগৰৰ অধিবাসী আছিল। ডায়ক্লিছ অৰ্থবান লোক আছিল আৰু তেওঁ আছিল অল্‌ফিউছ নদীৰ দেৱতাৰ বংশধৰ। এই নদীৰ বিস্তীৰ্ণ বাৰিধাৰা পিলিয়ান প্ৰদেশৰ মাজেদি প্ৰবাহিত হৈছে। এই বংশৰ প্ৰথমজন অৰ্ছিল-কাছ এজন প্ৰতাপী সামন্ত আছিল। তেওঁ সেই নদীখনৰ সন্তান। তেওঁৰে পুতেক মহান হৃদয় ডায়ক্লিছ। তেওঁৰে দুজন যমজ সন্তানৰ জন্ম হয়। তেওঁলোক হৈছে ক্ৰিথন আৰু দ্বিতীয় অৰ্ছিলকাছ। তেওঁ পুতেকহঁতক অস্ত্ৰ বিদ্যাত সুশিক্ষিত কৰি তুলিছিল আৰু উপযুক্ত বয়স হোৱাত তেওঁলোকে অট্ৰিউছ নন্দন আগমেম্নন আৰু মেনিলাছৰ সন্তোষাৰ্থে ঘোঁৰাৰ কাৰণে প্ৰসিদ্ধ ট্ৰয় নগৰলৈ কলীয়া জাহাজত উঠি যাত্ৰা কৰিছিল। কিন্তু নিয়তিয়ে তেওঁলোকৰ এই দুঃসাহসিক অভিযানৰ সামৰণি মাৰিলে। যেনেকৈ মাকে এহাল সিংহ পোৱালিক পাহাৰুৱা হাবি এখনত ডাঙৰ দীঘল কৰাৰ পিছত সিহঁতে খেতিয়কৰ পামলৈ গৈ গৰু, ম'হ আৰু মেৰছাগলী আদি চিকাৰ কৰি ফুৰে আৰু অৱশেষত ব্ৰঞ্জৰ বৰ্শাৰ আঘাতত সিহঁতৰ মানুহৰ হাতত মৰণ হয়, সেই দৰেই এই কুমাৰ দুজন ইনিয়াছৰ হাতত নিহত হ'ল। ওখ সৰল গছৰ দৰে তেওঁলোকো মাটিত বাগৰি পৰিল।

তেওঁলোকৰ দুৰ্দশা দেখি মেনিলাছ ব্যথিত হ'ল। তেওঁ অগ্ৰৱৰ্তী সৈন্য ব্যূহৰ মাজেদিয়েই ব্ৰঞ্জৰ উজ্জ্বল অস্ত্ৰ-শস্ত্ৰেৰে, আৰু বৰ্শাপাট জোকাৰি জোকাৰি দ্ৰুতগতিৰে আগবাঢ়ি গ'ল। ইনিয়াছৰ হাতত তেওঁৰ পতন

হোৰাটোকে আৰিছে কামনা কৰিছিল আৰু সেই কাৰণে তেওঁ মেনিলাছৰ অন্তৰত দুঃসাহসৰ সৃষ্টি কৰিলে। কিন্তু মহাৰাজ নেষ্টৰ পুত্ৰ এন্টিলকাছে মেনিলাছৰ কাৰ্যকলাপ লক্ষ্য কৰি আছিল। তেওঁ তেওঁক অনুসৰণ কৰি অগ্ৰৱৰ্তী অঞ্চলত উপস্থিত হ'ল। কাৰণ তেওঁলোকৰ অধিনায়কজন বিপদগ্ৰস্ত হ'লে সমস্ত সৈন্য-বাহিনীটোৱেই বিষাদৰ ভাৰবে আবৰি ধৰিব বুলি তেওঁ আশঙ্কা কৰিছিল। ইতিমধ্যে মেনিলাছ আৰু ইনিয়াছ দুয়ো যুদ্ধৰবাবে প্ৰস্তুত হৈ পৰস্পৰে পৰস্পৰৰ প্ৰতি বৰ্শা নিক্ষেপ কৰিবলৈ সমুদ্যত কৰিছিল। এনেকুৱাতে এন্টিলকাছে তেওঁৰ অধিনায়কৰ ওচৰলৈ আহি তেওঁৰ কাষতে নিজৰ ঠাই ল'লে। ইনিয়াছে তেওঁলোকৰ সংযুক্ত প্ৰতিৰোধত শঙ্কিত হৈ পূৰ্ব প্ৰদৰ্শিত সাহসৰ কথা পাহৰি গ'ল আৰু তেওঁলোকৰ সমুখীন হ'বলৈ অপাৰগ হ'ল। গতিকে মেনিলাছ আৰু এন্টিলকাছে মৃতকসকলক একীয়ান ব্যূহলৈ চোঁচোৰাই লৈ আহিল আৰু দুৰ্ভগীয়া লোক দুজনৰ মৃতদেহ অনুচৰবিলাকৰ হাতত সমৰ্পণ কৰি পুনৰ যুদ্ধক্ষেত্ৰৰ সমুখভাগলৈ যাত্ৰা কৰিলে।

পেফ্লেগনীয় পদাতিক বাহিনীৰ অধ্যক্ষ পৰাক্ৰমী পাইলিমিনিছৰো তেওঁলোকৰ হাতত পতন হ'ল। তেওঁ স্থিৰভাৱে থিয় হৈ থাকোতে আট্ৰিউছ নন্দন বৰ্শা নিপুণ মেনিলাছে তেওঁক লক্ষ্য কৰি অস্ত্ৰ নিক্ষেপ কৰিলে : শেলপাটে তেওঁৰ গ্ৰীবাস্থি বিদীৰ্ণ কৰিলে। একে সময়তে এন্টিলকাছেও তেওঁৰ সাৰথী আৰু সহচৰ, আটিম্‌নিয়াছৰ সাহসী সন্তান, মাইডনক আক্ৰমণ কৰিলে। মাইডনে শক্তিশালী ঘোঁৰাহাল ঘূৰাই ফুৰিছিল। তেওঁ দলি মাৰি পঠিওৱা শিল এছটা মাইডনৰ কিলাকুটিত লাগিল আৰু হাতীদাঁতেৰে কাৰুকাৰ্য কৰা শুকুলা বল্গা তেওঁৰ হস্তচ্যুত হৈ মাটিত পৰিল। এন্টিলকাছে সবেগে অগ্ৰসৰ হৈ তেওঁৰ কপালৰ কাষত তৰোৱাল বহুৱাই দিলে। তেওঁ সুনিৰ্মিত ৰথখনৰপৰা ধৰফৰাই তললৈ মূৰ কৰি বাগৰি পৰিল আৰু তেওঁৰ মূৰৰপৰা কান্ধলৈকে শৰীৰৰ ওপৰছোৱা ডাঠ ধূলিত পোত খাই লাগি ধৰিলে। কিছুসময় তেওঁ তেনেকৈয়ে থাকিল, পিছত ঘোঁৰাহালৰ লাথিৰ কোবত তেওঁ চিত হৈ মাটিত পৰিল। এন্টিলকাছে ঘোঁৰাহালক চাবুকেৰে কোবাই একীয়ান ব্যূহৰ মাজলৈ খেদি পঠিয়ালে।

সৈন্যদলৰ সিমূৰৰপৰা হেক্টৰে তেওঁলোক দুজনক দেখা পাই ভয়ঙ্কৰ সিংহনাদ কৰি তেওঁলোকৰ ফালে ধাৱিত হ'ল, তেওঁৰ সাহায্যাৰ্থে এদল শক্তিশালী ট্ৰজান সৈন্য পিছে পিছে আহিছিল। স্বয়ং আৰিছে তেওঁলোকক পৰিচালনা কৰিছিল। ভয়ংকৰি দেৱী ইনিয়ুৱ পিছে পিছে সন্ত্ৰাসৰ দেৱতাও

নির্লজ্জভাৱে আহি আছিল। আৰিছে প্ৰকাণ্ড বৰ্শা এপাট হাতেৰে জোকাৰি জোকাৰি হেক্টৰৰ আগে পিছে গৈ আছিল।

উচ্চ সিংহনাদকাৰী ডায়মিডিছ আৰিছক দেখা পাই হতাশ হৈ পৰিল। কোনো অদূৰদৰ্শী পথিকে সমতল অঞ্চলত বহুদিন ভ্ৰমণ কৰি অৱশেষত এখন খৰস্ৰোতা নদীৰ মোহনাই তেওঁৰ পথ ৰুদ্ধ কৰি থোৱা দেখা পালে, ফেনে ফোটোকাৰে বৈ যোৱা নদীখনৰ ফালে এবাৰ দৃষ্টিপাত কৰি অহা বাটেৰেই পুনৰ উভতি যায়। ডায়মিডিছৰো অৱস্থা হ'ল তথৈবচ। তেৱোঁ পিছ হুহঁকি যাবলৈ বাধ্য হ'ল। কিন্তু যোৱাৰ আগতে সৈন্যবিলাকক এইদৰে সতৰ্ক কৰি দিলে "বন্ধুসকল, আমি যুৱৰাজ হেক্টৰৰ বৰ্শা নিপুণতা আৰু দুৰ্জয় সাহস দেখি অভিভূত হ'ব পাৰো। ইয়াত আচৰিত হ'ব লগা একো নাই, তেওঁৰ শৰীৰৰ ৰক্ষক হিচাপে সদায় এজন দেৱতা থাকে। চোৱাহঁক সৌৱা আৰিছ, মানৱৰ ছদ্মবেশত তেওঁৰ কাষতে আছে। তোমালোকে শত্ৰুৰ প্ৰতি লক্ষ্য ৰাখি পিছ হুহঁকি যোৱা। আমি দেৱতাৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰিব নোৱাৰোঁ।"

তেওঁ এই আদেশ দি থকা অৱস্থাতেই ট্ৰজানবিলাক তেওঁলোকৰ সমীপবৰ্তী হ'ল। হেক্টৰে মিনিষ্টিছ আৰু এঙ্কিয়েলাছ নামৰ দুজন অভিজ্ঞ সৈনিকক বধ কৰিলে। তেওঁলোক দুয়ো একেখন ৰথতে উঠি আছিল। তেওঁলোকৰ পতনত মহাবীৰ টেলিমনিয়ান আয়াছ ব্যথিত হ'ল, তেওঁলোকৰ নিচেই ওচৰৰপৰাই তেওঁ চিকমিকাই থকা যাঠী এপাট ছিলেগাছ পুত্ৰ আঢ্যৱন্ত আম্ফিয়াছলৈ লক্ষ্য কৰি নিক্ষেপ কৰিলে। তেওঁ আছিল পেইচাছৰ বাসিন্দা। তেওঁ বহুতো শস্যক্ষেত্ৰৰ অধিকাৰী আছিল। কিন্তু কাল প্ৰেৰিত হৈ তেওঁ শস্যৰ পথাৰ এৰি আহি প্ৰায়াম আৰু তেওঁৰ পুত্ৰসকলৰ বন্ধু হিচাপে যুদ্ধত যোগ দিলে। আয়াছৰ দীঘল যাঠীপাট তেওঁৰ টঙালিত লাগি তলপেটত সোমাই গ'ল আৰু তেওঁ সশব্দে বাগৰি পৰিল। কিন্তু যশস্বী আয়াছ তেওঁৰ অস্ত্ৰ-শস্ত্ৰ হৰণ কৰিবলৈ উদ্যত হওঁতেই ট্ৰজানবিলাকে চিকমিকাই থকা বৰ্শাৰ জাউৰিৰে তেওঁক বাধা দিলে। ভালেমান বৰ্শা তেওঁৰ ঢালখনত লাগিল। তথাপি তেওঁ এটা ভৰিৰে মৃতদেহটো গচকি ধৰি ব্ৰঞ্জৰ যাঠীপাট আজোৰ মাৰি উলিয়াই আনিলে; কিন্তু মানুহজনৰ ঢাল বৰ্শা আদি হস্তগত কৰিবলৈ তেওঁৰ অৱসৰ নহ'ল। বৰ্শাবৃষ্টি অবিৰাম চলি আছিল। তদুপৰি শত্ৰু সৈন্যই তেওঁক বেৰি ধৰিব পাৰে বুলিও তেওঁৰ আশঙ্কা হ'ল। কাৰণ তেওঁ হাতত বৰ্শা লৈ তেওঁক আক্ৰমণ কৰিবলৈ প্ৰস্তুত হৈ থকা অগণন ট্ৰয় সৈন্যৰ মুখৰ আগত পৰিছিল। আয়াছ বিশাল বপু, বলৱান আৰু পৰাক্ৰমী আছিল সঁচা, কিন্তু তেওঁ বিচলিত হৈ পৃষ্ঠ প্ৰদৰ্শন কৰিলে।

ঘোৰতৰ সংগ্ৰামত এনেকুৱাকৈয়ে সংঘৰ্ষ চলিছিল। ই'য়াৰ মাজতে নিয়তিৰ কঠোৰ নিৰ্বন্ধত হেৰাক্লিছৰ দীৰ্ঘকায় আৰু কান্তিমান পুত্ৰ লিপলিমাছৰ দেৱতুল্য ছাৰ্পিডনৰ সৈতে যুদ্ধ লাগিল। তেওঁলোকৰ এজন আছিল মেঘ নিয়ন্ত্ৰক জ্যুছৰ পুতেক আৰু আনজন নাতিয়েক। দুয়ো পৰস্পৰৰ প্ৰতি ধাবিত হ'ল। তেওঁলোকৰ মাজৰ ব্যৱধান ক্ৰমান্বয়ে হ্ৰাস হৈ যোৱাত, লিপলিমাছে তেওঁৰ শত্ৰুক আহ্বান কৰি ক'লে, "লিচিয়ানবিলাকৰ মন্ত্ৰণাদাতা ছাৰ্পিডন, তুমি কিয় ইয়ালৈ আহিছা? লুকাবলৈ চেষ্টা কৰিছা কিয়? যুদ্ধৰ বিষয়ে তোমাৰ কোনো জ্ঞান নাই। মানুহে তোমাক ছত্ৰধাৰী জ্যুছৰ সন্তান বুলি কয়, কিন্তু সেইটো ভুল। তেওঁৰ সন্তানসকলৰ লগত তোমাৰ কোনো সামঞ্জস্য নাই। দুৰ্জয় সাহসী, সিংহৰ দৰে পৰাক্ৰমী মোৰ পিতা মহাবীৰ হেৰাক্লিছৰ কথালৈকে মন কৰাচোন? তোমাৰ লগত তেওঁৰ আকাশ-পাতাল প্ৰভেদ! লাওডিমনৰ ঘোটকীবিলাকৰ বাবে এবাৰ তেওঁ ইয়ালৈ আহিব লগা হৈছিল। তেওঁৰ লগত মাত্ৰ ছখন জাহাজ। সৈন্য সংখ্যাও আমাতকৈ অনেক গুণে কম আছিল। তথাপি তেওঁ ইলিয়াম নগৰ লুণ্ঠন কৰি ৰাজপথবিলাক ছাৰখাৰ কৰিলে। মই কওঁ, তুমি কাপুৰুষ, তুমি সৈন্যবাহিনীৰ অপব্যৱহাৰ কৰিছা। তুমি বলৱান হ'ব পাৰা; ট্ৰজানবিলাকক উৎসাহিত কৰিবলৈ তুমি সুদূৰ লিচিয়াৰপৰা ইয়ালৈ আহিব পাৰা। কিন্তু তাৰপৰা তেওঁলোকৰ কি উপকাৰ হ'ব? তুমি এতিয়াই মোৰ হাতত প্ৰাণ হেৰুৱাই প্ৰেতপুৰীলৈ প্ৰস্থান কৰিব লাগিব।"

লিছীয় নেতা ছাৰ্পিডনে উত্তৰ দিলে, "লিপলিমাছ, তুমি নজনা নহয় যে অকল এজন মানুহৰ নিৰ্বুদ্ধিতাৰ কাৰণেহে হেৰাক্লিছে ইলিয়াম জয় কৰিবলৈ সমৰ্থ হৈছিল। তেওঁ হৈছে দাম্ভিক লাওডিমন। তেওঁ হেৰাক্লিছক অপমান কৰি পূৰ্বৰ উপকাৰৰ প্ৰত্যুত্তৰ দিলে। যি ঘোঁৰাকেইজনীৰ বাবে তেওঁ ইমান দূৰ আহিব লগা হ'ল, সেই ঘোঁৰাকেইজনীও তেওঁক দিবলৈ অসন্মত হ'ল। তুমি বৃথাই ইমান লম্ফ-জম্ফ কৰিছা। এই মুহূৰ্ত্ততে মোৰ হাতত তোমাৰ নিধন হ'ব। মোৰ বৰ্শাৰ দ্বাৰা পৰাভূত হৈ মায়াবী-ঘোঁৰাৰ গৰাকী হেডিছৰ হাতত তুমি প্ৰাণ সোধাব লাগিব আৰু মোক সমৰ্পণ কৰিব লাগিব তোমাৰ খ্যাতি গৌৰৱ।"

ছাৰ্পিডনৰ কথাৰ প্ৰত্যুত্তৰ হিচাপে অন্যজন যোদ্ধাই এডালগছৰ অস্ত্ৰ হাতত তুলি ল'লে। একে সময়তে দুয়ো বীৰে তীক্ষ্ণ বৰ্শা পৰস্পৰৰ প্ৰতি নিক্ষেপ কৰিলে। ছাৰ্পিডনৰ বৰ্শাই লিপলিমাছৰ গ্ৰীৱাদেশত আঘাত কৰিলে। বৰ্শাৰ তীক্ষ্ণ অগ্ৰৰ দ্বাৰা তেওঁৰ কণ্ঠ বিদাৰিত হ'ল। তেওঁৰ চকুদুটাৰ বসাতলৰ অন্ধকাৰ

নামি আহিল। আনহাতে লিপলিমাছৰ বৰ্শাই ছাৰ্পিডনৰ বাম উৰু ভেদ কৰিলে। জোঙা আগটো জোৰেৰে সোমাই গৈ হাড়ত লাগিল, কিন্তু পিতাকে তেওঁক সাময়িকভাৱে মৰণৰপৰা ৰক্ষা কৰিলে।

বীৰ ছাৰ্পিডনক তেওঁৰ অনুগত অনুচৰবিলাকে যুদ্ধক্ষেত্ৰৰপৰা আঁতৰাই লৈ গ'ল। কিন্তু তেওঁক লৈ যাওঁতে কৰঙনত লাগি থকা বৰ্শাপাটো চোঁচোৰা খাই গৈ তেওঁক টানি ধৰিছিল। কাৰণ লৰালৰিৰ কোবত কোনেও দীঘল অস্ত্ৰপাট লক্ষ্য নকৰিলে। নাইবা আঁজোৰ মাৰি উলিয়াই আনিবলৈয়ো সিহঁতৰ মনত নেখেলালে। তাকে কৰা হ'লে তেওঁ নিজৰ চৰণ দুখনকে ব্যৱহাৰ কৰিব পাৰিলে হয়। পিছে তেওঁক নিৰাপদে স্থানান্তৰিত কৰিব লগা হোৱাত তেওঁলোকে সেই কাৰ্যৰপৰা বিৰত হ'ল।

ইফালে লিপলিমাছক ব্ৰঞ্জ বিভূষিত একীয়ানসকলে যুদ্ধক্ষেত্ৰৰপৰা স্থানান্তৰিত কৰিলে। তেওঁৰ পতন বিচক্ষণ ওডিচ্যুছৰ দৃষ্টিগোচৰ হ'ল। তেওঁ অলপো বিচলিত নহ'ল। বৰং জ্বলা জুইত ঘিউ ঢলা যেনহে হ'ল। কিন্তু তেওঁ তৎক্ষণাৎ কোনো সিদ্ধান্ত লব নোৱাৰিলে। বজ্ৰনিক্ষেপক জ্যুছৰ পুত্ৰকে অনুসৰণ কৰিবনে লিছীয় সৈন্যসকলকে সংহাৰ কৰিব তেওঁ পেটে পেটে চিন্তা কৰি চালে। কিন্তু সাহসী ওডিচ্যুছৰ বৰ্শাঘাতত পৰাক্ৰমী জ্যুছ তনয়ৰ পতন হোৱা বিধাতাৰ অভিপ্ৰেত নাছিল। সেয়ে এথেনীয়ে লিছীয় সৈন্যবিলাকৰ বিৰুদ্ধে তেওঁক উচটাই দিলে। তৎমুহূৰ্তে তেওঁ কইৰেনাছ, আলষ্টৰ, ক্ৰমিয়াছ, আলকাণ্ডাৰ, হেলিয়াছ নোইমন আৰু প্ৰাইটেনিছক হত্যা কৰিলে। এইদৰে সদাশয় ওডিচ্যুছে লিছীয়ানসকলক দমন কৰি গ'লহেঁতেন; কিন্তু এনেতে তীক্ষ্ণ দৃষ্টিসম্পন্ন, সমুজ্জ্বল শিৰস্ত্ৰাণৰ অধিকাৰী হেক্টৰে তেওঁক দেখা পালে আৰু প্ৰদীপ্ত ব্ৰঞ্জৰ প্ৰহৰণেৰে বিভূষিত হৈ তেওঁ ডানানসকলক বিত্ৰসিত কৰি যুদ্ধক্ষেত্ৰৰ অগ্ৰৱৰ্তী অঞ্চল অভিমুখে ধাবিত হ'ল। তেওঁৰ আগমনত জ্যুছ পুত্ৰ ছাৰ্পিডন অতিশয় আশ্বস্ত হ'ল। তেওঁ সেই শোচনীয় অৱস্থাৰেই মিনতি কৰি মাত লগালে, "যুৱৰাজ হেক্টৰ, মোক ৰক্ষা কৰা; ডানানবিলাকৰ হাতত মোক এৰি থৈ নাযাবা। যদিহে মোৰ মৰণ নিশ্চিত, তেনেহ'লে তোমালোকৰ নগৰখনতে মই শেষ নিশ্বাস পেলাবলৈ ভাল পাম। কাৰণ এই কথা একেবাৰে খাটাং যে স্বদেশ আৰু নিজৰ ঘৰখনত উপস্থিত হৈ প্ৰিয়তমা পত্নী আৰু শিশু-পুত্ৰক অকণমান আনন্দ দিবলৈ পোৱা মোৰ কপালত নাই।"

উজ্জ্বল শিৰস্ত্ৰাণৰ অধিকাৰী হেক্টৰে তেওঁক কোনো উত্তৰ নিদি ওচৰেদিয়েই পাৰ হৈ গ'ল। তেওঁৰ উদ্দেশ্য আছিল আৰ্গিভসকলক পিছলৈ হোঁহোকাই

নিয়া আৰু তেওঁলোকক পাৰ্যমানে হত্যা কৰা। কিন্তু দেৱোপম ছাৰ্পিডনক তেওঁৰ বিশ্বস্ত অনুচৰবৰ্গই লৈ গৈ ছত্ৰধাৰী জ্যুছৰ প্ৰতি উচৰ্গা কৰা এজোপা লহপহীয়া পবিত্ৰ ওক গছৰ গুৰিত নমাই থ'লে। তেওঁৰ শক্তিশালী সহচৰ পেলাগনে তেওঁৰ উৰুৰপৰা এছগছৰ বৰ্শাপাট টান মাৰি উলিয়াই আনিলে। ছাৰ্পিডনে চকুৰে ধোঁৱা-কোঁৱা দেখিলে আৰু মূৰ্চ্ছা গ'ল, কিন্তু অলপ পিছতে তেওঁ চেতনা ঘূৰাই পালে। উত্তৰ বতাহৰ শীতল বা পাই তেওঁ সংজ্ঞা লাভ কৰিলে।

ইতিমধ্যে আৰ্গিভসকল আৰিছ, আৰু ব্ৰঞ্জেৰে সুসজ্জিত হেক্টৰৰ সম্মুখীন হ'ল। তেওঁলোক কলীয়া জাহাজবিলাকলৈ পলাই নগ'ল। ট্ৰয় পক্ষত আৰিছৰ উপস্থিতি লক্ষ্য কৰি তেওঁলোকে আক্ৰমণৰপৰা বিৰত হৈ লাহে লাহে পিছ হুঁহকি যাবলৈ ধৰিলে। প্ৰায়াম পুত্ৰ হেক্টৰ আৰু ধৃষ্ট আৰিছৰ আক্ৰমণত প্ৰথমৰপৰা শেষলৈকে কোনে কোনে প্ৰাণ হেৰুৱালে? কাঁৰৰ টিউঠ্ৰাছ পোন প্ৰথমে নিহত হ'ল। তাৰ পিছত অশ্বদমন অৰিষ্টিছ, ইটালীয় বৰ্শাচালক ট্ৰেকাছ, ইনমাছ, ইনপ্স পুত্ৰ হেলেনাছ, আদি বীৰসকলে প্ৰাণ হেৰুৱালে। তিৰ্‌বিৰোৱা টঙালি বান্ধি লোৱা অৰিছবিয়াছ, চেফিচিছ হ্ৰদৰ পাৰত অৱস্থিত হাইল দেশৰ নিবাসী আছিল। তাতেই তেওঁ অন্যান্য বিয়টীয় প্ৰতিবেশীসকলৰ সৈতে নিজৰ ভূ-সম্পত্তিৰ তদাৰক কৰিছিল। নিহতসকলৰ ভিতৰত তেৱোঁ এজন আছিল।

শ্বেতহস্তা হিৰীয়ে আৰ্গিভসকলক ট্ৰজানবিলাকে সংহাৰ কৰা দেখা পাই এথেনীৰ আগত নিজৰ মনৰ কথা প্ৰকাশ নকৰি নোৱাৰিলে। তেওঁ ক'লে, "ছত্ৰধাৰী জ্যুছৰ বিনিদ্ৰা দুহিতা, মহা সৰ্বনাশৰ কথা! প্ৰচণ্ড আৰিছক উন্মাদ-ভাৱে এই সংহাৰ লীলা চলাবলৈ এৰি দিব নোৱাৰি। নহ'লে ট্ৰয়ৰ প্ৰাচীৰ ভূ-পতিত কৰিব পাৰিব বুলি মেনিলাছক যাত্ৰাৰ আগমুহূৰ্ত্তত দিয়া প্ৰতিশ্ৰুতিৰ কি মূল্য থাকিল? আহা তুমি আৰু মই যুদ্ধক্ষেত্ৰলৈ যোৱাৰ সময় হৈছে।"

প্ৰদীপ্তনয়না এথেনীৰ অলপো অনিচ্ছা নাছিল। গতিকে অমৰাৱতীৰ অধিশ্বৰী, প্ৰবল প্ৰতাপী ক্ৰনছৰ কন্যা হিৰীয়ে ঘোঁৰাহালৰ গাত সোণৰ পাত মেৰি-য়াই দিলে। হিৰীয়ে ৰথখন প্ৰস্তুত কৰিলে। ব্ৰঞ্জৰ চকৰীহালত আঠডালকৈ দাণ্ডা আছিল। চকৰী দুটা লোহাৰ ধুৰাত লগাই দিয়া হ'ল। চকাৰ পিঠীয়াবিলাক আছিল খাটি সোণেৰে তৈয়াৰী আৰু মেৰটো আছিল ব্ৰঞ্জৰ। তাৰ কাৰুকাৰ্যও অপূৰ্ব আছিল। ধুৰাৰ ডিলা মাৰিডাল আছিল ৰূপৰ। ৰথৰ মঞ্চখন সোণ-ৰূপৰ মজবুট কাঠিৰে বোৱা আৰু তাৰ চাৰিওকালে আছিল দুতলীয়া বেৰা। সম্মুখৰ বেৰাখনত বম এডাল জোৰা লগাই দিয়া হৈছিল আৰু বমডালৰ মূৰত হিৰীয়ে যুঁৱলি এখন সোণৰ পাতেৰে আটি আটি বান্ধি দিছিল। যুদ্ধৰ জ্বলা-

দুৱাৰ মাজলৈ যাবৰ কাৰণে খদমদম লগাই হিৰীয়ে এহাল বেগী ঘোঁৰা ৰথত জুৰিলে।

ইতিমধ্যে ছত্ৰধাৰী জ্যুছৰ দুহিতা এথেনীয়ে পিতাকৰ দুৱাৰমুখত নিজহাতে বৈ লোৱা মিহি আৰু ফুলাম কাপোৰখন সোলোকাই সৈনিকৰ সাজ-পাৰ পিন্ধিলে আৰু মেঘ নিয়ন্ত্ৰক জ্যুছৰ অস্ত্ৰ-শস্ত্ৰেৰে নিজকে শোকাবহ যুদ্ধখনৰ কাৰণে সজ্জিত কৰিলে। তেওঁ ঝালৰ লগোৱা ভয়ঙ্কৰ ঢালখন কান্ধত আৰি ল'লে। এই ঢালখনত জড়িত আছিল মূৰ্তিমতী বিভীষিকা। তদুপৰি সংগ্ৰাম, শক্তি আৰু অনুধাবনৰ ভয়াবহ দুঃস্বপ্ন এই ঢালখনত বিৰাজমান। ছত্ৰধাৰী জ্যুছৰ ভীষণ পৰাক্ৰমৰ প্ৰতীক গৰ্গনৰ বীভৎস মস্তক ঢালখনত অঙ্কিত। তেওঁ মূৰত এটি সোণৰ শিৰস্ত্ৰাণ পিন্ধিছিল। এই শিৰস্ত্ৰাণটোৰ আছিল চাৰিখন পাত আৰু দুটা চূড়া। শত নগৰীৰ সৈনিকসকলৰ চিত্ৰেৰে চূড়া দুটা শোভিত আছিল। ইয়াৰ পিছত তেওঁ জ্যোতিৰ্ময় বিমানখনত আৰোহণ কৰিলে। তেওঁ দৃঢ়মুষ্টিৰে ধৰি আছিল এডাল প্ৰকাণ্ড দীঘল বৰ্শা। মহা পৰাক্ৰমী পিতাৰ সন্তান এথেনী যেতিয়া কুপিতা হয়, তেতিয়া তেওঁ এই বৰ্শাৰে শ্ৰেণীবদ্ধ মহান যোদ্ধাসকলকো ছিন্নভিন্ন কৰিব পাৰে।

হিৰীয়ে বিলম্ব নকৰিলে। তেওঁ ঘোঁৰাহালক চাবুকেৰে স্পৰ্শ কৰাৰ লগে লগে মেঘ গৰ্জনৰ দৰে শব্দ কৰি স্বৰ্গদ্বাৰ আপোনা আপুনি মেল খাই গ'ল। অলিম্পাছ আৰু অনন্ত আকাশৰ ৰক্ষক ঘটিকাসকলে এই দুৱাৰখনৰ তত্ত্বাৱধান লয়। তেওঁলোকৰ কাম হৈছে দুৱাৰখন বন্ধ কৰা নাইবা ঘন মেঘমালা আন্দোলিত কৰা। এই দুৱাৰৰ মাজেদিয়েই দেৱীসকলে তেওঁলোকৰ অশ্বদ্বয় পৰিচালনা কৰি লৈ গ'ল।

সেই সময়ত ক্ৰনছ নন্দন অন্যান্য দেৱতাসকলৰপৰা আঁতৰি আহি অলিম্পাছৰ সৰ্বোচ্চ শিখৰটিত বহি আছিল। শ্বেতহস্তা হিৰীয়ে সৰ্বশক্তিমান ক্ৰনছ নন্দন জ্যুছৰ লগত পৰামৰ্শ কৰিবৰ কাৰণে ঘোঁৰাহাল তাতে ৰাখিলে আৰু ক'লে, "জনক জ্যুছ, আৰিছৰ উন্মত্ত আচৰণত আপুনি ক্ৰোধান্বিত হোৱা নাইনে? চাওক, তেওঁ কেনেকৈ অতি অসঙ্গতভাৱে সাহসী একীয়ানসকলক সংহাৰ কৰিছে। মই আৰু চাই থাকিব নোৱাৰো। কিন্তু আপোনাৰ ছাইপ্ৰিয় তনয়া আৰু এপলোৱে এই কাণ্ড দেখি আনন্দ পোৱা যেন লাগে। আচলতে তেওঁলোকে এই আইন-কানুন নমনা বৰ্বৰটোক এই দৰে মত্তলীয়া কৰি ৰং চাইছে। কওকচোন পিতা জ্যুছ, মই তাক ভালদৰে এশিকনি দি যুদ্ধক্ষেত্ৰৰপৰা খেদি পঠিয়ালে আপুনি খং কৰিবনেকি?"

মেঘ নিয়ন্ত্ৰকে উত্তৰ দিলে, "মই খং নকৰো। তোমালোক কাষত লাগি থোৱা। আমাৰ ৰণ-ৰঙ্গিণী এথেনীয়েই সেই কামৰ ভাৰ লওক। তেওঁহে বটিয়াকৈ আৰিছৰ নেজডাল পকাব পাৰিব।"

এই কথাত শ্বেতহস্তা হিৰীৰ একো আপত্তি নাছিল। তেওঁ ঘোঁৰাৰ পিঠিত চাবুকেৰে প্ৰহাৰ কৰিলে আৰু সিহঁতেও আপোন ইচ্ছামতে পৃথিৱী আৰু তৰাবোল দিয়া আকাশৰ মধ্যৱৰ্তী পথেৰে উৰি যাবলৈ ধৰিলে। দেৱতাৰ এই ঘোঁৰাবিলাকৰ খুড়াৰ ধ্বনি মেঘৰ গাজনিৰ নিচিনা আৰু এজন মানুহে এটা পৰ্যবেক্ষণ স্তম্ভৰপৰা সমুদ্ৰৰ কৃষ্ণ জলৰাশিৰ ফালে চাই পঠিয়াওঁতে কুঁৱলীয়ে আবৰি থোৱা দিগবলয়লৈকে যিমান দূৰ মনিব পাৰে, সিহঁতে সিমান দূৰ একেটা জাপতেই পাৰ হৈ যাব পাৰে। গতিকে তেওঁলোকে শীঘ্ৰে দুখন বিৰাট নদীৰ দ্বাৰা বিধৌত ট্ৰয় নগৰত উপস্থিত হ'ল। চিমইছ আৰু স্কেমেণ্ডাৰ নদীৰ সঙ্গমৰ ওচৰত শ্বেতহস্তা হিৰীয়ে ৰথখন ৰাখি ঘোঁৰাহাল যুঁৱলিৰপৰা খুলি দিলে। তেওঁ সিহঁতক কুঁৱলীৰে আবৰি ৰাখিলে। চিমইছে সিহঁতৰ কাৰণে অমৃতোপম খাদ্যৰ যোগান ধৰিলে। তাৰ পিছত দুয়ো-গৰাকী দেৱীয়ে আৰ্গিভ সৈন্যসকলক সাহায্য কৰিবৰ বাবে ব্যগ্ৰ হৈ কপৌ খোজত যাবলৈ ধৰিলে।

ৰণক্ষেত্ৰৰ যি অংশত শ্ৰেষ্ঠ একীয়ানসকলে মহাবীৰ অশ্বদমন ডায়মিডিছক বেৰি ধৰি, সময়ত ভয়ঙ্কৰ মূৰ্তি ধৰিব পৰা আমিষভোজী সিংহ বা বন্য বৰাহৰ দৰে বান্ধত পৰি ৰৈ আছিল, তেওঁলোক সেই ঠাইত উপস্থিত হ'ল। শ্বেতহস্তা দেৱী হিৰীয়ে তাতে ৰৈ সম্ভ্ৰান্ত ষ্টেণ্টৰৰ বিকট কণ্ঠস্বৰ অনুকৰণ কৰি চিংকাৰ কৰিবলৈ ধৰিলে। ষ্টেণ্টৰে অকলেই পঞ্চাশজন মানুহৰ দৰে চিঞৰিব পাৰিছিল। হিৰীয়ে উচ্চৈঃস্বৰে ক'লে, "ধিক্ ধিক্ আৰ্গিভসকল, তোমালোকৰ চেহেৰা চমৎকাৰ হ'লে কি হ'ব, তোমালোক প্ৰকৃততে অতি অধম। সুমহান একিলিছে যেতিয়া যুদ্ধ কৰিছিল, ট্ৰজানবিলাক তেতিয়া ডাৰ্ডাণীয় তোৰণৰপৰা ওলাই আহিব নোৱাৰিছিল। তেওঁলোকে তেওঁৰ গধুৰ বৰ্শাপাটলৈ বৰ ভয় কৰিছিল। কিন্তু এই মুহূৰ্ত্তত তেওঁলোকে নগৰৰপৰা বহুত আঁতৰি আহি একেবাৰে তোমালোকৰ জাহাজৰ কাষত উপস্থিত হৈ ৰণ কৰিছেহি।"

এইদৰেই তেওঁ প্ৰতিজন সৈনিকৰ অন্তৰত সাহসৰ সঞ্চাৰ কৰিছিল। ইতিমধ্যে প্ৰদীপ্ত-নয়না এথেনী পোনে পোনে টিডিউছ তনয় ডায়মিডিছৰ ওচৰত থিয় হ'ল। তেতিয়া ৰাজকুমাৰ ডায়মিডিছে ৰথ আৰু ঘোঁৰাৰ ওচৰতে থাকি পেণ্ডাৰাছৰ শৰৰ আঘাতৰ ফলত হোৱা ক্ষত তোৰৰত বতাহ লগাই আছিল। যি বহল ফিটাৰ সহায়ত ঘূৰণীয়া ঢালখন কান্ধত আঁৰি থোৱা হয়, সেই ফিটাৰ

তলখন ঘামত তিতি যোৱাত তেওঁ বৰ বিৰক্ত হৈছিল। সেই কষ্টত হাতখন দুৰ্বল হৈ পৰাত তেওঁ ফিটাডাল খুলি লৈ তাত লাগি থকা ক'লা তেজ মচি আছিল। দেৱীয়ে ৰথৰ যুঁৱলিত হাতখন থৈ ক'লে, "টিডিউছৰ এজন পুতেক আছিল। কিন্তু পুতেক তেওঁৰ নিচিনা নহ'ল। টিডিউছ ক্ষুদ্ৰকায় হ'লেও ভয়ঙ্কৰ যোদ্ধা আছিল। মই মানা কৰা সত্ত্বেও তেওঁ যুদ্ধ কৰিছিল। তেওঁ শত্ৰুৰ সন্মুখীন হোৱা মোৰ অভিপ্ৰায় নাছিল। তথাপি তেওঁ কাডমিয়ানবিলাকৰ লগত আলাপ-আলোচনা কৰিবৰ বাবে নিঃসঙ্গভাৱে থিবছ্‌লৈ যাত্ৰা কৰিছিল। তেতিয়া মই তেওঁক শান্তভাৱে কাৰেঙতে বহি খোৱা-বোৱা কৰিবলৈ উপদেশ দিছিলো। কিন্তু তেওঁ কৰিলে কি? তেওঁ কাডমিয়ান যুৱকসকলক আহ্বান কৰি প্ৰতিজনকে মোৰ সহায়ত পৰাস্ত কৰিলে। তেওঁ আছিল সিংহৰ দৰে সাহসী। তোমাৰ লগত কিমান পাৰ্থক্য! মই তোমাৰ কাষতে থাকো, বিপদ-আপদৰ-পৰা তোমাক ৰক্ষা কৰো, ট্ৰজানবিলাকৰ লগত তোমাক যুদ্ধ কৰিবলৈ নিৰ্দেশ দিয়াৰ সময়ত তোমাক মই আশীৰ্বাদ দিওঁ। কিন্তু যিখিনি ইতিমধ্যে কৰিলা, তাৰ পিছত এতিয়া আঙুলি এটা ভাঙিবলৈও তোমাৰ শক্তি নাই। ভয়ত তুমি স্থবিৰ হৈ পৰিলানেকি? যদি সেই কথাই সঁচা হয়, তেন্তে তোমাক আৰু মই টিডিউছৰ পুতেক আৰু বলৱান আইনিউছৰ নাতিয়েক বুলি গণ্য নকৰো।"

পৰাক্ৰমী ডায়মিডিছে উত্তৰ দিলে, "দেৱী, মই তোমাক চিনিব পাৰিছো। তুমি ছত্ৰধাৰী জ্যুছৰ দুহিতা। তোমাক মই অকপটে সকলো কথা ক'ব পাৰো। ভয় নাইবা ভাগৰত মই অভিভূত হোৱা নাই। তুমি মোক এটা সীমাৰ মাজত থাকিবলৈ কৈছিলা। মই একমাত্ৰ সেই কথাকে চিন্তা কৰি আছো। জ্যুছ-নন্দিনী আফ্ৰোদাইতীৰ বাহিৰে অন্যান্য মহিমান্বিত দেৱতাসকলৰ লগত যুদ্ধ কৰিবলৈ তুমি মোক মানা কৰিছিলা। আফ্ৰোদাইতী যুদ্ধক্ষেত্ৰলৈ আহিলে তেওঁক মই বৰ্শাৰে আঘাত কৰিব পাৰিম বুলি মোক কৈছিলা। কিন্তু সকলোকে আগত লৈ অহাজন হৈছে আৰিছ। তেওঁক দেখা মাত্ৰকে মই এই ফালে আঁতৰি আহিলো আৰু সকলোটিকে মোৰ ওচৰত একত্ৰিত হবলৈ নিৰ্দেশ দিলো।"

প্ৰদীপ্ত-নয়না এথেনীয়ে উচ্চৈঃস্বৰে মাত লগালে, "টিডিউছৰ সুযোগ্য পুত্ৰ প্ৰিয় ডায়মিডিছ, মই সকলো বুজিছো। কিন্তু মই যেতিয়া তোমাৰ সহায়, তুমি অকল আৰিছ কিয় অন্যান্য দেৱতাকো ভয় কৰিব নালাগে। এতিয়াই তুৰন্তে তেওঁক আক্ৰমণ কৰা। পূৰ্ণ গতিৰে ৰথ চলোৱা। 'এওঁ পৰাক্ৰমী ৰণদেৱতা' বুলি সঙ্কুচিত হবৰ প্ৰয়োজন নাই। তেওঁৰ সমীপৱৰ্তী হোৱা। সেই

উন্মাদটোলৈ চাই পঠিওৱাচোন। তুমি জানা যে মাত্ৰ সিদিনাখন সেই জঘন্য, শঠ, অসৎ বৰ্বৰটোৱে আমাক কথা দিছিল যে সি আৰ্গিভছকলৰ তৈ ট্ৰজান-বিলাকৰ বিৰুদ্ধে যুদ্ধ কৰিব; এতিয়া সি সেই প্ৰতিশ্ৰুতি পাহৰি গৈ ট্ৰজান বিলাকৰ সপক্ষে ৰণ কৰিছে।”

কোৱাৰ লগে লগেই তেওঁ হাত মেলি ষ্টেনিলাছক আঁজোৰ মাৰি আনিলে আৰু ৰথৰপৰা নমাই দিলে। তেওঁ নামিবলৈ পাই বৰ বংহে পালে। ব্যগ্ৰ দেৱী গৰাকীয়ে তেওঁৰ পৰিবৰ্ত্তে ৰথখনত উঠি ডায়মিডিছৰ কাষত বহিল। এগৰাকী ভয়ঙ্কৰী দেৱী আৰু এজন মহাপৰাক্ৰমী যোদ্ধাৰ ভৰত বীছ কাঠেৰে নিৰ্ম্মাণ কৰা ধুৰাডাল মেটমেটাই উঠিল। পালাছ এথেনীয়ে লেকাম আৰু চাবুক নিজৰ হাতত লৈ আৰিছৰ অভিমুখে ৰথখন চলাই দিলে।

ঠিক সেই মুহূৰ্ত্ততে আৰিছে অকিৰিয়াছ পুত্ৰ বিৰাটকায় পেৰিফাছৰ মৃতদেহ লুণ্ঠন কৰিবলৈ উদ্যত হৈছিল। পেৰিফাছ আছিল ইটালীয় বাহিনীৰ শ্ৰেষ্ঠ বীৰ। তেজেৰে লুতুৰি-পুতুৰিহৈ আৰিছে পেৰিফাছৰ অস্ত্ৰ-শস্ত্ৰবিলাক খুলি লৈছিল। পৰাক্ৰমী দেৱতাজনৰ দৃষ্টিগোচৰ নহ'বৰ বাবে এথেনীয়ে এটা টুপি পিন্ধি অদৃশ্য হৈ পৰিল। কিন্তু নৰঘাতী আৰিছে টিডিউছৰ বীৰ্য্যৱান পুত্ৰক দেখা পায়েই পেৰিফাছৰ মৃতদেহ য'তে আছিল ত'তে পেলাই থৈ অশ্বদমন ডায়মিডিছৰ ফালে চোঁচা ললে। ছয়ো ওচৰা-উচৰি হ'লত আৰিছে তেওঁক হত্যা কৰিবৰ অভিপ্ৰায়েৰে মাৰাত্মক আঘাত কৰিবলৈ সচেষ্ট হ'ল। ঘোঁৰাৰ যুঁৱলি আৰু লেকামৰ ওপৰেদিয়েই আৰিছে ব্ৰঞ্জৰ শক্তিশেল ডায়মিডিছলৈ নিক্ষেপ কৰিলে। কিন্তু প্ৰদীপ্তনয়না এথেনীয়ে শেলপাট হাতেৰে থাপ মাৰি ধৰি ৰথৰ ওপৰৰ ফালে ঠেলি দিলে আৰু শেলপাট নিৰীহভাৱে বতাহৰ মাজে মাজে সোঁসোঁৱাই গ'ল। এতিয়া সিংহনাদকাৰী ডায়মিডিছে নিজৰ বৰ্শাপাট হাতত তুলি ললে আৰু পালাছ এথেনীয়ে আৰিছৰ তলপেটলৈ অস্ত্ৰপাট মাৰি পঠিয়ালে। আৰিছে কঁকালৰ তলছোৱা এখন বহিৰ্ৱাসেৰে আবৰি ৰাখিছিল। আৰিছ আহত হ'ল। বৰ্শাপাট তেওঁৰ কোমল মঙহত সোমাই গ'ল। ডায়মিডিছে বৰ্শাপাট আঁজোৰ মাৰি উলিয়াই আনিলে আৰু নিৰ্লজ্জ আৰিছে ন-দহ হাজাৰ যুঁজাৰু সৈনিকে সমস্বৰে ৰণহুঙ্কাৰ কৰাৰ দৰে এটা ভয়ানক চিঞৰ মাৰিলে। কোনো কালেই যুদ্ধত পৰিতৃপ্তি লাভ কৰিব নোৱাৰা দেৱতাজনৰ এই ভৈৰৱ নিনাদত ট্ৰজান আৰু একীয়ান সৈন্যসকল থৰহৰি কম্পমান হ'ল। উত্তপ্ত বায়ুমণ্ডলত সৃষ্টি হোৱা বা-মাৰলিৰ ফলত ডাৱৰৰ মাজৰপৰা বহিৰ্গত হোৱা কৃষ্ণ বায়ুস্তৰৰ দৰে; নিৰ্লজ্জ

দেৱতাজন ঘন কুঁৱলিৰে আবৃত হৈ উদ্দাম গতিৰে আকাশী পথেদি উৰি যোৱা টিডিউছ পুত্ৰ ডায়মিডিছৰ দৃষ্টিগোচৰ হ'ল।

ক্ষিপ্ৰ গতিৰে গৈ দেৱতাৰ দেশ উচ্চ অলিম্পাছত উপস্থিত হোৱাৰ লগে লগে আৰিছে বিষণ্ণ মনেৰে ক্ৰনছ-নন্দন জ্যুছৰ কাষত উপবেশন কৰিলে। তেওঁ জ্যুছক দেৱৰক্তেৰে ৰঞ্জিত ক্ষতস্থান টুকুৰা দেখুৱাই করুণ কণ্ঠেৰে কাহিনীটো বিবৃত কৰি ক'লে, "পিতা জ্যুছ, এই হিংসামূলক কাৰ্যই আপোনাক ক্ৰোধান্বিত কৰা নাইনে? মানৱক অনুগ্ৰহ প্ৰদৰ্শন কৰাৰ সময়ত আমি দেৱতাসকল পৰস্পৰৰ হাতত কেনেকৈ উৎপীড়িত হওঁ আপুনি চাওকচোন। দোষ আপোনাৰ। আপোনাৰ পাগলী জীয়েকজনী হৈছে পৃথিবীৰ কাৰণে এটা অভিশাপ। তাই সদায় এটা নহয় এটা অঘটনৰ সৃষ্টি কৰিবই। এই কাৰণেই আমি আপোনাৰ বিৰোধিতা কৰিব লগা হয়। আমাক ধৰি অলিম্পাছৰ সকলো দেৱতাই আপোনাৰ অভিৰুচিৰ প্ৰতি নতশিৰ হৈ থাকে, আমি আপোনাক অতিশয় সম্ভ্ৰম কৰো। কিন্তু তাইৰ ক্ষেত্ৰত হয় ওলোটা। তাইক দমাই ৰাখিবলৈ আপুনি একোটোকে নকৰে, আনকি টানকৈ এষাৰ কথাও নকয়। আপোনাৰ নিজৰ জীয়েক কাৰণেই আপুনি তাইক নিজৰ ইচ্ছা মতে চলিবলৈ দিছে। এই-বিলাক অপকৰ্ম কৰিবৰ কাৰণেই যেন তাইৰ জন্ম হ'ল। তাই চাওক, কেনেকৈ টিডিউছৰ পুতেক দাম্ভিক ডায়মিডিছক অমৰ দেৱতাসকলক অত্যাচাৰ কৰিবলৈ উচটাই দিছে। সি প্ৰথমে আফ্ৰোদাইতীক খেদি গৈ তেওঁৰ হাতখনতে যাঠিৰে খুচিলে। তাৰ পিছতে সি ৰাক্ষসৰ দৰে মোৰ ওপৰত জপিয়াই পৰিল।

ভাগ্য ভাল যে মই কোবাকুবিকৈ পলাই আহিব পাৰিলো। নহ'লে ময়ো সেই ভয় লগা মৃতদেহবিলাকৰ মাজতে অতি কষ্টেৰে বহুত সময় পৰি থাকিব লাগিল হয়। নতুবা তাৰ বৰ্শাৰ খোঁচত জীৱনভৰ পঙ্গু হৈ থাকিব লগা হ'লহেঁতেন।"

মেঘ নিয়ন্ত্ৰক জ্যুছে আৰিছৰ ফালে কঠোৰ দৃষ্টিৰে চালে। তেওঁ ক'লে, "কটা চুতজীয়া, মোৰ ওচৰলৈ আহি পেনপেনাই নাথাকিবি। কাজিয়া কৰা, যুঁজ-বাগৰ কৰা আদিত তই পাকৈত। সেইকাৰণেই অলিম্পাছৰ আনবিলাক দেৱতাতকৈ মই তোক বেছিকৈ ঘিণ কৰো। তোৰ মাৰ হিৰাও বৰ উত্তন্তুৱা আৰু আঁকোৰগোজ স্বভাৱৰ। অকল মুখৰ কথাৰেই মই তেওঁক বশ কৰিবলৈ অসুবিধা হয়। তেৰেঁই ঘটনাটোৰ সূত্ৰপাত কৰি তোক বিপদত পেলালে বুলি মোৰ সন্দেহ হয়। যিহওক, তই আৰু বেছিকৈ কষ্ট পোৱাটো মোৰ উদ্দেশ্য নহয়। কাৰণ তই মোৰ নিজৰ তেজ-মঙহৰ সন্তান আৰু তোৰ মাৰ মোৰ পত্নী।

কিন্তু বদিহে আন এজন দেৱতা তোম নিচিনা দুৰন্ত ল'ৰা এটাৰ পিতাক হ'ল হয়, তেন্তে তই বহুত দিনৰ আগতেই ইউৰেনাছৰ পুত্ৰকইতকৈয়ো বেছি দুৰৱস্থাত পৰিলিহেঁতেন।”

ইমানতে জ্যুছে তেওঁক আৰোগ্য কৰিবলৈ পেইয়নক আদেশ দিলে। পেইয়নে বেদনানাশক মলম লগাই দিয়াত ঘাডোখৰ শুকাই গ'ল। কাৰণ আৰিছৰ দেহ নশ্বৰ-পদাৰ্থেৰে গঠিত নাছিল। ডিমকৰ ৰসেৰে ঘুটি দিলে গাখীৰ গোট মাৰিবলৈ যিমান সময় লাগে তাতকৈয়ো কম সময়তে ভয়ঙ্কৰ ৰণদেৱতাজন নিৰাময় হ'ল। হিবীয়ে তেওঁক গা ধুৱাই সুন্দৰ সাজ-পাৰ পিন্ধিবলৈ দিলে। তেৰোঁ পূৰ্বৰ আত্মমৰ্যাদা অটুট ৰাখি জ্যুছৰ ওচৰত উপবেশন কৰিলে।

ইতিমধ্যে আৰ্গছৰ হিৰী আৰু আলাল্‌কমিনীয় এথেনী, এই দেৱী দুগৰাকীও প্ৰবল পৰাক্ৰমী জ্যুছৰ প্ৰাসাদলৈ উভতি আহিল। তেওঁলোক দুজনেই নৰঘাতকীজনৰ হত্যালীলাৰ সামৰণি মাৰিলে।

ছয়

# হেক্টৰ আৰু এণ্ড্ৰমেকী

এতিয়া ট্ৰজান আৰু একীয়ানসকলে দেৱতাসকলৰ বিনা সাহায্যেই তুমুল সংগ্ৰামত প্ৰবৃত্ত হ'ল। চিমইছ আৰু জেন্থাছ নদীৰ সোঁমাজতে থকা সমতল ভূমিৰ ইমূৰৰপৰা সিমূৰলৈকে যুদ্ধখন বিয়পি পৰিছিল আৰু ব্ৰঞ্জাংশু বিশিষ্ট বৰ্শাৰ দ্বাৰা আক্ৰমণ আৰু প্ৰত্যাক্ৰমণ পৰিলক্ষিত হৈছিল।

একীয়ানসকলৰ ধৰণী স্বৰূপ টেলামনীয় আয়াছেই পোন প্ৰথম বাৰৰ বাবে ট্ৰয়ৰ-সৈন্যদল এটি ছিন্ন ভিন্ন কৰি তেওঁৰ বন্ধু-বান্ধৱসকলক আশান্বিত কৰিবলৈ সমৰ্থ হ'ল। তেওঁ থ্ৰেছীয়সকলৰ শ্ৰেষ্ঠ বীৰ ইউচৰ্‌যাছৰ দীৰ্ঘকায় আৰু কীৰ্তিমান পুত্ৰ একামাছক নিহত কৰিলে। আয়াছে নিক্ষেপ কৰা বৰ্শাই তেওঁৰ শিৰস্ত্ৰাণৰ উঠঙা অংশ বিদীৰ্ণ কৰি কপালৰ হাড় ভেদ কৰি গ'ল। নৈশ অন্ধকাৰে তেওঁৰ নয়ন আবৰি ধৰিলে।

ইয়াৰ পিছত সিংহনাদকাৰী ডায়মিডিছে টিউথ্ৰেনাছতনয় এক্সিলাছক বধ কৰিলে। তেওঁ আহিছিল মনমোহা আৰিছবি নগৰৰপৰা। তেওঁ ধনৱান লোক আছিল আৰু ৰাজপথৰ নিচেই কাষতে থকা ঘৰ এটাত সুখেৰে বাস কৰিছিল। অতিথিসকলক আপ্যায়ন কৰি জনপ্ৰিয় হৈ পৰিছিল। কিন্তু এতিয়া শত্ৰুক বশীভূত কৰি তেওঁক মৃত্যুৰ কবলৰপৰা উদ্ধাৰ কৰিবলৈ কোনো এজন বন্ধুৱেই আগবাঢ়ি নাহিল। তেওঁৰ সহচৰ কেলিচিয়াছ ৰথৰ সাৰথি আছিল। ডায়মিডিছে ৰথী আৰু সাৰথি উভয়কেই হত্যা কৰিলে। তেওঁলোক দুয়ো ৰসাতলৰ যাত্ৰী হ'ল।

ইউৰিয়েলাছে ড্ৰেচাছ আৰু অফেলটিয়াছক বধ কৰি ইচিপাছ আৰু পেডাপাছক অনুধাৱন কৰিলে। অনুপম বুকলিয়নৰ ঔৰসত আৰু জলকুঁৱৰী আবাৰ বাৰিয়াৰ গৰ্ভত এওঁলোকৰ জন্ম হৈছিল। বুকলিয়ন দাম্ভিক লাওমিডনৰ সন্তান আছিল। গুপ্ত প্ৰণয়ৰ ফলস্বৰূপে তেৱেঁই প্ৰথমে জন্ম লাভ কৰিছিল। মেৰ ছাগলী চৰাই থাকোতে লাওমিডন জলকুঁৱৰীগৰাকীৰ প্ৰণয়পাশত আবদ্ধ হয় আৰু তেওঁৰ প্ৰণয়িনী গৰ্ভৱতী হৈ দুটি যমজ সন্তান প্ৰসৱ কৰে। এতিয়া মিচিষ্টিউছৰ পুত্ৰ ইউৰিয়েলাছে তেওঁলোকক হত্যা কৰি তেওঁলোকৰ সাহস আৰু শৌৰ্য-বীৰ্যৰ অৱসান ঘটায় আৰু তেওঁলোকৰ শৰীৰত থকা অস্ত্ৰ-শস্ত্ৰবিলাকো হস্তগত কৰে।

পৰাক্ৰমী পলিপিটাছৰ প্ৰতিত আষ্টিয়েলাছ, ওডিচ্যুছৰ ব্ৰঞ্জৰ বৰ্শাৰ আঘাতত পাৰকটৰ পিডাইটিছ আৰু টিউছাৰৰ হাতত এৰিটাওন নিহত হ'ল। নেষ্টৰ-নন্দন এণ্টিলকাছে চিকিৎসক শেলেৰে আৰেবাছৰ প্ৰাণ ল'লে আৰু নৰপতি আগামেম্‌ননে প্ৰেডাছৰ পাৰ্বত্য নগৰত ছাটনি অইছ নদীৰ ৰমণীয় বাৰি ধাৰাৰ ওচৰতে বাস কৰা ইলাটাছক হত্যা কৰিলে। সন্ত্ৰাস্ত লেই টাচে পলাই সাৰিবলৈ চেষ্টা কৰা ফিলেকাছক নিধন কৰিলে। ইউৰিপাইলাছৰ হাতত মেলান্থিয়াছৰ পতন হ'ল।

ইতিমধ্যে সিংহনাদকাৰী মেনিলাছে আড্ৰিষ্টাছক বন্দী কৰিলে। এই মানুহজনৰ ঘোঁৰাহালে পথাৰৰ মাজেদি চেকুৰ মেলোতে ৰথখনে এজোপা ঝাউ গছত খুন্দা মাৰিলে আৰু ফলত ৰথখনৰ ধেনুভিৰীয়া অংশটোত লাগি থকা ৰমডাল ভাগি গ'ল। ঘোঁৰাকেইটা নিজ ইচ্ছা মতে নগৰৰ ফালে গৈ আন এজাক ঘোঁৰাৰ লগত মিলি ভয়ত উধাতু খাই প্ৰাণটাকি দৌৰিবলৈ ধৰিলে। সিহঁতৰ গৰাকীজন ৰথৰপৰা উফৰি গৈ চকৰিটোৰ কাষতে ধূলিত মুখ থেকেচা খাই পৰিল। অনতিবিলম্বে আট্ৰিউছ নন্দন মেনিলাছ হাতত দীৰ্ঘছায়াবিশিষ্ট বৰ্শা লৈ সেই ঠাইত উপস্থিত হ'ল। আড্ৰিষ্টাছে মেনিলাছৰ ভৰিত সাৱটি ধৰি কাকুতি-মিনতি কৰি ক'লে, "প্ৰভু, আট্ৰাইডিছ, মোক প্ৰাণে নামাৰিব। আপুনি অপাৰ ধন-সোণ লাভ কৰিব পাৰিব। মোৰ পিতাৰ অৱস্থা বৰ ভাল। তেওঁৰ ঘৰত ব্ৰঞ্জ, সোণ আৰু লোহা আদি ধন-বস্তু প্ৰচুৰ পৰিমাণে আছে। মোক জাহাজ থকা একীয়ান শিবিৰলৈ জীয়াই জীয়াই ধৰি লৈ গৈছে বুলি শুনিবলৈ পালে তেওঁ আপোনাক ৰাজকীয় পৰিক্ৰয় মূল্য প্ৰদান কৰিব।"

এইদৰেই তেওঁ বিজেতাজনৰ অন্তৰখন কোমলাবলৈ চেষ্টা কৰিছিল, আৰু বাস্তৱিকতে মেনিলাছেও বন্দীজনক জাহাজলৈ লৈ যাবলৈ অনুচৰজনক ক'ব খুজিছিল। কিন্তু তেনেকুৱাতে আগামেম্‌ননে লৰি লৰি আহি তেওঁক ভৰ্ৎসনা কৰি ক'লে, "প্ৰিয় মেনিলাছ, মানুহক হত্যা কৰিবলৈ তুমি ইমান সঙ্কোচ কৰা কিয়? ট্ৰজানবিলাকে তোমাৰ ঘৰত আলহি হওঁতে, তোমাক কি ইমান ভাল ব্যৱহাৰটো কৰিলে? নহয়, আমি সিহঁতৰ কোনো এটাকে জীয়াই থাকিবলৈ নিদিওঁ। আনকি মাকৰ গৰ্ভত থকা শিশুকো গুচাই নেবো। আমি সমস্ত জাতিটোকে নিৰ্মূল কৰিম। সিহঁতৰ কথা সুঁৱৰি এটোপা চকুলো টুকিবলৈয়ো কোনো জীয়াই নেথাকিব।"

ইয়াৰ যথাৰ্থতা উপলব্ধি কৰি মেনিলাছে মনৰ ইচ্ছা সলনি কৰিলে। তেওঁ আড্ৰিষ্টাছক হাতেৰে ঠেলা মাৰি দিলে আৰু আগামেম্‌ননে ইতিমধ্যে তেওঁৰ

গাত বৰ্শা বহুৱাই দিলে। মানুহজনৰ মৃত্যু হ'ল। আগামেম্‌ননে তেওঁৰ বুকুখন ভৰিৰে গচক মাৰি ধৰি এছ গছৰ বৰ্শাপাট আঁজোৰ মাৰি উলিয়াই আনিলে।

ইয়াৰ পিছত নেষ্টৰে উচ্চৈঃস্বৰে আৰ্গিভসকলক ক'লে, "বন্ধু ডানানসকল, সহকৰ্মী সৈনিকসকল, এতিয়া লুটপাট কৰাৰ সময় নহয়। হাতত ডাঙৰ ডাঙৰ টোপোলা লৈ জাহাজলৈ পুলুকা মাৰি যোৱাৰ সময় হোৱা নাই। আমি শত্ৰু সৈন্য বিনাশ কৰিব লাগে। তাৰ পিছত যদি অৱসৰ হয় তেন্তে তোমালোকে মৃতদেহবিলাক লুণ্ঠন কৰিব পাৰিবা।"

এই কথাই প্ৰতিজন সৈনিকক নতুন উদ্যম আৰু সাহসেৰে উদ্বুদ্ধ কৰিলে। এতিয়া বিজয়ী একীয়ানসকলে পৰাভূত আৰু ভগ্নহৃদয় ট্ৰজানবিলাকক বিতাৰিত কৰি ইলিয়ামলৈ উভতি যাবলৈ বাধ্য কৰিব পৰাৰ লক্ষণ দেখা গৈছিল। কিন্তু এই সন্ধিক্ষণত ট্ৰয়ৰ শ্ৰেষ্ঠ জ্যোতিষী প্ৰায়াম-পুত্ৰ হেলেনাছে ইনিয়াছ আৰু হেক্টৰক বিচাৰি উলিয়াই মিনতি কৰি ক'লে, "তোমালোক দুজন হৈছা সৰ্বাধিনায়ক। তোমালোকক আমি সেই ক্ষমতা দিছো, কাৰণ মন্ত্ৰণাকক্ষ বা ৰণ ক্ষেত্ৰত তোমালোকে আমাক নিৰাশ কৰা নাই। এতিয়া তোমালোকে আমাৰ বিশ্বাসৰ যথাৰ্থতা প্ৰমাণিত কৰা। তোমালোকে প্ৰতিৰোধৰ চেষ্টা কৰা। সৈন্যবিলাকে যাতে নগৰৰ দুৱাৰ মুখ পাই ভয়ত নিজৰ তিৰোতাৰ আশ্ৰয় লৈ শত্ৰুপক্ষক আনন্দিত কৰিব নোৱাৰে তাৰ বাবে নিজে যুদ্ধ ক্ষেত্ৰৰ প্ৰতিটো অংশলৈ গৈ তেওঁলোকক বিৰত কৰিবলৈ চেষ্টা কৰা। তোমালোকে সৈন্য দলসমূহ একত্ৰিত কৰিব পাৰিলে আমিও ৰণ ক্ষেত্ৰত উপস্থিত হৈ ডানান-বিলাকৰ লগত যুদ্ধ কৰিম। যদিও আমি ক্লান্ত হৈ পৰিছো, তথাপি অন্য উপায় নাই। হেক্টৰ, ইতিমধ্যে তুমি নগৰলৈ গৈ আইৰ লগত কথা পাতাগৈ। তেওঁক ক'বা, যেন তেওঁ বৃদ্ধা নাৰীসকলক নগৰ দুৰ্গত অৱস্থিত প্ৰদীপ্তনয়না এথেনীৰ মন্দিৰত মিলিত কৰি মন্দিৰৰ দুৱাৰখন খুলি দিয়ে। ৰাজ কাৰেঙৰপৰা তেওঁ এখন অতি সুন্দৰ, আৰু নিজে অতিশয় মূল্যৱান বুলি ভবা বৰকাপোৰ বাছি লৈ দেৱী এথেনীৰ চৰণত অৰ্পণ কৰক। তদুপৰি তেওঁ অক্ষত দেহৰ বাৰজনী বছৰেকীয়া চেউৰী গাই তেওঁৰ মন্দিৰত বলি দিবলৈ প্ৰতিজ্ঞা কৰিব, যদিহে দেৱীয়ে ট্ৰয়ৰ নাৰী আৰু শিশুসকলৰ প্ৰতি, নগৰখনৰ প্ৰতি সদয় হৈ, দুৰ্দান্ত বৰ্শাচালক আৰু আতঙ্কৰ সৃষ্টিকাৰী ডায়মিডিজক ইলিয়ামৰপৰা আঁতৰাই ৰাখে। কাৰণ মোৰ মনেৰে তেৱেঁইহে আমাৰ অতি প্ৰবল শত্ৰু। বীৰাগ্ৰগণ্য একিলিছকো আমি ইমান ভয় কৰা নাছিলো। অথচ জনশ্ৰুতি মতে তেওঁ এগৰাকী

দেৱীৰ সন্তান। প্ৰকৃততে ডায়মিডিছ ৰণোন্মাদ হৈ পৰিছে আৰু কোনো মানুহেই তেওঁক ব্যাহত কৰিব নোৱাৰে।'

ভায়েকৰ উপদেশ হেক্টৰে ভংপৰতাৰে পালন কৰিলে। তেওঁ সশস্ত্ৰে ৰথৰপৰা জাপ মাৰি নামিল আৰু দুহাতে দুডাল বৰ্শা জোকাৰি জোকাৰি সৈন্যবিলাকৰ মাজলৈ গৈ তেওঁলোকক সাহসেৰে শত্ৰুৰ সন্মুখীন হ'বলৈ উদগনি দিলে আৰু তেওঁলোকৰ ৰণোদ্যম জাগ্ৰত কৰি তুলিলে।

ইয়াৰ ফলত ট্ৰজানবিলাকে আগবাঢ়ি গৈ একীয়ান সৈন্যক ফেৰ পাতি ধৰিলে। একীয়ানবিলাক পিছ হুঁহকি যাবলৈ বাধ্য হ'ল আৰু তেওঁলোকৰ হত্যাকাণ্ডবো ওৰ পৰিল। বাস্তৱিকতে ট্ৰজান সৈন্য বাহিনীয়ে একত্ৰিত হৈ এনে ধৰণেৰে শত্ৰুৰ ওপৰত চাপ দিছিল যে তৰাবোল দিয়া আকাশৰপৰা কোনোবা দেৱতা নামি আহি তেওঁলোকক সাহায্য কৰিলে বুলি আৰ্গিভসকলে গুণাগঁথা কৰিছিল। হেক্টৰে তাতে থাকি চিঞৰি চিঞৰি সৈন্যসকলক কৈছিল, "সাহসী ট্ৰজানসকল, মিত্ৰ পক্ষৰ যশস্বী সেনাবৃন্দ; আপোনাসকলে বীৰৰ দৰে যুদ্ধ কৰি শৌৰ্য-বীৰ্যৰ পৰিচয় দিয়ক। মই ইলিয়ামলৈ যাবলৈ ওলাইছো। দেৱতাসকলৰ সন্তোষাৰ্থে বলি বিধান আগ কৰিবলৈ ট্ৰয়ৰ প্ৰবীণ নাগৰিক আৰু কুলবধূসকলক নিৰ্দেশ দিব লাগে।"

এই বুলি কৈয়েই উজ্জ্বল শিৰস্ত্ৰাণৰ অধিকাৰী হেক্টৰে নগৰলৈ যাত্ৰা কৰিলে। তেওঁ গৈ থাকোতে কাৰুকাৰ্য কৰা ঢালখনৰ চৰ্মবলয় তেওঁৰ সৰু গাঁঠি আৰু গলধনত ঠোকৰ খাই গৈছিল।

হিপ্পলকাছ-নন্দন গ্লকাছ আৰু টিডিউছ তনয় ডায়মিডিছ দুয়ো এতিয়া উভয় পক্ষৰ মাজত থকা মুকলি পথাৰখনত যুদ্ধ কৰিবলৈ উদ্যত হ'ল। দুয়ো দুয়োৰে সমীপবৰ্তী হ'ল আৰু অস্ত্ৰ নিক্ষেপ কৰিব পৰা দূৰত্বৰ ভিতৰলৈ আহিল। সিংহনাদকাৰী ডায়মিডিছে ইজনক-আহ্বান কৰি ক'লে, "ডাঙৰীয়া, আপুনি যদি প্ৰকৃত মানুহ হয় তেন্তে মোৰ আগত আপোনাৰ নামটো প্ৰকাশ কৰক। কাৰণ আগতে মই আপোনাক এই সন্মানজনক ৰণ ভূমিত দেখা নাই। তথাপি মোৰ হাতত থকা এই দীৰ্ঘছায়াবিশিষ্ট বৰ্শাৰ আগলৈ আহি আপুনি আপোনাৰ বন্ধুসকলতকৈ অধিক সাহসৰ পৰিচয় দিছে। ৰণোন্মত্ত হৈ থাকোতে মোৰ সন্মুখীন হোৱা লোকবিলাকৰ পিতাকহঁতৰ কপালত দুখ আছে। কিন্তু আপুনি স্বৰ্গৰপৰা নামি অহা কোনোবা মৃত্যুহীন দেৱতানেকি? মই অমৰাৱতীৰ অধিবাসীসকলৰ বিৰুদ্ধে অস্ত্ৰধাৰণ নকৰো। আনকি ড্ৰায়াছ পুত্ৰ, পৰাক্ৰমী লিকাৰ-গাছৰ নিচিনালোকো দেৱতাৰ লগত বিবাদ কৰি বেছি দিন নেথাকিল।

তেওঁ ডায়নিচাছৰ পৰিচাৰিকাসকলক লাইছাৰ পৱিত্ৰ পাহাৰৰ মাজে মাজে খেদি গৈছিল আৰু দুৰ্দান্ত লিকাৰগাছে তেওঁলোকক গৰু খেদোৱা কাঁটিডালেৰে খুচি দিয়াত তেওঁলোকৰ হাতৰপৰা পৱিত্ৰ সঁজুলিবিলাক মাটিত পৰি গৈছিল। মানুহৰ হাতত এইদৰে শাস্তি ভোগ কৰি ডায়নিডাছে ভয়ত কঁপি কঁপি তৰঙ্গিত সমুদ্ৰৰ লৱণাম্বুৰাশিৰ তলত আশ্ৰয় বিচাৰি থাওঁতে ঠিটিছে তেওঁক বুকুত সাৱটি ধৰিছিল। কিন্তু শান্তিপ্ৰিয় দেৱতাসকলো তেওঁৰ কাৰ্যত ক্ষুব্ধ হ'ল। ক্ৰনছ-নন্দনে তেওঁৰ দৃষ্টিশক্তি হৰণ কৰিলে। ইয়াৰ পিছত তেওঁ বেছি দিন জীয়াই নেথাকিল। কাৰণ মৃত্যুহীন দেৱতাসকল তেওঁৰ বিৰোধী হৈ পৰিছিল। সেইকাৰণে দেৱতাসকলৰ লগত যুদ্ধ কৰিব লগা হ'লে আপুনি মোক লেখত নধৰিব। কিন্তু যদিহে আপুনি খাদ্যৰ কাৰণে হলকৰ্ষণ কৰা মৰ্ত্যবাসী হয়, তেন্তে আগবাঢ়ি আহক। আপোনাৰ মৃত্যু সন্নিকট।"

হিপ্পলকাছৰ অভিজাত সন্তানে মাত লগালে, "ডাঙৰীয়া, সাহসী টিডিউছ-পুত্ৰ, মোৰ বংশৰ কথা আপোনাৰ আগত উল্লেখ কৰিলে কি লাভ হ'ব? পুৰুষানুক্ৰমে মানুহবিলাক হৈছে গছৰ পাতৰ নিচিনা। বতাহে বছৰে বছৰে গছৰ পাতবিলাক সকৰাই মাটিত সিঁচৰতি কৰি পেলায়। কিন্তু গছজোপাত বসন্তকাল আহিলেই পুনৰ নতুন পাত ওলায়। সেইদৰেই এটা পুৰুষে মেলানি-মগাৰ লগে লগে পিছৰ পুৰুষে উদগতি লাভ কৰে। কিন্তু আপুনি আমাৰ বংশৰ কাহিনী শুনিব খুজিলে—মই ক'ব পাৰো। ইতিমধ্যে বহুত মানুহে জানিছেই। অশ্বচাৰণ ভূমিৰে সমৃদ্ধ আৰ্গছৰ কোনো এটা প্ৰান্তত ইকায়াৰ নামে এখন ঠাই আছে। ইয়াতে চিছিফাছ নামে এজন অতি ধূৰ্ত মানুহ আছিল। তেওঁৰ পিতাক আছিল ইয়লাছ। চিছিফাছৰ পুতেকৰ নাম গ্লকাছ। গ্লকাছৰ পুত্ৰ হ'ল অতুলনীয় বেলাৰফোন। দুৰ্ভাগ্যবশতঃ বেলাৰফোন আছিল তেওঁতকৈ বহুত গুণে শক্তিশালী সামন্ত ৰজা প্ৰিটাছৰ প্ৰজা। তেওঁৰ ওপৰত অসন্তুষ্ট হৈ ৰজাই তেওঁক আৰ্গিভৰপৰা নিৰ্বাসিত কৰিলে। প্ৰিটাছৰ মহিষী, ৰাণী এন্টিয়া; সকলো পুৰুষোচিত সৌষ্ঠৱৰ অধিকাৰী সেই যুৱকজনৰ প্ৰণয়পাশত আবদ্ধ হয় আৰু গোপনে তেওঁৰ কামনা চৰিতাৰ্থ কৰিবৰ বাবে সেই যুৱকক সনিৰ্বন্ধ অনুৰোধ কৰে। কিন্তু বেলাৰফোন আছিল অতি সংচৰিত্ৰৰ লোক আৰু তেওঁ ৰাণীৰ প্ৰস্তাৱ প্ৰত্যাখান কৰিলে। সেইকাৰণে ৰাণী এন্টিয়াই ৰজা প্ৰিটাছক মিছা কথা কিছুমান লগাই ক'লে, "বেলাৰফোনে মোৰ সতীত্ব হৰণ কৰিব খুজিছে। তেওঁক হত্যা কৰা, নহলে নিজে মৰি যোৱা।" এই জঘন্য কাহিনী শুনি ৰজাৰ বৰ খং উঠিল। তেওঁ বেলাৰফোনক প্ৰাণে মাৰিবলৈ

সাহস নকৰিলে যদিও লগত এখন অতি বিপদজনক পাৰ্চেল [illegible] এ তেওঁক লিচিয়ালৈ পঠিয়াই দিলে। ৰজাই তেওঁৰ হাতত এখন ফলক দিলে। তাত কিছুমান সাংকেতিক চিন [illegible] আছিল আৰু সেইবিলাকৰ অৰ্থ আছিল মাৰাত্মক। তেওঁ বেলাৰকোনক এই ফলকখন শহুৰেক লিচীয় ৰজাৰ হাতত সমৰ্পণ কৰিবলৈ নিৰ্দেশ দিলে। এই উপায়েৰেই তেওঁ তেওঁক নিশ্চিত মৃত্যুৰ মুখলৈ ঠেলি দিছিল। দেৱতাসকলৰ ত্ৰুটিহীন প্ৰচেষ্টাত বেলাৰকোনৰ যাত্ৰাত কোনো বিঘিনি নঘটিল। জেঁথাছ নদীৰ দ্বাৰা বিধৌত লিচীয়া দেশত উপস্থিত হোৱাৰ লগে লগে, সেই বিস্তীৰ্ণ ৰাজ্যখনৰ অধিপতিয়ে তেওঁক সন্মানিত অতিথি হিচাপে আদৰণি জনালে। ৰজাই ন দিন ন-টা ষাড় গৰু মাৰি তেওঁক আপ্যায়িত কৰিলে। দশম দিনা ৰেঙুলী উষাই ভুমুকি মাৰোতেই ৰজাই তেওঁক পৰীক্ষা কৰিবৰ কাৰণে জোৱাঁয়েক প্ৰিটাছৰপৰা লৈ অহা পৰিচয় পত্ৰখন চাবলৈ ইচ্ছা প্ৰকাশ কৰিলে।

"জোঁৱায়েকৰ সেই মাৰাত্মক বাৰ্তাটোৰ পাঠোদ্ধাৰ কৰি ৰজাই বেলাৰকোনক কাইমেৰা নামৰ বিকটাকাৰ প্ৰাণীটোক বধ কৰিবলৈ আদেশ দিলে।" এই প্ৰাণীটোক দেৱতাসকলে ছলেৰে মানৱ জাতিৰ মাজলৈ পঠিয়াই দিছিল। কাইমেৰাটোৰ সিংহৰ দৰে মূৰ, সাপৰ দৰে নেজ আৰু ছাগলীৰ দৰে শৰীৰ আছিল। কিন্তু দেৱতাসকলৰ দ্বাৰা পৰিচালিত হৈ বেলাৰকোনে এই প্ৰাণীটোক হত্যা কৰিলে। তেওঁৰ দ্বিতীয় কাৰ্য হ'ল প্ৰসিদ্ধ ছলিমিৰ লগত যুদ্ধ কৰা। যিবিলাক যুদ্ধৰ লগত তেওঁ জড়িত হ'ব লগা হৈছিল, তেওঁৰ মতে সেইখনেই আছিল অতিশয় ভয়াবহ। ইয়াৰ পিছত তেওঁ পুৰুষৰ দৰে যুদ্ধ কৰা আমাজানবিলাকক হত্যা কৰি তৃতীয় কাৰ্যটো সম্পন্ন কৰিলে। কিন্তু ৰজাই নতুন এটা কৌশল ভাবি উলিয়ালে আৰু এই দুৰূহ অভিযানৰপৰা উভতি অহাৰ সময়ত তেওঁক বিপন্ন কৰিবলৈ অতি চতুৰতাৰে এটা ফন্দী কৰিলে। তেওঁ লিচীয়াৰ বাছকবনীয়া মানুহ কিছুমান সংগ্ৰহ কৰি বেলাৰকোনক গোপনে আক্ৰমণ কৰিবলৈ সিঁহতক সাজু কৰি ৰাখিলে। সিঁহতৰ এজনো ঘৰলৈ উভতি আহিব নোৱাৰিলে। অতুলনীয় বেলাৰকোনৰ হাতত সকলোটি নিহত হ'ল। অৱশেষত ৰজাই উপলব্ধি কৰিলে যে, তেওঁ প্ৰকৃততে দেৱতাসকলৰ সন্তান। অৰ্ধৰাজ্য আৰু ৰাজকন্যা প্ৰদান কৰি ৰজাই তেওঁক লিচীয়াতে বাস কৰিবলৈ অনুৰোধ কৰিলে। লিচীয়াৰ জনসাধাৰণে আঙুৰৰ বাগান, শস্যৰ পথাৰ সহিতে তেওঁক এখন [illegible] [illegible] মাটি উপহাৰ দিলে। এই মাটিখন তেওঁৰ [illegible]

"সাহসী বেলাৰফোনৰ ঔৰসত ৰাজকন্যাৰ গৰ্ভত তিনিটি সন্তানৰ জন্ম হয়। তেওঁলোক হ'ল ইছেণ্ডাৰ, হিপ্পলকাছ আৰু লাওডামিয়া। লাওডামিয়া মন্ত্রণাদাতা জ্যুছৰ প্ৰণয়িনী আছিল। এই প্ৰণয়ৰ ফলস্বৰূপে ব্ৰঞ্জবৰ্মিত ছাৰ্পিডনে জন্ম লাভ কৰে। কিন্তু এসময়ত দেৱতাসকল বেলাৰফোনৰ প্ৰতি শত্ৰুভাবাপন্ন হয় আৰু তেওঁ মানুহৰ মাজত পৰিত্যাগ কৰি অতি কষ্টেৰে এলিয়ান উপত্যকাত অকলশৰে অনাই বনাই ফুৰিছিল। অতৃপ্ত ৰণদেৱতা আৰিছে প্ৰসিদ্ধ ছলিমিৰ লগত হোৱা যুদ্ধ এখনত তেওঁৰ পুত্ৰ ইছেণ্ডাৰক হত্যা কৰে। সুৱৰ্ণ বল্গাধাৰিণী আৰ্টিমিছে কুপিতা হৈ লাওডামিয়াক হত্যা কৰে। একমাত্ৰ হিপ্পলকাছ জীয়াই থাকিল আৰু মই তেওঁৰেই পুত্ৰ। তেৱেঁই মোক ট্ৰয়লৈ পঠিয়াই দিয়ে। তেওঁ মোক প্ৰায়ে এইদৰে উপদেশ দিছিল, 'মই পৰিচালনা কৰিম'—এয়ে তোমাৰ মূল মন্ত্ৰ হোৱা উচিত। সদায় শীৰ্ষস্থান লাভ কৰিবলৈ চেষ্টা কৰিবা। ইফায়াৰ আৰু লিছীয়া দেশত তোমাৰ পূৰ্বপুৰুষসকলেই শ্ৰেষ্ঠ লোক আছিল। তেওঁলোকৰ নামত কলঙ্কৰ কালিমা নেসানিবা।' এয়ে হৈছে মোৰ বংশ পৰিচয়। মোৰ ধমনীত এই বংশৰ তেজ প্ৰবাহিত হৈছে বুলি মই দৃঢ়ভাৱে কওঁ।"

ভৈৰৱনিনাদকাৰী ডায়মিডিছ গ্লকাছৰ ইতিবৃত্ত শুনি অতিশয় আনন্দিত হ'ল। তেওঁ বৰ্শাপাট উৰ্বৰ ধৰাৰ বুকুত পুতি থৈ লিছীয় ৰাজকুমাৰজনক পৰম আন্তৰিকতাৰে সম্বোধন কৰি ক'লে, "আপোনাৰ আৰু মোৰ বংশ পৰিয়াল নিশ্চয় পূৰ্বপ্ৰতিষ্ঠিত বন্ধনেৰে বান্ধ খাই আছে। মোৰ সদাশয় পিতামহ অইনিউছে এবাৰ তুলনাহীন বেলাৰফোনক তেওঁৰ প্ৰাসাদত বাইশ দিন ৰাখি আদৰ আপ্যায়ন কৰিছিল। তাৰ পিছত অতিথি আৰু গৃহস্থই সচৰাচৰ বিনিময় কৰাৰ দৰে তেওঁলোকেও পৰস্পৰে পৰস্পৰক উৎকৃষ্ট উপঢৌকন প্ৰদান কৰিছিল। আইনিয়াছে তেওঁক এডাল উজ্জ্বল ৰঙা ৰঙৰ পেটী দিলে। বেলাৰফোনে তেওঁক দিছিল দুফালে নাল লগোৱা সোণৰ পিয়লা এটা। মই ইয়ালৈ যাত্ৰা কৰাৰ সময়ত পিয়লাটো ঘৰতে থৈ আহিছো। পিতা টাইডিউছৰ বিষয়ে ইমানকে ক'ব পাৰো যে তেওঁক দেখা মোৰ মনতে নপৰে। কাৰণ মোৰ কেঁচুৱা অৱস্থাতে তেওঁ একীয়ান অভিযান এটাত অংশ গ্ৰহণ কৰে আৰু ফলত তেওঁৰ থিবছত মৃত্যু হয়। আপোনাৰ আগত মই যিমানখিনি ক'লো তাৰপৰাই বুজিব পাৰিব যে আৰ্গছত আপোনাৰ এজন অন্তৰঙ্গ বন্ধু আছে আৰু মই যদি কোনোবা কাহানিবা লিছীয়ালৈ যাওঁ তেন্তে আপোনাকো নিশ্চয় বন্ধুভাৱে পাম। সেইকাৰণে আমি হতাহতি যুদ্ধৰ সময়তো ইজনে সিজনক অস্ত্ৰাঘাত নকৰাকৈ থাকিব পাৰিলেই ভাল। কাৰণ ট্ৰয় আৰু [illegible]

আছে তিবিলাকক মই ভাগ্য অনুকূল হ'লে নাইবা খোজত লগ [illegible] নিজৰ বধ কৰিব পাৰিম। আৰু আ[illegible] শৰীৰত শক্তি থাকিলে, হত্যা কৰিবলৈ অপাৰ একীয়ান সেনা পাব। [illegible] আমি বৰ্ম বিনিময় কৰোঁ, যাতে আমাৰ পিতামহসকলৰ সৌহাৰ্দ্য সূত্ৰে আমি[illegible] বন্ধুত্বপূৰ্ণ সম্বন্ধত বান্ধ খাইছো বুলি সকলোৱে জানিব পাৰে।"

আৰু একো নামাতি দুয়ো ৰথৰপৰা নামিল আৰু কৰমৰ্দন কৰি দুয়ো শপত গ্ৰহণ কৰিলে। কিন্তু ক্ৰনছ নন্দন জ্যুছে গ্লকাছৰ বিচাৰ বুদ্ধি নিশ্চয় হৰণ কৰিছিল, কাৰণ তেওঁ ডায়মিডিছৰ মাত্ৰ নৱধেনু মূল্যৰ ব্ৰঞ্জৰ বৰ্মখনৰ বদলি নিজৰ শতধেনু মূল্যৰ সোণৰ বৰ্মখন তেওঁক দি দিছিল।

ইতিমধ্যে হেক্টৰ স্কীয়ন তোৰণৰ কাষত থকা ওক গছজোপাৰ ওচৰ পালেগৈ। তেওঁক ট্ৰয়ৰ জীয়ৰী-বোৱাৰীসকলে বেৰি ধৰি নিজৰ স্বামী, পুত্ৰ, ভাই, বন্ধু আদিৰ বাতৰি সুধিলে। সকলোকে দেৱতাক প্ৰাৰ্থনা কৰিবলৈ পৰামৰ্শ দি তেওঁ তেওঁলোকক বিদায় দিলে। কিন্তু ইতিমধ্যে তেওঁলোকৰ ভালেমানেই শোকৰ বাতৰি শুনিবলৈ পালে। ইয়াৰ পিছত তেওঁ প্ৰায়ামৰ ৰাজপ্ৰাসাদলৈ গ'ল। এই বিতোপন অট্টালিকাটোৰ সন্মুখত আছিল শাৰী শাৰী শ্বেতপ্ৰস্তৰৰ স্তম্ভ আৰু প্ৰধান ঘৰটোৰ পিছফালে আছিল নিমজ শিলৰ পঞ্চাশটা খোটালি। লগালগিকৈ থকা এই কোঠাবিলাকত প্ৰায়ামৰ পুত্ৰসকল সপৰিবাৰে বাস কৰিছিল। চোতালখনৰ সিমূৰে তেওঁৰ কন্যাসকলৰ কাৰণে সুকীয়া ঘৰ আছিল আৰু তাতো লগালগিকৈ নিমজ শিলৰ মজবুত চাল থকা বাৰটা শোৱনি কোঠা আছিল। তাত প্ৰায়ামৰ জোঁৱায়েকহঁতে পত্নীসকলৰ সৈতে শয়ন কৰিছিল।

ৰাজকাৰেঙত হেক্টৰে সুদৰ্শনা জননীক লগ পালে। তেতিয়া তেওঁ জীয়েকহঁতৰ ভিতৰত আটাইতকৈ ধুনীয়া লাওডিছৰ লগত আহি আছিল। তেওঁ হেক্টৰৰ হাতখন নিজৰ হাতত লৈ চিঞৰি চিঞৰি ক'লে, "ভয়ংকৰ যুদ্ধ চলি থকাৰ সময়ত তুমি কিয় আহিলা, সোনাই? তেনেহ'লে এইকথা সত্য যে সেই জঘন্য একীয়ান-বিলাকে আমাক পৰাভূত কৰি নগৰ প্ৰাচীৰ আক্ৰমণ কৰিছে আৰু সেই আপাহতে তুমি দুৰ্গ লৈ আহি—উৰ্দ্ধবাহু হৈ জ্যুছ দেৱতাক উপাসনা কৰিব খুজিছা। কিন্তু অলপ সময় বাট চোৱা, মই তোমালৈ অলপ মিঠা মদ লৈ আহোঁ। তাৰে তুমি জ্যুছ আৰু অন্য দেৱতাসকলক আহুতি দিব পাৰিবা আৰু পিছত মন গ'লে নিজেও এঢোক খাব পাৰিবা। ক্লান্ত মানুহে মদ খালে বল পায়। আমাৰ [illegible] তুমি নিশ্চয় ক্লান্ত হৈ পৰিছা।"

[illegible]

কাৰণে মদ আনিব নালাগে। এই সময়ত মদ খালে মোৰ ভৰিবোৰ অৱশ হৈ পৰিব আৰু ফলত মোৰ বল-শক্তি আৰু পুৰুষাৰ্থ নাইকীয়া হ'ব। তদুপৰি মই হাত নোধোৱাকৈ জ্যুছৰ প্ৰতি কটিকৰ ধাৰ যেন সুৰা নিবেদন কৰিবও নোৱাৰো। তেজ আৰু বোকাৰে লুতুৰি পুতুৰি হৈ মানুহে কলীয়া মেঘৰ অধিপতি, ক্ৰনছ নন্দনক পূজা সেৱা কৰিবলৈ যোৱা অনুচিত। তুমিহে কাকুতি মিনতি কৰিব লাগে। তোমালোক বয়সস্থা মহিলাসকল গোট খাই ধোঁৱা-পচাৰেৰে বীৰাঙ্গনা এথেনীৰ মন্দিৰলৈ যাত্ৰা কৰা, ঘৰত থকা উৎকৃষ্ট আৰু তুমি নিজে যিখন বহুমূলীয়া বুলি ভাবা, তেনেকুৱা বৰকাপোৰ এখন লৈ গৈ এথেনীৰ চৰণত উচৰ্গা কৰিবা। গাত কাঁটিৰ খোঁচ নোখোৱা এবছৰীয়া চেউৰী গৰু বাৰজনী বলি দিবলৈ আগ কৰিবা, যদিহে তেওঁ ট্ৰয় নগৰৰ নাৰী আৰু শিশুসকলৰ প্ৰতি কৃপাপৰৱশ হৈ বৰ্শাধাৰী, আতঙ্কৰ সৃষ্টিকাৰী বৰ্বৰ, টিডিউছ-তনয়ক পৱিত্ৰ ইলিয়াম্‌ৰপৰা আঁতৰত ৰাখে। তেনেহ'লে এতিয়া বীৰাঙ্গনা এথেনীৰ মন্দিৰলৈ যোৱা। মই পেৰিছৰ ওচৰলৈ গৈ তেওঁক যুদ্ধ ক্ষেত্ৰলৈ যাবলৈ আদেশ দিওঁগে। কিন্তু মোৰ কথা তেওঁ মানেনে নেমানে ক'ব নোৱাৰোঁ। বসুমতী দ্বিধা হৈ যেন তাক গ্ৰাস কৰক, এয়ে মোৰ আন্তৰিক ইচ্ছা। ট্ৰয়ৰ অধিবাসী, ৰজা প্ৰায়াম আৰু তেওঁৰ পুত্ৰসকলৰ মগুহত কাঁইট হৈ সোমাই থাকিবলৈকে মাথোন তেওঁক দেৱতাসকলে মানুহ কৰিলে। যদি তেওঁ যমালয়লৈ যাত্ৰা কৰে, তেতিয়াহে মই এটা অপদাৰ্থৰপৰা হাত সাৰিলো বুলি স্বস্তিৰ উশাহ ল'ব পাৰিম।"

হেক্টৰৰ জননীয়ে প্ৰাসাদৰ ভিতৰলৈ গৈ লিগিৰীবিলাকক নিৰ্দেশ দিলে। বৰ্ষীয়সী মহিলাসকলৰ সন্ধানত সিঁহত নগৰলৈ গ'ল আৰু তেওঁ কুলাম কাপোৰ থকা সুবাসিত ৰাজভঁৰালত প্ৰৱেশ কৰিলে। এইবিলাক আছিল ছিডনীয় শিপিনীসকলৰ হাতৰ কাম। অভিজাত হেলেনৰ সৈতে নিজ দেশলৈ উভতি আহোঁতে পেৰিছে এই শিপিনিসকলকো জাহাজত তুলি ছিডনৰপৰা লগত লৈ আহিছিল। কাপোৰৰ থৰপেৰাৰপৰা হিকেবীয়ে আটাইতকৈ দীঘল আৰু অতি সুন্দৰ কাৰুকাৰ্যৰে পৰিশোভিত বস্ত্ৰখন এথেনীৰ প্ৰতি উচৰ্গা কৰিবৰ বাবে উলিয়াই আনিলে।

আন্যৰ তলত সোমাই থকা কাপোৰখন এতিয়া জ্বলমলাবলৈ ধৰিলে। কাপোৰখন লৈ তেওঁ যাবলৈ ওলাল আৰু তেওঁৰ পিছে পিছে ভাদেমান বয়স্থা মহিলাই খৰখেদাকৈ খোজ দিলে।

নগৰ দুৰ্গত থকা এথেনীৰ মন্দিৰত [illegible] উপস্থিত হওঁতে [illegible] [illegible]। [illegible]

এটিনৰৰ পত্নী। ট্ৰজানসকলে তেওঁক এথেনীৰ পূজাৰ [illegible]ৰ দিছিল। তিৰোতাসকলে সন্মিলিতভাৱে ধ্বনি কৰি এথেনীৰ উদ্দেশ্যে হস্ত উত্তোলন কৰিলে। ধুনীয়া গালৰ থিয়ানোৱে মন্ত্ৰধ্বনি মহিমান্বিতা দেৱীৰ চৰণত অৰ্পণ কৰি সৰ্বশক্তিমান জ্যুছৰ দুহিতাক এইদৰে প্ৰাৰ্থনা কৰিলে, "হে পৰম প্ৰভাৱশালী দেৱী এথেনী, হে নগৰী ৰক্ষাকৰ্ত্ৰী, ডায়মিডিছৰ বৰ্শা খণ্ড খণ্ড কৰা। তেওঁক স্কীয়ান তোৰণৰ সমুখত চূৰ্ণ-বিচূৰ্ণ কৰি পেলাই দিয়া। আৰু আমি বাৰজনী কাঁচিৰ খোঁচ নোখোৱা এবছৰীয়া চেঁউৰী গাই তোমাৰ আগত বলি দিম। তুমি ট্ৰয়ৰ ৰমণী আৰু শিশু সমন্বিতে নগৰখনৰ প্ৰতি সদয় হোৱা।" এইদৰেই থিয়ানোৱে প্ৰাৰ্থনা কৰিছিল; কিন্তু এথেনীয়ে উত্তৰত মাথোঁ মূৰ জোকাৰিলে।

নাৰীসকলে সৰ্বশক্তিমান জ্যুছৰ দুহিতাক উপাসনা কৰি থাকোঁতেই হেক্টৰে পেৰিছে বাস কৰা চমৎকাৰ অট্টালিকাটোলৈ যাত্ৰা কৰিলে। ট্ৰয় দেশৰ সুনিপুণ কাৰিকৰৰ হতুৱাই পেৰিছে এই ঘৰটো নিৰ্মাণ কৰাইছিল। নগৰ দুৰ্গৰ অভ্যন্তৰত অৱস্থিত প্ৰায়াম আৰু হেক্টৰৰ প্ৰাসাদৰ কাষতেই নিৰ্মাণ কৰা পেৰিছৰ এই ভৱন, শয়নকক্ষ, সভাকক্ষ, প্ৰাঙ্গণ আদিৰে সম্পূৰ্ণ আছিল। ৰাজকুমাৰ হেক্টৰ ভিতৰলৈ সোমাই গ'ল। তেওঁ এঘাৰ এঘাঁৰ হাত দীঘল বৰ্শা লৈ গৈছিল। তেওঁৰ সমুখত ব্ৰঞ্জৰ আগটো চিকমিকাই আছিল। নালটোৰ ওপৰত সোণৰ আঙঠি এটা আছিল।

তেওঁ পেৰিছক শোৱনিকোঠাত পালেগৈ। তেতিয়া পেৰিছে তেওঁৰ ঢাল, বৰ্ম, উৰস্ত্ৰাণ আদি মনোযোগেৰে চাই আছিল আৰু বেঁকা ধেনুখন পৰীক্ষা কৰিছিল। আৰ্গিভ হেলেনে সহচৰীসকলৰ সৈতে ওচৰতে বহি তেওঁলোকৰ বেজীৰ কামলৈ চকু দিছিল। পেৰিছক দেখা মাত্ৰকে হেক্টৰে তেওঁক দোষাৰোপ কৰি ক'লে, "তুমি ইয়াত এইদৰে মুখ ওকোন্দাই সোমাই থকা অতি লাজ লগা কথা। ইফালে নগৰৰ প্ৰাচীৰৰ একেবাৰে কাষতেই আমাৰ সৈন্যবিলাকে যুদ্ধত প্ৰাণ হেৰুৱাইছে। আজি তোমাৰ দোষতেই এই নগৰখন যুদ্ধৰ কোলাহলত মুখৰিত হৈছে আৰু কোনোবা যুদ্ধৰপৰা পলাই আহিলে তুমিয়েই প্ৰথমে তেওঁৰ লগত কাজিয়া কৰিবা। যোৱা, যোৱা, নগৰখনত জুই জ্বলাৰ আগতেই ওলাই যোৱা।"

পেৰিছে ক'লে, "হেক্টৰ, মোক তিৰস্কাৰ কৰিবলৈ তোমাৰ অধিকাৰ আছে। সেই কথা মই স্বীকাৰ কৰিছোঁ। কিন্তু মোৰ কথাষাৰ তুমি মনোযোগ দিয়া। [illegible]

ট্ৰয়বাসীসকলৰ প্ৰতি মোৰ কোনো আক্ৰোশ নাই। মই মনৰ দুখতহে ইয়াত আহি বহি আছোঁ। কিন্তু এতিয়া মোৰ পত্নীয়ে মোক ৰণলৈ যাবলৈ সকীয়াই দিছেহি। তেওঁৰ কথা মোৰ মনত লাগি গৈছে। মোৰ বোধেৰে তেওঁৰ কথা মিছাও নহয়। একেজন মানুহে চিৰকাল জয়লাভ কৰি নাথাকে। সেই কাৰণে মোক অলপ সময় দিয়া; মই অস্ত্ৰ-শস্ত্ৰ লৈ যুদ্ধৰ কাৰণে প্ৰস্তুত হওঁ। নহ'লে তুমি আগবঢ়া, মই অলপ পিছতে গৈ তোমাক লগ ধৰিব পাৰিম।"

উজ্জ্বল শিৰস্ত্ৰাণধাৰী হেক্টৰে পেৰিছৰ কথাৰ কোনো উত্তৰ নিদিলে। এতিয়া চাৰুদৰ্শনা হেলেনে তেওঁক সৈমান কৰিবলৈ চেষ্টা কৰি ক'লে, "বোপা, সঁচাকৈয়ে মই এজনী নিলাজী, হিংসুক আৰু জঘন্য তিৰোতা। মই ওপজাৰ লগে লগেই যদি ধুমুহা দৈত্যই মোক উৰুৱাই নি ক'ৰবাৰ পৰ্বত বা সাগৰত পেলাই দিলেহেঁতেন! এইবিলাক ঘটনা ঘটাৰ আগতেই যদি সাগৰৰ ঢৌত মই উটি-ভাঁহি গ'লোহেঁতেন! সেইবিলাক বাৰু বিধাতাই মোৰ কপালত লেখা নাছিল, কিন্তু তাৰ পিছতো যদি মই এজন উপযুক্ত স্বামী লাভ কৰিলো হয়, যিজনৰ অন্ততঃ মানুহৰ গালি-শপনি নাইবা লেওচা-কেওচালৈ অকণমান কানসাৰ আছে! কিন্তু মই যিজন স্বামী পালো; তেওঁ হ'ল একেবাৰে অথিৰ অধিৰ। তেওঁৰ একো সলনি নহয় আৰু মোৰ কথা যদি জানিয়াই তেন্তে এদিন তেওঁ ইয়াৰ বাবে ভুগিব লাগিব। বাৰু বোৱা কথা যাওক। এতিয়া আহা বোপা, এই চকীখনতে বহা। ট্ৰয় নগৰত কোনেও তোমাৰ সমান চিন্তা ভাবনা কৰিব লগা হোৱা নাই আৰু তাৰ মূলতে হ'ল মোৰ এই ঁহাহিয়াতৰ অৱস্থা আৰু পেৰিছৰ অধৰ্ম। আমি দুয়ো বৰ দুৰ্ভাগলীয়া। আমাৰ কপালত আৰু যাতনা আছে। বিবিলাক মানুহ এতিয়াও ওপজা নাই তেওঁলোকৰ গীত-মাতভো আমাৰ কলঙ্কৰ কথা থাকিব।"

উজ্জ্বল শিৰস্ত্ৰাণধাৰী মহান হেক্টৰে উত্তৰ দিলে, "হেলেন, তুমি বৰ চেনেহী। কিন্তু মোক বহিবলৈ নক'বা। মই মান্তি হ'ব নোৱাৰোঁ, কাৰণ মোৰ যথেষ্ট পলম হৈছে। ট্ৰজানবিলাকক সহায় কৰিবৰ কাৰণে উভতি যাবলৈ মই অস্থিৰ হৈ পৰিছোঁ। মই নথকাত তেওঁলোক চিন্তিত হৈছে। তুমি এটা কাম কৰিব পাৰা। এওঁক অতি সোনকালে উলিয়াই পঠিওৱা। সবাতকৈ কৰিলে তেওঁৰ নিজৰ কাৰণেই মঙ্গল। তেতিয়াহ'লে মই নগৰৰপৰা বাহিৰ হোৱাৰ আগতেই তেওঁ মোক লগ ধৰিব পাৰিব। মইয়ো এতিয়া অলপ পৰ ঘৰত সোমাই মোৰ পত্নী, অৰুণমালি পোনাকৈ আৰু শিশুটো [illegible] [illegible] মই হয়তো [illegible] উভতি আহিব নোৱাৰিম [illegible]

কোনে জানে হয়তো আজিয়েই একীয়ানবিলাকৰ হাতত [illegible] পাৰে !”

ইয়াকে কৈ উজ্জ্বল শিৰস্ত্ৰাণধাৰী হেক্টৰে বিদায় ল'লে আৰু পিছে তেওঁৰ সুনির্মিত ভৱনত উপস্থিত হ'ল। কিন্তু সেই সময়ত তেওঁৰ পত্নী শ্বেতভুজা এণ্ড্ৰমেকী ঘৰত নাছিল। তেওঁ লগত শিশু সন্তানটি আৰু পৰিচাৰিকাসকলক লৈ দুর্গৰ ওচৰলৈ গৈ দুখত চকুপানী টুকি আছিল। সতী সাধ্বী ভাৰ্যাক বিচাৰি নাপাই হেক্টৰে দুৱাৰ মুখলৈ ওলাই আহি লিগিৰীবিলাকক সুধিলে, “লিগিৰীহঁত, কি ঘটিছে মোৰ আগত ক। আইচুদেউতাৰ এণ্ড্ৰমেকী ঘৰত নাইকিয়া হ'ল কিয়? তেওঁ ননদ নাইবা জা-জোৱালিবিলাকৰ ঘৰলৈ গৈছেনেকি? নহ'লে য'ত ট্ৰয়ৰ মহিলাসকলে দেৱী পূজা কৰিছে সেই এথেনীৰ মন্দিৰলৈ গ'লনেকি ?”

ব্যস্ত লিগিৰী এজনীয়ে উত্তৰ দিলে, “হেক্টৰ, আপুনি সুধিছে যেতিয়া কওঁ শুনক। তেওঁ ননদ বা জা-জোৱালিৰ ঘৰলৈ যোৱা নাই। তিৰোতাসকলে পূজা কৰা এথেনীৰ মন্দিৰতো তেওঁ নাই। তেওঁ ইলিয়ামৰ প্ৰকাণ্ড দুর্গটোলৈ উঠি গৈছে। তেওঁৰ কাণত পৰিছে, আমাৰ সৈন্যবিলাক হেনো ভাগৰি পৰিছে আৰু একীয়ানবিলাক ৰণত জিকিছে। সেই কাৰণে তেওঁ বৰ ব্যাকুল হৈ খৰধৰকৈ গড়ৰ ওচৰলৈ গৈছে। ধাই জনীয়েও কেঁচুৱাটি লৈ তেওঁৰ পিছে পিছে গৈছে।”

এই কথা শুনা মাত্ৰকে হেক্টৰে বিজুলী সঞ্চাৰে ঘৰৰপৰা ওলাই সুনির্মিত ৰাজপথেদি যাবলৈ ধৰিলে। বিশাল নগৰখন পাৰ হৈ গৈ তেওঁ ছীয়াস তোৰণত উপস্থিত হ'ল। তেওঁ সেই দুৱাৰেদি ৰণ ক্ষেত্ৰলৈ যাবলৈ উপক্ৰম কৰিছিল। এনেতে লগত অপাৰ যৌতুক লৈ অহা ধনৱতী এণ্ড্ৰমেকী লৰি লৰি তেওঁৰ ওচৰলৈ আহিল। এণ্ড্ৰমেকী আছিল মহান হৃদয় ইটিয়নৰ দুহিতা, ইটিয়ন চিলিছীয়াৰ ৰজা আছিল আৰু তেওঁ বনাবৃত প্লেকাছ পাহাৰৰ নামনিত থকা থিবীত বাস কৰিছিল। ৰত্ন বিভূষিত স্বামীক লগ পাবলৈ তেওঁ আহি আছিল আৰু শিশু পুত্ৰটিক কোলত লৈ এজনী লিগিৰী তেওঁৰ পিছে পিছে আহিছিল। তৰাৰ দৰে ধুনীয়া এই শিশুটি হেক্টৰৰ নয়নৰ মণি আছিল। হেক্টৰে পুতেকৰ নাম দিছিল স্কেমিণ্ড্ৰিয়াছ। কিন্তু পিতাক ইলিয়ামৰ একমাত্ৰ ৰক্ষাকর্তা আছিল যাবেই আন মানুহে শিশুটিৰ নাম দিছিল ‘এষ্টিয়ানেক্‌ছ’।

হেক্টৰে পুতেকৰ ফালে চাই [illegible] হাঁহিলে যদিও মুখেৰে একো [illegible]

নিজৰ হাতত ল'লে আৰু ক'লে, "হেক্টৰ, তোমাক কিহবাই লম্ভিছে। তোমাৰ এই সাহসেই তোমাৰ মৃত্যুৰ কাৰণ হ'ব। তুমি তোমাৰ শিশু-পুত্ৰৰ বা পত্নীৰ কথা একেবাৰেই চিন্তা নকৰা। তোমাৰ পত্নীকো তুমি শীঘ্ৰে পতিহীনা কৰিবা। একীয়ানবিলাকে সম্মিলিতভাৱে যুদ্ধ কৰি এদিন তোমাক বধ কৰিব। তোমাৰ অবিহনে মোৰ মৰণেই শ্ৰেয়। তুমি প্ৰাণ বিসৰ্জন দিলে মোৰ কপালত একমাত্ৰ শোকৰ বাহিৰে আন একো সুখ-শান্তি নেথাকিব। এতিয়া মোৰ আই-বোপাই নাই। মহান একিলিছে ওখ ওখ তোৰণেৰে শোভিত সুৰম্য চিলিছীয় ঠিবী নগৰ আক্ৰমণ কৰোতে মোৰ পিতাই প্ৰাণ হেৰুৱালে। একিলিছে ইটিয়নক বধ কৰিলে সঁচা, কিন্তু তেওঁ তেওঁৰ মৃতদেহ লুণ্ঠন নকৰিলে। সেইখিনি মহত্ব তেওঁৰ আছিল। তেওঁ তেওঁৰ মৃতদেহ সশস্ত্ৰে চিতাজুইত বিসৰ্জন দি সমাধিত এটা মৈদাম বান্ধি দিলে, ছত্ৰধাৰী জ্যুছৰ জীয়ৰী, পৰ্বতৰ অপেস্বৰীসকলে তাৰ চাৰিওফালে দেৱদাৰু গছ ৰুই দিলে। ঘৰত সাতজন ভাই-ককাই আছিল। একেদিনাই তেওঁলোকো যমালয়লৈ গ'ল। ক্ষিপ্ৰচৰণ মহান একিলিছে খাবৰ কাৰণে ৰখা গৰু ম'হ আৰু ভেড়া ছাগলীবিলাকৰ মাজতে তেওঁলোক আটাইকেউটিকে হত্যা কৰিলে। বনাবৃত প্লেকাছ পাহাৰৰ নামনিৰ ঠিবী ৰাজ্যৰ ৰাণী, মোৰ আইক লুণ্ঠিত সামগ্ৰীৰ লগতে হৰণ কৰি লৈ গ'ল, কিন্তু পিছত ৰাজকীয় ধন বস্তুৰ বিনিময়ত তেওঁক মুক্তি দিলে। অৱশেষত পিতাকৰ ঘৰত থাকোতে তেওঁৰ ধনুৰ্দ্ধৰিণী আৰ্টিমিছৰ হাতত মৃত্যু হ'ল।

"হেক্টৰ সেই কাৰণেই তুমিয়ে মোৰ আই-বোপাই, ভাই-ককাই সকলো। তদুপৰি তুমি মোৰ প্ৰিয়তম স্বামী। মোক অকণমান পুতৌ কৰি এই দুৰ্গটোতে সোমাই থাকা। তোমাৰ সন্তানটিক মাউৰা নকৰিবা আৰু মোকো বিধৱা নকৰিবা। এই ডিমৰু গছজোপাৰ তলতে ট্ৰয়ৰ সৈন্যসকলক সন্নিবিষ্ট কৰা। এই ঠাইতেই গড়টো পাৰ হ'বলৈ বৰ সুবিধা আৰু নগৰখন আক্ৰমণ কৰিলে ইয়াতেই কৰিব। আয়াছ, দ্বয়, সুবিখ্যাত আইডমিনিউছ, আট্ৰিউছৰ পুত্ৰযুগল আৰু ভয়ঙ্কৰ ডায়মিডিছ প্ৰমুখ্যে শ্ৰেষ্ঠ বীৰসকলে তিনিবাৰ এই ঠাইতে আক্ৰমণ কৰি নগৰ অধিকাৰ কৰিবলৈ চেষ্টা কৰিছে। দৈৱবাণী সম্বন্ধে অভিজ্ঞতা থকা কোনো লোকে বোধহয় তেওঁলোকক এই ঠাইৰ কাহিনী শুনাইছে। নহ'লে তেওঁলোকৰ নিজৰো কিবা যুক্তি থাকিব পাৰে।"

দীপ্তিমান শিৰস্ত্ৰানৰ অধিকাৰী হেক্টৰে ক'লে, "প্ৰিয়ে, সেই বিষয়ে মই চিন্তা নকৰা নহয়। কিন্তু মই যদি যুদ্ধৰপৰা নিবৃত্ত হৈ ইয়াত লুকাই থাকোঁ, তেন্তে মই ট্ৰয়নাৰী আৰু ট্ৰয়ৰ দীৰ্ঘবাসনা মহিলাসকলৰ আগত কেনেকৈ মুখ

উলিয়াম ? তদুপৰি ই মোৰ ইচ্ছা বিৰুদ্ধ হ'ব। কাৰণ সুযোগ সৈনিক হিচাপে একেবাৰে আগত থাকি পিতা আৰু মোৰ কাৰণে যশস্যা অৰ্জন কৰিবৰ কাৰণেই মই সদায় শিক্ষা লাভ কৰি আছিলে। অন্তৰৰ অন্তৰতম স্থলত মই সদায় অনুভৱ কৰিছো যে এদিন পবিত্ৰ ইলিয়ামৰ পতন হ'ব, এচ গছৰ বৰ্শা হাতত লোৱা প্ৰায়াম আৰু প্ৰায়ামৰ প্ৰজাসকলৰ বিনাশ হ'ব। ট্ৰয়বাসীসকল, হিকেবী, ৰজা প্ৰায়াম আৰু মোৰ সাহসী ভাইসকলৰ অবৰ্ণনীয় দুৰ্গতি হ'ব, শত্ৰুৰ হাতত নিহত হৈ তেওঁলোক ধূলিত বাগৰি থাকিব। কিন্তু তথাপি মই তোমাৰ কাৰণে চিন্তা কৰি যিমান ব্যথিত হৈছো, আনৰ কাৰণে সিমান হোৱা নাই। কোনোবা একীয়ান যোদ্ধাই চকুপানী টুকি থকা অৱস্থাতে তোমাক ধৰি নি দাসী কৰিব। মই দেখা পাইছো যেন তুমি আৰ্গচত থাকি বাৰবাৰ হৈ কাৰোবাৰ তাত বৈছা আৰু অচিনাকি কুৱাৰপৰা পানী তুলিছা। নিজৰ ইচ্ছা অনিচ্ছাৰ কথা পাহৰি গৈ তুমি নাৰ অসহায়ভাবে কঠোৰ পৰিশ্ৰম কৰিছা তোমাৰ চকুপানী দেখা পালে কিন্তু ক'ব, 'সেইগৰাকী হেক্টৰৰ পত্নী। ইলিয়াম অৱৰোধৰ সময়ত অশ্বদমনকাৰী ট্ৰজানবিলাকৰ ভিতৰত সাহসী আছিল'। সিহঁতৰ এইবিলাক কথা বাৰ্তা তোমাৰ কাণত পৰিলে, তুমি সেই মানুহজনৰ অভাৱত পুনৰ অন্তৰত দুখ পাবা, যিজনে ৰণত তোমাক কাৰো অধীনত সেৱা কৰিবলৈ ৰাখিব পাৰিলেহেঁতেন। সিহঁতে তোমাক টানি লৈ যাওঁতে তোমাৰ চিঞৰ বাখৰ শুনিব লগা হোৱাৰ আগতেই যেন মোৰ মৃতদেহ ভূগৰ্ভত সমাধিস্থ কৰা হয়।"

কান্তিমন্ত হেক্টৰৰ কথা শেষ হ'ল। এতিয়া তেওঁ হাত মেলি শিশু সন্তানটিক কোলাত ল'ব খুজিলে। কিন্তু শিশুটিয়ে পিতাকৰ চেহেৰাটো দেখি লগত কাচ খাই ধাইজনীৰ বুকুত সোমাল। ব্ৰঞ্জৰ শিৰস্ত্ৰাণ আৰু ঘোঁৰাৰ নোমৰ পাখীবিলাক চকুৰ আগতে জোকাৰ খাই থকা দেখা পাই ল'ৰাটি ভয় খাই গৈছিল। তেওঁৰ মাক-দেউতাকে হাঁহি সামৰিব নোৱাৰিলে। সদাশয় হেক্টৰে খৰধৰকৈ চকুত চমক লগোৱা শিৰস্ত্ৰাণটো খুলি মাটিত নমাই থ'লে। তাৰ পিছত তেওঁ শিশু পুত্ৰটিক চুমা খাই তাক কোলাত তুলি নচুৱাই নচুৱাই জ্যুচ প্ৰমুখ্যে দেৱতাসকলক প্ৰাৰ্থনা কৰিলে, "জ্যুচ আৰু দেৱতাসকল, তোমালোকৰ প্ৰসাদত এই শিশুটি মোৰ দৰেই যেন ট্ৰয়ৰ গৌৰৱ স্বৰূপ হয়। মোৰ দৰেই শৌৰ্য-বীৰ্যৰ অধিকাৰী হৈ সি যেন ট্ৰয়ৰ প্ৰতাপী ৰজা হ'ব পাৰে যদ্ধৰপৰা উভতি অহা মানুহে যেন এই বুলি ক'বলৈ সুবিধা পায়, 'এওঁ পিতাকতকৈয়ো চৰা'। নিহত শত্ৰুৰ শোণিতসিক্ত ঢালবৰ্মাদি অধিকাৰ কৰি সি যেন মাকৰ মনত সন্তোষ দিব পাৰে।"

হেক্টৰে কেঁচুৱাটি মাকৰ হাতত দিলে। মাকেও তাক আঁতৰৰ গোন্ধে আমোলমোলাই থকা বুকুত সুমুৱাই ল'লে। চকু চলচলীয়া হৈ থকা সত্ত্বেও তেওঁৰ মুখত হাঁহি বিৰিঙিছিল। এই দৃশ্যটি দেখা পাই তেওঁৰ স্বামী অভিভূত হ'ল। তেওঁ তেওঁৰ গাত হাত বুলাই ক'লে, "প্ৰিয়ে, তোমাক মিনতি কৰিছো, শোক কৰি নেথাকিবা। আয়ুসত চাউল থাকে মানে মোক কোনেও যমালয়লৈ পঠিয়াব নোৱাৰে। মহাপুৰুষেই বা কাপুৰুষেই হওক মাতৃগৰ্ভজাত কোনো লোকৰেই নিয়তিৰ অমোঘ বিধানৰপৰা নিষ্কৃতি নাই। এতিয়া তুমি ঘৰলৈ গৈ তাঁতৰ পাটত বহাগৈ। লিগিৰীহঁতকো কামত লগাই দিবা। যুদ্ধৰ দায়িত্ব পুৰুষৰ আৰু এইখন যুদ্ধত ইলিয়ামৰ প্ৰত্যেকজন পুৰুষেই যোগ নিদিলে নচলিব। মোৰ দায়িত্ব সকলোতকৈ বেছি।"

এইবুলি কৈ যশস্বী হেক্টৰে ঘোঁৰাৰ নোমৰ পাখীৰে সৈতে শিৰস্ত্ৰাণটো তুলি ল'লে আৰু তেওঁৰ পত্নীয়ে চকুপানী টুকি পিছলৈ চাই চাই ঘৰলৈ যাত্ৰা কৰিলে। তেওঁ সোনকালে ঘৰ পালেগৈ আৰু তেতিয়া নৰহন্তা হেক্টৰৰ কাৰেঙত থকা লিগিৰীবিলাকেও তেওঁৰ অৱস্থা দেখা পাই ইনাই-বিনাই কান্দিবলৈ ধৰিলে। হেক্টৰ জীয়াই থাকোতেই তেওঁলোকে তেওঁৰ নিজৰ ঘৰখনতে কান্দি-কাটি হুৱাদুৱা লগালে, কাৰণ উন্মত্ত একীয়ানবিলাকৰ নিদাৰুণ কবলৰপৰা পৰিত্ৰাণ পাই ৰণ ক্ষেত্ৰৰপৰা তেওঁ উভতি আহিব নোৱাৰিব বুলি তেওঁলোকৰ ধাৰণা হৈছিল।

পেৰিছেও নিজৰ উচ্চ প্ৰাসাদত বেছি সময় ব্যয় নকৰি ব্ৰঞ্জৰ কাৰুকাৰ্য কৰা চিক্‌মিকীয়া বৰ্মখন পিন্ধিয়েই লৰালৰিকৈ ওলাই আহিল। দানাৰ চৰিয়াটোৰ ওচৰতে বান্ধি থোৱা তেজী ঘোঁৰা এটাই পঘা ছিঙি মনৰ আনন্দত নদীৰ গা-ধোৱা ঘাটটোলৈ পথাৰৰ মাজেদি চেকুৰ মেলাৰ দৰেই তৰো কোবেৰে নগৰৰ মাজে মাজে যাবলৈ ধৰিলে। ঘোঁৰাটোৱে মূৰ জোকাৰে আৰু তাৰ কেশৰবিলাক পিঠিৰ ফালে উৰি যায়; নিজৰ চকুত লগা চেহেৰাটোৰ বিষয়ে সি যথেষ্ট সচেতন; খোজত ধূলি উৰাই সি মাইকী ঘোঁৰাবিলাক চৰি থকা ঠাইলৈ ভুপভুপাই যায়। সেইদৰে প্ৰায়াম পুত্ৰ পেৰিছেও উজ্জ্বল বৰ্ম পৰিধান কৰি, দ্যুতিমান দিবাকৰৰ দৰে পাৰ্গেমাছ দুৰ্গৰপৰা ক্ষিপ্ৰপদে আৰু সহাস্যে অৱতৰণ কৰিছিল।

পত্নীৰ লগত সাক্ষাৎ হোৱা ঠাইখনৰপৰা সদাশয় হেক্টৰ যাবলৈ ওলাওঁতেই পেৰিছে তেওঁক লগ পালে। হেক্টৰে ক'বলৈ নৌ পাওঁতেই পেৰিছে ক্ষমা প্ৰাৰ্থনাৰ সুৰত ক'লে, "মৰমৰ ভাইটি, মোৰ বৰ পলম হৈ গ'ল। তোমাৰ

ৰৈ ৰৈ আমনি লাগিব পায। তুমি সঁকীযাই দিযাতো মই সোনকালে ওলাই আহিব নোৱাৰিলো তোমাৰ বাধকৰো তাক আগতে যাবলৈ ইচ্ছা আছিল।”

উজ্জ্বল শিৰস্ত্ৰাণধাৰী হক্টৰে ক'লে, “পেৰিছ, যুদ্ধ ক্ষেত্ৰত তুমি যি কৃতিত্বৰ পৰিচয দিছা, সেই কথা কানেও উলাই কৰিব নোৱাৰে। তোমাৰ অসীম সাহস আছে কিন্তু তুমি মাজে সমযে কৰ্তব্য অৱহেলা কৰি যুদ্ধৰপৰা নিৰস্ত হোৱা। ট্ৰয়বাসীসকলৰ এই বিপদৰ মূলতে তুমিয়েই। তেওঁলোকে তোমাক গালি-শপনি পাৰিলে মই মৰ্মান্তিক দুখ পাওঁ। কিন্তু আমি যাত্ৰা কৰাই ভাল। যদিহে জুছৰ প্ৰাসাদত কোনোব এদিন একীয়ানবিলাকক আমাৰ দেশৰপৰা বহিষ্কাৰ কৰি আমাৰ উদ্ধাৰৰ নিমিত্তে কৃতজ্ঞ হৈ মহাসমাৰোহেৰে মৃত্যুহীন দেৱতাসকলৰ প্ৰতি সুৰাৰ আহুতি নিবেদন কৰিবলৈ সমৰ্থ হওঁ, তেন্তে তুমিযা তোমাক কৰা কটু কথাৰ ধাৰ নিশ্চয সুজিম।”

## সাত

# আয়াছ আৰু হেক্টৰৰ যুদ্ধ

যুৱৰাজ হেক্টৰে কথাৰ পাতনি নেমেলি ককায়েক পেৰিছৰ সৈতে শীঘ্রে নগৰদ্বাৰৰপৰা বহির্গত হ'ল। উভয়েই ৰণৰ বাবে ব্যাকুল হৈ পৰিছিল। সবল কাঠৰ মিহি বঠাৰে সমুদ্রৰ অথৈ জলত জাহাজ চলাই হাত-ভৰিৰ বিষত অৱশ হৈ পৰা নাৱিকবিলাকে এজাক বতাহ বলিলে যিমান আনন্দ পায়, সেইদৰে তেওঁলোকৰ পুনৰাগমনতো আশাৰে বাট চাই থকা ট্রয়ৰ সৈন্যসকল উল্লাসিত হৈছিল।

অতি সোনকালেই দুয়ো দুজন শত্রুৰ প্রাণ ল'লে। পেৰিছে আর্নিনিবাসী মেনিষ্টিয়াছক হত্যা কৰিলে। তেওঁ আছিল গদাধৰ, নৃপতি এৰিঠাছ আৰু বৃষভ-নয়না ফিলমেডুছাৰ সন্তান। হেক্টৰে তীক্ষ্ণ বর্শাৰে আয়েনিউছক ব্রঞ্জৰ শিৰস্ত্রাণৰ ঠিক তলতে ডিঙিত আঘাত কৰিলে। তেওঁৰ থিতাতে মৃত্যু হ'ল। ইতিমধ্যে হিপ্পলকাছ নন্দন লিছীয় সেনাপতি গ্লকাছে সৈন্যবিলাকৰ মাজেদিয়েই মাৰি পঠিওৱা শেল এপাট ডেক্সিয়াছৰ পুত্র ইফিনাছৰ কান্ধত বিদ্ধ হ'ল। সেই মুহূর্ততে তেওঁ বেগী ঘোঁৰাই চলোৱা ৰথ এখনত উঠিছিলহে মাথোন। তেওঁ ৰথৰপৰা মাটিত বাগৰি পৰিল।

এই ভয়ঙ্কৰ আক্রমণত তেওঁলোকে আৰ্জিভবিলাকক সংহাৰ কৰা দেখা পাই প্রদীপ্ত নয়না এথেনী অলিম্পাছৰ উচ্চ শিখৰৰপৰা পৱিত্র ইলিয়ামলৈ নামি আহিল। কিন্তু ট্রজানবিলাকৰ বিজয় কামনা কৰা এপলোৱে তেওঁক পার্গেমাছৰপৰা দেখা পাই বাটতে আগভেটি ধৰিবলৈ সচেষ্ট হ'ল। ওক গছজোপাৰ ওচৰতে দুয়োৰো দেখাদেখি হ'ল আৰু জ্যুছ পুত্র ৰজা এপলোৱে মাত লগালে, "প্রবল প্রতাপী জ্যুছৰ দুহিতা, তুমি ইমান লৰালৰিকৈ অলিম্পাছৰপৰা কিয় নামি আহিছা? তোমাৰ মহৎ উদ্দেশ্য কি? যিহেতু ট্রজানবিলাক বিনষ্ট হ'লে তুমি অলপো বিচলিত নোহোৱা, সেইবাবে মোৰ বিশ্বাস তুমি নিশ্চয় নিজৰ শক্তি প্রয়োগ কৰি ডানানবিলাকৰ জয়লাভ সুনিশ্চিত কৰিবলৈ অগ্রসৰ হৈছা। কিন্তু মোৰ কথালৈ কাণ দিয়া, মোৰো এটা ভাল পৰিকল্পনা আছে। আমি সম্প্রতি ৰণখন বন্ধ কৰি দিওঁ। ইলিয়াম অধিকাৰ কৰিবৰ বাবে সিহঁতে আন এদিনো যুদ্ধ কৰিব পাৰে। এই নগৰখন মাটিৰ সৈতে সমান নোহোৱা পর্যন্ত তোমাৰো শান্তি নাই, দেৱী।"

প্রদীপ্ত নয়না এথেনীয়ে ক'লে, "তেন্তে সেয়ে হওক। ধেনু শৰৰ

অধিপতি, ৰণস্থললৈ অহাৰ সময়ত মোৰ মনতো একেটা কথাই খেলাইছিল। কিন্তু মানুহবিলাকৰ যুদ্ধখন কেনেকৈ বন্ধ কৰিব খুজিছা ?”

জ্যুছপুত্ৰ ৰজা এপলোৱে উত্তৰ দিলে, “আমি অশ্বদমন হেক্টৰৰ অন্তৰত ৰণস্পৃহা জগাই তুলিব পাৰিলে, তেওঁ কোনো এজন ডানান বীৰক মাৰাত্মক সমৰৰ বাবে আহ্বান কৰিব। ব্ৰঞ্জ বিভূষিত একীয়ানসকলেও নিজৰ শক্তি সামৰ্থৰ পৰিচয় দি হেক্টৰৰ লগত যুদ্ধ কৰিবলৈ এজন বীৰক পঠিয়াই দিব।” এয়ে আছিল এপলোৰ পৰিকল্পনা। প্ৰদীপ্তনয়না এথেনীয়ে আপত্তি নকৰিলে।

এই দেৱতা দুজনৰ পৰিকল্পনাৰ কথা প্ৰায়াম পুত্ৰ হেলেনাছে জানিব পাৰিলে। তেওঁ পোনে পোনে ককায়েক হেক্টৰৰ ওচৰলৈ গৈ ক'লে, “কুমাৰ হেক্টৰ, তোমাৰ জ্ঞান বুদ্ধি নথকা নহয়। তথাপি তুমি ভায়েৰাৰ পৰামৰ্শ মানি ল'বানে ? মোৰ মতে এতিয়া ট্ৰজান আৰু একীয়ানসকলে অস্ত্ৰ সম্বৰণ কৰক আৰু তুমি এজন আৰ্গিভ সেনাপতি দ্বন্দ্ব যুদ্ধৰ কাৰণে আহ্বান কৰা। তোমাৰ প্ৰাণৰ সংশয় অলপো নাই। তোমাৰ সময় এতিয়াও হোৱা নাই। মই মৃত্যুহীন-দেৱতাসকলৰ পৰাই এই কথা জানিব পাৰিছো।”

হেক্টৰ উল্লাসিত হ'ল। তেওঁ উভয়পক্ষৰ মধ্যৱৰ্তী অঞ্চলত উপস্থিত হ'ল আৰু বৰ্শাপাট পথালিকৈ মাজত খামোচ মাৰি ধৰি ট্ৰয়ৰ সৈন্যবিলাকক পিছলৈ ঠেলি নিলে। তেওঁলোকে উপবেশন কৰিলে। আগামেম্ননৰ আদেশত একীয়ানসকলেও তাকে কৰিলে। এথেনী আৰু ৰূপালী ধেনুৰ অধিপতি এপলোৱেও শগুণৰ ৰূপ লৈ ছত্ৰধাৰী জ্যুছৰ প্ৰতি উচৰ্গা কৰা পবিত্ৰ ওক গছ-জোপাত পৰিল। ট্ৰয় আৰু একীয়ান সৈন্যসকল ৰণপথাৰত বহি থকা তেওঁলোকৰ দৃষ্টিগোচৰ হ'ল। তেওঁলোকে শৃঙ্খলাবদ্ধভাৱে শাৰী পাতি বহিছিল। পছোৱা বতাহ বলিলে আন্ধাৰে থোপ মাৰি ধৰা সাগৰৰ উপৰিভাগত উঠা ঢৌবিলাকৰ দৰেই তেওঁলোকৰ ঢাল, শিৰস্ত্ৰাণ আৰু বৰ্শাবিলাক থিয় হৈ আছিল।

সৈন্য বাহিনী দুটাৰ মাজত থিয় হৈ হেক্টৰে ক'লে, “ট্ৰয় আৰু একীয়াৰ সৈন্যসকল, মই এটা প্ৰস্তাৱ আগবঢ়াব খুজিছো, আপোনালোকে মনোযোগেৰে শুনক। স্বৰ্গাধিপতি জ্যুছৰ ইচ্ছাত আমাৰ যুদ্ধ বিৰতি ক্ষণস্থায়ী হ'ল। এটা কথা স্পষ্ট হৈ পৰিছে যে যি কোনো এটা পক্ষৰ পতন নহয় মানে আমি যুদ্ধ কৰি যোৱাটোৱেই তেওঁৰ অভিপ্ৰেত। হয় আপোনাসকলে ট্ৰয় নগৰ ধ্বংস কৰিব, নহয় বহু দূৰ ভ্ৰমণ কৰা জাহাজবিলাকৰ কাষতে আমাৰ হাতত আপোনালোকৰ বিনাশ হ'ব। আপোনালোকৰ সৈন্য বাহিনীত একীয়াৰ

শ্ৰেষ্ঠ লোকসকল আছে। তেওঁলোকৰ যি কোনো এজন মোৰ লগত যুদ্ধ কৰিবলৈ প্ৰস্তুত আছেনে? যদি আছে, তেন্তে তেওঁ আপোনালোকৰ প্ৰতিনিধি হিচাপে কুমাৰ হেক্টৰৰ লগত যদ্ধ কৰিবলৈ বন্ধু-বান্ধৱৰ মাজৰপৰা ওলাই আহক। জ্যুছক সাক্ষী ৰাখি মই এই চৰ্তকেইটা নিৰ্দ্ধাৰণ কৰিছো। যদি আপোনালোকৰ প্ৰতিনিধিৰ দীঘল বৰ্শাৰ আঘাতত মোৰ মৃত্যু হয়, তেন্তে মোৰ অস্ত্ৰ-শস্ত্ৰবিলাক খুলি আপোনালোকৰ শূন্যগৰ্ভ জাহাজবিলাকলৈ লৈ যাব পাৰে। কিন্তু মোৰ মৃতদেহটো অনুচৰবিলাকক ঘৰলৈ লৈ যাবলৈ দিব লাগিব, যাতে ট্ৰয়ৰ পুৰুষ-মহিলা সকলোৱে যথাযথভাৱে শটো দাহ কৰিব পাৰে। যদিহে এপলোৰ অনুগ্ৰহত মই জয়লাভ কৰি আপোনালোকৰ প্ৰতিনিধিজনক বধ কৰিবলৈ সমৰ্থ হওঁ, তেন্তে তেওঁৰ অস্ত্ৰ-শস্ত্ৰ খুলি পৱিত্ৰ ইলিয়ামলৈ লৈ আহিম আৰু ধনুৰ্দ্ধৰ এপলোৰ মন্দিৰৰ বেৰত আঁৰি থম। কিন্তু তেওঁৰ মৃতদেহ আপোনালোকৰ সুনিৰ্মিত জাহাজলৈ পঠিয়াই দিম যাতে দীৰ্ঘকেশী একীয়ানবিলাকে তেওঁক উপযুক্তভাৱে সংকাৰ কৰি বিস্তীৰ্ণ হেলিস্পণ্টৰ উপকূলত অৱস্থিত তেওঁৰ সমাধিৰ ওপৰত এটি মৈদাম সজাই দিব পাৰে। তেতিয়াহ'লে ভৱিষ্যতে কলীয়া পানীত জাহাজ চলাই যাওঁতে ক'ব পাৰিব, 'এইটো বোধহয় যশস্বী হেক্টৰৰ লগত দ্বন্দ্বযুদ্ধ কৰি নিহত হোৱা কোনোবা যোদ্ধাৰ স্মৃতিসৌধ।' এইদৰেই মোৰ সুখ্যাতি অমৰ হৈ থাকিব।"

শত্ৰুপক্ষই সম্পূৰ্ণ নীৰৱতাৰে হেক্টৰৰ ভাষণ শুনিলে। তেওঁৰ আহ্বান প্ৰত্যাখ্যান কৰিবলৈ তেওঁলোক লজ্জিত হৈছিল যদিও কোনেও আগবাঢ়ি আহিবলৈ সাহস নকৰিলে। অৱশেষত অপাৰ অন্তৰ্দ্বন্দ্বৰ পিছত মেনিলাছে গাত্ৰোত্থান কৰিলে আৰু সকলোকে কঠোৰ তিৰস্কাৰ কৰি মাত লগালে, "একীয়াৰ তিৰোতাবিলাক, তোমালোক পুৰুষ নামৰ উপযুক্ত নহয়, তোমালোকৰ হ'ল কি? ভাবুকি দিয়াত দেখোন তোমালোক বৰ পটু আছিলা? হেক্টৰৰ সমুখীন হ'বলৈ কোনো এজন ডানানে সাহস কৰা নাই? কলঙ্কৰ কথা, শোচনীয় অধঃপতনৰ কথা। বাৰু, তোমালোক দলে-বলে তাতে জাহ যোৱা। তোমালোকৰ প্ৰতিজনেই নিৰ্লজ্জ কাপুৰুষ। মই অস্ত্ৰ লৈ তেওঁৰ লগত নিজে যুদ্ধ কৰিম। এইটো নিশ্চয় দেৱতাসকলৰ নিৰ্দেশ।"

ইমানতে বক্তৃতাৰ সামৰণি মাৰি তেওঁ চমৎকাৰ বৰ্মখন পৰিধান কৰিলে। "মেনিলাছ, হেক্টৰৰ হাতত সেই দিনাই তুমি প্ৰাণ হেৰুৱালাহেঁতেন, কাৰণ তেওঁ তোমাতকৈ অনেক গুণে শ্ৰেষ্ঠ। কিন্তু একীয়াৰ ৰজাসকলে লগে লগে তোমাক বাধা দিলে আৰু আট্ৰিউছ নন্দন সম্ৰাট আগামেম্‌ননে তোমাৰ সোঁহাতত ধৰি

নিৰস্ত কৰি ক'লে, "মেনিলাছ, তুমি উন্মাদ হৈছানেকি? নিজৰ নিৰ্বোধৰ দৰে আগবাঢ়ি আহিবলৈ তোমাক কোনেও কোৱা নাই। অতিশয় অপমানজনক হ'লেও তুমি উভতি যোৱা। উচ্চাকাংক্ষাৰ কবলত পৰি তুমি বলে নোৱাৰা মানুহ এজনৰ লগত ফেৰ পাতি নল'বা। প্ৰায়াম পুত্ৰ কুমাৰ হেক্টৰৰ সন্মুখত কম্পমান হোৱা লোক একমাত্ৰ তুমিয়ে নহয়। আনকি একিলিছেও খ্যাতি লাভ কৰিব পৰা ৰণক্ষেত্ৰত তেওঁৰ লগত মিলিত হ'বলৈ শঙ্কা কৰে অথচ একিলিছ তোমাতকৈ বেছি শক্তিশালী। এতিয়া উভতি গৈ তোমাৰ সৈন্য-বিলাকৰ মাজত সোমাই থাকাগৈ। একীয়ানবিলাকৰ হৈ হেক্টৰৰ লগত যুদ্ধ কৰা মানুহ নোলোৱাকৈ নেথাকে। ভয় সংশয় বিসৰ্জন দি তেওঁ নিজৰ বিপদ নিজে মাতি আনিবলৈ ব্যাকুল হ'লেও মোৰ মতে এই নিজে সৃষ্টি কৰা কঠোৰ পৰীক্ষাটোৰ পৰা অক্ষত দেহেৰে উভতি যাব পাৰিলে হেক্টৰো নিশ্চয় আনন্দিত হ'ব।"

ককায়েকৰ এই সুবিবেচিত ভৎসনাত মেনিলাছে নিৰস্ত হ'ল। সন্তিৰ উশাহ লৈ অনুচৰবিলাকে তেওঁৰ গাৰপৰা বৰ্মখন সোলোকালে। তেতিয়া নেষ্টৰে থিয় হৈ আৰ্গিভসকলক সম্বোধন কৰি মাত লগালে, "একীয়াক বাগিত কৰিবলৈ এয়েই যথেষ্ট। সুযোগ্য বক্তা আৰু মাৰ্মিডনবিলাকৰ সেনাপতি প্ৰবীণ ৰথী পেলিউছে এই বাতৰি পাই কিমান বেজাৰ পাব! এবাৰ মই তেওঁৰ আলহী আছিলো। তেতিয়া তেওঁ মোৰ পৰা পতিজন আৰ্গিভৰ বংশ গৌৰৱৰ কথা জানিব পাৰি কিমান যে আনন্দ পাইছিল এতিয়া সেই আৰ্গিভসকলেই হেক্টৰৰ ভয়ত কোঁচমোচ খোৱাৰ খবৰ পালে তেওঁ ওপৰলৈ হাত তুলি দেৱতাসকলক মিনতি কৰি ক'ব, 'মোৰ দেহৰপৰা প্ৰাণবায়ু বাহিৰ কৰি প্ৰেতপুৰীলৈ লৈ যোৱা।' হায় পিতা জ্যুছ, এথেনী আৰু এপলো! আয়াৰ্ডেনাছ নদীৰ পাৰত অৱস্থিত ফীয়া নগৰৰ প্ৰাচীৰৰ তলত আৰু খৰস্ৰোতা ছিলাডন নদীৰ বুকুত আৰ্কেডিয় বৰ্শাচালক আৰু পীলিয়ান যোদ্ধাসকলৰ ভিতৰত তুমুল সংগ্ৰাম হোৱাৰ সময়ত মই যেনে চঞ্চল ডেকা আছিলো, আজিও যদি মই তেনেকুৱা হৈয়ে থাকিলোহেঁতেন! তেওঁলোকৰ শ্ৰেষ্ঠ বীৰ ইউৰিঠেলিয়নে আমাক ৰণৰ কাৰণে আহ্বান কৰিছিল। তেওঁ আছিল দেৱতুল্য লোক, তেওঁৰ শৰীৰত শোভা কৰিছিল ৰজা আৰিঠাছৰ বৰ্ম। মহান আৰিঠাছক তেওঁৰ স্বদেশ-বাসীসকলে আৰু তেওঁলোকৰ কটি সূত্ৰ পৰিহিত পত্নীসকলে 'গদাধৰ' নামেৰে অভিহিত কৰিছিল, কাৰণ তেওঁ কোনো দিনে ধেনু-কাঁড় বা বৰ্শাৰে যুদ্ধ কৰা নাছিল। তেওঁ এডাল লোহাৰ গদা লৈ শত্ৰুসৈন্যক খানবান কৰিছিল।

লিকাৰগাছে তেওঁক কৌশলেৰে হত্যা কৰে, পৰাক্ৰমেৰে নহয়। অতি সঙ্কীৰ্ণ পাহাৰুৱা পথ এটাত তেওঁ আৰিঠাছক আগচি ধৰে। সেই অৱস্থাত তেওঁ লোহাৰ গদাডাল ব্যৱহাৰ কৰিব নোৱাৰিলে। তেওঁ গদাডাল দাঙি ল'বলৈ নৌপাওঁতেই লিকাৰগাছে তেওঁক আক্ৰমণ কৰিলে আৰু এপাট বৰ্শা তেওঁৰ শৰীৰৰ সোমাজতে বহুৱাই দিলে। তেওঁ ওপৰলৈ মুখ কৰি বাগৰি পৰিল। তেওঁৰ বৰ্মখন লিকাৰগাছে খুলি ল'লে। এই বৰ্মখন তেওঁ লাভ কৰিছিল আৰিছৰপৰা। পিছত ৰণলৈ যাওঁতে লিকাৰগাছে সদায় এই বৰ্মখন পৰিধান কৰিছিল। অৱশেষত লিকাৰগাছ বুঢ়া হ'ল। তেওঁৰ সহচৰ ইউৰিঠেলিয়নক বৰ্মখন দান কৰিলে। সেয়েহে এই বৰ্মখন পিন্ধিয়েই ইউৰিঠেলিয়নে আমাৰ পক্ষৰ বীৰসকলক ৰণৰ বাবে আহ্বান কৰিব পাৰিছিল। এই আহ্বান গ্ৰহণ কৰিবলৈ কোনেও সাহস নকৰিলে। সকলোটিয়েই ভয়ত কোঁচ খাইছিল। কিন্তু মোৰ অন্তৰত দুঃসাহস জাগি উঠিল। মই বয়সত সকলোতকৈ সৰু আছিলো যদিও তেওঁৰ আহ্বানৰ প্ৰত্যুত্তৰত আগবাঢ়ি যাবলৈ মোৰ অলপো শঙ্কা নহ'ল। আমি দুয়ো যদ্ধ কৰিলো, এথেনীৰ অনুগ্ৰহত মই জয়লাভ কৰিবলৈ সমৰ্থ হ'লো। মোৰ হাতত নিহত হোৱা লোকসকলৰ ভিতৰত তেৱেঁই আছিল সকলোতকৈ ওখ আৰু বলী। বিৰাট শৰীৰটোৰে বাগৰি পৰোতে তেওঁ দেখাত দৈত্য এটাৰ নিচিনা হৈছিল। হায় আজিও মোৰ গাত আগৰ ডেকা তেজ থকা হ'লে! উজ্জ্বল শিৰস্ত্ৰাণ পৰিহিত হেক্টৰৰ লগত ময়েই ৰণ কৰিলো হয়। আৰু এতিয়া একীয়াৰ শ্ৰেষ্ঠ অধিবাসীসকল মোৰ আগতে থকা সত্বেও তেওঁলোকৰ হেক্টৰৰ সন্মুখীন হ'বলৈ শক্তি নাই।"

বৃদ্ধৰ বিকৰ্থনাত নজন মানুহ থিয় হ'ল। নৰাধিপ আগামেমননেই পোন প্ৰথমে জাপমাৰি উঠিল। তেওঁক অনুকৰণ কৰা কেইজন হ'ল, একাদিক্ৰমে টিডিউছ পুত্ৰ ডায়মিডিছ, বীৰবাহু আয়ছদ্বয়, আইডমিনিউছ, আৰু তেওঁৰ সহচৰ নৰহন্তা ৰণদেৱতাৰ সমকক্ষ লেৰিয়নিছ আৰু ইউইমনৰ সম্ভ্ৰান্ত সন্তান ইউৰি-পাইলাশ্ব। এণ্ড্ৰিমিয়নৰ পুত্ৰ ঠোবাছো থিয় হ'ল আৰু সুযোগ্য ওডিচ্যুছেও তেওঁক অনুসৰণ কৰিলে। এই বীৰসকলে হেক্টৰৰ লগত যুদ্ধ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰাত জিৰেণীয় অশ্বাৰোহী নেষ্টৰে পুনৰ গাত্ৰোত্থান কৰি ক'লে, "এই সন্মান তোমালোকৰ কাৰ ভাগ্যত আছে সেইটো এতিয়াই নিৰ্ণয় কৰি লোৱা, কাৰণ যিজন লোক নিৰ্বাচিত হ'ব তেওঁৰ দ্বাৰাই যে অকল একীয়ান সৈন্য বাহিনীয়েই উপকৃত হ'ব এনে নহয়, যদি তেওঁ এই অগ্নি পৰীক্ষাৰপৰা নিৰাপদে ঘূৰি আহিবলৈ সমৰ্থ হয়; তেন্তে তেওঁৰ অন্তৰৰ অভিলাষ পূৰ্ণ হ'ব।

তেওঁলোকৰ প্ৰতিজনেই নিজৰ-নিজৰ প্ৰতীক আট্ৰিউছ নন্দন আগামেম্‌ননৰ শিৰস্ত্ৰাণৰ ভিতৰত ৰাখিলে। সৈন্যসকলে দেৱতাসকলৰ উদ্দেশ্যে হস্ত উত্তোলন কৰি অনন্ত আকাশৰ ফালে চাই প্ৰাৰ্থনা কৰিলে, "জনক জ্যুছ, আয়াছ, ডায়মিডিছ নাইবা স্বয়ং স্বৰ্ণপুৰী মিছিনীৰ অধিপতিজনেই নিৰ্বাচিত হওক।"

তেওঁলোকে প্ৰাৰ্থনা কৰি থাকোতেই জিৰেনীয় ৰথ নেষ্টৰে শিৰস্ত্ৰাণটো জোকাৰি দিলে আৰু আয়াছৰ প্ৰতীক বাহিৰত ওলাই পৰিল। তেওঁলোকেও তাকে আশা কৰিছিল। এজন ঘোষকে প্ৰতীকটি প্ৰতিজন একীয়ান সেনাপতিক বাওঁফালৰ পৰা দেখুৱাই গ'ল আৰু কোনো এজনেই অপৰিচিত বস্তুটো গ্ৰহণ কৰিব নোৱাৰিলে। অৱশেষত ঘোষকজন যশস্বী আয়াছৰ ওচৰত উপস্থিত হ'ল। তেৱেঁই তাক চিহ্নিত কৰি শিৰস্ত্ৰাণটোৰ ভিতৰত ৰাখিছিল। আয়াছে হাত মেলি দিয়াত ঘোষকজনে প্ৰতীকটি তেওঁৰ হাতত সমৰ্পণ কৰিলে। আয়াছেও তাক চিনিব পাৰি অতিশয় আনন্দ পালে। তেওঁ প্ৰতীকটি ভৰিৰ ওচৰত মাটিতে থৈ মাত লগালে, "বন্ধু সকল, এই প্ৰতীকটি মোৰ মই উল্লাসিত হৈছো, কাৰণ হেক্টৰক পৰাভূত কৰিব পাৰিম বুলিয়েই মোৰ ধাৰণা। মই অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হোৱা সময়ছোৱাত তোমালোকে অন্ততঃ ক্ৰনছ নন্দন দেৱৰাজ জ্যুছক প্ৰাৰ্থনা কৰা। কিন্তু ট্ৰজানবিলাকে যাতে শুনিবলৈ নাপায় তাৰ বাবে নীৰৱে প্ৰাৰ্থনা কৰিবা। নহ'লে চিঞৰি চিঞৰিয়েই কৰা—আমি কাকো ভয় নকৰো। পাশৱিক শক্তিৰেই হওক বা ৰণ নিপুণতাৰেই হওক, কোনেও নিজৰ ইচ্ছা মতে মোক হটাব নোৱাৰিব।"

সেই মতেই সকলোটিয়ে ক্ৰনছ নন্দন দেৱৰাজ জ্যুছক প্ৰাৰ্থনা কৰিলে। অনন্ত-আকাশৰ ফালে চাই তেওঁলোকে সমস্বৰে ক'লে, "জনক জ্যুছ, হে ইডা পৰ্বতৰ অধিপতি, হে মহান, হে সমুজ্জ্বল, আয়াছে যেন বিজয় গৌৰৱ লাভ কৰিব পাৰে। কিন্তু যদিহে তুমি হেক্টৰকো ভাল পোৱা আৰু তেওঁৰ কল্যাণ কামনা কৰা, তেন্তে এই যুদ্ধ যেন অমীমাংসিতভাৱে শেষ হয়।"

তেওঁলোকে প্ৰাৰ্থনা কৰি থাকোতেই আয়াছে ব্ৰঞ্জৰ চিকমিকীয়া অস্ত্ৰৰে নিজকে সজ্জিত কৰিলে। অস্ত্ৰ সজ্জা সমাপ্ত হ'লত, আত্মঘাতী বিদ্বেষৰ বশবৰ্তী হৈ পৰস্পৰক আক্ৰমণ কৰিবলৈ ক্ৰনছ নন্দনৰ দ্বাৰা প্ৰৰোচিত হোৱা সৈন্যদলৰ লগত যোগদান কৰা আৰিছৰ দৰেই তেওঁ অগ্ৰসৰ হৈছিল। এইদৰেই একীয়াৰ ধৰণী স্বৰূপ আয়াছে যুদ্ধলৈ যাত্ৰা কৰোঁতে তেওঁৰ কঠোৰ মুখমণ্ডলত মিচিকিয়া হাঁহি বিৰিঙি উঠিছিল। দীৰ্ঘছায়াবিশিষ্ট বৰ্শা আন্দোলিত কৰি তেওঁ

সুদীৰ্ঘ পদক্ষেপেৰে অগ্ৰসৰ হৈছিল। তেওঁক দেখা পাই আৰ্গিভসকল অতিশয় আনন্দিত হৈছিল আৰু ট্ৰজানবিলাকৰ ভয়ত ভৰি কঁপিছিল। আনকি হেক্টৰৰো হৃৎপিণ্ড স্পন্দিত হৈছিল। কিন্তু এতিয়া আৰু পৃষ্ঠ প্ৰদৰ্শন কৰি সৈন্যবিলাকৰ মাজলৈ পলাই যোৱাৰ সময় নাছিল, বিশেষকৈ তেওঁ নিজেই আছিল আহ্বায়ক। এনেতে এটা স্তম্ভৰ দৰে ব্ৰঞ্জ আৰু সাততৰপীয়া ছামৰাৰে তৈয়াৰ কৰা ঢালখন হাতত লৈ আয়াছ ওচৰ চাপি আহিল। হাইল নিবাসী নিপুণ কাৰিকৰ টিচিয়াছে সাতোটা বলদ গৰুৰ ছালেৰে এই চিকমিকীয়া ঢালখন নিৰ্মাণ কৰি একেবাৰে ওপৰত এতৰপ ব্ৰঞ্জ লগাই দিছিল। বুকুৰ আগত ঢালখন ধৰি লৈ টেলামনিয়ান আয়াছে একেবাৰে হেক্টৰৰ কাষ চাপি অৱজ্ঞাৰে তেওঁৰ সমুখত থিয় হৈ ক'লে, "হেক্টৰ, দ্বন্দ্বযুদ্ধত এতিয়া তুমি জানিব পাৰিবা যে ডানানসকলৰ মাজতো বীৰ পুৰুষ আছে। অথচ এতিয়া সিংহৰ দৰে সাহসী নৰনাশকৰ্কৈ একিলিছক তেওঁলোকে লেখত ধৰিবই নোৱাৰা হৈছে। এতিয়া তেওঁ আমাৰ অধিনায়ক আগামেম্‌ননৰ লগত হোৱা বিবাদৰ কথাকে অন্তৰত পোষণ কৰি চৰাইঠুঁটীয়া, সমুদ্ৰগামী জাহাজত হাত সাবটি বহি আছে। তথাপি তোমাৰ সম্মুখীন হ'ব পৰা মানুহ আমাৰ মাজত অলেখ আছে। সেই কাৰণে এতিয়া প্ৰথমে তুমি বৰ্শা নিক্ষেপ কৰি যুদ্ধ আৰম্ভ কৰা।"

সমুজ্জ্বল শিৰস্ত্ৰাণধাৰী হেক্টৰে তেওঁৰ কথাৰ উত্তৰত ক'লে, "ৰজা টেলামনৰ পুত্ৰ কুমাৰ আয়াছ, যুদ্ধৰ বিষয়ে অনভিজ্ঞ দুৰ্বল শিশু তথা অবলা নাৰীৰ দৰে মোকো ভয় খুৱাবলৈ চেষ্টা নকৰিবা। ৰণ আৰু নৰহত্যা মোৰ অপৰিচিত নহয়। গৰু ছালৰ কঠিন ঢালখন ময়ো নিপুণভাৱে সোঁৱে বাঁৱে চালনা কৰিব পাৰো আৰু মোৰ মনেৰে ইয়েই অভিজ্ঞ যোদ্ধাৰ লক্ষণ। ৰথবিলাক চলি থাকোতে আক্ৰমণ কৰাৰ পদ্ধতিও মোৰ অজ্ঞাত নহয়, সঙ্কুল যুদ্ধত ৰণদেৱতাৰ তাণ্ডৱ নৃত্যৰ প্ৰতিটো পদক্ষেপেই মোৰ পৰিচিত। কিন্তু এহনাহ্যঃ। তুমি কেনেকুৱা লোক মই জানো আৰু গুপ্ত শত্ৰুৰ দৰে মই তোমাক অলক্ষিতে আঘাত কৰিব খোজা নাই। সেই কাৰণে মোৰ এই নিক্ষেপ সতৰ্কভাৱে লক্ষ্য কৰা, এই নিক্ষেপ যেন ব্যৰ্থ নহয়।"

এই বুলি কৈ তেওঁ দীৰ্ঘছায়াবিশিষ্ট শক্তিশেল এপাট জুখি-মাখি তেওঁলৈ মাৰি পঠিয়ালে। শেলপাট আয়াছৰ ভয়ানক, সাততৰপীয়া ঢালখনত ধাতব আৱৰণটোত লাগিল। ব্ৰঞ্জৰ আগটোৱে একো বাধা নামানি ছটা তৰপ ভেদ কৰি গ'ল। কিন্তু সপ্তম তৰপটো বিদৰিব নোৱাৰিলে। তাৰ পিছত ৰাজপুত্ৰ আয়াছে তেওঁৰ দীৰ্ঘছায়াবিশিষ্ট বৰ্শা নিক্ষেপ কৰিলে। গধুৰ অস্ত্ৰপাট প্ৰায়াম

পুত্ৰৰ ঘূৰণীয়া ঢালখনত লাগিল। চিকমিকীয়া ঢালখন ভেদ কৰি বৰ্শাপাটে বৰ্মাবিদীৰ্ণ কৰিলে আৰু সৰ্বশেষত পৰিচ্ছেদটোৰ মাজেৰে হেক্টৰৰ গাৰ কাষেদি সৰকি গ'ল। পিছে লগে লগে তেওঁ ফালৰি কাটি যোৱাত মৃত্যুৰপৰা ৰক্ষা পৰিল। এতিয়া দুয়োজনে দীঘল শেল দুপাট টানি মাৰি উলিয়াই মাংস-ভোজী সিংহ অথবা বন্য-বৰাহৰ দৰে পৰস্পৰৰ ওপৰত জপিয়াই পৰিল। হেক্টৰে আয়াছৰ ঢালখনৰ সোমাজেৰে বৰ্শাৰে আঘাত কৰিলে। কিন্তু আগটো সৰকি যাব নোৱাৰিলে, মজবুত ঢালখনত লাগি উফৰি গ'ল তাৰ পিছত আয়াছে জাপ মাৰি হেক্টৰৰ ঢালখনলৈ বৰ্শা মাৰি পঠিয়ালে। এইবাৰ বৰ্শা-পাটে ঢালখন ভেদ কৰি হেক্টৰৰ ডিঙিত বিন্ধিলে। আৰু ফলত হোলোকা হোলোকে ক'লা তেজ ওলাল। কিন্তু ইমানতো উজ্জ্বল শিৰস্ত্ৰাণধাৰী হেক্টৰ ৰণৰপৰা নিৰস্ত নহ'ল। তেওঁ অলপ পিছ হুহঁকি গৈ বিশাল হাতখনেৰে এটা প্ৰকাণ্ড খহটা শিল তুলি ললে আৰু আয়াছৰ ভয়াবহ সাততৰপীয়া ঢালখনলৈ দলি মাৰি দিলে। শিলটো ঢালখনৰ মাজৰ কাৰুকাৰ্য কৰা উখঙা অংশটোত লগাত ধাতব আৱৰণখন জনজনাই উঠিল। কিন্তু আয়াছে তাতকৈয়ো ডাঙৰ শিল এটা বুটলি লৈ হেক্টৰৰ গালৈ ইমান ভীষণ জোৰেৰে মাৰি পঠিয়ালে যে প্ৰকাণ্ড শিলটোৰ খুন্দাত ঢালখন মোকোটা খাই গ'ল আৰু তেওঁ লাং খাই পৰিল। ঢালখনত জোঁট-পোট খাই হেক্টৰে ওপৰলৈ মুখ কৰি পৰি থাকিল। কিন্তু এপলোৱে তৎক্ষণাত তেওঁক তুলি দিলে; এতিয়া তেওঁলোকে তৰোৱালেৰে যুদ্ধ কৰিবলৈ উদ্যত হৈছিল। কিন্তু এনেতে জ্যুছ আৰু মানৱ সমাজৰ দূত, দুজন ঘোষক আগবাঢ়ি আহিল। তেওঁলোক আছিল একীয়ান পক্ষৰ টেল্‌ঠিবিয়াছ আৰু ট্ৰজান-পক্ষৰ ইডিউছ। তেওঁলোকে দুয়োৰে মাজলৈ আহি গানৰ কলি এটা গাবলৈ আৰম্ভ কৰিলে। ঘোষক হিচাপে প্ৰচুৰ অভিজ্ঞতা থকা ইডিউছেই মুখপত্ৰ হিচাপে মাত লগালে, "বাছাহঁত, এতিয়া আৰু তোমালোকে যুঁজ কৰি থাকিব নালাগে। তোমালোক উভয়েই মেঘ নিয়ন্ত্ৰক জ্যুছৰ প্ৰিয়পাত্ৰ। তোমালোক দুয়ো সুদক্ষ বৰ্শাচালক বুলিও সকলোৱে জানে। এতিয়া এন্ধাৰও হৈছে, গতিকে ইমানতে যুদ্ধখন সামৰাই ভাল হ'ব।"

টেলামনিয়ান আয়াছে উত্তৰ দিলে, "ইডিউছ, এই যুদ্ধখন হেক্টৰেহে প্ৰথমে লগাই লৈছে। এতিয়া তেওঁকেই বন্ধ কৰিবলৈ কোৱা। তেওঁ যদি প্ৰস্তাৱটো উত্থাপন কৰে, তেন্তে মই তেওঁৰ আৰ্হিকেই অনুসৰণ কৰিম।"

উজ্জ্বল শিৰস্ত্ৰাণধাৰী হেক্টৰে ক'লে, "আয়াছ, তুমি বিৰটাকায়, শক্তিশালী

আৰু সমৰ্থৱান ; তোমাৰ পক্ষৰ তুমিয়েই শ্ৰেষ্ঠ বৰ্শাচালক। এই কথা স্বীকাৰ কৰি লৈ মই প্ৰস্তাৱ কৰো, আজিৰ কাৰণে আমি অস্ত্ৰ সম্বৰণ কৰাই বিধেয়। দৈৱ শক্তিয়ে আমাৰ ভিতৰৰ যেই কোনো এজনৰ জয় পৰাজয় নিৰ্দ্ধাৰণ নকৰালৈকে আমি প্ৰতিদিনেই যুদ্ধ কৰিবলৈ সুযোগ পাম। তদুপৰি এতিয়া আন্ধাৰ হৈ আহিছে। এই সঙ্কেত আমি গ্ৰহণ কৰাই ভাল হ'ব। তুমি জাহাজলৈ উভতি গ'লে একীয়ানসকল বৰ আনন্দিত হ'ব বিশেষকৈ তোমাৰ বন্ধু আৰু অনুচৰবৰ্গ। সেইদৰে প্ৰায়ামৰ নগৰত দেৱতাসকলৰ প্ৰতি মোৰ হৈ ধন্যবাদ জ্ঞাপন কৰিবৰ বাবে সমবেত হোৱা ট্ৰয়ৰ পুৰুষ আৰু দীৰ্ঘবাসনা ৰমণীসকলেও মোক আন্তৰিকতাৰে অভ্যৰ্থনা কৰিব। কিন্তু প্ৰথমতে আমি সন্মানসূচক উপহাৰ বিনিময় কৰোহঁক যাতে ট্ৰজান আৰু একীয়ানসকলে এক মুখে কোৱাকুই কৰিব পাৰে যে আমি দুয়ো দুৰ্ঘোৰ ৰণত লিপ্ত হৈছিলো যদিও অৱশেষত প্ৰীতিপূৰ্ণ ভাবেৰে বিদায় ল'লো।"

এইবুলি কৈ তেওঁ আয়াছক ৰূপখটোৱা তৰোৱালখন দিলে; তৰোৱালখনৰ লগতে খাপ আৰু টঙালিটোও দিছিল। আয়াছে হেক্টৰক চিকমিকাই থকা পেটিডাল দিলে। এই দৰেই দুয়ো এৰাএৰি হ'ল। আয়াছ একীয়ান সৈন্যবিলাকৰ মাজলৈ গ'ল আৰু হেক্টৰ ট্ৰয় সৈন্য বাহিনীৰ মাজত পুনৰ উপস্থিত হ'ল। তেওঁ দুৰ্দ্ধৰ্ষ আয়াছৰ ভয়ঙ্কৰ কবলৰপৰা অক্ষত দেহেৰে উভতি আহিব পৰাত সৈন্যসকল উল্লাসিত হ'ল। তেওঁলোকে তেওঁক মৰণৰ মুখৰপৰা সাৰি অহা মানুহৰ দৰেই নগৰলৈ সদলবলে লৈ গ'ল। ইফালে একীয়ান যোদ্ধাসকলেও আয়াছৰ জয়লাভত উচ্ছ্বাসিত হৈ তেওঁক আগামেম্ননৰ ওচৰ পোৱালেগৈ।

ৰাজ শিবিৰত তেওঁলোক উপস্থিত হ'লত নৰাধিপ আগামেম্ননে তেওঁলোক সকলোটিৰ হৈ সৰ্বশক্তিমান ক্ৰনছ নন্দনৰ প্ৰতি এটি পাঁচ বছৰীয়া ষাঁড় গৰু নিবেদন কৰিলে। তেওঁলোকে পশুটোৰ ছালখন বখলিয়াই মঙহবিলাক নিপুণভাৱে কুটি-বাছি ঠিক-ঠাক কৰিলে। মঙহৰ চকলবিলাক খৰিকাত দি সেকিলে আৰু সিজিলত জুইৰপৰা আঁতৰাই থলে। আহাৰ প্ৰস্তুত হ'লত সকলোৱে সমানে ভাগ কৰি লৈ পৰম আগ্ৰহেৰে খাবলৈ বহিল। অৱশ্যে আট্ৰিউছৰ সদাশয় সন্তান, সম্ৰাট আগামেম্ননে আয়াছক বুকুৰ দীঘলীয়া মঙহ এটুকুৰাৰে মান ধৰিলে। তেওঁলোকৰ ভোক পিয়াহ পলালত বৃদ্ধ নেষ্টৰে আলোচনা মুকলি কৰি মাত লগালে, "মহাজাৰ আট্ৰাইডিছ আৰু একীয়াৰ দীৰ্ঘকেশী অধিবাসীসকলৰ শাসকমণ্ডলী, আমাৰ যথেষ্ট ক্ষতি হৈছে, আমাৰ পক্ষৰ নিহত যোদ্ধা-

সকলৰ তেজেৰে স্কেমেণ্ডাৰৰ তটভূমি প্লাবিত হৈছে? তেওঁলোকৰ আত্মাই ৰসাতললৈ গমন কৰিছে। সেইবাবে মই এই পৰামৰ্শ আগবঢ়াইছো; আপোনা-সকলে অৰুণোদয়ৰ মুহূৰ্ত্ততে যুদ্ধ বিৰতি ঘোষণা কৰক! আমি তেওঁলোকৰ মৃতদেহসমূহ বলদ বা খচ্চৰে টনা গাড়ীত কঢ়িয়াই আনি জাহাজবিলাকৰ ওচৰতে সৎকাৰ কৰিম, মৃতকসকলৰ বন্ধু-বান্ধৱে যাতে তেওঁলোকৰ অস্থি ঘৰলৈ লৈ গৈ সন্তান সন্ততিৰ হাতত অৰ্পণ কৰিব পাৰে, তাৰ ব্যৱস্থাও লোৱা হ'ব। এই সমতল অঞ্চলত যোগাৰ কৰিব পৰা বস্তুৰেই আমি তেওঁলোকৰ সমাধিত এটা মৈদাম বান্ধি দিম আৰু এই মৈদামটোৰে আলম লৈ আমি জাহাজবিলাকৰ সৈতে আমাৰ আত্মৰক্ষাৰ কাৰণে এটা ওখ গড় বান্ধি উলিয়াব লাগিব। গড়টোৰ মাজে মাজে ৰথ অহা যোৱা কৰিব পৰাকৈ বাট ৰাখি সেই বাটবিলাক সুদৃঢ় কপাটেৰে সুৰক্ষিত কৰিব লাগিব। কোনোবা এদিন হয়তো আমি ট্ৰজানবিলাকৰ হাতত পৰাভূত হৈ পশ্চাদপসৰণ কৰিব পাৰো। তেতিয়া যাতে তেওঁলোকৰ ৰথী আৰু পদাতিৰ গতিৰোধ কৰিব পাৰে তাৰ বাবে গড়টোৰ চাৰিওফালে এটা গড়খাৱৈ খন্দাব লাগে।" এনে আছিল নেষ্টৰৰ আঁচনি, ৰাজন্যবৰ্গই এই আঁচনি সমৰ্থন কৰিলে।

ইতিমধ্যে ইলিয়ামৰ নগৰ দুৰ্গত অৱস্থিত প্ৰায়ামৰ ৰাজপ্ৰাসাদৰ সম্মুখত ট্ৰয়ৰ অধিবাসীসকলেও সভা এখন পাতিছিল। কিন্তু অপ্ৰিয় প্ৰতিবাদৰ কাৰণে সভাখনৰ উদ্দেশ্য ব্যৰ্থ হ'ল। সকলোবিলাক অনৰ্থৰ মূলত আছিল এণ্টিনৰ। তেওঁ আৰম্ভ কৰিলে 'ট্ৰজান, ডাৰ্ডানিয়ান আৰু মিত্ৰ পক্ষৰ লোকসকল, এটা প্ৰস্তাৱ উত্থাপন কৰিবলৈ মই বাধ্য হৈছো। অনুগ্ৰহ কৰি আপোনাসকলে মন দি শুনক। আমি এতিয়াই এই সিদ্ধান্ত কৰি আৰ্গিভ হেলেনক সকলো সা-সম্পত্তিৰ সৈতে আট্ৰিউছৰ পুত্ৰ দুজনৰ হাতত প্ৰত্যৰ্পণ কৰা উচিত। যুদ্ধ কৰি আমি বিশ্বাসঘাতকীৰ কামহে কৰিছো। ইয়াৰপৰা আমাৰ মঙ্গল নহয়। মই যি কৈছো তাকে কৰাৰ বাহিৰে আমাৰ আন উপায় নাই"।

ইয়াকে কৈ এণ্টিনৰ বহিল আৰু মানিনী হেলেনৰ স্বামী পেৰিছে ততালিকে থিয় হৈ বক্তাজনক ক'লে "এণ্টিনৰ, তোমাৰ বক্তৃতাত মই ক্ষুণ্ণ হৈছো। ইয়াতকৈ ভাল আন উপায় এটাকে চিন্তা কৰি চাব পাৰিলাহেঁতেন। কিন্তু যদিহে তুমি যি কৈছা, একেবাৰে অন্তৰৰপৰা কৈছা আৰু মনেচিত্তে এই প্ৰস্তাৱ আগবঢ়াইছা, তেন্তে মই কওঁ, দেৱতাসকলে তোমাৰ মগজটো ঘোলা কৰিলে। মই নিজে যি অনুভৱ কৰিছো তাৰ ভাগ ট্ৰয়বাসীসকলক দিব লাগিব। মই একেবাৰে স্পষ্টভাৱে ঘোষণা কৰিছো যে মই কেতিয়াও পত্নীক পৰিত্যাগ

নকৰো। অৱশ্যে মই আৰ্গছৰপৰা যিবিলাক বয়-বস্তু লৈ আহিছিলো সেইবিলাক ঘূৰাই দিবলৈ সন্মত আছো। লাগিলে মোৰ নিজৰো কিছু সা-সম্পত্তিও দি দিম।”

পেৰিছৰ কথা শেষ হ’ল। তেওঁ আসন গ্ৰহণ কৰিলে। এতিয়া দেৱতাৰ দৰে বিচক্ষণ, ডাৰ্ডানীয় প্ৰায়ামে সকলোৰে হিতকাঙ্ক্ষী স্বৰূপে·মধ্যস্থতা কৰি মাত লগালে, “ট্ৰজান, ডাৰ্ডানীয়ান আৰু মিত্ৰ পক্ষৰ লোকসকল, মোৰ উপদেশ শুনক। এতিয়া আপোনালোক সকলোটিয়ে গধূলিৰ সাজ খাই লওক। অৱশ্যে পালি পহৰাৰ ব্যৱস্থা কৰিব আৰু প্ৰতিজন লোকেই সজাগ হৈ থাকিব। দোকমোকালিতে ইডিউছে শূন্যগৰ্ভ জাহাজবিলাকলৈ গৈ এই বিবাদৰ মূল পেৰিছৰ প্ৰস্তাৱটো মহাৰাজ আগামেম্নন আৰু মেনিলাছৰ আগত উত্থাপন কৰিব। তদুপৰি ইডিউছে আৰু এটা কাম কৰিব লাগিব। আমি মৃতকসকলক সৎকাৰ নকৰালৈকে আট্ৰিউছৰ পুত্ৰদ্বয়ে যুদ্ধ স্থগিত ৰাখিব লাগিবলৈ সন্মত হয়নে নহয় সেই কথাও তেওঁলোকৰপৰা জানি ল’ব লাগিব। তাৰ পিছতো আমি দেৱতাসকলৰ ইচ্ছানুসাৰে যি কোনো পক্ষৰ জয় পৰাজয় নহয় মানে যুদ্ধ কৰি থাকিব পাৰিম।”

ৰজাৰ প্ৰস্তাৱত সকলোটি সন্মত হ’ল। আৰু সেই মতেই তেওঁলোকে নিজ নিজ কৰ্তব্য পালন কৰিবলৈ অগ্ৰসৰ হ’ল। সৈন্যবিলাকে নিজৰ নিজৰ বাসস্থানলৈ গৈ খাই বৈ আজৰি হ’ল। উপজি পুৱাতে ইডিউছে শূন্যগৰ্ভ জাহাজবিলাক থকা ঠাইলৈ যাত্ৰা কৰিলে। সেই সময়ত অদম্য আগামেম্ননৰ জাহাজখনত ডানানসকলে আলাপ আলোচনা কৰি আছিল। তেওঁ সভাৰ মাজলৈ গৈ ঘোষকসুলভ সুস্পষ্ট কণ্ঠস্বৰেৰে তেওঁলোকৰ আগত বাতৰিটো নিবেদন কৰি ক’লে, “মহাৰাজ আগামেম্নন, আৰু একীয়াৰ সামন্তবৰ্গ, আমাৰ এই বিবাদখনৰ সূত্ৰপাত কৰা পেৰিছৰ প্ৰস্তাৱ এটা আপোনাসকলৰ আগত দাঙি ধৰিবলৈ মোক প্ৰায়াম আৰু ট্ৰয়ৰ অন্যান্য ৰাজপুৰুষসকলে ইয়ালৈ পঠিয়াইছে। ট্ৰয়লৈ জাহাজ ভৰাই লৈ অহা সকলো সম্পত্তি তেওঁ ওভোতাই দিবলৈ সন্মত হৈছে (ঈশ্বৰে তেওঁক তেতিয়াই মাৰি নিয়াই ভাল আছিল) আৰু লগতে তেওঁৰ নিজৰ সম্পত্তিৰ এটা অংশ এৰি দিবলৈয়ো ইচ্ছুক। কিন্তু তেওঁ কয় তেওঁ হেনো মহাৰাজ মেনিলাছৰ পত্নীক পৰিত্যাগ কৰিবলৈ অপাৰগ। অথচ তেওঁক ট্ৰয়বাসীবিলাকে তাকে কৰিবলৈ দঢ়াই দঢ়াই কৈ আছে। ইয়াৰ বাহিৰেও আমি মৃতসকলক সৎকাৰ কৰো মানে আপোনালোকে যুদ্ধ স্থগিত ৰাখিব নেকি সেই

কথাও আপোনাসকলক সুধিবলৈ মোক নির্দেশ দিছে। তাৰ পিছত আমি দেৱতাসকলে আমাৰ জয় পৰাজয় নির্ণয় নকৰা পর্যন্ত যুদ্ধ কৰি থাকিব পাৰিম।"

একীয়ান সামন্তসকলে নীৰৱে এই ঘোষণা শুনিলে। তাৰ পিছত ভৈৰৱ নাদী ডায়মিডিছে মাত লগালে, "এই অৱস্থাত আমি পেৰিছৰ প্ৰস্তাৱত সন্মত হোৱাটো অভাৱনীয় কথা হেলেনক গ্ৰহণ কৰাৰ কথাও তথৈবচ। ট্ৰয়বাসী-বিলাকৰ যে মৃত্যু অৱশ্যম্ভাৱী সেই কথা মূৰ্খ এজনেও জানে।"

প্ৰতিজন একীয়ান সামন্তই অশ্বদমন ডাযমিডিছৰ কথা সহৰ্ষে সমৰ্থন কৰিলে। এতিয়া মহাৰাজ আগামেম্‌ননে স্বয়ং ঘোষকজনক সম্বোধন কৰি ক'লে, "ইডিউছ, একীয়ানবিলাকৰ অভিমত তুমি নিজ কাণেই শুনিছা। তেওঁ-লোকৰ মতেই মোৰো মত। মই আৰু বেলেগে তোমাৰ কথাৰ উত্তৰ নিদিওঁ। অৱশ্যে মৃতসকলক সংকাৰ কৰাটো সুকীয়া কথা। মৰা মানুহৰ অন্ত্যেষ্টিক্ৰিয়া আদি শীঘ্ৰে সম্পন্ন কৰাত আপত্তি কৰিব লগা একো নাই। তেনেহ'লে বজ্ৰপাণি, হিৰীপতি জ্যুছক সাক্ষী কৰি সম্প্ৰতি যুদ্ধ স্থগিত ৰখাত মই সন্মতি জ্ঞাপন কৰিছোঁ।"

এইবুলি কোৱাৰ লগে লগেই তেওঁ দেৱতাসকলৰ চকুত পৰাকৈ ৰাজদণ্ড উত্তোলন কৰিলে। ইডিউছে বিদায় লৈ পৱিত্ৰ ইলিয়াম অভিমুখে যাত্ৰা কৰিলে। ইতিমধ্যে তাত ট্ৰজান আৰু ডাৰ্ডানীয়সকল সন্মিলিত হৈ ঘোষকজন উভতি অহালৈ অপেক্ষা কৰি আছিল। ইডিউছে উপস্থিত হৈয়েই সভাৰ মাজলৈ গৈ তেওঁৰ যাত্ৰাৰ ফলাফল বৰ্ণনা কৰিলে। তেওঁলোকে অনতিবিলম্বে নিজৰ নিজৰ কৰ্তব্য পালন কৰিবলৈ প্ৰস্তুত হ'ল। এদলৰ কাম হ'ল মৃতদেহবিলাক কঢ়িয়াই নিয়া আৰু আন দলটোৰ খৰি-খেৰ গোটোৱা। ইফালে আৰ্গিভ-বিলাকেও দলে দলে সুনিৰ্মিত জাহাজবিলাকৰপৰা ওলাই গৈ এইবিলাক কামকে কৰিবলৈ ধৰিলে।

সমুদ্ৰৰ নিস্তব্ধ গভীৰতাৰপৰা সূৰ্যদেৱতাই আকাশী পথেদি আৰোহণ কৰি প্ৰথম কিৰণমালাৰে পৃথিৱী আলোকিত কৰিছিল। এনেকুৱা সময়তে ট্ৰয় আৰু একীয়াৰ দলবিলাক মিলিত হ'ল। তেওঁলোকে গোট মৰা তেজবিলাক ভালকৈ ধুই-পখালিহে মৃতদেহবিলাক চিনাক্ত কৰিব পাৰিছিল। তাৰ পিছত মৰাশবিলাক গাড়ীত তোলাৰ সময়ত সকলোৰে তপত চকুলো বৈ গৈছিল। ৰজা প্ৰায়ামে তেওঁলোকক চিঞৰি চিঞৰি কান্দিবলৈ মানা কৰিছিল; সেই দেখি নিৰৱ অথচ শোকাকুল পৰিবেশৰ মাজেদিয়ে তেওঁলোকে মৃতদেহসমূহ

চিতাৰ ওপৰত জাপি দিলে। নশ্বৰ দেহবিলাক চিতাগ্নিত ভষ্ম হৈ গ'ল। তেওঁলোকো পবিত্ৰ ইলিয়ামলৈ উভতিল। ইফালে একীয়ান সৈন্যসকলেও গভীৰ দুখেৰে মৃতদেহবিলাক অগ্নিত বিসৰ্জন দি শূন্যগৰ্ভ জাহাজবিলাকলৈ বাট বুলিলে।

পিছ দিনা সূৰ্যোদয়ৰ মুহূৰ্তত, যেতিয়া আন্ধাৰ লাহে লাহে পাতল হৈ আহিছিল, একীয়ান সৈন্যদল এটি শ্মশানত উপস্থিত হৈ কামত লাগিল। ট্ৰয়ৰ সমতল অঞ্চলত যোগাৰ কৰিব পৰা উপাদানেৰেই সমাধিৰ ওপৰত এটি মৈদাম নিৰ্মাণ কৰি তাৰপৰাই আত্মৰক্ষাৰ কাৰণে এটি ওখ গড় বান্ধিবলৈ আৰম্ভ কৰিলে। ৰথ অহা যোৱা কৰিব পৰাকৈ গুহাটোৰ মাজে মাজে মজবুত দুৱাৰ লগোৱা হ'ল। গড়টোৰ বাহিৰফালে সমান্তৰালকৈ এটা গড়খাৱৈ খান্দিলে আৰু এই বহল আৰু দ খাৱৈটোৰ পাৰে পাৰে শাৰী শাৰী খুঁটাৰে এখন হেঙাৰ দিলে।

এই কামত নিমগ্ন হৈ থকা দীৰ্ঘকেশী একীয়ানবিলাকৰ ওপৰত দেৱতা-সকলৰ দৃষ্টি পৰিল। তেওঁলোকে বজ্ৰাধিপতি জ্যুছৰ লগত বহি ব্ৰঞ্জ বিভূষিত সৈনিকসকলৰ এই মহৎ কাম গভীৰ বিস্ময়েৰে নিৰীক্ষণ কৰি আছিল। ভূমি-কম্পৰ দেৱতা পছাইডনেই পোন প্ৰথমে নিজৰ মনোভাৱ ব্যক্ত কৰি মাত লগালে, "জনক জ্যুছ, এই তাঁচনিবিলাকৰ কথা আমাৰ আগত প্ৰকাশ কৰিবলৈ বহল পৃথিৱীখনত কোনো নাইকিয়া হ'লনেকি? আপুনি লক্ষ্য কৰিছেনে যে এই দীৰ্ঘকেশী একীয়ানবিলাকে দেৱতাবিলাকক উচিত মতে পূজা-পাতল নিদিয়াকৈয়েই সিহঁতৰ জাহাজবিলাকৰ চাৰিওফালে গড় বান্ধিছে আৰু খাৱৈ খান্দিছে? উষাৰ আলোক যিমান দূৰলৈকে বিয়পে, সিমান দূৰ পৰ্যন্ত মানুহে এই গড়টোৰ বিষয়ে কোৱা-মেলা কৰিব। ৰজা লাওমিডনৰ হৈ এপলো আৰু মই বিটো গড় নিৰ্মাণ কৰিছিলো, তাৰ কথা মানুহে পাহৰি যাব।"

মেঘ নিয়ন্ত্ৰক জ্যুছৰ তেওঁৰ ওপৰত বৰ খং উঠিল। তেওঁ ক'লে "ভূমিকম্প সম্ৰাট, তোমাৰ সন্দেহবিলাক অমূলক। শাৰীৰিক শক্তি আৰু মানসিক দৃঢ়তাত তোমাতকৈ হীন কোনোবা দেৱতাই যদি এই কিম্ভূতকিমাকাৰ বস্তুটো দেখি আতঙ্কিত হয়, তেন্তে তাত আচৰিত হ'ব লগা একো নাই। তুমি নিশ্চিন্ত হৈ থাকিব পাৰা যে উষাৰ আলোকে স্পৰ্শ কৰা সকলো দেশতে একমাত্ৰ তোমাৰ নামেইহে সন্মানিত হ'ব। তদুপৰি দীৰ্ঘকেশী একীয়ানবিলাক নিজ দেশলৈ উভতি যোৱাৰ পিছতনো তোমাক কোনে হকা-বাধা কৰিব? গড়টো ভাঙি-ছিঙি সাগৰৰ মাজলৈ দলিয়াই দি দীঘল উপকূলটো বালিৰে পুতি

নেপেলোৱা কিয়? তেতিয়াওতো তুমি একীয়ানবিলাকৰ এই মহৎ কীৰ্ত্তি একেবাৰে বিলুপ্ত কৰিব পাৰিছা বুলি ভাবিব পাৰিবা।"

দেৱতাসকলে এইদৰে কথা-বাৰ্তা পাতি থাকোতে বেলি মাৰ গ'ল আৰু একীয়ানবিলাকেও কামটো শেষ কৰিলে। শিবিৰত ষাঁড় গৰু মাৰি তেওঁলোকে আহাৰ কৰিলে। লেমনছৰপৰা মদৰ বোজাই লৈ কেইবাখনো জাহাজ আহি পালেহি। মহান অধ্যক্ষ জেছন আৰু হিপ্‌ছি পাইলীৰ পুত্ৰ ইউনিউছে এই জাহাজবিলাক পঠিয়াই দিছিল। তেওঁ তাৰ লগতে আট্ৰিউছ পুত্ৰ আগামেম্‌নন আৰু মেনিলাছলৈ বিশেষ উপহাৰ স্বৰূপে এহেজাৰ কলহ মদ পঠিয়াইছিল। এতিয়া একীয়ানবিলাকে ব্ৰঞ্জ, চিকমিকীয়া লোহা, গৰুৰ ছাল, জীৱন্ত গৰু-ম'হ অথবা দাস-দাসীৰ বিনিময়ত সুৰা সংগ্ৰহ কৰিলে আৰু ধুম্‌-ধুপালকৈ ভোজ খালে। ওৰে ৰাতি তেওঁলোকে পান ভোজনত নিমগ্ন হৈ থাকিল। ইফালে নগৰতো ট্ৰয়বাসী আৰু মিত্ৰপক্ষৰ সৈন্যসকল অনুৰূপ কাৰ্যত ব্যস্ত হ'ল। কিন্তু চিন্তাশীল জ্যূছ পেটে পেটে তেওঁলোকৰ অমঙ্গল কামনা কৰি ৰাতিৰ ৰাতিটো আপদীয়া বিজুলী-ঢেৰেকনিৰ সৃষ্টি কৰিলে। আতঙ্কত শেঁতা পৰি তেওঁলোকে পিয়লাৰ মদ মাটিত ঢালি দিলে। সৰ্বশক্তিমান ক্ৰনছ-নন্দনৰ প্ৰতি নিবেদন নকৰাকৈ কোনেও অকণমান মদো মুখত দিবলৈয়ো সাহস কৰা নাছিল। কিন্তু অৱশেষত তেওঁলোকে শেতেলিৰ আশ্ৰয় ল'লে আৰু শান্তিৰে নিদ্ৰা গ'ল।

## আঠ

# ট্ৰজান বাহিনীৰ অগ্ৰগতি

উষাদেৱীয়ে গেৰুৱা আঁচলখনি জগতত প্ৰসাৰিত কৰাৰ লগে লগেই বজ্ৰবিলাসী জ্যুছে অলিম্পাছৰ উচ্চতম শিখৰত এখন সভা আহ্বান কৰি দেৱতা-সকলক তালৈকে নিমন্ত্ৰণ কৰিলে। তেৰেঁই আলোচনাৰ পাতনি মেলিলে আৰু সকলোৱে মনোযোগেৰে শুনিবলৈ ধৰিলে। তেওঁ ক'লে, "দেৱ-দেৱীসকল, মই কি সিদ্ধান্তত উপনীত হৈছো শুনাইক। মই অতি শীঘ্ৰে এই যুদ্ধখনৰ সামৰণি মাৰিব খুজিছো, আৰু সেই উদ্দেশ্যেৰেই তোমালোকক এটা নিৰ্দেশ দিবলৈ ইচ্ছা কৰিছোঁ। তোমালোকৰ প্ৰতিজনেই এই নিৰ্দেশ পালন কৰিব লাগিব। কোনো দেৱতাই স্বতন্ত্ৰভাৱে ট্ৰজান বা একীয়ানবিলাকক সাহায্য কৰিবলৈ অগ্ৰসৰ হ'লে, তেওঁক অপমানজনকভাৱে প্ৰহাৰ কৰি অলিম্পাছৰ-পৰা বহিষ্কাৰ কৰা হ'ব। নতুবা মই নিজেই তেওঁক ধৰি লৈ অতি আঁতৰত থকা অন্ধকাৰ টাৰ্টাৰাছলৈ নিক্ষেপ কৰিম। জগতৰ অধোভাগত থকা গভীৰতম গহ্বৰটো তাতেই অৱস্থিত। আৰু আছে পিতলৰ দুৱাৰদলিৰ ওপৰত লোহাৰ দুৱাৰবিলাক। স্বৰ্গৰপৰা পৃথিৱী যিমান তলত, সেই অন্ধকাৰ ঠাইখনো ৰসাতলৰপৰা সিমানখিনি তলতেই আছে। মই যে অমৰ দেৱতাসকলৰ ভিতৰত সকলোতকৈ পৰাক্ৰমী, সেই কথা তেওঁ—তেতিয়াহে হৃদয়ঙ্গম কৰিব পাৰিব। পিছে তোমালোকে মোক পৰীক্ষা কৰি চালেহে পতিয়ন যাবানেকি? স্বৰ্গৰপৰা এডাল সোণৰ ৰছী তললৈ ওলোমাই দি তোমালোক সকলোটিয়ে এমৰে টানি ধৰি থাকা। যিমানেই চেষ্টা নকৰা, তোমালোকে শ্ৰেষ্ঠ মন্ত্ৰণাদাতা জ্যুছক স্বৰ্গৰপৰা স্থানচ্যুত কৰিব নোৱাৰিবা। কিন্তু মই এই মূৰে ৰছীডালত ধৰি টান মাৰিলে সসাগৰা পৃথিৱীৰে সৈতে তোমালোকক দাঙি লৈ আহিব পাৰিম। তেতিয়া মই ৰছীডালৰ মূৰটো অলিম্পাছৰ শৃঙ্গ এটাত বান্ধি থ'ম আৰু তোমালোক সকলোটি শূন্যত ওলমি থাকিবা। দেৱতা বা মনুষ্যৰ সৈতে মোৰ শক্তিৰ প্ৰভেদ সেইখিনিতেই।"

জ্যুছৰ কথা শেষ হ'ল। সভাখন কঁাহ পৰি জীন যোৱাৰ দৰে হ'ল। তেওঁৰ ভৈৰৱ নিনাদত সকলোটি নিৰ্বাক হৈ পৰিল। অৱশেষত দীপ্তনেত্ৰা দেৱী এথেনীয়ে ক'লে, "হে মহাবল পৰাক্ৰান্ত ক্ৰনছ নন্দন, হে পিতৃ দেৱতা, আপুনি

যে অপৰাজেয় সেই কথা আমাৰ অজ্ঞাত নহয়। কিন্তু ডানান বৰ্শাধাৰী-সকললৈ আমাৰ সঁচাকৈয়ে পুতৌ হৈছে। তেওঁলোক দুৰ্দশাগ্ৰস্ত আৰু তেওঁলোকৰ মৃত্যু অনিবাৰ্য যি নহওক আপোনাৰ কথা মতেই আমি আৰু এতিয়া যুদ্ধত অংশ গ্ৰহণ নকৰোঁ। অৱশ্যে আৰ্গিভবিলাকক মাজে সময়ে দুই এটা দৰকাৰী দিহা পৰামৰ্শ দি থাকিম। তেতিয়া হলে তেওঁলোকৰ সকলোটি আপোনাৰ ৰোষানলত জাহ নেযাবও পাৰে।

মেঘ নিয়ন্ত্ৰক জ্যুছে মিচিকিয়া হাঁহি মাৰি তেওঁক উত্তৰ দিলে, "ট্ৰাইটোৰ দেৱী, প্ৰিয় দুহিতা, ভয় কৰিব নেলাগে। মই ধেমালিহে কৰিছোঁ। তদুপৰি তোমাৰ প্ৰতি কঠোৰ হোৱাও মোৰ উদ্দেশ্য নহয়।"

ইয়াৰ পিছত জ্যুছে পিতলৰ খুৰাৰ, আৰু বৈ পৰা সোণালী কেশৰ থকা এহাল বেগী ঘোঁৰা ৰথত লগালে। তেওঁ স্বৰ্ণবস্ত্ৰ পৰিধান কৰিলে, চিকমিকাই থকা সোণৰ চাবুকডাল হাতত ললে, আৰু ৰথত আৰোহণ কৰি ঘোঁৰাহালক চাবুকেৰে স্পৰ্শ কৰিলে। পৃথিবী আৰু তৰাবোৰ দিয়া আকাশৰ মাজে মাজে ঘোঁৰাহাল আপোন মনেৰে উৰি যাবলৈ ধৰিলে। ইডা পৰ্বতৰ গাৰ্গাৰাছ শৃঙ্গত তেও উপস্থিত হ'লগৈ। অসংখ্য নিজৰা আৰু বনৰীয়া পশু-পক্ষীৰ উপৰিও এই ঠাইত তেওঁৰ এখন বাৰী আছে। আৰু আছে এখনি সুগন্ধী বেদী। দেৱতা আৰু মানৱৰ পিতৃপুৰুষে এই ঠাইতে ৰথখন ৰাখি ঘোঁৰাহাল খুলি দিলে আৰু সিহঁতক ঘন কুঁৱলীৰে আবৰি ৰাখিলে। তাৰ পিছত তেওঁ নিজৰ মহিমাত নিজে ধন্য হৈ ট্ৰয়নগৰ আৰু একীয়ান জাহাজবিলাকলৈ দৃষ্টিপাত কৰিলে।

ইতিমধ্যে দীৰ্ঘকেশী একীয়ানবিলাকে নিজ নিজ বাসস্থানত পুৱাৰ আহাৰ লৰালৰিকৈ সমাপ্ত কৰি অস্ত্ৰশস্ত্ৰেৰে সজ্জিত হ'ল। আনহাতে নগৰত ট্ৰয়বাসী-বিলাকো যুদ্ধৰ কাৰণে প্ৰস্তুত হ'ল। সংখ্যাত কম হলেও তেওঁলোকে নিজৰ ল'ৰা-তিৰোতাৰ নিৰাপত্তাৰ খাতিৰত যুদ্ধ কৰাৰ কঠোৰ প্ৰয়োজন উপলব্ধি কৰিছিল আৰু সেইবাবে শত্ৰুৰ সন্মুখীন হ'বলৈ ব্যগ্ৰ হৈ পৰিছিল। নগৰদ্বাৰ উন্মুক্ত হ'লত তুমুল কোলাহলেৰে ৰথী আৰু পদাতিৰে গঠিত সৈন্যবাহিনীৰ সোঁত বলিল।

এইদৰেই পৰস্পৰাভিমুখী সৈন্যবাহিনী দুটা মিলিত হ'ল, ঢালৰ লগত ঢাল, বৰ্শাৰ লগত বৰ্শাৰ সংঘৰ্ষ হ'ল, বৰ্ম্ম বিভূষিত সৈন্যবিলাক ঘোৰতৰ সংগ্ৰামত প্ৰবৃত্ত হ'ল। তেওঁলোকৰ ঢালবিলাকৰ কাৰুকাৰ্য কৰা উঠঙা অংশবিলাক খুন্দাখাই ভীষণ শব্দৰ সৃষ্টি কৰিলে। বিজেতাৰ বিজয়োল্লাসৰ লগত মুমূৰ্ষুৰ আৰ্তনাদ মিলি গ'ল। যুদ্ধক্ষেত্ৰত তেজৰ সোঁত বলিল।

ৰাতি পুৱাই যুদ্ধখন যি আৰম্ভ হ'ল, ৰ'দ চোকা হ'লতো চলি থাকিল। একপক্ষই আক্রমণ কৰিলে প্রতিপক্ষই তাৰ যোগ্য প্রত্যুত্তৰ দিছিল আৰু অস্ত্র বর্ষণৰ ফলত অগণন সৈনিক মৃত্যুৰ মুখত পৰিছিল। ভৰ ত্নপৰীয়া পিতা জ্যুছে এখন সোণালী তর্জু হাতত তুলি ললে। অশ্বপালক ট্রজান আৰু ব্রঞ্জ বিভূষিত একীয়ানসকলৰ মৃত্যুদণ্ড ধার্য কৰি তেওঁ এই দণ্ডাদেশ তর্জুখনৰ দুয়োফালে স্থাপন কৰিলে আৰু ঠিক সোঁমাজত ধৰি তর্জুখন দাঙি ধৰাত একীয়ানসকলৰ দণ্ডাদেশ ধাৰণ কৰা ফালটো গধুৰ হৈ তললৈ নামি গ'ল। এই ঘটনাই তেওঁলোকৰ বিপর্যয়ৰ সূচনা কৰিলে। একীয়ানসকলৰ দণ্ডাদেশ বহন কৰা পাল্লাখন নামি গৈ পৃথিবীত লাগিল আৰু ট্রজানবিলাকৰ খন মহাশূন্যত ওঁাহি থাকিল। জ্যুছে ইডা পর্বতৰপৰা একীয়ানসকলৰ মাজলৈ বজ্র নিক্ষেপ কৰিলে। তেওঁলোকৰ ভয়ত মাতবোল হৰিল আৰু গালবিলাক শেঁতা পৰি গ'ল।

সেই সময়ত আইডমিনিউছ নাইবা আগামেম্নন, কোনো এজনেই অবিচলিত-ভাৱে নিজৰ ঠাইত থাকিবলৈ সাহস কৰিব নোৱাৰিলে। আৰিছৰ সোঁহাত আছিল যদিও আয়ছিদ্বয়ৰ একে অৱস্থাই হ'ল। একীয়াৰ ৰক্ষক জিৰেণীয়ান নেষ্টৰহে অকলশৰে য'তে আছিল ত'তে ৰ'ল। কিন্তু তেওঁ নিজৰ ইচ্ছামতে থকা নাছিল। তেওঁৰ তৃতীয় ঘোঁৰাটোৰ অথন্তৰ হোৱাতহে তেওঁ থাকিবলৈ বাধ্য হ'ল। অভিজাত হেলেনৰ স্বামী পেৰিছে ঘোঁৰাটোৰ মূৰৰ যি অংশৰপৰা কেশৰবিলাক গজিবলৈ আৰম্ভ কৰে ঠিক সেই অংশলৈকে এপাট কাড় মাৰি পঠিয়ালে। এই ঠাইডোখৰত হোৱা আঘাত অতিশয় মাৰাত্মক। কাঁড়পাটৰ জোংটো একেবাৰে মগজৰ ভিতৰত সোমাল আৰু ফলত ঘোঁৰাটোৱে মৃত্যু যন্ত্রণাত ছট্‌ফটাবলৈ ধৰিলে। তাৰ ছাটি-ফুটিত বাকী কেইটা ঘোঁৰায়ো ভয় খালে। নেষ্টৰে লৰালৰিকৈ আগবাঢ়ি গৈ ঘোঁৰাটোৰ লেকামডাল তৰোৱাল-খনেৰে কাটি দিছিল। এনেতে হুলস্থুলৰ মাজেদি হেক্টৰৰ ঘোঁৰাহাল ওচৰ চাপি আহিল। পৰাক্রমী ৰথীজন আছিল স্বয়ং হেক্টৰ। বৃদ্ধই তেতিয়াই প্রাণ হেৰুৱালেহেঁতেন, ভাগ্যে শেনচকুৱা, অভিজ্ঞ ডায়মিডিছে তেওঁৰ বিপদ দেখা পাই ওডিচ্যুছক সহায়ৰ কাৰণে চিঞৰি চিঞৰি মাতি ক'লে, "সদাশয়, সুচতুৰ ওডিচ্যুছ ঢালখন পিঠিত লৈ তুমি কাপুৰুষৰ দৰে ক'লৈ ঢাপলি মেলিছা? সাৱধান, কোনোবাই বর্শাৰে তোমাৰ পিঠিৰ সোঁমাজতে হানিব পাৰে। ভগবানৰ শপত, অলপ সময় ৰোৱা আৰু বুঢ়াক সৌ দানবটোৰ কবলৰপৰা উদ্ধাৰ কৰিবলৈ মোক সহায় কৰা।"

কিন্তু কষ্টসহিষ্ণু, উদাৰ ওডিচ্যুছে তেওঁৰ কাকুতিলৈ কৰ্ণপাত নকৰি একীয়ান-বিলাকৰ শূন্যগৰ্ভ জাহাজবিলাকৰ ফালে তুৰন্তে পলায়ন কৰিলে। একাকীত্ব নিজৰ শক্তি সামৰ্থৰ ওপৰত নিৰ্ভৰ কৰিব লগাহোৱা সত্বেও ডায়মিডিছে আক্ৰান্ত নেষ্টৰৰ অভিমুখে ৰথখন চলাই লৈ গ'ল আৰু তেওঁৰ ৰথৰ সন্মুখত উপস্থিত হৈ বৃদ্ধ ৰজাজনক আশ্বাস দি ক'লে, "মহাশয়, আপোনাৰ বয়স ভাটী দিছে। আপুনি এই তৰুণ যোদ্ধাসকলৰ সন্মুখীন হোৱা উচিত নহয়। আপুনি ক্লান্ত। আপোনাৰ পাৰ্শ্বচৰবিলাক অকৰ্মণ্য আৰু আপোনাৰ ঘোঁৰাও অতি মন্থৰ। আহক, মোৰ ৰথত উঠকহি। এইকেইটা ঘোঁৰা বৰ ভাল জাতৰ, ট্ৰছৰ বংশ। ইহঁত যিমান বেগেৰে খেদামাৰি যায়, সেই একে বেগেৰে পলাই যাবও পাৰে। অলপো ব্যতিক্ৰম নহয়। মাত্ৰ সিদিনাখনহে মই এই ঘোঁৰাহাল ইনিয়াছৰ-পৰা হস্তগত কৰিলো। যুদ্ধৰ কাৰণে ইহঁত অতি উপযুক্ত। আপোনাৰ ঘোঁৰাকেইটা আমাৰ অনুচৰ কেইজনৰ হাততে চমজাই দি আমি দুয়ো ট্ৰয়ৰ ৰথীবিলাকৰ অভিমুখে এই ঘোঁৰাহাল মেলি দিওঁ আহক। মোৰ এই বৰ্শা লোৱা হাতখনতো যে পিৰ্‌পিৰণি উঠিছে সেইকথা হেক্টৰক জনাব লাগে।"

জিৰেণীয়ান যোদ্ধা নেষ্টৰে আপত্তি নকৰিলে। তেওঁলোকৰ সাহসী অনুচৰ ষ্টেনিলাছ আৰু ইউৰিমিডনে নেষ্টৰৰ ঘোঁৰাহাল চমজি ল'লে আৰু তেওঁ ডায়মিডিছৰ সৈতে ৰথত আৰোহণ কৰিলে। নেষ্টৰে নিমজ বল্গা ধাৰণ কৰি চাবুকৰ সহায়ত ঘোঁৰাহাল খেদি দিলে। শীঘ্ৰে তেওঁলোক হেক্টৰৰ সমীপবৰ্ত্তী হ'ল আৰু তেওঁ আক্ৰমৰণ ভঙ্গীত আগবাঢ়ি আহোতেই টিডিউছ তনয়ে তেওঁলৈ লক্ষ্য কৰি বৰ্শা নিক্ষেপ কৰিলে। বৰ্শাপাত হেক্টৰৰ গাত নেলাগি তেওঁৰ সাৰথি আৰু সহচৰ দাম্ভিক ঠিবিউছৰ পুত্ৰ ইনিপিউছৰ বুকুত সোমাল। তেওঁৰ হাতত থকা লেকাম হাততে ৰ'ল। তললৈ মূৰ কৰি তেওঁ ৰথৰপৰা বাগৰি পৰিল আৰু খিতাতে প্ৰাণ ত্যাগ কৰিলে। ঘোঁৰায়ো বৰ উচপ খালে। সাৰথিজনৰ মৃত্যুত হেক্টৰে অন্তৰত বৰ আঘাত পালে। সঙ্গী যোদ্ধাজনৰ কাৰণে ব্যথিত হৈছিল যদিও তেওঁক তাতে এৰি থৈ তেওঁ অন্য এজন সাহসী সাৰথিৰ সন্ধানত আঁতৰি গ'ল। তেওঁৰ বেগী ঘোঁৰাহাল সাৰথি বিহীন হৈ বেছি সময় থাকিব লগা নহ'ল। তেওঁ শীঘ্ৰে ইফিটাছ তনয় নিৰ্ভীক আৰ্কিপ্ট লিমাছক সাৰথিৰ বাব দি তেওঁৰ হাতত লেকাম সোধাই দিলে।

এতিয়া ট্ৰজানবিলাক ঘূৰ্ঘোৰ বিপৰ্যয়ৰ সন্মুখীন হ'ল। গঁড়ালৈ খেদি নিয়া ভেড়া পোৱালিৰ দৰে তেওঁলোক ইলিয়ামলৈ পিছ হুঁহকি যাবলৈ বাধ্য হ'লহেঁতেন। পিছে দেৱতা আৰু মানৱৰ পিতৃ পুৰুষে অতিশয় তৎপৰতাৰে

ব্যৱস্থা ল'লে। তেওঁৰ নিৰ্দেশ মতে ভয়ঙ্কৰ গৰ্জন কৰি জলন্ত বজ্ৰ ডায়মিডিছৰ ৰথৰ সম্মুখত পৰিল। গন্ধক পোৰা গোন্ধে বতাহৰ লগত মিলি গৈ বিভীষিকাৰ সৃষ্টি কৰিলে। ঘোঁৰাহালে উচপখাই অথালি পথালি কৰিবলৈ ধৰিলে। চিক্‌মিকিয়া লেকাম নেষ্টৰৰ হাতৰপৰা সৰি পৰিল। আতঙ্কত অভিভূত হৈ তেওঁ ডায়মিডিছৰ ফালে চাই ক'লে, "মহান টিডিউছ-পুত্ৰ, ঘোঁৰাহাল ঘূৰাই লৈ ইয়াৰপৰা পলায়ন কৰাই মঙ্গল। জ্যুছৰপৰাযে তুমি কোনো সহায় আশা কৰিব নোৱাৰা তাৰ প্ৰমাণ হাতে হাতে পাইছা। এই মুহূৰ্তত ক্ৰনছ-নন্দনে হেক্টৰৰ জয়যাত্ৰা সূচনা কৰিলে। কিন্তু এয়া অকল আজিৰ কাৰণেহে। তেওঁৰ অনুগ্ৰহ হলে আমাৰো এটা দিন আহিব। এজন মানুহ অসীম সাহসী হ'ব পাৰে, তথাপি তেওঁৰ জ্যুছৰ ইচ্ছাৰ প্ৰতিকূলে যাব নোৱাৰে। তেওঁৰ লগত আমাৰ শক্তিৰ তুলনা নহয়।"

সিংহনাদী ডায়মিডিছে ক'লে, "মহাশয়, আপুনি কোৱা কথা আখৰে আখৰে সঁচা। তথাপি এটা কথা চিন্তা কৰি মই অন্তৰত বৰ কষ্ট পাইছো হেক্টৰে সগৰ্বে ট্ৰজানবিলাকৰ আগত ক'ব, "টিডিউছৰ পুতেক মোৰ সম্মুখৰপৰা পলাই গ'ল। জাহাজবিলাকৰ ওচৰ নোপোৱালৈকে তেওঁ ক'তো নৰ'ল। তেওঁ এই-দৰে অহঙ্কাৰ কৰাৰ সময়ত মই পাতাল প্ৰৱেশ কৰাই ভাল।"

জিৰেণীয়ান নেষ্টৰে উত্তৰ দিলে, "প্ৰিয় ডায়মিডিছ, কি আগগুৰি নোহোৱা কথা কৈছা? টিডিউছৰ পৰাক্ৰমী পুত্ৰৰ মুখত এই কথা নুশুৱায়। হেক্টৰে তোমাক ভীৰু বা কাপুৰুষ বুলি যিমান পাৰে কওঁক, তথাপি ট্ৰজান বা ডাৰ্ডানিয়ান কোনেও তেওঁৰ কথা বিশ্বাস নকৰে। তোমাৰ হাতত যিবিলাক বৰ্শাধাৰী বীৰ নিহত হ'ল, তেওঁলোক মানিনী ভাৰ্যা সকলে সেই কথাত পতিয়ন নাযায়।"

আৰু কথা নবঢ়াই তেওঁ ৰথখন ঘূৰাই লৈ পলায়নৰ উদ্দেশ্যেৰে ঘোঁৰাহাল খেদি দিলে। হেক্টৰ আৰু ট্ৰজানবিলাকে ভৈৰৱ নিনাদ কৰি তেওঁলোকক অনুসৰণ কৰিলে আৰু মাৰাত্মক অস্ত্ৰ নিক্ষেপ কৰিলে। উজ্জ্বল শিৰস্ত্ৰাণৰ অধিকৰী হেক্টৰে সিংহনাদ কৰি ডায়মিডিছক ক'লে, "টিডিউছ পুত্ৰ, ডানান অশ্বাৰোহীসকলে তোমাক ভোজ সভাত আগে ভাগে বহিবলৈ দিয়ে, মঙহৰ ভাগো তুমিহে পোন প্ৰথমে পোৱা; তোমাৰ পিয়লাটো অনবৰতে চপচপিয়া হৈ থাকে। কিন্তু আজি তেওঁলোকে তোমাক সিমান খাতিৰ নকৰিব। যি দেখিছো, তিৰোতাৰ লগত তোমাৰ কোনো পাৰ্থক্য নাই। যোৱা অধম কাপুৰুষ, পলাই যোৱা। মই ইমান ভীৰু নহয় যে তুমি আমাৰ দুৰ্গ অধিকাৰ কৰি পুৰনাৰী

সকলক তোমালোকৰ জাহাজলৈ হৰণ কৰি নিবলৈ সমৰ্থ হ'বা। বৰং তোমালোক তাৰ আগতে যমালয়লৈ পেৰণ কৰিম।"

এই কথা শুনি টিডিউছৰ পুত্ৰই ঘোঁৰাহাল ঘূৰাই লৈ পুনৰ হেক্টৰৰ সন্মুখীন হবলৈ গুণাগঁথা কৰিছিল। তিনিবাৰ তেওঁ চেষ্টা কৰি চালে, কিন্তু প্ৰতিবাৰেই ইডা পৰ্বতৰপৰা জ্যুছে বজ্ৰ নিক্ষেপ কৰি ট্ৰজানসকলৰ আগত স্পষ্টভাৱে প্ৰতিপন্ন কৰিলে যে তেওঁৰ সহায়ত তেওঁলোকে জয়লাভ কৰিব। হেক্টৰেও উচ্চৈঃস্বৰে সৈন্যসকলক সম্বোধন কৰি ঘোষণা কৰিলে, "হতাহতি যুদ্ধ কৰি আনন্দ লাভ কৰা ট্ৰজান, লিছীয়ান আৰু ডাৰ্ডনিয়ানসকল, পৌৰুষৰ পৰিচয় দি তোমালোকৰ শক্তিৰ সুবিচাৰ কৰা। মোৰ দৃঢ় বিশ্বাস যে জ্যুছে আমাৰ পক্ষ সমৰ্থন কৰিছে। তেওঁ আমাৰ জয়লাভ সুনিশ্চিত কৰি ডানানবিলাকৰ বিপৰ্যয়ৰ সূচনা কৰিছে। সিহঁত অতি মূৰ্খ, সেয়েহে সিহঁতে অনৰ্থক সেই সোলোক-ধোলোক গড়বিলাক নিৰ্মাণ কৰাত লাগিছে। আমাৰ কাৰণে এই গড়বিলাকে মুহূৰ্তৰ বাবেও কোনো প্ৰতিবন্ধকৰ সৃষ্টি কৰিব নোৱাৰে। সিহঁতে খন্দা খাৱৈবিলাকৰ ওপৰেদিয়ো আমাৰ ঘোৰাবিলাক অনায়াসে জাপ মাৰি পাৰহৈ যাব পাৰিব। শূন্যগৰ্ভ তৰাসমূহৰ মাজত মই এবাৰ উপস্থিত হব পাৰিলে তোমালোক অগ্নি সংযোগৰ বাবে তৎপৰ হব লাগিব। সেই জাহাজবিলাক অগ্নিশিখাই গ্ৰাস কৰিব আৰু ধোঁৱাৰ মাজতে লুটিবাগৰ খাই আৰ্গিভবিলাক জাহাজবিলাকৰ কাষতে মৰি জাহ যাব। সেই দৃশ্য চাবলৈ মোৰ হাবিয়াস হৈছে।"

তাৰ পিছত হেক্টৰে প্ৰতিটো ঘোঁৰাকে নাম ধৰি মাতি ক'লে, "জেন্থাছ, পোডাৰ্গাচ, ইথন আৰু সুযোগ্য লেম্পাছ, এণ্ড্ৰমেকীয়ে তহঁতক কিমান আপডাল কৰে। ৰজাৰ জীয়াৰী হৈয়ো তেওঁ মৌ-মিহলি যৱ ধান তহঁতক খাবলৈ দিয়ে। মই তেওঁৰ প্ৰিয়তম স্বামী। অথচ তেওঁ মোৰ আলপৈচান নধৰাকৈয়ে প্ৰথমে তহঁতকহে হেপাহ পলুৱাই খাব পৰাকৈ ফটিকাৰ যোগান ধৰে। এতিয়া তহঁতে সেইধাৰ সুজিব লাগিব। সৌ যোদ্ধা কেইজনক স-বেগে অনুসৰণ কৰহঁক। নেষ্টৰৰ ঢালখন কাঢ়ি লব লাগিব। ঢালখন আৰু তাৰ যাৱতীয় সা-সৰঞ্জামবিলাক খাটি সোণৰ। আনকি স্বৰ্গতো ঢালখন প্ৰসিদ্ধ। নহলে অশ্বদমন ডায়মিডিছৰ গাৰপৰা কাৰুকাৰ্য কৰা জাখৰখন খুলি লব পাৰিলেও হয়। জাখৰখন স্বয়ং বিশ্বকৰ্মাই নিৰ্মাণ কৰা। এই দুপদ বস্তু হস্তগত কৰিব পাৰিলে, আজি ৰাতিয়েই একীয়ানবিলাকে দ্ৰুতগামী জাহাজত উঠি স্বদেশলৈ পাৰিদিব বুলিয়েই মই আশা কৰোঁ।"

হেক্টৰৰ এই আস্ফালনত হিৰী অসন্তুষ্ট হ'ল। তেওঁ অধৈৰ্যভাৱে সিংহাসনৰ

ওপৰতে অঙ্গ সঞ্চালন কৰিলে আৰু ফলত উচ্চ অলিম্পাছ কম্পমান হ'ল। তেওঁ মহিমামণ্ডিত দেৱতা পছাইডনৰ ফালে চাই ক'লে, "ভূমিকম্প সম্রাট, ডানানসকলৰ বিপৰ্যয়ত তুমিও অকণো ব্যথিত হোৱা নাই। মই বৰ দুখ পাইছো অথচ হেলিচ আৰু ইগেয়ীত তেওঁলোকে তোমাক অনেক পূজা-পাতল দিছে। তেওঁলোকৰ বিজয় কামনা কৰিবলৈ তুমি প্ৰস্তুত হ'ব নোৱাৰানে? তেওঁলোকৰ পক্ষপাতী আমি দেৱতাসকলে একত্ৰিত হৈ জ্যুছৰ হস্তক্ষেপত বাধা প্ৰদান কৰি ট্ৰয়বাসীবিলাকক পশ্চাদপসৰণ কৰিবলৈ বাধ্য কৰিলে, তেওঁ যে ইডা পৰ্বতত অকলশৰে বহি থাকোতে কিমান হা-হুমুনিয়াহ পেলাব।"

ভূমিকম্পৰ অধিপতিয়ে অতিশয় ক্ৰোধত অভিভূতহৈ উত্তৰ দিলে, "হিৰী, কি আপদীয়া কথাবিলাক উচ্চাৰণ কৰিছা? তোমাৰ মুখৰ অলপো লাগবান্ধ নাই। ক্ৰনছ নন্দন জ্যুছ সৰ্বশক্তিমান। তেওঁৰ বিৰুদ্ধে মই কাৰো লগত যোগ দিব নোৱাৰোঁ।"

তেওঁলোক উভয়ে এই দৰে কথা পাতি থাকোতেই জাহাজ আৰু গড়খাৱৈৰ মাজৰ সুৰক্ষিত ঠাইখনত ৰথ আৰু সশস্ত্ৰ সৈনিকসকলৰ খেলি মেলি লাগিল। জ্যুছৰ বলেৰে বলীয়ান হৈ দুৰ্মদ ৰণদেৱতাৰ সমকক্ষ, প্ৰায়াম পুত্ৰ হেক্টৰে ভেড়া ছাগলী গড়ালত আটক কৰাৰ দৰে তেওঁলোকক সেই ঠাইত আবদ্ধ কৰিলে। তেওঁ জাহাজবিলাকতো জুই লগাই দিলেহেঁতেন, পিছে দেৱী হিৰীৰ দ্বাৰা প্ৰণোদিত হৈ আগামেম্‌নন সজাগ হ'ল আৰু জোৰ পুৰি হাত পোৱাৰ আগতেই একীয়ানবিলাকক একত্ৰিত কৰিবলৈ সচেষ্ট হ'ল। তেওঁ হাতখনত এখন ৰঙা কাপোৰ লৈ শিবিৰ আৰু জাহাজবিলাকৰ কাষে কাষে গৈ অৱশেষত ওডিচ্যুছৰ জাহাজখনৰ ক'লা কুন্ধিটোত উঠিল। এই জাহাজখনেই একেবাৰে সোঁ মাজত থকা কাৰণে তেওঁৰ মাত এটা মূৰে থকা টেলামনিয়ান আয়াছৰ শিবিৰৰপৰা একেবাৰে আনমূৰে থকা একিলিছৰ শিবিৰ পৰ্যন্ত ৰজনজনাই যাব বুলি তেওঁৰ ধাৰণা হৈছিল। নিজৰ বলবিক্ৰমত অটল বিশ্বাস থকাৰ কাৰণে তেওঁলোকে নিজৰ নিজৰ জাহাজ একেবাৰে কাষৰীয়াকৈ ৰাখিছিল। সেই অৱস্থানৰপৰাই আগামেম্‌ননে সমস্ত ডানান সৈন্য বাহিনীয়ে শুনিব পৰাকৈ উচ্চৈঃস্বৰে ক'লে, "ধিক্ ধিক্ ডানানসকল, তোমা-লোক অতি অধম। একমাত্ৰ কুচকাৱাজতহে তোমালোক পটু। পৃথিবীৰ ভিতৰতে শ্ৰেষ্ঠ যোদ্ধা বুলি আমাৰ যি খ্যাতি আছিল, সেইটো ক'লৈ গ'ল? শিঙাল গৰু ম'হৰ মঙহ আৰু পৰিপূৰ্ণপাত্ৰত থকা প্ৰচুৰ মদেৰে হেপাহ পলুৱাই পেটভৰাই লেমনছত যে বৰ ওফাইদাং মাৰিছিলা, সেইবিলাকৰ মূল্য ক'ত

থাকিল? যুদ্ধত এশজন কিয়, দুশজন ট্ৰজানৰো সন্মুখীন হব পাৰিবা বুলি প্ৰত্যেকেই দম্ভোক্তি কৰিছিলা। কিন্তু আমি আজি সকলোটি একত্ৰিত হৈয়ো অকল হেক্টৰকে প্ৰতিৰোধ কৰিব পৰা নাই। তেওঁ অতি শীঘ্ৰে আমাৰ জাহাজ-বিলাকত অগ্নি সংযোগ কৰিব। হে পিতা জ্যুছ, কোনো এজন পৰাক্ৰমী ৰজাক তুমি ছলনা কৰি তেওঁৰ সমস্ত সুযশ আৰু সুখ্যাতি এই দৰে বিলুপ্ত কৰিছানে? অথচ মই যদি কওঁ যে মোৰ এই আপদাময় নৌযাত্ৰাটোৰ আৰম্ভৰ পৰা শেষলৈকে মই ক'তো তোমাৰ পূজাৰ বেদীৰ প্ৰতি অশ্ৰদ্ধা প্ৰদৰ্শন কৰা নাই। ট্ৰয় দুৰ্গ অধিকাৰ কৰাৰ অসীম আগ্ৰহত মই প্ৰতিটো বেদীতেই পশুৰ পীৰা আৰু চৰ্বী দাহ কৰিছিলোঁ। হে জ্যুছ, অন্ততঃ মোৰ এই প্ৰাৰ্থনা মঞ্জুৰ কৰা। আন নহলেও আমি যেন প্ৰাণ লৈ পলাই যাব পাৰো আৰু ট্ৰজান-বিলাকে যেন আমাক এইদৰে ব্যতি-ব্যস্ত কৰিবলৈ সমৰ্থ নহয়।"

আগামেমননে এই দৰে প্ৰাৰ্থনা জনালে আৰু তেওঁৰ কৰুণ কাকুতিত পিতৃ-পুৰুষ অভিভূত হ'ল। ঈষৎ শিৰশ্চালন কৰি তেওঁ তেওঁৰ সৈন্যবাহিনীৰ নিষ্কৃতি সূচনা কৰিলে আৰু লগে লগে ঈগল চৰাই এটা পঠিয়াই দিলে। ভৱিষ্যতৰ ইংগিত দিয়া চৰাইবিলাকৰ ভিতৰত ঈগলেই শ্ৰেষ্ঠ। সি নখেৰে চপল হৰিণী এজনীৰ পোৱালি এটা ধৰি লৈ আহিছিল। একীয়ানবিলাকে দৈব বাণীৰ স্ৰষ্টা জ্যুছৰ প্ৰতি বলি বিধান কৰা বেদী এটাৰ ওপৰতে ঈগলটোৱে পহু পোৱালিটো পেলাই দিলে। এই চৰাইটো জ্যুছৰ দূত বুলি বুজিব পাৰি তেওঁলোকে অধিক উদ্যমেৰে ট্ৰজানবিলাকৰ ওপৰত জপিয়াই পৰিল আৰু ৰণৰ উলাহ তেওঁলোকৰ অন্তৰত থন্ ধৰি উঠিল।

ডানান ৰথীসকলৰ মাজত এনে এজন লোক নাছিল যিজনে সবেগে ৰথ চালনা কৰি ডায়মিডিছতকৈ আগতেই গড়খাৱৈ পাৰহৈ ট্ৰজানবিলাকক আক্ৰমণ কৰিবলৈ সমৰ্থ হৈছিল বুলি গৌৰৱ কৰিব পাৰে। এই কথা নিশ্চিত যে ডায়মিডিছেই পোন প্ৰথমে এজন ট্ৰজান যোদ্ধাৰ প্ৰাণ লবলৈ সক্ষম হৈছিল। তেওঁৰ হাতত নিহত হোৱা সৈনিকজন আছিল ফ্ৰেড্মন পুত্ৰ এজিলাছ। তেওঁ পলায়নৰ উদ্দেশ্যেৰে ঘোঁৰাহাল ঘূৰাইছিল। কিন্তু সেই মুহূৰ্ততেই ডায়মিডিছৰ বৰ্শা তেওঁৰ পিঠিৰ সোঁমাজত সোমাই বুকুৰেদি বাহিৰ হৈ গ'ল। তেওঁ সশব্দে ভূপতিত হ'ল আৰু তেওঁৰ বৰ্মাখন জনজনাই উঠিল।

আট্ৰিউছনন্দন আগামেমনন আৰু মেনিলাছ ডায়মিডিছৰ পিছতেই আছিল। তেওঁলোকক অনুসৰণ কৰিছিল নিৰ্ভীক আৰু দৃঢ়প্ৰতিজ্ঞ আয়াছদ্বয়ে; তেওঁলোকৰ পিছত ক্ৰমান্বয়ে আহিল আইডমিনিউছ, তেওঁৰ সহচৰ নৰ্ম্মিয়া

ৰণদেৱতাৰ সহযোগী মেৰিয়নিছ আৰু ইউমিয়নৰ সম্ভ্ৰান্ত সন্তান ইউৰিপাইলাছ। যুদ্ধৰ বাবে আগবাটি অহা নৱমজন যোদ্ধা আছিল টিউছাৰ। তেওঁৰ হাতত আছিল শৰসন্ধানৰ বাবে প্ৰস্তুত হৈ থকা বক্ৰধেনু। টেলামন পুত্ৰ আয়াছৰ ঢালখনৰ পিছফালে সচৰাচৰভাৱে তেওঁ থিয় হৈছিল। আয়াছে ধীৰে ধীৰে তেওঁৰ ঢালখন একতীয়া কৰিলে টিউছাৰে শত্ৰুৰ ফালে তেওঁৰ লক্ষ্য স্থিৰ কৰি শৰসন্ধান কৰে। শৰবিদ্ধ শত্ৰুজনৰ পতন হোৱা মাত্ৰকে, মাকৰ আঁচলৰ আঁৰলৈ লৰমৰা শিশুৰ দৰে টিউছাৰে পুনৰ আয়াছৰ পিছফালে আশ্ৰয় লয় আৰু আয়াছেও তেওঁক চিকমিকিয়া বাৰুখনেৰে আবৰি ৰাখে।

এই অতুলনীয় টিউছাৰৰ শৰত পোন প্ৰথমে কোন কোন ট্ৰজান যোদ্ধাৰ পতন হ'ল? তেওঁলোক হ'ল— অৰ্ছিলকাছ, অৰ্মিনাছ, অফিলেষ্টিছ, ডেটৰ, ক্ৰমিয়াছ, দেৱোপম লাইকফাণ্টছ পলিমন পুত্ৰ আমপাওন আৰু মেলানিপ্পাছ। অতি কম সময়ৰ ভিতৰতে ইজনৰ পিছত সিজনকৈ তেওঁলোকে পৃথিৱীৰ উদাৰ বুকুত আশ্ৰয় ল'লে। টিউছাৰে শক্তিশালী ধেনুখনেৰে ট্ৰজানবিলাকৰ মাজত বিপৰ্যয়ৰ সৃষ্টি কৰা দেখি আগামেমনন উৎফুল্ল হ'ল। তেওঁৰ ওচৰলৈ গৈ তেওঁ ক'লে, "টেলামন তনয় টিউছাৰ, প্ৰিয়ৰাজপুত্ৰ, এইদৰেই শৰ সন্ধান কৰি থাকা। তোমাৰপৰাই ডানানসকল ৰক্ষা পৰিব পাৰে। তোমাৰ কাৰ্যই টেলামনৰো সন্মান বৃদ্ধি কৰিব। তোমাৰ পিতৃপৰিচয় নাই যদিও তেৱেঁই তোমাক নিজৰ ঘৰত আশ্ৰয়দি তুলি-তালি ডাঙৰ দীঘল কৰিছে। এতিয়া যশস্যা অৰ্জন কৰি তেওঁৰ ঋণ পৰিশোধ কৰা, কাৰণ তেওঁ দূৰ দূৰণিত। মই নিজে কি কৰিম বুলি ভাবিছো কওঁ শুনা। চক্ৰধাৰী জ্যুছ আৰু এথেনীৰ অনুগ্ৰহত মই যদি কেতিয়াবা সুৰম্য ট্ৰয়নগৰ লুণ্ঠন কৰিব পাৰো, মোৰ পিছতেই তোমাক সন্মানজনক প্ৰথম পুৰস্কাৰ প্ৰদান কৰিম। সেই পুৰস্কাৰ হব এডাল জাঁতি নাইবা এহাল ঘোঁৰা, নহলে তোমাৰ শয্যাসঙ্গিনী হব পৰা এগৰাকী নাৰী।"

প্ৰশংসনীয় টিউছাৰে উত্তৰ দিলে, "মহাৰাজ আট্ৰাইডিছ, চেকুৰ মেলা ঘোঁৰাৰ পিঠিত কিয় চাবুক লগাব লাগিছে? দুখ ভাগৰলৈ আওকাণ কৰি মই যি পাৰো কৰিয়েই আছোঁ। সিহঁতক নগৰৰ ফালে পিছ হোঁহকাই নিয়াৰ সময়ৰপৰাই মই ছল চাই একো একোটাক কাঁড়েৰে শালি আছো। ইমান পৰে মই দীঘল জোং থকা আঠোটা কাঁড় মাৰিলো আৰু প্ৰতিটোৱেই একোটা যুঁজাক ডেকাৰ মঙহত সোমাইছেগৈ। কিন্তু এইফালে বলীয়া কুকুৰ এটা আহি আছে। তাকহে মই বধে পৰা নাই।"

এই দৰে কোৱাৰ লগে লগে তেওঁ হেক্টৰৰ ফালে কাঁড় এপাট টোঁৱালে। হেক্টৰক হানিবলৈ তেওঁ উচপিচাই আছিল। কাঁড পাট গুণৰ পৰা সোঁ সোঁৱাই উৰি গ'ল। পিছে হেক্টৰৰ গাত নালাগি প্ৰায়ামৰ গুণধৰ পুত্ৰ বিচক্ষণ গৰ্গিঠিয়নৰ কলিজা ভেদ কৰিলে। তেওঁৰ মাক সুন্দৰী কেষ্টিনেৰাযাৰো দেহ আছিল দেবীৰ দৰেই সুঠাম। তেওঁ প্ৰায়ামক বিয়া কৰিবৰ বাবে এছিমীৰপৰা আহিব লগা হৈছিল। গুটিৰ ভৰত আৰু বসন্তকালীন বৰষুণৰ ফলত দোঁ খাই যোৱা পপী ফুলৰ গছৰ দৰে শিৰস্ত্ৰাণৰ ভৰত গৰ্গিঠিয়নৰ শিৰো একটীয়া হৈ হাউলি গ'ল।

হেক্টৰৰ প্ৰাণৰ কাৰণে পুনৰ লালায়িত হৈ টিউছাৰে দুনাই তেওঁক লক্ষ্য কৰি শৰসন্ধান কৰিলে। কিন্তু এইবাৰো কাঁড়পাট লক্ষ্যভ্ৰষ্ট হ'ল। এপলোৱে গতি পৰিবৰ্তন কৰাৰ ফলত কাঁডপাট হেক্টৰৰ নিৰ্ভীক সাৰথি আৰ্কেপ্টলিমাছৰ বুকুত বিদ্ধ হ'ল। তেওঁ সশব্দে ৰথৰপৰা বাগৰি পৰিল আৰু খিতাতে প্ৰাণ হেৰুৱালে। ঘোঁৰাহালেও উচপ খালে।

সাৰথিজনৰ মৃত্যুত হেক্টৰে অন্তৰত বৰ আঘাত পালে। কিন্তু মনতে দুখ পাইছিল যদিও তেওঁ সঙ্গী যোদ্ধাজনক তাতেই এৰি থৈ ওচৰতে থকা ভায়েক ছেব্ৰিয়নিছক ঘোঁৰাৰ লেকাম ধৰিবলৈ মাতিলে। ছেব্ৰিয়নিছে হেক্টৰৰ আদেশ পালন কৰিলে। হেক্টৰে ভয়ঙ্কৰ নিনাদ কৰি চমৎকাৰ ৰথখনৰপৰা জাপ মাৰি মাটিত নামিল আৰু হাতত এডোখৰ শিল লৈ পোনে পোনে টিউছাৰৰ ফাললৈ আগবাঢ়ি গ'ল। তেওঁক হত্যা কৰিবলৈ হেক্টৰ দৃঢ়সঙ্কল্প হৈছিল। ঠিক সেই মুহূৰ্ততে টিউছাৰে ধেনুত কাঁড় এপাট লগাই তেওঁৰ ফালে টোঁৱাই-ছিল। উজ্জ্বল শিৰস্ত্ৰাণৰ গৰাকী হেক্টৰে খহটা শিলটো তেওঁৰ কান্ধলৈ দলি মাৰি পঠিয়ালে। ডিঙি আৰু বুকুৰ জোৰাটোৰ বিষম ঠাইডোখৰতে শিলটো লাগিল গৈ। ধেনুৰ গুণডাল চিগি গ'ল, তেওঁৰ আঙুলিবিলাক অসাৰ হ'ল আৰু তেৱোঁ আঁঠুত ভৰ দি বৰ নোৱাৰি লুটি খাই পৰিল। ধেনুখনো তেওঁৰ হাতৰপৰা উফৰি গ'ল। কিন্তু আয়াছে বাগৰি পৰা ভায়েকক আওহেলা নকৰিলে। লৰ মাৰি গৈ তেওঁ টিউছাৰৰ কাষ চাপি ঢালখনেৰে তেওঁক আৱৰি ধৰিলে। তাৰ পিছত একীয়ান পুত্ৰ মেচিষ্টিউছ আৰু মহান্নুভৱ আলাষ্টৰ এই বিশ্বস্ত সঙ্গী দুজনে তেওঁক মাটিৰপৰা দাঙি লৈ শূন্যগৰ্ভ জাহাজ-লৈ স্থানান্তৰিত কৰিলে। ওৱে বাটটো তেওঁ কেকাই আহিল।

এতিয়া অলিম্পাছ বাসী জ্যুছে ট্ৰজানবিলাকক নতুন উদ্দীপনাৰে অনুপ্ৰাণিত কৰিলে। তেওঁলোকে একীয়ানবিলাকক গভীৰ গড়খাইটোৰ

ফালে খেদি নিলে। দুৰ্দ্ধৰ্ষ হেক্টৰে উলাহেৰে আগবাঢ়ি তেওঁলোকক পৰিচালনা কৰিলে। চিকাৰী কুকুৰে বৰকৈ ভুকি ভুকি বগিয়াবগিকৈ পলাই যোৱা সিংহ বা বনৰীয়া বৰাগাহৰীক অলপো সকাহ নিদিয়াকৈ পিঠি বা তপিনা য'তে পাৰে কামুৰি কামুৰি খেদি নিয়াৰ দৰেই হেক্টৰেও দীৰ্ঘকেশী একীয়ানবিলাকক অনুসৰণ কৰিছিল আৰু প্ৰাণটাকি পলাই যাওঁতে পিছ পৰা বিলাকক যিমান পাৰে বধ কৰিছিল। খাৱৈ আৰু গড়টো পাৰহৈ পলাই যোৱাৰ সময়ত বহুতো একীয়ান ট্ৰজানবিলাকৰ হাতত নিহত হ'ল। পিছলৈ এবাৰো উভতি নোচোৱাকৈ তেওঁলোক জাহাজ পালেগৈ। তাতে তেওঁলোক ৰল আৰু ইজনে সিজনৰ সহায় বিচাৰিলে। প্ৰত্যেকে হাত তুলি দেৱতাসকলক সৰবে প্ৰাৰ্থনা জনালে। কিন্তু দীঘল কেশৰ থকা ঘোঁৰাহাল ইফালে সিফালে ঘূৰাই পকাই আৰু তেওঁলোকৰ ফালে গৰ্গো বা হত্যাকাৰী ৰণদেৱতাৰ দৰে দৃষ্টিপাত কৰি হেক্টৰ তাতেই সচেষ্ট হৈ আছিল।

তেওঁলোকৰ দুৰ্দশা দেখি শ্বেতহস্তা হিৰী ব্যথিত হ'ল। তেওঁ মনোভাব গোপন নকৰি এথেনীক ক'লে, "ছত্ৰধাৰী জ্যুছৰ দুহিতা, ডানানবিলাকৰ এই বিপৰ্যয়ত তুমি আৰু মই শেষবাৰৰ কাৰণে অলপো চেষ্টা নকৰি এইদৰে চায়েই থাকিমনে? আমি নিচেষ্ট হৈ থাকিলে মাত্ৰ এজন মানুহেই তেওঁলোকক মষিমূৰ কৰিব। হেক্টৰে ইতিমধ্যে তেওঁলোকৰ কি অৱস্থা কৰিছে চোৱাচোন। তেওঁৰ উন্মত্ত আক্ৰমণ প্ৰতিহত কৰিবলৈ কোনো নাই।"

দীপ্ত নেত্ৰা দেবী এথেনীয়ে মাত লগালে, "তেওঁৰ এই উন্মত্ত আক্ৰমণৰ অৱসান ঘটিবলৈ আৰু নিজৰ জন্মভূমিতেই আৰ্গিভবিলাকৰ হাতত তেওঁ নিহত হলে মই যিমান আনন্দিত হ'ম, আন একোৱেই মোক সিমান আনন্দ দিব নোৱাৰিব। কিন্তু অসুবিধা হৈছে পিতাৰ আওঁপকীয়া স্বভাৱটোৰ কাৰণে। বুঢ়াটো কম ধূৰ্ত নহয়, মোৰ কামবিলাকত কিবা এটা নহয় এটা লেঠা লগাবই। ইউৰিষ্টিউছে কৰিবলৈ দিয়া অসাধ্য কামটো পুতেক হেৰাক্লিছে বাৰে বাৰে মই সহায় নকৰা হলে ক'ত কৰিব পাৰিলেহেঁতেন। সেইটো এতিয়া তেওঁ পাহৰিলে। হেৰাক্লিছে স্বৰ্গ লৈ চাই ইনাই বিনাই কান্দিছিল আৰু তেওঁক বিপদৰপৰা উদ্ধাৰ কৰিবলৈ মোক জ্যুছে পঠিয়াই দিছিল। এই কথা আগেয়ে জনাহলে ইউৰিষ্টিউছৰ আদেশ মতে দ্বাৰৰক্ষক হেডিছৰ প্ৰাসাদলৈ গৈ ৰসাতলৰ পৰা নৰকৰ কুকুৰটো লগত লৈ উভতি অহাৰ সময়ত হেৰাক্লিছে বৈতৰণী নদীৰ কোবাল সোঁত কেতিয়াও পাৰ হব নোৱাৰিলে হয়। কিন্তু এতিয়া মই এলাগী হ'লো। ঠিটিছহে লাগী হ'ল, কাৰণ এতিয়া তেওঁ জ্যুছৰ ভৰিত চুমা

খাই আৰু তেওঁৰ ঠুটবিটো মোহাৰি দি পুতেক, নগৰ লুণ্ঠনকাৰী একিলিছৰ হৈ সহায় বিচাৰিছে আৰু তেওঁৰ কথা মতেই কাম হৈছে। পিছে আকৌ মোৰ দিন আহিব। তিৰ্বাবৰোৰ চকুৰ, চেনেহৰ জা বুলি মোক আকৌ মাতি নিব। বাৰু, ইতিমধ্যে তুমি ঘোঁৰাহাল সাজু কৰি ৰাখা আৰু মই ছত্ৰধাৰী জ্যুছৰ কাৰেঙলৈ গৈ যুদ্ধৰ সাজপাৰ পিন্ধোঁগৈ। আমি দুয়ো গৈ সৈন্যবিলাকৰ মাজ পালে, প্ৰায়ামৰ পুতেক হেক্টৰে কিমান ৰং পায় দেখা যাব। একীয়ান-বিলাকৰ জাহাজৰ কাষত মৰিবলৈ এতিয়া ট্ৰজানবিলাকৰ পাল পৰিব। সিহঁতৰ চৰ্বী আৰু মঙহ কুকুৰ আৰু চিকাৰী চৰাইবিলাকে হেঁপাহ পলুৱাই খাব।"

এথেনীৰ কথাত শ্বেতহস্তা হিৰীয়ে অলপো আপত্তি নকৰিলে। স্বৰ্গৰ অধিশ্বৰী শক্তিমান ক্ৰনছৰ কন্যা হিৰীয়ে ঘোৰাহালক সোণৰ জীন লেকামেৰে সজ্জিত কৰিবলৈ যাত্ৰা কৰিলে আৰু ছত্ৰধাৰী জ্যুছৰ দুহিতা এথেনীয়ে পিতাকৰ প্ৰাসাদৰ দুৱাৰ মুখত উপস্থিত হৈ নিজহাতে বৈ লোৱা মিহি, ফুলাম কাপোৰ সাজ খুলি থৈ সৈনিকৰ সাজপাৰ পিন্ধিলে আৰু মেঘ নিয়ন্ত্ৰক জ্যুছৰ অস্ত্ৰ-শস্ত্ৰেৰে নিজকে শোকাবহ যুদ্ধখনৰ কাৰণে বিভূষিত কৰিলে। তাৰ পিছত তেওঁ প্ৰজ্বলিত অগ্নিৰ দৰে দীপ্তিমান ৰথখনত আৰোহণ কৰিলে আৰু ক্ৰোধ উদ্ৰেক হলে জ্যুছৰ সুযোগ্যা দুহিতাই যি পাট শক্তিশেলেৰে ৰথী মহাৰথীসকলৰ ব্যূহো লণ্ড-ভণ্ড কৰিবলৈ সমৰ্থ হয়, সেই প্ৰকাণ্ড, দীঘল বৰ্ণাপাট হাতত ললে। তেওঁ ৰথত উঠা মাত্ৰকে হিৰীয়ে চাবুকেৰে ঘোৰাহাল খেদাই দিলে।

তেওঁলোকৰ আগমনত মেঘ গৰ্জনৰ দৰে শব্দ কৰি স্বৰ্গদ্বাৰ আপোনা আপুনি মেলখাই গ'ল। অলিম্পাছ আৰু অনন্ত আকাশৰ ৰক্ষক ঘটিকাসকলে এই দুৱাৰখনৰ তত্বাৱধান লয়। তেওঁলোকৰ কাম হৈছে দুৱাৰখন বন্ধ কৰা নাইবা ঘন মেঘমালা আন্দোলিত কৰা। এই দুৱাৰৰ মাজেদিয়েই দেৱীসকলে তেওঁলোকৰ অশ্বদ্বয় পৰিচালনা কৰি লৈ গ'ল।

'জনক জ্যুছে ইডা পৰ্বতৰপৰাই তেওঁলোকক দেখা পাই খঙত জ্বলি উঠিল আৰু সোণালী ডেউকাৰে শোভিতা আইৰিছক তেওঁলোকৰ ওচৰলৈ পঠিয়াই ক'লে, "আইৰিছ, যিমান বেগাই পাৰা তুমি এতিয়াই যাত্ৰা কৰা। তেওঁলোকক উভতি আহিবলৈ কোৱাগৈ। তেওঁলোক মোৰ সন্মুখলৈ নহাই মজল। জ্যুছৰ লগত যুদ্ধ লাগিলে তেওঁলোকেই অসুবিধা বিপদত পৰিব। মোৰ মিছা ভাবুকি দিয়াৰ অভ্যাস নাই। তেওঁলোকক কৰা যে মই ঘোঁৰাহালৰ ঠেংৰ শিৰ কাটি দিম আৰু তেওঁলোকক ৰথচ্যুত

কৰিম। লগতে ৰথখনো ভাঙি চিঙি পেলাম। তেওঁলোকক মই যন্ত্ৰেৰে এনেভাৱে প্ৰহাৰ কৰিম যে দহবছৰৰ মূৰতো তেওঁলোকে আৰোগ্য লাভ কৰিব নোৱাৰিব। পিতাকৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰিলে কি ফল হয়, দীপ্ত নেত্ৰা দেৱীয়ে তেতিয়াহে শিকিব পাৰিব। হিৰীৰ আচৰণত অৱশ্যে মই বেছি দুখ পোৱা নাই, মোৰ বিশেষ খঙো উঠা নাই। কাৰণ মোক অমান্য কৰাটো তেওঁৰ স্বভাৱেই।"

বা-মাৰলিৰ দৰে ক্ষিপ্ৰচৰণা আইৰিছে জ্যুছৰ বাৰ্তা বহন কৰি ইডা পৰ্বতৰ শিখৰৰপৰা মহান অলিম্পাছ ধামৰ উদ্দেশ্যে বায়ুবেগে উৰা মাৰিলে। অলিম্পাছৰ ওখ-চাপৰ শৃঙ্গবিলাকত উপস্থিত হৈ তেওঁ ঠিক স্বৰ্গদ্বাৰৰ কাষতেই দেৱী দুগৰাকীক লগ পালে। তেওঁলোকক তাতে ৰখাই তেওঁ জ্যুছৰ আদেশ নিবেদন কৰি ক'লে, "কোন ফালে যাবলৈ ওলাইছা? এই উন্মাদ দুঃসাহসৰ অৰ্থ কি? তোমালোকে আৰ্গিভবিলাকক সহায় কৰাটো ক্ৰনছ নন্দনৰ অভিপ্ৰেত নহয়। সেই কাৰ্যৰপৰা বিৰত হবলৈ তেওঁ তোমালোকক নিৰ্দেশ দিছে। তোমালোকে জানাই যে জ্যুছে মিছাকৈয়ে ভাবুকি নিদিয়ে। তেওঁ কোৱা কথাৰ লৰচৰ নহয়। তেওঁ ঘোঁৰাহালৰ ঠেঙৰ শিৰ কাটি দিব আৰু তোমালোকক ৰথচ্যুত কৰিব। ৰথখনো ভাঙি পেলাব। দহোটা বছৰ বাগৰি যাব, তথাপি তোমালোকে বজ্ৰঘাটৰ ফলত হোৱা ক্ষতৰ পৰা আৰোগ্য লাভ কৰিব নোৱাৰিবা। প্ৰদীপ্তনয়না দেৱী, পিতাৰৰ বিৰুদ্ধে থিয় হোৱাৰ প্ৰতিফল সেই দৰেই পাবা। হিৰীয়ে তেওঁক প্ৰায়ে অমান্য কৰে। সেই বাবে তেওঁ ব্যথিত বা ক্ৰুদ্ধ হোৱা নাই। কিন্তু তোমাৰ অশোভন আৰু নিৰ্লজ্জ আচৰণত তেওঁ ক্ষুব্ধ হৈছে। সেই বিৰাট বৰ্শাপাট হাতত লৈ জ্যুছৰ সম্মুখীন হোৱাৰ সাহস জানো তোমাৰ প্ৰকৃততে আছে?"

কথাটো কৈয়ে ক্ষিপ্ৰচৰণা আইৰিছে বিদায় ল'লে। হিৰীয়ে ভয়ত এথেনীৰ ফালে চাই ক'লে, "ছত্ৰধাৰী জ্যুছৰ দুহিতা, মোৰ মনৰ ইচ্ছা মনতে মাৰ গৈছে মানুহৰ হৈ আমি জ্যুছৰ লগত বিবাদ কৰিব নোৱাৰো। কোন মৰে কোন বাচে, ভাগ্যৰ কথা। ট্ৰজান আৰু ডানানসকলৰ ভাগ্য জ্যুছেই নিৰ্দ্ধাৰণ কৰিব। সেইটোৱেহে উচিত কথা।"

এইদৰে কোৱাৰ লগে লগেই তেওঁ ৰথখন ঘূৰালে। ঘটিকাসকলে দীঘল কেশৰ থকা ঘোঁৰাহাল খুলি দি সিহঁতক অমৃতোপম খাদ্যৰ পাত্ৰ থকা ঠাইতে এৰাল দি থলে। ৰথখনো স্বৰ্গদ্বাৰৰ কাষৰ বংমলা দেৱালতে আওজাই ৰাখিলে। দেৱী দুগৰাকীয়েও মনৰ দুখত অন্যান্য দেৱতাসকলৰ এচৰতে সোণৰ আসনত বহিল।

ইতিমধ্যে পিতৃপুৰুষ জ্যুছে ইডা পৰ্বতৰপৰা অলিম্পাছ অভিমুখে বেগী ৰথখন চলাই দিলে। দেৱধাম্ভ উপনীত হোৱাৰ সময়ত তেওঁকো উপযুক্তভাৱে সেৱা কৰা হ'ল। কীৰ্তিমান ভূমিকম্পাধিপতিয়ে ৰথৰপৰা ঘোঁৰাহাল খুলিলে আৰু ৰথখন নিৰ্দ্দিষ্ট ঠাইলৈ লৈ গৈ কাপোৰ এখনেৰে ঢাকি দিলে। সৰ্বদ্ৰষ্টা জ্যুছেও স্বৰ্ণ সিংহাসনত উপবেশন কৰিলে। তেওঁৰ চৰণৰ ভৰত বিশাল অলিম্পাছ কঁপি উঠিল।

এথেনী আৰু হিৰী দুয়ো জ্যুছৰপৰা ভালেমান আঁতৰত একলীয়া হৈ বহিল। তেওঁলোকে এষাৰো মাত নামাতিলে, কোনো প্ৰশ্নও নুসুধিলে। কিন্তু অন্তৰ্যামী জ্যুছে তেওঁলোকৰ মনোভাব বুজিব পাৰি মাত লগালে, "এথেনী আৰু হিৰী, তোমালোক ইমান হতাশ হৈছা কিয়? গৌৰৱময় যুদ্ধত ঘৃণিত ট্ৰজানবিলাকক দলে দলে হত্যা কৰি তোমালোক ক্লান্ত হোৱা নাইতো? অলিম্পাছৰ সমগ্ৰ দেৱতা বৃন্দয়ো মোক লক্ষ্য পথৰপৰা বিচলিত কৰিব নোৱাৰে ; মোৰ এই অজেয় বাহুত ইমান শক্তি আছে। কিন্তু যুদ্ধ ক্ষেত্ৰৰ বিভীষিকা দেখা পোৱাৰ বহুত আগতেই তোমালোক দুয়োৰো গাত কপঁনি উঠিল। তোমালোকে সেই ইচ্ছা পৰিত্যাগ নকৰা হলে কি ঘটিলহেঁতেন কওঁ শুনা, মোৰ বজ্ৰই তোমালোকক ক্ষত বিক্ষত কৰিলেহেঁতেন। আৰু আনৰ ৰথত উঠিহে অলিম্পাছলৈ উভতিব পাৰিলা হয়।"

জ্যুছৰ আক্ৰমণাত্মক উক্তিত হিৰী আৰু এথেনীয়ে মুখৰ ভিতৰতে ভোৰ ভোৰালে। তেওঁলোক দুয়ো একেলগে বহি ট্ৰজানবিলাকৰ বিপদ ঘটাবলৈ জল্পনা-কল্পনা কৰি আছিল। পিতাক জ্যুছৰ কথাত লাজ পাইছিল যদিও—এথেনী নীৰৱে থাকিল। খঙত টিঙিৰিতুলা হৈছিল যদিও তেওঁ কোনো প্ৰতিবাদ নকৰিলে। কিন্তু ক্ৰোধ সম্বৰণ কৰিব নোৱাৰি হিৰীয়ে আটাহ পাৰি ক'লে, "ক্ৰনছৰ ভয়ঙ্কৰ পুত্ৰ, মই আৰু সহ্য কৰি থাকিব নোৱাৰো। আপোনাৰ পৰাক্ৰম উলাই কৰিব পৰা বিধৰ নহয় বুলি আমি সকলোৱেই গম পাওঁ। কিন্তু তথাপিয়ো বৰ্শাধাৰী ডানানবিলাকৰ বিপৰ্যয় আৰু দুৰ্দশা দেখি আমি দুঃখিত নহৈ নোৱাৰোঁ। যি নহওক এয়ে যদি আপোনাৰ ইচ্ছা হয় তেন্তে আমি আৰু যুদ্ধ কৰিবলৈ আগ নাবাঢো। মাত্ৰ আৰ্গিভবিলাকক দুই-এটা সদুপদেশ দিয়েই সন্তুষ্ট হৈ থাকিম যাতে তেওঁলোকৰ প্ৰতিজনেই আপোনাৰ ক্ৰোধানলত জাহ নাযায়।"

মেঘ নিয়ন্ত্ৰক জ্যুছে এই কথাৰ উত্তৰত ক'লে "বৃষভনেত্ৰা মহিষী হিৰী, কালিলৈ অৰুণোদয়ৰ সময়তে ক্ৰনছৰ সৰ্বশক্তিমান পুত্ৰই আৰ্গিভ বাহিনীৰ বৰ্শা

চালকবিলাকৰ মাজত মহাপ্ৰলয়ৰ সৃষ্টি কৰা দেখা পাবলৈ তোমাৰ সুযোগ হব। কাৰণ মই তোমাক স্পষ্টভাৱে কওঁ যে পেট্ৰক্লাছৰ মৃত দেহৰ বাবে প্ৰতিকূল অৱস্থাৰ মাজতো মৰো-জীউ-সোঁ-আধিকৈ জাহাজৰ নিচেই কাষতেই যুদ্ধ কৰি থকাৰ সময়ত ক্ষিপ্ৰগামী একিলিছে সক্ৰিয় অংশ গ্ৰহণ নকৰা পৰ্যন্ত হেক্টৰে শত্ৰু পক্ষক এক মুহূৰ্তৰ বাবেও জিৰণি নিদিয়ে। এয়ে দৈৱ নিৰ্দেশ। তোমাৰ বিষয়ে ইয়াকে কওঁ যে তুমি মোক বিৰক্ত কৰি থাকিলেও মই বিচলিত নহওঁ। তুমি অতলস্পৰ্শ গহ্বৰত নিপতিত হৈ আয়াপিটাছ আৰু ক্ৰনছক লগ পাবাগৈ। সূৰ্যৰ আলোকে তেওঁলোকক স্পৰ্শ কৰিব নোৱাৰে। এছাটি জুৰ বতাহে তেওঁলোকৰ শৰীৰ শীতলাব নোৱাৰে, কাৰণ তেওঁলোক গভীৰ টাৰ্টাৰাছত নিমজ্জিত। তুমিও সিমান তললৈকে নামি যাব পাৰা আৰু তেতিয়াও তোমাৰ ক্ৰোধ মই গ্ৰাহ্য নকৰিম। তোমাৰ ধৃষ্টতাৰ কোনো সীমা নাই।”

এইবাৰ শ্বেতহস্তা দেৱীয়ে এষাৰ মাতো নেমাতিলে। এনেকুৱাতে সমুদ্ৰৰ বুকুত সূৰ্য দেৱতা অস্ত গ'ল আৰু সুফলা পৃথিবী আন্ধাৰে আবৰি ধৰিলে। দিনটোৰ সামৰণি পৰা ট্ৰজানবিলাকৰ কাম্য নাছিল। কিন্তু একীয়ানবিলাকে এইকণ অৱকাশৰ বাবেই বাট চাই আছিল। আৰু তেওঁলোকৰ ব্যাকুল প্ৰাৰ্থনাৰ বিলম্বিত উত্তৰ স্বৰূপেই আন্ধাৰ নামি আহিল।

খ্যাতিমান হেক্টৰে ট্ৰজান সৈন্যসকলক জাহাজবিলাকৰ কাষৰপৰা আঁতৰাই লৈ গ'ল আৰু খৰস্ৰোঁতা নদীখনৰ পাৰতে মৃতদেহ বিহীন মুকলি ঠাইত এখন সভা আহ্বান কৰিলে। সকলোৱে ৰথৰপৰা নামি ৰাজকুমাৰৰ ভাষণ শুনিবলৈ সাজু হ'ল। তেওঁৰ হাতত আছিল এডাল এঘাৰহাত দীঘল বৰ্শা, তাৰ ব্ৰঞ্জৰ জোংটো তেওঁৰ সমুখত চিকমিকাই আছিল। নালটোৰ একেবাৰে গুৰিত আছিল এটা সোণৰ মেৰ। বৰ্শা পাতত ভৰ দি তেওঁ সকলোকে সম্বোধন কৰি ক'লে, “ট্ৰজান, ডাৰ্ডানীয় আৰু মিত্ৰপক্ষৰ সৈন্যসকল, মোৰ কথালৈ মনোযোগ দিয়ক। বাতল ইলিয়ামলৈ প্ৰত্যাবৰ্তন কৰাৰ আগতেই মই একীয়ানবিলাকৰে সৈতে জাহাজবোৰ ধ্বংস কৰিব পাৰিম বুলি আশা কৰিছিলো। কিন্তু অতি সোনকালেই অন্ধকাৰ হ'ল। অকল এইটো কাৰণতহে আৰ্গিভবিলাক আৰু তেওঁলোকৰ নৌ বাহিনী ৰক্ষা পাৰিল। এতিয়া ৰাতি হ'ল, আমি আহাৰৰ ব্যৱস্থা কৰাই সঙ্গত। দীঘল কেশৰ থকা ঘোঁৰাবিলাক ৰথৰপৰা খুলি সিহঁতৰ কাৰণে দানা-পানীৰ যোগাৰ কৰক। তাৰ পিছত সোনকালে নগৰলৈ গৈ গৰু-ম'হ আৰু নোদোকা মেৰ ছাগলী কিছুমান লৈ আহক গৈ। ঘৰৰপৰা মিঠা মদ আৰু ৰুটিও লৈ আহিব। গোটেই ৰাতিটো

জলাব পৰাকৈ যথেষ্ট কাঠখৰি গোটাওক, যাতে কেইবা কুৰাও জুই ধৰি আমি চাৰিওফালে পোহৰ কৰি থব পাৰো। তেতিয়া হলে দীৰ্ঘকেশী একীয়ান-বিলাকে এন্ধাৰে-মুধাৰেই সাগৰত পাৰি দি ঘৰলৈ পলাই যাব নোৱাৰিব। নিজৰ সময় সুবিধা অনুসৰি জাহাজ মেলিবলৈ আমি সিহঁতক সুযোগ নিদিওঁ। জাহাজত জাপ মাৰি উঠাৰ সময়ত কাঁড় বা চোকা বৰ্শাৰ উপহাৰ সিহঁতে পিঠি পাতি লওক আৰু ঘৰলৈ গৈ তাকে জীন নিয়াওক, অশ্বদমন ট্ৰজানসকলক আক্ৰমণ কৰিবলৈ উদ্যত হলে যুদ্ধত কেনে দুখ দুৰ্গতিৰ সন্মুখীন হব লগা হয় সেই শিক্ষা সিহঁতেতো পাবই, আনেও নোপোৱাকৈ নেথাকিব। ট্ৰয় নগৰতো আমাৰ পুণ্যৱন্ত ঘোষকসকলে চেমনীয়া ল'ৰা আৰু পকাচুলীয়া বুঢ়া-বিলাকক স্বয়ং দেৱতাসকলে নিৰ্মাণ কৰা আৰু নগৰৰ চাৰিও ফালে থকা গড়-বিলাকৰ কাষে কাষে বাহৰ পাতি থাকিবলৈ সঁকীয়াই দিয়ক, আমাৰ পুৰনাৰী-সকলে নিজ নিজ ঘৰত একোকুৰা ডাঙৰ জুই জলাই ৰাখক। তদুপৰি পালি-পহৰীয়াবিলাকো নিয়ম মতে সজাগ হৈ থাকিব লাগিব, যাতে সৈন্যবাহিনীৰ অনুপস্থিতিৰ সুযোগ লৈ শত্ৰুবিলাকে নগৰত গোপনে প্ৰবেশ কৰিব নোৱাৰে। সাহসী ট্ৰজানসকল, এয়ে মোৰ আদেশ, এই আদেশ সকলোৱে পালন কৰক।

"সম্প্ৰতি এয়ে যথেষ্ট, আমাৰ দিন ভাল বুলিয়েই মই ভাবোঁ। ৰাতি পুৱা মই সৈন্যসকলক নতুনকৈ নিৰ্দেশ দিম। মই আশা কৰিছো আৰু জ্যুছ প্ৰমুখ্যে দেৱতাসকলকো প্ৰাৰ্থনা কৰিছো যে বিধিৰ বিধান অনুসৰি কলীয়া জাহাজত উঠি ইয়ালৈ অহা নাৰকীয় কুকুৰবিলাকক আমি খেদি পঠিয়াব পাৰিম। এতিয়া ৰাতি হ'ল, আমিও সতৰ্কভাৱে পহৰা দিব লাগিব। কিন্তু ব্ৰহ্ম মুহূৰ্ত্ততে আমি অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ শূন্যগৰ্ভ জাহাজবিলাকত থকা শত্ৰুক আক্ৰমণ কৰিম। টিডিউছৰ তনয় ডায়মিডিছে মোক জাহাজৰ ওচৰৰপৰা দুৰ্গৰ ফালে পলাই যাবলৈ বাধ্য কৰিব পাৰে নে মইয়েই তেওঁক তীক্ষ্ণ ব্ৰঞ্জৰ বৰ্শাৰে ভূপতিত কৰি তেওঁৰ ৰক্তাক্ত ঢাল-বৰ্ম আদি হৰণ কৰিব পাৰো তেতিয়াহে দেখা যাব। মোৰ বৰ্শাৰ সন্মুখীন হব পৰা শক্তি তেওঁৰ আছে নে নাই ৰাতি পুৱাহে তেওঁ জানিব পাৰিব। হয়তো কালিলৈ সূৰ্যোদয়ৰ লগে লগেই তেওঁ যুদ্ধক্ষেত্ৰত তেজেৰে বাউলী হৈ পৰি থাকিব, তেওঁৰ চাৰিও-ফালে ধৰাশায়ী হৈ থাকিব তেওঁৰ অধীনত থকা সৈন্যবাহিনীৰ অৰ্দ্ধেক লোকৰ নিষ্প্ৰাণ দেহ। এই দিনটো আৰ্গিভবিলাকৰ কাৰণে অতিশয় দুৰ্যোগপূৰ্ণ হ'ব বুলি মই নিশ্চিত, ঠিক সেই দৰেই এথেনী নাইবা এপলোৰ দৰে অমৰত্ব,

চিৰ যৌৱন আৰু অক্ষয় কীৰ্তি লাভ কৰাৰ বিষয়েও যদি মই নিসন্দেহ হব পাৰিলো হয়।"

হেক্টৰৰ আড়ম্বৰপূৰ্ণ ভাষণ শুনি ট্ৰজানসকলে হৰ্ষধ্বনি কৰিলে। তেওঁলোকে ধৰ্মাক্ত ঘোঁৰাবিলাক যুঁৱলিৰপৰা মুকলি কৰি চামৰাৰ ৰছীৰে ৰথৰ ওচৰতে এৰাল দি থলে। তাৰ পিছত তেওঁলোকে খৰখেদাকৈ নগৰলৈ যাত্ৰা কৰিলে আৰু গৰু, ছাগলী আদি পশু সংগ্ৰহ কৰি উভতি আহিল। তদুপৰি তেওঁলোকে নিজ নিজ ঘৰৰপৰা মিঠামদ আৰু ৰুটিও লৈ আহিছিল। তেওঁলোকে বহুত কাঠ খৰিও গোটালে। লাহে লাহে পোৰা মাংসৰ গন্ধ বতাহত ভাহি গৈ আকাশলৈকে বিয়পি পৰিল।

এইদৰে তেওঁলোকে ৰণভূমিৰ লগত সংযোগ স্থাপন কৰা সঙ্কীৰ্ণ পথৰ এমূৰে ওৰে ৰাতিটো অতিবাহিত কৰিলে। নানান উচ্চ চিন্তা তেওঁলোকৰ মনত উদয় হৈছিল। তেওঁলোকৰ তত্ত্বাৱধানত ভালেমান কুৰা জুই জ্বলি আছিল। কেতিয়াবা ৰাতি বায়ুমণ্ডল নিশ্চল হৈ থাকে আৰু আকাশৰ জ্যোতিষ্কসমূহ উজ্জ্বল চন্দ্ৰমাৰ চাৰিওফালে পূৰ্ণ জ্যোতিৰে জিলিক উঠে। তেতিয়া পৰ্বত শিখৰ, অন্তৰীপ আৰু গিৰিসঙ্কটসমূহ দৃশ্যমান হয় আৰু গগনমণ্ডলৰ অনন্ত গভীৰতা ভেদ কৰি মহাশূন্যৰ সন্ধান পাব পাৰি। সেই সময়ত প্ৰতিটো নক্ষত্ৰ দৃষ্টিগোচৰ হয় আৰু মেষপালকবিলাক পুলকিত হয়। এফালে জাহাজ আৰু আনফালে জেঁথাছ নদী, তাৰ ঠিক মধ্যৱৰ্তী স্থানতেই ঠিক সেইদৰে ট্ৰজানবিলাকে জ্বলোৱা অগনন অগ্নিশিখাই ইলিয়ান নগৰৰ সমুখ ভাগ আলোকিত কৰিছিল। সমতল অঞ্চলতো হাজাৰ-বিজাৰ জুই জ্বলি আছিল আৰু প্ৰতিকুৰা জুই বেৰি ধৰি পঞ্চাশজনকৈ সৈনিক সেই পোহৰত বহি আছিল। ঘোঁৰাবিলাকে ৰথৰ কাষতে থিয়হৈ যৱধান আৰু ঘেহুঁ চোবাই থাকি উষাদেবীয়ে সুবৰ্ণ সিংহাসনত উপবেশন কৰা ক্ষণটোলৈ অপেক্ষা কৰি আছিল।

# অনমনীয় একিলিছ

ট্ৰজানসকলে এইদৰে পহৰা দি থকাৰ সময়ত একীয়ানসকল আতঙ্কত কম্পমান হৈছিল। আতঙ্ক পৰাজয়ৰ অনুগামী। নৈৰাশ্যজনিত যন্ত্ৰণা সেনাপতি-সকলৰ অজ্ঞাত নাছিল। থ্ৰেছৰপৰা বলা বৰিয়াছ আৰু জেফীৰ নামৰ বতাহে পৰ্যায়ক্ৰমে সমুদ্ৰৰ বুকুত আলোড়নৰ সৃষ্টি কৰে; ঘনকৃষ্ণ তৰঙ্গ ৰাশিৰ উত্তোলিত চূড়াই সমগ্ৰ উপকূল অঞ্চলত সামুদ্ৰিক তৃণ স্তূপীকৃত কৰে। এই নিচিনা মৎস্যমোদিত ক্ষুব্ধ সমুদ্ৰৰ দৰেই তেওঁলোকৰ অন্তৰতো ধুমুহাৰ সৃষ্টি হৈছিল।

শোকত উন্মাদৰ নিচিনা হৈ ইফালে সিফালে ভ্ৰমি ফুৰোঁতে আগামেমননে মুক্তকণ্ঠে ঘোষকবৃন্দক প্ৰতিজন লোককে নাম ধৰি মাতি আনিবলৈ আদেশ দিলে, আৰু যাতে চিঞৰি চিঞৰি মতা নহয় তাৰ বাবে সাৱধান কৰি দিলে। সভাত ভাষণ দিবলৈ থিয় হোৱাৰ সময়ত তেওঁ যন্ত্ৰণাত ছটফটাইছিল আৰু ওখ পাহাৰৰপৰা নামি অহা নিজৰাৰ পানীৰ কলীয়া ধাৰাৰ দৰে তেওঁৰ চকুলো দুগালেদি বাগৰি গৈছিল। তেওঁ ক'লে, "বন্ধুসকল, আৰ্গিভ সেনাপতি আৰু মন্ত্ৰণাদাতাসকল, ক্ৰনছৰ মহান সন্তান জ্যুছে মোৰ মূৰত মাধমাৰ সোধাইছে। এই নিষ্ঠুৰ দেৱতাজনেই এবাৰ মোক গুৰুগম্ভীৰভাৱে প্ৰতিশ্ৰুতি দিছিল যে ইলিয়াম দুৰ্গ অধিকাৰ কৰাৰ আগতে মই এই ঠাইৰপৰা উভতিব লগা নহয়। কিন্তু এতিয়া তেওঁৰ ইচ্ছাৰ পৰিবৰ্তন হৈছে। মোক নিদাৰুণভাৱে নিৰাশ কৰি এতিয়া তেওঁ মোক পৰাজয়ৰ গ্লানি আৰু লাঞ্ছনা শিৰত লৈ আৰ্গছলৈ পলায়ন কৰিবলৈ নিৰ্দেশ দিছে। ইফালে মোৰ সৈন্যবাহিনীৰ আধা আধি লোক মৃত্যুমুখত পৰিল। এই কথা স্পষ্ট যে যিজনে অসংখ্য নগৰৰ আকাশ-লজ্ঘা দুৰ্গসমূহ ধূলিস্যাৎ কৰিছে আৰু ভৱিষ্যতেও কৰি থাকিব, সেই অপৰাজেয় সৰ্বশক্তিমান জ্যুছে এই সিদ্ধান্তত উপনীত হৈছিল। সেই বাবে এতিয়া তোমালোকে সকলোটিয়ে মোক অনুসৰণ কৰা। মোৰ মতে আমি এতিয়া জাহাজত আৰোহণ কৰি স্বদেশলৈ যাত্ৰা কৰাই সঙ্গত। প্ৰসস্ত ৰাজ পথেৰে শোভিত ট্ৰয়নগৰ অধিকাৰ কৰিবলৈ আমি সমৰ্থ নহওঁ।"

আগামেমননৰ এই আবেগপূৰ্ণ উক্তিত একায়ান সৈনিকসকল নীৰৱ হৈ ৰ'ল। নিৰ্বাক নৈৰাশ্যত তেওঁলোক বহুত সময় বহি থাকিল। কিন্তু

অৱশেষত ভৈৰবনদী ডায়ামিডিছে থিয় হৈ ক'লে, “মহাৰাজ আট্ৰাইডিছ, মই আপোনাৰ বিৰোধিতা কৰিছো। ইয়াৰ বাবে দায়ী মাত্ৰ আপুনি আৰু আপোনাৰ নিৰ্বুদ্ধিতা। এই মন্ত্ৰণা সভাত মই মুকলিভাৱে ইয়াকে দোহাৰো (আপোনাৰ অজ্ঞাত নহয় যে ইয়াত মোৰ সেই অধিকাৰ আছে।) গতিকে আপুনি দোষ নধৰিব। মাত্ৰ সিদিনা আপুনি মোক সৈন্য-সামন্তৰ আগতে তিৰস্কাৰ কৰিছিল। আপুনি মোক ভীৰু আৰু কাপুৰুষ বুলি কৈছিল; ডেকা-বুঢ়া সকলো আৰ্গিভ বাসীয়েই এই কাহিনী শুনিবলৈ পাইছে। কিন্তু জ্যুছে জানি শুনিয়েই আপোনাকো ভালেমান সদ্‌গুণৰ পৰা বঞ্চিত কৰা নাইনে? সঁচা কথা, তেওঁ আপোনাক ৰাজদণ্ড আৰু ৰাজ অধিকাৰ প্ৰদান কৰিছে, কিন্তু সেই অনুপাতে আপোনাক সাহস দিয়া নাই। অথচ সাহসেই ক্ষমতাৰ উৎস। আপুনি কোৱাৰ দৰেই একীয়ানবিলাক কাপুৰুষ আৰু বিশ্বাসঘাটক বুলি আপুনি ভাবিব্ পাৰেনে? আপুনি যদি সঁচাকৈয়ে মনে চিতে এই ঠাই পৰিত্যাগ কৰিব খুঁজিছে, তেনেহলে গুচি নাযায়গৈ কিয়? পথ পৰিষ্কাৰ, যিবিলাক জাহাজত আপুনি সদলবলে মিছিনীৰপৰা যাত্ৰা কৰিছিল, সেই সকলোবিলাক সাগৰৰ কাষতেই আছে। কিন্তু বাকীবিলাক দীৰ্ঘকেশী একীয়ানে ট্ৰয়নগৰ অধিকৃত নোহোৱা পৰ্যন্ত ইয়াৰপৰা লৰচৰ নকৰে। নহয়, তেওঁলোকেও আপোনাৰ দৰেই জাহাজত উঠি পলায়ন কৰিব পাৰে। কিন্তু ষ্টেনিলাছ আৰু মই, আমি দুজনে ইলিয়ামত আমাৰ উদ্দেশ্য সিদ্ধি নোহোৱালৈকে যুদ্ধ কৰি থাকিম। ঈশ্বৰৰ ইচ্ছা অনুসাৰেহে আমি ইয়ালৈ আহিছোঁ।”

অশ্বদমন ডায়ামিডিছৰ কথাত একীয়ানসকল অতিশয় আনন্দিত হ'ল। এতিয়া ৰথী নেষ্টৰে তেওঁৰ অভিমত প্ৰকাশ কৰিবৰ কাৰণে গাত্ৰোত্থান কৰিলে। তেওঁ মাত লগালে, “টিডিউছ তনয়, তুমি এজন মহান যোদ্ধা; তৰ্কতো তোমাৰ সমনীয়াবিলাকৰ মাজত তুমি অপ্ৰতিদ্বন্দ্বী। আমি কোনেও তোমাৰ কথাৰ খুঁট উলিয়াব নোৱাৰো, প্ৰতিবাদ কৰিবলৈও কোনো নোলায়। কিন্তু অতি সোনকালেই তুমি বক্তব্যৰ সামৰণি মাৰিলা। আচল কথাটো হৈছে এয়ে যে যদিও তুমি আৰ্গিভ সেনাপতিসকলৰ আগত উচিত কথাই কৈছা, আৰু তোমাৰ মন্তব্যও নিৰ্ভুল, তথাপি তোমাৰ বয়স বেছি হোৱা নাই। বাস্তবিকতে তুমি মোৰ মুমলীয়া ল'ৰাটোৰ বয়সৰহে হ'বা। মই তোমাতকৈ বহুতদিনৰ ডাঙৰ, তোমাৰ ভাষাৰ বিভিন্ন দিশবিলাক মই বিতংভাৱে আলোচনা কৰিম। তাকে কৰাৰ সময়ত মই সকলোৰে সহযোগিতা লাভ কৰিব পাৰিম বুলি আশা কৰিছো, আনকি মহাৰাজ আগামেমননৰো। গৃহবিবাদৰ তিক্ত-

স্বাদে... কাৰণে অৰুচিকৰ নহয় ... জন নিজৰ দেশৰ ; জাতিৰ আৰু ঘৰৰো মহাশত্ৰু। কিন্তু এতিয়া আৰু ... নকৰো। এই অন্ধকাৰ ৰাতিটোৱে দিয়া সঙ্কেতৰ সুযোগলৈ আমি এতিয়া আহাৰৰ আয়োজন কৰাই ভাল হ'ব। গড়ৰ বাহিৰে থকা খাৱৈটোৰ পাৰে পাৰে পহৰা দিয়াৰ ব্যৱস্থা কৰিব লাগিব। অৱশ্যে সেইটো কাম ডেকা ল'ৰাবিলাকলৈ থৈছো। তাৰ পিছত আমাৰ অধিনায়ক স্বৰূপে তুমি, আট্ৰিউছ—পুত্ৰ, তুমি আমাৰ নেতৃত্ব কৰিব লাগিব। অভিজ্ঞ লোকসকলক এটা ভোজমেললৈ নিমন্ত্ৰণ কৰা ; তোমাৰ বাবে এইটোৱেই উচিত কাম, এই কাম কৰিলে তোমাৰ কষ্ট নহয়। প্ৰতিদিনেই তোমাৰ কাৰণে থে্ৰছৰপৰা জাহাজে জাহাজে অহা সুৰাৰে তোমাৰ শিবিৰ পৰিপূৰ্ণ হৈ আছে। এই মহানজাতিৰ শাসক হিচাপে তুমি অতিথিপৰায়ণ হোৱা উচিত। যেতিয়া আমি সকলোটি তোমাৰ শিবিৰত উপস্থিত হ'ম তেতিয়া তুমি তোমাক হিতোপদেশ দিব পৰা লোকজনৰ কথালৈ মনোযোগ দিব লাগিব। ঈশ্বৰে জানে, আমাৰ কাৰণে সৎ আৰু সুদক্ষ উপদেশৰ মূল্য কিমান। বিশেষকৈ যি মুহূৰ্তত আমাৰ জাহাজৰ নিচেই ওচৰতেই শত্ৰু পক্ষৰ জুই জ্বলি আছে। এই দৃশ্য কাৰো কাৰণেই আনন্দদায়ক নহয়। এই অভিযানৰ ব্যৰ্থতা বা সফলতা আজি ৰাতিৰ ভিতৰতেই নিৰ্দ্ধাৰিত হব।"

নেষ্টৰৰ উপদেশ সকলোৱে অনুমোদন কৰিলে। তাকে কাৰ্যকৰী কৰিবলৈ তেওঁলোক তৎপৰ হ'ল। নেষ্টৰ নন্দন থ্ৰেছিমিডিছৰ অধীনত সশস্ত্ৰ প্ৰহৰীৰ দল প্ৰেৰণ কৰা হ'ল। তেওঁলোক হ'ল ৰণদেৱতাৰ সন্তান আস্কেলেফাছ আৰু আয়াল মেনাছা মেৰিয়নিছ আফাৰিউছ, ডেইপীৰাছ আৰু সদাশয় লাইমিডিছ। পহৰাদাৰী সেনাৰ সাতজন অধ্যক্ষ আছিল আৰু প্ৰতিজনৰ পিছে পিছে এশজনকৈ ডেকাই খোজ লৈছিল। গড় আৰু খাৱৈৰ ঠিক সীমাজতে তেওঁলোক অৱস্থিত হ'ল আৰু প্ৰতিটো দলেই জুই ধৰি ৰন্ধা-বঢ়া আৰম্ভ কৰিলে।

ইতিমধ্যে আট্ৰাইডিছে ঘাই ঘাই সেনাপতিসকলক তেওঁৰ শিবিৰলৈ নিমন্ত্ৰণ কৰি লৈ গ'ল আৰু তেওঁলোকক উত্তম খাদ্য খাবলৈ দিলে। তেওঁলোকৰ উপাদেয় আহাৰৰ সদ্ব্যৱহাৰ কৰিলে তেওঁলোকৰ ভোক-পিয়াহ পলালত নেষ্টৰে নিজৰ অভিপ্ৰায় বিশদভাৱে বৰ্ণনা কৰিবলৈ থিয় হ'ল। তেওঁ সমূহীয়া স্বাৰ্থৰ বিষয়ে সচেতন আছিল। আৰু পূৰ্বৰ দৰেই তেওঁৰ বিচক্ষণতাই সকলোৰে অন্তৰ জয় কৰিব পাৰিছিল। তেওঁ ক'লে, "আট্ৰিউছনন্দন, নৰাধিপ আগামেমনন, আপোনাক উদ্দেশ্য কৰিয়েই মই মোৰ ভাষণ আৰম্ভ কৰিছো আৰু সেইদৰে সামৰণিও মাৰিম। আপুনি এটা মহান জাতিৰ অধিপতি। তেওঁলোকক

সুবিজ্ঞভাৱে শাসন কৰিবৰ অৰ্থেই জ্যুছে ৰাজদণ্ড আপোনাৰ হাতত ন্যস্ত কৰিছে। সেইদৰে আইন-কানুনবিলাকৰ গৰাকীও আপুনিয়েই। গতিকে পোন প্ৰথমে আপুনিহে যথাযোগ্য উপদেশ প্ৰদান কৰিব লাগে, নতুবা আনৰ দিহা-পৰামৰ্শ লৈ কাণ দিব লাগে। অকল সেয়ে নহয়, আপোনাৰ হিতৰ কাৰণে অন্যান্য লোক-সকলে আগবঢ়োৱা পৰামৰ্শবিলাক আপুনি কাৰ্যত পৰিণত কৰিব লাগে। যি কোনো ক্ষেত্ৰতেই নহওক, তেওঁলোকে উদ্ভাবনা কৰা বুদ্ধি কৌশলৰ বাবেও একমাত্ৰ আপুনিয়েহে সকলো কৃতিত্ব লাভ কৰিব পাৰিব। এতিয়া মই যি ভাল দেখিছো তাকে আপোনাসকলৰ আগত কওঁ। মোৰ বিশ্বাস কোনেও ইয়াতকৈ ভাল উপায় এটা উলিয়াব নোৱাৰিব। বহুদিনৰ পূৰ্বেই মই যি সঙ্কল্প লৈছিলো, এতিয়াও তাৰ কোনো পৰিবৰ্তন ঘটা নাই। বিশেষকৈ মহাৰাজ, আপুনি ব্ৰিছীছক হৰণ কৰি একিলিছক ক্ৰোধত উন্মত্ত কৰাৰ সময়ৰ পৰা। আমি সকলোৱে সেই কাৰ্যৰ বিৰোধিতা কৰিছিলো। বিশেষতঃ মই আপোনাক নিবৃত্ত কৰিবলৈ যথেষ্ট যত্ন কৰিছিলো। কিন্তু অভিমানৰ বশবৰ্তী হৈ আপুনি এজন শ্ৰেষ্ঠ আৰু কীৰ্তিমন্ত পুৰুষক অপমান কৰিলে, নিজৰ স্বাৰ্থৰ খাতিৰত আপুনি তেওঁৰ সম্পত্তি বাজেয়াপ্ত কৰিলে। মোৰ বক্তব্য এইখিনিয়েই। এতিয়া ৰাতি গহীন হৈছে যদিও আমি বিনীতভাৱে ক্ষমা প্ৰাৰ্থনা কৰি আৰু শান্তি প্ৰস্তাৱ উত্থাপন কৰি তেওঁক সন্তুষ্ট কৰিবলৈ প্ৰয়াস কৰা উচিত।

নৰপতি আগামেম্ননে উত্তৰ দিলে, "শ্ৰদ্ধেয় মহাশয়. মোৰ অদূৰদৰ্শিতা আৰু নিৰ্বুদ্ধিতাৰ যি নিদৰ্শন আপুনি দাঙি ধৰিলে, সি সম্পূৰ্ণ সত্য। মই অস্বীকাৰ কৰিব নোখোজো যে মই অন্ধ হৈ পৰিছিলো। যিজন লোক স্বয়ং জ্যুছৰ স্নেহ আৰু সন্মানৰ পাত্ৰ, যাৰ বাবে আজি জ্যুছে একীয়ানবিলাকক চূৰ্ণ-বিচূৰ্ণ কৰিছে, সেই মহান একিলিছ অকলেই এটা সৈন্যবাহিনীৰ সমান। কিন্তু যেহেতু এটা শোচনীয় অনুভূতিৰ বশবৰ্তী হৈ মই এনে এটা অপকৰ্ম কৰি পেলালো, সেই ভুল সংশোধনৰ অৰ্থে এতিয়া তেওঁক প্ৰচুৰ পাৰিতোষিকৰ দ্বাৰা প্ৰসন্ন কৰিবলৈ ইচ্ছা কৰিছো। মই আগবঢ়াব খোজা বহুমূলীয়া উপঢৌকন-বিলাকৰ নাম আপোনালোকৰ আগতে ঘোষণা কৰিছো—পোৰা দাগ নথকা সাতডাল জাঁতি, দহ তোলা সোণ, চিকমিকাই থকা একুৰি তামৰ টৌ আৰু বাৰটা শক্তিশালী আৰু দৌৰ প্ৰতিযোগিতাত পুৰস্কাৰ পোৱা ঘোঁৰা। সৈনিক-সকলে মোৰ কাৰণে সংগ্ৰহ কৰা সম্পত্তিবিলাকৰ বাহিৰে উপকৰাকৈ আন একো নাপালেও মইতো গৰীব নহওঁ, নতুবা মোৰ ধন-সোণৰো অভাৱ নহয়। তদুপৰি মই তেওঁক সাতগৰাকী গাভৰু দিম। তেওঁলোক কাম-কাজত নিপুণ। লেছবছ

নগৰ অধিকাৰ কৰাৰ সময়ত মই তেওঁলোকৰ অতুলনীয় ৰূপত মুগ্ধ হৈ এই সাতজনী লেছবীয়ান নাৰী বাছি লৈছিলো। তেৱেঁই এওঁলোকক লাভ কৰিব আৰু লগতে ঘূৰাই পাব মই তেওঁৰপৰা কাটি অনা ব্ৰিছিউছ নন্দিনীক। তদুপৰি মই বিধিসম্মতভাৱে শপথ খাই তেওঁৰ আগত ঘোষণা কৰিম যে তেওঁ মোৰ শয্যাসঙ্গিনী হোৱা নাই আৰু আমাৰ মাজত স্ত্ৰী-পুৰুষৰ সম্বন্ধ ঘটা নাই, এই সমস্ত উপহাৰ শীঘ্ৰে তেওঁক অৰ্পণ কৰা হ'ব। ভৱিষ্যতে দেৱতাসকলৰ অনুগ্ৰহত আমি প্ৰায়ামৰ পুৰী অধিকাৰ কৰিব পাৰিলে লুণ্ঠিত সামগ্ৰী বণ্টনৰ সময়ত তেওঁ আমাৰ লগতে থাকি যিমান পাৰে সুবৰ্ণ আৰু ব্ৰঞ্জ আদি ধাতু জাহাজ ভৰাই নিব পাৰিব। আৰ্গিভ হেলেনৰ নিচিনা কুৰি গৰাকী ট্ৰয়ৰ কামিনী নিজে বাছি লব পাৰিব। যদি আমি যথাসময়ত পৃথিবীৰ ভিতৰতে ঐশ্চৰ্যশালী আৰ্গিভ দেশলৈ উভতি যাব পাৰো তেওঁ মোৰ জোঁৱাই হ'ব পাৰিব আৰু লাহ-বিলাহত উঠা মোৰ প্ৰিয়পুত্ৰ অৰিষ্টিছৰ দৰেই মই তেওঁকো মৰম চেনেহ কৰিম। কাৰণত মোৰ তিনিজনী ছোৱালী আছে। তেওঁলোক হ'ল ক্ৰাইছঠেমিছ, লাওডিছী, ইফিয়ানিছা। তেওঁলোকৰ ভিতৰত যি গৰাকীকে তেওঁ নিৰ্বাচন কৰে, তেওঁকেই গা-ধন নিদিয়াকৈয়ে পেলিউছৰ ঘৰলৈ লৈ যাব পাৰিব। মইহে তেওঁক প্ৰচুৰ পৰিমাণে যৌতুক প্ৰদান কৰিম; কোনো লোকেই জীয়েকৰ লগত সিমান যৌতুক দিব নোৱাৰিব। অকল সেয়ে নহয়, মই তেওঁক সাতখন সুৰম্য নগৰী দান কৰিম, নগৰ কেইখন হ'ল কাৰ্ডামিলি, ইনপী; তৃণাচ্ছাদিত হাইৰী, পবিত্ৰ ফেৰী, গভীৰ তৃণভূমি শোভিত এঠীয়া; ৰমণীয় ইপিয়া আৰু আঙুৰ বন সমৃদ্ধ পেডাচাছ। নগৰ কেইখন বালিময় পাইলছৰ সুদূৰ প্ৰান্তত অৱস্থিত আৰু সমুদ্ৰৰ সমীপৱৰ্তী। প্ৰজাসকলো আঢ্যৱন্ত, তেওঁলোকৰ গৰু, মহ আৰু ছাগলী আদি পশুৰ পাল আছে। তেওঁক তেওঁলোকে দেৱতাৰ দৰে ভক্তি কৰিব আৰু কৰ-কাটল দিব; তেওঁৰ ৰাজদণ্ডৰ প্ৰতি আনুগত্য স্বীকাৰ কৰিব আৰু অপত্য স্নেহেৰে পালিত হৈ উন্নতি লাভ কৰিব পাৰিব। তেওঁ যদি মনটো অলপ কোমলায়, তেন্তে মই তেওঁৰ কাৰণে এই সকলোখিনিকে কৰিম। তেওঁ সৈমান হওক। আমি হেডিছকনো কিয় ইমান ঘৃণা কৰো? কাৰণ তেওঁ বজ্ৰৰ দৰে কঠোৰ আৰু কেতিয়াও সেও নেমানে। মানুহ হিচাপেই হওক বা ৰজা হিচাপেই হওক, মই তেওঁৰ গুৰুজন, তেওঁ মোৰ বশবৰ্তী হওক।"

জিৰেণীয় ৰথী নেষ্টৰে উত্তৰ দিলে "আট্ৰিউছ নন্দন, নৃপতি আগামেমনন কুমাৰ একিলিছৰ প্ৰতি আগবঢ়োৱা উপঢৌকনে আপোনাৰ ঔদাৰ্যৰ পৰিচয়

দিয়া নাই বুলি কোনেও অভিমত দিব নোৱাৰে। বাৰু, আমি এতিয়া শীঘ্ৰে পেলিউছ পুত্ৰৰ শিবিৰলৈ এটি সঁজাতি দল পঠিয়াওঁ। মানুহ কেইজন ময়েই নিৰ্বাচন কৰিম আৰু তেওঁলোকে সেই দায়িত্ব কেতিয়াও প্ৰত্যাখ্যান কৰিব নোৱাৰিব। পোন প্ৰথমেই মই পূজনীয় ফিনিক্সৰ নাম ঘোষণা কৰিছো তেওঁ আগবাটি যাওক। তেওঁক অনুসৰণ কৰক মহান আয়াছ আৰু মহানুভৱ ওডিচ্যুছে। ঘোষকসকলৰ ভিতৰত ওডিয়াছ আৰু ইৰিবেটিছ তেওঁলোকৰ লগত যাওক। কিন্তু তাৰ আগতে আমি হাত ধুবৰ কাৰণে পানী আনক আৰু সকলোটিকে নীৰৱে থাকিবলৈ কওক; আমি ক্ৰনছনন্দনক প্ৰাৰ্থনা কৰি তেওঁৰ অনুগ্ৰহ ভিক্ষা কৰো।"

নেষ্টৰৰ ব্যৱস্থাত সকলোটি সন্তুষ্ট হ'ল। ঘোষকসকলে লৰালৰিকৈ হাত ধুবলৈ পানী ঢালি দিলে আৰু পৰিচাৰকবিলাকে এটা পাত্ৰত চপ্‌চপীয়াকৈ মদিৰা প্ৰস্তুত কৰিলে। প্ৰথমে প্ৰতিজন লোকৰ পিয়লাত অলপ অলপকৈ বাকি দিয়া হ'ল আৰু অৱশেষত সকলোটিয়ে সুৰাৰ সম্পূৰ্ণ ভাগ পালে। আহুতি দিয়াৰ পিছত সকলোৱে ইচ্ছামতে সুৰাপান কৰিবলৈ ধৰিলে। আগামেমননৰ শিবিৰৰপৰা প্ৰতিনিধিসকলে যাত্ৰা কৰিলে। যোৱাৰ আগে আগে জিৰেণীয় ৰথী নেষ্টৰে তেওঁলোকক বিতংভাৱে দিহা-পৰামৰ্শ দি অতুলনীয় একিলিছক সন্তুষ্ট কৰিবৰ বাবে চেষ্টাৰ ক্ৰটি নকৰিবলৈ দঢ়াই দঢ়াই উপদেশ দিলে সেই সময়ত তেওঁৰ দৃষ্টি বেছিভাগ সময় ওডিচ্যুছৰ ওপৰতে নিবদ্ধ আছিল।

গৰজি থকা সাগৰৰ পাৰে পাৰে আয়াছ আৰু ওডিচ্যুছে যাত্ৰা কৰিলে। তেওঁলোকে বসুধাবলয় মহিমান্বিত সমুদ্ৰ-দেৱক প্ৰাৰ্থনা কৰিছিল যাতে একিলিছৰ গৰ্বিত হৃদয় কোমলাবলৈ কৰা প্ৰচেষ্টা কষ্ট-সাধ্য নহয়। মাৰ্মিডনসকলৰ শিবিৰত উপনীত হৈ তেওঁলোকে দেখিলে যে তেতিয়া ৰাজকোঁৱৰে সঙ্গীত চৰ্চাৰ জৰিয়তে অৱসৰ বিনোদন কৰি আছিল। তেওঁ মহাপুৰুষসকলৰ বিষয়ে ৰচিত গীত গাইছিল আৰু গীতৰ লগে লগে সুৰীয়া বীণ এখন বজাইছিল। বাদ্য যন্ত্ৰটি আছিল কাৰুকাৰ্য শোভিত আৰু তাত পথালিকৈ লগোৱা আছিল এডাল ৰূপৰ কামী। ইটিয়নৰ ৰম্যপুৰী অধিকাৰ কৰাৰ সময়ত লুণ্ঠিত সামগ্ৰীৰ মাজৰপৰা তেওঁ এই যন্ত্ৰটি বাছি লৈছিল। তেওঁৰ লগত আছিল একমাত্ৰ পেট্ৰক্লাছ। তেওঁ একিলিছৰ মুখামুখি হৈ বহি আছিল। একিলিছৰ সঙ্গীত সমাপ্ত হোৱালৈ তেওঁ নীৰৱে অপেক্ষা কৰি আছিল। কটকী দুজন আগবাঢ়ি আহিল। লগে লগে আহিছিল ওডিচ্যুছ। তেওঁলোক উভয়ে ৰাজপুত্ৰৰ সমুখত থিয় হৈ ৰ'ল। একিলিছ আচৰিত হৈ বীণখন হাতত লৈয়ে আসনৰ পৰা জাপ্ মাৰি উঠি

বিধে উপাদেয় আহাৰ। আমাৰ আপত্তি কৰিবলৈ অলপো থল নাই। তোমাৰ ইয়াতেই হওক বা বজা আগামেমননৰ শিবিৰতেই হওক। কিন্তু এই মুহূৰ্তত আমি ভোজন বিলাসৰ কথা অলপো চিন্তা কৰা নাই। হে মহানুভৱ, আমাৰ সন্মুখত আছে ভীষণ দুৰ্যোগ, সেই বিপদৰ গুৰুত্বই আমাক অভিভূত কৰিছে। এতিয়া তুমি যদি তৎপৰ নোহোৱা, তেন্তে আমি হয়তো আমাৰ তৰীসমূহ ৰক্ষা কৰিবলৈ অপাৰগ হ'ম। আমাৰ নৌ বাহিনী বিধ্বস্ত হ'ব। এইটো অনিবাৰ্য। দাম্ভিক ট্ৰজানবিলাকে মিত্ৰপক্ষৰ সৈন্যসকলৰ সহায়ত আমাৰ জাহাজবিলাকৰ নিচেই কাষতে ছাউনী পাতিছে। তেওঁলোকৰ শিবিৰবিলাক জুইৰ পোহৰত জিলিকি আছে। তেওঁলোকৰ নিশ্চিত ধাৰণা যে আমাৰ কলীয়া জাহাজবিলাক আক্ৰমণ কৰাৰপৰা তেওঁলোকক একোৱেই নিবৃত্ত কৰিব নোৱাৰে। ক্ৰনছনন্দন জ্যুছে সোঁফালে বজ্ৰ নিক্ষেপ কৰি তেওঁলোকক উদগনি দিছে। বিজয়োল্লাসত হেক্টৰ মতলীয়া হৈ পৰিছে। তেওঁৰ এতিয়া অপাৰ ক্ষমতা। তেওঁৰ জ্যুছৰ প্ৰতি অগাধ বিশ্বাস, তেওঁ ইমান ৰণোন্মত্ত হৈছে যে দেৱতা, মানুহ কাকৈকো তেওঁৰ ভয় সংশয় নাই। তেওঁৰ একমাত্ৰ ধ্যান হৈছে যেন সোনকালে ৰাতি পুৱায়। পিছফালৰপৰা মাস্তুলাদি ঘপিয়াই, জাহাজবিলাকত জুই লগাই, গোটেইখন ধোঁৱাৰে ধুঁৱলি-কুঁৱলি কৰি আমাক বাহিৰলৈ উলিয়াই লৈ কচু-কটা দিবলৈ তেওঁ উচপিচাই আছে। মোৰ ভীষণ ভয় হৈছে যে দেৱতাসকলৰ সহায়ত তেওঁ ভাবুকি দিয়া মতেই কাম কৰিব পাৰিব, আমাৰ কপালত হয়তো ইয়াকে লেখা আছে। অশ্বচাৰণ ভূমিৰে সমৃদ্ধ আৰ্গছৰপৰা বহুত আঁতৰত আমি প্ৰাণ হেৰুৱাব লাগিব। জোৰ পুৰি হাত পোৱাৰ সময়ত হলেও তুমি যদি ৰণক্লান্ত সেনাসকলক উন্মত্ত ট্ৰজানবিলাকৰ কবলৰপৰা উদ্ধাৰ কৰিবলৈ ইচ্ছা কৰা; তেনেহলে এতিয়াই সচেষ্ট হোৱা। যদিহে তুমি সন্মত নোহোৱা, তেনেহলে তাৰবাবে পিছত তুমি অনুতাপ কৰিব লাগিব। কাৰণ কেনেবাকৈ অঘটন হবলৈ হলে, পিছে পৰে তাৰ প্ৰতিকাৰ কৰিবলৈ উপায় নাথাকিব। তুমি জাগি উঠা, তেনে এটা অৱস্থা হোৱাৰ আগতেই এই বিপৰ্যয়ৰপৰা ডানাল সকলক উদ্ধাৰ কৰা।

"প্ৰিয় বন্ধু, আগামেমননৰ সৈন্যবাহিনীত যোগ দিবৰ কাৰণে ঠায়া নগৰীৰপৰা অহাৰ সময়ত তোমাৰ পিতাৰে তোমাক এইদৰে প্ৰতি প্ৰতিকৈ কোৱা নাছিলনে "বোপাই, এথেনী আৰু হিৰীয়ে কৃপা কৰিলে তুমি পৰাক্ৰমী হ'ব পাৰিবা। পিছে এটা কথা, তোমাৰ অহংকাৰী মনটো ৰকাই ৰাখিবা।

অহঙ্কাৰতকৈ মৰম-চেনেহেহে ভাল। কাজিয়া-পেচালবোৰ সৰ্বনশীয়া। তুমি যদি সৈমান হৈ থাকা, ল'ৰা-বুঢ়া সকলো আৰ্গিভেই তোমাক খাতিৰ কৰিব।" এয়ে আছিল বুঢ়াৰ নীতি বচন। তুমি সকলো পাহৰি গৈছা। তথাপি এতিয়াও সময় আছে। তুমি মনটো কোমল কৰা। আখেজবিলাক ধৰি নাথাকিবা। তুমি সৈমান হলেই আগামেমননে তোমাক প্ৰচুৰ পৰিমাণে ধন-সোণ দিব। কি কি উপহাৰ দিব শুনিছে কওঁ শুনা, সাতডাল ছাই ছিকন্তি নলগা জাতি, দহতোলা সোণ, একুৰি চিক্‌মিকাই থকা তামৰ টৌ, বাৰটা দৌৰ প্ৰতিযোগিতাত পুৰস্কাৰ পোৱা শক্তিশালী ঘোঁৰা। তেওঁৰ কাৰণে সংগৃহীত এই অতুল ঐশ্বৰ্যৰ এটা অংশই এজন মানুহৰ কাৰণে যথেষ্ট হয়, ধন-সোণৰ অভাৱতো পৰিবৰ্জনীয়া নহয়। তদুপৰি তেওঁ তোমাক সাতজনী কামে কাজে নিপুণ তিৰোতা দিব। যেতিয়া তুমি লেছবছ নগৰখন অধিকাৰ কৰিছিলা, তেতিয়াই তেওঁ ৰূপে-গুণে বাছকবনীয়া এই তিৰোতা কেইজনী নিজৰ কাৰণে বাছি লৈছিল। এই তিৰোতা কেইজনীৰ লগতে তেওঁ তোমাৰপৰা কাঢ়ি লোৱা ব্ৰিছিউছৰ জীয়েক গৰাকীকো ওভোতাই দিব। তেওঁ তোমাক এই প্ৰতিশ্ৰুতি দিব যে তেওঁ কোনো দিনেই সেই গাভৰু গৰাকীৰ লগত শয়ন কৰা নাই। এই সকলোবিলাক উপঢৌকন অতি শীঘ্ৰে তোমাৰ হাতত অৰ্পণ কৰা হ'ব। পিছত, দেৱতাসকলৰ অনুগ্ৰহত আমি প্ৰায়ামৰ বিৰাট নগৰখন দখল কৰিব পাৰিলে, লুটপাট কৰি অনা বয়বস্তু-বিলাক ভাগ কৰিবৰ সময়ত তুমিও আমাৰ লগতে আহি যিমান পাৰা সিমান সোণ, ব্ৰঞ্জ আদি মূল্যবান ধাতু তোমাৰ জাহাজত বোজাই কৰিবা আৰু আৰ্গিভ হেলেনৰ দৰে সুন্দৰী কুৰি গৰাকী ট্ৰয়ৰ মহিলা তোমাৰ কাৰণে বাছি ল'বা। আৰু যথাসময়ত আমি পৃথিবীৰ সকলো দেশতকৈ সমৃদ্ধ আৰ্গছত উপনীত হ'লে, তুমি তেওঁৰ কন্যাৰ পাণিগ্ৰহণ কৰিব পাৰিবা। লাহ-বিলাহত উঠা তেওঁৰ চেনেহৰ পুতেক অৰিষ্টিছৰ দৰে তুমিও তেওঁৰ পুত্ৰতুল্য হ'বা। ৰাজকাৰেণ্ডত তেওঁৰ তিনিজনী জীয়েক আছে; তেওঁলোক হৈছে ক্ৰাইছঠেমিছ, লাওডিছী, আৰু ইফিয়ানিছা। তেওঁলোকৰ ভিতৰত যি গৰাকীকে তুমি নিৰ্বাচন কৰা তেওঁকেই কোনো গা-ধন নিদিয়াকৈ পেলিউছৰ প্ৰাসাদলৈ লৈ যাব পাৰিবা। বৰং তেওঁহে তোমাক প্ৰচুৰ পৰিমাণে যৌতুক দিব। কোনো লোকেই জীয়েকৰ লগত সিমানখিনি যৌতুক দিবলৈ সক্ষম নহয়। অকল সেয়ে নহয়, তেওঁ তোমাক সাতখন সুৰম্য নগৰো প্ৰদান কৰিব। নগৰকেইখন হ'ল কাৰ্ডামিলি, এনপী, ক্লাম্যানিছ, হাইৰী, পবিত্ৰ ফেৰী, গভীৰ তৃণভূমিৰে শোভিত এন্থীয়া, ৰমণীয় ইপিয়া আৰু আঙুৰ-লতাৰে ভৰা পেডাচাছ। এইবোৰ কেইখন সোণালী পাইলছৰ

মুখৰ প্ৰান্তত অৱস্থিত আৰু সমুদ্ৰৰ সমীপৱৰ্তী। প্ৰজাসকলো আঢ্যৱন্ত, তেওঁলোকৰ গৰু, ম'হ আৰু ছাগলী আদিৰ পালি আছে। তেওঁলোকে তোমাক দেৱতাৰ দৰে পূজা কৰিব আৰু কৰ কাটল দিব। তোমাৰ ৰাজদণ্ডৰ প্ৰতি আনুগত্য স্বীকাৰ কৰিব আৰু অপত্য স্নেহেৰে পালিত হৈ উন্নতি লাভ কৰিব পাৰিব। তুমি যদি সন্মান হোৱা তেন্তে তেওঁ তোমাৰ কাৰণে এই সকলোবিলাক কৰিব। কিন্তু যদিহে আট্ৰাইডিছৰ প্ৰতি থকা অপৰিসীম ঘৃণাৰ প্ৰভাৱত তেওঁৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰা, তেন্তে অন্ততঃ ভাগৰত লাল-কাল হৈ ছাউনীত পৰি থকা সন্মিলিত একীয়ানবিলাকৰ প্ৰতি অলপ সদয় হোৱা। তেওঁলোকে তোমাক দেৱতাৰ দৰে সন্মান কৰিব। তেওঁলোকৰ চকুত তোমাৰ গৌৰৱো বাঢ়িব কাৰণ স্বয়ং হেক্টৰৰ সন্মুখীন হোৱাৰ এয়ে প্ৰকৃত সময়। হেক্টৰৰ ধাৰণা হৈছে যে জাহাজেৰে আহি ইয়াত উপনীত হোৱা ডানানসকলৰ মাজত তেওঁৰ সমকক্ষ কোনো নাই, উগ্ৰ ক্ৰোধৰ বশৱৰ্তী হৈ তেওঁ নিৰ্বোধতাৰে তোমাৰো কাষ চাপিব পাৰে।"

ধাবন পটু একিলিছে উত্তৰ দিলে, "ৰজা লাৰ্টিছৰ পুত্ৰ, সুচতুৰ ওডিচ্যুছ, ইয়াত এইদৰে বহি বহি মোক ফুচুলাই থকাৰপৰা তোমাক অত্যাহিতি দিবৰ বাবে মই কি ভাবিছো আৰু কি কৰিম বুলি পাতিছো, তাকে একে আষাৰে কৈ দিয়াই ভাল হ'ব। যি মানুহৰ মুখত এটা আৰু পেটত এটা, তেনে মানুহক মই যমৰ দক্ষিণ দুৱাৰৰ দৰে ঘিণ কৰো। তোমাক মই পটাংকৈ কৈছো যে ৰজা আগামেমনন আৰু তেওঁৰ অনুগামী ডানানসকলৰ কথাত মই ভোল নাযাওঁ। কাৰণ দিনে-ৰাতিয়ে শত্ৰুৰ লগত ৰণ কৰিলেও মানুহ এজনে কাৰোপৰা এবাৰ ভাল মাত নাপায়। ঘৰত এনেয়ে বহি থাকিলে যেনে, বীৰৰ দৰে যুদ্ধ কৰিলেও তেনে। ভীৰু আৰু সাহসী, উভয়ে একেদৰেই মান-সন্মান লাভ কৰে। মানুহৰ মৰণো একে। হাত সাবটি বহি থকাজনো মৰিব আৰু কঠোৰ পৰিশ্ৰম কৰাজনৰো অন্তিমকাল উপস্থিত হ'ব। মই যুদ্ধক্ষেত্ৰত বাৰে বাৰে নিজৰ জীৱন বিপন্ন কৰিছো, কিন্তু তথাপি আনৰ লগত মোৰ পাৰ্থক্য ক'ত? অতিশয় কষ্ট কৰি হলেও পখি নগজা পোৱালি কেইটাৰ কাৰণে টোপ বিচাৰি অনা চৰাইজনীৰ লগত মোৰ মিল আছে। বহুত ৰাতি মই উজাগৰে কটাইছো ; আৰু দিনৰ বেলা তেওঁলোকৰ যুঁজ কৰিছো ; নিজৰ পত্নী [illegible] তিৰোতাক নিৰাপদে ৰাখিবৰ বাবে সেই মানুহবিলাকৰ [illegible] আমাৰ সকলোৱেই যুঁজ কৰিব লগা হৈছে। সমুদ্ৰপথেৰে মই বাৰটা নগৰ অধিকাৰ কৰিছো। [illegible] জয় কৰা এই ট্ৰয় ৰাজ্যতে মই এঘাৰখন [illegible] প্ৰাচুৰ [illegible]

পৰ্যাই মই অপাৰ বস্তু লুটপাট কৰি আনিলো৷ আৰু প্ৰতিবাৰেই সকলোবিলাক লোভাই দিলো৷ জাহাজৰ ভিতৰতে সোমাই থকা আট্ৰিউছ পুত্ৰ আগামেমননৰ হাতত৷ তেওঁ নিজেই বুকুন ভাগ এটা আত্মসাৎ কৰি দুই-এপদহে আমাৰ কালে দলিয়াই দিলে। যুদ্ধে মান-মৰ্যাদা অনুসাৰে বক্তাবিলাকক দিয়া বৰবস্তুবিলি তেওঁবিলাকৰ হাতত নিৰাপদেই আছে কিন্তু ময়েই একমাত্ৰ লোক যাক তেওঁ বঞ্চিত কৰিছে৷ তেওঁৰ নিজৰ তিৰোতা নথকাও নহয়। নিজে বাছি লোৱা এজনী আছে যেতিয়া তাইৰ লগতে তেওঁ সুখে সন্তোষে শুই থাকক।

"আৰু আৰ্গিভবিলাকে ট্ৰয়ৰ লগত যে যুদ্ধথন কৰিব লগা হ'ল, সেই বিষয়েও প্ৰথাৰ কওঁ৷ কিহৰ কাৰণে আট্ৰিউছৰ পুতেকে সৈন্য-সামন্ত গোটাই লৈ ইয়ালৈ আহিল; সুকেশিনী হেলেনৰ কাৰণেই নহয় জানো? জগতত অকল আট্ৰিউছৰ পুতেক দুজনেইহে নিজৰ বৈণীয়েকহঁতক ভাল পাইনে? বিকোনো ভদ্ৰ আৰু সুস্থমনৰ মানুহেই নিজৰ তিৰোতাক ভাল পায় আৰু আতোল-তোলকৈ ৰাখে। যুদ্ধত বন্দী কৰা হলেও সেই ছোৱালীজনীক মই মনে-প্ৰাণে ভাল পাইছিলো৷ কিন্তু তেওঁ তাইক মোৰ দুবাহুৰ মাজৰপৰা আজোৰ মাৰি লৈ গ'ল। এতিয়া আৰু তেওঁ মোক ছলনা কৰিবৰ প্ৰয়োজন নাই। মই তেওঁক হাড়ে-হাড়ে চিনি পাওঁ। তেওঁৰ উদ্দেশ্য সফল নহ'ব।

"অহয়, মহয় ওডিছ্যুছ, জাহাজবিলাক পুৰি ছাই হোৱাৰপৰা ৰক্ষা কৰিবলৈ বিচাৰিলে তেওঁ এইবাৰ তোমাকে বাৰ অন্যান্য ৰজাসকলৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। মই নোহোৱাকৈয়ে তেওঁ আচৰিত আচৰিত কাম কৰিছে। তেওঁ এটা গড় বন্ধাইছে, তাৰ কাষে কাষে এটা আহল-বহল গৰখাৱে খন্দাই তাত হৈজাৰ দিছে। কিন্তু তথাপি তেওঁ জিয়াছ হেক্টৰক কখিব নোৱাৰিব। অথচ যেতিয়া মই একীয়াসবিলাকৰ হৈ যুদ্ধ কৰিছিলো, তেতিয়া হেক্টৰে নিজৰ সৈন্য-সামন্তবিলাকক দুৰ্গৰপৰা যেহিলুৰ আতৰি গৈ যুদ্ধ কৰিবলৈ কোনোদিনেই এৰি দিছিল। তেওঁ স্কিয়ান দুৱাৰ ওচৰত থকা ওক গছজোপাৰ সিপাৰ হোৱা নাছিল। সেই ঠাইতে এদিন তেওঁ মোৰ মুখামুখি হৈছিল। ভাগ্য ভাল যে তেওঁ সেইদিনা নিজৰ ঘৰলৈ প্ৰাণ লৈ উভতি যাব পাৰিলে। কিন্তু এতিয়া অৱস্থা বহুতো সলসলনি হ'ল, মই আৰু যুৱৰাজ হেক্টৰৰ লগত যুদ্ধ কৰিব নোখোজো। সেয়েহে কালিলৈ মই জ্যুছ আৰু অন্যান্য দেৱতাসকলক পূজা-পাতল দিম আৰু তাৰ পিছত মালপত্ৰ বোজাই দি জাহাজ মেলিম। ৰাতিপুৱা সোনকালে এটা দৃশ্য তোমবিলাকে চকুৰে দেখিব পাৰিবা যদি চাবলৈ তোমালোকৰ ইচ্ছা হয়। সেই সময়ত জাহাজবিলাক ৰাতিপুৱা হেলিচপ্পণ্টৰ

বুকুৱেদি আগবাঢ়ি গৈ থাকিব, মোৰ নাবিকবিলাকে ভিতৰৰপৰা শক্তিয়ে আটৈমানে ব'ঠা মাৰি থাকিব। মহান সমুদ্ৰদেৱে মৰম কৰিলে তিনিদিনৰ ভিতৰতে মই ঠায়া প্ৰদেশৰ গভীৰ উপত্যকাত পদাৰ্পণ কৰিব পাৰিম। দুৰ্ভাগ্যবশতঃ ইয়ালৈ যাত্ৰা কৰাৰ সময়ত মোৰ ঘৰৰ অৱস্থা যথেষ্ট টনকিয়াল আছিল। এতিয়া যিবিলাক সম্পত্তি মই লৈ যাম সেইবিলাকৰপৰা ঘৰখন আৰু চহকী হ'ব। সোণ, ৰঙাতাম, মেখেলা পিন্ধা তিৰোতা, মটীয়া ৰঙৰ লোহা আদি যিবিলাক বস্তু মোৰ ভাগত পৰিছিল সেই সকলোবিলাকেই আছে, কিন্তু নাই সেই সন্মান-সূচক পুৰস্কাৰটি, যিটি এবাৰ মোৰ হস্তগত হোৱাৰ পিছতো পুনৰ অপমানজনক-ভাৱে অপহৃত হ'ল আৰু সেই অপহৰণকাৰী মহাপুৰুষজন হ'ল স্বয়ং আট্ৰিউছ পুত্ৰ মহাৰাজ আগামেমনন।

"মোৰ কথাবিলাক তেওঁক কবাগৈ, আৰু সকলোৱে শুনাকৈ কবা যাতে আকৌ কোনোবা ডানান ৰাজকোঁৱৰক এইদৰে লঘু লাঞ্ছনা কৰিব খুজিলে তেওঁলোকে চকু ঘোপাকৈ ধৰিব পাৰে। এই অবিবেকী মানুহটোৱেই যতকূটৰ ঘাই। কিন্তু সেইবুলি তেওঁ মোৰ চকুৱে চকুৱে চাবলৈ সাহস নকৰিব, লাগিলে তেওঁৰ যিমানেই স্পৰ্দ্ধা নাথাকক। হৰই নোৱাৰে মই তেওঁক কেতিয়াও সহায় নকৰো, যুদ্ধতো নকৰোৱেই, উপদেশ এষাৰো নিদিওঁ। তেওঁ মোৰ প্ৰতি বিশ্বাসঘাটকতা কৰিছে, অন্যায় আচৰণ কৰিছে। তেওঁৰ ছলাহী কথাত মই কেতিয়াও ভোল নাযাওঁ। এয়েই যথেষ্ট। তেওঁ নীৰৱে অধঃপাতে যাওক। জ্যুছে ভাবি-চিন্তিয়েই তেওঁৰ মগজটো ঘোলা কৰি থৈছে।

"তেওঁ দিব খোজা উপহাৰবিলাকো মই মানুহটোৰ দৰেই হেয় জ্ঞান কৰো। তেওঁৰ যিমান ধন-সম্পত্তি আছে বা অন্যভাৱে সংগ্ৰহ কৰিব পাৰিব তাৰ কুৰি গুণো মোক দিবলৈ সন্মত হ'ব পাৰে, য'ত ঘৰে ঘৰে ধন-সম্পত্তিৰ অফুৰন্ত ভাণ্ডাৰ আছে আৰু য'ৰ একখন তোৰণৰ প্ৰতিখনেদিয়েই দুশজন যোদ্ধা অশ্বচালিত ৰথত উঠি ওলাই আছে সেই মিছৰীয় ঠিৱছ; অৰ্কমিনাছ আৰু ঠিৱছৰ সমস্ত আয় মোৰ হাতত সমৰ্পণ কৰিব পাৰে, তেওঁৰ উপহাৰবিলাক ধূলিকণাৰ দৰেই সীমাহীন হ'ব পাৰে। কিন্তু তথাপি মই আগামেমননৰ প্ৰস্তাৱত সন্মত নহওঁ। যি অপমান মই সহ্য কৰিবলগা হৈছে তাৰ বাবে তেওঁ এতিয়া প্ৰতিফল পাওক।

"আট্ৰিউছনন্দন আগামেমননৰ কন্যাক মই বিয়া নকৰাওঁ। কোনোবা যেন আফ্ৰোদাইটিৰ দৰেই তেওঁ ৰূপৱতী হ'ব পাৰে, এথীনাৰ দৰেই তেওঁ সুনিপুণা হ'ব পাৰে। তথাপি মই তেওঁক পাণি গ্ৰহণ

নকৰো। মান-মৰ্যাদাত মোতকৈ শ্ৰেষ্ঠ আৰু নিজৰ সমকক্ষ আন একো একীয়ানক তেওঁ বাছি লব পাৰে। দেৱতাসকলে যদি মোক নিজৰ ঘৰলৈ যাবলৈ অনুমতি দিয়ে, তেন্তে পেলিউছে মোৰ সহায় নোলোৱাকৈয়ে মোৰ কাৰণে বোৱাৰী একনী বিচাৰি পাব। হেলাছ আৰু ঠায়াৰ তলে ওপৰে থকা দুৰ্গ-বিলাকৰ অধিপতিসকলৰ বহুতো ছোৱালী আছে; তাৰে একনী মোৰ কাৰণে বাছি ললেই হ'ল। ঘৰত থাকোঁতে প্ৰায় মই আমাৰ সমপৰ্যায়ৰ উপযুক্ত কন্যা এটিৰ পাণি-গ্ৰহণ কৰি পিতা বৃদ্ধ পেলিউছৰ ধন-সম্পত্তি ভোগ কৰিয়েই জীৱনটো কটাম বুলি ভাবিছিলো। তাতকৈ বেছি উচ্চাভিলাষ মোৰ নাছিল। কাৰণ মোৰ মতে জীৱনটো ধন-সম্পত্তিৰে জুখিব পৰা বস্তু নহয়। একীয়ানবিলাক অহাৰ আগতে সুখ-শান্তি বিৰাজ কৰি থকা অৱস্থাত ইলিয়ামৰ যি সাধুকথা যেন লগা ঐশ্চৰ্য আছিল, নাইবা ধনুৰ্দ্ধৰ এপলোৰ মৰ্মৰ বেদীৰ পশ্চাৎভাগত অৱস্থিত শিলাময় পাইঠোত যি অতুল বৈভৱৰাশি পুঞ্জীভূত হৈ আছে, সেই সকলো ধন-ৰত্নেৰেও জীৱনৰ মূল্যায়ন কৰিব নোৱাৰি। গৰু-ম'হ অথবা নিপোটল মেৰছাগলী লওঁ বুলিলেই হ'ল। জাতি নাইবা ভাল জাতৰ ঘোঁৰাও কিনি লব পাৰি। কিন্তু এবাৰ প্ৰাণবায়ু বাহিৰ হলে তুমি মানুহৰ জীৱনটো ঘূৰাই আনিব নোৱাৰা। ই চুৰি বা বেচা-কিনা কৰা পদাৰ্থ নহয়। মোৰ আই শ্বেতচৰণা দেৱী ঠিটিছে কয় যে, মৰণৰ মুখলৈ আগবাঢ়ি যোৱাৰ সময়ত নিয়তিয়ে মোৰ বাবে দুটি পথ খুলি থৈছে। যদি মই ইয়াতে থাকি ট্ৰয়ৰ অৱৰোধত অংশ গ্ৰহণ কৰো, তেতিয়াহলে মোৰ আৰু স্বদেশলৈ উভতি যোৱা নহ'ব। অৱশ্যে মই সুখ্যাতি আৰু যশস্যা লাভ কৰি অমৰ হ'ব পাৰিম। কিন্তু যদিহে মই স্বদেশলৈ আৰু নিজৰ ঘৰলৈ ঘূৰি যাওঁ, তেন্তে মোৰ সুনাম নষ্ট হ'ব সঁচা, কিন্তু মই দীৰ্ঘ জীৱন লাভ কৰিব পাৰিম আৰু অকাল মৃত্যুৰপৰা ৰক্ষা পৰিম।

"আৰু এটা কথা, তোমালোকো ঘৰলৈ উভতি যোৱাই ভাল হ'ব বুলি মই ভাবো কাৰণ তোমালোকৰ লক্ষ্যস্থান ইলিয়ামৰ ওখ ওখ আলিবাটবোৰত কোনো দিনেই পদাৰ্পণ কৰিব নোৱাৰিবা। সৰ্ব দ্ৰষ্টা জুছে নগৰখনৰ ওপৰত মৰমৰ হাত বুলাইছে, নগৰবাসীসকলে উদগনি পাইছে। সেইকাৰণে এতিয়া তোমালোকক বিদায় দিছো, মুকলি সভাত তোমালোকে একীয়ান দা-ডাঙৰীয়া-সকলৰ আগত সকলো কথা বিৱৰি ক'বাহঁক। তোমালোক প্ৰবীণ ব্যক্তি, গতিকে তোমালোকৰ সেই অধিকাৰ আছে। তোমালোকৰ প্ৰস্তাৱ মই খোলা-খুলিকৈ অগ্ৰাহ্য কৰিছো, সেইকাৰণে এতিয়া আন কিবা এটা ভাল উপায়

ভাটিয়াবাগে যাতে সসৈন্যে জাহাজবিলাক বন্ধ্য পাবে।" পিছে আজি বাজিতো কিনেও ইয়াতে থাকক, ইচ্ছা কৰিলে কালিলৈ তেওঁ মোৰ লগতে থাকোলে যাত্ৰা কৰিব পাৰে। অৱশ্যে মই তেওঁক জোৰ নকৰোঁ।"

একিলিছৰ বক্তব্য সামৰণি পৰিল। ইযান প্ৰকটভাৱে প্ৰত্যাহটো প্ৰত্যাখ্যান কথাত তেওঁলোক হতভম্ব হ'ল। সুদীৰ্ঘ নীৰৱতাৰ পিছত বৰ্ষী ফিনিয়েই পোন প্ৰথমবাৰৰ বাবে মাত লগালে। গ্ৰীকসকল জাহাজবিলাকৰ কাষণে ভয় আৰু দুশ্চিন্তাত তেওঁ কান্দি পেলালে। তেওঁ ক'লে, "মহাৰাজ একিলিছ, স্বদেশাভিমুখে পাৰি দিবলৈ যদি তুমি সঁচাকৈয়ে মৰ্মস্থিৰ কৰিছা আৰু ক্ৰোধত অভিভূত হৈ সুদৃঢ় জাহাজবিলাক ভস্মীভূত হ'বলৈ এৰি দিব খুজিছা, তেনেহলে মোৰ সোণাই, তোমাৰ অবিহনে মোৰ কি গতি হ'ব? মই অকলশৰে ইয়াত কেনেকৈ থাকিম? আগামেমননৰ সৈন্য-বাহিনীত যোগ দিবলৈ ঠাঁয়াৰপৰা তোমাক পঠিয়াই দিওঁতে বৃদ্ধ বৰ্ষী পেলিউছে মোক তোমাৰ অভিভাৱকৰূপে নিযুক্ত কৰা নাছিলনে? তেতিয়া তুমি নাবালক আছিলা। যুদ্ধৰ বিপদ-বিঘিনিৰ সম্ভেদ পোৱা নাছিলা। যত মানুহে সুখ্যাতি লাভ কৰিব পাৰে, সেই তৰ্ক সভাবিলাকৰ বিষয়েও তোমাৰ অভিজ্ঞতা নাছিল। তেওঁ মোক তোমাৰ লগত পঠাই দিয়াৰ উদ্দেশ্য আছিল এই, তোমাক সকলো বিষয়ে শিক্ষাদান কৰা আৰু তোমাক এজন বিচক্ষণ বক্তা আৰু সুনিপুণ সৈনিক কৰি গঢ়ি তোলা। এতিয়া মই তোমাক অকলশৰে যাবলৈ এৰি দি ইয়াত কেতিয়াও থাকিব নোৱাৰো। মোৰ সোণাই, আনকি ভগৱানে মোৰ গাৰ-পৰা বয়সৰ আঁচোৰবিলাক আঁতৰ কৰি মোক চকচকীয়া ডেকা কৰি তুলিলেও মই থাকিব নোৱাৰো। সুন্দৰী নাৰীৰ দেশ হেলাছৰপৰা অহাৰ সময়ত মোৰ বয়স তেনেকুৱাই আছিল। মোৰ পিতা আৰ্মেনাৰ পুত্ৰ অমিন্টৰৰ লগত কাজিয়া লগা বাবেই মই পলাব লগা হৈছিল। তেওঁৰে মোৰে অহি-নকুল সম্বন্ধ সৃষ্টি হ'ল এয়ে, তেওঁ এজনী সুন্দৰী বেশ্যাৰ প্ৰেমাসক্ত হৈ মোৰ মাকক আওহেলা কৰিবলৈ ধৰিলে। বুঢ়াৰ প্ৰতি সেই ডিবোভাজনী যাতে বিৰূপ হৈ পৰে তাৰ বাবে আয়ে মোক এটা কাম কৰিবলৈ খাটনি ধৰিলে। কামটো হ'ল বুঢ়াক বাকিত কৰি এদিন সেই ডিবোভাজনীৰ লগত মই বাজিটো কটোৱা। মই আইৰ কথাত সমত হ'লো আৰু তেওঁ কোৱামতেই কৰিলো। পিতাই গমো সকলো গম পালে আৰু মোক অভিশাপ দি উগ্ৰচণ্ডা দেৱীসকলক স্মৰণ কৰিলে যাতে মোৰ কোনো সন্তি-সন্ততিক তেওঁ কোলাত তুলিব লগা নহয়। "বধা সন্তুষ্ট দেৱী পাৰ্চিফ্‌নী আৰু অধিপতি আৰু ভয়ঙ্কৰী পাৰ্চিফনীয়ে পিতাৰ অভিশাপ পূৰ্ণ

কৰিলে। মোৰ ভীষণ খং উঠিল আৰু পিতাক হত্যা কৰিবলৈ উদ্যত হ'লো। কিন্তু দেৱতা এজনে মোক নিৰস্ত কৰিলে, তেওঁ মোক বহুত বুজনি দিলে। মানুহে মোক কি বুলিব, কি নিন্দা আৰু কুখ্যাতিৰ ভাগী হ'ম আৰু মোৰ বন্ধু-বান্ধৱসকলে মোক পিতৃহন্তা বুলি কি ভয়ানক অৱস্থাৰ সৃষ্টি কৰিব, এই সকলোবিলাক বিষয়ে তেওঁ মোক সচেতন কৰিলে। পিছে খণ্ডত তিতিবিতুলা হৈ থকা পিতাৰ লগত একেখন ঘৰতে বাস কৰিলে ভৱিষ্যতে কি ফল হ'ব পাৰে সেই বিষয়ে চিন্তা কৰি কোঁচ খাই গ'লো। অৱশ্যে মোৰ বন্ধু-বান্ধৱ আৰু আত্মীয়স্বজনে মোক ঘৰতে ৰাখিবৰ কাৰণে প্ৰতি প্ৰতিকৈ চেষ্টা কৰি মোক আগুৰি ধৰিলে। নিপোটল ভেড়া ছাগলী আৰু গৰু-ম'হ মাৰি ভোজ ভাত খোৱা অবিৰাম চলি থাকিল। থিয় থিয় নোমবিলাক পুৰিবৰ বাবে বহুত নাদোকা গাহৰিও জুইৰ ওপৰত জাপি দিয়া হ'ল। বুঢ়াৰ ভঁড়ালত থকা মিঠা মদো কলহে কলহে শেষ কৰা হ'ল। এইদৰে ন ৰাতি তেওঁলোক পালপাতি মোক পহৰা দি থাকিল। দুফালে দুকুৰা জুয়ো জ্বলাই ৰাখিলে। একুৰা জুই জ্বলিছিল পকী দেৱালেৰে বেঢ়ি থোৱা চোতালখনত থকা খুঁটাৰ শাৰীবিলাকৰ মাজত আৰু আনকুৰা জ্বলিছিল ঘৰৰ আগফালে, শোৱনি-কোঠাৰ দুৱাৰখনৰ ঠিক বাহিৰতে। কিন্তু দশম দিনা ৰাতি এন্ধাৰে-মুন্ধাৰে মই শোৱা-কোঠাৰ মজবুত দুৱাৰখন দুফালকৈ মেলি দি পলায়ন কৰিলো। পকী দেৱালখন পাৰ হৈ যোৱাত অলপো অসুবিধা নহ'ল, পহৰা দি থকা মানুহ বা চাকৰ-বাকৰ কোনেও মোক দেখা নাপালে। তাৰ পিছত মই প্ৰাণটাকি লৰিবলৈ ধৰিলো। ঘঁাহনি পথাৰেৰে ভৰি থকা হেলাছৰ মাজে মাজে গৈ অৱশেষত মই দ-পথাৰ থকা ঠায়া প্ৰদেশত উপস্থিত হ'লোগৈ। এই ঠায়া দেশেই মেৰছাগলী পালন কৰাত অদ্বিতীয়। মই ৰজা পেলিউছৰ শৰণ ল'লো। তেওঁ মোক বুকুত সুমুৱাই ল'লে, বিশাল সম্পত্তিৰ ভৱিষ্যৎ উত্তৰাধিকাৰী একমাত্ৰ পুত্ৰক পিতাকে যেনেকৈ ভাল পায়, ঠিক সেইদৰেই তেঁৱো মোক মৰম কৰিলে। এখন জনপূৰ্ণ ৰাজ্যৰ শাসক ৰূপে তেওঁ মোক নিযুক্ত কৰিলে। ফলত মই অপাৰ ধন-সম্পত্তিৰ অধিকাৰী হ'লো। ডলপিসকলৰ ৰজা হৈ মই ঠায়া সীমান্তত বাস কৰিবলৈ ধৰিলো।

"পৰম পূজনীয় একিলিছ, তেতিয়াৰপৰাই মই তোমাক বুকুৰ উমেৰে লালন-পালন কৰি আহিছো আৰু আজি তুমি ইমানটো হ'লাহি। তুমি যে বাহিৰত নিমন্ত্ৰণ খাবলৈ যাব খুজিছিলা আৰু ঘৰত থকা সময়ত মই নহ'লে খোৱা-বোৱাৰ নামেই শুনিছিলা, সেই কথা এতিয়া তোমাৰ মনত পৰেনে?

তোমাক মোৰ আঁঠুৰ ওপৰত তুলি মোৰ ভাগৰ মঙহৰ দুই-এটুকুৰা তোমাৰ মুখত দিছিলো, মৰমত পমি গৈ মোৰ ভাগৰ পিয়লাটো তোমাৰ ওঁঠত লগাই দিছিলো। খাওঁতে তোমাৰ এধানিমান, আঁভজা মুখখনৰপৰা মদ ওলাই আহি মোৰ চোলাৰ আগটো তিয়াই দিছিল। হয়, মই তোমাৰ কাৰণে বহুত কষ্ট কৰিলো। মোকতো ঈশ্বৰে নিজৰ ল'ৰা-ছোৱালীৰ মুখ নেদেখুৱালেই, গতিকে তোমাকে নিজৰ ল'ৰা বুলি ভাবিছো, তেতিয়াহে তুমি কোনোবা এদিন মোক ঘোৰ বিপদৰপৰা ৰক্ষা কৰিবা।

"একিলিছ তোমাৰ অহঙ্কাৰ দমন কৰা। ইমান আঁকোৰ-গোজ হৈ থকাৰ অধিকাৰ তোমাৰ নাই। চোৱাচোন, দেৱতাসকলৰ কিমান বেছি মহিমা, কিমান ক্ষমতা আৰু কিমান শক্তি? তেওঁলোককো বশ কৰিব পাৰি। যাগ-যজ্ঞ আৰু আৰাধনাৰ বলত তেওঁলোকৰো মনৰ সাল-সলনি হয়। তেওঁলোকক ভক্তিৰে প্ৰণিপাত জনালে পাপী-তাপীয়েও উদ্ধাৰ পায়। উপাসনা সকল জ্যুছৰ জীয়ৰী বুলি তুমি নাজানা জানো? তেওঁলোকৰ শৰীৰ সোঁতোৰা-সোঁতোৰ; খোজ থৰক-বৰক আৰু চাৱনি নিৰাশাৰে ভৰা। তেওঁলোকে পাপৰ পিছে পিছে ভ্ৰমি ফুৰে। কিন্তু পাপৰ জোৰ বেছি, সি তেওঁলোকক পিছ পেলাই যায়। তেওঁলোকতকৈ বহুত আগবাঢ়ি গৈ সি দিহিঙে দিপাঙে ঘূৰি ফুৰে আৰু মানুহৰ মাজত শোক দুখ বিয়পায়। তেওঁলোক আহে পিছে পিছে আৰু দুখ-কষ্টৰ অৱসান ঘটায়। জ্যুছৰ জীয়ৰীহঁত ওচৰ চাপি আহোঁতে যিজন মানুহে তেওঁলোকক নতশিৰে প্ৰণাম জনায়, তেওঁক তেওঁলোকে আশীৰ্বাদ দিয়ে আৰু তেওঁৰ মনোবাঞ্ছা পূৰ্ণ কৰে। কিন্তু কোনো মানুহে কঠোৰভাৱে তেওঁলোকক বিমুখ কৰিলে তেওঁলোকে ক্ৰনছ-নন্দন জ্যুছক প্ৰাৰ্থনা কৰি সেই মানুহজনক মহাপাপত পতিত কৰে আৰু তেওঁ পাপৰ ফল ভোগ কৰিব লগা হয়। একিলিছ, এই কথা তোমাৰ গাতে খাটে। তুমি জ্যুছৰ কন্যাকেইটিৰ ওচৰত সেও মানি তেওঁলোকৰ প্ৰাপ্যখিনি দি দিয়া। সকলো উদাৰচিতীয়া মানুহে তাকে কৰে। যদিহে মহাৰাজ আগামেমননে সকলো খং ৰাগ কাটি কৰি তোমাৰ প্ৰতি অকৃপণভাৱে এই উপহাৰসমূহ আগ নবঢ়ালেহেঁতেন আৰু ভৱিষ্যতে আৰু বেছি দিবলৈ প্ৰতিশ্ৰুতি নিদিলে হয়, তেন্তে মই তোমাক ক্ৰোধ সম্বৰণ কৰি আৰ্গিভবিলাকক সহায় কৰিবলৈ কেতিয়াও খাটনি নধৰিলোহেঁতেন। কিন্তু যি দেখা গৈছে, তেওঁ তোমালৈ কেৱল এই বস্ত্ৰ-বস্তুবিলাক আগবঢ়ায়েই ক্ষান্ত থকা নাই, ভৱিষ্যতেও অনেক দিম বুলি অঙ্গীকাৰ কৰিছে। তদুপৰি তেওঁ সৈন্য বাহিনীৰ অতি বিচক্ষণ লোককেইজনক তোমাৰ আগত

অনুনয় বিনয় কৰিবলৈ ৰাজদূত হিচাপে পঠাইছে। এই আৰ্গিভ লোককেইজন তোমাৰো বিশিষ্ট বন্ধু। তেওঁলোকৰ এই কাকুতি-মিনতি আৰু এই যাত্ৰাক তুমি কেতিয়াও তুচ্ছ-জ্ঞান কৰিব নোৱাৰিবা, অৱশ্যে তোমাৰ মনত থূপ খাই থকা খং-বিষবোৰৰ বাবে কোনেও তোমাক দোষ দিব নোৱাৰে।

"পুৰণি কালৰ সম্ভ্ৰান্ত লোকসকলৰ এনে ধৰণৰে বহুত কাহিনী আমি শুনি আহিছোঁহক। তেওঁলোকো খঙত একো নাই হৈছিল, কিন্তু উপহাৰ আদিৰ প্ৰস্তাৱ তেওঁলোকে দলিয়াই পেলোৱা নাছিল আৰু নেবানেপেৰা বুজনিত তেওঁলোক সৈমান হৈছিল। সুদূৰ অতীতলৈ ভুমুকি মাৰিলে মোৰো ঠিক এনেকুৱা ঘটনা এটাই মনলৈ আহে। ইয়াত সকলোটিয়েই বন্ধুভাবাপন্ন। গতিকে মই সেই কাহিনী ক'ব পাৰো। কেলীডন নগৰত কিউৰেটসকলে সাঁজাৰু ইটালিয়ানসকলৰ লগত যুদ্ধ কৰিছিল। দুয়ো পক্ষৰে ক্ষতি হৈছিল। ইটালিয়ানসকলে তেওঁলোকৰ ধুনীয়া কেলীডন নগৰখন শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল আৰু কিউৰেটসকলে নগৰখন ধ্বংস কৰিবলৈ অহো-পুৰুষাৰ্থ কৰিছিল। পিছে ৰজা ইনিউছে তেওঁৰ ৰাজ্যত অৱস্থিত পৱিত্ৰ পাহাৰত শস্যোপচাৰেৰে পূজা নিদিয়াৰ ফলত স্বৰ্ণ সিংহাসনৰ দেৱী আৰ্টিমিছৰ খং উঠিবলৈ লাগিল আৰু সেই আপাহতে দেৱীয়ে কেলীডন নগৰত এটা ভয়ঙ্কৰ জন্তু মেলি দিলে। বিপদটো আৰম্ভ হ'ল তেতিয়াৰপৰাই। আন সকলোটি দেৱ-দেৱীকেই প্ৰচুৰ উপচাৰেৰে পূজা কৰা হ'ল। কিন্তু সৰ্বশক্তিমান জিয়ছৰ এই দুহিতা গৰাকী বাদ পৰিল। হয়তো ৰজাই পাহৰিলে, হয়তোবা তেওঁৰ হিচাপত হেৰফেৰ হ'ল। সি যিয়েই নহওক, তেওঁ সাংঘাতিক ভুল এটা কৰিলে। কাৰণ খঙত একোনাই হৈ এই ধনুৰ্দ্দেৱী গৰাকীয়ে তেওঁৰ ৰাজ্যলৈ দেৱলোকৰপৰা এটা ক্ষুধাতুৰ বৰাগাহৰি পঠাই দিলে। গাহৰিটোৰ দাঁতবোৰ আছিল চিক্-চিকীয়া। সি ৰাজ্যজুৰি ধ্বংস লীলা আৰম্ভ কৰিলে। ডাল ভৰি থকা ফল-ফুলেৰে সৈতে প্ৰকাণ্ড লাগনী গছবিলাক সি উঘালি মাটিত পেলাই দিলে। এনেকুৱা গছেৰে গোটেইখন ভৰি পৰিল। কিন্তু অৱশেষত ইনিউছৰ পুত্ৰেক মিলিয়েজাৰে তাক বধ কৰিলে। তাকে কৰিবলৈ তেওঁ কেইবাখনো নগৰৰ পৰা এদল চিকাৰী আৰু কুকুৰৰ এটা পাল সংগ্ৰহ কৰিব লগা হৈছিল; কাৰণ জন্তুটো দুই-এজনে বলে পৰা বিধৰ নাছিল। তাৰ হাতত বহুতৰে দুখলগাভাৱে প্ৰাণ নাশ হৈছিল। কিন্তু ইয়াৰ পিছতো আৰ্টিমিছে তাৰ মৰাশটোৰ কাৰণে যুঁজ লগাই দিছিল; তাৰ মূৰ আৰু নোমাল ছালখনৰ বাবেই কিউৰেট আৰু গৰ্বিত ইটালিয়ানবিলাকে হিংস্ৰভাৱে পৰস্পৰক আক্ৰমণ কৰিছিল।

"এইদৰেই আৰম্ভ হোৱা যুদ্ধখনত শক্তিশালী মিলিয়েজাৰে অংশ গ্ৰহণ কৰি থকা পৰ্যন্ত কিউৰেটবিলাকৰ অৱস্থা শোচনীয় হৈ পৰিল। সংখ্যাধিক্য সত্ত্বেও তেওঁলোকে নগৰখন অৱৰোধ কৰি থাকিবলৈ অক্ষম হৈ পৰিল। কিন্তু অনেক জ্ঞানীলোকো প্ৰবৃত্তিৰ দাস হৈ পৰে ; মিলিয়েজাৰৰ ক্ষেত্ৰতো এই কথাই খাটিল। মাক এলথিয়াৰ ওপৰত খং উঠি তেওঁ তেওঁৰ পত্নী ইউৱেনাছ কন্যা ক্ষীণ গুল্‌ফা মাৰপেছাৰ জীয়াৰী সুন্দৰী ক্লিওপেট্ৰাৰ সৈতে ঘৰতে সোমাই থাকি অলসভাৱে দিন কটাবলৈ ধৰিলে। ক্লিওপেট্ৰাৰ পিতাক ইদাছ সেইকালত পৃথিৱীৰ ভিতৰতে বলী লোক আছিল আৰু তেওঁ শুৱনি সৰুগাঁঠিৰ অধিকাৰিণী এই মাৰপেছাৰ কাৰণেই হাতত ধেনু লৈ স্বয়ং ফিবাছ এপলোৰ সন্মুখীন হৈছিল। পিছত মাক-বাপেকে ক্লিওপেট্ৰাৰ উপনাম ৰাখিছিল এলছিয়েন ; ধনুৰ্দ্ধাৰী এপলোৱে হৰণ কৰি নিয়া সময়ত তেওঁ মাছৰোকা চৰাইৰ ৰূপ ধৰি কৰুণভাৱে বিননি তোলাৰ সোঁৱৰণত এই নাম ৰখা হৈছিল।

"তাৰ পিছত কওঁ শুনা, মিলিয়েজাৰে ঘৈণীয়েক ক্লিওপেট্ৰাৰ সৈতে বিছনাত শুই শুই প্ৰাণঘাতী ক্ৰোধত গুমৰিবলৈ ধৰিলে। মাকৰ শাও-শপনিত তেওঁ ত্যক্ত হৈছিল। তেওঁ মোমায়েকক হত্যা কৰাৰ কাৰণে মাকে শোকত কাতৰ হৈ তেওঁৰ পুতেকৰ মৃত্যুৰ কাৰণে দেৱতাসকলক প্ৰাৰ্থনা কৰিছিল। তেওঁ আঁঠু কাঢ়ি, মাটি ভুকুৱাই হেডিছ আৰু পাৰ্ছিফনীক মিনতি কৰোঁতে তেওঁৰ কোলালৈ চকুপানীৰ ঢল নামিছিল। অন্ধকাৰত ভ্ৰমণ কৰা, পাষাণ-হৃদয়া চণ্ডীয়ে ৰসাতলৰপৰাই তেওঁৰ কাকুতি শুনিবলৈ পাইছিল।

"অচিৰে কিউৰেটবিলাকে নগৰদ্বাৰ আক্ৰমণ কৰিছিল। তেওঁলোকে প্ৰাচীৰবিলাক চুৰমাৰ কৰাৰ শব্দও সকলোৰে কাণত পৰিছিল। এই সময়ত ইটালীয় বয়োবৃদ্ধ লোকসকলে মিলিয়েজাৰক নগৰখন ৰক্ষা কৰিবৰ কাৰণে ওলাই আহিবলৈ অনুৰোধ কৰিলে। প্ৰধান পূজাৰীসকলৰ এটা প্ৰতিনিধি দল তেওঁৰ ওচৰলৈ গৈ তেওঁক প্ৰচুৰ পুৰস্কাৰৰ প্ৰতিশ্ৰুতি দিলে। তেওঁলোকে নিবেদন কৰিলে, তেওঁ ডেৰশ বিঘা মাটি নিজে বাছি লওক। তাৰ ভিতৰত আধা হ'ব আঙুৰৰ বাগিচা আৰু বাকী আধা খেতিৰ মাটি। কেলীডনৰ উৎকৃষ্ট পথাৰ-বিলাকৰপৰাই এই ভূমি তেওঁক দিয়া হ'ব। বৃদ্ধ ৰথী ইনিউচেও তেওঁলোকৰ লগতে যোগ দিলে। মিলিয়েজাৰৰ উচ্চ শয়নকক্ষৰ দুৱাৰমুখৰপৰাই সুদৃঢ় কাঠৰ দুৱাৰখন হাতেৰে চকিয়াই তেওঁ পুতেকক কাকুতি-মিনতি কৰিছিল। মাক আৰু ভনীয়েকহঁতেও তেওঁক শপত শাতি দিছিল (অৱশ্যে তাৰ ফলত তেওঁ বেছি আঁকোৰগোজহে হৈছিল)। তেওঁৰ সৈতে একেলগে যুঁজ কৰা সেনাপতি-

সকলেও তেওঁক অনুৰোধ কৰিছিল। এই সেনাপতিসকলেই আছিল তেওঁৰ অতিশয় স্নেহভাজন আৰু অনুগত বন্ধু। কিন্তু জোৰ-পুৰি হাত নোপোৱালৈ তেওঁ-তেওঁলোকৰ সমস্ত আবেদন নিবেদন অগ্ৰাহ্য কৰি থাকিল। এনেকুৱাতে কিউৰেটবিলাকে গড়ৰ ওপৰলৈ বগাই আহি নাশক আগ্নেয়াস্ত্ৰ বৰষিবলৈ ধৰিলে। এনেকুৱা অস্ত্ৰ আহি তেওঁৰ শোৱনি-কোঠাৰ ওপৰতো জাউৰিয়ে জাউৰিয়ে পৰিলহি। সেই মুহূৰ্তত মিলিয়েজাৰৰ সুৰূপা পত্নী সজল নয়নেৰে তেওঁৰ ওচৰত উপস্থিত হ'ল। নগৰখন অধিকৃত হ'লে মানুহৰ কিমান বিলৈ-বিপত্তি হ'ব, কিমান মানুহক হত্যা কৰা হ'ব, নগৰখন কেনেকৈ অগ্নিয়ে ভস্মীভূত কৰিব আৰু বিদেশী শত্ৰুৱে কেনেকৈ শিশু আৰু সুবেশা ৰমণীসকলক হৰণ কৰি লৈ যাব, এইবিলাকৰ ছবি এখন তেওঁ স্বামীৰ আগত দাঙি ধৰিলে, এই করুণ বৰ্ণনাই তেওঁৰ হৃদয় স্পৰ্শ কৰিলে। তেওঁ ওলাই আহি চিক্‌মিকাই থকা অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হ'ল। নিজ বিবেকৰ নিৰ্দেশতে তেওঁ ইটালিয়ানবিলাকক বিপৰ্যয়ৰ পৰা ৰক্ষা কৰিলে। কিন্তু প্ৰতিশ্ৰুত বহুমূলীয়া উপহাৰবিলাক তেওঁক দিয়া নহ'ল। নগৰবাসীবিলাকক তেওঁ উদ্ধাৰ কৰিলে সঁচা' কিন্তু বিনিময়ত একোকে নেপালে।

"প্ৰিয়বন্ধু, তেওঁৰ দৰে চিন্তা কৰিবলৈ নাইবা তেওঁৰ আদৰ্শৰে অনুপ্ৰাণিত হ'বলৈ মই তোমাক কোৱা নাই। এবাৰ জুই লাগিলে জাহাজবিলাক ৰক্ষা কৰা অতিশয় কঠিন হ'ব। নহয়, সময় থাকোতেই আহা; উপহাৰবোৰ এতিয়াও পাবা আৰু একীয়ানসকলে তোমাক দেৱতাৰ দৰে পূজা কৰিব। অপ্ৰৰোচিতভাৱেও তুমি নিজৰ জীৱন বিপন্ন কৰি যুদ্ধত জঁপিয়াই পৰিব পাৰা; পৰাজয়ৰ গ্লানিক বিজয় গৌৰৱলৈ ৰূপান্তৰিত কৰিব পাৰা; কিন্তু তথাপি একীয়ানসকলৰ তোমাৰ ওপৰত থকা উচ্চ ধাৰণাৰ কিছু হীনদেঢ়ী হ'ব পাৰে।"

ফিনিক্সৰ বক্তব্য শেষ হ'ল। ধায়ন কুশল একিলিছে পুনৰায় ক'লে, "মোৰ অতীতৰ প্ৰিয়বন্ধু কুমাৰ ফিনিক্স, একীয়ানসকলৰ মোৰ ওপৰত থকা উচ্চ ধাৰণাৰ মোৰ কোনো প্ৰয়োজন নাই। জুছৰ করুণাই মোৰ কাৰণে যথেষ্ট। যিমান দিন মোৰ শৰীৰত শ্বাস-প্ৰশ্বাস বলি থাকে আৰু যিমান দিন মই মোৰ অঙ্গ-প্ৰত্যঙ্গবিলাক সঞ্চালন কৰি থাকিব পাৰো, সিমান দিন তাৰ বলতেই মই এই চৰাই-ঠুঁটীয়া জাহাজবিলাকৰ কাষত থাকিব পাৰিম। কিন্তু আচল কথাটো তুমি জনা উচিত যে আগামেমননৰ প্ৰীতিভাজন হ'বলৈ গৈ তুমি মোক কিছুমান অতি বিৰক্তিকৰ তুচ্ছ অনুভূতিৰে এইদৰে অতিষ্ঠ কৰিবলৈ চেষ্টা কৰাত মই ক্ষুব্ধ হৈছো। সেই মানুহটোৰ লগত সখ্য আৰু আন্তৰিকতাৰ

সম্পৰ্ক গঢ়ি তোলাৰ আগতে সাৱধান হ'বা, নহ'লে তোমাৰ প্ৰতি থকা মোৰ মৰম ঘৃণালৈ পৰিবৰ্তিত হ'ব পাৰে। তোমাৰ উচিত কৰ্তব্য হৈছে যিটো মানুহে মোক বিশ্বাসঘাতকতা কৰিছে তাৰ প্ৰতি বিশ্বাসঘাতকৰ দৰে আচৰণ কৰা। মই এই সিদ্ধান্তত উপনীত হৈছো, ইয়াত থকা প্ৰত্যেকজন মানুহে তেওঁক সেই বুলিয়েই ক'বাগৈ—যে লাগিলে মই তোমাক আধা ৰাজ্যকে এৰি দিম, তথাপি তোমাৰ প্ৰস্তাৱত মই সন্মত নহওঁ। বাৰু আজিলৈ তুমি ইয়াতে থাকা, তোমাৰ কাৰণে বিছনা এখনো আছে, আৰামত শুব পাৰিবা। তোমাৰো ঘৰলৈ উভতি যোৱা হ'ব নে নহয়—সেইটো ৰাতিপুৱা মীমাংসা কৰা হ'ব।"

ইয়াকে কৈ একিলিছে পেট্ৰোক্লাছক ফিনিক্সৰ শয্যা প্ৰস্তুত কৰিবলৈ চকুৰে ইঙ্গিত দিলে। আনবিলাক মানুহ যাতে সময় থাকোঁতেই শীঘ্ৰে নিজৰ নিজৰ ঘৰলৈ উভতি যায় তাৰ বাবেই এই ইঙ্গিত দিয়া হৈছিল। ৰজা টেলামনৰ পুত্ৰ আয়াছেই প্ৰথমে যাবলৈ যো-জা কৰিলে। লাৰ্টিছ নন্দনৰ ফালে চাই তেওঁ ক'লে, "সুচতুৰ ওডিচ্যুছ, আমি যাওঁহঁক ব'লা। আমাৰ উদ্দেশ্য সম্পূৰ্ণ ব্যৰ্থ হৈছে বুলিয়ে মোৰ ধাৰণা, অন্ততঃ এতিয়া তাৰ উমানকে পাইছো। সংবাদটো নিশ্চয় অশুভ, তথাপি আমি ডানানবিলাকক জনাব লাগিব। তেওঁলোকে আমাৰ কাৰণে নিঃসন্দেহে বাট চাই আছে। কিন্তু একিলিছে আমাৰ আগত ক্ৰোধ আৰু দাম্ভিকতাৰ যি নিদৰ্শন দাঙি ধৰিলে, সিহে মোক ভবাই তুলিছে। লগতে তেওঁৰ হৃদয়হীনতাৰ কথাও! শিবিৰত তেওঁক সকলোৱে দেৱতাৰ দৰে শ্ৰদ্ধা কৰে, সেই বন্ধু-বান্ধৱসকলৰ প্ৰতিও তেওঁ ইমান নিষ্ঠুৰ। নিশ্চয় ই মানবতাৰ পৰিপন্থী। আনকি এটা হত্যাকাণ্ডৰ পিছত নিজৰ ভাই বা পুত্ৰৰ মৃত্যুৰ বাবে ক্ষতিপূৰণ গ্ৰহণ কৰাটোও এটা সাধাৰণ কথা। হত্যাকাৰীজন দেশান্তৰী হ'বও নেলাগে যদিহে তেওঁ মৃতকৰ নিকটতম আত্মীয়জনক উপযুক্ত ক্ষতিপূৰণ দিয়ে। এই কাৰ্যই তেওঁৰ দম্ভ দূৰ কৰে, শোকৰ উপশম ঘটায়। কিন্তু একিলিছ, মাত্ৰ এজনী ছোৱালীৰ কাৰণে, এজনী অতি সাধাৰণ ছোৱালীৰ কাৰণে তুমি কিয় অপ্ৰশম্য ক্ৰোধত উন্মাদ হৈ পৰিছা স্বয়ং ভগৱন্তইহে জানে। আৰু চোৱা, এতিয়া আমি তোমাক সাতজনী দীপ্‌-লিপ্‌ গাভৰু দিব খুজিছো, তাৰ লগতে আৰু বহুত কিবাকিবি। অলপ ক্ষমাশীল হোৱা। তদুপৰি, আমি তোমাৰ অতিথি, আমাৰ প্ৰতি থকা তোমাৰ কৰ্তব্যৰ কথাও স্মৰণ কৰা। আমি তোমাৰ ঘৰত উপস্থিত। সমগ্ৰ ডানাম সৈন্যবাহিনীৰ পৰা আমি নিৰ্বাচিত।

শিবিৰত থকা একীয়ানবিলাকৰ ভিতৰত তোমাৰ ঘনিষ্ঠতম আৰু

প্ৰিয়তম বন্ধু হৈ থকাৰ বাহিৰে আন একোৱেই আমাৰ কামা নহয়।"

শ্ৰেষ্ঠ ধানুক একিলিছে উত্তৰ দিলে, "ৰজা টেলামনৰ পুত্ৰ, কুমাৰ আয়াছ, তোমাৰ কথাত যুক্তি আছে। কিন্তু অতীতৰ ঘটনা সুঁৱৰিলে আৰু আট্ৰাইডিছ পুত্ৰই সকলোৰে আগত মোক হীন সমাজচ্যুত লোকৰ দৰে কৰা জঘন্য ব্যৱহাৰৰ কথা মনত পৰিলে মোৰ তেজ উতলি উঠে। এতিয়া যোৱা আৰু মোৰ সিদ্ধান্তৰ কথা জনোৱাগৈ। সুবিজ্ঞ প্ৰায়ামৰ পুত্ৰ হেক্টৰে আৰ্গিভবিলাক মষিমূৰ কৰি আহি আহি মাৰ্মিডনবিলাকৰ এই শিবিৰ আৰু এই জাহাজবিলাকৰ ওচৰত উপস্থিত হৈ সমস্ত নৌবাহিনী ভস্মীভূত নকৰা পৰ্যন্ত মই যুদ্ধ আৰু ৰক্তপাতৰ বিষয়ে পুনৰ চিন্তা নকৰো। মোৰ বিশ্বাস যে হেক্টৰৰ অভিযান যিমানেই বিভীষিকাময় নহওক, মোৰ শিবিৰ আৰু এই কলীয়া জাহাজখনৰ কাষ চাপিলেই তেওঁৰ নিস্তাৰ নাই।"

একিলিছৰ বক্তব্যৰ সামৰণি পৰাৰ পিছত, তেওঁৰ অতিথিসকলৰ প্ৰত্যেকেই একোটা দুনলীয়া পিয়লা হাতত লৈ দেৱতাসকলৰ প্ৰতি আহুতি নিবেদন কৰিলে আৰু তাৰ পাছত সকলোৰে আগত ওডিচ্যুছক লৈ শাৰী শাৰী জাহাজৰ কাষে কাষে তেওঁলোক উভতি গ'ল। ফিনিক্সৰ কাৰণে তত্‌তালিকে সুকোমল শয্যা প্ৰস্তুত কৰিবলৈ পেট্ৰোক্লাছে দাস-দাসীবিলাকক আদেশ দিলে। তেওঁৰ আদেশ মতে দাসীবিলাকে এখন পালেঙত তুলি, গৰম কাপোৰ আৰু এখন ধুনীয়া তলত পৰাৰে বিছনা পাৰিলে আৰু বৃদ্ধই দোকমোকালিলৈকে তাতে বিশ্ৰাম লৈ পৰি থাকিল। একিলিছেও সুনিৰ্মিত কাঠৰ ঘৰটোৰ এটা কোণত লেছবছৰ পৰা অনা এগৰাকী নাৰীৰ সৈতে শয়ন কৰিলে। এই নাৰী-গৰাকী আছিল ফৰবাছ তনয়া, সুচাৰু-কপোলা ডায়মিতী। তেওঁৰ বিপৰীত-ফালে আন এটা কোণত পেট্ৰোক্লাছ শেতেলিত পৰিল। তেওঁৰো এগৰাকী শয্যা-সঙ্গিনী আছিল। তেওঁ আছিল মেখেলা পৰিহিতা আইফিছ। ইস্কিউচ নগৰৰ ছীৰছচূৰ্ণ অধিকাৰ কৰাৰ সময়ত সহৃদয় একিলিছে পেট্ৰোক্লাছক এই নাৰী গৰাকী দান কৰিছিল।

ইতিমধ্যে ৰাজদূতসকলে আগামেমননৰ শিবিৰত প্ৰৱেশ কৰাৰ লগে লগেই একীয়ান ৰাজন্যবৰ্গই একেজাঁপে থিয় হৈ তেওঁলোকক বেঢ়ি ধৰিলে আৰু হাতত সোণৰ পিয়লা লৈ শুভেচ্ছা সূচক সুৰাপানৰ অন্তত তেওঁলোকক প্ৰশ্ন-বাণেৰে থকা-সৰকা কৰিবলৈ ধৰিলে। ৰজা আগামেমননেই সকলোতকৈ বেছি সনিৰ্বন্ধ হৈছিল। তেওঁ ক'লে, "একীয়ান সৈন্যবাহিনীৰ কুসুমস্বৰূপ, খ্যাতিমান ওডিচ্যুছ, অতি শীঘ্ৰে মোৰ আগত সকলো প্ৰকাশ কৰা। তেওঁ

আমাৰ জাহাজবিলাক জুইত পুৰি ভস্মীভূত হোৱাৰপৰা ৰক্ষা কৰিবনে? নহ'লে সেই গৰ্বিত পুৰুষজন অনমনীয় হৈয়ে আছেনেকি?"

অদম্য আৰু বিচক্ষণ ওডিচ্যুছে উত্তৰ দিলে, "আট্ৰিউছ নন্দন, নৰপতি, মহাৰাজ আগামেমনন, মানুহজনে ক্ৰমলিবলৈ নিবিচাৰে। প্ৰকৃততে এতিয়া তেওঁৰ বিষ আগতকৈয়ো বেছি তীব্ৰ হৈহে পৰিছে। তেওঁ আপোনাক আৰু আপুনি আগবঢ়োৱা উপহাৰসমূহ প্ৰত্যাখ্যান কৰিছে। তেওঁৰ মতে আপুনি আপোনাৰ মিত্ৰ বন্ধুসকলৰ সহায়ত নৌবাহিনী আৰু সৈন্যসকলৰ ৰক্ষাৰ উপায় নিজেই উদ্ভাৱন কৰিব পাৰে। ইতিমধ্যে তেওঁ তেওঁৰ ধেনুভিৰীয়া জাহাজবিলাক ৰাতিপুৱাই মেলি দিব বুলি ভাবুকি দিছে। আমাকো তেওঁ ঘৰলৈ উভতি যাবলৈ উপদেশ দিছে। তেওঁ এইদৰে কৈছে, "ইলিয়ামৰ উচ্চ ৰাজপথত তোমালোকৰ উদ্দেশ্য সিদ্ধি নহয়। এই নগৰক সৰ্বদ্ৰষ্টা জ্যুছে মৰমী হাতেৰে অভয়দান দিছে। নগৰবাসীসকলে অন্তৰত বল পাইছে।" এয়ে আছিল তেওঁৰ মন্তব্য। মোৰ লগত থকা দূতসকলৰ ভিতৰত আয়াছ আৰু ঘোষক দুজনে মোৰ কথাৰ সত্যতাৰ প্ৰমাণ দিব। ঘোষক দুয়োজনেই বিশ্বাসী লোক। কিন্তু বৃদ্ধ ফিনিক্স ৰাতি তাতেই থাকিল। একীলিছে তেওঁক জোৰকৈ ৰাখিছে, যাতে ৰাতিপুৱা ইচ্ছা কৰিলে তেওঁ তেওঁৰ লগতে গৃহাভিমুখে যাত্ৰা কৰিব পাৰে। অৱশ্যে তেওঁৰ ওপৰত বল প্ৰয়োগ নকৰে বুলিয়ে জানিবলৈ দিছে।"

ওডিচ্যুছৰ বক্তব্যৰ সামৰণি পৰাৰ পিছত সকলোটি নীৰৱ হৈ ৰ'ল॥ তেওঁৰ সংবাদ শুনি আৰু বিশেষকৈ তেওঁৰ নীৰস বচন ভঙ্গীত একীয়ান সামন্তসকল বিস্মিত আৰু হতবুদ্ধি হ'ল। এক বিষণ্ণ নৰীৰতা আৰম্ভ হ'ল। অৱশেষত এই নিস্তব্ধতা ভঙ্গ কৰি সিংহনাদকাৰী ডায়মিডিছে মাত মাতিবলৈ উদ্যত হ'ল। তেওঁ ক'লে, "আট্ৰিউছ নন্দন, নৰপতি, মহাৰাজ আগামেমনন. আপুনি ইমানবিলাক বহুমূলীয়া উপঢৌকন আগবঢ়াই একিলিছৰ লগত আপোচ কৰিবলৈ সন্মত হোৱাটোৱেই বৰ পৰিতাপৰ কথা। সুদিনতেই তেওঁ অহঙ্কাৰী লোক। এতিয়া আপোনাৰ যত্নত তেওঁ গৰ্ব কৰিবলৈ আন এটা সুযোগহে পাইছে। তেওঁ যায়েই নে থাকে যি কৰে কৰক, আমি তাত হকা-বধা নকৰো। বিবেকৰ সঁকিয়নি পালে অথবা অনুপ্ৰাণিত হ'লে তেওঁ পুনৰ যুঁজ কৰিব। এতিয়া আপোনালোক সকলোৱে মোৰ পৰামৰ্শ মানি ল'ব বুলি মই আশা কৰিছো।

আপোনালোক এতিয়া শুবলৈ যাওক, শক্তি আৰু সাহসৰ কাৰণে বিথিনি

পানাহাৰৰ প্ৰয়োজন, সেইখিনি আপোনালোকে গ্ৰহণ কৰিছে। কিন্তু চলফাটতেই আপোনালোকে কাৰ্যপন্থা হাতত ল'ব লাগিব। নৌবাহিনীৰ সম্মুখত পদাতিক সৈন্যসকলক সমবেত কৰি তেওঁলোকক অনুপ্ৰাণিত কৰিব লাগিব, অকল আদেশ সূচক ধ্বনিৰেই নহয়, আপোনালোকে নিজেও সম্মুখত থাকি যুদ্ধ কৰিব লাগিব।

সিংহনাদকাৰী ডায়মিডছৰ পৰামৰ্শ ৰাজন্যবৰ্গই অনুমোদন কৰিলে। সকলোটিয়েই দেৱতাসকলৰ উদ্দেশ্যে সুৰা তৰ্পণ কৰি নিজৰ নিজৰ শিবিৰলৈ যাত্ৰা কৰিলে আৰু শেতেলিত পৰি সুখেৰে টোপনি গ'ল।

দহ

# নৈশ অভিযান

সম্মিলিত একীয়ান বাহিনীৰ সেনাপতিসকলে ৰাতিটোৰ বাকী থকা সময়ছোৱা জাহাজৰ কাষতে থাকি নিদ্ৰাদেৱীৰ সুকোমল কোলাত অতিবাহিত কৰিলে। কিন্তু তেওঁলোকৰ নায়ক আট্ৰিউছনন্দন আগামেমননৰ মনত অলপো শান্তি নাছিল, গতিকে তেওঁ নিশ্চিন্তভাৱে শুব নোৱাৰিলে। তেওঁৰ প্ৰাণৰ গভীৰতাৰ পৰা উৎকণ্ঠাৰ কাতৰ আৰ্তনাদ উচ্চাৰিত হ'বলৈ ধৰিলে। শিলাবৃষ্টি, প্ৰবল বৰষুণ, বৰফৰ বগা বৰ কাপোৰেৰে পথাৰ আৱৰি পেলাব পৰা ধুমুহা বতাহ সূচনা কৰাৰ সময়ত নাইবা কোনো দুৰ্ভগীয়া দেশত ৰণুৱা কুকুৰ শিকলিৰ পৰা খুলি দিয়াৰ আগমুহূৰ্তত দেৱী হিৰীৰ স্বামী জ্যুছে যেনেকৈ আকাশখন বিজুলীৰে থকা-সৰকা কৰে, ঠিক সেইদৰেই তেওঁৰো অন্তৰখন আতঙ্কই ভেদি পেলাইছিল। ট্ৰয়ৰ সমভূমিৰ ফালে চাই পঠিয়াওঁতে তেওঁ ইলিয়ামৰ সমুখ ভাগত জ্বলি থকা অগনিত অগ্নিশিখা দেখি চমক খাই উঠিছিল, সৈন্য বাহিনীৰ চিঞৰ-বাখৰ আৰু ৰণভেৰীৰ ধ্বনিত হতভম্ব হৈ পৰিছিল। নিজৰ নৌবাহিনী আৰু সৈন্যৰ ছাউনীৰ ফালে চাওঁতে তেওঁ মূৰৰ চুলি ছিঙি স্বৰ্গাধিপতি জ্যুছৰ দৃষ্টি আকৰ্ষণ কৰিছিল আৰু তেওঁৰ অন্তৰৰ গৰ্ব খৰ্ব হৈছিল। অৱশেষত তেওঁ নেলিউছ নন্দন নেষ্টৰৰ ওচৰলৈ গৈ আসন্ন দুৰ্যোগৰপৰা এই অভিযানটো উদ্ধাৰ কৰিবৰ কাৰণে কোনো এটা নিশ্চিত উপায় উদ্ভাৱন কৰাৰ কথা চিন্তা কৰিলে। তাৰ বাহিৰে তেওঁ আন একোকেই ভাবিব নোৱাৰা হ'ল। সেই দেখি তেওঁ বিছনাত উঠি বহিল আৰু অন্তৰ্বাস পৰিধান কৰিলে। শুৱনি চৰণ দুখনি এযোৰ সুদৃঢ় পাদুকাৰে শোভিত কৰি তেওঁ কান্ধত প্ৰকাণ্ড সিংহ এটাৰ তামবৰণীয়া, চিকমিকিয়া ছাল এখন আঁৰি ল'লে। ছালখন আঁঠুলৈকে ওলমি পৰিছিল। তাৰ পিছত তেওঁ হাতত বৰ্শা এপাট তুলি ল'লে।

ককায়েকৰ দৰে মেনিলাছেও অলপো শুব পৰা নাছিল। আৰ্গিভবিলাকৰ কাৰণে তেৰোঁ উৎকণ্ঠাত বিচলিত হৈছিল। তেওঁৰ কাৰণেই আৰ্গিভসকলে হাতত খোলা তৰোৱাল লৈ, সাত সাগৰ তেৰ নদী পাৰ হৈ ট্ৰয়দেশত উপনীত হৈছিল। তেৰোঁ সুবিশাল কান্ধত নাহৰ-ফুটুকী বাঘৰ ছাল এখন মেৰিয়াই ল'লে আৰু ব্ৰঞ্জৰ শিৰস্ত্ৰাণ পিন্ধি প্ৰকাণ্ড হাতখনত এডাল বৰ্শা লৈ,

আৰ্গিভবাহিনীৰ সৰ্বাধিনায়ক, লোক (?) ককায়েকৰ ঘুমটি ভাঙিবলৈ গুলাই গ'ল। জাহাজৰ কাষতে কান্ধত অস্ত্ৰ-শস্ত্ৰ তুলি লোৱা অৱস্থাতে ককায়েকক লগ পালে। তেওঁক দেখি আগামেমননে বৰ বং পালে। কিন্তু প্ৰথমে সিংহনাদী মেনিলাছেই মাত লগালে, "মৰমৰ ককাইদেউ, তুমি এইদৰে অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈছা কিয়? ট্ৰজানবিলাকৰ গতিবিধি লক্ষ্য কৰিবলৈ তুমি চোৰাংচোৱা— পঠিয়াব খুজিছানেকি? মোৰ কিন্তু ভয় হয়, তুমি সেই কামৰ বাবে কাকো সন্মত কৰাব নোৱাৰিবা। ৰহস্যৰে ভৰা এই ৰাতি শত্ৰু শিবিৰলৈ গৈ গুপ্তচৰগিৰি কৰিবৰ বাবে নিশ্চয় এজন অতি সাহসী লোকৰ প্ৰয়োজন হ'ব।"

ৰজা আগামেমননে উত্তৰ দিলে, "কুমাৰ মেনিলাছ, যিহেতু সম্প্ৰতি জ্যুছে আমাৰ প্ৰতি প্ৰতিকূল আচৰণ কৰিছে, এনে অৱস্থাত আমাৰ উভয়ৰে কৰ্তব্য হ'ব, আমাৰ নৌবাহিনী আৰু সৈন্য-সামন্তসকলক ৰক্ষা কৰিবৰ কাৰণে কিবা এটা উপায় উলিয়াবলৈ পাৰ্যমানে চিন্তা কৰা। এই কথা পৰিষ্কাৰ যে আমাতকৈ হেক্টৰৰ পূজা-পাতলতে জ্যুছ বেছি প্ৰসন্ন হৈছে। দেৱবীৰ্য প্ৰসূত নোহোৱাকৈয়ে মাত্ৰ এজন মানুহে দিনটোৰ ভিতৰতে আমাৰ ইমান অনিষ্ট সাধন কৰিব পৰাটো মোৰ অভিজ্ঞতাৰ একেবাৰে বাহিৰত। কিন্তু এই কথা সত্য যে তেওঁ আমাক যিটো সেকা দিলে তাৰ সুদীৰ্ঘ প্ৰতিক্ৰিয়া আমি ভালেমান দিনলৈকে অনুভৱ কৰি থাকিব লাগিব। বাৰু, তুমি এতিয়া জাহাজলৈ গৈ আয়াছ আৰু আইডমিনিউছক মাতি আনাগৈ।ময়ো বিচক্ষণ নেষ্টৰৰ ওচৰলৈ গৈ তেওঁক উঠাই দিওঁগৈ। তেওঁ অলপ আঁতৰত থকা আমাৰ সৈন্য শিবিৰবিলাকত পাক এটা মাৰি অহা ভাল হ'ব। এই ছাউনিবিলাক অতি গুৰুত্বপূৰ্ণ, তাৰ পালি-পহৰীয়াবিলাকক তেওঁ সকীয়াই থব পাৰিব। তেওঁলোকে আনতকৈ নেষ্টৰৰ কথাত বেছি মনোযোগ দিব, কাৰণ তেওঁৰ নিজৰ পুতেক আৰু আইড-মিনিউছৰ সহকাৰী মেৰিয়নিছ তেওঁলোকৰ সেনাপতি। আমি এই সমগ্ৰ বাহিনীটোৰ ভাৰ তেওঁলোকক অৰ্পণ কৰিছো।"

সিংহনাদী মেনিলাছে ক'লে, "বৰ ভাল কথা। পিছে মই একা? প্ৰকৃততে মই কি কৰাটো তুমি ইচ্ছা কৰা? তেওঁলোকৰ লগতে মই তোমাৰ কাৰণে বৈ থাকিমনেকি? নহ'লে তেওঁলোকক আদেশ শুনাই অহাৰ পিছত মই তোমাৰ ওচৰলৈকে ঢপলিয়াই যামনেকি?"

লোকপাল আগামেমননে ক'লে, "তেওঁলোকৰ লগতে থাকিবা, নহ'লে বাটত আমি লগালগি নহ'বও পাৰো। শিবিৰৰপৰা ওলাই যোৱা বহুত বাট আছে। প্ৰতিজন লোকক চিঞৰি চিঞৰি মাতিবা আৰু প্ৰতিজনৰে বংশ

গৌৰৱ আৰু পিতৃৰ নাম উল্লেখ কৰিবা। প্ৰত্যেকৰে মান-সন্মান বজাই ৰাখিবা আৰু দাম্ভিক ব্যৱহাৰ নকৰিবা। আমিও পৰিশ্ৰম কৰিব লাগিব। বাস্তৱিকতে আমি ওপজা মুহূৰ্তৰেপৰা জ্যুছে আমাৰ কপালত অকল দুখ-দুৰ্গতিহে লেখি ৰাখিছে।"

আগামেমননে ভালকৈ-বঢ়াই বুজাই ভায়েকক বিদায় দিলে আৰু নিজে লোকৰক্ষক নেষ্টৰক বিচাৰি যাবলৈ ধৰিলে। নিজৰ জাহাজখনৰ কাষতে থকা শিবিৰটোৰ ভিতৰত নেষ্টৰে সুকোমল শয্যাত শয়ন কৰি আছিল। ফুলজালি কৰা বৰ্ম, এখন ঢাল, দুপাট বৰ্শা আৰু এটা চিকমিকিয়া শিৰস্ত্ৰাণ তেওঁৰ কাষতে আছিল। তদুপৰি যুদ্ধত সৈন্য পৰিচালনা কৰাৰ সময়ত পৰিধান কৰা, তিৰবিৰাই থকা টঙালি এটাও তাতে আছিল। বিপদৰ সন্মুখীন হোৱাৰ সময়ত তেওঁ বয়সৰ কথা চিন্তা নকৰিছিল। আগামেমনন তেওঁৰ ওচৰত উপস্থিত হোৱাত নেষ্টৰে কিলাকুটিত ভেজা দি মূৰ দাঙি, তেওঁক আহ্বান জনাই ক'লে, "এই দুপৰ নিশা সকলোটি টোপনিত লালকাল দিয়াৰ সময়ত, এইদৰে জাহাজৰ কাষে কাষে অকলে অকলে কোন যায়? তুমি হেৰোৱা খচ্চৰ বিচাৰি ফুৰিছা নে কোনো বন্ধু-বান্ধৱক লগ ধৰিব খুজিছা? উত্তৰ দিয়া, তাৰ আগতে মোৰ ফালে আগুৱাই নাহিবা। ইয়াত তোমাক কি লাগে?"

তেওঁৰ আহ্বানৰ উত্তৰ স্বৰূপে নৃপতি আগামেমননে ক'লে, "একীয়ান সামন্তকুলৰ কুসুম স্বৰূপ নেলিউছ নন্দন নেষ্টৰ, আপুনি নিশ্চয় আট্ৰিউছ-পুত্ৰ আগামেমননক চিনি পাইছে। ফুৰি-চাকি জীয়াই থকা দিনকেইটাত জ্যুছে মোৰ কপালত সুখ লেখা নাই। আপুনি দেখিছেই মই ইফালে-সিফালে ভ্ৰমি ফুৰিছো, কাৰণ এই যুদ্ধ আৰু একীয়ানসকলৰ এই অৱস্থাত মই ইমান কষ্ট পাইছো যে মোৰ চকুৰপৰা টোপনিয়ে বিদায় লৈছে। মানুহবিলাকৰ কাৰণে মোৰ চিন্তা ইমান বেছি হৈছে যে মই নিজেই বিচলিত হৈ পৰিছো। মোৰ দুৰ্ভাগ্যৰ অন্ত নাই। মোৰ কলিজাটোৰ ধপধপনি ইমান বেছি হৈছে যেন সি বুকু ফালি বাহিৰ হৈহে আহিব। মোৰ আঁঠু দুটাৰো কঁপনি উঠিছে। মোৰ দৰে আপুনিয়ো শুব পৰা নাই। যদিহে আপুনি কিবা এটা কৰিব খোজে, তেন্তে মোৰ লগতে আহক, আমি দুয়ো পহৰা দিয়া সৈন্যবিলাকৰ ওচৰলৈ যাওঁ। ভাগৰত লালকাল হৈ কাম-কাজ কাটি কৰি সিহঁতে এতিয়া ঘুমটি মাৰিছেনেকি চাওঁগৈ। শত্ৰু নিকটবৰ্তী। তেওঁলোকৰ আঁচনিৰ বিষয়েও আমি একোকে নাজানো। তেওঁলোকে ৰাতিও আক্ৰমণ কৰিব পাৰে।"

জীৰেণীয় অশ্বাৰোহী নেষ্টৰে উত্তৰ দিলে; "আট্ৰিউছ নন্দন লোকপাল,

মহাৰাজ আগামেমনন, হেক্টৰৰ অত্তৰত বহুতো উচ্চাশাই ঠন ধৰি উঠিব পাৰে পিছে জ্যুছে যে মনে-খন্দা পুখুৰীত পানী খাবলৈ নিদিয়ে সেই বিষয়ে মই নিশ্চিত। আনহাতেদি মোৰ শঙ্কা এয়ে যে, যদিহে ইমানতে একিলিছৰ খং মাৰ যায় তেন্তে তেওঁৰ চিন্তা-ভাৱনা আৰু চৰিবহে। মই নিশ্চয় আপোনাৰ লগত যাম। কিন্তু আমি আৰু কেইজনমানক লগত লোৱা উচিত হ'ব, শক্তিমান ডায়মিডিছ, ওডিচ্যুছ, ধাৱনপটু আয়াছ আৰু বাহুবলী মেজিছ, এওঁলোকো আমাৰ লগত থকা প্ৰয়োজন। তদুপৰি, কোনোবা এজন গৈ টেলামনিয়ান আয়াছ আৰু ৰজা আইডমিনিউছক মাতি আনিলে ভাল হয়। তেওঁলোকৰ জাহাজ একেবাৰে শেষৰ শাৰীত, ইয়াৰপৰা কিছু আঁতৰ হ'ব। কিন্তু মেনি-লাছক কি কৰা হয়? তেওঁক মই ভাল পাওঁ, শ্ৰদ্ধাও কৰো। কিন্তু আপোনাৰ খং উঠিলেও মই নকৈ নোৱাৰো যে সকলো কামৰ ভাৰ আপোনাৰ কান্ধত জাপি দি এনেকুৱা সময়ত তেওঁ শুই থকাৰ বাবে মই তেওঁক দোষাৰোপ কৰিবলৈ বাধ্য। এই মুহূৰ্তত তেওঁৰ কাম হৈছে প্ৰধান প্ৰধান বিষয়াসকলক লগ ধৰি যাতে তেওঁলোকে যথাসাধ্য নিজ নিজ কৰ্তব্য কৰি যায়, তাৰ বাবে তেওঁলোকক খাটনি ধৰা। অৱস্থা অতিশয় গুৰুত্বপূৰ্ণ।"

ৰজা আগামেমননে ক'লে, "মহাশয়, কোনো কোনো সময়ত তেওঁক এইদৰে ভৎ'সনা কৰিলে মই সন্তোষহে পাম। তেওঁ প্ৰায়ে কৰ্মবিমুখ আৰু কাম-কাজবিলাক পেলাই থয়। অৱশ্যে এলাহ বা নিবুদ্ধিতাৰ কাৰণে নহয়। তেওঁ উৎসাহ পাবৰ কাৰণে মোৰ মুখলৈ চাই থাকে। পিছে আজি ৰাতি তেওঁ মোতকৈ বহুত সোনকালেই উঠিছে। তেওঁ শিবিৰত মোক লগো ধৰিছিল। আপুনি উল্লেখ কৰা মানুহ দুজনক মাতিবলৈ মই ইতিমধ্যে তেওঁক পঠিয়াই-ছোৱেই। তেন্তে আহক, আমি যাত্ৰা কৰো। দুৱাৰৰ বাহিৰত থকা সৈন্যদলটোৰ লগতে তেওঁলোকক পামগৈ। তাতে তেওঁলোকক ৰৈ থাকিবলৈ কৈছো।"

জিৰেণীয় ৰথী নেষ্টৰে মাত লগালে, "যদি তেওঁ তাকেই কৰিছে, তেন্তে তেওঁৰ বিৰুদ্ধে ক'বলৈ বা তেওঁৰ নেতৃত্বত উচ্চ-বাচ্য কৰিবলৈ কোনো নোলাব।"

ইয়াকে কৈ তেওঁ অন্তৰ্বাস পৰিধান কৰিলে আৰু শুৱনি ভৰি দুখনত এযোৰ চটি জোতা বান্ধি ল'লে। তাৰ পিছত তেওঁ পশমৰ ওপৰত ডাঠ আৱৰণ থকা, দুভৰপীয়া, ৰঙা বৰ কাপোৰ এখন গাত মেৰিয়াই পিন মাৰি ল'লে। সৰ্বশেষত তেওঁ ব্ৰঞ্জৰ জোং থকা মজবুত বৰ্শা এপাট হাতত তুলি লৈ ব্ৰঞ্জেৰে সজ্জিত একীয়ানসকলৰ জাহাজৰ কাষে কাষে যাবলৈ ধৰিলে।

জিৰেণীয় ৰথী নেষ্টৰে বিজন লোকক পোন প্ৰথমে জগাই দিলে তেওঁ হ'ল

ওডিচ্যুছ। জ্যুছৰ চিন্তাৰ লগত তেওঁৰ চিন্তাৰ বহুতো মিল আছিল। নেষ্টৰৰ চিঞৰত তেওঁৰ ততালিকে টোপনি ভাগিল। ওডিচ্যুছে তেওঁৰ কুটীৰৰ পৰা ওলাই আহি আগন্তুকসকলক সুধিলে, “এই দুপৰ নিশা আপোনালোকে অনুচৰবৰ্গ লগত নোলোৱাকৈয়ে এইদৰে জাহাজ আৰু শিবিৰবিলাকৰ মাজে মাজে ঘূৰি ফুৰিছে কিয়? কিয় আহিছে ইয়ালৈ? কথা নিশ্চয় গুৰুতৰ।”

জিৰেণীয় ৰথী নেষ্টৰে ক'লে, “ৰজা লাৰ্টিছৰ পুত্ৰ সুচতুৰ ওডিচ্যুছ আমাক দেখি বিৰক্ত নহ'বা। একীয়ানসকল সঁচাকৈয়ে ঘোৰ বিপদৰ সম্মুখীন হৈছে। বাৰু এতিয়া আমাৰ লগত আহি থাকা। আমি আৰু কেইজনমানক তুলি দিওঁ। যুদ্ধ কৰা হয় নে পলাই যোৱা হয় তাৰ কিবা এটা সিদ্ধান্ত কৰিবলৈ তেওঁলোকৰ লগত আলোচনা কৰা আৱশ্যক।”

এই কথা শুনি সুচতুৰ ওডিচ্যুছ কুটীৰলৈ সোমাই গ'ল আৰু ফুল কটা ঢাল এখন লৈ ওলাই আহি তেওঁলোকৰ লগে লগে যাবলৈ ধৰিলে। তাৰ পিছত তেওঁলোক টিডিউছ-তনয় ডায়মিডিছৰ শিবিৰলৈ গ'ল। তেওঁ বাহিৰতে শুই আছিল। তেওঁৰ অনুচৰবিলাকেও তেওঁৰ চাৰিওফালে ঘুমটি মাৰিছিল। তেওঁলোকে ঢালবিলাককে গাৰু হিচাপে ব্যৱহাৰ কৰিছিল। তেওঁলোকৰ বৰ্শা-বিলাকো ওভোতাকৈ মাটিত খোচ মাৰি থোৱা আছিল। ব্ৰঞ্জৰ জোংবিলাক পিতা জ্যুছৰ বজ্ৰৰ দৰে দূৰৰপৰাই চিকমিকাই আছিল। পামত পোহা ষঁাড় গৰুৰ ছাল এখন তলত পাৰি আৰু জিলিকি থকা গৰম কাপোৰ এখন ডিঙিলৈকে গাত লৈ কুমাৰ তেতিয়া টোপনিত অচেতন হৈ আছিল। জিৰেণীয় ৰথী নেষ্টৰে তেওঁৰ কাষলৈ গৈ ভৰি এটা হাতেৰে চুই তেওঁক জগাই দিলে আৰু তেওঁৰ টোপনি ভালকৈ ভাঙিবৰ কাৰণে পৰিহাসৰ সুৰত ক'লে, “উঠা টিডিউছ পুত্ৰ, ওৰে ৰাতি তুমি মজা কৰি শুয়েই থাকিবানে? সৌ ওখ সমতল ভূমিত জাহাজৰপৰা মৰা দলি এটাৰ দূৰত্বতে যে ট্ৰজানবিলাক বহি আছে সেই কথা তুমি পাহৰি গ'লানেকি?”

ডায়মিডিছৰ টোপনি ভাগিল আৰু তেওঁ পলকতে, একেজাপে উঠি আহি সহানুভূতিৰে সৈতে উত্তৰ দিলে, “মহাশয়, আপুনি বয়সত বৃদ্ধ হ'লেও বৰ টান মানুহ। আপুনি এখন্তেকো জিৰণি নলয়। পহৰা দিয়া আৰু ৰজাক খা-খবৰ দিয়া কামৰ কাৰণে সৈন্যবাহিনীত ডেকা মানুহ নাই জানো? শ্ৰদ্ধেয় মহাশয়, আপোনাক একোৱেই দমাব নোৱাৰে।”

জিৰেণীয় অশ্বাৰোহী নেষ্টৰে ক'লে, “বন্ধু, মই স্বীকাৰ কৰিছো, তোমাৰ ভুল হোৱা নাই। মোৰ সুযোগ্য ল'ৰাইঁত আছে আৰু বহুত সৈন্য-সামন্তও নথকা

নহয়। তেওঁলোকেই পহৰা দিয়া বা মানুহ মতা কামবিলাক কৰিব পাৰে। কিন্তু আমাৰ অৱস্থা অতিশয় সঙ্কটজনক। আমাৰ অদৃষ্ট অতি অনিশ্চিত। হয় একীয়ান সৈন্যবাহিনীৰ প্ৰতিজনলোকৰ ভয়ঙ্কৰ মৰণ, নহয় পৰিত্ৰাণ, দুটাৰ এটা হ'বই। যি নহওক তোমাৰ বয়স মোতকৈ কম আৰু যদিহে তোমাৰ মোৰ কাৰণে বেয়া লাগিছে তেন্তে তুমি নিজেই গৈ মেজিছ আৰু ধাৰক আয়াছক উঠাই দিয়াগৈ।"

ডায়মিডিছে ভৰিলৈকে ওলমি পৰা, প্ৰকাণ্ড সিংহৰ জিকমিকাই থকা ছাল এখন গাত মেৰিয়াই লৈ বৰ্শা এপাট হাতত ল'লে আৰু গন্তব্য স্থানলৈ প্ৰস্থান কৰিলে। মানুহ দুজনক শিবিৰৰ ভিতৰতে জগাই তেওঁৰ লগতে লৈ আহিল।

দলটো বাহিৰত থকা ছাউনিটোলৈ গ'ল। কিন্তু কোনো এজন পহৰাদাৰী বিষয়াকে শুই থকা অৱস্থাত ধৰা পেলাব নোৱাৰিলে। যেনেকৈ অস্থিৰভাৱে পাম ঘৰত ভেড়াছাগলী ৰখি থকা কুকুৰে, গছে-বনে ছাটি থোৱা পৰ্বতৰ পৰা মানুহ আৰু চিকাৰী কুকুৰে চিঞৰ-বাখৰ কৰি খেদি অনা বনৰীয়া হিংস্ৰ জন্তুৰ গোজৰণি শুনি, টোপনিৰ কথা একেবাৰে পাহৰি যায়, সেইদৰেই তেওঁলোকে অস্ত্ৰ-শস্ত্ৰ ধাৰণ কৰি সতৰ্কভাৱে তাতে বহি আছিল। তেওঁলোকে সেই আপদীয়া নিশাটো পহৰা দি পাৰ কৰি দিছিল। তেওঁলোকৰ চকুৰপৰা টোপনিয়ে মেলানি মাগিছিল আৰু ট্ৰজানবিলাক আগবাঢ়ি অহাৰ লক্ষণ লগে লগে ধৰা পেলাবৰ কাৰণে তেওঁলোকে ঘনে ঘনে সমতলৰ ফালে দৃষ্টিপাত কৰিছিল।

ছাউনীটো পৰিদৰ্শন কৰি বৃদ্ধ সৈনিকজন সন্তুষ্ট হ'ল। তেওঁ সৈন্যসকলক উদগনি দি ক'লে, "ল'ৰাহঁত, এইটোৱেই ৰীতি। মুগুৰা, কামত লাগি থাকা, নহ'লে শত্ৰুৱে আমাক গিলি থব।"

তাৰ পিছত তেওঁ ততালিকে গড়খাৱৈটো পাৰহৈ গ'ল। মন্ত্ৰণা-সভাৰ কাৰণে নিমন্ত্ৰিত ৰাজন্যবৰ্গ তেওঁৰ পিছে পিছে গ'ল। নেষ্টৰ পুত্ৰ সদস্য মেৰিয়নিছেও তেওঁলোকৰ লগ ল'লে, কাৰণ সভাত সাহায্য কৰিবৰ কাৰণে তেওঁকো মতা হৈছিল। গড়খাৱৈটো পাৰহৈ সকলোটি এডোখৰ মুকলি ঠাইত বহিল। ভাগ্যে ঠাইখনৰ ওচৰে-পাজৰে মৃতদেহ নাছিল। আৰ্গিভ সেনানী মৰিমূৰ কৰি দুৰ্দ্ধৰ্ষ হেক্টৰে এই ঠাইতেই খন্তেক থমকি ৰৈছিল, আৰু যুদ্ধক্ষেত্ৰ এন্ধাৰে আবৰি ধৰাত উভতি গৈছিল। তেওঁলোকে ভাবৰ আদান-প্ৰদান কৰি কিছুসময় অতিবাহিত কৰাৰ পিছত জিৰেণীয় বৰ্মী নেষ্টৰে সকলোকে নীৰৱে থাকিবলৈ

অনুৰোধ কৰি ক'লে, "বন্ধুসকল, এই দাম্ভিক ট্ৰজানবিলাকৰ ছাউনীলৈ গৈ শত্ৰুপক্ষৰ দুই এজন ফালৰি কাটি যোৱা লোকক আচম্বিতে হত্যা কৰিবলৈ ইয়াত থকা কোনো সৈনিকৰ সাহস আৰু আত্মবিশ্বাস আছেনে? শত্ৰুপক্ষৰ মাজত ভৱিষ্যৎ কাৰ্যপন্থা সম্পৰ্কে হোৱা আলোচনাও তেওঁৰ শ্ৰুতিগোচৰ হ'ব পাৰে আৰু তেওঁলোকে জাহাজৰ কাষত এই অগ্ৰৱৰ্তী অঞ্চলতে থাকিবনে, জয়লাভৰ পিছত নগৰলৈ উভতি যাব, সেই বিষয়েও জানিব পাৰিব, যদিহে তেওঁ এই কথাৰ ভু-লৈ অক্ষত দেহাৰে আমাৰ মাজলৈ উভতি আহিব পাৰে, তেন্তে তেওঁৰ কীৰ্তি কাহিনী শুনিবলৈ ইচ্ছা নকৰা লোক এই জগতত খুব কমহে ওলাব। এই অভিযানৰ নেতাসকলে গাইপতি তেওঁক গাখীৰ খাই থকা পোৱালি সহ একোজনী ক'লী ভেড়াছাগলী প্ৰদান কৰিব লাগিব। এইয়া হৈছে সন্মান-সূচক ব্যৱস্থা। তদুপৰি তেওঁলোকে আয়োজন কৰা ভোজ আৰু আনুষ্ঠানিক উৎসৱ আদিলৈকো তেওঁক নিমন্ত্ৰণ কৰা হ'ব।"

নেষ্টৰৰ কথা শেষ হ'লত সকলোটি নীৰৱে ৰ'ল। মাত্ৰ সিংহনাদী ডায়মিডিছে মাত লগালে, "নেষ্টৰ, এই দুৰূহ কাৰ্যটোৱে মোক অনুপ্ৰাণিত কৰিছে। ট্ৰজান শিবিৰ নিচেই ওচৰতে আছে। মই তালৈ যাম। মোৰ লগত আৰু এজন মানুহ হ'লে ভাল হয়। তেতিয়া মই বেছি আশ্বস্ত হ'ম আৰু বিপদৰ সন্মুখীন হ'বলৈয়ো বেছি সাহস পাম। এজনে হেৰুৱাব লগা হোৱা সুবিধাবোৰ দুজনে নিশ্চয় এৰি নিদিয়ে। কাৰণ অকলশৰীয়া মানুহে সুযোগ পালেও অনেক সময়ত ভয়ত কোঁচ-মোচ খাই মূৰ্খৰ দৰে ভ্ৰান্ত হোৱা স্বাভাৱিক।"

এই কথা শুনি ডায়মিডিছৰ লগত যাবলৈ ভালেমান লোক স্বেচ্ছাই আগবাঢ়ি আহিল। আৰিছৰ অনুচৰ দুয়োজন আয়াছেই যাবলৈ ইচ্ছুক হ'ল। সেইদৰে মেৰিয়নিছ আৰু নেষ্টৰ নন্দনে যাবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। আট্ৰিউছ পুত্ৰ মেনিলাছও যোৱাৰ কাৰণে ব্যগ্ৰ হৈ পৰিল। বহু দুখ-দুৰ্গতি সহ্য কৰি থকা ওডিচ্যুছেও শত্ৰু শিবিৰত গোপনে প্ৰৱেশ কৰিবলৈ পালে আনন্দিত হ'ব বুলি ক'লে। দুঃসাহসৰ কাৰ্য সদায়েই তেওঁৰ প্ৰিয় আছিল।

নৰপালক আগামেমননে এতিয়া অংশ গ্ৰহণ কৰি ক'লে, "টিডিউছ, তনয়, ডায়মিডিছ, তোমাক দেখিলেই মোৰ অন্তৰ আনন্দত নাচি উঠে। তুমি যিজনকে সঙ্গী হিচাপে ল'ব খোজা তেওঁকেই ল'ব পাৰিবা। ইয়াত অসংখ্য স্বেচ্ছাসেৱক আছে আৰু তেওঁলোকৰ ভিতৰত যিজনেই শ্ৰেষ্ঠ তেওঁকেই বাছি লোৱা। শ্ৰদ্ধা বা সন্মানৰ খাতিৰত ভাল এজনক এৰি বেয়া এজনক

নাবাচিবা। কোনো লোকৰ বংশ গৌৰৱৰ দ্বাৰা প্ৰভাৱান্বিত নহ'বা, তুমি বিচৰাতকৈ বহুত বেছি ৰাজকীয় মৰ্যাদা থাকিলেও সঙ্কোচ নকৰিবা।"

ভায়েক ৰক্তকেশী মেনিলাছৰ কাৰণে তেওঁ পেটে পেটে ভীষণ ভয় খাইছিল, কিন্তু সিংহনাদী ডায়মিডিছে শীঘ্ৰেই তেওঁৰ সিদ্ধান্ত প্ৰকাশ কৰি ক'লে, "যদিহে এজন সঙ্গী মই নিজেই বাছি ল'লে আপুনি সুখী হয়; তেন্তে পালাছ এথেনীৰ প্ৰিয়পাত্ৰ দেৱতুল্য, ওডিচ্যুছক কেনেকৈ আওকাণ কৰিম? কোনো দুঃসাধ্য কাৰ্যতেই কোনোকালে অপ্ৰস্তুত হৈ নোপোৱা সেই দুঃসাহসী আত্মাক মই কোন সতে বাদ দিম? আমি দুয়ো একেলগে জ্বলন্ত অগ্নিৰ মাজেদি পাৰ হৈ গৈয়ো পুনৰ উভতি আহিম। মই চিনি পোৱা লোকসকলৰ ভিতৰত তেৱেঁই অতিশয় তীক্ষ্ণ বুদ্ধিৰ।"

অসীম সাহসী, বিচক্ষণ ওডিচ্যুছে মাত লগালে, "কুমাৰ ডায়মিডিছ, মোৰ প্ৰশংসাত পঞ্চমুখ হোৱাৰ কোনো প্ৰয়োজন নাই। মোৰ বিষয়ে কঠোৰ সমালোচনাও অবান্তৰ, কাৰণ যাৰ আগত তুমি কথা কৈছা, তেওঁলোক সকলোৱেই মোৰ পৰিচিত। আমি যাত্ৰা কৰাই ভাল। ৰাতিটোৰ সৰহ ভাগেই গ'ল আৰু অলপ পিছতে পোহৰ হ'ব। তৰাবিলাকো মাজ আকাশৰপৰা ক্ৰমাৎ এঢলীয়া হৈছে। যামিনীৰ দুটা যাম ইতিমধ্যে পাৰ হৈ গ'ল। মাত্ৰ এটা যামহে আমাৰ হাতত আছে।"

ইমানতে তেওঁলোকে আলোচনা শেষ কৰি ভয়ঙ্কৰ অস্ত্ৰ-শস্ত্ৰবিলাক হাতত ল'লে। নিজৰ তৰোৱালখন জাহাজতে এৰি থৈ অহাত বিচক্ষণ থ্ৰেছিমিডিছে ডায়মিডিছক এখন দুমুখীয়া তৰোৱাল আৰু এখন ঢাল দিলে। তেওঁ মূৰত পিন্ধিলে গৰুছালৰ টুপী এটা। টুপীটো চেপেটা আছিল আৰু তাত পাখি লগোৱা নাছিল। এনেকুৱা মূৰত লিপিট খাই ধৰা টুপী পিন্ধি সাহসী যুৱকসকলে মূৰটো আবৰি ৰাখে। মেৰিয়নিছে ওডিচ্যুছক এখন ধেনু, এটা তূণ আৰু এখন তৰোৱাল দিলে, তদুপৰি চামৰাৰ শিৰস্ত্ৰাণ এটা মূৰত পিন্ধাই দিলে। শিৰস্ত্ৰাণটোৰ ভিতৰত আছিল লগালগিকৈ গুঠি থোৱা ফিটাৰ মজবুত আবৰণ এটি। এই আবৰণটোৰ ভিতৰত আকৌ গৰম কাপোৰৰ টুপী এটা চিলাই কৰা আছিল। টুপীটোৰ গোলাকাৰ বহিৰ্ভাগৰ দুয়োফাল চিকমিকাই থকা গাহৰিৰ দাঁতেৰে নিপুণভাৱে অলঙ্কৃত কৰা হৈছিল। এই শিৰস্ত্ৰাণটো গুপুতে ইলিয়নৰপৰা অনা হৈছিল। আৰ্মিনাছ পুত্ৰ আমিণ্টৰৰ ঘৰত গোপনে প্ৰবেশ কৰি আটলিকাছে এই শিৰস্ত্ৰাণটো চুৰ কৰি আনিছিল। কাণ্ডিয়ালৈ লৈ যাবৰ কাৰণে অটলিকাছে তাক ছাইথেৰাৰ আম্ফিডামাছৰ হাতত দিছিল। আতিথ্যৰ

প্ৰতিদান স্বৰূপে আম্ফিডামাছে তাকে দিছিল মলাছক আৰু মলাছৰ পৰা শিৰস্ত্ৰাণটো লাভ কৰিলে পুতেক মেৰিয়নিছে। এতিয়া সি ওডিচ্যুছৰ শিৰ আবৃত কৰিলে।

এইদৰে ভয়ঙ্কৰ অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ সামন্তসকলক তাতে এৰি দুয়ো ৰাওনা হ'ল। পালাছ এথেনীয়ে এটি সুমঙ্গলীয়া চিন দেখুৱালে। তেওঁলোক যোৱা বাটৰ নিচেই কাষেৰে সোঁফালে এটা শেন চৰাই উৰি গৈছিল। এন্ধাৰ ৰাতিৰ কাৰণে তেওঁলোকে চৰাইটো দেখা পোৱা নাছিল যদিও তাৰ চিঞৰ শুনিবলৈ পাইছিল। এই শুভ সূচনাত আনন্দিত হৈ ওডিচ্যুছে এথেনীক প্ৰাৰ্থনা কৰি ক'লে, "হে ছত্ৰধাৰী জ্যুছৰ দুহিতা, মোৰ সমস্ত বিপদ-আপদৰ মাজতো তুমি মোৰ কাষতেই থাকা। তুমি নেদেখাকৈ মই এখোজো যাব নোৱাৰো। শুনা দেৱী, অন্ততঃ আজি ৰাতি তুমি মোক বিশেষভাৱে অনুগৃহীত কৰা। আমি যেন এটি স্মৰণীয় কাৰ্য সম্পাদন কৰি সগৌৰৱে জাহাজলৈ উভতি আহিব পাৰো, আৰু সেই কাৰ্য যেন ট্ৰজানবিলাকৰ কাৰণে বেদনাদায়ক হয়।"

তেওঁৰ পিছত সিংহনাদী ডায়মিডিছেও প্ৰাৰ্থনা জনালে, "হে জ্যুছ নন্দিনী, হে ট্ৰাইটোৰ দেৱী মোৰ কথাও শুনা; আছপাছ নদীৰ পাৰত সৈন্য-সামন্তবিলাকক থৈ একীয়ানসকলৰ দূত স্বৰূপে ঠিবছলৈ যাওঁতে মোৰ সদাশয় পিতাৰ লগত তুমি যিদৰে আছিলা, সেইদৰে মোৰ লগতো থাকা। কেডমিয়ানসকললৈ বন্ধুত্বপূৰ্ণ প্ৰস্তাৱ এটি বহন কৰি মোৰ পিতাই তালৈ যাত্ৰা কৰিছিল। কিন্তু তাৰপৰা উভতি আহোঁতে তেওঁ এটি ভয়ঙ্কৰ কাম কৰিব লগা হৈছিল আৰু তুমি তেওঁক সেই কাৰ্যত সহায় কৰিছিলা। হে করুণাময়ী দেৱী, এতিয়া তুমি মোকো সাহায্য কৰা আৰু বিশ্বস্তভাৱে মোৰ প্ৰতি সতৰ্ক দৃষ্টি ৰাখা। ইয়াৰ প্ৰতিদান স্বৰূপে মই তোমাক বন নলগোৱা, লাওমূৰীয়া বছৰেকীয়া চেউৰী এজনী উছৰ্গা কৰিম। সোণেৰে শিং বান্ধি তাইক তোমাৰ কাৰণে বলি দিম।"

এইদৰে তেওঁলোকে প্ৰাৰ্থনা কৰিলে আৰু সেই প্ৰাৰ্থনা এথেনীৰ শ্ৰুতিগোচৰ হ'ল। সৰ্বশক্তিমান জ্যুছৰ জীয়াৰীক কৰা কাকুতি-মিনতি সমাপ্ত হোৱাৰ অন্তত ৰাতিৰ আন্ধাৰত তেওঁলোক দুয়ো দুটা সিংহৰ দৰে সেই বধ্য ভূমিৰ মাজেদি যাবলৈ ধৰিলে। মৃতদেহ আৰু ৰক্তাক্ত অস্ত্ৰ-শস্ত্ৰৰ মাজেদি তেওঁলোকে বাট বুলি গৈছিল।

সম্ভ্ৰান্ত ট্ৰজানসকলেও শুবলৈ সময় পোৱা নাছিল। হেক্টৰে তেওঁলোকক শুটা দিয়া নাছিল। তেওঁ ট্ৰজানসকলৰ সেনাপতি, মন্ত্ৰী আদি নেতৃস্থানীয়

লোকসকলক মাতি আনিছিল। তেওঁলোক তেওঁৰ চাৰিওফালে সমবেত হোৱাত হেক্টৰে তেওঁৰ মনত খেলোৱা কথা এটা প্ৰকাশ কৰি ক'লে, "আমি কৰিবলগীয়া কাম এটা আছে। এই কামৰ ভাৰ ল'বলৈ কোনোবা আগবাঢ়ি আহিবনে? মই প্ৰতিশ্ৰুতি দিছো, যিজনে এই কাৰ্য সমাধা কৰিব পাৰিব, তেওঁক এটি উৎকৃষ্ট পুৰস্কাৰ প্ৰদান কৰা হ'ব। তেওঁ যশখ্যাতিতো লাভ কৰিবই, তদুপৰি তেওঁক মই একীয়ান শিবিৰত থকা এখন উৎকৃষ্ট ৰথ আৰু এহাল বাছকবনীয়া ঘোঁৰা উপহাৰ দিম। অৱশ্যে তেওঁ এইখিনি কাম কৰিব লাগিব। তেওঁ জাহাজবিলাকৰ কাষলৈকে শত্ৰু সৈন্য থকা অঞ্চলটো পৰ্যবেক্ষণ কৰি এইখিনি তথ্য সংগ্ৰহ কৰিবলৈ সাহস কৰিব লাগিব। এতিয়া আগৰ দৰেই নৌ বাহিনী পহৰা দিয়া হৈছে নে নাই, আমাৰ হাতত পৰাজিত হৈ তেওঁলোকে পলাই যোৱাৰ সম্ভাৱনাৰ কথা চিন্তা কৰিছেনেকি, গভীৰ ক্লান্তিবশতঃ তেওঁ-লোকে ৰাতি পহৰা দিয়া একেবাৰে বন্ধ কৰি দিছেনেকি?"

সম্পূৰ্ণ নিস্তব্ধতাৰ মাজেদি সকলোৱে হেক্টৰৰ এই আহ্বানলৈ মনোযোগ দিছিল। কিন্তু ট্ৰজানসকলৰ মাজত ডলন বুলি এজন মানুহ আছিল। তেওঁৰ পিতাক ইউমিডিছ আছিল পৱিত্ৰ ঘোষকসকলৰ এজন। তেওঁ ধনী মানুহ আছিল। প্ৰচুৰ সোণ আৰু ব্ৰঞ্জ তেওঁৰ ঘৰত আছিল। তেওঁৰ চেহেৰা চকুত লগা নাছিল সঁচা, কিন্তু তেওঁ বৰ বেগেৰে দৌৰিব পাৰিছিল। এই মানুহ-জনেই এতিয়া আগবাঢ়ি আহি কথা ক'বলৈ থিয় হ'ল।

তেওঁ ক'লে, "হেক্টৰ, এই দুৰূহ কামটোৱে মোক আকৰ্ষণ কৰিছে। মই জাহাজৰ কাষলৈকে পৰ্যবেক্ষণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিছো। কিন্তু পোন প্ৰথমে এই দণ্ডডাল হাতত লৈ তুমি শপত খাই মোক কোৱাচোন, অতুলনীয় একিলিছে আৰোহণ কৰা অপূৰ্ব ৰথখন ঘোঁৰাহালেৰে সৈতে তুমি মোক দিব পাৰিবানে? মই তোমাক প্ৰতিশ্ৰুতি দিছো; গুপ্তচৰ হিচাপে মই নিতান্ত দলিয়াই পেলাবলগীয়া বিধৰ নহওঁ আৰু তুমি প্ৰায় আশা কৰা মতেই মোৰ কাম সমাধা কৰিম। মই পোনে পোনে ছাউনীলৈ গৈ আগামেমননৰ জাহাজৰ কাষ চাপিম, কাৰণ মোৰ বোধেৰে তাতে উচ্চপদস্থ বিষয়া-সকল গোট খাই যুদ্ধ কৰিব নে পলায়নহে কৰিব সেই বিষয়ে আলোচনা কৰি আছে।"

হেক্টৰে দণ্ডডাল স্পৰ্শ কৰি শপত খাই ডলনক ক'লে, "বিজুলী-চেৰেকনি উৎপাদন কৰা মেঘৰ অধিপতি আৰু হিৰীৰ স্বামী, স্বয়ং জিয়ুছে মোৰ এই অঙ্গীকাৰ গ্ৰহণ কৰক, সেই ঘোঁৰাহালে টনা ৰথত অন্য কোনো ট্ৰজানেই আৰোহণ

কৰিব নোৱাৰিব, আৰু একমাত্ৰ তুমিয়েই আজীৱন সিহঁতক লৈ সন্তুষ্ট হৈ থাকিব পাৰিবা।”

পিছৰ ঘটনাবিলাকৰপৰা প্ৰমাণিত হৈছিল যে তেওঁ হেক্টৰৰ এই প্ৰতিজ্ঞা আশা কৰা নাছিল। কিন্তু ইয়াৰপৰা এটা কাম হ'ল। ডলনে তৎক্ষণাৎ বেঁকা ধেনুখন কান্ধত আঁৰি ল'লে কুকুৰ-নেচীয়া বাঘৰ ধোৱা বৰণীয়া ছাল এখন গাত মেৰিয়ালে আৰু নেউলৰ ছালৰ টুপী মূৰত পিন্ধিলে। এপাট তীক্ষ্ণ বৰ্শা হাতত লৈ শিবিৰৰপৰা ওলাই গ'ল আৰু জাহাজবিলাকৰ অভিমুখে যাবলৈ ধৰিলে। জাহাজবিলাক চাইচিতি উভতি আহি হেক্টৰক খা-খবৰ দিয়াহি, তেওঁৰ কপালত নাছিল। যি নহওক, ঘোঁৰা আৰু মানুহেৰে ভৰপূৰ ছাউনীটো এবাৰ এৰি যোৱাৰ পাছত তেওঁ উলাহেৰে, কোবাকোবিকৈ ৰাওনা হ'ল।

তেওঁ গৈ থাকোতে ৰজা ওডিচ্যুছেই প্ৰথমে তেওঁক দেখা পাই লগৰীয়াজনক ক'লে, “ডায়মিডিছ, শত্ৰুপক্ষৰ মানুহ এটা এইফালে আহি আছে। হয়তো সি চোৰাংচোৱা, জাহাজৰ গতিবিধিৰ বুজ ল'বলৈ আহিছে। নহ'লে মৃতদেহ লুট-পাট কৰাও তাৰ উদ্দেশ্য হ'ব পাৰে, কোনটো সঠিক ক'ব নোৱাৰি। তাক যাবলৈ দি আমি অলপ আগবাঢ়িমনেকি? তেতিয়াহ'লে আমি খেদি আহি তাৰ ওপৰত জপিয়াই পৰিব পাৰিম। আৰু যদিহে সি আমাতকৈ বেগাই যাব পাৰে, তেন্তে তুমি শেলপাট টোৱাই শিবিৰৰ বিপৰীতে থকা জাহাজৰ ফালে তাক খেদি লৈ যাবা। তেতিয়া সি পুলুকা মাৰি নগৰলৈ উভতি যাব নোৱাৰিব।”

ইয়াকে ঠিক কৰি দুয়ো মৃতদেহৰ মাজেদি বাটৰ কাষে কাষে যাবলৈ ধৰিলে। ডলনে সম্পূৰ্ণ অজ্ঞতাৰে একেলৰে তেওঁলোকক এৰি থৈ পাৰ হৈ গ'ল। এহাল খচ্চৰে এদিনত চহাব পৰা পথাৰ এখন যিমান বহল হয় (যোৰা লগোৱা নাঙল টনাত বলদ গৰুতকৈ বহুত ভাল) সিমানখিনি বাট আগবাঢ়ি যাওঁতেই দুয়ো তেওঁক খেদা মাৰি গ'ল। পিছত ভৰিৰ খোজৰ শব্দ শুনি ডলন ৰৈ গ'ল। তেওঁৰ ধাৰণা হ'ল হেক্টৰে তেওঁক দিয়া আদেশ প্ৰত্যাহাৰ কৰি তেওঁক ওভোতাই নিবলৈ কোনোবা বন্ধু-বান্ধবক পঠাই দিছে কিন্তু শেলেৰে ঢুকি পোৱা বা তাতোকৈয়ো কম দূৰত্বত তেওঁলোকক দেখা পাই শত্ৰু বুলি থাৱৰ কৰি তেওঁ প্ৰাণটাকি ঢাপলি মেলিলে। তেওঁলোকেও তৎক্ষণাৎ তেওঁৰ পিছ ল'লে। চোকা দাঁত থকা এহাল চিকাৰী কুকুৰে হাবি-বনৰ মাজে মাজে ভুক ভুকাই এজনী হৰিণী বা শহাপহুৰ পিছে পিছে দৌৰি যোৱাৰ দৰে টিডিউছ পুত্ৰ আৰু নগৰ নিৰ্মূলকাৰী ওডিচ্যুছে নিৰ্মমভাৱে ডলনক খেদি যাবলৈ ধৰিলে। আৰু গোটেই সময়ছোৱা তেওঁলোকে ডলনক নিজৰ বন্ধু-বান্ধৱৰপৰা আঁতৰি

যাবলৈ বাধ্য কৰিলে। জাহাজবিলাকৰ ফালে পলাই যাব ধৰোতে ডলন গৈ পহৰাদাৰী চকীটোৰ নিচেই ওচৰ পালেগৈ। তেনেকুৱাতে এথেনীৰ অনুগ্ৰহুত টিডিউছ পুত্ৰৰ গতিবেগ অকস্মাতে তীব্ৰ হৈ পৰিল। অন্যান্য গ্ৰীক বিভূষিত একীয়ানে যাতে ডায়মিডিছৰ আগতেই ডলনক হত্যা কৰাৰ গৌৰব দাবী কৰিব নোৱাৰে তাৰ বাবেই এথেনীয়ে তেওঁক সেই ওপৰঞ্চি শক্তি দিলে। বৰ্শাৰে সৈতে প্ৰচণ্ডবেগে আগুৱাই গৈ দুৰ্মদ ডায়মিডিছে বজ্ৰনাদ কৰি ক'লে, "ক্ষান্ত হ, নতুবা মোৰ বৰ্শাই তোক বিদীৰ্ণ কৰিব। অবিলম্বে তোক বধ কৰিব পাৰিম বুলিয়ে মই ভাবো।"

এইদৰে কোৱাৰ লগে লগেই তেওঁ বৰ্শা নিক্ষেপ কৰিলে, কিন্তু ইচ্ছা কৰিয়েই তেওঁৰ গাত লগাকৈ নামাৰিলে। বৰ্শাৰ চিক্‌মিকিয়া জোং তেওঁৰ সোঁকান্ধৰ ওপৰেদিয়েই পাৰ হৈ গৈ মাটিত সোমাল। সন্ত্ৰস্ত হৈ ডলন ৰৈ গ'ল। আতঙ্কত তেওঁ শেঁতা পৰিছিল। তেওঁ খোনাবলৈ ধৰিলে আৰু দাঁতৰ কৰমৰনি উঠিল। ইতিমধ্যে তেওঁৰ অনুধাবনকাৰী দুজনে ফোপাই-জোপাই আহি দৃঢ়মুষ্টিৰে তেওঁৰ হাতত ধৰিলে। তেতিয়া তেওঁ সজল-চকুৰে উচুপি উচুপি ক'লে, "মোক নামাৰিবা, মোৰ মুক্তিৰ কাৰণে তোমালোকক উচিত মূল্য দিম। আমাৰ ঘৰত ব্ৰঞ্জ, সুবৰ্ণ, লোহা আদি মূল্যবান ধাতু আছে। মোক জীয়াই জীয়াই একীয়ান জাহাজলৈ ধৰি লৈ গৈছে বুলি শুনিবলৈ পালে মোৰ পিতাই ৰংমনেৰে তোমালোকক প্ৰচুৰ ধন-সম্পদ দিব।"

কূট-কৌশলী ওডিছ্যুছে ক'লে, "অলপ সুস্থিৰ হ, মৃত্যু চিন্তাত অধীৰ হোৱাৰ প্ৰয়োজন নাই। কিন্তু মোৰ কেইটামান প্ৰশ্নৰ উত্তৰ দে, চাবি যাতে সঁচা কথা কৱ। এই দুপৰ নিশা, যেতিয়া সকলোটি টোপনিত অচেতন হৈ আছে, তই কি উদ্দেশ্যে শিবিৰৰপৰা অকলে অকলে জাহাজবিলাকৰ ফালে আহিছ? এই শূন্য গৰ্ভ জাহাজবিলাক চাই-চিন্তি, পৰীক্ষা কৰি যাবৰ বাবে তোক হেক্টৰে পঠিয়াই দিছিলনেকি? নতুবা তই নিজ উত্তমতে আহিছ হ'ব পায়?"

আঁঠুৰ কঁপনিৰে ডলনে উত্তৰ দিলে, "যশস্বী একিলিছৰ ঘোঁৰা আৰু সোণ-খটোৱা 'ৰথখন দিয়াৰ প্ৰতিশ্ৰুতি দি হেক্টৰে মোক প্ৰলোভিত কৰিলে। মোৰ বিচাৰ-বুদ্ধি লোপ পালে। জাহাজবিলাকত আগৰ দৰে পহৰা দিয়া হৈছে নে নাই, আমাৰ হাতত পৰাস্ত হৈ তেওঁলোকে পলাই যাব নে যুদ্ধ কৰিব, সেই বিষয়ে কি আলোচনা কৰিছে আৰু গভীৰ ক্লান্তিত তেওঁলোকে ৰাতিৰ পহৰা বন্ধ কৰি দিছেনেকি, এইবিলাক কথাৰ বুজ ল'বৰ কাৰণে হেক্টৰে মোক এন্ধাৰে-মুধাৰে শত্ৰু-শিবিৰৰ ফালে আগবাঢ়ি আহিবলৈ আদেশ দিছিল।"

সুচতুৰ ওডিচ্যুছে মানুহজনলৈ চাই মিচিকিয়াই হাঁহি মাৰি ক'লে, "অ সাহসী, ৰাজকুমাৰ একিলিছৰ ঘোঁৰাহাল চুৰ কৰি নিবলৈ তোৰ গাত খজুৱটি উঠিছিল, নহয় জানো? ভাল বস্তুতেই চকু পৰিছে সন্দেহ নাই। কিন্তু সিহঁতক বশ কৰিবলৈ টান, একিলিছৰ বাহিৰে সাধাৰণ নৰমনিছে উঠিবও নোৱাৰে, একিলিছৰ মাক এগৰাকী দেৱী। এতিয়া মোৰ প্ৰশ্নৰ উত্তৰ দে, সঁচা কথা কবি কিন্তু। ইয়ালৈ অহাৰ সময়ত প্ৰধান সেনাপতি হেক্টৰক ক'ত এৰি থৈ আহিলি? তেওঁৰ অস্ত্ৰ-শস্ত্ৰ ক'ত আছে? তেওঁৰ ঘোঁৰা ক'ত বান্ধি থৈছে? ট্ৰজান প্ৰহৰীবিলাকে ক'ত ক'ত পহৰা দি আছে আৰু বাকীবিলাক ক'ত শুই আছে? তেওঁলোকে কি পাতিছে? তেওঁলোকে জাহাজৰ কাষলৈকে অধিকাৰ কৰা অঞ্চলটো ৰক্ষা কৰিয়েই থাকিব নে একীয়ানবিলাকৰ এই পৰাজয়ৰ লগে লগে নগৰলৈ উভতি যাব?"

ইউমিডিছ তনয় ডলনে ক'লে, "মই আপোনাৰ সকলোবিলাক প্ৰশ্নৰে প্ৰকৃত উত্তৰ দিম। মিছা নেমাতো। প্ৰথমতে হেক্টৰে হাই-উৰুমিৰপৰা আঁতৰি গৈ ৰজা ইলাছৰ সমাধিৰ ওচৰত মন্ত্ৰীসকলৰ সৈতে আলোচনা কৰিছেগৈ। তাৰ পিছত ডাঙৰীয়া আপুনি আমাৰ প্ৰহৰীবিলাকৰ কথা সুধিছে, শিবিৰবিলাকত পহৰা দিবলৈ নাইবা চোকা দৃষ্টি ৰাখিবলৈ বিশেষভাৱে কোনো পালি-পহৰীয়া নিয়োগ কৰা হোৱা নাই। প্ৰতিটো পৰিয়ালেই একুৰা জুই জ্বলাই থয় আৰু কৰ্ত্তব্যৰত লোকসকলে সতৰ্কতাৰ খাতিৰত ইজনে সিজনক ৰিঙিয়ায়। আমাক সহায় কৰিবলৈ দেশ-বিদেশৰপৰা অহা মিত্ৰপক্ষৰ লোকসকল নিদ্ৰামগ্ন। তেওঁলোকে পহৰা দিয়া কাম আমালৈহে থৈছে! তেওঁলোকৰতো ল'ৰা-তিৰোতা ইয়াত নাই।"

কিন্তু সূক্ষ্মদৰ্শী ওডিচ্যুছ ইমানতে সন্তুষ্ট নহ'ল। তেওঁ সুধিলে, "তই কি ক'ব খুজিছ? মিত্ৰপক্ষৰ লোকসকল ট্ৰয়ৰ ৰথীসকলৰ সৈতে শিবিৰত একে-লগে আছে নে বেলেগে বেলেগে আছে? সঠিককৈ ক, মই জানিবলৈ বিচাৰিছো।"

ইউমিডিছ পুত্ৰ ডলনে ক'লে, "মই আৰু এবাৰ আপোনালোকৰ আগত সকলো কথা দোহাৰিম। কেৰিয়ান আৰু বেঁকা ধেনু লোৱা পিয়নিয়ানবিলাক লিলিজি, কৌকনি আৰু বিচক্ষণ পেলাছ্‌গিসকলৰ সৈতে সাগৰৰ পাৰত আছে। আনহাতেদি লিছিয়ান, সম্ভ্ৰান্ত মিছিয়ানসকল, অশ্বপালক ফ্ৰিজিয়ান আৰু মিয়নিয়ান ৰথীসকলক ঠিম্বাৰ কালে জাগা কৰি দিয়া হৈছে। কিন্তু আপুনি মোৰপৰা কিয় এই বিৱৰণবিলাক বিতংকৈ বিচাৰিছে? যদিহে আমাৰ

অৱস্থানসমূহ আক্ৰমণ কৰাই আপোনাৰ উদ্দেশ্য হয়, তেনেহ'লে সৌ শেষ শাৰীত থকা নবাগত থ্ৰেছীয়সকলৰ বিষয়ে কি কয়? তেওঁলোকৰ ৰজা এইয়নিউছ পুত্ৰ ৰিচাছ তেওঁলোকৰ লগতে আছে। মই দেখাৰ ভিতৰত আটাইতকৈ ধুনীয়া আৰু প্ৰকাণ্ড ঘোঁৰা সেই মানুহজনৰে আছে। সিহঁত বৰফতকৈয়ো বগা আৰু বতাহতকৈয়ো বেগী। তেওঁৰ ৰথখন সুন্দৰভাৱে সোণ-ৰূপ খটোৱা। তেওঁ সোণৰ বহুত অস্ত্ৰ-শস্ত্ৰও আনিছে দেখিলে বিস্ময় মানিব লাগে। মানুহে আচলতে এনে বস্তু ব্যৱহাৰ কৰা উচিত নহয়। সেইবিলাক অমৰ দেৱতাসকলৰ কাৰণেহে উপযুক্ত। বাৰু, এতিয়া আপুনি মোক জাহাজলৈকে লৈ যাব নে ইয়াত টানি টানি বান্ধি থৈ মোৰ বিষয়ে কিবা ভাল প্ৰমাণ বিচাৰি যাব? মই সঁচাই কৈছো নে মিছাই কৈছো শীঘ্ৰে জানিব পাৰিব।"

কিন্তু সেই মুহূৰ্তত প্ৰতাপী ডায়মিডিছে তেওঁৰ ফালে ভীষণভাৱে কটাক্ষ কৰিলে। তেওঁ ক'লে, "ডলন, তই আমাক অতি ভাল খবৰেই দিছ, কিন্তু আমাৰ হাতত পৰিছ যেতিয়া সাৰিব পাৰিবি বুলি নাভাবিবি। আজি ৰাতি যদি আমি তোক মুকলি কৰি দিওঁ, তেন্তে চোৰাংচোৱা গিৰি কৰিবলৈকে হওক বা আমাৰ লগত দেখাদেখিকৈ যুঁজ কৰিবলৈকে হওক; তই পুনৰায় একীয়ান জাহাজবিলাকৰ ফালে আনিব পাৰিবি। কিন্তু যদি তোক এতিয়াই হত্যা কৰো তেন্তে আৰ্গিভবিলাকক কোনো দিনেই আমনি কৰিব নোৱাৰিবি।"

প্ৰকাণ্ড হাতখন দাঙি ডলনে বন্দী কৰোঁতা জনৰ থুঁতৰি স্পৰ্শ কৰি করুণা ভিক্ষা কৰিব খোজোতেই ডায়মিডিছে তেওঁক হেঁচা মাৰি ধৰি ডিঙিত তৰোৱালেৰে পূৰ্ণ হস্তীয়াকৈ ঘাপ মাৰি দিলে। দুয়োফালৰ পেশীবিলাক বিচ্ছিন্ন হৈ গ'ল আৰু কথা কৈ থকা অৱস্থাতেই ডলনৰ মূৰটো মাটিত ছিগি পৰিল। তেওঁলোকে নেউলৰ ছালৰ টুপীটো সোলোকাই ল'লে আৰু গাৰপৰা কুকুৰ-নেচীয়া বাঘৰ ছালখনো খুলি ল'লে। বেঁকা ধেনুখন আৰু দীঘল বৰ্শাপাটো হস্তগত কৰিলে। তাৰ পিছত ওডিচ্যুছে বিজিত সামগ্ৰীবিলাক লুণ্ঠিত দ্ৰব্যৰ দেৱী এথেনীৰ দৃষ্টিগোচৰ কৰিবৰ কাৰণে দাঙি ধৰিলে আৰু তেওঁৰ প্ৰতি প্ৰাৰ্থনা জনাই ক'লে, "ইয়াকে চাই তুমি সুপ্ৰসন্ন হোৱা দেৱী, কাৰণ অলিম্পাছৰ সমগ্ৰ দেৱতাসকলৰ ভিতৰত একমাত্ৰ তোমাকেহে আমি পোন প্ৰথমে সাহায্য ভিক্ষা কৰিছিলো। থ্ৰেছীয়বিলাকক আৰু সিহঁতৰ ঘোঁৰাবোৰক আক্ৰমণ কৰোতে আমাক আকৌ সহায় কৰিবা।"

প্ৰাৰ্থনা শেষ কৰি তেওঁ টোপোলাটো মূৰৰ ওপৰলৈকে দাঙি নিলে আৰু ঝাউবনৰ জোপা এটাৰ ভিতৰত সুমুৱাই থলে। তাৰ পিছত তেওঁ এমুঠি

ইকৰা আৰু ঝাউবনৰ ডাল গোটাই লৈ ওপৰত ৰাখি ঠাইডোখৰত চিন দি থলে। ৰাতি এন্ধাৰে-মূধাৰে উভতি আহোঁতে যাতে ঠাইডোখৰ চিনি পায় তাৰ বাবেই এই ব্যৱস্থা ল'লে। আৰু এতিয়া তেওঁলোকে তেজ লাগি থকা অস্ত্ৰ-শস্ত্ৰৰ মাজেদি অঁকাই-পঁকাই গৈ অলপ সময়ৰ ভিতৰতে থ্ৰেছীয়সকলৰ ছাউনীত উপস্থিত হ'ল। দিনটো পৰিশ্ৰম কৰি ভাগৰত লালকাল হৈ মানুহবিলাক শুই আছিল, তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰবিলাকো পৰিপাটিকৈ কাষতে মাটিত তিনিভাগ কৰি জাপি থোৱা আছিল। প্ৰতিজন লোকৰ ওচৰত এহাল ঘোঁৰা বান্ধি থোৱা আছিল। ৰিচাছ শুই আছিল সকলোৰে মাজত। তেওঁৰ বেগী ঘোঁৰাহাল কাষতে থকা ৰথখনৰ ডাংগড়ত বাঘজৰিৰে বন্ধা আছিল। তেওঁ প্ৰথমে ওডিচ্যুছৰ চকুত পৰিল। তেওঁ ডায়মিডিছকো আঙুলিয়াই দেখুৱালে আৰু ক'লে, "ডায়মিডিছ, আমি বিচৰা মানুহ এইজনেই, মৰণৰ আগতে ডলনে যিহাল ঘোঁৰাৰ কথা কৈছিল, সেই ঘোঁৰা এইহালেই। এতিয়া বুকুত বল বান্ধি লোৱা। অস্ত্ৰ-শস্ত্ৰবিলাক হাতেৰে লৰাই চৰাই সেইদৰে থিয় দি থাকিলে নচলিব। খৰখেদা কৰা, ঘোঁৰাহাল খুলি লোৱা। নহ'লে তুমি মানুহটোকে হত্যা কৰা। ঘোঁৰাৰ ব্যৱস্থা মই লম।"

প্ৰদীপ্ত নয়না এথেনীৰ অনুপ্ৰেৰণাত ক্ৰোধান্বিত হৈ উদ্যত অসি ধাৰণ কৰি ডায়মিডিছে এফালৰপৰা মানুহবিলাকক কচুকটাদি যাবলৈ ধৰিলে। বিকট আৰ্তনাদ কৰি মানুহবিলাকে প্ৰাণত্যাগ কৰিলে। মাটিত তেজৰ ঢল বৈ গ'ল। অৰক্ষিত ভেৰাছাগলীৰ পালত সোমাই সিহঁতক মষিমূৰ কৰিবলৈ উদ্যত হোৱা সিংহৰ দৰেই টিডিউছ পুত্ৰই এই থ্ৰেছীয় লোকসকলক দলি যাবলৈ ধৰিলে। এইদৰে তেওঁ বাৰজন লোকৰ প্ৰাণ ল'লে আৰু তৰোৱালেৰে কোব মৰাৰ লগেলগেই সুচতুৰ ওডিচ্যুছে পিছফালৰপৰা আহি মৃতদেহটো ভৰিত ধৰি টানি লৈ গৈছিল। তেওঁৰ উদ্দেশ্য আছিল দীঘল কেশৰ থকা ঘোঁৰাহাল নিবৰ কাৰণে ঠাইখন মুকলি কৰা। কাৰণ তেওঁলোকক চিনি পোৱা ঘোঁৰাবোৰে মৰাশ গচকিলে ভয়ত উচপ খাই উঠিব পাৰে বুলি তেওঁ আশঙ্কা কৰিছিল। ডায়মিডিছৰ কবলতপৰা ত্ৰয়োদশ মানুহজন আছিল ৰিচাছ। দুৰ্লভ জীৱনটোৰপৰা বঞ্চিত হোৱা আগমুহূৰ্ততো তেওঁ গভীৰ নিদ্ৰাত মগ্ন হৈ আছিল। সেইদিনা তেওঁ এটা অমঙ্গলীয়া স্বপ্ন দেখি আছিল। আৰু এথেনীৰ চক্ৰান্তৰ সপোনটোৱে টিডিউছ পুত্ৰ ডায়মিডিছৰ ৰূপ ধাৰণ কৰিছিল।

ইতিমধ্যে মৰসাহসী ওডিচ্যুছে মাটিত খুৰা মাৰি দপদপাই থকা ঘোঁৰাবিলাকক ৰথখনৰপৰা খুলি চাত্ৰাৰ লেজুৰে বান্ধি ল'লে আৰু নিজৰ ধেনুখনেৰেই

সিহঁতক প্ৰহাৰ কৰি সেই জনাকীৰ্ণ ঠাইখনৰ মাজেদিয়েই খেদি লৈ গ'ল, কাৰণ অলঙ্কৃত ৰথখনত থকা চিক্‌মিকীয়া এছাৰি ডাললৈ তেওঁৰ মনত নপৰিল। মুকলিলৈ ওলাই অহা মাত্ৰকে তেওঁ শিঙা বজাই ৰজা ডায়মিডিছক জাননী দিলে।

কিন্তু ডায়মিডিছৰ খৰখেদা লগাবলৈ ইচ্ছা নাছিল। প্ৰকৃততে তেওঁ আৰু কিমান অঘটন ঘটাব পাৰে তাকেহে চিন্তা কৰি আছিল। ফুলজালি কৰা জাখৰ-বাৰুবিলাক থকা ৰথখন বমত ধৰি টানিয়েই আনিব নে একেবাৰে দাঙি লৈ আহিব নতুবা থ্ৰেছীয় লোকসকলক পুনৰ বধ কৰিবলৈ যো-জা কৰিব তাকে তেওঁ গুণা-গথা কৰি আছিল। তেওঁ কোনো এটা সিদ্ধান্তত উপনীত হ'বৰ কাৰণে ভাবি-গুণি থাকোতেই এথেনীৰ সতৰ্কবাণী তেওঁৰ কাণত পৰিল, "মহান হৃদয়, টিডিউছ পুত্ৰই এতিয়া শূন্যগৰ্ভ জাহাজত থকা নিজ শিবিৰলৈ উভতি যোৱাহে উচিত হ'ব। নহ'লে তেওঁ হয়তো তৰা-নবা ছিঙি পলাব লগা অৱস্থাত পৰিব পাৰে। অন্য দেৱ-দেৱী নথকা নহয় আৰু তেওঁলোকে ট্ৰজানবিলাকৰ টোপনি ভাঙিব পাৰে।"

দেৱীৰ কণ্ঠস্বৰ ডায়মিডিছৰ পৰিচিত আছিল। এইখিনি কথা শুনি তেওঁ ততালিকে ঘোঁৰাত উঠিল। ওডিছ্যুছে ধেনুখনেৰেই ঘোঁৰাক চাবুকালে আৰু উভয়েই একীয়ান জাহাজবিলাকৰ কালে ঘোঁৰা চেকুৰাই যাবলৈ ধৰিলে।

ইতিমধ্যে ৰূপালী ধেনুৰ দেৱতা এপলোও নিষ্ক্ৰিয় হৈ থকা নাছিল। তেওঁ চাৰিওফালে চোকা দৃষ্টি ৰাখিছিল। টিডিউছ পুত্ৰৰ পিছে পিছে ঘূৰি ফুৰা দেখি তেওঁ এথেনীৰ ওপৰত বৰ খং উঠিল আৰু বিৰাট ট্ৰয়বাহিনীৰ মাজলৈ নামি আহি ৰিচাছৰ সম্ভ্ৰান্ত আত্মীয় আৰু থ্ৰেছীয় নেতাসকলৰ অন্যতম হিপ্পকুনক জগাই দিলে। চকমকৃকৈ হঠাতে সাৰ পাই তেওঁ জঁাপ মাৰি উঠিল। ঘোঁৰা বান্ধি থোৱা ঠাইডোখৰ উদং হোৱা আৰু সেই নৰমেধ যজ্ঞৰ বলি হোৱা লোক-সকলে দীঘল দীঘল উশাহেৰে চিপ্‌লোৱা দেখা পাই তেওঁ আৰ্তনাদ কৰি বন্ধু-বান্ধৱক নাম ধৰি মাতিলে। তাকে কৰাত ট্ৰজানসকলে হুৰাহুৰা লগাই লৰি আহি সেই ঠাইত উপস্থিত হ'লহি। শূন্যগৰ্ভ জাহাজলৈ পলায়ন কৰাৰ পূৰ্বে সেই মানুহ দুজনে সংঘটিত কৰা ভয়ঙ্কৰ হত্যা-লীলাৰ দৃশ্য তেওঁলোকে বিস্ময়ত অভিভূত হৈ চাবলৈ ধৰিলে।

হেক্টৰৰ গুপ্তচৰক হত্যা কৰা ঠাইডোখৰত উপস্থিত হৈ ৰজা ওডিছ্যুছে চেকুৰ মেলি যোৱা ঘোঁৰাহালৰ লেকাম টানিলে আৰু টিডিউছ পুত্ৰই জঁাপ মাৰি নামি তেজ লাগি থকা অস্ত্ৰ-শস্ত্ৰবিলাক ওডিছ্যুছৰ হাতত চমজাই দিলে।

তাৰ পাছত তেওঁ পুনৰ ঘোঁৰাত উঠি ঘোঁৰা মেলি দিলে। তেওঁলোকে মহা উলাহেৰে শূন্যগৰ্ভ জাহাজবিলাকৰ ফালে উৰি যোৱাদি যাবলৈ ধৰিলে। ভ্ৰমণৰ সামৰণি পেলাবলৈ তেওঁলোক ব্যগ্ৰ হৈ পৰিছিল।

আঁতৰত হোৱা ঘোঁৰাৰ খুৰাৰ শব্দ পোন প্ৰথমে নেষ্টৰে শুনিবলৈ পাইছিল। তেওঁ ক'লে, "বন্ধুসকল, সেনাপতি আৰু মন্ত্ৰীবৰ্গ, মোৰ ভুল হোৱা নাইতো? যেই নহওক, মই শপত খাই ক'ব পাৰো যে মই ঘোঁৰা চেকুৰি অহা শব্দ শুনিবলৈ পাইছো। ওডিচ্যুছ আৰু পৰাক্ৰমী ডায়মিডিছক ট্ৰজান শিবিৰৰপৰা ঘোঁৰাত উঠি ইয়ালৈ বায়ুবেগে অহা দেখিবলৈ পালে কেনে লাগিব ভাবি চোৱাচোন। কিন্তু মোৰ ভীষণ ভয় হৈছে যে ট্ৰজানবিলাকে যুদ্ধৰ উপক্ৰম কৰিছে আৰু আমাৰ বীৰ পুৰুষ দুজন নিশ্চয় কিবা অসুবিধাত পৰিছে।"

তেওঁৰ কথা শেষ নৌহওঁতেই দুয়ো উপস্থিত হ'লহি। তেওঁলোক জঁাপ মাৰি ঘোঁৰাৰপৰা নামিল আৰু বন্ধু-বান্ধৱসকলে আনন্দত উত্ৰাৱল হৈ আৰু কৰমৰ্দন কৰি তেওঁলোকক ওলগ জনালে। জিৰেণীয় ৰথী নেষ্টৰে তেওঁলোকৰ কাহিনী শুনিবলৈ অত্যন্ত আগ্ৰহ প্ৰকাশ কৰি মাত লগালে, "একীয়ান শৌৰ্য-বীৰ্যৰ কুসুম স্বৰূপ, খ্যাতিমান ওডিচ্যুছ, ঘোঁৰাহাল কেনেকৈ লাভ কৰিলা কোৱাচোন। ট্ৰজান শিবিৰত প্ৰৱেশ কৰি সিহঁতক খেদি লৈ আহিছা নে কোনোবা দেৱতাই তোমাক বাটত লগ পাই ঘোঁৰাহাল উপহাৰ দিলে? সিহঁত এছেৰেঙা ৰ'দৰ দৰেই উজ্জ্বল। মই ট্ৰজানবিলাকৰ লগত প্ৰায়ে ভেটাভেটি হওঁ, আচলতে মই ন-দি ক'ব পাৰো যে মোৰ যুদ্ধ কৰাৰ বয়স নাই যদিও কোনো দিনে জাহাজৰ পিছফালে লুকাই থকা নাই। কিন্তু তথাপি মই এনেকুৱা ঘোঁৰা দেখাতো দূৰৰ কথা কল্পনাও কৰা নাই। আচল কথাটো কোৱা। তোমালোকে কোনোবা দেৱতাক লগ পাইছা আৰু তেৱেঁই এই ঘোঁৰাহাল দিছে। তোমালোক মেঘ-নিয়ন্ত্ৰক জ্যুছৰ প্ৰিয়পাত্ৰ তদুপৰি তেওঁৰ কন্যা প্ৰদীপ্তনয়না এথেনীয়েও তোমালোকক ভাল পায়।"

সুচতুৰ ওডিচ্যুছে উত্তৰ দিলে, "নেলিউছ-নন্দন নেষ্টৰ, একীয়ানসকলে আপোনাক সন্মান কৰি ভাল পায়। দেৱতাসকলৰ মানুহতকৈ বহুত বেছি ক্ষমতা আছে। ইচ্ছা কৰিলে তেওঁলোকৰ যি কোনো এজনে এইহালতকৈ বহুত বেছি ভাল ঘোঁৰা দিব পাৰে। কিন্তু ডাঙৰীয়া আপোনাৰ প্ৰশ্নৰ উত্তৰত ইয়াকে কওঁ, এই ঘোঁৰাহাল এইমাত্ৰহে ইয়াত উপস্থিত হৈছে। ইহঁত থ্ৰেছ দেশৰ। সুযোগ্য ডায়মিডিছে ইহঁতৰ গৰাকীৰ বাহিৰেও সেই দলটোৰ বাৰজন বিশিষ্ট লোকক নিহত কৰে। আমি সৰ্বমুঠ তেৰজন লোক বধ কৰিলো, কিয়নো

হেক্টৰ আৰু দাম্ভিক ট্ৰজানবিলাকে আমাৰ শিবিৰৰ গতিবিধি লক্ষ্য কৰিবলৈ প্ৰেৰণ কৰা এটা গুপ্তচৰকো আমি জাহাজৰ কাষতে ধৰা পেলাওঁ।"

ইয়াকে কৈ তেওঁ হাঁহি হাঁহি ঘোঁৰাহাল গড়খাৱৈটোৰ সিপাৰলৈ খেদি লৈ গ'ল। অন্যান্য একীয়া-সকলেও ৰংমনেৰে তেওঁৰ পিছ ল'লে। টিডিউছ-পুত্ৰৰ প্ৰশস্ত শিবিৰত উপস্থিত হৈ তেওঁলোকে মজবুত চাম্ৰাৰ জৰিৰে ঘোঁৰাহাল দানা খোৱা চৰিয়াৰ কাষতে বান্ধি থ'লে। ডায়মিডিছৰ নিজৰ ঘোঁৰাবিলাকেও তাতে মৌৰ দৰে সোৱাদ দানা খাই আছিল। ওডিচ্যুছে ডলনৰ তেজ লাগি থকা অস্ত্ৰ-শস্ত্ৰবিলাক এথেনীৰ পূজাৰ আয়োজন কৰিব নোৱাৰা পৰ্যন্ত জাহাজৰ পিছফালে ৰাখিলে। তাৰ পিছত শৰীৰৰ বিভিন্ন অংশত লাগি থকা ঘাম পৰিষ্কাৰ কৰিবৰ কাৰণে তেওঁলোক সাগৰৰ পাৰলৈ গ'ল। তেওঁলোকৰ গাত লাগি থকা ঘাম সাগৰৰ ঢৌৱে পখালি দিলত তেওঁলোকৰ ক্লান্তি দূৰ হ'ল আৰু তেতিয়া দুয়ো সুন্দৰ স্নানাগাৰলৈ গৈ স্নান কৰিলে। গা ধুই গাত জলফাই তেল মালিছ কৰি দুয়ো ভোজনত প্ৰবৃত্ত হ'ল আৰু মিঠা মদেৰে চপচপীয়া হৈ থকা এটা পাত্ৰৰপৰা এথেনীৰ উদ্দেশ্যে সুৰাৰ তৰ্পণ কৰিলে।

এঘাৰ

# আসন্ন দুৰ্যোগ

টিথনাছ দেৱৰ শয্যা-সঙ্গিনী ঊষাদেৱীয়ে অমৰাৱতী আৰু ধৰাতলৰ অধিবাসী-সকলৰ মাজত দিনৰ আলোক বিতৰণ কৰিবৰ বাবে শেতেলি ত্যাগ কৰি উঠি আহিল। সেই সময়তে জ্যুছে ৰণ-ৰাক্ষসীক একীয়ান নৌবাহিনীলৈ প্ৰেৰণ কৰিলে। তেওঁৰ হাতত আছিল যুদ্ধৰ পতাকা। ওডিচ্যুছৰ জাহাজৰ আগবাঢ়ি অহা কলীয়া টিঙত তেওঁ থিয় হ'ল। কাৰণ এই জাহাজখনেই আছিল একেবাৰে সোঁমাজত আৰু তাৰপৰা চিঞৰ মাৰিলে দুয়োকাষৰ একেবাৰে শেষ সীমাত অৱস্থিত টেলামনিয়ান আয়াছ অথবা একিলিছৰ শিবিৰ পৰ্যন্ত সেই শব্দ শুনিব পৰা যায়। নিজ নিজ সাহস আৰু পৰাক্ৰমৰ ওপৰত অটল বিশ্বাস থকা কাৰণেই এই বীৰদুজনে তেওঁলোকৰ পৰিপাটি জাহাজ দুখন দুয়োমূৰে ৰাখিছিল। তাতে থিয় হৈ দেৱীয়ে উচ্চৈঃস্বৰে বিকট ৰণ-নিনাদৰ সৃষ্টি কৰিলে আৰু সেই নিৰ্ঘোষত নিৰ্মমভাৱে যুদ্ধ কৰি যোৱাৰ দৃঢ় সঙ্কল্পত একীয়ানসকলৰ অন্তৰ অনুপ্ৰাণিত হ'ল। আৰু অতিশীঘ্ৰে তেওঁলোক শূন্যগৰ্ভ জাহাজবিলাক গৃহাভিমুখে মেলি দিয়াৰ পৰিবৰ্তে যুদ্ধৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হৈ পৰিল।

আট্ৰিউছ পুত্ৰই হুঙ্কাৰ কৰি সৈন্যবাহিনীক যুদ্ধৰ বাবে প্ৰস্তুত হ'বলৈ আদেশ দিলে আৰু নিজেও তিৰবিৰাই থকা ব্ৰঞ্জৰ অস্ত্ৰ-শস্ত্ৰ ধাৰণ কৰিলে। প্ৰথমে তেওঁ এযোৰ উৎকৃষ্ট জঙ্ঘাত্ৰাণ পৰিধান কৰিলে। সৰু গাঁঠিত লগাবৰ কাৰণে তাত ৰূপৰ চেপেনা লগোৱা আছিল। তাৰ পিছত তেওঁ চিনিৰাছে প্ৰীতি উপহাৰ স্বৰূপে দিয়া বৰ্মখন বুকুত বান্ধিলে। সুদূৰ চাইপ্ৰাছত থাকিয়ো চিনিৰাছে একীয়ানসকলৰ ট্ৰয় অভিযানৰ বাতৰি শুনিবলৈ পাইছিল আৰু তেওঁ সহৃদয়তাৰে এই বৰ্মখন ৰজালৈ উপঢৌকন হিচাপে আগবঢ়াইছিল। পৰস্পৰ সমান্তৰালভাৱে থকা কিছুমান পতিৰে এই বৰ্মখন নিৰ্মাণ কৰা হৈছিল, তাৰে দহডোখ আছিল ঘন নীল ৰঙেৰে মীনা কৰোৱা, বাৰটা সোণৰ আৰু কুৰিটা টিনপাতৰ। দুয়ো পিঠিয়ে তিনিটা সাপ মেৰ খাই খাই ডিঙিটো সুমাবৰ কাৰণে ৰখা ফাটটোলৈকে উঠি গৈছিল। জলমলাই থকা মীনাৰ প্ৰভাৱত সিহঁতক জ্যুছে কিবা প্ৰাকৃতিক ঘটনাৰ সূচনাস্বৰূপে মৰ্ত্যবাসীক বুজ দিবলৈ প্ৰেৰণ কৰা ৰামধনুৰ দৰে দেখা গৈছিল। ইয়াৰ পিছত আগামেমননে কান্ধত তৰোৱালখন আঁৰি ল'লে। তৰোৱালখনৰ নালটো সোণখটোৱা আছিল, খাপটো আছিল

ৰূপৰ। তাতে এটা সোণৰ টঙালি সংলগ্ন কৰা আছিল। তাৰ পিছত তেওঁ পুৰুষোচিত দেহ আবৃত কৰি ৰাখিব পৰা অপূৰ্ব কাৰুকাৰ্যৰ ঢালখন হাতত ল'লে। ঢালখনত দহোটা ব্ৰঞ্জনিৰ্মিত ঐক্যকেন্দ্ৰিক বৃত্ত আছিল আৰু কলীয়া মীনা কৰা উঠঙা অংশটো ঘেৰি একুৰি টিনৰ টেমুনা আছিল। ঢালখনৰ কেন্দ্ৰস্থলত আছিল দেখিলেই ভয় লগা চকুৰে গৰ্গনৰ এক ভয়ঙ্কৰ শিৰ। গৰ্গনৰ দুয়োকাষে অঙ্কিত আছিল আতঙ্ক আৰু পৰাজয়ৰ প্ৰতীক। এডাল চৰ্ম বন্ধনী ঢালখনত সংলগ্ন আছিল আৰু বন্ধনীডালত কেৰ-মেৰাই থকা সাপ এটা নীল ৰঙেৰে মীনা কৰা আছিল। একেটা ডিঙিৰপৰা ওলোৱা তিনিটা মূৰেৰে সাপটোৱে এঁকাই-পঁকাই আছিল। আগামেমননে মূৰৰ শিৰস্ত্ৰাণটো পিন্ধি ল'লে। শিৰস্ত্ৰাণটোৰ চাৰিছটা পাত, আৰু দুটা চূড়া আছিল। ওপৰত ঘোঁৰাৰ নোমৰ পাখি সগৰ্বে হালিজালি আছিল। সৰ্বশেষত তেওঁ দুপাট মজবুত আৰু ব্ৰঞ্জৰ চোকা জোং থকা বৰ্শা হাতত তুলি ল'লে। তেওঁ পৰিধান কৰা ব্ৰঞ্জৰপৰা বিকীৰিত ৰশ্মি নভোমণ্ডলত প্ৰতিফলিত হৈছিল আৰু স্বৰ্ণময় মিচিনীৰ এই অধিপতিজনক অভিবাদন জনাই এথেনী আৰু হিৰীয়ে বজ্ৰনিনাদৰ সৃষ্টি কৰিছিল।

গড়খাৰৈৰ পাৰত শাৰীশাৰীকৈ সজাই ৰখাৰ নিৰ্দেশ দি ৰথীসকলে ৰথবিলাক সাৰথিৰ তত্বাৱধানত থৈ গ'ল। তেওঁলোকে তুমুল শব্দেৰে পুৱাৰ আকাশ মুখৰিত কৰি, সম্পূৰ্ণ অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হৈ দুজন দুজনকৈ থিয় হ'ল। ফলত এয়ে হ'ল যে তেওঁলোকে সাৰথিসকলৰ কিছু আগতেই গড়খাৰৈৰ পাৰত উপস্থিত হৈ সুবিন্যস্তভাৱে শাৰী পাতিলে। অৱশ্যে সাৰথিসকলে বেছি পিছ পৰি থকা নাছিল। ক্ৰনছ-নন্দনে তেওঁলোকৰ অন্তৰৰ ৰণ-লিপ্সা উদ্দাম কৰি তুলিলে আৰু ওপৰৰপৰা তেজৰঙা নিয়ঁৰ বৰষিবলৈ ধৰিলে। অনেক সাহসী আত্মাক যমৰাজালৈ প্ৰেৰণ কৰিবলৈ তেওঁ দৃঢ়সঙ্কল্প হৈছিল।

সমতল ভূমিৰ উচ্চাংশত ট্ৰজানসকলেও ব্যূহ ৰচনা কৰিছিল। ব্যূহৰ কেন্দ্ৰত আছিল, ট্ৰয়বাসীসকলে দেৱতাৰ দৰে সম্মান কৰা, মহান হেক্টৰ, অতুলনীয় পলিডামাছ আৰু ইনিয়াছ; আৰু আছিল এন্টিনৰৰ তিনি পুত্ৰ, পলিবাছ, সদাশয় এজিনৰ আৰু দেৱোপম তৰুণ একামাছ। সেই বীৰসকলৰ মাজত বৃত্তাকাৰ ঢাল ধাৰণ কৰি থকা হেক্টৰ অনন্য হৈ জিলিকি আছিল। 'এটা মুহূৰ্তত ডাৱৰৰ আঁৰৰপৰা ওলাই আহি পূৰ্ণদীপ্তিৰে জ্বলি উঠা আৰু পিছ মুহূৰ্ততে কুঁৱলীৰে আবৃত হোৱা সৰ্বনাশী তৰাৰ দৰেই হেক্টৰক এবাৰ সমুখ ভাগত আৰু আনবাৰত পিছত থকা সৈন্যসকলক উৎসাহিত কৰা দেখা গৈছিল। ব্ৰঞ্জৰ অস্ত্ৰ-শস্ত্ৰেৰে সৈতে তেওঁ

ছত্ৰধাৰী, জনক জ্যুছে সৃষ্টি কৰা বিজুলীৰ দৰেই জ্যোতিৰ্ময় ৰূপত জিলিকি উঠিছিল।

আৰু এতিয়া, ধনী মানুহৰ পথাৰত ছুফালৰপৰা মুঠি মুঠিকৈ গম, ঘেঁহু আদি দাই অৱশেষত দোৱা শস্যেৰে সৈতে পথাৰৰ মাজত একেলগ হোৱা দাৱনিৰ দৰেই ট্ৰজান আৰু একীয়ানসকলে পৰস্পৰৰ ওপৰত জঁপিয়াই পৰি হত্যালীলা আৰম্ভ কৰিলে। দুয়োদলৰ সংখ্যা সমান আছিল আৰু প্ৰতি পক্ষতেই অভাৱনীয় আতঙ্কৰ সৃষ্টি হৈছিল। তেওঁলোকে বাঘৰ দৰে চোঁচা লৈছিল আৰু তেওঁলোকক দেখি হৃদয় বিদাৰিণী ৰণ দেৱী উল্লাসিত হৈছিল। কাৰণ দেৱতা-সকলৰ ভিতৰত একমাত্ৰ তেৱেঁইহে ৰণক্ষেত্ৰত উপস্থিত আছিল। বাকী দেৱ-দেৱীসকলে অলিম্পাছৰ অসমতল অঙ্গনত নিৰ্মিত নিজৰ নিজৰ সুৰম্য ভৱনত সুখেৰে বিশ্ৰাম কৰি আছিল। ট্ৰজানসকলক বিজয়ী কৰিবলৈ অভিলাষ কৰা কলীয়া মেঘৰ অধিপতি, ক্ৰনছ নন্দনৰ লগত তেওঁলোকৰ বিবোধ হৈছিল। কিন্তু পিতৃদেৱতাই তাৰ কাৰণে অলপো পৰোৱায় কৰা নাছিল। তেওঁ দেৱতা-সকলৰ মাজৰপৰা মনে মনে আঁতৰি গৈ মহিমামণ্ডিতভাৱে, অকলে অকলে বহি ট্ৰয়নগৰ, একীয়ান ৰণতৰীসমূহ, চিক্‌মিক্‌াই থকা ব্ৰঞ্জৰ অস্ত্ৰ-শস্ত্ৰ আৰু নিহন্তা আৰু নিহতসকলৰ ফালে চাই আছিল।

দিনৰ পৱিত্ৰ আলোক ক্ৰমে তীব্ৰতৰ হৈ অহা গোটেই পুৱা বেলাটোতেই আক্ৰমণ আৰু প্ৰত্যাক্ৰমণ আৰম্ভ হৈছিল আৰু অনেক লোক নিহত হৈছিল। কিন্তু যি সময়ত পৰ্বতীয়া উপত্যকাত গছ কাটি কাটি হাত অৱশ হৈ পৰা কাঠ-কটীয়া মানুহ এজনে যথেষ্ট কাম কৰা হ'ল বুলি ভাবি আহাৰৰ কাৰণে প্ৰলুব্ধ হৈ ৰন্ধা-বঢ়াৰ আয়োজন কৰিবলৈ অগ্ৰসৰ হয়, প্ৰায় তেনেকুৱা সময়তে ডানানসকলে ব্যূহৰ মাজৰপৰাই বন্ধু-বান্ধৱসকলক আহ্বান জনাই, সমস্ত শক্তি প্ৰয়োগ কৰি শত্ৰু সৈন্যৰ মাজত প্ৰৱেশ কৰিলে। পোন প্ৰথমে আগামেমননেই সবেগে অগ্ৰসৰ হৈ বিয়েনৰ নামে ট্ৰজান সেনাপতি এজনক আৰু তেওঁৰ পিছতে তেওঁৰ সঙ্গী আৰু সাৰথি অইলিউছক হত্যা কৰিলে। অইলিউছে ৰথৰপৰা জঁাপ মাৰি নামি তেওঁক ফেৰপাতি ধৰিছিল, কিন্তু তেওঁ আক্ৰমণ কৰিবলৈ আগবাঢ়ি আহোতেই আগামেমননে এপাট তীক্ষ্ণ বৰ্শাৰে তেওঁৰ কপালত আঘাত কৰিলে। ব্ৰঞ্জ নিৰ্মিত শিৰস্ত্ৰাণ ভেদ কৰি শেলপাট ভিতৰ সোমাল আৰু শিৰস্ত্ৰাণৰ ভিতৰৰ অংশ মগজুৰে ভৰি পৰিল। অইলিউছ আৰু তেওঁৰ আক্ৰমণৰ ইয়ানতে অন্ত পৰিল।

নৃপতি আগামেমননে তেওঁলোকৰ পৰিধেয় বস্ত্ৰাদি খুলি ল'লে। নিহত

লোক দুজনৰ বুকু ব'দ পৰি জিলিকি উঠিছিল। মৃতদেহ দুটা তাতে এৰি থৈ তেওঁ প্ৰায়াম-পুত্ৰ আইচাছ আৰু এণ্টিফাছক হত্যা কৰিবলৈ প্ৰবৃত্ত হ'ল। তেওঁলোকৰ এজন আছিল প্ৰায়ামৰ অবৈধ সন্তান আৰু আনজন আছিল বৈধ। তেওঁলোক দুয়ো একেখন ৰথতে উঠি আহিছিল। সাৰথি আছিল অবৈধ সন্তান আইচাছ। সদাশয় এণ্টিফাছে যুঁজাৰু বেশেৰে তেওঁৰ কাষতে বহি আহিছিল। এবাৰ ইডা পৰ্বতৰ অংশ বিশেষত ভেড়া চৰাই থাকোঁতে তেওঁলোক একিলিছৰ হাতত পৰিছিল। একিলিছে তেওঁলোকক উইল' গছৰ লেকেছীয়া ডালেৰে বান্ধি থৈছিল, পিছত ধন-বস্তুৰ বিনিময়ত মুক্তি দিলে। এইবাৰ তেওঁলোক আট্ৰিউছ-নন্দন, সম্ভ্ৰান্ত আগামেমননৰ আগত পৰিল। তেওঁ শেলেৰে আইচাছৰ বুকু বিদীৰ্ণ কৰিলে আৰু তৰোৱালেৰে কাণৰ কাষত আঘাত কৰি এণ্টিফাছক ৰথৰপৰা বাহিৰলৈ নিক্ষেপ কৰিলে। তাৰ পিছত তেওঁ অত্যন্ত ক্ষিপ্ৰতাৰে দুয়োজনৰ উৎকৃষ্ট ঢাল-বৰ্ম খোলোতে তেওঁলোকক চিনিব পাৰিলে, কাৰণ তেওঁলোকক একিলিছে ইডা পৰ্বতৰপৰা ধৰি আনোতে তেওঁৰ দ্ৰুত গতি বিশিষ্ট জাহাজৰ কাষতে দুয়োজনকে দেখা পাইছিল। এটা সিংহই যিমান সহজে চঞ্চল হৰিণী এজনীৰ গুহাত সোমাই আমা-ডিমা পোৱালিকেইটা কামোৰ মাৰি ধৰি লৈ সিহঁতৰ সুকোমল প্ৰাণ বিনাশ কৰে, ঠিক সেইদৰেই আগামেমননৰ কাৰণে এই কাৰ্য সহজ আছিল। হৰিণীজনীয়ে নিচেই কাষতে থাকিলেও একোকে কৰিব নোৱাৰে। তাই নিজেও ভয় খাই পাহাৰৰ হাবি-বন ভাঙি পলাই যায় আৰু ভয়ঙ্কৰ জন্তুটোৰপৰা নিজকে বচাবলৈ খৰ খেদা কৰোঁতে ঘামি-জামি পৰে। তেওঁলোক দুজনৰ বেলিকাও সেই নিচিনাই হৈছিল। তেওঁলোকক ৰক্ষা কৰিবলৈ তাত এজনো ট্ৰজান নাছিল। বাস্তৱিকতে আৰ্গিভসকলৰ আগৰপৰা ট্ৰজানবিলাকে ৰণভঙ্গ দি পলাই গৈছিল।

ইয়াৰ পিছত আগামেমননে পেইছেণ্ডাৰ আৰু বাহুবলী হিপলকাছক আক্ৰমণ কৰিলে। এওঁলোক আছিল এণ্টিমেকাছৰ পুত্ৰ। এই চতুৰ ৰাজপুৰুষ-জনে পেৰিছৰ ধন-সোণৰ প্ৰতি প্ৰলুব্ধ হৈ আৰু প্ৰচুৰ উৎকোচ আশা কৰি, হেলেনক বঙ্কুকেশী মেনিলাছলৈ ওভোতাই দিয়াৰ প্ৰস্তাৱ সকলোতকৈ বেছি বাগ্মিতাৰে বিৰোধিতা কৰিছিল। আৰু এতিয়া তেওঁৰ পুতেক দুজনেই আগা-মেমননৰ হাতত বন্দী হ'ল। তেওঁলোক একেখন ৰথতে উঠি আহিছিল আৰু দুয়ো শক্তিশালী ঘোঁৰাহালক চলাবলৈ চেষ্টা কৰি আছিল। কিন্তু সাৰথিৰ হাতৰপৰা নিমজ লেকাম কেইডাল এৰাই ঘোৰাত দুয়ো বিপাঙত পৰিল। আট্ৰিউছ পুত্ৰই সিংহৰ দৰে দুয়োৰে ওপৰত জঁাপ মাৰি পৰিল। ৰথৰপৰা নমাকৈয়ে

দুয়ো তেওঁক কাকুতি-মিনতি কৰি প্ৰাণ ভিক্ষা কৰিলে। "মহাৰাজ, আগামেমনন, আমাক জীৱন্তে ধৰি নিয়ক। আপুনি প্ৰচুৰ মুক্তিপণ লাভ কৰিব। আমাৰ পিতা এন্টিমেকাছ ঐশ্বৰ্যশালী লোক। তেওঁৰ বিস্তৰ ধন-সোণ আছে। ব্ৰঞ্জ, সুবৰ্ণ আৰু লোহা আদি তেওঁৰ প্ৰচুৰ পৰিমাণে আছে। আমাক জীয়াই জীয়াই একীয়ান ৰণতৰীলৈ বন্দী কৰি নিছে বুলি শুনিবলৈ পালে তেওঁ আপোনাক ৰাজোচিত মুক্তিপণ প্ৰদান কৰিব।"

এইদৰেই তেওঁলোকে সজল চকুৰে ৰজাক মিনতি কৰিছিল। তেওঁলোকৰ কণ্ঠত আছিল মনোগ্ৰাহী আৱেদন, কিন্তু তাৰ প্ৰত্যুত্তৰ আছিল বিপৰীত। আগামেমননে ক'লে, "মিনিলাছ আৰু ওডিচ্যুছ, দূত হিচাপে যাওঁতে এন্টিমেকাছেই তেওঁলোকক একীয়ালৈ উভতি যাবলৈ নিদি হত্যা কৰিব লাগে বুলি ট্ৰয়ৰ ৰাজ-সভাত কোৱা নাছিলনে? তইঁত যদি সেই এন্টিমেকাছৰে ল'ৰা হৱ, তেন্তে তইঁতে আজি পিতাৰৰ কু-কীৰ্তিৰ ফল ভোগ কৰিব লাগিব।"

এইবুলি কোৱাৰ লগে লগেই তেওঁ পেইছেণ্ডাৰৰ বুকুত বৰ্শাৰে আঘাত কৰি ৰথৰপৰা ঠেলা মাৰি দিলে। পেইছেণ্ডাৰৰ, প্ৰাণহীণ দেহ ভূপতিত হ'ল। হিপলকাছে মাটিলৈ জঁাপ মাৰি দিওঁতেই তেওঁকো বধ কৰা হ'ল। আগামেমননৰ তৰোৱালৰ আঘাতত তেওঁৰ বাহু আৰু শিৰ বিচ্ছিন্ন হ'ল। তেওঁৰ কবন্ধটো ঘূৰণীয়া শিলৰ দৰে জনতাৰ মাজেদি বাগৰি বাগৰি যাবলৈ ধৰিলে।

এইদৰে দুয়োকে তাতে এৰি আগামেমনন অৱশিষ্ট ব্ৰঞ্জ বিভূষিত একীয়ান-বিলাকে তুমুল সংগ্ৰাম কৰি থকা ঠাইত বায়ুবেগে উপস্থিত হ'লগৈ। পদাতিকে পদাতিকক আক্ৰমণ কৰিছিল, আৰু পলৰীয়া সৈন্যবিলাকক খেদি খেদি কচুকটা দিছিল। ৰথীসকলে ব্ৰঞ্জৰ অস্ত্ৰেৰে শত্ৰুপক্ষৰ ৰথীসকলৰ মাজত ধ্বংসলীলা বিস্তাৰ কৰিছিল। বজ্ৰধ্বনিৰ সৃষ্টি কৰা অশ্বখুৰাৰ আঘাতত ধৰণী ধূলিৰে ধুঁৱলী-কুঁৱলী হৈছিল। এই সমগ্ৰ সময়ছোৱাত আগামেমননে আৰ্গিভসকলক উৎসাহিত কৰি লগে লগে সংহাৰ লীলাত অংশ গ্ৰহণ কৰিছিল। অথালি-পথালিকৈ বলা বলীয়া বতাহৰ দ্বাৰা প্ৰসাৰিত হোৱা লেলিহান অগ্নিশিখাই এখন দুৰ্জয় অৰণ্য দাহ কৰোঁতে যেনেকৈ, গছ-গছনিবিলাক প্ৰচণ্ড দাবানলৰ আক্ৰমণত অধোমুখী হৈ মাটিত পৰি যায়, সেইদৰেই আট্ৰিউছ-তনয় আগামেমননৰ আক্ৰমণত পৰাভূত ট্ৰজান সৈন্যবাহিনী মথিমূৰ হৈছিল। বহু বহুহাল ঘোঁৰাই মূৰ জোকাৰি জোকাৰি ৰণক্ষেত্ৰৰ সঙ্কীৰ্ণ পথেদি খালী ৰথবিলাক ঘৰঘৰ শব্দেৰে টানি লৈ যাওঁতে ৰথীসকলৰ সুদক্ষ পৰিচালনাৰ অভাৱ অনুভৱ কৰিছিল।

ৰথীসকলৰ মৃতদেহবিলাক হাত-ভৰি মেলি মাটিত পৰি আছিল। সেই দৃশ্য এজাক শগুণৰ কাৰণেহে লোভনীয় আছিল, বিধবা পত্নীসকলৰ কাৰণে নহয়।

অস্ত্ৰবৃষ্টি, ধূলিৰ ধুমুহা, হত্যাকাণ্ড, ৰক্তপাত আৰু ৰণক্ষেত্ৰৰ বিড়ম্বনাৰপৰা জ্যুছে নিজহাতে হেক্টৰক আঁতৰাই লৈ যোৱাত আট্ৰিউছ-নন্দনে আক্ৰমণ চলাই গ'ল। তেওঁ সৈন্যসকলক এনেকুৱা সফলভাৱে অনুপ্ৰাণিত কৰিছিল যে দুপৰীয়াৰ লগে লগে পলায়মান ট্ৰজান সৈন্যই নগৰত প্ৰৱেশ কৰিবলৈ ব্যাকুল হৈ ডাৰ্ডেনাছ-তনয় ইলাছৰ কাৰণে অতীজতে নিৰ্মাণ কৰা মাটিৰ টিলা আৰু মুকলি পথাৰৰ মাজতে থকা বনৰীয়া ডিমৰু গছজোপা অতিক্ৰম কৰি গ'ল। কিন্তু তেতিয়াও আট্ৰিউছ পুত্ৰই সিংহনাদেৰে বিভীষিকাৰ সৃষ্টি কৰি ৰক্ত-ৰঞ্জিত দুৰ্জয় হাতেৰে তেওঁলোকৰ পিছে পিছে ধাৱিত হৈছিল। স্কিয়ান তোৰণ আৰু ওক গছজোপাৰ ওচৰত উপস্থিত হোৱাৰ পিছত তেওঁলোক ৰৈ গ'ল আৰু পিছপৰি থকা সঙ্গীসকলৰ কাৰণে অপেক্ষা কৰিলে। কাৰণ কিছুমান সৈন্য তেতিয়াও আতঙ্কত মুকলি পথাৰৰ মাজেদি প্ৰাণটাকি লৰি আহিছিল আৰু তেওঁলোকক খেদি আহিছিল আগামেমননে। মুনি-চুনি বেলিকা ছিলদল ভাঙি ঢপলিয়াই অহা গৰুৰ পালৰপৰা পিছপৰি থকা অকলশৰীয়া চেঁউৰী গাই এজনী থাপ মাৰি ধৰি, শক্তিশালী দাঁতেৰে তাইৰ নেলু ছিঙি, তেজ-মঙহ খাবলৈ ধৰা সিংহৰ দৰে আগামেমননেও ভগনীয়া সৈন্যবিলাকক খেদি খেদি হত্যা কৰিছিল, আৰু তেওঁৰ সৰ্বগ্ৰাসী শক্তিশেলৰ নিদাৰুণ আঘাতত অনেক ৰথী-মহাৰথী, ৰথৰপৰা চিটিকি গৈ চিত্‌ ভোলোঙা খাই মাটিত পৰিছিল।

তেওঁলোক নগৰৰ নিৰাপদ আশ্ৰয় আৰু ভ্ৰূকুটি-কুটিল দুৰ্গ প্ৰাচীৰ পাওঁ পাওঁ হৈছিল, এনেতে দেৱতা আৰু মনুষ্যৰ জনক, হাতত বজ্ৰ লৈ, স্বৰ্গৰপৰা নামি আহি বহুতো নিজৰাযুক্ত ইডা পৰ্বতৰ উচ্চ শিখৰত উপবেশন কৰিলেহি আৰু সোণোৱালী ডেউকাৰে বিভূষিতা আইৰিছক দূত হিচাপে প্ৰেৰণ কৰি ক'লে, "আইৰিছ, তুমি অতি শীঘ্ৰে গৈ মোৰ এই বাৰ্তা হেক্টৰক দিয়াগৈ। তেওঁ যিমান সময় আগামেমননক আগশাৰীৰপৰা যুদ্ধ কৰি ট্ৰজান সৈন্যবিলাকক নিপাত কৰি থকা দেখা পায়, সিমান সময় পিছ হুঁহকি গৈ থাকক। কিন্তু শত্ৰুক সম্পূৰ্ণৰূপে যুদ্ধত প্ৰবৃত্ত কৰি ৰাখিবলৈ সৈন্যবিলাকক আদেশ দিব। যি মুহূৰ্ত্তত বৰ্জা বৰ্শা বা কাঁড়ৰ আঘাত পাই ৰথত উঠিব, তেতিয়াই মই হেক্টৰক শত্ৰু সংহাৰ কৰাৰ শক্তি প্ৰদান কৰিম যাতে তেওঁ বেলি মাৰ গৈ সুখময়ী সন্ধ্যা নামি অহাৰ আগতেই সুনিৰ্মিত জাহাজবিলাকৰ ওচৰত উপনীত হ'ব পাৰে।"

ধুমুহাৰ গতিৰে যাব পৰা চৰণযুক্তা, জেলাৱতী আইৰিছে কথা মতেই লগে

লগেই ইডা পৰ্বতৰ শিখৰৰপৰা পৱিত্ৰ ইলিয়ামলৈ উৰা মাৰিলে। তাত তেওঁ সুবিজ্ঞ প্ৰায়ামৰ পুত্ৰ কুমাৰ হেক্টৰক ঘোঁৰা আৰু কাঠৰ ৰথবিলাকৰ মাজতে থিয় হৈ থকা দেখা পালে। তেওঁ হেক্টৰক নাম আৰু ৰাজকীয় উপাধিৰে সম্বোধন কৰি ক'লে, "তোমাক এই বাৰ্তা দিবলৈ মোক পিতা জ্যুছে প্ৰেৰণ কৰিছে। ৰজা আগামেমননক আগশাৰীৰপৰা যুদ্ধ কৰি ট্ৰজান সৈন্যবিলাকক নিপাত কৰি থকা যিমান সময় দেখা পোৱা, সিমান সময় তুমি যুদ্ধৰপৰা বিৰত থাকিবা। কিন্তু শত্ৰু যাতে যুদ্ধ কৰি থাকিবলৈ বাধ্য হয় তাৰ কাৰণে সৈন্যবিলাকক আদেশ দিবা। কিন্তু যি মুহূৰ্ততে ৰজা বৰ্শা বা কাঁড়ৰ আঘাত পাই ৰথত উঠিব, তেতিয়াই জ্যুছে তোমাক সংহাৰ শক্তি প্ৰদান কৰিব যাতে বেলি মাৰ গৈ সুখময়ী সন্ধ্যা নামি অহাৰ আগতেই তুমি সুনিৰ্মিত জাহাজবিলাকৰ ওচৰত উপস্থিত হ'ব পাৰা।" ।

এই বাৰ্তা দিয়াৰ পিছত ক্ষিপ্ৰচৰণা আইৰিছ আঁতৰি গ'ল। হেক্টৰে অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ থকা অৱস্থাতে তৎক্ষণাৎ একে জঁাপে ৰথৰপৰা নামি, দুপাট তীক্ষ্ণবৰ্শা হাতেৰে জোকাৰি জোকাৰি সৈন্যসকল থকা সকলো ঠাইতে স্বয়ং উপস্থিত হ'ল আৰু তেওঁলোকৰ ৰণস্পৃহা জাগৃত কৰি সৈন্যসকলক যুদ্ধৰ কাৰণে উদ্‌গনি দিলে। ইয়াৰ ফলত ট্ৰজানসকলে অহা বাটেদি পুনৰ যুদ্ধক্ষেত্ৰলৈ উভতি গ'ল আৰু একীয়ানসকলৰ সন্মুখীন হ'ল। একীয়ান সৈন্যসকলো একত্ৰিত হ'ল। এইদৰেই যুদ্ধ আৰম্ভ হ'ল। দুয়োটা সৈন্যবাহিনী মুখামুখি হ'লত আগামেমননে সকলোৰে আগত থাকি যুদ্ধ কৰিবলৈ অতিশয় ব্যগ্ৰ হৈ, শত্ৰুসৈন্যক আক্ৰমণ কৰিলে।

হে সৰগৰ দেৱীসকল, এতিয়া মোক কোৱাচোন, কোনজন বীৰ পোন প্ৰথমে আগামেমননৰ সন্মুখীন হ'ল? তেওঁ ট্ৰজান আছিল নে মিত্ৰপক্ষৰ লোক আছিল?

তেওঁ আছিল এন্টিনৰ-নন্দন দীৰ্ঘদেহী আৰু সুদৰ্শন ইফিডেমাছ। উৰ্বৰ ভূমি থ্ৰেছত তেওঁ ডাঙৰ-দীঘল হৈছিল। এই থ্ৰেছ দেশেই ভেড়া-ছাগলীৰ জননীস্বৰূপা। তেওঁৰ মাতামহ আৰু ধুনীয়া গালৰ ঠিয়ানোৰ পিতা চিছিছে তেওঁক শৈশৱৰেপৰা নিজৰ কাৰেঙতে লালন-পালন কৰি ৰাখিছিল। ইফিডেমাছৰ যৌৱনৰ ভৰপকতে তেওঁ নিজৰ জীয়েকৰ লগত বিবাহ বন্ধনেৰে আবদ্ধ কৰি তেওঁক ঘৰতে ৰাখিবলৈ পাৰ্যমানে চেষ্টা কৰিছিল। কিন্তু বিয়াৰ ঠিক পিছতেই ইফিডেমাছ পত্নীৰ বাহুবন্ধনতকৈ একীয়ান অভিযানৰ বাতৰিৰ প্ৰতিহে অধিক প্ৰলোভিত হ'ল। তেওঁ বাৰখন চৰাইঠুঁটীয়া জাহাজৰ এটি নৌবাহিনীৰে জলযাত্ৰা আৰম্ভ কৰিলে আৰু পাৰকট বন্দৰত আটক-ধুনীয়া জাহাজকেইখন ৰাখি থৈ

পদব্ৰজে ইলিয়ামত উপস্থিত হ'লগৈ। এই মানুহজনেই এতিয়া আট্ৰিউছ-পুত্ৰ আগামেমননৰ সন্মুখীন হ'ল।

দুয়ো ওচৰ চাপি গ'ল আৰু আট্ৰিউছ-নন্দনে যুদ্ধ আৰম্ভ কৰিলে, কিন্তু তেওঁ কৃতকাৰ্য নহ'ল। তেওঁৰ বৰ্শাপাট লক্ষ্যভ্ৰষ্ট হৈ কোনোবা একালে সোঁ সোঁৱাই গুচি গ'ল। আনহাতেদি ইফিডেমাছে বৰ্মৰ ঠিক তলতে থকা পেটীডালতে আগামেমননক হানিলে। সমস্ত শৰীৰ ভৰদি হেঁচি দিয়া সত্বেও তেওঁৰ বৰ্শাআলে চিকমিকিয়া পেটীডাল ভেদ কৰি যাব নোৱাৰিলে, তেওঁ সম্পূৰ্ণ বিফল হ'ল। কাৰণ বৰ্শাডালৰ আগটো পেটীডালৰ ৰূপেৰে নিৰ্মাণ কৰা অংশটোত খুন্দা খাই সীহৰ দৰে বেঁকা হৈ গ'ল। সম্ৰাট আগামেমননে বৰ্শাৰ নালটোত হাতেৰে খামোচ মাৰি ধৰি সিংহ সদৃশ ক্ৰোধেৰে নিজৰ ফালে আঁজোৰ মাৰি দিয়াত, বৰ্শাপাট সৈনিকজনৰ হাতৰ মুঠিৰপৰা এৰাই আহিল। তাৰ পিছত তেওঁ তৰোৱালখনেৰে ডিঙিত আঘাত কৰি তেওঁক ভূপতিত কৰিলে। এইদৰেই ইফিডেমাছৰ পতন হ'ল। তেওঁৰ টোপনি আহিল, যি টোপনিৰপৰা তেওঁ কোনোদিনেই সাৰ নাপাব। দুৰ্ভগীয়া মানুহ! স্বদেশৰ হকে যুদ্ধ কৰিবলৈ তেওঁ নব-বিবাহিতা পত্নীৰপৰা বহু আঁতৰলৈ গুচি আহিছিল। দাম্পত্য সুখ তেওঁৰ কপালত নাছিল। অথচ পত্নীলাভৰ কাৰণে তেওঁ কিমান ত্যাগ কৰিব লগা হৈছিল! একেলগে এশ গৰু-ম'হ তেওঁ দিব লগা হৈছিল, তদুপৰি ভৱিষ্যতে তেওঁৰ অসংখ্য পালবিলাকৰপৰা এহেজাৰ ভেড়া আৰু ছাগলী দিয়াৰ প্ৰতিশ্ৰুতি দি থৈছিল। আৰু এতিয়া আট্ৰিউছ-পুত্ৰ আগামেমননে তেওঁৰ মৃতদেহৰপৰা চমৎকাৰ অস্ত্ৰ-শস্ত্ৰবিলাক সোলোকাই লৈ একীয়ান সৈন্যবাহিনীৰ মাজত সোমাল।

এণ্টিনৰৰ জ্যেষ্ঠ পুত্ৰ প্ৰশংসনীয় কুণে এই ঘটনা দেখা পাই আছিল। নিহত ভ্ৰাতাৰ কাৰণে নিদাৰুণ মানসিক যন্ত্ৰণাত তেওঁ চকুৰে অন্ধকাৰ দেখিলে। তেওঁ আওহাতেদি আহি আগামেমননক ঠেকত পেলাই ল'লে। কিলাকুটিৰ তলতে হাতৰ ঠিক মাজভাগত তেওঁ আঘাত কৰিলে। বৰ্শাৰ চিকচিকীয়া আগটোৱে হাতখন শালি পেলালে। যন্ত্ৰণাত নৃপতি আগামেমননৰ কঁপনি উঠিল। কিন্তু যুদ্ধৰপৰা নিবৃত্ত হৈ ৰণক্ষেত্ৰ ত্যাগ কৰাৰ পৰিবৰ্তে তেওঁ বায়ুবেগী বৰ্শাপাট জোকাৰি জোকাৰি কুণক আক্ৰমণ কৰিলে। ইতিমধ্যে কুণে ইফিডেমাছৰ ভৰিটোত হাতেৰে খামোচ মাৰি ধৰি ভ্ৰাতৃৰ নিজপক্ষৰ সৈন্যদলৰ ফালে টানি লৈ গৈছিল আৰু তেওঁৰ বাহিনীৰ শ্ৰেষ্ঠ যোদ্ধাসকলক সহায় কৰিবৰ কাৰণে অনুৰোধ কৰিছিল। তেওঁ এইদৰে ব্যস্ত হৈ থাকোঁতেই আগামেমননে ব্ৰঞ্জৰ বৰ্শাৰে তেওঁৰ কুঁহজালি কৰা ঢালখনৰ ঠিক তলভাগতে আঘাত কৰি যোদ্ধা

ভূপতিত কৰিলে। তাৰ পিছত তেওঁ দৌৰি গৈ ইফিডেমাছৰ মৃতদেহৰ ওপৰত পৰি থকা অৱস্থাতে কুণৰ শিৰচ্ছেদ কৰিলে। এইদৰেই ৰজা আগামেমননৰ হাতত এন্টিৰৰ পুতেক দুজনে বিধিৰ বিধান অনুসৰি মৃত্যু বৰণ কৰি হেডিছৰ প্ৰাসাদলৈ গমন কৰিলে।

ঘা ডোখৰৰপৰা তপত তেজ ওলাই থকা সময়ছোৱাত, আগামেমননে বৰ্শা, তৰোৱাল, পাথৰ আদি অস্ত্ৰেৰে শত্ৰুসৈন্যক বিধ্বস্ত কৰি আছিল। কিন্তু তেজ ৰোৱাৰ পিছত যেতিয়া ঘা ডোখৰৰ ওপৰত শুকান চামনি বান্ধিলে, তেতিয়া তেওঁৰ হাতখন বিষত টনটনাবলৈ ধৰিলে। এই বেদনা আছিল নাৰীয়ে প্ৰসৱৰ সময়ত অনুভৱ কৰা বেদনাৰ দৰেই তীব্ৰ। আইলেঠীয়া নামৰ দেৱীসকলেই প্ৰসৱ বেদনাৰ সৃষ্টি কৰে। তেওঁলোক হিৰীৰ কন্যা। সন্তান জন্ম দিয়াৰ সময়ত তেওঁলোকেই এই ব্যৱস্থা কৰি এনে যন্ত্ৰণাদায়ক বেদনা পোৰঁতীক ভোগ কৰোৱায়। যন্ত্ৰণাত কাতৰ হৈ আট্ৰিউছ-তনয় ৰথত জঁপ মাৰি উঠিল আৰু সাৰথিক ৰথখন শূন্যগৰ্ভ জাহাজবিলাকৰ ফালে চলাই নিবলৈ আদেশ দিলে। এই নিদাৰুণ দুৰ্দশাৰ সময়ত তেওঁ উচ্চৈঃস্বৰে ডানানসকলক সম্বোধন কৰি ক'লে, "আৰ্গিভৰ বন্ধু, সেনাপতি আৰু উপদেষ্টাসকল, সুবিজ্ঞ জ্যুছে আজি গোটেই দিনটো মোক ট্ৰজানবিলাকৰ লগত যুদ্ধ কৰিবলৈ সমৰ্থ নকৰিব। সেইকাৰণে যুদ্ধৰ বিভীষিকাৰপৰা আমাৰ সাগৰত চলা জাহাজবিলাক ৰক্ষা কৰাৰ ভাৰ আপোনালোকৰ ওপৰত।"

আগামেমনন নীৰৱ হ'ল আৰু তেওঁৰ সাৰথিয়ে দীঘল কেশৰ থকা ঘোঁৰা-কেইটাক চাবুকেৰে আঘাত কৰি শূন্যগৰ্ভ জাহাজবিলাকৰ ফালে চলাই লৈ গ'ল। ঘোঁৰাহালে স্বেচ্ছাই বায়ুবেগে যাবলৈ ধৰিলে। সিহঁতৰ বুকু ফেনেৰে ফুটুকা-ফুটুকি হৈছিল, পেট ধূলিৰে ধূসৰ হৈছিল আৰু এইদৰেই সিহঁতে আহত ৰজাক ৰণস্থলীৰপৰা কঢ়িয়াই লৈ গৈছিল।

আগামেমননক ৰণক্ষেত্ৰৰপৰা প্ৰস্থান কৰা দেখি হেক্টৰে ট্ৰজান আৰু লিচীয়ানসকলক চিঞৰি চিঞৰি ক'লে, "ট্ৰয় আৰু লিচীয়াৰ সেনাবৃন্দ আৰু ৰণপ্ৰিয় ডাৰ্ডানিয়ানসকল, হে মিত্ৰ মণ্ডলী, আপোনাসকল প্ৰকৃত মানুহৰ দৰে নিজৰ সামৰিক সাহস স্মৰণ কৰক। তেওঁলোকৰ শ্ৰেষ্ঠ পুৰুষজন আঁতৰি গৈছে। ক্ৰনছ-নন্দন জ্যুছৰ প্ৰসাদত আমি বিপুলভাৱে জয় লাভ কৰিছো। এতিয়া আপোনাসকলৰ ঘোঁৰাবিলাক শক্তিশালী ডানানবিলাকৰ অভিমুখে পোনে পোনে পৰিচালনা কৰক, যাতে আমি আৰু অধিক সাৰ্থকভাৱে জয়যুক্ত হওঁ।"

এইদৰেই তেওঁ সৈন্যসকলক উৎসাহিত কৰি তেওঁলোকৰ অন্তৰত নতুন শক্তিৰ সঞ্চাৰ কৰিলে। হিংস্ৰ বন্য বৰাহ অথবা সিংহক আক্ৰমণ কৰিবলৈ ৰোকা কুকুৰ লগাই দিয়া চিকাৰীৰ দৰে প্ৰায়াম-নন্দন হেক্টৰেও যুদ্ধদেৱতা সদৃশ সংহাৰ মূৰ্তি ধৰি মহাপৰাক্ৰমেৰে দৃপ্ত ট্ৰজান সৈন্যবাহিনীক একীয়ানবিলাকৰ বিৰুদ্ধে পৰিচালনা কৰি গ'ল। সৈন্যসকলৰ আগত থাকি অপূৰ্ব সাহসেৰে অনুপ্ৰাণিত হৈ, বহুত ওপৰৰপৰা সাগৰৰ পানীত তীব্ৰগতিৰে পৰি খলক লগোৱা শঙ্খচিলনীৰ দৰে তেওঁ যুদ্ধক্ষেত্ৰত জঁপিয়াই পৰিল।

স্বয়ং জ্যুছে যাক জয়লাভৰ প্ৰতিশ্ৰুতি দিয়ে সেই প্ৰায়াম-তনয় হেক্টৰৰ হাতত প্ৰাণ বিসৰ্জন দিয়াসকলৰ ভিতৰত প্ৰথম কোন আছিল? শেষত বা আছিল কোন? আৰম্ভণীতে আছিল, আছিউছ, অটনাছ আৰু অপ্টাইটিছ, ক্লীটিযাছ-নন্দন ডলপ্স্, অফেলটিয়াছ আৰু আজিলাছ, ইছিমনাছ, অৰাছ আৰু প্ৰচণ্ড হিপ্পনাছ। তেওঁৰ হাতত নিহত হোৱা ডানান সেনাপতি আছিল এওঁলোকেই। মলয়া বতাহৰ বোকোছাত অহা শুকুলা ডাৱৰ ৰাশি ছিন্ন ভিন্ন কৰা প্ৰবল পছোৱাৰ দৰে তেওঁ ইয়াৰ পিছত, শত্ৰুসৈন্য লণ্ড-ভণ্ড কৰিছিল। সাগৰত বিৰাট তৰঙ্গমালাৰ সৃষ্টি হ'লে, বতাহৰ ডেউকাত লাগি ফেনবিলাক বহুত ওপৰলৈকে উৰি যায়। হেক্টৰৰ আক্ৰমণত শত্ৰুসৈন্যও এইদৰেই বিধ্বস্ত হৈছিল।

একীয়ানবিলাক অভূতপূৰ্ব বিপৰ্যয়ৰ সম্মুখীন হ'ল। তেওঁলোক ইতিমধ্যে পলাই গৈ জাহাজবিলাকৰ কাষ পালেহেঁতেন, পিছে এনেতে ওডিচ্যুছে টিডিউছ-পুত্ৰ ডায়মিডিছক চিঞৰি চিঞৰি ক'লে, "টিডিউছ-নন্দন, আমাৰ কি হৈছে? আমাৰ সাহপিত নাইকিয়া হ'লনেকি? ঈশ্বৰৰ শপত, বন্ধু, ইয়ালৈ আহি মোৰ লগত যোগ দিয়াহি। চিকচিকীয়া শিৰস্ত্ৰাণ পৰিহিত হেক্টৰে জাহাজবিলাক অধিকাৰ কৰিলে আমাৰ কি অপযশ হ'ব এবাৰ ভাবি চোৱা।"

পৰাক্ৰমী ডায়মিডিছে উত্তৰ দিলে, "ঠিক কথা, যি কি নহওক, মই প্ৰতিৰোধ কৰিম। কিন্তু তাৰপৰা আমাৰ বন্ধুসকল বিশেষ উপকৃত হ'ব বুলি ধাৰণা নহয়, কাৰণ মেঘ-নিয়ন্ত্ৰক জ্যুছৰ সিদ্ধান্ত এয়ে যে আমাৰ পৰিবৰ্তে ট্ৰজানবিলাকেই জয়ী হওক।"

এইবুলি কৈয়েই তেওঁ থ্ৰিম্বিউছক লক্ষ্য কৰি বৰ্শা নিক্ষেপ কৰিলে তেওঁৰ বুকুৰ বাওঁকালে শেলপাট সোমাল আৰু তেওঁ ৰথৰপৰা বাগৰি পৰিল। ওডিচ্যুছে কুমাৰৰ সম্ভ্ৰান্ত সহচৰজনক হত্যা কৰিলে। ৰণৰ ইমানতে সামৰণি পৰাত, তেওঁলোকক তাতে এৰাই থৈ দুয়ো জাক জাক শত্ৰুসৈন্যৰ মাজত সোমাল। এহাল বনৰীয়া বৰাগাহৰিয়ে লিহঁতক খেদি যোৱা চিকাৰী কুকুৰ-

বিলাকক উভতি ধৰাৰ দৰে, দুয়োজনে শত্ৰুসৈন্যক ব্যতিব্যস্ত কৰি তুলিলে। ট্ৰজান সৈন্যক উভতি ধৰি দুয়োজনে আক্ৰমণকাৰীবিলাকৰ বিনাশ সাধন কৰিবলৈ ধৰিলে আৰু ফলত যশস্বী হেক্টৰৰ ভয়ত পলাই অহা একীয়ানবিলাকে উশাহ ল'বলৈ খন্তেক সকাহ পালে।

এখন ৰথেৰে সৈতে দুজন সামন্তৰ তেওঁলোকৰ হাতত তুৰন্তে পতন ঘটিল। তেওঁলোক আছিল পাৰ্কট দেশৰ মেৰপ্সৰ পুত্ৰ। মেৰপ্স সেই সময়ত বিখ্যাত ভৱিষ্যৎ-বক্তা আছিল। তেওঁ পুতেকহঁতক যুদ্ধলৈ যাবলৈ মানা কৰিছিল। কিন্তু মৰণে হাত বাউল দি মতাত তেওঁলোকে পিতাকৰ কথালৈ কৰ্ণপাত নকৰিলে। ফলত এতিয়া প্ৰসিদ্ধ বৰ্শাচালক ডায়মিডিছে তেওঁলোকক হত্যা কৰি সুন্দৰ অস্ত্ৰ-শস্ত্ৰবিলাক সোলোকাই ল'লে। ইতিমধ্য ওডিচ্যুছেও হাইপেৰিয়কাছ আৰু হিপ্পডেমাছক হত্যা কৰি তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰ খুলি ল'লে।

ক্ৰনুছ-নন্দনে ইডা পৰ্বতৰপৰা দৃষ্টি নিক্ষেপ কৰি এতিয়া যুদ্ধখনত কিছু স্থিতিশীলতাৰ সৃষ্টি কৰিলে। কিছু সময় দুয়োপক্ষই সমানে সমানে হত্যালীলা চলাই গ'ল। টিডিউছ-পুত্ৰই এডাল যাঠিৰে পীয়নৰ সদাশয় পুত্ৰ আগাষ্ট্ৰেফাছৰ কঁকালৰ যোৰাতে শালিলে। ৰথখন ওচৰে-পাজৰে কেনিও নথকাত এই মানুহজন তেওঁৰ হাতৰপৰা সাৰি যাবলৈ সক্ষম নহ'ল। ৰথখন সহচৰজনৰ হাতত চমজাই থৈ মাটিয়ে মাটিয়ে যুদ্ধক্ষেত্ৰৰ আগভাগলৈ ঢপলিয়াই আহি সাংঘাতিক ভুল কৰিলে। ফলত তেওঁৰ মৰণ মিলিল। কিন্তু এনে সময়ত হেক্টৰে সৈন্য-বাহিনীৰ মাজেদি চাই শত্ৰুৰ দুৰ্বলতা কোনখিনিত ধৰিব পাৰি প্ৰচণ্ড হুঙ্কাৰেৰে ওডিচ্যুছ আৰু ডায়মিডিছৰ ফালে ধাৱিত হ'ল। তেওঁৰ পিছে পিছে ট্ৰয়ৰ সৈন্য-সকলো আহিল। তেওঁক দেখা পাই আনকি ভীষণ সিংহনাদকাৰী ডায়মিডিছো শঙ্কিত হ'ল। তেওঁ তৎক্ষণাৎ ওচৰতে থকা ওডিচ্যুছৰ ফালে চাই মাত লগালে, "বিপদ আমাৰ সমুখত। সৌৱা দুৰ্জয় হেক্টৰ। আমি অবিচলিতভাৱে ইয়াতে থাকি তেওঁক বাধা দিম আৰু খেদি পঠাম।"

এইবুলি কোৱাৰ লগে লগেই তেওঁ দীৰ্ঘছায়া-বিশিষ্ট বৰ্শাপাট হাতত লৈ টোৱাই ভিৰাই নিক্ষেপ কৰিলে। তেওঁৰ লক্ষ্য আছিল হেক্টৰৰ শিৰোদেশ। বৰ্শাপাট শিৰস্ত্ৰাণৰ ওপৰ ভাগত লাগিল, কিন্তু ভেদ কৰি যাব নোৱাৰিলে। ফিবাছ এপলো প্ৰদত্ত তিনি তৰপীয়া শিৰস্ত্ৰাণে বৰ্শাৰ আঘাত প্ৰতিহত কৰিলে। হেক্টৰ লৰালৰিকৈ ভালেখিনি পিছ হুঁহকি সৈন্যবিলাকৰ মাজত নিৰাপদে সোমাই পৰিল। তেওঁ এখন হাতেৰে মাটিত ভৰ দি কোনোমতে আঁঠুকাঢ়ি বহি গ'ল আৰু ইতিমধ্যে সমগ্ৰ জগত তেওঁৰ চকুৰ আগত বাতিৰদৰে অন্ধকাৰ হৈ পৰিল।

ইতিমধ্যে টিডিউছ-পুত্ৰই নিক্ষিপ্ত বৰ্শাৰ অনুসৰণ কৰি বৰ্শাপাট ঠিক যি ঠাইত পৰিছিল, সেই ঠাইত উপস্থিত হ'লগৈ। সেয়েহে হেক্টৰে পুনৰ সংজ্ঞা লাভ কৰিবলৈ সময় পালে। চেতনা ঘূৰাই পোৱা মাত্ৰকে তেওঁ পুনৰ জঁপি মাৰি ৰথত উঠিল আৰু সৈন্যবাহিনীৰ মাজত সোমাই মৰণৰপৰা ৰক্ষা পালে। কিন্তু মহান ডায়মিডিছে বৰ্শা হাতত লৈ ক্ষিপ্ৰগতিৰে আগবাঢ়ি গ'ল। তেওঁৰ কিবা ক'বলগীয়া আছিল। তেওঁ চিঞৰি চিঞৰি ক'লে, "হেৰৌ কুকুৰ পুনৰ তই বাচি গলি। কিন্তু কাণে কাণ মাৰিহে। ফিবাছ এপলোৱে আকৌ তোক ৰক্ষা কৰিলে। তই বৰ্শাৰ সমুখলৈ অহাৰ আগ মুহূৰ্তত যে তেওঁক প্ৰাৰ্থনা কৰ, তাত কোনো সন্দেহ নাই। কিন্তু আকৌ দেখা হ'ব আৰু তেতিয়া তোক মই ৰসাতললৈ পঠিয়াম। অৱশ্যে ময়ো কাৰবাৰপৰা ভালধৰণে কিছু সহায় পাব লাগিব। এতিয়া বাক মই অন্য ঠাইত চিকাৰ বিচাৰি যাওঁ।"

সেই সময়ত ডায়মিডিছে তেওঁৰ হাতত নিহত হোৱা বৰ্শাচালক আগষ্ট্ৰকাছক দেহাভৰণসমূহ খুলি লোৱাত ব্যস্ত হৈ আছিল। কিন্তু ইতিমধ্যে সুকেশিনী হেলেনৰ স্বামী পেৰিছে মহান সেনাপতি টিডিউছ পুত্ৰলৈ লক্ষ্য কৰি ধেনুকাড় হাতত লৈছিল। সুদূৰ অতীততে ডাৰ্ডানাছ-নন্দন সামন্তৰাজ ইলাছৰ স্মৃতিত প্ৰজাসকলে নিৰ্মাণ কৰা টিলা এটাৰ কাষত আঁৰ লৈ তেওঁ এই কাম কৰিছিল। ডায়মিডিছে বীৰ আগষ্ট্ৰকাছৰ বুকুৰপৰা বৰ্মখন, কান্ধৰপৰা ঢাল আৰু মূৰৰপৰা শিৰস্ত্ৰাণটো খুলি থাকোঁতেই পেৰিছে ধনুগুণ আকৰ্ষণ কৰি শৰসন্ধান কৰিলে। কাঁড়টো ব্যৰ্থ নহ'ল। সি ডায়মিডিছৰ ভৰিৰ পতা ভেদ কৰি মাটিত সোমাল। মহানন্দে হাস্য কৰি পেৰিছে লুকাই থকা ঠাইৰপৰা ওলাই আহি ডায়মিডিছৰ ফালে সহৰ্ষে নিৰীক্ষণ কৰিবলৈ ধৰিলে। তেওঁ চিঞৰি চিঞৰি ক'লে, "তুমি আহত হৈছা। মোৰ হাতৰ কাঁড়টো ব্যৰ্থ হোৱা নাই। পিছে কাঁড়টো তোমাৰ পেটত সোমোৱা হ'লে বেছি ভাল হ'ল হয়। তেতিয়া-হ'লে তুমি জীয়াই নেথাকিলাহেঁতেন। সিংহৰ ভয়ত বেবাই থকা ছাগলীবদৰে তোমাৰ ভয়ত কঁপি-থকা ট্ৰজানবিলাক তেতিয়াহ'লে এই বিভীষিকাৰপৰা ৰক্ষা পৰিলহেঁতেন।"

পৰাক্ৰমী ডায়মিডিছে অলপো বিব্ৰত নহৈ উত্তৰ দিলে, "হেৰৌ ধনুৰ্দ্ধৰ, কপালত পৰি থকা কেঁকোৰা চুলিকোছা আৰু ছোৱালীক ভুলাব পৰা হাঁহি থকা চকুহাল লৈ এইদৰে ডাকোপ নামাৰিবি। প্ৰকৃত অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ বীৰৰ দৰে যদি তই মোৰ সন্মুখীন হলিহেঁতেন, তেন্তে তোৰ ধেনুখন আৰু কাঁড়েৰে পূৰ হৈ থকা সেই টুলুঙা টোপটো কোনো কামতেই নালাগিলহেঁতেন। তইলো

কি বৰ ডাঙৰ কামটো কৰিলো বুলি আত্মপ্ৰসাদ লাভ কৰিছ? মোৰ ভৰিটোৰ ছাল অকণমান ছিগিল। তাৰ বাবে মই পৰোৱায় কৰিছোনে? কোনোবা তিৰোতা এজনীয়ে নাইবা অঘাইতং ল'ৰা এটায়ে যেনিবা সেই কাম কৰিছে। কাপুৰুষ নাইবা অলপ ধতুৰা মানুহ এটাই কাঁড় মাৰি কোনো অনিষ্ট কৰিব নোৱাৰে। কিন্তু মোৰ অস্ত্ৰবিলাক চাই ল। এইবিলাকৰ আগবোৰ বেছি চোকা। ইহঁতে পৰশিলেই মানুহৰ প্ৰাণ যায়, তাৰ তিৰোতাৰ গালদুখন জীৰ্ণ শীৰ্ণ হয় আৰু ল'ৰা-ছোৱালীবিলাক মাউৰা হয়। তাৰ তেজেৰে ধৰণী ৰাঙলী হয়। মাটিতেই সি জাহ যায়। তাৰ কাষলৈ কোনো ছোৱালী নাহে, আহে মাথো শ খোৱা শগুণ।"

ডায়মিডিছে এইদৰে কথা কৈ থাকোঁতেই যশস্বী বৰ্শাচালক ওডিচ্যুছ আহি তেওঁক আঁৰ কৰি ধৰিলেহি। ডায়মিডিছে তেওঁৰ বন্ধুৰ পিঠিৰ ফালে বহি লৈ চোকা কাঁডটো ভৰিৰপৰা আঁজুৰি উলিয়াই আনিলে। ঘা ডোখৰ বিষত টনটনাবলৈ ধৰিলে। তেওঁ আতুৰ হৈ ৰথত আৰোহণ কৰিলে আৰু শূন্যগৰ্ভ জাহাজবিলাকৰ অভিমুখে ৰথ চলাবলৈ সাৰথিক আদেশ দিলে।

কীৰ্তিমান ওডিচ্যুছো এতিয়া অস্থিৰ হৈ পৰিল। তেওঁ অকলশৰীয়া। আৰ্গিভসকল আতঙ্কিত হৈছিল আৰু তেওঁক সহায় কৰিবলৈ তাত কোনো নাছিল। কিন্তু তেওঁৰ মন আছিল অদম্য, অপৰাজেয়। তেওঁ নিজে নিজে চিন্তা কৰিবলৈ ধৰিলে। তেওঁ ব্যাকুল কণ্ঠেৰে নিজকে নিজে ক'লে, "ইয়াৰ পিছত মোৰ কপালত বা কি আছে? শত্ৰুৰ সংখ্যাধিক্যৰ ভয়ত পলাই যোৱাটো নিতান্ত অশোভনীয় হ'ব, কিন্তু অকলশৰীয়া অৱস্থাত শত্ৰুৰ হাতত বন্দী হ'ব লগা হ'লে আৰু দুঃখজনক হ'ব। কাৰণ জ্যুছে এতিয়া অৱশিষ্ট ডানানসকলক পলাই পিয়াপি দিবলৈ বাধ্য কৰিছে। কিন্তু এই বিষয়ে ভাবি-চিন্তি লাভ কি? কাপুৰুষেহে পিছ হুঁহকি যায়। কিন্তু যিসকলে নিজকে নেতৃস্থানীয় বুলি ভাবে, তেওঁলোকে কৰ্তব্যৰ খাতিৰত হয় মাৰে, নহয় নিজে মৰে। এই কথাটো মই নজনা হ'লোনে?"

ওডিচ্যুছে মনে মনে এইবিলাক কথা গুণাগঁথা কৰি থাকোঁতেই ট্ৰয়ৰ বাৰুৱতী বাহিনীয়ে ওচৰ চাপি আহি তেওঁক বেৰি ধৰিলে। কিন্তু সিহঁতৰ জালত পৰা মানুহটো হ'ল অতি একা-চেকা বিধৰ। বলিষ্ঠ ডেকা চিকাৰীবিলাকে চিকাৰী কুকুৰবিলাকৰ সৈতে এটা বন্য বৰাহ আগুৰি ধৰিলে যেনে হয়, এতিয়া ঠিক তেনেকুৱাই হ'ল। বেঁকা-বেঁকি আলুৰ মাজৰপৰা ওলাই থকা বগা দাঁতবিলাক ধৰাই লৈ সি চোঙৰ ভিতৰৰপৰা বাহিৰ হৈ আহে। চিকাৰীবিলাক চাৰিওকালৰ-

পুৱা-ভাৰশ্যালে ভভাৰ্ডিম্নাই আগবাঢ়ি যাব। দাঁতে দাঁতে খুন্দা খাই কিৰ্কট শব্দ হয়। কিন্তু গৰ্হিবিটোৱে ভয়ঙ্কৰ মূৰ্তি ধৰিলেও সিহঁত নিজ নিজ ঠাইৰ পৰা আঁতৰি নাযায়। এইদৰে ট্ৰয়-সৈন্যৰ ব্যূহৰ মাজত বজা ওডিচ্যুছ আবদ্ধ হ'ল। কিন্তু তেওঁৰ আৱস্থিতিটো ভালেই হ'ল। তেওঁ তীক্ষ্ণ বৰ্শা হাতত লৈ অভিজাত ডেইয়পিটিছৰ ওপ্পৰত জঁপিয়াই পৰিল আৰু ওপৰবপৰা তেওঁৰ কান্ধত আঘাত কৰিলে। ইয়াৰ পাছত তেওঁ ঠুন আৰু ইন্নমাছক হত্যা কৰিলে। ইতিমধ্যে ৰথৰপৰা জঁপিয়াই ওলাই আহোঁতে কেৰ্ছিডমাছো তেওঁৰ হাতত নিহত হ'ল। কাৰুকাৰ্য কৰা ঢালৰ ঠিক তলতে নাভিদেশত তেওঁ বৰ্শাবিদ্ধ হৈ ধূলিত বাগৰি পৰিল আৰু মাটিতে খামোচ মাৰি ধৰিলে। তেওঁলোকক তাতে এৰি ওডিচ্যুছে হিপ্পমাছৰ পুতেক কেৰপ্পক বৰ্শাৰে আনিলে। তেওঁ আছিল সাহসী সামন্ত আঢ্যৱন্ত ছকাছৰ ভ্ৰাতা। ভায়েকক সহায় কৰিবলৈ আহি এতিয়া ছকাছ ওডিচ্যুছৰ মুখামুখী হ'ল। তেওঁ মাত লগালে, "যশস্বী ওডিচ্যুছ, কূটকৌশলত তুমি শ্ৰেষ্ঠ। দুঃসাহসতো তোমাৰ তুলনা নাই। আজি হয়তো তুমি হিপ্পমাছৰ পুত্ৰদ্বয়ক পৰাজিত কৰি এনেহেন দীপ্তিমন্ত ভ্ৰাতৃযুগলক হত্যা কৰা আৰু তেওঁলোকৰ দেহাভৰণ অপহৰণ কৰাৰ গৌৰৱ অৰ্জন কৰিব পাৰিবা, নহ'লে মোৰ বৰ্শাৰ আঘাতত তোমাৰ পতন অনিবাৰ্য।"

এই বুলি কৈ তেওঁ বৰ্শা নিক্ষেপ কৰিলে। ঢালখন বিদীৰ্ণ কৰি বৰ্শাৰ জোংটো জাখৰৰ মাজেদি পাৰ হৈ ওডিচ্যুছৰ পেটৰ মঙহ পালেগৈ। কিন্তু পাল্লাছ এথেনীৰ হস্তক্ষেপত তাতেই ৰ'ল, নাড়ী-ভুৰু ভেদ কৰি যাব নোৱাৰিলে। গুৰুতৰ-ভাৱে জখম নাই হোৱা বুলি জানিব পাৰি ওডিচ্যুছে ছকাছৰ ওচৰলৈ গৈ ক'লে, "দুৰ্ভগীয়া বন্ধু, তোমাৰ মৃত্যু অৱশ্যম্ভাৱী। ট্ৰজানবিলাকৰ লগত যুদ্ধ কৰাৰপৰা তুমি মোক হয়তো কিঞ্চিৎ বাধা দিলা, কিন্তু মই ঘোষণা কৰিছো যে তুমি এতিয়াই নিয়তিৰ লগত ভেটা-ভেটি হ'বা, কাৰণ তোমাৰ মৃত্যু সন্নিকট; মোৰ শক্তিশেলৰ দ্বাৰা পৰাভূত হৈ তুমি পৌৰাণিক অশ্বৰ আৰোহী হেডিছৰ চৰণত জীৱন আহুতি দিবা আৰু মোক যশস্যাৰ ভাগী কৰিবা।"

ছকাছে উভতি লৰ মাৰিব খোজোতেই ওডিচ্যুছৰ বৰ্শা তেওঁৰ দুই কান্ধৰ ঠিক মাজতে পিঠিত সোমাই বুকুৰেদি ওলাই গ'ল। তেওঁ সশব্দে বাগৰি পৰিল। মহান ওডিচ্যুছে বীৰদৰ্পে ক'লে, "হায়, দুৰ্দম ৰথী হিপ্পমাছৰ পুত্ৰ ছকাছ! তেনেহ'লে অতিশয় ক্ষিপ্ৰতাৰে মৃত্যুৱে তোমাক আঁকোৱালি ল'লে। তুমি সাৰি যাব নোৱাৰিলা। বেচেৰা হতভগীয়া, তোমাৰ জনক আৰু মাননী মাতৃয়ে তোমাৰ চকুযুৰি বন্ধাই দিবলৈকো সমৰ্থ নহ'ব, মাংসাশী চৰাই আৰু শকুনবোৰে

চৰায়ে পাখিৰে টপ-টপাই তোমাক বেৰি ধৰিব আৰু তোমাৰ মৃতদেহ খণ্ড-বিখণ্ড কৰিব। যদিহে মই মৰো মোৰ সদাশয় দেশবাসীয়ে উপযুক্ত সম্মান প্ৰদৰ্শন কৰি মোৰ মৃতদেহ সংকাৰ কৰিব।

এইদৰে কোৱাৰ লগে লগেই তেওঁ কাৰুকাৰ্যখচিত ঢালখনৰ মাজেদি নিজৰ গাত সোমোৱা সাহসী ছকাছৰ বৰ্শাপাট আঁজুৰি উলিয়াই আনিলে। জোংটো বাহিৰ হোৱাৰ লগে লগে হোলোকা হোলোকে তেজ ওলাল। ওডিচ্যুছৰ তেতিয়া বিষম বিপৰ্যয়। তেওঁৰ ৰক্তাক্ত দেহ চকুত পৰাত ট্ৰজানবিলাকে সেই খেলিমেলি অৱস্থাৰ মাজতে ইজনে সিজনক মাতি একেলগে তেওঁক আক্ৰমণ কৰিলে। বন্ধুসকলক সাহায্যৰ কাৰণে আহ্বান কৰি ওডিচ্যুছ পিছ হুঁহকি যাবলৈ ধৰিলে। তেওঁ তিনিবাৰ টেটুঁকালি চিঞৰিলে। সাহসী মেনিলাছে তিনিবাৰ তেওঁৰ মাত শুনি ঘটনাক্ৰমে ওচৰতে থকা আয়াছক ক'লে, "মহাৰাজ আয়াছ, ৰজা টেলামনৰ পুত্ৰ, নিৰ্ভীক ওডিচ্যুছৰ চিংকাৰ মই শুনিবলৈ পাইছো। তেওঁৰ আৰ্তনাদ শুনি মোৰ মনত এনেহে লাগিছে যেন ট্ৰজানবিলাকে তুমুল যুদ্ধৰ মাজেদি তেওঁক অকলশৰীয়াকৈ পাই পৰাভূত কৰিছে। তেওঁক উদ্ধাৰ কৰিবলৈ আমি দুয়ো তুৰন্তে আগবাঢ়ি যাওঁ ব'লা। মোৰ আশঙ্কা হৈছে শত্ৰুৰ হাতত এইদৰে অসহায় অৱস্থাত তেওঁক এৰি দিলে, নিশ্চয় তেওঁৰ অঘটন ঘটিব। এনে এজন সুনিপুণ যোদ্ধাৰ পতন হ'লে ডানানসকলৰ কিমান যে ক্ষতি হ'ব।"

এইদৰে কৈ কৈ তেওঁ আগবাঢ়ি গ'ল আৰু দেৱোপম আয়াছেও তেওঁৰ পিছে পিছে যাবলৈ ধৰিলে। তেওঁলোকে অনতিপলমে ওডিচ্যুছক দেখা পালে। তেওঁৰ দুয়ো দিশেই ট্ৰজান-সৈন্য। এনে এটা দৃশ্য চকুত পৰিল যিটো পৰ্বত-পাহাৰতহে দেখা যায়, যেতিয়া শিঙাল শৰপহু এটাক এজাক হালধীয়া বৰণৰ শিয়ালে আক্ৰমণ কৰে। চিকাৰীৰ শৰত আহত হোৱা শৰপহুটোৱে শৰীৰত তপত তেজ আৰু ঠেঙত জোৰ থকা পৰ্যন্ত মানুহবিলাক পিছ পেলাই প্ৰাণটাকি দৌৰি যায়। কিন্তু যেতিয়া শৰাহত হৰিণটোৰ প্ৰাণশক্তি নিঃশেষ হৈ পৰে, তেতিয়া গছ-গছনিৰ মাজৰ ভালকৈ পোহৰ সোমাব নোৱাৰা ঠাইত পাহাৰী শিয়ালবিলাকে তাক মাংস খোৱা দাঁতেৰে চিৰাচিৰ কৰে। এনে সময়তে এটা ক্ষুধিত সিংহ তাত উপস্থিত হয়। শিয়ালৰ জাক আঁতৰি পলায়, এইবাৰ সিংহই নিজৰ দাঁতৰ সদ্ব্যৱহাৰ কৰাৰ পাল। এইদৰে ট্ৰজান সৈন্যই অনেক ছলনা আৰু কৌশলেৰে অভিজ্ঞ ওডিচ্যুছক প্ৰচণ্ডভাৱে আক্ৰমণ কৰি থাকোঁতে, সেই সাহসী বীৰজনে সুকৌশলে বৰ্শাচালনা কৰি মৃত্যুক বাধি দি আছিল। হাতত স্তম্ভসদৃশ ঢালখন লৈ আয়াছে তেওঁক আৱৰি ধৰিলে। ট্ৰজানবিলাকে কেউকালে বিয়পি

দিলে। আৰিছৰ স্নেহভাজন মেনিলাছে ওডিচ্যুছক হাতত ধৰি জনতাৰ মাজেদিয়েই পাৰ কৰি লৈ গৈ ৰথৰ কাষ চাপিল। দুয়ো ৰথত উঠাৰ লগে লগেই সাৰথিয়ে ৰথ চলাই দিলে।

আয়াছ ট্ৰজান সৈন্যৰ ওপৰত জঁপিয়াই পৰিল। তেওঁ প্ৰায়ামৰ অবৈধ সন্তান ডৰিক্লাছক বধ কৰিলে। ইয়াৰ পিছত তেওঁ পেণ্ডকাছ, লাইছেণ্ডাৰ, পাইৰেচাছ আৰু পাইলাৰ্টিছকক আহত কৰিলে। বৰষুণৰ প্লাবিত যেনে-কোটোকাৰে বাঢ়ি নদী এখন পাহাৰৰপৰা তৈয়ামলৈ নামি আহোঁতে যেনেকৈ প্ৰবল সোঁতত শুকান গছবিলাক উটি যায়। আৰু সাগৰত দম দম পলস জমি যায়, সেইদৰেই আয়াছে ধুমুহাৰ দৰে ৰণক্ষেত্ৰলৈ ধাবিত হৈ শত্ৰুসৈন্যক আক্ৰমণ কৰি অগণন অশ্ব আৰু অশ্বাৰোহী সৈন্য ধ্বংস কৰিছিল।

হেক্টৰে এইবিলাক ঘটনা একেবাৰে গম পোৱা নাছিল। ৰণক্ষেত্ৰৰ বাঁওফালে ভালেমান আঁতৰত থকা স্কেমেণ্ডাৰ নদীৰ পাৰত তেওঁ যুদ্ধ কৰিছিল। নিহতৰ সংখ্যা ইয়াতেই সৰ্বাধিক আছিল। মহান নেষ্টৰ আৰু ক্ৰুদ্ধ আইড-মিনিউছক বেৰি ধৰি মৰো জীওঁ সোঁ আধিকৈ যুদ্ধ কৰা হৈছিল। হেক্টৰ ইয়াত অতিশয় ব্যস্ত হৈ পৰিছিল। ৰথত উঠি হাতত শক্তিশেল লৈ তেওঁ অপূৰ্ব সংগ্ৰামত প্ৰবৃত্ত হৈছিল আৰু একীয়ান যুৱকসকলক একালৰপৰা মহতিয়াই গৈছিল। তথাপি হয়তো তেওঁ একীয়ানবিলাকক পৰাস্ত কৰিব নোৱাৰিলে-হেঁতেন, পিছে কুঁৱৰী হেলেনৰ স্বামী পেৰিছৰ হাতত সাহসী সেনাপতি মাকাওন আহত হ'ল। আক্ৰমণৰ সকলো বিপদলৈ পিঠি দি তেওঁ নিৰ্ভীকতাৰে যুঁজ কৰি আছিল, কিন্তু পেৰিছে সন্ধান কৰা তিনিটা তীক্ষ্ণ শৰ তেওঁৰ সোঁ-কান্ধত বিদ্ধ হ'ল। ইমান সময় একীয়ানসকলে সাহসেৰে যুদ্ধ কৰি আছিল। কিন্তু সেনাপতিজনৰ এই অৱস্থাত তেওঁলোক উদ্বিগ্ন হৈ পৰিল। যুদ্ধ চলি থকা অৱস্থাতে তেওঁ বন্দী হ'ব পাৰে বুলি শঙ্কিত হৈ আইডমিনিউছে ততালিকে সম্ৰান্ত নেষ্টৰক সম্বোধন কৰি ক'লে, "একীয়ান বীৰসকলৰ গৌৰৱৰ স্থল, মহাৰাজ নেষ্টৰ; তুৰন্তে ৰথত আৰোহণ কৰক আৰু মাকাওনক ৰথত তুলি লৈ তৰিৎগতিৰে জাহাজৰ ওচৰলৈ যাওকগৈ। শৰ বাহিৰ কৰি মলম লগাই ঘা তোখৰ শুশ্ৰূষাৰ ব্যৱস্থা কৰিব পৰা এজন চিকিৎসকৰ মূল্য এটা সৈন্যদলৰ সমান।"

জিৰেণীয় বৃদ্ধ নেষ্টৰে ইতস্ততঃ নকৰিলে। তেওঁ ক্ষিপ্ৰতাৰে ৰথত উঠিল আৰু অদ্বিতীয় চিকিৎসক এস্ক্লেপিয়াসৰ পুত্ৰ মাকাওন তেওঁৰ কাষত বহিলে। নেষ্টৰে চাবুকেৰে স্পৰ্শ কৰাৰ লগে লগেই উৎসুক ঘোঁৰাহালে দ্ৰুতগতি জাহাজৰ অভিমুখে

বায়ুবেগে চেকুৰ মেলিলে। ইয়াতকৈ বেছি মনোমত কাম সিহঁতৰ আন একো নাছিল।

হেক্টৰৰ সাৰথি চেব্ৰিয়নিছে লক্ষ্য কৰিলে যে যুদ্ধক্ষেত্ৰৰ বিপৰীত প্ৰান্তত ট্ৰজানবিলাক পলাবলৈ বাধ্য হৈছে। তেওঁ হেক্টৰৰ দৃষ্টি আকৰ্ষণ কৰি ক'লে, "আমি ইয়াত এমূৰীয়া হৈ যুদ্ধ কৰি আছো, সিফালে আমাৰ অশ্বাৰোহী আৰু পদাতিক সৈন্যবিলাক পৰাজিত হৈ ছেদেলি-ভেদেলি হৈ পৰিছে। টেলামনিয় আয়াছে সিহঁতক খেদি লৈ গৈছে। তেওঁৰ কান্ধত থকা বহল ঢালখন দেখিয়ে মই তেওঁক চিনিব পাৰিছো। আমি তালৈকে যোৱা উচিত। ৰথী আৰু পদাতিকবিলাকে তাত তুমুল যুদ্ধ কৰি আছে। মানুহৰ হাতত মানুহ নিহত হৈছে। ৰণ-নিনাদৰ কিঞ্চিতো বিৰতি হোৱা নাই।"

চেব্ৰিয়নিছে সোসোৱাই থকা চাবুকডালেৰ দীৰ্ঘকেশৰযুক্ত ঘোঁৰাহালক স্পৰ্শ কৰিলে। চাবুকডালৰ শব্দ শুনাৰ লগে লগেই সিহঁতে চেকুৰ মেলি বেগী ৰথখন যুদ্ধ কৰি থকা ট্ৰজান আৰু একীয়ান সৈন্যদলৰ অভিমুখে টানি লৈ গ'ল। ৰণক্ষেত্ৰত পৰি থকা মৃতদেহ আৰু ঢাল আদিৰ ওপৰেদি পাৰ হৈ যাওঁতে ঘোঁৰাৰ খুৰা আৰু চকাৰপৰা ছিটিকি অহা তেজেৰে ৰথৰ ধুৰা আৰু লোহাৰ ডাংগৰা আদি ৰাঙলী হৈছিল। যোদ্ধাসকলৰ সন্মুখীন হৈ তেওঁলোকৰ ওপৰত জঁপিয়াই পৰি ব্যূহৰ ভিতৰত প্ৰৱেশ কৰিবলৈ হেক্টৰ ব্যগ্ৰ হৈ পৰিছিল। কিন্তু তেওঁৰ আগমনত যদিও ডানানসকল ছেদেলি-ভেদেলি হৈছিল আৰু যদিও তেওঁ বৰ্শা-চালনাত অলপো কাৰ্পণ্য কৰা নাছিল, তথাপি তেওঁ টেলামন-তনয় আয়াছৰ লগত ফেৰ পাতি নলৈ আঁতৰে আঁতৰে বৰ্শা, তৰোৱাল আৰু পাথৰ আদি অস্ত্ৰ-শস্ত্ৰেৰে যুদ্ধ কৰিছিল।

অৱশেষত স্বয়ং পিতা জিয়ুছে উচ্চ সিংহাসনত বহি বহিয়ে আয়াছক পলায়ন কৰিবলৈ বাধ্য কৰিলে। উত্তমহীন হৈ আয়াছ বৈ গ'ল। তেওঁৰ স্নায়ুবিলাক অৱশ হৈ পৰিছিল। তেওঁৰ চাৰিওফালে অসংখ্য শত্ৰুসৈন্য দেখি বিচলিত হৈ তেওঁ সাত তৰপীয়া ঢালখন পিঠিত পেলাই ল'লে। তেওঁ পলায়নৰ উপক্ৰম কৰি পিছলৈ বাৰে বাৰে ঘূৰি চাই আঁতৰি যোৱা বনৰীয়া জন্তুৰ দৰে এখোজ দুখোজকৈ ক্ৰমে পিছ হুঁহকি যাবলৈ ধৰিলে। নিগোটিল চেউৰী পাই কেইজনী গোহালিতে ৰখি ৰখি গোটেই ৰাতি উজাগৰে থকা কুকুৰ আৰু পামত কাম কৰা বনুৱাবিলাকে খেদি দিয়া হালধীয়া বৰণৰ সিংহৰ দৰেই তেওঁৰ অৱস্থা হৈছিল। মাংসৰ ভুখাত সিংহটোৱে আক্ৰমণ কৰিবলৈ অগ্ৰসৰ হয়, কিন্তু তাৰ সেই প্ৰয়াস ব্যৰ্থ হয়। শক্তিশালী হাতেৰে সজান কৰা শৰ আৰু জলন্ত কমুঁচি শূলাত সি ভয় [illegible] আৰু

লোভ সামৰিবলৈ বাধ্য হয়। ব্যৰ্থ মনোৰথ হৈ সি দোকমোকালিৰ পৰতে মনে মনে আঁতৰি যায়। এইদৰেই আৰু এনেকুৱা অসন্তোষ মনত লৈয়েই আয়াছে নিজৰ ইচ্ছাৰ বিৰুদ্ধেও ট্ৰয়ৰ সৈন্যবাহিনীৰ সন্মুখৰপৰা আঁতৰি যাব লগা হৈছিল। একীয়ান ৰণতৰীবিলাকৰ আগন্তুক বিপদ সম্পৰ্কে তেওঁ অতিশয় সচেতন হৈছিল। তত্ৰাচ ৰথীয়াবিলাকৰ হাতৰপৰা ছল চাই এৰাই গৈ পথাৰত সোমাই শস্যত কামোৰ মৰা গাধৰ দৰেই তেওঁ আছিল আঁকোৰগোজ। ল'ৰা-বিলাকৰ মাৰৰ কোবত ভালেকেইডাল এছাৰি ভাগিব পাৰে, কিন্তু অলপীয়া মাৰবলৈ কেৰেপকে নকৰি গাধটোৱে হেঁপাহ পলুৱাই শস্য খাই লয় আৰু তাৰ পিছতহে বহুত হুলস্থুল লগাই তাক পথাৰৰপৰা বাহিৰ কৰি আনিব পাৰি। এইদৰে গৰ্বিত ট্ৰজানবিলাকে আৰু তেওঁলোকৰ সুবিখ্যাত মিত্ৰসকলে টেলামনীয় আয়াছৰ পিছে পিছে গৈ তেওঁৰ পিঠিৰ ঢালখনলৈ বৰ্শা নিক্ষেপ কৰিছিল। ঢালখনৰ মাজভাগত বৰ্শাৰ জোংবিলাকে বিন্ধিছিল। সময়ে সময়ে খঙৰ জমকত আয়াছে অশ্বপালক ট্ৰজানবিলাকক উভতি ধৰি সিঁহতক বিপাঙত পেলাইছিল। তাৰ পিছতে তেওঁ পুনৰ পশ্চাদপসৰণ কৰিছিল। এইদৰে তেওঁ অকলেই একীয়ান আৰু ট্ৰজানবিলাকৰ মাজতে থাকি শত্ৰুসৈন্যৰ অগ্ৰগতি প্ৰতিৰোধ কৰিব পাৰিছিল আৰু জাহাজবিলাকক আগন্তুক বিপৰ্যয়ৰপৰা ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল। শত্ৰুবিলাক তেওঁৰ আশে পাশে ঘূৰি ফুৰিছিল আৰু শক্তিশালী হাতেৰে নিক্ষিপ্ত অজস্ৰ শক্তিশেলৰ ক্ষুধিত অংশ তেওঁৰ অভেদ্য ঢালখনে নিবাৰণ কৰিব পাৰিছিল। বহুত বিলাক অস্ত্ৰ আকৌ তেওঁৰ শুভ্ৰ শৰীৰ স্পৰ্শ কৰাৰ আগতেই মাটিত পৰি সোমাই গৈছিল আৰু সেইদৰেই সিঁহতৰ অভিপ্ৰায় ব্যৰ্থ হৈছিল।

ইউইমনৰ অভিজাত সন্তান ইউৰিপাইলাছে শত্ৰুনিক্ষিপ্ত অস্ত্ৰবিলাকে আয়াছক ব্যতিব্যস্ত কৰি তোলা দেখা পালে। তেওঁক সহায় কৰিবলৈ তেওঁ লৰি গ'ল আৰু চিকচিকীয়া বৰ্ষমডাল কটিয়াছ পুত্ৰ সামন্ত আপিছাওনৰ গাতে মাৰি পঠিয়ালে। বৰ্ষমডাল তেওঁৰ মাজৰ কামিহাড়ডাল ভেদ কৰি আগমহতে সোমাল আৰু তেওঁ লগে লগেই মাটিত বাগৰি পৰিল। ইউৰিপাইলাছে জাপ মাৰি গৈ তেওঁৰ কান্ধৰপৰা অস্ত্ৰ-শস্ত্ৰবিলাক খুলিবলৈ ধৰিলে। এই লুণ্ঠনকাৰ্য কৰি থাকোঁতেই তেওঁ পেৰিছৰ চকুত পৰিল। পেৰিছে অতিশয় ক্ষিপ্ৰতাৰে যেনেকৈ তেওঁৰ কালে টোঁৱাই কাঁড় এটা মাৰি পঠিয়ালে। কাঁড়টো তেওঁৰ সোঁ কৰঙনত সোমাল। তেনে কাঁড়টো লাগি ভৰিটো অচল হোৱাত ইউৰিপাইলাছে তেওঁৰ সৈন্যদলৰ মাজত কোনোমতে সোমাই নিজক নিশ্চিত মৃত্যুৰপৰা ৰক্ষা কৰিলে। কিন্তু তেওঁ চিঞৰি চিঞৰি আটাহ পাৰি আনানসকলক সম্বোধন কৰি ক'লে,

"বন্ধুসকল, সেনানীবৃন্দ আৰু আৰ্গিভৰ মন্ত্ৰীমণ্ডলী, আপোনালোকে বিপৰীত মুখে গৈ আয়াছক উদ্ধাৰ কৰক। তেওঁ আহত হৈছে। তেওঁ কেনেকৈ মুক্ত হ'ব মই তাৰ কোনো উপায় দেখা নাই। টেলামন-তনয় মহান আয়াছৰ উদ্ধাৰাৰ্থে একত্ৰিত হৈ তেওঁক আবৰি ধৰক।"

আহত ইউৰিপাইলাছে তেওঁৰ কৰ্তব্য সম্পাদন কৰিলে। তেওঁলোক একেলগে গোট খাই ঢালবিলাক তললৈ নমাই চুচৰি গৈ আয়াছৰ ওচৰ চাপি তেওঁক আবৰি ধৰিলে। আয়াছ তেওঁলোকৰ মাজত সোমাল। সুহৃদবৰ্গৰ ব্যূহত প্ৰৱেশ কৰা মাত্ৰকে তেওঁ পুনৰ শত্ৰুৰফালে উভতি থিয় হ'ল।

অনিৰ্বাণ অগ্নিশিখাৰ দৰেই যুদ্ধ অব্যাহত হৈ ৰ'ল। ইতিমধ্যে নেলিউছে পোহাজাতৰ এহাল মাইকী ঘোঁৰাই নেষ্টৰ আৰু মানৱজাতিৰ নেতৃস্থানীয় মাকাওনক লৈ ঘামি-জামি প্ৰাণটাকি দৌৰি আহিছিল। ঘটনাক্ৰমে সেই সময়ত ক্ষিপ্ৰচৰণ মহান একিলিছে তেওঁৰ আহল-বহল জাহাজৰ গুৰিৰপৰা যুদ্ধৰ সেই সঙ্কটজনক অৱস্থা আৰু শোচনীয় পৰাজয় লক্ষ্য কৰি আছিল। নেষ্টৰক তেওঁ দেখা পালে আৰু সেই দৃশ্য বিশেষভাৱে মনত ৰাখিলে। তেওঁ তেওঁৰ বন্ধু পেট্ৰক্লাছক জাহাজৰপৰাই চিঞৰি চিঞৰি মাতিলে। পেট্ৰক্লাছে নিজৰ কুটিৰৰ-পৰাই তেওঁৰ মাত শুনি ওলাই আহিল। তেতিয়া তেওঁক ৰণদেৱতাৰ দৰে দেখা গৈছিল। একিলিছে কিবা কোৱাৰ আগতেই তেওঁ সুধিলে, "একিলিছ, মোক কিয় মাতিছিলা? মোক তুমি কিয় বিচাৰিছা?" ধাবনকুশল একিলিছে, মাত লগালে, "প্ৰিয় ৰাজকুমাৰ, মোৰ অন্তৰৰ আনন্দধাৰা, অৱশেষত মই দেখা পাইছো, দীনহীন অৱস্থাত একীয়ানবিলাক মোৰ পদানত হৈছে, কাৰণ তেওঁলোকৰ ভীষণ দুৰ্যোগ। কিন্তু এতিয়া তুমি কি কৰিব লাগে কওঁ শুনা, "কুমাৰ পেট্ৰক্লাছ, তুমি নেষ্টৰৰ ওচৰলৈ গৈ সুধি আহা তেওঁৰ লগত ৰণক্ষেত্ৰৰপৰা অহা সেই আহত লোকজননো কোন? পিছফালৰপৰা দেখাত তেওঁক সাইলাখ এস্ক্লেপিয়াছৰ পুতেক মাকাওনৰ নিচিনা লাগিছে। কিন্তু ঘোঁৰাহাল মোৰ আগেদি ইমান বেগেৰে গ'ল যে মই তেওঁৰ মুখখন দেখা নাপালো।" পেট্ৰক্লাছে বন্ধুৰ আদেশ তৎক্ষণাৎ মানি লৈ একীয়ান জাহাজ আৰু কুটীৰবিলাকৰ আগেদি ক্ষিপ্ৰগতিৰে যাবলৈ ধৰিলে।

নেষ্টৰ আৰু মাকাওনে শিবিৰত উপস্থিত হৈয়েই ৰথৰপৰা নামি বিপুলা ধৰণীত ভৰি দিলে। বৃদ্ধ ৰজাৰ সহচৰ ইউৰিমিডনে ঘোঁৰাহাল খুলি দিলে। তাৰ পাছত তেওঁলোকে ঘামত তিতি থকা কাপোৰ-কানি শুকাবৰ কাৰণে সাগৰৰ পাৰত বতাহ ল'বলৈ থিয় হ'ল। তেনেদৰে কিছু সময় থাকি তেওঁলোক শিবিৰত

ভিতৰ সোমাই দুখন আৰামী চকীত বহিল। কুঁৱৰী হেকামিস্তিয়ে ডেঙৰলোকৰ কাৰণে সিজোৱা তৰী-তৰকাৰী আদি প্ৰস্তুত কৰিলে। এফিনিছে খংস টুঁৰা টেনিডছ নামৰ ঠাইৰখনৰ পৰাই বৃদ্ধই ডেঙৰক লগত লৈ আহিছিল। ডেঙৰ আছিল মহান মূল্য অবিৰ্হনাছৰ কন্যা। একীয়ামৰিলাকে ডেঙৰলোকৰ সুযোগ্য মন্ত্ৰণাদাতাজনক উপহাৰ দিবৰ কাৰণে ডেঙৰক সংগ্ৰহ কৰিছিল। কলাই কৰা খুৰা থকা নিমজ আৰু ধুনীয়া মেজ এখন ডেঙৰলোকৰ সমুখলৈ আনি ডেঙৰ তাত ব্ৰঞ্জৰ এখন থালত, মদৰ লগত জুতি লগাই খাবৰ কাৰণে এটা পিয়াজ, অলপ হালধীয়া মৌ আৰু পৱিত্ৰ যৱচূৰ্ণ থলে। তদুপৰি তাত উৎকৃষ্ট, সোণখটোৱা, বৃহৎ পাত্ৰ এটাও ৰাখিলে। এই পাত্ৰটো বৃদ্ধই ঘৰৰপৰা লৈ আহিছিল। পাত্ৰটোৰ চাৰিটা নাল আছিল আৰু প্ৰতিটো নালত এযোৰ খুৰা লগোৱা আছিল। প্ৰতিটো নালৰে ওপৰত আছিল মুখামুখীকৈ খুটিয়াই খাই থকা এযোৰ সোণোৱালী কপৌ চৰাই। পাত্ৰটো পূৰ্ণ হৈ থাকিলে তাক মেজৰপৰা লৰচৰ কৰাটো যি কোনো মানুহৰ কাৰণেই কঠিন আছিল। কিন্তু বয়সে ভাটি দিলেও নেষ্টৰে অনায়াসে পাত্ৰটো দাঙা-মেলা কৰিব পাৰিছিল। এই তুজাৰটোতে দীপলীপ পৰিচাৰিকা গৰাকীয়ে সিজোৱা খাদ্যৰ লগত প্ৰাম্নীয়ান মদ মিহলি কৰি ব্ৰঞ্জৰ ঘোটনি এডালেৰে ছাগলী গাখীৰৰপৰা প্ৰস্তুত কৰা পানীৰ মুঠি দিলে আৰু তাৰ ওপৰত বগা যৱ ধানৰ গুৰি ছটিয়াই ডেঙৰলোকক খাবলৈ দিলে। ডেঙৰলোক খোৱাত ব্যস্ত হ'ল।

পিয়াহত ডেঙৰলোক কণ্ঠ-কণ্ঠ শুকাই গৈছিল। এতিয়া পিয়াহ পলোৱাত ডেঙৰলোকে প্ৰীতিপূৰ্ণভাৱে কথোপকথন কৰিবলৈ ধৰিলে। এনে সময়তে পেট্ৰক্লাছ দেৱতাৰ দৰে দুৱাৰমুখত উপস্থিত হ'লহি। ডেঙৰক দেখি নেষ্টৰ চিকচিকীয়া চকীখনৰপৰা উঠি থিয় হ'ল আৰু ডেঙৰক হাতত ধৰি আদৰি নি আসন গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। কিন্তু পেট্ৰক্লাছে ভিতৰলৈ যাবলৈ ইচ্ছা নকৰি বহুতো অজুহাত দেখুৱাই ক'লে, "মাননীয় মহাৰাজ, বহিবলৈ মোৰ সময় নাই। গতিকে তাৰবাবে নধৰিব। মোৰ প্ৰভুৰ প্ৰতি মোৰ অসীম শ্ৰদ্ধা আছে। 'তেৱেঁই এটা কামত মোক ইয়ালৈ পঠাইছে। কামটো হৈছে আপোনাৰ লগত অহা আহত মানুহজননো কোন সেই কথা আপোনাক জিজ্ঞাসা কৰা। কিন্তু মই দেখা পাইছোৱেই সেই মানুহজন মেনাৰ মাকাওনৰ বাহিৰে আন কোনো নহয়। গতিকে মই দুৰতে উভতি লৈ একিলিছক জনামগৈ। কাৰণ আপোনালোকে ভালকৈ জানে যে একিলিছ বৰ একাচেকা বিধৰ মানুহ। বিনা কাৰণতো ডেঙৰ ওপৰত জাপিব পাৰে।'

জীবেণীয় ৰথী নেষ্টৰে উত্তৰ দিলে, "অ'ৰ-ত'ৰ দুই-এটা দুৰ্ঘটনাৰ কাৰণে একিলিছ ইমান উদ্বিগ্ন কিয় হৈছে মই বুজিব পৰা নাই। অথচ তেওঁ সৈন্য-বাহিনীৰ এই বিপৰ্যয়কো তুচ্ছ জ্ঞান কৰিছে। বৰ্শা বা কাঁড়ৰ আঘাতত আহত হৈ আমাৰ শ্ৰেষ্ঠ বীৰসকল জাহাজৰ ওচৰে-পাজৰে পৰি আছে। টিডিউছ পুত্ৰ মহাপৰাক্ৰমী ডায়মিডিছৰ দেহত শেল সোমাইছে। সুমহান বৰ্শাচালক ওডিচ্যুছ আহত, আগমেমননো ক্ষত-বিক্ষত। ইউৰিপাইলাছৰ কৰঙনত কাঁড় সোমাইছে। এই যে এওঁক মই ৰণক্ষেত্ৰৰপৰা লৈ আহিছো, এওঁৰ গাতো শৰে হানিছে। একিলিছো এজন বীৰ, কিন্তু ডানানসকলৰ কাৰণে তেওঁৰ কোনো উদ্বেগ বা অনুকম্পা নাই। আমাৰ কৰ্তব্যৰ কোনো ত্ৰুটি নাই হোৱা যদিও এনে এটা সময় আহিব যেতিয়া আমাৰ জাহাজবিলাক সাগৰৰ কাষত পুৰি ছাই হৈ যাব আৰু আমাৰ সৈন্যবাহিনী সম্পূৰ্ণ ধ্বংসপ্ৰাপ্ত হ'ব। তেওঁ তাৰ কাৰণেই বাট চাই আছে নেকি? তেওঁৰ স্থান মই পূৰ্ণ কৰিব নোৱাৰো। মোৰ অঙ্গ-প্ৰত্যঙ্গবিলাক এতিয়া আগৰ দৰে তজবজীয়া হৈ থকা নাই। শৰীৰত আগৰ দৰে শক্তিও নাই। এসময়ত গৰু-ম'হ অপহৰণ কৰাৰ কথাত ইলিয়ানবিলাকৰ লগত আমাৰ যুদ্ধ লাগিছিল। তেতিয়া মই ইলিছত বাস কৰা হাইপেইৰকাছৰ পুত্ৰ ইটিমনিউছক বধ কৰিছিলো। হায়, এতিয়াও যদি সেই অতীতৰ দৰেই মোৰ গাত ডেকা তেজ আৰু বল থাকিলহেঁতেন। প্ৰতিশোধ ল'বৰ কাৰণে মই তেওঁৰ পশুৰ পালবিলাক আক্ৰমণ কৰিছিলো। সিহঁতক ৰক্ষা কৰিবলৈ আগবাঢ়ি আহোঁতে মোৰ বৰ্শাৰ আঘাতত তেওঁ ধৰাশায়ী হৈছিল। তেওঁৰ চহা সৈন্যবিলাক ভয়ত ছেদেলি-ভেদেলি হ'ল। আমি যে এটা বিৰাট ভাণ্ডাৰ যুদ্ধক্ষেত্ৰত লুণ্ঠন কৰিব পাৰিছিলো। পঞ্চাশটা গৰু-ম'হৰ পাল, সমসংখ্যক ভেড়া-ছাগলীৰ পাল, গাহৰীৰ জাক, সিংচৰিত হৈ থকা ছাগলীৰ পাল তদুপৰি এশ-পঞ্চাশটা বাদামী-বৰণৰ ঘোঁৰা। ঘোঁৰা গোটেইবিলাক মাইকী আছিল আৰু বহুতৰে লগত পোৱালিও আছিল। এই পশুবিলাক আমি ওৰে ৰাতি নেলিউছৰ পাইলছ নগৰীলৈ খেদাই লৈ গৈছিলো। মোৰ নিচিনা অপেশত যুঁজাৰু এজনৰ এনে সৌভাগ্য দেখি বজা বৰ আনন্দিত হৈছিল। দোকমোকালিতে নগৰৰ ঘোষক-সকলে যিবিলাক লোকৰ ইলিছত পাবলগীয়া প্ৰাব ধাণ আছিল, তেনেবিলাক মানুহক এখন সভাত উপস্থিত হ'বলৈ ক'লে। পাইলছৰ মুখিয়াল লোকসকলে এখন সভা আহ্বান কৰি লুট-পাট কৰি অনা দ্ৰব্যবিলাক ভাগ কৰি দিলে। আমাৰ বহুতে মানুহৰ ওচৰত ইলিয়ান লোকবিলাক ধৰুৱা হৈ আছিল, গতিকে বস্তুবিলাক বৰ কামত আহিল। বাস্তৱিকতে তেতিয়া আমাৰ পাইলছৰ অৱস্থা নিচাল

টনকিয়াল নাছিল। কাৰণ কেইবছৰমানৰ আগতে প্ৰবল প্ৰতাপী হৈবাক্ষিছে আমাৰ দেশ আক্ৰমণ কৰি ছাৰখাৰ কৰাৰ ফলত আমাৰ বহুতো বাছকবনীয়া পুৰুষ নিহত হৈছিল। গতিকে তেতিয়া আমাৰ লোকসংখ্যা পাতলীয়া হৈ পৰিছিল। বিশিষ্ট নেলিউছৰ বাৰজন পুত্ৰৰ ভিতৰত মযেহে অকলে জীয়াই আছিলো। বাকী আটাইকেউজনেই প্ৰাণ হেৰুৱাইছিল। ফলত ইপিয়ান সৈন্যবিলাকৰ অত্যাচাৰ অসহনীয় হৈ উঠিছিল। সিহঁতে আমাক অতি জঘন্য ব্যৱহাৰ কৰিছিল। আৰু নিৰ্লজ্জভাৱে আমাক উৎপীড়ন কৰিছিল। কিন্তু এতিয়াৰ বুঢ়া-ৰজা নেলিউছে গৰু-ম'হ আৰু ভেড়া-ছাগলীৰ বৃজন চাই ভাগ এটা পালে। ৰখীয়াৰ সৈতে তেওঁ তিনিশ পশু নিজৰ কাৰণে ৰাখিলে। ইলিছ ৰাজ্যত হোৱা ক্ষয়-ক্ষতি পূৰণ কৰিবৰ অৰ্থে তেওঁ এই ব্যৱস্থা গ্ৰহণ কৰিছিল। কাৰণ এবাৰ তেওঁ তালৈ এভাল জঁাতিৰ কাৰণে হোৱা দৌৰ প্ৰতিযোগিতাৰ খেল-ধেমালিত অংশ গ্ৰহণ কৰিবৰ বাবে চাৰিটা বেগী ঘোঁৰাৰে সৈতে এখন ৰথ পঠাইছিল। কিন্তু ৰজা অজিয়াছে ৰথ আৰু ঘোঁৰাকেইটা আত্মসাৎ কৰি একমাত্ৰ সাৰথিজনকহে ওভোতাই পঠাইছিল। ঘোঁৰাকেইটা হেৰুৱাই অকলশৰে উলটি অহা সাৰথিজনৰ অৱস্থা বৰ করুণ হৈছিল। তদুপৰি এটা অপমানজনক বাৰ্তাও তেওঁ সাৰথিজনৰ হাতত পঠাইছিল। বাৰ্তাটোৰ শব্দ বিন্যাস আৰু ৰজাৰ মইমতালিত নেলিউছ বৰ ক্ষুব্ধ হৈছিল। গতিকে এতিয়া তেওঁ লুণ্ঠিত সামগ্ৰীৰ এটা অংশ উদাৰভাৱে নিজলৈ ৰাখি বাকীখিনি প্ৰজাৰ মাজত যি যেনেকৈ পাব লাগে ঠিক তেনেকৈয়ে ভাগবটাই দিছিল।

এই কাৰ্যৰ শেষহোৱা পুঙ্খানুপুঙ্খভাৱে কৰি উঠি আমি নগৰৰ বিভিন্ন অংশত দেৱতাৰ প্ৰতি বলিবিধান উৎসৰ্গা কৰি আছিলো। পিছে ঠিক তিনি দিনৰ দিনা ইলিছৰ অশ্বাৰোহী আৰু পদাতিকৰে ধৰি সমগ্ৰ সৈন্যবাহিনীয়ে অতিশয় খৰখেদাকৈ আমাক আক্ৰমণ কৰিলেহি। মলিয়নি ভ্ৰাতৃদ্বয়ো লগতে আহিছিল। তেওঁলোকে তেতিয়াও কৈশোৰ অতিক্ৰম কৰা নাছিল। যুদ্ধৰ অভিজ্ঞতা তেওঁলোকৰ নাছিল বুলিলেই হয়।

বালিময় পাইলছৰ সীমান্ত অঞ্চলত অৱস্থিত এটা ওখ পাহাৰৰ শিখৰত ঠ্ৰায়ইছা নামে এটা দুৰ্গ আছিল। তাৰপৰা আলফিউছ নামৰ নদীখন ভালকৈ চকুত পৰে। সিহঁতৰ উদ্দেশ্য আছিল এই ঠাইখন ধ্বংস কৰা। সেইকাৰণে সিহঁতে দুৰ্গটো অৱৰোধ কৰি চাৰিওকাষে থকা সমতল অংশতো সোমাই পৰিছিল। কিন্তু ৰাতি এথেনী-অলিম্পাৰা শিপ্ৰগতিৰে নামি আহি আমাক অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হৈ থাকিবলৈ সাৱধান কৰি দিলে। তেওঁ আমাক অনিচ্ছুক দেখা

নাছিল। প্ৰকৃততে তেওঁ পাইলছত সংগ্ৰহ কৰা সকলো সৈন্যই যুদ্ধৰ কাৰণে উচপিচাই আছিল। কিন্তু মই যুদ্ধত যোগ দিয়াটো নেলিউছৰ ইচ্ছা নাছিল। গুৰুতৰ সংগ্ৰামৰ বিষয়ে মোৰ কোনো অভিজ্ঞতা নাই বুলিয়েই তেওঁৰ ধাৰণা আছিল। সেইকাৰণে তেওঁ মোৰ ঘোঁৰাকেইটা লুকুৱাই থৈছিল। যি নহওক, মই খোজকাঢ়ি যাবলগীয়া হোৱা সত্বেও এথেনীৰ অনুগ্ৰহত ৰণত আমাৰ ৰথী-বিলাকতকৈয়ো বেছি যশস্যা অৰ্জন কৰিবলৈ সমৰ্থ হলো।

মিনিইউছ নামৰ নদী এখন আৰিণিৰ ওচৰতে সাগৰত পৰিছে। পাইলছৰ অশ্বাৰোহী সৈন্যসকলে ইয়াতে অৰুণোদয়ৰ সময়লৈকে বিশ্ৰাম ল'লে পদাতিক বাহিনীও আহি গোট খাইছিলহি। তাৰপৰা যুদ্ধসজ্জা কৰি আমি দুৰ্বাৰ গতিৰে অগ্ৰসৰ হৈ দুপৰীয়াৰ লগে লগে পৱিত্ৰ আলফিউছ নদীৰ পাৰত উপস্থিত হলোগৈ। তাতে আমি পৰম শক্তিমান জ্যুছৰ পূজা বলি-বিধানেৰে সৈতে সম্পন্ন কৰিলো। তদুপৰি নদীদেৱতা আৰু পছাইডনৰ কাৰণে একোটাকৈ ষাঁড়-গৰু বলি দিলো আৰু প্ৰদীপ্তনয়না এথেনীৰ প্ৰতি পালৰ চেউৰী এজনী উছৰ্গা কৰিলো। এইবিলাক কৰি আজৰি হোৱাৰ পিছত আমি ভাগে ভাগে ৰাতিৰ আহাৰ খাই-বৈ অস্ত্ৰ-শস্ত্ৰ গাৰ-পৰা নোখোলাকৈয়ে নদীৰ পাৰত শয়ন কৰিলো।

ইতিমধ্যে ইপিয়ানবিলাকে দুৰ্গটো অৱৰোধ কৰি আছিল। তেওঁলোকৰ আত্মবিশ্বাস আছিল প্ৰচুৰ আৰু দুৰ্গটো ধ্বংস কৰিবলৈ তেওঁলোক দৃঢ়প্ৰতিজ্ঞ হৈছিল। কিন্তু তাৰ পৰিৱৰ্তে কি শাস্তি সিহঁতৰ কপালত আছে সেই বিষয়ে সিহঁতৰ কোনো ধাৰণা নাছিল। সূৰ্যোদয়ৰ লগে লগেই আমি জ্যুছ আৰু এথেনীক প্ৰাৰ্থনা কৰি যুদ্ধ আৰম্ভ কৰিলো। দুয়োটা সৈন্যবাহিনীয়ে পৰস্পৰক আক্ৰমণ কৰাৰ সময়ত মোৰ হাততেই প্ৰথমটো মানুহ নিহত হ'ল। মই তাৰ চমৎকাৰ ঘোঁৰাহাল হস্তগত কৰিলো। সি আছিল মুলিয়াছ নামৰ এজন বৰ্শাচালক, অজিয়াছৰ জোঁৱায়েক। তেওঁৰ প্ৰথম কন্যা কেঁচা সোণ বৰণীয়া চুলিৰ আগমিডিক তেওঁ বিয়া কৰাইছিল। আগমিডিয়ে এই বিপুল পৃথিৱীত থকা সকলোবিলাক কালিকা লগা গছ-বন চিনি পাইছিল। মোৰ সমুখত উপস্থিত হোৱা মাত্ৰকে মই মোৰ হাতৰ ব্ৰঞ্জৰ জোং থকা বৰ্শাপাট তাৰ গালৈ মাৰি পঠিয়ালো। সি তলমুৱা হৈ মাটিত বাগৰি পৰিল। তাৰ ৰথখনত জঁাপ মাৰি উঠি লৈ মই একেবাৰে আগশাৰীত ঠাই ল'লোগৈ। ৰথীসকলৰ অধিনায়ক, শ্ৰেষ্ঠ বীৰজনক ভূ-লুণ্ঠিত হোৱা দেখা পাই গৰ্বিত ইপিয়ানবিলাকে ৰণভঙ্গ দি যেনিয়ে তেনিয়ে পলাবলৈ ধৰিলে। কিন্তু বাদ্দি-ধুমুহাৰ দৰে মই সিহঁতক প্ৰচণ্ড

গতিৰে খেদি গ'লো। পঞ্চাশখন ৰথ মই অধিকাৰ কৰিলো। প্ৰতিখন ৰথত থকা দুজনকৈ মানুহ মোৰ বৰ্শাৰ আঘাতত ভূতলশায়ী হ'ল। প্ৰকৃততে মই নেলিয়ুছৰ বংশৰ যমজ মলিয়নি দুজনকো হত্যা কৰিলোহেঁতেন, পিছে তেওঁলোকৰ পিতাক, ভূমিকম্পৰ সৃষ্টিকৰ্তা, মহান পছাইডনে কুঁৱলীৰ মাজত সিহঁতক লুকাই ৰাখি ৰণক্ষেত্ৰৰপৰা উদ্ধাৰ কৰি লৈ গ'ল। সঁচা কথা, জুছৰ প্ৰাসাদত আমি বিপুলভাৱে জয়লাভ কৰিলো। মুকলি প্ৰদেশখনৰ মাজেদি আমি সিহঁতক অনুসৰণ কৰি বহুতো সেনাক বধ কৰিলো। আৰু সিহঁতৰ চিক্‌চিকিয়া অস্ত্ৰ-শস্ত্ৰ-বিলাক সংগ্ৰহ কৰিলো। এইদৰে খেদি যাওঁতে আমাৰ ৰথবিলাক বুপ্ৰাজিয়নৰ ধাননি পথাৰৰ ওপৰেদি পাৰ হৈ গ'ল। অৱশেষত আমি অলেনিয়ান পাহাৰ আৰু আলিজিয়ন পৰ্বত নামৰ ঠাই এখনত উপনীত হলোগৈ। এই ঠাইতে এথেনীয়ে আমাৰ সৈন্যবাহিনী উভতি ঘোৰাটো উচিত হ'ব বুলি বিবেচনা কৰিলে। তাতেই মই শেষজন লোকক হত্যা কৰি এৰি থৈ আহিলো। আমাৰ ৰথীসকলে বুপ্ৰাজিয়নৰপৰা পাইলছলৈ প্ৰত্যাবৰ্ত্তন কৰিলে। সকলোৱেই দেৱতাৰ ভিতৰত জুছ আৰু মানুহৰ মাজত নেষ্টৰৰ গুণানুকীৰ্ত্তন কৰিলে।

"এইদৰেই মই মোৰ দিনৰ মানুহৰ মাজত প্ৰতিষ্ঠা লাভ কৰিলো। মই জীয়াই থকাৰ দৰেই এইটো সুনিশ্চিত কথা। এতিয়া একিলিছকে চোৱা। তেওঁ এজন সাহসী লোক, তথাপি সেই সাহসৰপৰা তেওঁৰ বাহিৰে আন কাৰ বাৰু লাভ হ'ব? মোৰ কথালৈ মন কৰা, এই সৈন্যবাহিনী বিনষ্ট হ'লে এদিন তেৱোঁ চকুপানী টুকিব লাগিব। সেয়া হ'ব অনুশোচনাৰ চকুলো। বন্ধু মোৰ, ঠায়াৰপৰা আগামেমননৰ লগত যোগ দিবলৈ পঠিওৱাৰ দিনা তোমাৰ পিতাৰ মিনটিয়াছে তোমাক কি কৈছিল, তোমাৰ মনত পৰেনে বাৰু? মই আৰু ওডিচ্যুছ সেইদিনা তোমালোকৰ ঘৰতে আছিলো আৰু সকলো কথা শুনিবলৈ পাইছিলো। আমি সৈন্য সংগ্ৰহৰ কাৰণে উৰ্বৰ একীয়া দেশত ভ্ৰমণ কৰিছিলো। সেই সময়তে আমি পেলিউছৰ সুন্দৰ প্ৰাসাদত উপস্থিত হৈছিলো আৰু তাতে মিনটিয়াছ আৰু তোমাক লগ পাইছিলো। তোমাৰ লগত একিলিছো আছিল। বৃদ্ধ ৰথী পেলিউছে তেওঁৰ ঘোঁৰাশালৰ আগৰ চোতালত বজ্ৰপাণি জুছৰ সন্মানাৰ্থে ষাঁড়-গৰুৰ পীড়াৰ চৰ্বি দাহ কৰি আছিল। তেওঁৰ হাতত আছিল এটা সোণৰ ভৃঙ্গাৰ। দগ্ধ নৈবেদ্যৰ ওপৰত তেওঁ কটকটীয়া কটিকা ঢালি তৰ্পণ কৰিছিল। তোমালোক দুজনে তেতিয়া মাংস প্ৰস্তুত কৰি আছিলা। ঠিক সেই সময়তেই ওডিচ্যুছ আৰু মই দুৱাৰমুখ পাইছিলোগৈ। একিলিছে আচৰিত হৈ জঁপ মাৰি আহি আমাৰ হাতত ধৰি ভিতৰলৈ আদৰি নিছিল। তেওঁ আমাক বহিবলৈ

আসন দিছিল আৰু পৰম আতিথ্য প্ৰদৰ্শন কৰি আমাৰ কাৰণে উপাদেয় আহাৰ আৰু পানীয়ৰ ব্যৱস্থা কৰিছিল। ভোক-পিয়াহ পলোৱাৰ পিছত আমি আগমনৰ উদ্দেশ্য ব্যক্ত কৰি একিলিছ আৰু তোমাক যুদ্ধত যোগ দিবলৈ আমন্ত্ৰণ কৰিছিলো। তোমালোকে অতিশয় আগ্ৰহ প্ৰকাশ কৰিছিলা। দেউতাৰহঁতেও তোমালোকক আশীৰ্বাদ দিছিল। বৃদ্ধ পেলিউছে পুতেক একিলিছক সদায় শীৰ্ষস্থান লাভ কৰিবৰ বাবে কঠোৰ চেষ্টা কৰিবলৈ পৰামৰ্শ দিছিল। একটৰ তনয় মিনটিয়াছেও তোমাক উপদেশ দিছিল। তেওঁৰ কথাবিলাক মোৰ মনত আছে। তেওঁ কৈছিল, বোপা একিলিছৰ জন্ম তোমাতকৈ উচ্চকুলত। তেওঁ তোমাতকৈ অধিক শক্তিশালী পুৰুষ। কিন্তু তুমি বয়সত তেওঁকৈ ডাঙৰ। তেওঁক সদুপদেশ দিয়া, একোটা আদৰ্শ দাঙি ধৰা আৰু নিজে আগবাঢ়ি তেওঁক বাট দেখুৱাই লৈ যোৱা, এইবিলাক হ'ব তোমাৰ কাম। তেওঁ নিজৰ সুবিধাৰ কাৰণে এইবিলাকু মানি চলিব। এইবিলাকেই আছিল তোমাৰ পিতাৰাৰ আজ্ঞা। পিছে তুমি এতিয়া পাহৰি গৈছা। কিন্তু এতিয়াও সময় পাৰ হৈ যোৱা নাই, তুমি এইবিলাক কথাৰ আঁত ধৰি একিলিছৰ লগত আলোচনা কৰিব পাৰা। শুনিবলৈ, সেইফেৰা সুবুদ্ধি তেওঁৰ থাকিবও পাৰে। কোনে জানে? এজন বন্ধুৰ উপদেশ অতিশয় ফলপ্ৰসূ, আৰু ভাগ্য অলপ অনুকূল হ'লে তুমি মিঠা কথা কৈ তেওঁক যুদ্ধত অংশ গ্ৰহণ কৰিবলৈকো মান্তি কৰাব পাৰা। কিন্তু যদিহে কোনো ভৱিষ্যৎ-বাণী অথবা মাকৰ মুখৰপৰা শুনা জ্যুছৰ কোনো উক্তিয়ে তেওঁক গুপ্তভাৱে ৰণৰপৰা বিৰত কৰি ৰাখে, তেন্তে তেওঁ অন্ততঃ তোমাক মাৰ্মিডন বাহিনীৰ সৈতে ৰণক্ষেত্ৰলৈ যাবলৈ অনুমতি দিয়ক। তেতিয়াহ'লেও ডানানসকলৰ উদ্ধাৰৰ অলপ আশা আছে। তেওঁ আমাক নিজৰ সুশোভন অস্ত্ৰ-শস্ত্ৰবিলাকো দিয়ক। সেয়ে হ'লে ট্ৰজানবিলাকে তোমাকেই একিলিছ বুলি থিৰাং কৰি ৰণ ভঙ্গ দিব পাৰে। আমাৰ ক্লান্ত সৈন্যসকলে তাৰপৰা অলপ সকাহ পাব। উশাহ ল'বৰ কাৰণে অকণমান সময় পালেও অনেক তাৰতম্য ঘটিব পাৰে। ট্ৰজান-বিলাকেও যুদ্ধ কৰি অৱশ হৈ পৰিছে। তোমালোকৰ শক্তি অফুৰন্ত। গতিকে তোমালোকে নিশ্চয় সিহঁতক জাহাজ আৰু শিবিৰ প্ৰাঙ্গণৰপৰা নগৰলৈ খেদি পঠিয়াব পাৰিবা যেন লাগে।"

নেষ্টৰৰ কথাত পেট্ৰক্লাছ গভীৰভাৱে অভিভূত হ'ল। তেওঁ জাহাজবিলাকৰ আগেদি দ্ৰুত বেগেৰে তেওঁৰ ৰাজকুলীয়া গৰাকীৰ ওচৰলৈ যাত্ৰা কৰিলে। তেওঁ দৌৰি যাওঁতে বজা ওডিছ্যুছৰ জাহাজবিলাকৰ সন্মুখত উপনীত হৈছিলগৈ। তাতেই তেওঁলোকৰ মন্ত্ৰণা-সভা আৰু নীতি সম্বন্ধীয় বৈঠকবিলাক বহিছিল

আৰু দেৱতাসকলৰ কাৰণে বেদী প্ৰতিষ্ঠা কৰা হৈছিল। তাতেই তেওঁক ইউইমনৰ কুলীন সন্তান ইউৰিপাইলাছে লগ পালে। কৰঙণত সোমোৱা খড়্গ-টোৰে সৈতে তেওঁ ৰণক্ষেত্ৰৰপৰা লেঙেৰিয়াই আহি আছিল। তেওঁৰ মূৰ আৰু কান্ধৰপৰা ঘামৰ জোল বৈছিল আৰু বিষাই থকা ঘা-ডোখৰৰপৰা ক'লা-তেজ বাহিৰ হৈছিল; কিন্তু তেওঁৰ মনটো আছিল অবিচলিত। এই দৃশ্য দেখি সাহসী পেট্ৰক্লাছৰ অন্তৰত দয়ামায়া উথলি উঠিল। ইউৰিপাইলাছৰ কাৰণে তেওঁ অত্যন্ত ব্যথিত হ'ল। তেওঁৰ চকুৰ আগত এখন ছবি জিলিকি উঠিল। নিজৰ প্ৰিয়জন আৰু পিতৃ-পিতামহৰ দেশৰপৰা বহু দূৰ আঁতৰি অহা ডানানৰ সেনাপতি আৰু মন্ত্ৰণাদাতাসকলৰ মঙহেৰে এতিয়া ট্ৰয়ৰ কুকুৰবিলাক পৰিপুষ্ট হৈছে। তেওঁ ইউৰিপাইলাছক সনিৰ্বন্ধে সুধিলে, "কুমাৰ, হেক্টৰ নামৰ দানৱটোক প্ৰতিৰোধ কৰিব পৰা কিবা আশা আছেনে? নহ'লে আজিয়েই তাৰ বৰ্শাৰ আঘাতত একীয়ান সৈন্য নিপাত হ'বনেকি?"

আহত ইউৰিপাইলাছে উত্তৰ দিলে, "কুমাৰ পেট্ৰক্লাছ, এতিয়া আৰু একীয়ানসকলৰ উদ্ধাৰৰ কোনো আশা নাই। কলীয়া জাহাজবিলাকৰ কাষতে সিহঁতে প্ৰাণ হেৰুৱাব। আমাৰ আগৰ সেনাপতিসকল এতিয়া তাতে পৰি আছে। ট্ৰজানৰ বৰ্শা আৰু কাঁড়ৰ আঘাতত তেওঁলোক আহত হৈছে। ইতিমধ্যে শত্ৰুৰ শক্তি বাঢ়িছেহে। কিন্তু তুমি অন্ততঃ মোক ৰক্ষা কৰিব পাৰা। মোক নিৰাপদে মোৰ কলীয়া জাহাজখনলৈ লৈ যোৱা। এই কাঁড়টো মোৰ কৰঙণৰ-পৰা কাটি উলিয়াই গৰম পানীৰে তেজখিনি ধুই, অলপ বিষখোৱা মলম লগাই দিয়া। তুমি বোলে একিলিছৰপৰা বহুতো মহৌষধ শিকি লৈছা? তেওঁক শিক্ষা দিছিল কেইৰণ নামৰ সুসভ্য চেণ্টৰজনে। মই পড়ালেইৰিয়াছ আৰু মাকাওন নামৰ চিকিৎসক দুজনক ক'ব নোৱাৰো। কাৰণ এজন নিজেই জখম হৈ শিবিৰত 'পৰি আছে আৰু আনজনে ট্ৰজানবিলাকৰ লগত তুমুল যুদ্ধ কৰি আছে।"

মিনটিয়াছৰ সাহসী পুত্ৰই মাত লগালে, "অসম্ভৱ, কুমাৰ ইউৰিপাইলাছ, আমিনো এতিয়া কি কৰিম? মই এতিয়া মোৰ বিচক্ষণ গৰাকী একিলিছৰ ওচৰলৈ যাব লাগে। একীয়াৰ ঘাবা ৰক্ষক জিৰেণীয় নেষ্টৰে তেওঁলৈ এটা বাতৰি পঠাইছে। কিন্তু তথাপি মই তোমাক এই বিপদত এৰি থৈ নেযাওঁ, তুমি ভাগৰত লালকাল হৈ পৰিছা।"

কোৱাৰ লগে লগেই তেওঁ মহান সেনাপতিজনৰ কঁকালত ধৰি তেওঁক

শিবিৰলৈ লৈ গ'ল। তেওঁক দেখা মাত্ৰকে ইউৰিপাইলাছৰ সহচৰজনে মাটিতে ছালকেইখন মান পাৰি দিলে। পেট্ৰক্লাছে তাতেই তেওঁক শুৱাই থলে আৰু ছুৰী এখনেৰে কাঁড়ৰ চোকা আগটো কৰঙণৰপৰা কাটি উলিয়াই আনিলে। মৰা তেজবোৰ গৰম পানীৰে ধুৱাই দিলে। তাৰ পিছত তেওঁ এবিধ তিতা বনৌষধিৰ শিপা হাতেৰে মোহাৰি ঘা ডোখৰত লগাই দিলে। ঔষধটো আছিল যন্ত্ৰণা-নিবাৰক। তাৰ গুণত বিষকোপ নাইকিয়া হ'ল। ঘা ডোখৰ শুকনিমুৱা হোৱাত তেজো বন্ধ হ'ল।

বাৰ

# হেক্টৰৰ প্ৰাচীৰ আক্ৰমণ

বীৰ পেট্ৰক্লাছে শিবিৰত আহত ইউৰিপাইলাছক শুশ্ৰূষা কৰি থকা সময়ছোৱাত আৰ্গিভ আৰু ট্ৰজানসকলে যুদ্ধ কৰি আছিল। তেওঁলোকৰ সকলো সেনাই ৰণত অংশ গ্ৰহণ কৰিছিল। ডানানবিলাকৰ গড়খাৱৈ, গড় আদি প্ৰতিৰক্ষামূলক ব্যৱস্থা বেছি সময় টিকি থকাৰ সম্ভাৱনা বৰ ক্ষীণ হৈ পৰিছিল। জাহাজবিলাক আৱৰি ৰাখিবৰ কাৰণে গড় আৰু গড়খাৱৈ নিৰ্মাণ কৰাৰ সময়ত তেওঁলোকে ৰণতৰীসমূহ আৰু অজস্ৰ লুণ্ঠিত সামগ্ৰীৰ নিৰাপত্তাৰ কাৰণে দেৱতাসকলক যথাবিধি পূজা-পাতল দিয়া নাছিল। দেৱতাসকলৰ শুভেচ্ছা লাভ নকৰাকৈয়ে প্ৰাচীৰ নিৰ্মিত হৈছিল আৰু সেয়ে ই দীৰ্ঘস্থায়ী হৈ নাথাকিল। যিমান দিন পৰ্যন্ত হেক্টৰ জীৱিত আছিল আৰু একিলিছৰ ক্ৰোধ প্ৰশমিত হোৱা নাছিল। মুঠতে যিমান দিন প্ৰায়ামৰ নগৰী অক্ষত অৱস্থাত আছিল, সিমান দিন একীয়ানসকলৰ এই বৃহৎ প্ৰাচীৰৰ কোনো ক্ষতি হোৱা নাছিল। কিন্তু অৱশেষত ট্ৰয়ৰ বাছকবনীয়া বীৰসকলৰ পতন হ'ল। কেইজনমানৰ বাদে বহুতো আৰ্গিভ যোদ্ধায়ো মৃত্যুবৰণ কৰিলে। অৱৰোধৰ দশম বছৰত প্ৰায়ামৰ নগৰখনো ধ্বংসপ্ৰাপ্ত হ'ল আৰু আৰ্গিভসকলে জাহাজত স্বদেশলৈ প্ৰত্যাবৰ্তন কৰিলে। সেই সময়তে পছাইডন আৰু এপোলোৱে ইডা পৰ্বতৰপৰা সমুদ্ৰাভিমুখে বৈ অহা মিলিত জলশক্তিৰে এই গড় উটুৱাই দিবলৈ সিদ্ধান্ত কৰিলে। ৰিচাছ, হিপ্টাপৰাছ, কেৰিচাছ, ৰডিয়াছ, গ্ৰেনিকাছ, ইচেপাছ আদি আছিল পাহাৰী নদী; তদুপৰি আছিল ৰমনীয় স্কেমেণ্ডাৰ আৰু চিমইছ। এই নদী দুখনৰ পাৰতে সেই বীৰত্বপূৰ্ণ পুৰুষটোৰ বহুতো যোদ্ধাৰ নশ্বৰ দেহ ধূলিৰ লগত বিলীন হৈছিল। ফিৱাছ এপলোৱে এই গোটেইবিলাক নদীকে এমাহৰ ভিতৰতে মিলিত কৰি নদিন নৰাতি সমস্ত জলৰাশি প্ৰাচীৰাভিমুখে বোৱাই দিলে। দীৱে ডুবাই দিবৰ কাৰণে জ্যুছৰ আদেশত ধাৰাসাৰ বৰষুণ হ'ল। ত্ৰিশূল হাতত লৈ ভূমিকম্পৰ সৃষ্টিকৰ্তাই নিজেই জলস্ৰোতৰ গতি নিৰ্ণয় কৰিছে। একীয়ানবিলাকে অশেষ পৰিশ্ৰম কৰি কাঠ আৰু শিলেৰে বন্ধোৱা প্ৰাচীৰৰ ভেটি প্ৰচণ্ড প্লাৱনত উটি-ভাহি গৈ সমুদ্ৰত জাহ গ'ল আৰু খৰস্ৰোতা হেলিস্পণ্টৰ উপকূলৰ ৰেখা সমান হৈ পৰিল। গড়টোৰ অস্তিত্ব একেবাৰে নাইকিয়া হোৱাৰ পিছত তেওঁ বিস্তীৰ্ণ

বেলাভূমি পুনৰ বলুকা ৰাশিৰে পৰিপূৰ্ণ কৰিলে আৰু ফটিকৰ ধাৰ যেন পানীৰ নদী কেইখন পূৰ্বৰ সুঁতিয়েদি পুনৰ বৈ যোৱাৰ ব্যৱস্থা কৰি দিলে।

এই সকলোবিলাক কাৰ্য এপলো আৰু পছাইডনে সমাধা কৰিবৰ কাৰণে পৰি আছিল। এই মুহূৰ্তত প্ৰাচীৰখন অক্ষত অৱস্থাত থিয় হৈ আছিল আৰু তাৰ আশে পাশেই তমোময় কোলাহলৰ মাজত ৰণ চলি আছিল। প্ৰাচীৰৰ স্তম্ভবিলাকৰ কাঠেৰে নিৰ্মাণ কৰা অংশ শত্ৰুৰ অস্ত্ৰ ক্ষেপণত ৰজনজনাই উঠিছিল। কাৰণ জ্যুছৰ তাৰণাত মনোবল হেৰুৱাই আৰ্গিভবিলাকে শূন্যগৰ্ভ জাহাজবিলাকৰ কাষত চেপেটা লাগি থূপ খাই আছিল। তদুপৰি প্ৰচণ্ড ধুমুহাৰ দৰে আক্ৰমণ কৰা অজেয় হেক্টৰৰ ভয়তো তেওঁলোক অস্থিৰ হৈ পৰিছিল। তেওঁক তুলনা কৰিব পৰা হৈছিল চিকাৰী কুকুৰ আৰু চিকাৰীৰ শক্তিলৈ ভ্ৰূক্ষেপকে নকৰি উভতি সিহঁতৰ ফালে চোচা লোৱা বন্যবৰাহ নাইবা সিংহৰ লগত। চিকাৰী-বিলাকে দলেবলে ওচৰচাপি গৈ প্ৰাচীৰৰ দৰে তাৰ সম্মুখীন হয় আৰু জাউৰিয়ে জাউৰিয়ে তাক লক্ষ্য কৰি শৰ বৰ্ষণ কৰে। কিন্তু নিৰ্ভীকহৃদয় পশুটোৰ অলপো ভয়-সংশয় নাই, পলাই যাবলৈয়ো তাৰ কোনো অভিপ্ৰায় নাই। সাহসেই তাৰ মৃত্যুৰ কাৰণ হয়। মাজে মাজে সি ইফাল সিফাল কৰি চিকাৰীৰ ব্যূহটোৰ বেলেগ বেলেগ অংশ আক্ৰমণ কৰিবলৈ চেষ্টা কৰে। আৰু যি ফালেই চোচা লয় সেইফালেই বেৰাটো ভাগি যায়।

এইদৰে হেক্টৰে নিজৰ সৈন্যবিলাকৰ মাজতেই ইফালে সিফালে অগ্ৰসৰ হৈ ৰথীসকলক গড়খাৱৈটো পাৰ হ'বলৈ প্ৰৰোচিত কৰিছিল। কিন্তু আচল সময়ত তেওঁৰ নিজৰ বেগী ঘোঁৰাহালেই সকলো পণ্ড কৰিলে। খাৱৈটোৰ পুতল দেখি সিহঁতে ভয় খালে আৰু হিঁহিঁয়াই চিঞৰি খালটোত নপৰাকৈ কোনোমতে পাৰতে খোপনি পুতি বৈ গ'ল। প্ৰকৃততে জঁাপ মাৰি গড়টোৰ ওপৰত উঠা নাইবা খাৱৈটো পাৰ হোৱা অলপো উজু নাছিল। দুয়োটা পাৰৰ যি কোনো অংশই ওপৰৰ পৰা হাঁউলি থকাৰ নিচিনা হৈ আছিল। তদুপৰি তাত জোঙা জোঙা খুঁটি পুতি থোৱা আছিল। খুঁটিবোৰ ঘন আৰু মজবুত আছিল। শত্ৰুক প্ৰতিৰোধ কৰিবৰ বাবেই একীয়ানবিলাকে এই গোঁজবোৰ পুতি থৈছিল। পিছফালে ওলমি থকা ৰথ এখনলৈ এই বাধা অতিক্ৰম কৰি যাব পৰা যি কোনো ঘোঁৰাৰ পক্ষেই অসাধ্য আছিল। যি নহওক পদাতিক বাহিনীয়ে প্ৰবেশৰ চেষ্টা কৰিবলৈ আগ্ৰহ দেখুৱাত সেই উদ্দেশ্য পলিডামাছে সিংহৰ দৰে সাহসী হেক্টৰৰ ওচৰলৈ গৈ তেওঁৰ ট্ৰজান আৰু মিত্ৰ শক্তিৰ সেনাপতিসকলৰ প্ৰতি এই পৰামৰ্শ আগবঢ়ালে। তেওঁ ক'লে, "আমি ৰথেৰে গড়খাৱৈটো পাৰ হ'বলৈ চেষ্টা কৰিলে বৰ মূৰ্খামী

হ'ব। বিশেষকৈ সিপাৰে কাঠৰ হেণ্ডাৰখন থকাৰ কাৰণে কামটো একপ্ৰকাৰ অসম্ভৱেই। হেণ্ডাৰখনৰ ঠিক পিছতে আছে একীয়ানবিলাকে নিৰ্মাণ কৰা প্ৰাচীৰখন। সেইকাৰণে ৰথীসকলে ৰথৰপৰা নামি যুদ্ধ কৰিবলৈ ঠায়েই নোলাব। বাস্তৱিকতে ঠাইডোখৰ ইমান ঠেক যে তেওঁলোক বিপদতহে পৰিব। যদিহে বজ্ৰপাণি জ্যুছ আমাৰ ফলীয়া আৰু তেওঁ যদি সঁচাকৈয়ে ডানানবিলাক সম্পূৰ্ণ বিধ্বস্ত হোৱাটোকে বিচাৰে, তেনেহ'লে ভাল কথাই। আৰ্গছৰপৰা বহু আঁতৰত এতিয়াই, এই ঠাইতে সিহঁত মৰি-হাজি জাহ যাওক, বিস্মৃতিৰ গৰ্ভত সিহঁত লীন হওক, তাতকৈ অধিক দৰ্শনীয় একোৱেই হ'ব নোৱাৰে। কিন্তু সিহঁতে যদি আমাক চাৰিওফালৰপৰা বেৰি ধৰে, তেন্তে কি গতি হ'ব? সিহঁতৰ সন্মিলিত আক্ৰমণত আমি যদি জাহাজৰ ওচৰৰ পৰাই খেদা খাই, পিছু হুঁহকি আহি গড়খাৱৈত আটক হৈ পৰো, ট্ৰয়নগৰত সেই বাতৰি দিবলৈ এজন মানুহেও পৰিত্ৰাণ নাপাব। অন্ততঃ এইটোৱেই মোৰ ধাৰণা। মোৰ এটা ভাল বুদ্ধি আছে। আপোনাসকলে সেইটো গ্ৰহণ কৰিব বুলি মই আশা কৰো। আমাৰ সাৰথিসকলে ঘোঁৰাবোৰ গড়খাৱৈৰ পাৰতে চম্ভালি ৰাখক। আমি সজ্জিত হৈয়েই দলেবলে পদব্ৰজে হেক্টৰৰ অনুসৰণ কৰিম। একীয়ানবিলাকৰ বিনাশ যদিহে অৱধাৰিত, তেন্তে সিহঁতে আমাক বাধা দিবলৈ সমৰ্থ নহ'ব।"

পলিডামাছৰ এই পৰামৰ্শ উত্তম হ'ব বুলি হেক্টৰে বিবেচনা কৰিলে। তেওঁ সম্পূৰ্ণ সজ্জিত অৱস্থাতেই ৰথৰপৰা জঁাপ মাৰি নামিল। কুমাৰ হেক্টৰক নমা দেখি অন্যান্য ট্ৰজানসকলেও ৰথবিন্যাস পৰিত্যাগ কৰিলে। তেওঁলোক জঁাপ মাৰি ওলাই সাৰথিসকলক ঘোঁৰাবিলাক ঠিকমতে শাৰী-শাৰীকৈ ৰাখিবলৈ আদেশ দিলে। তাৰ পিছত তেওঁলোক মুকলিলৈ আহি নিজ নিজ শ্ৰেণী অনুসৰি পাঁচোটা দলত বিভক্ত হৈ দলৰ সেনাপতিৰ পিছফালে থিয় হ'লগৈ।

ইয়াৰ ভিতৰত হেক্টৰ আৰু অপ্ৰতিদ্বন্দ্বী পলিডামাছৰ অধীনত থকা দলটোৱেই শ্ৰেষ্ঠ আছিল। গড় ভাঙি শূন্যগৰ্ভ জাহাজৰ ওচৰত যুদ্ধ কৰিবলৈ তেওঁলোকে সকলোতকৈ বেছি আগ্ৰহ দেখুৱাইছিল। হেক্টৰে চেব্ৰিয়নিছৰ পৰিৱৰ্তে আন এজন অলপ তলখাপৰ মানুহক ৰথৰ ৰথীয়া কৰি থলে। এতিয়া তেওঁ দলটোৰ তৃতীয় সেনাপতি হ'ল। দ্বিতীয় দলটোৰ অধ্যক্ষ আছিল পেৰিছ, আলকেঠাছ আৰু আজিনৰ। তৃতীয় বাহিনীটো পৰিচালনা কৰাৰ ভাৰ পৰিল প্ৰায়ামৰ পুত্ৰদ্বয় হেলেনাছ আৰু দেৱোপম ডেইফবাছৰ ওপৰত। বৃহদাকাৰ আৰু চিকুণ ঘোঁৰাৰ পিঠিত উঠি ছেলেইছ নদীৰ পাৰত অৱস্থিত আৰিছবি দেশৰপৰা অহা হাৰ্টাকাছ তনয় অভিজাত আচিয়াছ আছিল সেই দলৰ তৃতীয়

সোনালী। এক্লাইচিছৰ সুদৰ্শন পুত্ৰ ইমিয়াছে চতুৰ্থ দলটো পৰিচালনা কৰিছিল। তেওঁৰ সাহায্যৰ কাৰণে আছিল এণ্টিনৰ তনয় আৰ্কিলকাছ আৰু আকামাছ। বিভিন্ন প্ৰকাৰৰ যুদ্ধৰ অভিজ্ঞতা তেওঁলোকৰ আছিল। সুবিখ্যাত মিত্ৰশক্তিৰে গঠিত বাহিনীটোৰ অধিনায়ক আছিল ছাৰ্পিডন। মিত্ৰ-শক্তিৰ যোদ্ধাসকলৰ ভিতৰত তেৱেঁই আছিল শ্ৰেষ্ঠ। গ্লকাছ আৰু ৰণ-লিপ্সু এষ্টাৰপিউছকেই তেওঁৰ পিছতে নিসন্দেহে যোগ্যতম যুঁজাৰু বুলি বিবেচনা কৰি তেওঁলোকক পালি সেনাপতি ৰূপে নিযুক্ত কৰিছিল। এইদৰে তেওঁবিলাক সুবিন্যস্ত হৈ, ঢালত ঢাল লগাই, অচল-অটলভাৱে ডানানবিলাকৰ অভিমুখে অগ্ৰসৰ হৈছিল। কলীয়া জাহাজবিলাকৰ ওপৰত প্ৰচণ্ড আক্ৰমণ চলাবলৈ যাওঁতে তেওঁলোকক কোনেও বাধা দিব নোৱাৰিব বুলি তেওঁলোকৰ বিশ্বাস আছিল।

হাৰ্টাকাছৰ পুত্ৰ আচিয়াছৰ বাহিৰে ট্ৰজান আৰু সুখ্যাত মিত্ৰশক্তি সকলোটিয়েই প্ৰশংসনীয় পলিডামাছৰ পৰামৰ্শ অনুসৰি ৰণকৌশল অৱলম্বন কৰিছিল। কিন্তু আচিয়াছ আছিল ৰাজশাসনত অধিষ্ঠিত। তেওঁ সাৰথিৰ হাতত ৰথখন এৰি যাবলৈ অমান্তি হ'ল। তেওঁ সমস্ত সাজ-সজ্জা, ৰথ আৰু সাৰথিৰে সৈতেই জাহাজ পৰ্যন্ত যাবলৈ সিদ্ধান্ত কৰিলে। তেওঁ মূৰ্খ আছিল। দুৰ্ভাগ্যৰপৰা হাত সাৰি বিজয় গৌৰৱেৰে জাহাজৰপৰা বাতল ইলিয়ামলৈ ৰথ আৰু ঘোঁৰাৰে সৈতে উভতি অহা তেওঁৰ কপালত নাছিল। ডিউকেলিয়নৰ পুত্ৰ সুমহান আইডমিনিউছৰ বৰ্শাত ঘৃণিত মৃত্যুৱে তেওঁক গ্ৰাস কৰিবলৈ অপেক্ষা কৰি আছিল। নৌবাহিনীৰ বাম পাৰ্শ্ব লৈ লক্ষ্য কৰি তেওঁ সঁচাকৈয়ে আগবাঢ়িছিল। পানীৰ মাজেদি একীয়ানবিলাকে বন্ধা ওখ বাট এটা সেই ঠাইতে আছিল। সমতল অংশলৈ যাতায়াত কৰোঁতে তেওঁলোকে এই বাটটো ব্যৱহাৰ কৰিছিল। আচিয়াছে এইবাটেদি ৰথ চলাই আহি দুৱাৰ মুখ পাই দেখিলে যে দুৱাৰখন মুকলি হৈয়েই আছে আৰু দীঘল ডাংডাল তাত লগোৱা হোৱা নাই। পিছ পৰি থকা কোনোবা সৈনিক ৰণপথাৰৰপৰা পলাই আহি জাহাজৰ ফালে যাবলৈ সক্ষম হ'ব বুলি ভাবিয়েই আত্মৰক্ষাকাৰীসকলে দুৱাৰখন খুলি থৈছিল। সেই দেখি আচিয়াছে দুৱাৰখনৰ ফালে পোনে পোনে ৰথ চলাই দিলে। কাণ তাল লগোৱা চিঞৰেৰে তেওঁৰ অনুগামীসকল পিছে পিছে গৈছিল। এই মানুহ সকলোৱে ভাবিছিল যে একীয়ানবিলাকে সিহঁতক কলীয়া জাহাজবিলাকত জঁপিয়াই পৰাৰপৰা নিবৃত্ত কৰিব নোৱাৰিব। কিন্তু দুৱাৰ মুখতে সিহঁতৰ দুজন বীৰ পুৰুষৰ লগত ভেটা-ভেটি হ'ল। দুয়োজনেই আছিল ৰণপ্ৰিয় লাপিঠ জাতিৰ গৰ্বিত বংশধৰ। এজন আছিল পেইৰিথাছ পুত্ৰ বাহুবলী পলিপয়েটিছ।

দ্যাণ্ডল আছিল জিঘাংসু ৰণদেৱতাৰ সহচৰ লিয়ন্টিউ। উক্ত তোৰণখনৰ ঠিক সন্মুখতে তেওঁলোক চিৰদিন বতাহ আৰু বৰষুণৰ বিৰুদ্ধে সংগ্ৰাম কৰা দৃঢ়মূল আৰু অত্যুচ্চ পাহাৰী ওকগছৰ দৰে থিয় হৈ আছিল। বলিষ্ঠ হাতদুখনৰ ওপৰত নিৰ্ভৰ কৰি তেওঁলোক দুয়ো অচল-অটলভাৱে তাতে মহান আচিয়াছৰ আক্ৰমণলৈ অপেক্ষা কৰি আছিল। ৰজা আচিয়াছ, আয়ামিনাছ, অৰিষ্টিছ, আচিয়াছৰ পুতেক আভামাছ, ঠুন আৰু অইনমাছ আদিৰ লগতে ট্ৰজানবিলাকে দলে বলে ঘোৰ নিনাদ কৰি প্ৰাচীৰৰ ফালে পোনে পোনে আগবাঢ়িছিল।

কিছুসময় লাপিঠ বংশৰ লোক দুজনে ডানান যোদ্ধাসকলক গড়ৰ ভিতৰতে জাহাজবিলাকৰ ৰক্ষাৰ্থে ৰণ কৰিবলৈ উৎসাহিত কৰিলে। কিন্তু যেতিয়া তেওঁলোকে ট্ৰজানবিলাকক গড়টো প্ৰবলভাৱে আক্ৰমণ কৰা দেখা পালে, আৰু ভিতৰত ডানানবিলাকে বিশৃঙ্খল অৱস্থাত চিঞৰ-বাখৰ কৰা শুনিলে, তেওঁলোক পাহাৰী, বনৰীয়া গাহৰীৰ দৰে ওলাই আহি তোৰণৰ সন্মুখত যুদ্ধ কৰিবলৈ ধৰিলে। গাহৰী দুটাৰ আগত কুকুৰ আৰু জনতাৰ আৰাও। সিহঁতে দুয়োফালে আক্ৰমণ কৰে, দাঁতেৰে কৰকৰাই মাটিৰ গছ-বনবিলাক মহতিয়াই উঘালি পেলায়। অৱশেষত কোনোবা চিকাৰীৰ যাঠিৰ আঘাতত সিহঁত মৃত্যু মুখত পৰে। এইদৰেই লাপিঠ জাতিৰ লোক দুজনৰ বুকুত চিকমিকাই থকা ব্ৰঞ্জৰ বৰ্ম শত্ৰুৰ আঘাতত ঝনঝনাই উঠিছিল। কাৰণ তেওঁলোকে অপূৰ্বভাৱে প্ৰতিৰোধ কৰিছিল। নিজৰ আৰু গড়ৰ ওপৰত উঠি যুদ্ধ কৰা বন্ধুসকলৰ শক্তিৰ ওপৰত তেওঁলোকৰ অটল বিশ্বাস আছিল। সৈন্যসকলে তেতিয়া সুনিৰ্মিত প্ৰাচীৰৰপৰা তললৈ শিল বগৰাই নিজৰ জীৱন, শিবিৰসমূহ আৰু সুন্দৰ ৰণপোটবিলাক ৰক্ষা কৰিবৰ কাৰণে সংগ্ৰাম কৰিছিল। ট্ৰজানবিলাকেও শিল দলিয়াইছিল। যেতিয়া কলীয়া ডাৱৰবোৰ আকাশত উৰি যায় আৰু প্ৰচণ্ড ধুমুহা আৰু শিলাবৃষ্টি হোৱাৰ ফলত প্ৰাচুৰ্যময়ী ধৰণী শুকুলা দলিছা এখনিৰে আবৃত হয়, ঠিক সেইদৰে দুয়ো পক্ষই নিক্ষেপ কৰা শিলাৰাশি সজোৰে মাটিত পৰিছিল। ডাঙৰ ডাঙৰ শিলৰ খুন্দাত শিৰস্ত্ৰাণ আৰু অলঙ্কৃত ঢালবিলাকৰ ঝনঝননি উঠিছিল।

হাৰ্টাকাছ পুত্ৰ আচিয়াছ বিপাঙত পৰিল। তেওঁ আৰ্তনাদ কৰি নিজৰ কৰঙন হাতেৰে থপৰিয়াই চিঞৰি চিঞৰি ক'লে, "হায়, পিতা জ্যুছ, তুমিও যে ছলনাপ্ৰিয় মই বুজিব পৰা নাছিলো। মই ভবা নাছিলো এই সাহসী একীয়ানবিলাকে আমাৰ প্ৰচণ্ড আক্ৰমণ প্ৰতিৰোধ কৰিব পাৰিব। আমি দুৰ্নিবাৰ বুলি মোৰ মিছা ধাৰণা এটা আছিল।' কিন্তু এতিয়া সিহঁতক লক্ষ্য কৰা, এই মাছুহহাল মাৰিবলৈ বা মৰিবলৈ প্ৰস্তুত। তিঁয়া [illegible] বঁলা .বা

মৌমাখিক সিহঁতৰ বাহৰপৰা খেদাই দিব নোৱাৰি। সিহঁতৰ সতি-সন্ততিৰ কাৰণে শত্ৰুৰ লগত যুঁজ কৰি হ'লেও সিহঁত সেই ঠাইতে থাকে। ঠিক সেইদৰেই এই মানুহ দুটায়ো দুৱাৰ মুখৰপৰা লৰচৰ কৰাৰ কোনো লক্ষণ নাই।"

আচিয়াছৰ এই বিলাপে জ্যুছৰ মনত কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব নোৱাৰিলে। কাৰণ একমাত্ৰ হেক্টৰেই যশস্যাৰ ভাগী হোৱাটোৱেই তেওঁৰ অভিপ্ৰেত আছিল। ইতিমধ্যে আনবিলাক প্ৰবেশ পথতো ট্ৰয় সৈন্যই যুদ্ধ কৰিছিল। কিন্তু মই কেনেকৈ সকলোবিলাকৰে বৰ্ণনা কৰিব পাৰো? এজন দেৱতাইহে বৃত্তান্তটো ক'ব পাৰিব। প্ৰস্তৰময় প্ৰাচীৰখনৰ প্ৰত্যেক অংশতেই ভয়ঙ্কৰ যুদ্ধ হৈছিল। জাহাজবিলাকৰ কাৰণেই আৰ্গিভবিলাকে যুদ্ধ কৰিবলৈ বাধ্য হৈছিল। তেওঁলোকৰ পক্ষপাতী দেৱতাসকলৰ হিয়া ভাগি গৈছিল।

কিন্তু ইয়াত সেই লাপিঠ জাতিৰ লোক দুজনেই আক্ৰমণ আৰম্ভ কৰিছিল। পেৰিঠাছ পুত্ৰ, বাহুবলী পলিপয়েটিছে নিক্ষেপ কৰা বৰ্শা ডামাছাছৰ ব্ৰঞ্জ লগোৱা শিৰস্ত্ৰাণত লাগিল। শিৰস্ত্ৰাণৰ ধাতুৱে বৰ্শাডালৰ ধাতু নিৰ্মিত জোংটো প্ৰতিহত কৰিব নোৱাৰিলে। বৰ্শাৰ আগটোৱে শিৰস্ত্ৰাণটোক বিদীৰ্ণ কৰি হাড়ৰ মাজত সোমাল আৰু মানুহজনৰ মগজু তাৰ ভিতৰখনত চিটিকি পৰিল। ইমানতে ডামাচাছৰ জীৱন আৰু তেওঁৰ আক্ৰমণত অংশ গ্ৰহণৰ সামৰণি পৰিল। ইয়াৰ পিছত পলিপয়েটিছৰ হাতত পাইলন আৰু আৰ্মিনাছৰ পতন হ'ল। ইতিমধ্যে আৰিছৰ বংশধৰ লিয়ন্টিয়াছে এন্টিমেকাছ পুত্ৰ হিপপমেকাছলৈ নিক্ষেপ কৰা বৰ্শা তেওঁৰ পেটীডালত লাগিল। ইয়াৰ পাছত তেওঁ খাপৰপৰা তৰোৱালখন উলিয়াই লৈ জনতাৰ মাজত সবেগে প্ৰবেশ কৰি পোন প্ৰথমেই এন্টিফেটিছৰ সন্মুখীন হ'ল। ওচৰ চাপি গৈ তেওঁ, তেওঁক উদ্যত অসিৰে আঘাত কৰাত তেওঁ ওপৰলৈ মুখ কৰি সশব্দে ধৰাশায়ী হ'ল। তাৰ পিছত ক্ষিপ্ৰতাৰে ইজনৰ পাছত সিজনলৈ তেওঁ মেনন, আয়ামিনাছ আৰু অৰিষ্টিছক চেনেহী ধৰাৰ বুকুত আগতকৈ ওচৰ চপাই থলে।

এই মানুহবিলাকৰ চিকমিকাই থকা অস্ত্ৰবিলাক লাপিঠ জাতিৰ লোক দুজনে সোলোকাই থাকোতেই, শ্ৰেষ্ঠ আৰু গৰিষ্ঠ বাহিনীটো গঠন কৰা, হেক্টৰ আৰু পলিডেমাছৰ অধীনৰ যুৱক যোদ্ধাসকলে প্ৰাচীৰটো ধ্বংস কৰি জাহাজবিলাকত জুই লগাই দিবলৈ অতিশয় ব্যগ্ৰ হৈ পৰিছিল। অগ্ৰসৰ হ'বলৈ ইতস্ততঃ কৰি তেওঁলোক তেতিয়া গড়খাৱৈটোৰ কাষতে থিয় হৈ আছিল। পাৰ হ'বলৈ কাৰবাৰ কৰোতেই এটা উৎপাত তেওঁলোকৰ দৃষ্টিগোচৰ হ'ল। তেজেৰে বাঙলী হৈ থকা সাপ এটা নখেৰে ধৰি লৈ এটা ঈগল চৰাই বহুত ওপৰত

তেওঁলোকৰ সমুখেদি আৰু বাওঁফালেদি উৰি আছিল। সাপটো তেতিয়াও জীয়াই আছিল আৰু সি ছিপ টানিছিল। তথাপি সি যুদ্ধ কৰাৰ লক্ষণো দেখা গৈছিল। কেৰমেৰ কৰি সি তাক ধৰি থকা চৰাইটোৰ বুকুতে দংশন কৰিলে। বিষত ঈগলটোৰ মুঠি ঢিলা হৈ গ'ল আৰু সাপটো সৈন্যবিলাকৰ মাজতে সৰি পৰিল। চৰাইটোৱে ডাঙৰকৈ চিঞৰি বতাহৰ লগে লগে উৰি গুচি গ'ল।

তেওঁলোকৰ মাজতে ছত্ৰধাৰী জুছৰ অভিপ্ৰায়ৰ সূচনা কৰা সাপটো চিকমিকাই থকা দেখি ট্ৰজানসকল বিস্ময়ত হতবাক হৈ পৰিল। পলিডামাছ পোনে পোনে সংশয় বিহীন হেক্টৰৰ ওচৰ চাপিল। তেওঁ ক'লে, "হেক্টৰ, সাধাৰণতে তুমি, মই আগতে মন্ত্ৰণা-সভাবিলাকত সদুপদেশ দিলেও সদায় নানান ওজৰ-আপত্তি দেখুৱা। এজন নগণ্য প্ৰজা হৈ তোমাৰ মতৰ বিৰোধিতা কৰিলে তুমি সেইটো মোৰ স্পৰ্দ্ধা বুলি বিবেচনা কৰা, মন্ত্ৰণা-সভাতেই হওক বা যুদ্ধক্ষেত্ৰতেই হওক তোমাৰ কৰ্তৃত্ব চিৰদিনেই মানি ল'ব লাগিব। কিন্তু আকৌ এবাৰ মই মোৰ মনৰ কথা প্ৰকাশ কৰিব খুজিছো। মই কি ভাল দেখো তাকো ব্যক্ত কৰিবলৈ ইচ্ছা কৰিছো। আমি আৰু অগ্ৰসৰ হৈ জাহাজবিলাকৰ কাৰণে শত্ৰুৰ লগত যুদ্ধ কৰা উচিত নহ'ব। প্ৰকৃততে কি ঘটিব, মই তাৰ উমান পাইছো, যদিহে এই উৎপাতটোৰ ইঙ্গিত মিছা নহয়। আমি পাৰ হ'বলৈ প্ৰস্তুত হওঁতেই আমাৰ সমুখেদি বাওঁফাললৈ উৰি যোৱা এই ঈগলটোৰ আকাশত আৱিৰ্ভাৱ হ'ল। তাৰ নখত আছিল এটা তেজেৰে বাওলী হৈ থকা ভয়ঙ্কৰ সাপ। সাপটো জীয়াই আছিল, বাহ পোৱাৰ আগতেই ঈগলটোৱে তাক এৰি দিবলৈ বাধ্য হ'ল। সাপটো বাহলৈ লৈ গৈ পোৱালিকেইটাক দিবলৈ সি অপৰাগ হ'ল। ঠিক সেইদৰেই, আমি যদি অশেষ চেষ্টা কৰি একীয়ানবিলাকৰ প্ৰাচীৰ আৰু প্ৰবেশ পথ ধ্বংস কৰিবলৈকো সমৰ্থ হওঁ আৰু শত্ৰু যদি পৰাভূতো হয়, একে বাটেদি জাহাজবিলাকৰ কাষৰপৰা উভতি অহাটো আমাৰ কাৰণে সৰ্বনাশ হ'ব। জাহাজবোৰৰ কাৰণে একীয়ানবিলাকে যুদ্ধ কৰিব। আমাৰ অসংখ্য লোক তেওঁলোকৰ হাতত নিহত হ'ব আৰু আমি তেওঁলোকক আমাৰ পিছত এৰি থৈ আহিব লাগিব। এনেকুৱা লক্ষণৰ আও-ভাও পোৱা সৈন্যবাহিনীৰ আস্থাভাজন যি কোনো মঙ্গলতীয়ে এই উৎপাতটোৰ ব্যাখ্যা এইদৰেই কৰিব।"

উজ্জ্বল শিৰস্ত্ৰাণৰ অধিকাৰী হেক্টৰে তেওঁৰ ফালে ভ্ৰূকুটি কৰি ক'লে, "পলিডামাছ, তোমাৰ হস্তক্ষেপত মই অতি বিৰক্ত হৈছো। তুমি নিশ্চয় ইয়াতকৈ কিবা ভাল কাম এটা কৰিব পাৰিলাহেঁতেন। তুমি যি কৈছা, তাকে যদি সত্য বুলি ধৰি আছা, তেনেহ'লে দেৱতাসকলে তোমাৰ মগজ ঘোলা কৰি দিলে।

বজ্রপাণি জ্যুছে স্বয়ং অতিশয় গাম্ভীর্য সহকাৰে মোক কিছুমান প্ৰতিশ্ৰুতি দিছে। সেইবিলাক পাহৰি যাবলৈ তুমি মোক কৈছা। তাৰ সলনি উৰি ফুৰা চৰাইৰ গতিৰ ওপৰত ভিত্তি কৰি মই কাৰ্যপন্থা হাতত ল'ব লাগে বুলি ইচ্ছা প্ৰকাশ কৰিছা। পাখিলগা প্ৰাণীবিলাকৰ গতিবিধিৰ বিষয়ে মোৰ অলপো আগ্ৰহ নাই। প্ৰকৃততে সিহঁতে সোঁফালে পুৱাৰ বেলিটোৰ পিনেই উৰি যাওক নাইবা পশ্চিমৰ অন্ধকাৰলৈকে উৰা মাৰক, সেইবোৰ কথাত মোৰ ভ্ৰূক্ষেপ নাই। মনুষ্য আৰু দেৱতাসকলক শাসন কৰা প্ৰবল পৰাক্ৰমী জ্যুছৰ নিৰ্দেশত বিশ্বাস স্থাপন কৰাই আমাৰ কৰ্তব্য। দেশৰ কাৰণে যুদ্ধ কৰা, সেইটোৱেই হৈছে একেটা মাত্ৰ উত্তম সূচনা। কিন্তু সকলো মানুহৰ ভিতৰত একমাত্ৰ তুমিয়েই কিয় যুদ্ধৰ নাম শুনি কোঁচ খাই গৈছা? আনকি আৰ্গিভ ৰণতৰীৰ আক্ৰমণত আমি সম্পূৰ্ণ বিলুপ্ত হ'লেও, তুমি তোমাৰ নিৰাপত্তা সম্বন্ধে শঙ্কিত হোৱাৰ কোনো প্ৰয়োজন নাই। কাৰণ সাহসেৰে শেষলৈকে যুদ্ধ কৰি থকা মানুহ তুমি নহয়। তত্ৰাচ, তুমি যদি দায়িত্বৰপৰা হাত সাৰিব খোজা নাইবা আনক নিবৃত্ত কৰিবলৈ চেষ্টা কৰা, তেন্তে মই অলপো দ্বিধা নকৰি বৰ্শাঘাতেৰে তোমাৰ প্ৰাণ ল'ম।"

ইয়াকে কৈ হেক্টৰে অগ্ৰসৰ হ'বৰ কাৰণে সঙ্কেত দিয়াত ভীষণ হুঙ্কাৰ কৰি সৈন্যবিলাকে তেওঁক অনুসৰণ কৰিলে। বজ্ৰবিলাসী জ্যুছে ইডা পৰ্বতৰপৰা এজাক বতাহ মুক্ত কৰি দিলে। বতাহৰ কোবত ধূলি উৰি জাহাজৰ ফালে বলিবলৈ ধৰিলে। একীয়ানবিলাক বিবুদ্ধি হ'ল, হেক্টৰ আৰু ট্ৰজানসকলে সুবিধা পালে। এই সুবিধা দেৱতাৰ শুভেচ্ছাৰ চিন বুলি বিশ্বাস কৰি তেওঁলোকে প্ৰচণ্ড শক্তিৰে একীয়ান প্ৰাচীৰ লঙ্ঘন কৰিবলৈ প্ৰাণপণে যত্ন কৰিলে। স্তম্ভ-বিলাক আৱৰি থকা ঢাপবোৰ ভাগি-ছিগি সুলকি পৰিল, প্ৰাচীৰৰ ছিদ্ৰযুক্ত বেৰবিলাক মাটিৰ লগত মিলি গ'ল। স্তম্ভবিলাক সুদৃঢ় কৰি ৰাখিবৰ কাৰণে একীয়ানবিলাকে মাটিত পুতি থোৱা বাহিৰলৈ আগবাঢ়ি থকা ঢোকাবোৰ যন্ত্ৰৰ সহায়ত উঘালি পেলালে। ঢোকাবিলাক এৰাই গ'লে গড়টো নিজে নিজেই ভাগি পৰিব বুলি তেওঁলোকে আশা কৰিছিল। তথাপি ইমানখিনি চেষ্টা কৰা সত্বেও ডানানবিলাকে অলপো সেও নামানি প্ৰবেশ পথ ৰক্ষা কৰি থাকিল। তেওঁলোকে দেৱালৰ ফুটাবিলাক গৰুছালেৰে মাৰি দিছিল আৰু শত্ৰুসৈন্য প্ৰাচীৰৰ তলত থাকোতে ওপৰৰ ছিদ্ৰযুক্ত বেৰবিলাকৰপৰা শিল বগৰাই দিছিল।

দুয়োজন আয়াছে প্ৰাচীৰৰ ইমূৰৰপৰা সিমূৰলৈ ঘূৰি ফুৰিছিল। তেওঁলোকে প্ৰতিৰোধৰ নিৰ্দেশ দি একীয়ানবিলাকক উৎসাহিত কৰিছিল। কিছুমানক তেওঁলোকে মৃদুভাৱে গৰিহণা দিছিল, কিন্তু প্ৰতিৰক্ষা কামত অৱহেলা কৰা

সৈন্যবিলাকক কৰ্কশভাৱে ভৰ্ৎসনা কৰিছিল। এটা সৈন্যবাহিনী সকলো ধৰণৰ লোকেৰে গঠিত হয় বুলি জানি তেওঁলোকে অকল বাছকবনীয়া লোকসকলক কাকুতি-মিনতি কৰিয়েই ক্ষান্ত হোৱা নাছিল। সাধাৰণ আৰু নিম্ন-মানৰ সৈনিক-সকলকো গোহাৰি জনাইছিল। তেওঁলোকে কৈছিল, "আৰ্গিভ বন্ধুসকল, আজি আপোনালোক সকলোৰেই একোটা দায়িত্ব আছে। আপোনালোকে নিজেই এই কথা ভালকৈ জানে। কোনেও যেন ট্ৰজানবিলাকৰ ভাবুকিলৈ ভয় কৰি জাহাজৰ ফালে পিছ হুহঁকি নাযায়। আগবাঢ়ি যাওক বন্ধুসকল, চিধা-চিধি শত্ৰুৰ ওপৰত হাঁহি মুখে জঁপিয়াই পৰক। অন্তৰত বিশ্বাস ৰাখক যে অলিম্পাছত বাস কৰা বজ্ৰপতি জ্যুছে শত্ৰুপক্ষৰ আক্ৰমণ ওফৰাই দি সিহঁতক নগৰলৈ খেদি পঠিয়াবলৈ আমাক সমৰ্থন কৰিব।" এইদৰে আয়াছদ্বয়ে সনিৰ্বন্ধ অনুৰোধৰ দ্বাৰা একীয়ানসকলক একত্ৰিত কৰি ৰাখিবলৈ সক্ষম হ'ল।

এই সময়ত জাৰকালি বৰফ পৰাদি শিলা বৃষ্টি হৈছিল। চিন্তাশীল জ্যুছে তুষাৰ পাত আৰম্ভ কৰে আৰু মানুহৰ মাজত তেওঁ আয়ুধৰ এই তীক্ষ্ণ অংশুবিলাক প্ৰদৰ্শন কৰে। তেওঁৰ আজ্ঞাত বতাহ নবলা হয় আৰু অবিৰামভাৱে বৰফ পৰে। অৱশেষত পাহাৰৰ ওখ টিং, উপকূল ৰেখাত স্পষ্টভাৱে থকা অন্তৰীপ, তৃণ-ভূমি আৰু খেতি কৰা পথাৰবিলাক বৰফেৰে ঢাক খাই পৰে, আনকি ধূসৰ সমুদ্ৰৰ বেলাভূমি, ক্ষুদ্ৰ উপসাগৰ প্ৰভৃতিও তুষাৰেৰে আচ্ছাদিত হয়; মাত্ৰ বাগৰি অহা ঢৌবিলাকে ইয়াৰ গতি প্ৰতিহত কৰিবলৈ পাৰত খুন্দা মাৰে। জ্যুছৰ হাতত সৃষ্টি হোৱা বৰফৰ বিপুল বৃষ্টিয়ে শুকুলা দলিচাৰ দৰে সকলোটি আবৃত কৰি পেলায়। এইদৰে ট্ৰজান আৰু একীয়ানবিলাকে পৰস্পৰৰ প্ৰতি বৰ্ষণ কৰা শিলাৰাশি চাৰিওফালে বিস্তৃত হৈ পৰিছিল আৰু অৱশেষত তেওঁলোকৰ মাজত বিনিময় হোৱা এই অস্ত্ৰৰ প্ৰকোপত প্ৰাচীৰটোত ইমূৰৰপৰা সিমূৰলৈকে মেঘগৰ্জনৰ দৰে শব্দৰ সৃষ্টি হৈছিল।

কিন্তু তথাপি কীৰ্তিমান হেক্টৰ আৰু তেওঁৰ অনুগামী ট্ৰজানসকলে প্ৰাচীৰৰ প্ৰবেশ দ্বাৰবিলাক অধিকাৰ কৰিব নোৱাৰিলেহেঁতেন, কিন্তু সেইসময়ত মন্ত্ৰণাদাতা জ্যুছে পুতেক চাৰ্পিডনক গৰুক সিংহই আক্ৰমণ কৰাৰ দৰে আৰ্গিভ-বিলাকক আক্ৰমণ কৰিবলৈ অনুপ্ৰাণিত কৰিলে। চাৰ্পিডনে ঘূৰণীয়া ঢালখন সম্মুখৰ ফালে আন্দোলিত কৰিছিল। কমাৰে হাতুৰিৰে পিটি পিটি নিৰ্মাণ কৰা ব্ৰঞ্জৰ এই চমৎকাৰ ঢালখনত তৰপে তৰপে চাম্ৰা লগোৱা হৈছিল। সোণৰ গুণাৰে ছালবোৰ চিলাই কৰা হৈছিল আৰু চিলাইবিলাক বৃত্তটোৰ চাৰিওফালে বলয়াকাৰ হৈ বিয়পি পৰিছিল। সমুখত ঢালখন ধাৰণ কৰি আৰু দুভাল বৰ্চা

জোকাৰি জোকাৰি, বহুতদিন মাংসৰ অভাৱত থকা পৰ্বতীয়া সিংহই দুঃসাহস কৰি পশু থকা গঁড়ালৰ সন্ধানত মানুহৰ ঘৰৰ দেৱালবিলাকতে প্ৰবল আঘাত কৰাৰ দৰে তেওঁ যাত্ৰা কৰিছিল। ৰখীয়াবিলাকে বৰ্শা হাতত লৈ কুকুৰেৰে সৈতে ভেড়া-ছাগলীবিলাক ৰখি থাকিলেও সিংহটোৱে পালটোৰ মাজত সোমাবলৈ চেষ্টা নকৰাকৈয়ে খেদা খাই উভতি যাবলৈ অকণো ইচ্ছা নকৰে। হয়তো সি জঁাপ মাৰি ভেড়া এটা থপিয়ায় নহ'লে ক্ষিপ্ৰহাতেৰে মাৰি পঠিওৱা বৰ্শাৰ আঘাতত তাৰ মৰণ মিলে। এইদৰেই দেৱতুল্য চাৰ্পিডনে প্ৰাচীৰ আক্ৰমণ কৰি ওপৰৰ ছিদ্ৰযুক্ত বেৰবিলাক ভাঙি পেলাবলৈ আগ্ৰহান্বিত হ'ল। হিপ্পলকাছনন্দন গ্লকাছৰ ফালে চাই তেওঁ ক'লে, "গ্লকাছ, লিছীয়াত তোমাক আৰু মোক বাছি বাছি সন্মান কৰা হয় কিয়? ভোজসভাত আমি উৎকৃষ্ট আসন দুখন লাভ কৰো, পীৰাৰ মঙহৰ আগভাগ আমাক দিয়া হয়, খালী পাত্ৰ আমাৰ আগত কেতিয়াও ৰখা নহয়। সকলোৱে আমাক দেৱতাৰ দৰে দেখে কিয়? আৰু জেণ্ঠাছ নদীৰ পাৰত অৱস্থিত, সুৰম্য উদ্যান আৰু চমৎকাৰ ঘেঁহুৰ পথাৰেৰে গঠিত বিৰাট ভূ-সম্পত্তিৰ অধিকাৰী কৰিলে কিয়? এইবিলাক কাৰণত লিছীয়া বাহিনীৰ সমুখৰ শাৰীত থাকি ৰণাগ্নিত জঁাপ দিবলৈ আমি বাধ্য নহয়নে? একমাত্ৰ ইয়াকে কৰিব পৰিলেহে লিছীয় যোদ্ধাসকলে তেওঁলোকৰ ৰজাৰ বিষয়ে এইদৰে কোৱা-মেলা কৰিব, "তেওঁলোকে ৰাজত্ব কৰা দেশখনত উৎপন্ন হোৱা উৎকৃষ্ট আহাৰ তেওঁলোকে ভোজন কৰে, পান কৰে আঙুৰৰ ৰসৰ সুস্বাদু সুৰা। কিন্তু তেওঁলোকে তাৰ বদলি ৰণক্ষেত্ৰত বীৰোচিত পৰাক্ৰম দেখুৱায়। তেওঁলোক অসীম সাহসী বীৰ। লিছীয় সেনাই যুদ্ধ কৰা ঠাইত আগে ভাগে তেওঁলোকক দেখিবলৈ পাবা।"

"হায় বন্ধু, এই যুদ্ধত যদি আমি মৃত্যু মুখত নপৰি অমৰত্ব লাভ কৰাৰ প্ৰতিশ্ৰুতি পাওঁ, তেনেহ'লে মই নিজেতো যুদ্ধত আগভাগ নলবঁেই, তোমাকো যশ, গৌৰৱ অৰ্জন কৰাৰ কাৰণে ৰণক্ষেত্ৰলৈ নপঠিয়াওঁ। কিন্তু কথাটো তেনেকুৱা নহয়। প্ৰতি পদতেই আমি মৃত্যুৰ গভীৰ কূপত নিমজ্জিত হ'ব পাৰো। মৃত্যুৰ চকুত ধূলি দি তাৰ কবলৰপৰা কোনেও পৰিত্ৰাণ পাব নোৱাৰে। সেই দেখি আমি যাত্ৰা কৰো, তাৰপৰা আমি আনকে গৌৰৱৰ ভাগী কৰো নে নিজেই যশস্যা লাভ কৰিব পাৰো, সেইটো পিছ কথা।"

গ্লকাছে চাৰ্পিডনৰ কথাত কৰ্ণপাত নকৰাকৈ নাথাকিল। বিৰাট লিচীয় বাহিনীৰ দ্বাৰা অনুসৃত হৈ তেওঁলোক আগবাঢ়ি যাবলৈ ধৰিলে। তেওঁলোকক অগ্ৰসৰ হোৱা দেখি পিটিয়ছৰ পুত্ৰ মেনিষ্টিউছ ভয়ত শিয়ৰি উঠিল, কাৰণ একীয়ান

প্ৰাচীৰৰ তেওঁৰ দায়িত্বত থকা অংশটোৰেই বিপদ আসন্ন হৈ পৰিছিল। তেওঁৰ অধীনত থকা দলটোক এই বিপৰ্যয়ৰপৰা উদ্ধাৰ কৰিবৰ বাবে কোনোবা সেনাপতিৰ সাহায্য আশা কৰি তেওঁ প্ৰাচীৰটোৰ চাৰিওফালে দৃষ্টিপাত কৰিলে। এনেতে তেওঁ ৰণলিন্দ আয়াছদ্বয়ক অলপ আঁতৰতে থিয় হৈ থকা দেখা পালে। তেওঁলোকৰ লগত আছিল টিউছাৰ, তেওঁ ঠিক সেই মুহূৰ্ত্ততেই নিজৰ কুটীৰৰপৰা ওলাই আহিছিল। কিন্তু তেওঁলোকক চিঞৰি চিঞৰি মাতিবলৈ কৰা চেষ্টা নিষ্ফল আছিল। হুলস্থুল ইমান বেছি হৈছিল যে তেওঁৰ আহ্বান তেওঁলোকৰ শ্ৰুতিগোচৰ হোৱাৰ অলপো সম্ভাৱনা নাছিল। শিৰস্ত্ৰাণ আৰু ঢালৰ সংঘৰ্ষৰ ফলত সৃষ্টি হোৱা প্ৰচণ্ড নিৰ্ঘোষত অন্তৰীক্ষ বিদীৰ্ণ হৈছিল। প্ৰবেশদ্বাৰত হনা আঘাতৰ কথাতো ক'বই নেলাগে। কাৰণ ইতিমধ্যে বন্ধ হৈ থোৱা দুৱাৰবিলাক ভাঙি ভিতৰ সোমাবলৈ ট্ৰজানবিলাকে অহোপুৰুষাৰ্থ কৰিছিল। অতি শীঘ্ৰে এটা সিদ্ধান্তত উপনীত হৈ মেনিষ্টিউছে ঠুটিছ নামেৰে এজন ঘোষকৰ জৰিয়তে টেলামনীয় আয়াছলৈ এটা বাৰ্তা প্ৰেৰণ কৰিলে। তেওঁ ক'লে, "সুযোগ্য ঠুটিছ, তোমাৰ কাম এটা আছে। তুমি একেলৰে গৈ আয়াছক মাতি আনাগৈ। সেইটোৱে উত্তম কাৰ্য হ'ব। কাৰণ আমি শীঘ্ৰেই এই ঠাইতেই বিলুপ্ত হম। লিছীয় সেনাপতিসকল পোনে পোনে আমাৰ ফালেই আহি আছে। হতাহতি ৰণত এই লিছীয়ানবিলাক কিমান নিৰ্দয় হ'ব পাৰে মই নজনা নহয়। তাত যদি তেওঁলোকো আমাৰ দৰেই ঠেকত পৰিছে, তেন্তে অন্ততঃ মহা-ধনুৰ্দ্ধৰ টিউছাৰৰ সৈতে টেলামনীয় আয়াছকে ইয়ালৈ আহিবলৈ অনুৰোধ কৰাগৈ।"

ঘোষকজনে তুৰন্তে যাত্ৰা কৰিলে। তেওঁ একীয়ান প্ৰাচীৰৰ কাষে কাষে লৰি গৈ আয়াছদ্বয়ক লগ ধৰিলেগৈ আৰু তৎক্ষণাৎ মাত লগাই ক'লে, "সেনাপতি মহোদয়সকল, মোৰ প্ৰভু সম্ভ্ৰান্ত মেনিষ্টিউছে অলপ সময়ৰ কাৰণে হ'লেও আপোনালোকক মাতি পঠাইছে। এই বিপদত তেওঁক আপোনালোকৰ সাহায্যৰ আৱশ্যক হৈছে। আপোনালোক দুয়োজন গ'লেতো কথাই নাই, তেওঁ সেইটোৱেই বেছি ভাল পাব। কাৰণ সেই ঠাইত আমি অচিৰে বিলুপ্ত হম। আমাৰ অংশটোত লিছীয়ানবিলাকে প্ৰবল হেঁচা দিছে। হতাহতি যুদ্ধত এই লিছীয়ানবিলাক কিমান নিৰ্দয় হ'ব পাৰে আমি নজনা নহয়। কিন্তু ইয়াত আপোনালোকো যদি আমাৰ দৰেই শ'লঠেকত পৰিছে, তেনেহ'লেহে অসীম সাহসী বীৰ, অন্ততঃ আপুনিয়েই মহা-ধনুৰ্দ্ধৰ টিউছাৰক লগত লৈ তেওঁৰ লগত যোগদান কৰক, এয়ে মোৰ প্ৰভুৰ প্ৰাৰ্থনা।"

পৰাক্ৰমী টেলামনীয় আয়াছে সহায় প্ৰাৰ্থনা প্ৰত্যাখ্যান নকৰিলে,

আইলিউছৰ পুত্ৰৰ ফালে চাই তেওঁক সতৰ্কতাৰে নিৰ্দেশ দি ক'লে, "আয়াছ, তুমি বাহুবলী লাইকমিডিছৰ সৈতে ইয়াতে থাকা আৰু আমাৰ সৈন্যবিলাকে যাতে যুদ্ধ কৰি থাকে তালৈ লক্ষ্য কৰিবা। মই তালৈ গৈ আক্ৰমণ প্ৰতিৰোধ কৰোগৈ। বন্ধুসকলক উদ্ধাৰ কৰাৰ লগে লগেই মই শীঘ্ৰে উভতি আহিম।"

ইয়াকে কৈ টেলামনীয় আয়াছে তেওঁৰ সহোদৰ ভাই টিউছাৰক লগত লৈ যাত্ৰা কৰিলে। বেঁকা ধেনুখন লৈ পেণ্ডিয়ন লগত গৈছিল। আক্ৰমণৰ হেঁচা য'ত অতি তীব্ৰ হৈছিল, সেই ঠাইলৈকে যাবলৈ চেষ্টা কৰি তেওঁলোকে ভিতৰুৱা অংশইদি গড়টোৰ কাষে কাষে যাবলৈ ধৰিলে, আৰু মহান হৃদয় মেনিষ্টিউচৰ অধীনত থকা অংশত উপস্থিত হ'লগৈ। এই ঠাইতে তেওঁলোকে অন্ধকাৰ ভেদি অহা ধুমুহাৰ দৰে প্ৰাচীৰৰ ছিদ্ৰযুক্ত বেৰবিলাক আক্ৰমণ কৰা লিছীয় সেনাপতি আৰু অগ্ৰৱৰ্তী সৈন্যসকলৰ সন্মুখীন হ'ল। তেওঁলোকো শত্ৰুসৈন্যৰ মাজত জঁপিয়াই পৰিল আৰু প্ৰচণ্ড কোলাহলৰ সৃষ্টি হ'ল।

টেলামনীয় আয়াছে চাৰ্পিডনৰ সহকৰ্মী সুহৃদয় এপিক্লিছক পোন প্ৰথমে হত্যা কৰিলে। ফুটা থকা বেৰৰ ভিতৰত ভাগি যোৱা অংশ এটাৰ কাষতে থকা শিলৰ স্তূপৰ ওপৰৰপৰা খহতা পাথৰ এটা তুলি লৈ তেওঁৰ গালৈ নিক্ষেপ কৰিলে। আমাৰ দিনৰ অতি বলিষ্ঠ যুৱক এজনে দুয়োহাতেৰে কেকোজেকোকৈহে দাঙিব পৰা শিলটো আয়াছে অনায়াসে মূৰতকৈয়ো ওপৰলৈ তুলি দলি মাৰি দিয়াত মানুহজনৰ শিৰস্ত্ৰাণটো চাৰিশিৰীয়া শিলটোত খুন্দা খাই ভাগি চূৰমাৰ হ'ল আৰু তেওঁৰ মূৰটোও খণ্ড বিখণ্ড হ'ল। পানীলৈ জঁপ মৰা ডুবাৰিৰ দৰে এপিক্লিছে সুউচ্চ স্তম্ভৰপৰা পতিত হৈ প্ৰাণ হেৰুৱালে। ইতিমধ্যে টিউছাৰে হিপ্পলকাছৰ সাহসী পুত্ৰ গ্লকাছৰো দিহা লগালে। আক্ৰমণ কৰোতে তেওঁৰ বাহু উন্মুক্ত হোৱা টিউছাৰৰ চকুত পৰিল আৰু গড়ৰ ঢাপৰপৰা তেওঁৰ গালৈ লক্ষ্য কৰি শৰ সন্ধান কৰিলে। এইদৰে গ্লকাছৰ আক্ৰমণ অথলে গ'ল আৰু তেওঁ কাৰো চকুত নপৰাকৈ, ক্ষিপ্ৰভাৱে প্ৰাচীৰৰ কাষৰপৰা পিছ হুইকি গ'ল যাতে একীয়ানবিলাকে তেওঁ আহত হৈছে বুলি জানিব পাৰি টেলেকা-টেলেককৈ তেওঁৰ ফালে চাই থাকিবলৈ সমৰ্থ নহয়। গ্লকাছৰ প্ৰস্থানত চাৰ্পিডনে মনত বৰ দুখ পালে। কিন্তু সেইবুলি তেওঁৰ অদম্য উৎসাহৰ অৱসান ঘটা নাছিল। তেওঁ বৰ্শাৰে থেষ্টৰ পুত্ৰ আলক্‌মাওনক শালিলে আৰু অস্ত্ৰপাট আজুৰি উলিয়াবলৈ যত্নপৰ হ'ল। বৰ্শাৰ লগতে মানুহটোও লাগি আহিল আৰু গড়ৰপৰা তললৈ সৰি পৰিল। কাৰুকাৰ্য কৰা কবচবিলাক ঝনঝনাই উঠিল। ইয়াৰ পিছত চাৰ্পিডনে বিশাল হাতেৰে প্ৰাচীৰৰ বেৰখনত ধৰি সজোৰে আকৰ্ষণ কৰিলে আৰু

ফলত কঁকালৰ সমান ওখ বেৰখন খহি গ'ল। এতিয়া প্ৰাচীৰৰ উপৰিভাগ ওলাই পৰিল আৰু এটা সৈন্যদল প্ৰবেশ কৰিব পৰা বাট এটা মুকলি হ'ল।

তেওঁ যুগপৎ আয়াছ আৰু টিউছাৰৰ লগতো যুঁজা-পৰা কৰিব লগা হৈছিল। টিউছাৰে নিক্ষেপ কৰা শৰ এপাট তেওঁৰ বুকুত মেৰ খাই থকা চিকুণ চৰ্ম বন্ধনীত লাগিল। শৰীৰক আৱৰি ৰখা ঢালখনো তাতে ওলোমাই থব পাৰি। যদিও জ্যুছে তেওঁক মৃত্যুৰপৰা ৰক্ষা কৰিলে (ৰণপোটৰ কাষতে পুতেকৰ মৃত্যু হোৱা তেওঁৰ অভিপ্ৰেত নাছিল) আয়াছেও এতিয়া তেওঁক আক্ৰমণ কৰিবলৈ খেদি আহিল আৰু তেওঁৰ ঢালত আঘাত কৰিলে।

এইবাৰো অস্ত্ৰপাটে কবচ ভেদ কৰি যাব নোৱাৰিলে। কিন্তু ইয়াৰ আঘাতত তেওঁ আক্ৰমণ কৰি থকা অৱস্থাতে থৰমৰ খাই ছিদ্ৰযুক্ত বেৰৰ কাষৰপৰা থৰক-বৰককৈ অলপমান আঁতৰি যাব লগা হ'ল। তথাপি চাৰ্পিডন একেবাৰে পিছ হুহঁকি নগ'ল। বিজয় গৌৰৱৰ আশা পৰিত্যাগ নকৰি তেওঁ থিতাতে উভতি লৈ দেৱোপম লিছীয়ান সৈন্যসকলক সম্বোধন কৰি ক'লে, “লিছীয়ান-সকল, তোমালোকে কিয় সঙ্কল্পচ্যুত হোৱাৰ উপক্ৰম কৰিছা? মোৰ বাহুত যথেষ্ট বল আছে সঁচা, কিন্তু তথাপি অকলে অকলে গড় ভাঙি জাহাজলৈ যাব পৰাকৈ বাট এটা উলিওৱা মোৰ পক্ষে সম্ভৱ নহয়। তেনেহ'লে মোৰ পিছে পিছে আহা, যিমান বেছিকৈ আহা সিমানেই ভাল।

ৰজাৰ এই ভৰ্ৎসনাই লিছীয়ানবিলাকৰ অন্তৰ স্পৰ্শ কৰিলে। তেওঁলোকৰ ৰজা আৰু সেনাপতিৰ দুয়োফালে অৱস্থিত হৈ তেওঁলোকে বিপুল বিক্ৰমেৰে আক্ৰমণ চলালে। কিন্তু আৰ্গিভবিলাকে ইতিমধ্যে প্ৰাচীৰৰ পিছফালে থকা সৈন্যদলবিলাকৰ শক্তি বৃদ্ধি কৰিছিল, আৰু সেইকাৰণে এতিয়া আৰম্ভ হোৱা যুদ্ধখন দুয়োপক্ষৰ কাৰণেই মাৰাত্মক হৈ পৰিছিল। বাহুবলী লিছীয়ান-সকলে প্ৰাচীৰ লঙ্ঘন কৰি ৰণতৰীসমূহৰ ফালে যাব পৰাকৈ বাট এটা উলিয়াব পৰা নাছিল। ডানান বৰ্শাচালকসকলেও গড়ত খোপনি পুটি থকা লিছীয়ানবিলাকক খেদাৰিত কৰিবলৈ সক্ষম হোৱা নাছিল। তেওঁলোকৰ মাজত মাত্ৰ ছিদ্ৰযুক্ত বেৰখনহে ব্যৱধান আছিল। উমৈহতীয়া পথাৰ এখনৰ মাজতে টাটি এখন দি হাতত দুহতীয়া নল একোডাল লৈ উচিত ভাগৰ কাৰণে সঙ্কীৰ্ণ ঠাই এডোখৰৰপৰা যুদ্ধ কৰা দুজন মানুহৰ দৰেই তেওঁলোকৰ অৱস্থা হৈছিল। এবুকুৱা বেৰখনৰপৰাই তেওঁলোকে পৰস্পৰৰ চামৰাৰ ঢালবিলাকত হানিছিল—বুকুত থকা বাৰৱেই হওক বা অন্যান্য পাতল আৱৰণেই হওক। বহুতো যোদ্ধাৰ দেহ নিদাৰুণ ব্ৰঞ্জৰ আঘাতত বিদীৰ্ণ হৈছিল, অকল

যে তেওঁলোকে আৱৰ্তন কৰোতে অৰক্ষিত পিঠিবিলাক ওলাই পৰোতেই এনে হৈছিল সেইটো নহয়, বহু ক্ষেত্ৰত ঢালবিলাক ভেদ কৰিয়ো বৰ্শাবিলাক গাত সোমাইছিল। সকলো ঠাইতে স্তম্ভ আৰু বেৰবিলাক একীয়ান আৰু ট্ৰজানৰ মিশ্ৰিত ৰক্তেৰে ৰঞ্জিত হৈ পৰিছিল। কিন্তু তত্ৰাচ ট্ৰজানবিলাকে শত্ৰুক ছেদেলি-ভেদেলি কৰিবলৈ সক্ষম হোৱা নাছিল। একীয়ানবিলাকে অবিচলিতভাৱে প্ৰতিৰোধ কৰি আছিল ; এজনী সংস্বভাৱৰ কাম কৰা তিৰোতাই ল'ৰা-ছোৱালীৰ ভৰণ-পোষণৰ কাৰণে সামান্য বেচৰ বিনিময়ত অতি নিয়াৰিকৈ উল সূতা জোখা তৰ্জুখনৰ দৰেই যুদ্ধৰ ভাৰসাম্যও অটুট হৈ আছিল। যুদ্ধখন এইদৰেই সমানে সমানে চলি আছিল, কিন্তু এনেতে জ্যুছে প্ৰায়াম পুত্ৰ হেক্টৰৰ হাতত কৰ্তৃত্ব অৰ্পণ কৰিলে আৰু তেৱেঁই প্ৰথমে জঁাপ মাৰি একীয়ান প্ৰাচীৰ লঙ্ঘন কৰিবলৈ সক্ষম হ'ল।

তেওঁ চিঞৰি উঠিল। তেওঁৰ কণ্ঠস্বৰ ট্ৰজান বাহিনীৰ মাজত ধ্বনিত প্ৰতিধ্বনিত হ'ল। তেওঁ উচ্চৈঃস্বৰে ক'লে, "ট্ৰয়ৰ ৰথীসকল, আৰ্গিভ প্ৰাচীৰ ধ্বংস কৰা, ৰণতৰীসমূহ ভস্মীভূত হোৱাৰ দৃশ্য উপভোগ কৰো আহা।" এনে এজন ট্ৰজান সেনা নাছিল, এই মন প্ৰাণ চঞ্চল কৰা আহ্বান যাৰ কৰ্ণগোচৰ হোৱা নাছিল। তেওঁলোকে মিলিতভাৱে প্ৰাচীৰ আক্ৰমণ কৰিলে, হাতত শাণিত বৰ্শা লৈ প্ৰতিৰক্ষামূলক চাপবিলাক অতিক্ৰম কৰি যাবলৈ ধৰিলে। কিন্তু হেক্টৰে প্ৰবেশ দ্বাৰখনৰ সমুখতে থকা পাথৰ এটা হাতেৰে তুলি ল'লে। পাথৰটো তলফালে বহল আৰু ওপৰফালে ক্ৰমাৎ জোঙা। পৰৱৰ্তী যুগৰ যি কোনো এখন নগৰৰ দুজন শ্ৰেষ্ঠ পুৰুষে সমস্ত শক্তি প্ৰয়োগ কৰিহে এই শিলটো দাণ্ডি মাটিৰপৰা ৰথত তুলিব পাৰিলেহেঁতেন। কিন্তু হেক্টৰে অৱলীলাক্ৰমে শিলটো হাতত তুলি ল'লে, জ্যুছে বিচক্ষণভাৱে তাৰ ভাৰ হ্ৰাস কৰি দিছিল। এজন ভেড়াৰখীয়াই ভেড়াৰ নোমৰ টোপোলা এটা এহাতে লৈ যাওঁতে যেনেকৈ গমেই নেপায়, সেইদৰেই হেক্টৰেও অতি সহজেই শিলটো দাণ্ডি লৈ দুতৰপীয়া ওখ দুৱাৰৰ জীৰ্ণ-শীৰ্ণ চৌকাঠৰ মাজত সোমাই থকা কপাটত আঘাত কৰিবলৈ অগ্ৰসৰ হ'ল। দুৱাৰখন পিছফালে লৰচৰ কৰিব পৰা দুডাল লোহাৰ অৰ্গল এডাল মাত্ৰ শলখাৰে সংযোগ কৰি বন্ধ কৰি থোৱা আছিল। তেওঁ আগবাঢ়ি গৈ দুই ভৰিৰ মাজত কিছু ব্যৱধান ৰাখি ভালকৈ খোপনি পুতি প্ৰচণ্ড শক্তিৰে পাথৰটো দুৱাৰখনৰ ঠিক মাজলৈ মাৰি পঠিয়ালে। দুৱাৰৰ দুয়োফালৰ কজা ভাগি গ'ল। নিজৰ গতিবেগৰ বলতেই শিলটোৱে দুৱাৰখন ভেদ কৰি গ'ল। প্ৰবল আঘাতত কপাট দুখন ভাগি খানবান হৈ গ'ল। দুৱাৰখনত তীব্ৰ শব্দ হ'ল

আৰু অৰ্গল দুডালো খোল খাই গ'ল। যশস্বী হেক্টৰ জঁাপ মাৰি ভিতৰত সোমাল। তেওঁৰ দৃষ্টিত আছিল নিবিড় অন্ধকাৰ। তেওঁৰ দুহাতে দুডাল বৰ্শা আছিল। তেওঁৰ সাজ-সজ্জা ধ্বংসৰ আলোকেৰে দীপ্তিময় হৈ পৰিছিল। প্ৰবেশদ্বাৰ অতিক্ৰম কৰি যাওঁতে দেৱতাৰ বাহিৰে আন কাৰো তেওঁক বাধা দিয়াৰ সাধ্য নাছিল। আৰু এতিয়া তেওঁৰ দুচকুত জুই জ্বলিছিল। তেওঁ পিছত থকা জনতাৰ ফালে উভতি ট্ৰজানসকলক প্ৰাচীৰ লঙ্ঘন কৰিবলৈ আদেশ দিলে। সৈন্যসকলেও তৎপৰতাৰে তাৰ প্ৰত্যুত্তৰ দিলে। কিছুমান প্ৰাচীৰৰ উপৰিভাগত থ্ৰপ খালে, আনবিলাকে দুৱাৰখনেদিয়েই দলে দলে ভিতৰলৈ যাবলৈ ধৰিলে। ডানানবিলাক আতঙ্কগ্ৰস্ত হ'ল। তেওঁলোকে শূন্যগৰ্ভ জাহাজবিলাকৰ মাজেদি পলাবলৈ ধৰিলে, এক নাৰকীয় বিভীষিকাৰ সৃষ্টি হ'ল।

## তেৰ

# বিপন্ন নৌবাহিনী

জ্যুছে হেক্টৰ আৰু ট্ৰজানবাহিনীক ৰণতৰীৰ কাষ চাপিবলৈ সমৰ্থ কৰাৰ পিছত তেওঁলোকক শত্ৰুৰ লগত হোৱা বিৰামহীন সমৰৰপৰা উদ্ভূত অসীম দুৰ্গতি আৰু অসহ্য যন্ত্ৰণাৰ কবলত নিক্ষেপ কৰি, প্ৰদীপ্তনয়নেৰে সুদূৰ দিগন্তৰ ফালে দৃষ্টিপাত কৰিলে। তেওঁ অশ্বপালন কৰা থ্ৰেচীয়ান, হতাহতি যুদ্ধত সুনিপুণ মিছিয়ান, অশ্বদুগ্ধ পান কৰা অভিজাত হিপ্পিমল্গি আৰু পৃথিৱীৰ সকলোতকৈ আইন শৃঙ্খলা মানি চলা জাতি আবাইসকলৰ ৰাজ্যবিলাক তেওঁ ব্যাপকভাৱে নিৰীক্ষণ কৰিলে। তেওঁৰ দিব্যদৃষ্টি ট্ৰয়ৰাজ্যৰ ওপৰত আৰু এবাৰো পতিত নহ'ল। সেই মুহূৰ্তত অমৰসকলে ট্ৰজান বা ডানানবাহিনীক সহায় কৰিবলৈ আহিব পাৰে বুলি তেওঁৰ মনত নেখেলালে।

কিন্তু নিজৰ অৱস্থানৰপৰা প্ৰভু পছাইডনে অতি সতৰ্কভাৱে পৰ্যবেক্ষণ কৰি আছিল। গছ-গছনিয়ে ছাটি থোৱা ছামোথ্ৰেচী পৰ্বতৰ উচ্চতম শৃঙ্গত উপবেশন কৰি তেওঁ মুগ্ধভাৱে যুদ্ধৰ গতি-গোত্ৰ লক্ষ্য কৰি আছিল। তেওঁ মহা-সমুদ্ৰৰপৰা উঠি আহি সেই ঠাইডোখৰকে বাছি লৈছিল, কাৰণ তাৰপৰা সমস্ত ইডা পৰ্বত, প্ৰায়ামৰ নগৰ আৰু একীয়ান ৰণতৰীসমূহ দৃষ্টিগোচৰ হয়। সেই মুহূৰ্তত পৰাজয় বৰণ কৰিব লগা হোৱা একীয়ানবিলাকৰ প্ৰতি তেওঁৰ কৰুণা উপজিল। জ্যুছৰ ওপৰত তেওঁ অতিশয় ক্ৰুদ্ধ হ'ল।

তেওঁ গাত্ৰোত্থান কৰি, ক্ৰমাবনত শিলাময় পাহাৰেদি প্ৰবলবেগে নামি আহিল। অৱৰোহণৰত দেৱতাজনৰ অবিনশ্বৰ চৰণৰ প্ৰচণ্ড আঘাতত সুউচ্চ পৰ্বত আৰু বনভূমি কম্পমান হ'ল। তেওঁ তিনিবাৰ পদক্ষেপ কৰিলে আৰু চতুৰ্থ বাৰত গন্তব্যস্থান এজেয়িত উপনীত হ'ল। ইয়াতে এটা গভীৰ হ্ৰদৰ মাজত তেওঁৰ এটা স্বৰ্ণমন্দিৰ আছে আৰু চিৰকাল থাকিব। ইয়াতেই তেওঁ ৰথত এহাল বেগী ঘোঁৰা যুতি ল'লে। ঘোঁৰাহালৰ আছিল বৈ পৰা সোণোৱালী কেশৰ আৰু সিহঁতৰ খুৰাও আছিল সুকঠিন। স্বৰ্ণাভৰণেৰে বিভূষিত হৈ তেওঁ সুনিৰ্মিত কনকদণ্ড এডাল হাতত তুলি ল'লে আৰু ৰথত আৰোহণ কৰি তৰঙ্গৰাশিৰ ওপৰে ওপৰে যাবলৈ ধৰিলে। সমুদ্ৰৰ জীৱ-জন্তুবিলাকে সিহঁতৰ অধিপতিৰ পৰিচয় নোপোৱাকৈ নেথাকিল। দুয়ো কাষৰ গহ্বৰবিলাকৰপৰা জাকে জাকে ওলাই আহি সিহঁতে তেওঁৰ আগমনত আনন্দেৰে নাচিবলৈ ধৰিলে। বিৰাট বাৰিধিয়ে সহৰ্ষে তেওঁক

বাট এৰি দিলে। ধোঁৱা-হালে বায়ুবেগে চেকুৰ মেলিলে। আৰু সিহঁতে তেওঁক একীয়ান নৌবাহিনীৰ ফালে বহন কৰি নিওঁতে ৰথৰ ব্ৰঞ্জ নিৰ্মিত অক্ষদণ্ড শুকান হৈয়েই আছিল।

টেনিডছ আৰু পাহাৰী ইম্ব্ৰছৰ মাজভাগতে সাগৰৰ গভীৰ অংশ এটাত এটা ডুবি আছে। ইয়াতে ভূমিকম্পৰ সৃষ্টিকাৰী পছাইডনে ধোঁৱাহাল মুকলি কৰি, সিহঁতৰ কাৰণে অমৃতোপম খাদ্যৰ ব্যৱস্থা কৰিলে আৰু সিহঁতৰ ঠেংবিলাক সোণালী ৰজ্জুৰে যুতি দিলে। এই বান্ধৰপৰা মুক্ত হোৱা সিহঁতৰ সাধ্যাতীত আছিল। তেওঁ উভতি অহা পৰ্যন্ত যাতে সিহঁত সেই ঠাইতেই থাকে তাৰবাবেই তেওঁ এই সুনিশ্চিত উপায় অবলম্বন কৰিছিল। তাৰ পিছত তেওঁ একীয়ান ছাউনীবিলাকৰ ফালে যাত্ৰা কৰিলে।

ইয়াত ধুমুহা নতুবা ভীষণ দাবানলৰ দৰে ট্ৰজানসকল মিলিত হৈ প্ৰায়াম পুত্ৰ হেক্টৰৰ পৰিচালনাত অদমনীয় হিংস্ৰভাবে আক্ৰমণ চলাইছিল। নৌবাহিনী অধিকাৰ কৰা আৰু শ্ৰেষ্ঠ একীয়ান বীৰসকলক বিনাশ কৰাৰ বিষয়ে তেওঁলোক ইমান আশান্বিত হৈছিল যে চিৰাচৰিত প্ৰথা অনুসাৰে ৰণহুঙ্কাৰ কৰি বৃথা পৰিশ্ৰম কৰিবলৈও অনিচ্ছুক হৈছিল। কিন্তু এনে সময়তে ভূমিকম্পৰ অধিপতি বসুধাবলয় পছাইডন সমুদ্ৰৰ গৰ্ভৰপৰা আৰ্গিভসকলক নতুন বলেৰে বলীয়ান কৰিবলৈ ওলাই আহিল। কেলচাছৰ উদাত্ত কণ্ঠ আৰু আকৃতি পৰিগ্ৰহ কৰি তেওঁ আয়াছদ্বয়ৰ সমুখত উপস্থিত হ'ল। অৱশ্যে তেওঁলোকক উদগনি দিয়াৰ বেছি প্ৰয়োজন নাছিল। তেওঁ ক'লে, "মহোদয়সকল, আপোনালোকে সাহস আৰু ধৈৰ্য অব্যাহত ৰাখক, আতঙ্কৰ হীন মনোভাবক অন্তৰত স্থান নিদিব। আপোনালোক দুজনেই একীয়ানসকলক উদ্ধাৰ কৰিবলৈ সমৰ্থ হ'ব। ট্ৰজানবিলাকে সদলবলে বৃহৎ প্ৰাচীৰখন লঙ্ঘন কৰিছে। তেওঁলোকক দুৰ্নিবাৰ যেন দেখা গ'লেও মই যুদ্ধক্ষেত্ৰৰ বাকীবিলাক অংশৰ বাবে বিশেষ চিন্তিত নহয়। এইখিনিতেহে মই বিপৰ্যয়ৰ আশঙ্কা কৰো। কাৰণ ইয়াতেই উন্মত্ত হেক্টৰে আগশাৰীত থাকি লেলিহান অগ্নিশিখাৰ দৰে আক্ৰমণ কৰিছেহি। তেওঁ নিজকে প্ৰবল পৰাক্ৰমী জ্যুছৰ পুত্ৰ বুলি ভাবে। আপোনালোক দুজন ইয়াতেই দৃঢ়ভাৱে অৱস্থিত হৈ বাকীবিলাকক সাহায্য কৰা উচিত হ'ব বুলি যদি কোনোবা দেৱতাই আপোনালোকক দেখুৱাই দিব পাৰে, তেনেহ'লে এতিয়াও আপোনালোকে সুদৃঢ় জাহাজবিলাকৰ ফালে চলোৱা হেক্টৰৰ আক্ৰমণ প্ৰতিহত কৰিব পাৰিব, স্বয়ং অলিম্পিয়ান জ্যুছৰপৰা যিমানেই তেওঁ প্ৰচণ্ড শক্তি বা উৎসাহ লাভ নকৰক।"

ইয়াকে কৈ ধৰণীবেষ্টনকাৰী ভূমিকম্পৰ সৃষ্টিকৰ্তাই তেওঁলোকক দণ্ড-

ডালেৰে স্পৰ্শ কৰিলে। তাৰ ফলত তেওঁলোক নিৰ্ভীক সঙ্কল্পেৰে অনুপ্ৰাণিত হ'ল। তেওঁলোকে নতুন জীৱন লাভ কৰিলে। তাৰ পিছত উচ্চগিৰি শিখৰৰপৰা অলপ চাইচিতি অন্য এটা চৰাইক চোঁমাৰি ভৈয়ামৰ ফালে খেদি যোৱা চিকাৰী ঈগল এটাৰ গতিবেগেৰে ভূমিকম্পৰ সৃষ্টিকাৰী পছাইডন তেওঁলোকৰ সীমিত জ্ঞানৰ অগোচৰ হৈ অদৃশ্য হ'ল। আয়াছদ্বয়ৰ ভিতৰত ধাৱনকাৰী অইলাছ পুত্ৰই তেওঁক দেৱতা বুলি প্ৰথমেই জানিব পাৰিছিল। টেলামন-তনয়ৰ ফালে ঘূৰি চাই তেওঁ ততালিকে মাত লগালে, "আয়াছ, এইমাত্ৰ যে আমাক নৌবাহিনী ৰক্ষাৰ্থে যুদ্ধ কৰিবলৈ উদগনি দি গ'ল, তেওঁ স্বৰ্গৰ কোনোবা এজন দেৱতা। ভৱিষ্যৎ বক্তাজনৰ বেশ ধৰি আহিছে যদিও তেওঁ আমাৰ জ্যোতিষী কেলচাছ নহয়। তেওঁ যাবৰ সময়ত মই তেওঁৰ ভৰিৰ গোৰোৱা আৰু আঁঠুৰ পিছফাল দেখা পাইছো। সেয়ে যথেষ্ট প্ৰমাণ—এজন দেৱতাক চিনি পাবলৈ বিশেষ টান নহয়। অকল সেয়ে নহয়, মই মোৰ অন্তৰতো এটা পৰিৱৰ্তন অনুভৱ কৰিছো। মই ৰণৰ কাৰণে আগতকৈ দুগুণে উৎসাহী, যুদ্ধ কৰিবলৈ মোৰ হাত-ভৰিত পিৰপিৰণি উঠিছে।"

টেলামনীয় আয়াছে উত্তৰ দিলে, "মোৰো একে অৱস্থা। মোৰ বিশাল হাতদুখনো বৰ্শা নিক্ষেপ কৰিবলৈ উচপিচাই আছে। অন্তৰত মই নতুন বলশক্তি পাইছো। ভৰি দুটায়ো যাওঁ যাওঁ কৈ নাচি আছে। প্ৰায়াম পুত্ৰ দুৰ্মদ হেক্টৰক অকলশৰে লগ ধৰিব পাৰিলে মই সুখী হ'ম।"

দুয়োজন আয়াছে এইদৰে দেৱতাৰ দ্বাৰা প্ৰণোদিত হৈ ৰণোল্লাসত কথোপকথন কৰি থাকোতেই সিফালে বসুধাবেষ্টন কৰ্তাই পশ্চাৎবৰ্তী একীয়ান-বিলাকক উৎসাহিত কৰিছিল। তেওঁলোকে সুদৃঢ় জাহাজবিলাকৰ কাষত নিৰাশ ভাব পৰিহাৰ কৰি মনৰ উদ্দীপনা ঘূৰাই আনিবলৈ চেষ্টা কৰি আছিল। অকল যে ক্লান্তি আৰু অৱসাদতেই তেওঁলোকে মনোবল হেৰুৱাইছিল এনে নহয়, অগণন ট্ৰজান সৈন্যই দলে দলে প্ৰাচীৰ অতিক্ৰম কৰা দেখি তেওঁলোক হতভম্ব হৈ পৰিছিল। তেওঁলোকক দেখা পাই একীয়ানসকলৰ চকু চলচলীয়া হৈছিল আৰু উদ্ধাৰৰ আশাৰ ৰেঙনি এটিও তেওঁলোকৰ নয়নগোচৰ হোৱা নাছিল। কিন্তু এতিয়া দেৱতানুলভ স্বচ্ছন্দতাৰে, ভূমিকম্পৰ সৃষ্টিকৰ্তাই সৈন্যবিলাকৰ মাজত প্ৰৱেশ কৰি তেওঁলোকৰ পিছে পিছে ঘূৰি ফুৰিছিল। তেওঁ জয় জয়তে টিউছাৰক লগ ধৰি তেওঁক উদগনি দিলে; পিছত ক্ৰমে লেইটাছ, ভদ্ৰ পেনিলিয়াছ, ঠোৱাছ, ডেইপাইৰাছ আৰু আলোড়নৰ সৃষ্টিকাৰী এন্টিলকাছক আৰু মেৰিয়নিছক উৎসাহিত কৰিলে। কঠোৰ বাক্য-বাণেৰে তেওঁ আৰ্গিভবাসক জগাই তুলিলে।

"আৰ্গিভমণ্ডলী, তোমালোকে লাজ পোৱা উচিত, তোমালোক অপদাৰ্থ, অনভিজ্ঞ সৈনিকনেকি? তোমালোকেই সেইসকল পুৰুষ যাৰ সাহস আৰু বীৰত্বৰ ওপৰতেই মই জাহাজবিলাক ৰক্ষা কৰাৰ আস্থা স্থাপন কৰিছিলো। যুদ্ধৰ গতি দুঃসহ হৈ পৰিছে, সঁচা কথা, কিন্তু সেই বুলিয়েই যদি তোমালোক ভাঙি পৰিছা তেন্তে ট্ৰজানবিলাকে আমাক পৰাজিত কৰাৰ দিনটো প্ৰকৃততে সমাগত। হায়, মই কি অমঙ্গলীয়া লক্ষণ দেখা পাইছো! এনে এটা ভয়ঙ্কৰ দৃশ্য দেখিম বুলি মই সপোনতো ভবা নাছিলো। ট্ৰজানবিলাকে কি আমাৰ নৌবাহিনী অধিকাৰ কৰিব? পূৰ্বতে সিহঁত আছিল ভয়াতুৰ ভেলেঙীৰ দৰেই। অতি নিমাখিত আৰু উদ্দেশ্যবিহীনভাৱে সিহঁত হাবিয়ে-বননিয়ে অনাই বনাই ফুৰে। সিহঁত শিয়াল, বাঘ আৰু কুকুৰনেচীয়াৰ পেটত সোমায়, কাৰণ বাধা দিব পৰা শক্তি সিহঁতৰ নাই। ট্ৰজানবিলাকৰো অৱস্থা তেনেকুৱাই আছিল, যাতে আমাৰ লগত মুখামুখীকৈ যুদ্ধ কৰিব লগা নহয় তাৰবাবে সিহঁত সদায় সতৰ্ক আছিল। এতিয়া সিহঁতে নগৰখনৰপৰা বহুত আঁতৰি আহি আমাৰ শূন্যগৰ্ভ জাহাজবিলাকৰ ওচৰতে যুদ্ধ কৰিছেহি। ইয়াৰ কাৰণ হৈছে আমাৰ অধিনায়কৰ অযোগ্যতা আৰু সৈন্য-বাহিনীৰ শিথিলতা। তেওঁলোক নায়কজনৰ ওপৰত ইমান বিৰূপ হৈছে যে তেওঁলোকে আত্মৰক্ষাৰ পৰিবৰ্তে ৰণতৰীসমূহৰ সমীপতে প্ৰাণ বিসৰ্জন দিবলৈ প্ৰস্তুত। আমাৰ সৰ্বাধিনায়ক আট্ৰিউছ-নন্দন আগামেমননে মহান ধাৰক একিলিছক অপমান কৰিছে। যদিও তেওঁ সমস্ত দোষৰ ভাগী নহয়, তথাপি আমি এইদৰে ৰণভঙ্গ দিয়া উচিত নহয়। কিন্তু সাহসী লোকে পুনৰ শক্তি সঞ্চয় কৰিব পাৰে, আমি শীঘ্ৰে আমাৰ দোষ-ত্ৰুটীবিলাক সংশোধন কৰা উচিত। উদাহৰণ স্বৰূপে, তোমালোকৰ দৰে সৈন্যবাহিনীৰ শ্ৰেষ্ঠ বীৰসকল এইদৰে হাত-সাবটি বহি থকা দৃশ্যটো অলপো আকৰ্ষণীয় নহয়। কোনোবা দুৰ্বল, হতভগীয়া লোক এইদৰে ৰণ বিমুখ হোৱাটো হয়তো মাৰ্জনীয়। কিন্তু তোমালোকৰ কথা সুকীয়া, তোমালোকৰ লগত মোৰ আশাসুধীয়াভাৱে কাজিয়া কৰাৰ ইচ্ছা। বন্ধুসকল, তোমালোকৰ এই কৰ্মবিমুখতা এটা অতি সঙ্কটজনক অৱস্থালৈ আধা আধি ঢাল খাইছে। মহান হেক্টৰে বন্ধ কপাট আৰু সুদীৰ্ঘ কীলক ভাঙি পেলাইছে, তেওঁৰ ৰণহুঙ্কাৰ প্ৰত্যেকখন জাহাজত ধ্বনিত প্ৰতিধ্বনিত হৈছে। তেনেহ'লে তোমালোকৰ মনত এনে ভাৱৰ উদয় হোৱা নাইনে যে এনে এটা বিপৰ্যয়ৰ আগমুহূৰ্তত তোমালোকৰ এই আচৰণে তোমালোকক কেনেকুৱা লজ্জা আৰু অপমানৰ পাত্ৰ কৰিব পাৰে?"

এই উত্তেজনাপূৰ্ণ বচনেৰে বসুধা বেষ্টনকাৰীয়ে ইমান সফলভাৱে আৰ্গিভ

সকলৰ সমন্বয় সাধন কৰিলে যে তেওঁলোক আয়াছদ্বয়ৰ সৈতে সংগঠিত হ'ল, তেওঁলোকৰ শক্তি ইমান প্ৰবল হৈছিল যে তেওঁলোকৰ দৰ্শন পাই স্বয়ং ৰণ দেৱতা নাইবা দেৱদূত বাহিনীৰ অধ্যক্ষ এথেনীও থমকি ৰ'লহেঁতেন। তেওঁলোকৰ শ্ৰেষ্ঠ সৈনিকসকলৰ মাজত বাছকবনীয়া বীৰসকল কুমাৰ হেক্টৰৰ প্ৰতীক্ষাত তাতে থিয় হৈ থাকিল। বৰ্শা আৰু কিঞ্চিদবনত ঢাল সংলগ্ন হৈ থকা বাৰু, শিৰস্ত্ৰাণ আৰু সুবিন্যস্ত সৈনিকৰ শাৰীয়ে এটা অভেদ্য প্ৰতিবন্ধকৰ সৃষ্টি কৰিলে। সৈন্য বিন্যাস ইমান ঘন হৈছিল যে তেওঁলোকে শিৰ সঞ্চালন কৰিলে পাখিলগা শিৰস্ত্ৰাণৰ চূড়াবিলাকৰ সংঘৰ্ষ হৈছিল আৰু শক্তিশালী হাতেৰে বৰ্শাবিলাক আন্দোলিত কৰিলে গোটেইবোৰ একাকাৰ হৈ পৰিছিল। তেওঁলোকে সুস্থিৰভাৱে সমুখৰ ফালে নিৰীক্ষণ কৰি আছিল আৰু আক্ৰমণৰ কাৰণে ব্যগ্ৰ হৈ পৰিছিল।

হেক্টৰক আগত লৈ ট্ৰজানবিলাক সদলবলে আগবাঢ়ি আহিছিল। তেওঁলোকৰ অগ্ৰগতি আছিল শীতকালৰ বৰষুণত পৰিপুষ্ট হোৱা নদী এখনৰ বাঢ়নী পানীয়ে তলৰ মাটি খান্দি খহাই দিয়া প্ৰকাণ্ড, কিম্ভূতকিমাকাৰ পাথৰ এটা পাহাৰৰ ওপৰৰপৰা শিলাময়, ক্ৰমাবনত অংশইদি হিলদল ভাঙি বাগৰি অহাৰ দৰে। প্ৰথম অৱস্থাত বহুত ওখৰপৰা শূন্যৰ মাজেদি তীব্ৰবেগে নামি অহা শিলটোৱে ভীষণ শব্দেৰে হাবি-বন মহতিয়াই যাওঁতে বনভূমি ধ্বনিত প্ৰতিধ্বনিত হয় আৰু অৱশেষত অবাধ গতিৰে নিম্নগামী হৈ সমতল অঞ্চল পাই বাগৰি বাগৰি অনিচ্ছা সত্ত্বেও ৰৈ যাব লগা হয়। এইদৰে অলপ সময়ৰ কাৰণে হ'লেও হেক্টৰে অনায়াসে একীয়ান শিবিৰ আৰু তৰীবিলাকৰ মাজেদি সমুদ্ৰৰ পাৰত উপনীত হোৱাৰ উপক্ৰম হৈছিল, যাত্ৰাপথত সংঘটিত হৈছিল হত্যাৰ বিভীষিকা। কিন্তু সেই সংহত ব্যূহৰ প্ৰতিবন্ধকতা পাই তেওঁৰ গতি কঠোৰভাৱে ব্যাহত হ'ল। একীয়ানবিলাকেও তেওঁৰ মুখামুখী হৈ তেওঁক লক্ষ্য কৰি অসি চালনা আৰু দুটা জোং থকা বৰ্শা নিক্ষেপ কৰিবলৈ ধৰিলে। হেক্টৰ বিব্ৰত হৈ পিছ হুহঁকি যাব লগা হ'ল, কিন্তু তেওঁ চিঞৰি চিঞৰি সৈন্যসকলক সম্বোধন কৰি ক'লে, "ট্ৰজান আৰু লিছিয়ানসকল, হতাহতি যুদ্ধত সুনিপুণ ডাৰ্ডানীয়সকল, মোৰ সাহায্যৰ কাৰণে আগবাঢ়ি আহা। একীয়ানবিলাকে মোক বেছি সময় বাধা দি ৰাখিব নোৱাৰে। সিহঁত গড়ত খাজ খাই থকা শিলবিলাকৰ দৰে নিকপকপীয়া হ'লেও হিৰীপতি বজ্ৰপাণি আৰু দেৱশ্ৰেষ্ঠ জ্যুছে যদি সঁচাকৈয়ে মোক ইয়ালৈ লৈ আহিছে তেন্তে মোৰ বৰ্শাৰ আঘাতত সিহঁত ছিন্নভিন্ন হ'ব।"

তেওঁৰ উত্তেজনাপূৰ্ণ আহ্বানত দলৰ সকলো সৈনিকেই অনুপ্ৰাণিত হ'ল। তেওঁৰ ভায়েক ডেইফবাছে অতিশয় উদ্দীপনাৰে ঘূৰণীয়া ঢালখন সমুখৰ ফালে

জোকাৰি জোকাৰি দলটোৰ মাজৰপৰা আগবাঢ়ি গ'ল। তেওঁ ঢালখনৰ আঁৰ লৈ উলাহত আগবাঢ়ি যাওঁতে মেৰিয়নিছে তেওঁক লক্ষ্য কৰি তিৰবিৰাই থকা বল্লম এপাট মাৰি পঠিয়ালে। তেওঁ লক্ষ্যভ্ৰষ্ট হোৱা নাছিল। বল্লমপাট ঘূৰণীয়া গৰুছালৰ ঢালখনত লাগিল। কিন্তু দীঘল বল্লমপাটে ঢালখন বিদীৰ্ণ কৰিব নোৱাৰিলে, বৰং জোৰাটোতে ভাগিহে থাকিল। ডেইফবাছে ছালৰ ঢালখন এহাতমান আঁতৰতে ৰাখিছিল, কাৰণ বাহুবলী মেৰিয়নিছৰ বল্লমলৈ তেওঁৰ ভয় আছিল। সেইদেখি সম্ভ্ৰান্ত বীৰজনে এতিয়া পুনৰ পিছত থকা বন্ধুবৰ্গৰ আশ্ৰয় ল'লে। ভগা বল্লমপাট হেৰুৱাই আৰু বিজয়ৰপৰা বঞ্চিত হৈ মেৰিয়নিছ ক্ৰুদ্ধ হৈছিল। তেওঁ অনতিপলমে একীয়ান শিবিৰ আৰু জাহাজবিলাকৰ ফালে যাত্ৰা কৰিলে। নিজৰ কুটীৰত থৈ অহা দীঘল বৰ্শা এপাট অনাই তেওঁৰ উদ্দেশ্য আছিল।

কিন্তু বাকীবিলাকৰ মাজত যুদ্ধ চলি থাকিল। যুদ্ধৰ কোলাহলে আকাশ বিদীৰ্ণ কৰিলে। টেলামন-তনয় টিউছাৰে প্ৰথমে এজন সৈনিকৰ প্ৰাণ ল'লে। নিহত বীৰজন আছিল অশ্বপালক মেণ্টৰৰ পুত্ৰ, বৰ্শাচালক ইম্ব্ৰিয়াছ। একীয়ান অভিযানৰ আগতে তেওঁ পেডেয়ুমত বাস কৰিছিল, প্ৰায়ামৰ অবৈধ কন্যা মেডিছি-কাষ্টিৰ লগত তেওঁৰ বিবাহ হৈছিল। ঢৌৰ মাজেদি পাখি দিয়া ডানান নৌ-বাহিনী উপস্থিত হোৱাৰ পিছত তেওঁ ইলিয়ামলৈ উভতি আহিছিল আৰু ট্ৰোজান-সকলৰ মাজত বিশিষ্ট স্থান অধিকাৰ কৰিছিল। তেওঁ প্ৰায়ামৰ লগতে আছিল। প্ৰায়ামেও তেওঁক নিজৰ পুত্ৰৰ দৰে ব্যৱহাৰ কৰিছিল। টিউছাৰে তেওঁক কাণৰ ঠিক তলতে হানিলে আৰু দীঘল বল্লমপাট আজুৰি উলিয়াই লৈ গ'ল। পথ নিৰ্দেশ ৰূপ পাহাৰৰ শৃঙ্গত থকা এছ গছ এজোপা কুঠাৰৰ আঘাতত যেনেকৈ কুঁহি পাতেৰে সৈতে মাটিত সশব্দে বাগৰি পৰে, সেইদৰেই ইম্ব্ৰিয়াছৰো পতন হ'ল। অলঙ্কৃত ব্ৰঞ্জৰ সাজ-সজ্জাবিলাক তেওঁৰ পতনত ঝনঝনাই উঠিল।

তেওঁৰ কৱচ, বৰ্ম আদি খুলি ল'বৰ কাৰণে টিউছাৰ অগ্ৰসৰ হ'ল। তেওঁ সেই কাৰ্য কৰি থাকোতেই হেক্টৰে তেওঁক লক্ষ্য কৰি এডাল চিকচিকাই থকা বৰ্শা নিক্ষেপ কৰিলে। কিন্তু টিউছাৰ সজাগ হৈ আছিল। তেওঁ কাণে-কাণ-মাৰিহে সাৰিল। ইতিমধ্যে বৰ্শাপাটে ক্তিয়েটাছ পুত্ৰ এক্টৰ বংশৰ এম্ফিমেকাছৰ হৃদয় বিদীৰ্ণ কৰিলে। হুলস্থুল লাগি থকা ঠাইলৈ তেওঁ আহি থাকোতেই এই দুৰ্ঘটনা ঘটিল। তেওঁ সশব্দে বাগৰি পৰিল আৰু অস্ত্ৰ-শস্ত্ৰবিলাক ঝনঝনাই উঠিল। তেওঁৰ মূৰত মজবুতভাৱে লাগি থকা শিৰস্ত্ৰাণটো খুলি ল'বৰ কাৰণে হেক্টৰ সোঁচা মাৰি যাওঁতেই আয়াছে তেওঁৰ ফালে এডাল চিকচিকীয়া বৰ্শা টোৱালে। কিন্তু তেওঁৰ দেহৰ কোনো অংশই অনাবৃত হৈ থকা নাছিল।

কৰাল্দর্শন ব্রঞ্জৰ আৱৰণেৰে তেওঁ সম্পূর্ণ আবৃত আছিল। আয়াছে নিক্ষেপ কৰা অস্ত্র তেওঁৰ কাৰুকার্য খচিত অংশত লাগিল মাথোন। কিন্তু আঘাতটো ইমান প্রচণ্ড আছিল যে হেক্টৰে মৃতদেহ ছুটা একীয়ানবিলাকৰ হাতত এৰি পিছ হুহঁকিব লগা হ'ল। এথেনীয় সেনাপতি ষ্টিছিয়াছ আৰু কুমাৰ মেনিষ্টিউছে এম্ফিমেকাছক নিজৰ সৈন্যবাহিনীৰ মাজলৈ কঢ়িয়াই লৈ গ'ল। সকলো বিপদলৈ আওকাণ কৰি আয়াছদ্বয়ে ইম্ব্রিয়াছৰ মৃতদেহ হস্তগত কৰিলে। বৰ্খীয়াৰ কেংকেঙাই থকা কুকুৰবিলাকৰ মুখৰ আগৰপৰাই ছাগলী এটা থাপ মাৰি আনি দাঁতেৰে কামুৰি ধৰি দাঙি লৈ সেই ঠাই এৰি হাবি-বনৰ মাজেদি কঢ়িয়াই লৈ যোৱা এহাল সিংহৰ দৰে শিৰস্ত্রাণ পৰিহিত আয়াছদ্বয়েও ইম্ব্রিয়াছক ওপৰলৈ তুলি লৈ তেওঁৰ সাজ-সজ্জাবিলাক সোলোকালে। এম্ফিমেকাছৰ মৃত্যুত অতিশয় ক্রুদ্ধ হৈ অইলিউছ তনয়ে এক আজোৰে ইম্ব্রিয়াছৰ মূৰটো কোমল গ্রীবাৰপৰা বিছিন্ন কৰি গোলক এটাৰ দৰে জনতাৰ মাজেদি হেক্টৰৰ ভৰিৰ কাষতে মাটিত পৰাকৈ সজোৰে নিক্ষেপ কৰিলে।

পছাইডনে নাতিয়েক এম্ফিমেকাছ যুদ্ধত নিহত হোৱা দেখা পাই তিক্ত-ভাৱে ব্যথিত হ'ল। তেওঁ একীয়ানবিলাকক উৎসাহিত কৰিবলৈ আৰু ট্রজান-বিলাকৰ মাজত অথন্তৰৰ সৃষ্টি কৰিবলৈ, জাহাজ আৰু ছাউনীবিলাকৰ মাজে মাজে যাবলৈ ধৰিলে। তেওঁ প্রসিদ্ধ বর্শাচালক আইডমিনিউছক লগ পালে। আইডমিনিউছ তেতিয়া তেওঁৰ দলৰে লোক এজনৰ লগত আছিল। সৈনিকজনে কৰঙনৰ পিছফালে বর্শাৰ আঘাত পাই ঠিক সেইমাত্র ৰণক্ষেত্রৰপৰা উভতি আহিছিল। মানুহজনক তেওঁৰ সঙ্গীবিলাকে দাঙি আনিছিল। চিকিৎসক-বিলাকক দিহা-পৰামর্শ দিয়াৰ পিছত তেওঁ শিবিৰলৈ যাবলৈ উপক্রম কৰিছিল। অৱশ্যে যুদ্ধক্ষেত্রলৈ যাবলৈ তেওঁৰ সম্পূর্ণ ইচ্ছা আছিল। এনেতে এণ্ড্রেইমন পুত্র ঠোৱাছৰ কণ্ঠস্বৰ অনুকৰণ কৰি ভূমিকম্পৰ অধিপতিয়ে তেওঁক সম্বোধন কৰিলে। এণ্ড্রেইমন আছিল প্লিউৰণ আৰু পার্বত্য কেলিডনৰ ৰজা। তেওঁৰ দ্বাৰা শাসিত আইটলীয় প্রজাবিলাকে তেওঁক অতিশয় শ্রদ্ধা কৰিছিল। তেওঁ ক'লে, "ক্রিটান সেনাপতি, আইডমিনিউছ, আমি একীয়ানবিলাকে যে ট্রজানবিলাকক ইমান ভাবুকি দিছিলো, এতিয়া তাৰ কি ফল হ'ল?"

ক্রিটৰাজ আইডমিনিউছে উত্তৰ দিলে, "ঠোৱাছ, মই যিমানদূৰ দেখিছো, ইয়াৰ বাবে কাৰো গাত দোষ নাই। আমি সকলোৱেই অভিজ্ঞ যোদ্ধা। ভয়ত কোনেও পুৰুষৰ পক্ষে অশোভনীয় কার্য কৰা নাই, আতঙ্কত কোনেও ভয়ঙ্কৰ যুদ্ধৰপৰা পলায়নো কৰা নাই। মোৰ মনেৰে আর্গছৰপৰা বহুত আঁতৰত থকা

এই সুদূৰ দেশখনত একীয়ানবিলাক এইদৰে লাঞ্ছিত আৰু অপমানিত হোৱাটো ক্ৰনছৰ মহাপৰাক্ৰমী পুত্ৰৰ অভিপ্ৰেত। কিন্তু ঠোৱাছ, তুমিতো সদায়ে ধীৰ-স্থিৰ, মনোবল হেৰুওৱা মানুহক উৎসাহিত কৰাতো তুমি সুনিপুণ। এতিয়া তুমি ঢিলাই নিদিবা। মানুহবিলাকৰ মনত সাহসৰ সঞ্চাৰ কৰা।"

ভূমিকম্পৰ অধিপতিয়ে সমিধান দিলে, "আইডমিনিউছ, যিজন সৈনিকে আজি যুদ্ধত যোগ্যতাৰ পৰিচয় দিবলৈ অপাৰগ হয়, তেওঁ ট্ৰয়ৰপৰা ঘৰলৈ উভতি যোৱাৰ প্ৰয়োজন নাই, ইয়াতেই সিহঁতে শ্বাপদৰ মনোৰঞ্জন কৰক! আহা, অস্ত্ৰ ধাৰণ কৰি মোৰ পিছে পিছে আহা। আমি এই কাৰ্য একেলগে সম্পাদন কৰিব লাগিব, যদিহে আমাৰ অলপমানো প্ৰয়োজনীয়তা আছে। মিলিতভাৱে ৰণ কৰিলে অতি নিম্নখাপৰ সৈনিকেও সাহস সঞ্চয় কৰিব পাৰে। আমি দুজনে ইমানদিন যুদ্ধক্ষেত্ৰত শ্ৰেষ্ঠাংশ গ্ৰহণ কৰি আহিছো।"

ইয়াকে ব্যক্ত কৰি দেৱতাজন পুনৰাই প্ৰচণ্ড আলোড়নৰ মাজলৈ উভতি গ'ল। আইডমিনিউছে তেওঁৰ সুনিৰ্মিত কুটীৰলৈ গৈ চমৎকাৰ অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত হ'ল। হাতত দুপাট বৰ্শা লৈ তেওঁ ওলাই আহিল। মানৱ জাতিৰ প্ৰতি কোনো বাৰ্তা প্ৰেৰণ কৰিবৰ সময়ত ক্ৰনছ-নন্দনে হাতত তুলি লয় বৈদ্যুতিক আয়ুধ, আৰু অলিম্পাছৰ উজ্জ্বল শিখৰৰপৰা নিক্ষিপ্ত অশনীয়ে সুদূৰ আকাশ মুহূৰ্তৰ কাৰণে আলোকিত কৰে। এতিয়া তেৰেঁা বজ্ৰৰ দৰে দীপ্তিমান হৈ পৰিছিল আৰু ক্ষিপ্ৰগতিত অগ্ৰসৰ হওঁতে আইডমিনিউছৰ বুকুত ব্ৰঞ্জৰ চিকমিকনি উঠিছিল।

তেওঁ কুটীৰৰপৰা ওলাই আহোঁতেই সহচৰ মেৰিয়নিছক লগ পালে। তেওঁ ব্ৰঞ্জৰ বৰ্শা এপাট নিবলৈ আহিছিল। মহান আইডমিনিউছে বিস্মিত হৈ ক'লে, "প্ৰিয় সঙ্গী আৰু যোদ্ধা, মোৰ ভতিজা ক্ষিপ্ৰচৰণ মেৰিয়নিছ, তুমি ৰণস্থলী পৰিত্যাগ কৰি ইয়ালৈ কিয় আহিছা? শৰবিদ্ধ হৈ যন্ত্ৰণাত কাতৰ হৈ পৰিছানেকি? মই নদি কৈছো যে ঘৰৰ ভিতৰত সোমাই থকা মোৰ উদ্দেশ্য নহয়। যুদ্ধৰ কাৰণে মই ব্যগ্ৰ হৈছো।"

মেৰিয়নিছে তেওঁক ভালকৈ বুজি পাইছিল। তেওঁ উত্তৰ দিলে, "সেনাপতি মহোদয়, এপাট বৰ্শাৰ কাৰণে মই আহিব লগা হ'ল। হয়তো আপোনাৰ ঘৰৰ ভিতৰতে পাব পাৰো। নিৰ্লজ্জ ডেইফবাছৰ ঢাললৈ নিক্ষেপ কৰোঁতে মোৰ বৰ্শাপাট ভাগি গ'ল।"

ক্ৰিটবাছ্ৰ আইডমিনিউছে ক'লে, "যদি তোমাৰ প্ৰয়োজন হৈছে, তেন্তে ঘৰৰ দুৱাৰ মুখতে নিমজ বেৰত আওজাই থোৱা এপাট নালাগে একুৰি বৰ্শা

পাবা। সেইবিলাক ট্ৰজানৰ বৰ্শা, মোৰ হাতত নিহত হোৱা লোকৰপৰা সংগ্ৰহ কৰা। আঁতৰৰপৰা শত্ৰুৰ লগত ৰণ কৰাত মোৰ আস্থা নাই। এই বৰ্শা, কাৰুকাৰ্য কৰা ঢাল, শিৰস্ত্ৰাণ আৰু চিকমিকাই থকা বৰ্শাবিলাক এইদৰেই সংগ্ৰহ কৰিছো।"

মেৰিয়নিছে লগে লগে উত্তৰ দিলে, "কুটীৰত আৰু জাহাজত ট্ৰজান-বিলাকৰপৰা হস্তগত কৰা প্ৰচুৰ অস্ত্ৰ-শস্ত্ৰ মোৰো নথকা নহয়। কিন্তু মই তৎক্ষণাৎ হাত দিলেই পোৱা ঠাইত নাই। তদুপৰি কৰ্তব্য পালনত মোৰ আপোনাতকৈ বেছি ত্ৰুটি হৈছে বুলিয়ো মই বিবেচনা নকৰো।"

ক্ৰিটৰাজ আইডমিনিউছে ক'লে, "সেইবিলাক আলোচনা কৰিবৰ আৱশ্যক নাই। তোমাৰ কিমান তেজ আছে মই জানো। আমি কুলীন লোকসকলে গোপন আক্ৰমণৰ বাবে সাজু হৈ জাহাজবিলাকৰ ওচৰত সুবিন্যস্ত হৈ থাকিলে, আমাৰ শক্তি প্ৰমাণিত হ'ব। এজন সৈনিকৰ যোগ্যতাৰ পৰিচয় পাবলৈ আৰু সাহসীলোকৰ মাজৰপৰা কাপুৰুষবিলাকক বাছি উলিয়াবলৈ, এনেকুৱা গোপন আক্ৰমণৰ নিচিনা উপায় আন একো নাই। এটা কাপুৰুষৰ বাৰে বাৰে ৰং বদলি হৈ থাকে। নানা চিন্তা-ভাৱনাত সি শান্তিৰে বহি থাকিবও নোৱাৰে। সি প্ৰথমে এটা গোৰোৱাৰ ওপৰত ভেজা দি বহে, অলপ পিছত আনটোৰ ওপৰত ভেজা দিয়ে। মৰণৰ ভিন ভিন ৰূপৰ কল্পনাত তাৰ বুকুৰ মাজৰ কলিজাটো ঢপঢপাই থাকে। তাৰ দাঁতৰ কৰকৰনিও কাণত পৰে। কিন্তু সাহসী লোকৰ বৰণ সলনি নহয়, গুপ্ত আক্ৰমণৰ কাৰণে আনৰ লগত বাট চাই থাকোতেও তেওঁ বিনা কাৰণত বিচলিত নহয়। যিমান পাৰে সোনকালে শত্ৰুৰ সন্মুখীন হ'বলৈহে তেওঁ কামনা কৰে। এনেকুৱা উপলক্ষ্যত কোনেও তোমাৰ শক্তি আৰু সাহস লঘুভাৱে বিচাৰ কৰিব নোৱাৰিব। আনকি যুদ্ধ কৰি থাকোতে তোমাক বৰ্শা বা শৰে হানিলেও সেই অস্ত্ৰ তোমাৰ পিছফালে ডিঙিত বা পিঠিত নালাগি বুকুত বা পেটতহে বিদ্ধ হ'ব। কাৰণ তুমি অগ্ৰৱৰ্তী সৈনিকসকলৰ মাজত অৱস্থান ল'বলৈ সদায়েই তৎপৰতাৰে আগবাঢ়ি যোৱা। কিন্তু আমি ইয়াত থাকি সৰু ল'ৰাৰ দৰে চুপতি মাৰি থকা অনুচিত। মানুহে কিবা ভাবিব পাৰে। মোৰ শিবিৰলৈ গৈ দীঘল চাই বৰ্শা এপাট লৈ আহগৈ।"

ৰণদেৱতাৰ দৰে দুঃসাহসী মেৰিয়নিছে ভিতৰলৈ গৈ ব্ৰঞ্জৰ বৰ্শা এপাট লৈ আহিল। যুদ্ধৰ কাৰণে অতিশয় আগ্ৰহান্বিত হৈ তেওঁ আইডমিনিউছৰ পিছে পিছে যাবলৈ ধৰিলে। তেওঁলোক উভয়কে দেখা গৈছিল সংহাৰকৰ্তা আৰিছ আৰু তেওঁৰ অদমনীয়, আতঙ্কৰ সৃষ্টিকাৰী পুত্ৰৰ দৰে। তেওঁলোকে বেষ্টিয়া

থে ছৰপৰা যুদ্ধ যাত্ৰা কৰি হৃফাঁৰি নতুবা গৰ্বিত ক্ৰেজীয়ানবিলাকৰ কাষত উপনীত হৈ একপক্ষৰ কাকূতি-মিনতিলৈ কৰ্ণপাত নকৰি আনটো পক্ষক বিজয় মাল্য প্ৰদান কৰে, তেতিয়া অতি সাহসী যোদ্ধায়ো তেওঁলোকক দেখিলে পলায়ন কৰে। এইদৰেই জননায়ক মেৰিয়নিছ আৰু আইডমিনিউছে ব্ৰঞ্জৰ সাজ-সজ্জাৰে দীপ্তিমন্ত হৈ যুদ্ধযাত্ৰা কৰিলে।

মেৰিয়নিছে তেওঁৰ সঙ্গীক সুধিলে, “মহোদয়, ৰণভূমিৰ কোন অংশত আপুনি প্ৰবেশ কৰিব খুজিছে? সোঁফালে নে, মাজত নে, বাওঁফালে? সেই ঠাইতে একীয়ান প্ৰতিৰক্ষা অতি দুৰ্বল বুলি মোৰ ধাৰণা।” ক্ৰীটৰ সেনাপতি আইডমিনিউছে উত্তৰ দিলে, “নৌবাহিনীৰ তত্ত্বাৱধান ল’বৰ কাৰণে মধ্যাংশত মানুহৰ অভাৱ নাই। তাত আয়াছদ্বয় উপস্থিত। আমাৰ শ্ৰেষ্ঠ ধনুৰ্দ্ধৰ আৰু মৰামৰিত পাৰ্গত টিউছাৰো লগত আছে। তেওঁলোকেই হেক্টৰ মহাশয়ক ভালকৈ এপালি দিব পাৰিব, যদিও তেওঁ ৰুদ্ৰমূৰ্তি ধৰি আছে। প্ৰকৃততে ক্ৰোধত ঘৃতাহুতি হৈ আছে যদিও তেওঁ সেই সৈনিকসকলৰ অদমনীয় শক্তিৰ অৱসান ঘটাই তেওঁলোকৰ উদ্দীপনা হ্ৰাস কৰিব নোৱাৰিব। গতিকে আমাৰ ধুনীয়া জাহাজবিলাকত অগ্নি সংযোগ কৰাত তেওঁৰ পক্ষে সাধ্যাতীত হ’ব যদিহে ইতিমধ্যে ক্ৰনছ-নন্দনে হাত উজান দি তালৈ জ্বলা জোৰ দলিয়াই নিদিয়ে। মহান টেলামনীয় আয়াছ এনে লোক নহয়, যাক আই বসুমতীৰ বুকুত জন্ম লোৱা ভাত, ৰুটী খোৱা, মৰণশীল মানুহে পৰাভূত কৰিব পাৰে, যাক ব্ৰঞ্জৰ অস্ত্ৰই ক্ষত বিক্ষত কৰিব পাৰে নাইবা যাক বিৰাট পাথৰে ধৰাশায়ী কৰিব পৰা সম্ভাৱনা আছে। আনকি ৰণ-ভূমিৰ ব্যূহ ৰচনা ভেদ কৰিব পৰা একিলিছৰ হাতত়ো তেওঁৰ পৰাভৱ সম্ভৱ নহয়, বিশেষকৈ সম্মুখ সমৰত, যদিও একিলিছৰ দৰে তেওঁ বা আন কোনেও দৌৰিব নোৱাৰে। সেইদেখি আমি বাওঁফালেই যাওঁহক, দেখা যাওক, আমিয়েই গৌৰৱৰ ভাগী হওঁ নে আন কোনোবাই হয়।”

ৰণদেৱতাৰ দৰে ব্যগ্ৰ হৈ সেনাপতিয়ে নিৰ্দেশ দিয়া দিশৰ ফালেই মেৰিয়নিছে আগবাঢ়ি যাবলৈ ধৰিলে। তেওঁলোক ৰণভূমিত উপনীত হ’ল। ট্ৰজান সৈন্যবিলাকে অগ্নিমূৰ্তি ধৰি অহা, কাৰুকাৰ্য খচিত অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত আইডমিনিউছ আৰু তেওঁৰ সহচৰক দেখা পাই ইজনে সিজনক আহ্বান কৰি মিলিতভাৱে তেওঁক আক্ৰমণ কৰিলে। জাহাজবিলাকৰ পশ্চাৎ ভাগলৈকে যুদ্ধ বিস্তৃত হৈ পৰিল। তেওঁলোকৰ সৈন্যদলবিলাক, আলিবাটত ডাঠ হৈ জমি থকা ধূলিবোৰ, ধুমুহা অহাৰ দিনা প্ৰবল বতাহত উৰি আহি পাক খাই খাই ওপৰলৈ উঠি ডাঠ ডাৱৰৰ আকৃতি ধাৰণ কৰাৰ দৰে, পাক খাই খাই

একাকাৰ হ'ল। সেই বিশৃঙ্খল সমাবেশটোত প্ৰত্যেকজন সৈন্যৰেই একমাত্ৰ উদ্দেশ্য আছিল, তেওঁৰ নিচেই কাষত থকাজনক আঘাত কৰা। এই মৃত্যু ভূমিত তেওঁলোকে চলোৱা ৰক্ত ৰঞ্জিত বৰ্শাবিলাক গাহৰীৰ নোমৰ দৰে ঠৰঙা হৈ ওলাই পৰিছিল আৰু সহস্ৰ সহস্ৰ উজ্জ্বল শিৰস্ত্ৰাণ মসৃণ বৰ্ম, আৰু দীপ্তিশীল ঢালবিলাকৰ বিপুল সমাবেশত ঘটা ব্ৰহ্মৰ জ্যোতিয়ে চকুত ছাট মাৰি ধৰিছিল। অতিশয় অনুভূতি বিহীন মানুহৰ বাহিৰে যি কোনো লোকেই এই দৃশ্য উপভোগ কৰি মুগ্ধ হ'লহেঁতেন।

ক্ৰনছৰ এই মহাপৰাক্ৰমী সন্তান দুজনে স্বকীয়া স্বকীয়া পক্ষ লৈ সাহসী যোদ্ধাসকলৰ মাজত নিদাৰুণ দুখ-দুৰ্গতিৰ সৃষ্টি কৰিলে। ক্ষিপ্ৰচৰণ একিলিছক গৌৰৱৰ উচ্চ শিখৰত প্ৰতিষ্ঠিত কৰিবৰ মানসেৰে জ্যুছে হেক্টৰ আৰু ট্ৰজানসকলৰ বিজয় কামনা কৰিছিল। কিন্তু ইলিয়ামৰ সমুখ ভাগত একীয়ানবাহিনী একেবাৰে নিশ্চিহ্ন হৈ যোৱাটো তেওঁৰ উদ্দেশ্য নাছিল। ঠিটিছ আৰু তেওঁৰ অনমনীয় পুত্ৰৰ মনোভাৱৰ লগত তেওঁ তাল মিলাইছিল। আনহাতে, ধূসৰ তৰঙ্গৰাশিৰ মাজৰপৰা পছাইডন গোপনে ওলাই আহিছিল একীয়ানবিলাকৰ লগত লগ লাগি তেওঁলোকক উৎসাহিত কৰিবলৈ। তেওঁলোক ট্ৰজানবিলাকৰ হাতত পৰাস্ত হোৱা দেখি তেওঁ অতিশয় ব্যথিত হৈছিল। পেটে পেটে তেওঁৰ জ্যুছৰ ওপৰতো বৰ খং উঠিছিল। তথাপি এই দেৱতা দুজন একে মাক-বাপেকৰে সন্তান আছিল, অৱশ্যে জ্যুছ আছিল বয়োজ্যেষ্ঠ আৰু অধিক বিজ্ঞ। সেইকাৰণেই সতৰ্ক পছাইডনে দেখাদেখিকৈ আৰ্গিভবিলাকক সহায় নকৰিছিল। তেওঁ মনুষ্যৰ ৰূপ ধাৰণ কৰি ছদ্মবেশতহে ইফালে সিফালে গৈ সৈন্যসকলক উদগনি দিছিল। এইদৰে তেওঁলোকে জেৰীয়া গাঁঠি দি থোৱা ফয়ডাল জীৱন মৰণ পণ কৰি সমানে সমানে টানিবলৈ দুয়োপক্ষক প্ৰৰোচিত কৰিছিল। ৰচিডাল আছিল অচ্ছেদ্য, গাঁঠিবিলাক উন্মুক্ত কৰাও আছিল সাধ্যাতীত কিন্তু তাৰ কাৰণেই বহুতৰে আত্মাই শৰীৰৰপৰা মুক্তি পাইছিল।

যৌৱনে ভাটি দিয়া সত্বেও আইডমিনিউছে সৈন্যবিলাকক উচ্চৈঃস্বৰে আহ্বান কৰি যুদ্ধত জঁপ দিলে। কেবিচাছৰপৰা অহা ট্ৰজানবিলাকৰ মিত্ৰ অঠ্ৰিয়নিউছক বধ কৰি তেওঁ শক্ৰপক্ষক সন্ত্ৰস্ত কৰিলে। যুদ্ধৰ খবৰ পাই এই নবাগত লোকজনে, ট্ৰয়ৰ ৰজা প্ৰায়ামৰ কন্যাসকলৰ ভিতৰত শ্ৰেষ্ঠা সুন্দৰী কেছেণ্ড্ৰাৰ পাণি প্ৰাৰ্থী হৈছিল। কন্যাপণ প্ৰদান কৰাৰ পৰিৱৰ্তে তেওঁ অতুল বিক্ৰম দেখুৱাই একীয়ানবিলাকক সমুদ্ৰ সৈকতৰপৰা বহিষ্কাৰ কৰিব বুলি প্ৰতিশ্ৰুতি দিছিল। বৃদ্ধ ৰজাজনে তেওঁৰ প্ৰস্তাৱ গ্ৰহণ কৰি জীয়েকক তেওঁলৈ

বিয়া দিব বুলি প্ৰতিজ্ঞাবদ্ধ হৈছিল। এই যুদ্ধ-পৰাতেই অট্ৰিয়নিউছে যুদ্ধত অংশ গ্ৰহণ কৰিছিল। কিন্তু এতিয়া তেওঁ সদৰ্পে অগ্ৰসৰ হওঁতেই আইডমিনিউছে নিক্ষেপ কৰা তেজোময় বৰ্শা তেওঁৰ শৰীৰত বিদ্ধ হ'ল। তেওঁ পৰিধান কৰা ব্ৰঞ্জৰ বৰ্মখন কামত নেলাগিল। বৰ্শাৰ আগটো তেওঁৰ পেটৰ মাজভাগতে সোমাল আৰু তেওঁ ধুপুচ কৰে মাটিত পৰিল। আইডমিনিউছে তেওঁক উপহাস কৰি ক'লে, "অট্ৰিয়নিউছ, ৰজা প্ৰায়ামৰ জীয়ৰীৰ লগত তোমাৰ বিয়া বন্দবস্ত হৈ থকাত মই তোমাক অভিনন্দন জনাইছো, অৱশ্যে চুক্তিখন কাৰ্যকৰী কৰাৰ চৰ্ত সাপেক্ষেহে। সেই একে ধৰণেৰেই আমিও তোমাৰ লগত এটা বন্দবস্ত কৰিব পাৰোনে? ইলিয়ামৰ বিৰাট দুৰ্গ অধিকাৰ কৰাত তুমি যদি আমাক সহায় কৰা, তেন্তে আৰ্গছৰপৰা আট্ৰিউছ পুত্ৰৰ আটাইতকৈ ধুনীয়া জীয়েকজনী লৈ আহি তোমাৰ লগত বিয়া পাতি দিম। মোৰ লগত আমাৰ সাগৰত চলা জাহাজবিলাকৰ ফালে আহি যোৱা, তাতেই আমি তোমাৰ বিয়াৰ বিষয়ে আলোচনা কৰি কিবা এটা সিদ্ধান্ত কৰিব পাৰিম। তুমি গম পাবা যে আমাৰ ছোৱালীৰ গাধন বৰ বেছি নহয়।"

এইদৰেই বিদ্ৰূপ কৰি ৰজা আইডমিনিউছে ভৰি এটাত খামোচ মাৰি ধৰি তেওঁক সৈন্যবিলাকৰ মাজেদিয়েই টানি নিবলৈ ধৰিলে। কিন্তু এতিয়া তেওঁক উদ্ধাৰ কৰিবলৈ আচিয়াছ উপস্থিত হ'ল। ৰথখনৰ আগতে তেওঁ থিয় হৈ আছিল। সাৰথিয়ে ৰথখন তেওঁৰ নিচেই কাষতে ৰাখিছিল আৰু ঘোঁৰাহালৰ উশাহ-নিশাহ তেওঁৰ গাত পৰিছিল। আইডমিনিউছক বধ কৰিবলৈ আচিয়াছে যৎপৰোনাস্তি চেষ্টা কৰিলে। কিন্তু আইডমিনিউছ ক্ষিপ্ৰতৰ আছিল। তেওঁৰ বৰ্শা আচিয়াছৰ থুঁতৰিৰ ঠিক তলেৰে ডিঙি ভেদ কৰি গ'ল। কাঠ কটীয়াই জাহাজৰ তক্তাৰ কাৰণে তীক্ষ্ণ কুঠাৰেৰে গুৰি কাটি দিয়া ওক, পপলাৰ নাইবা অতি ওখ সৰল গছ এজোপা হুৰহুৰাই মাটিত পৰাদি তেৰোঁ ধৰাশায়ী হ'ল। গতিকে আচিয়াছ ৰথৰ সন্মুখতে আৰ্তনাদ কৰি তেজমিহলি ধূলিবিলাক হাতেৰে খামুচি পৰি থাকিল। সাৰথিজনৰ যিকণ বুদ্ধি আছিল সেইকণো লোপ পালে। ঘোঁৰাহাল ঘূৰাই লৈ শত্ৰুৰ মাজৰপৰা পলাই যাবলৈয়ো তেওঁৰ উপস্থিত বুদ্ধিৰ অভাৱ হ'ল আৰু ফলত ধীৰ স্বভাৱৰ এন্টিলকাছে নিক্ষেপ কৰা বৰ্শা মধ্যাংশত লগাত তেওঁৰ পতন হ'ল। তেওঁ পৰিধান কৰা ব্ৰঞ্জৰ কবচ কোনো কামত নালাগিল। বৰ্শা তেওঁৰ পেটত আমূলবিদ্ধ হ'ল। দীঘল উশাহ টানি তেওঁ ৰথৰপৰা তললৈ মূৰ কৰি বাগৰি পৰিল। উদাৰ হৃদয় নেষ্টৰৰ পুত্ৰ এন্টিলকাছে তেওঁৰ ঘোঁৰা ট্ৰজান সৈন্যৰ মাজৰপৰা একীয়ান সৈন্যৰ ভিতৰলৈ খেদাই লৈ গ'ল।

আচিয়াছৰ মৃত্যুত মৰ্মান্তিক দুখ পাই ডেইফবাছ আইডমিনিউছৰ ওচৰ চাপি আহিল আৰু তেজোময় বল্লম এপাট তেওঁক লক্ষ্য কৰি মাৰি পঠিয়ালে। কিন্তু আইডমিনিউছ সতৰ্ক হৈ আছিল। সদায় তেওঁৰ লগত থকা ঘূৰণীয়া ঢালখনৰ আঁৰ লৈ তেওঁ ৰক্ষা পৰিল। কেন্দ্ৰমুখী, বৃত্তাকাৰ চামৰা আৰু তিৰবিৰাই থকা ব্ৰঞ্জেৰে ঢালখন নিৰ্মিত হৈছিল, আৰু তাত অথালি-পথালিকৈ এযোৰ কাঠৰ কামী লগোৱা আছিল। ঢালখনৰ আশ্ৰয় লৈ তেওঁ থিতাতে বহি দিলে আৰু বল্লম পাট তেওঁৰ ওপৰেদিয়েই ঢালখনৰ আগত লাগি পাৰ হৈ যাওঁতে তীব্ৰ ধ্বনি এটা নিৰ্গত হৈছিল। কিন্তু ডেইফবাছৰ শক্তিশালী হাতৰপৰা নিক্ষিপ্ত বল্লম ব্যৰ্থ নহ'ল। হিপ্পাচাছৰ পুত্ৰ হিপছিনৰ নামে সামন্ত এজনৰ যকৃতত অস্ত্ৰপাট বিদ্ধ হোৱাত তেওঁ ভূ-লুণ্ঠিত হ'ল। বিজয়োল্লাসত ডেইফবাছে চিঞৰি চিঞৰি ক'লে, "আচিয়াছৰ মৃত্যুৰ কাৰণে এইদৰেই প্ৰতিশোধ লোৱা হ'ল। প্ৰবল প্ৰতাপী দ্বাৰপাল হেডিছৰ ওচৰলৈ যাত্ৰা কৰোঁতে তেওঁ এতিয়া লঘুচিত্তেৰেই যাব পাৰিব বুলি মই ভাবো, কাৰণ মই তেওঁৰ কাৰণে এজন সঙ্গীৰ ব্যৱস্থা কৰি দিলো।"

এই আনন্দোল্লাস শ্ৰুতিগোচৰ হোৱাত আৰ্গিভসকল অতিশয় বিৰক্ত হ'ল। কিন্তু বাহুবলী এন্টিলকাছৰ দৰে কোনো সিমান অসন্তুষ্ট হোৱা নাছিল। তেওঁ শোকত অভিভূত হৈয়ো বন্ধুজনক পাহৰি যোৱা নাছিল। তেওঁ লৰি গৈ ভৰি মেলি তেওঁক ঢালখনেৰে আবৰি ধৰিলে। তাৰ পিছত ইকিয়াছ পুত্ৰ মেছিষ্টিউছ আৰু সুযোগ্য আলাষ্টৰ, এই দুজন বিশ্বস্ত অনুচৰে তেওঁক মাটিৰপৰা তুলি আৰ্ত-ভাৱে চিৎকাৰ কৰি শূন্যগৰ্ভ জাহাজবিলাকৰ ফালে কঢ়িয়াই নিলে।

কিন্তু আইডমিনিউছৰ ৰ'বলৈ সময় নাছিল। প্ৰচণ্ড হিংসাত তেওঁ উন্মত্ত হৈ পৰিছিল। তেওঁৰ একমাত্ৰ হাবিলাস আছিল, হয় ট্ৰজানবিলাকৰ চকুলৈ কলীয়া আন্ধাৰ নমাই আনিব নহয় একীয়ানবিলাকৰ উদ্ধাৰৰ অৰ্থে নিজৰ প্ৰাণ আহুতি দিব। তেওঁৰ পিছৰ চিকাৰ হ'ল এছিয়েটিছৰ পুত্ৰ সদাশয় আলকাঠাছ। তেওঁ আছিল এঙ্কাইচিছৰ জামাতা, তেওঁৰ প্ৰথমা কন্যা হিপ্পডামিয়া তেওঁৰ পত্নী আছিল। কুমাৰী হিচাপে ঘৰত থাকোতে এই মহিলা গৰাকী বাপেক-মাকৰ নয়নৰ মণি আছিল। প্ৰকৃততে তেওঁৰ দৰে সুন্দৰী, সুনিপুণা আৰু বুদ্ধিমতী নাৰী নাছিল বুলিলেই হয়। বিস্তীৰ্ণ ট্ৰয়-ৰাজ্যৰ শ্ৰেষ্ঠ পুৰুষজনেই তেওঁক বিয়া কৰাইছিল, ইয়াত আচৰিত হ'বলগীয়া একো নাই। এতিয়া সেই পুৰুষজনেই আইডমিনিউছৰ হাতত নিহত হ'ল, পছাইডনৰ সহায়ত। কাৰণ দেৱতাজনে আলকাঠাছৰ প্ৰদীপ্তনয়ন সম্মোহিত কৰিলে, তেওঁৰ ভৰি দুটা ইমান জঠৰ হৈ পৰিল যে তেওঁ আত্মৰক্ষাৰ কাৰণে আগলৈ বা পিছলৈ লৰচৰ কৰিব নোৱাৰা হৈ

এটা স্তম্ভ নাইবা পাতেৰে জোপোহা হৈ থকা ওখ গছ এজোপাৰ দৰে নিশ্চলভাৱে থিয় হৈ থাকিল। তেনেকুৱা অৱস্থাতে আইডমিনিউছৰ বৰ্শাই তেওঁক বিদীৰ্ণ কৰিলে। বৰ্শাপাট একেবাৰে বুকুতে লাগি তেওঁ পিন্ধি থকা ব্ৰঞ্জৰ বৰ্ম ভেদ কৰি গ'ল, অথচ এই বৰ্মখনেই ইমান দিন তেওঁৰ শৰীৰক অনিষ্টৰপৰা ৰক্ষা কৰি আছিল। কিন্তু এতিয়া বৰ্শা-বিদীৰ্ণ হৈ বৰ্মখন বাজি উঠিল। আলকাঠাছ সশব্দে মাটিত বাগৰি পৰিল। আমূলবিদ্ধ হোৱা সত্ত্বেও কলিজাৰ স্পন্দন বন্ধ হোৱা নাছিল। অৱশেষত ৰণদেৱতাই গধুৰ হাতেৰে সেই স্পন্দনৰ অৱসান ঘটালে।

বিজয় গৰ্বেৰে আইডমিনিউছে চিৎকাৰ কৰি ক'লে, ডেইফবাছ, তুমি এজন নিহত কৰিয়েই ইমান আস্ফালন কৰিছিলা, তাৰ ঠাইত এতিয়া তিনিজনক বধ কৰা হ'ল। মোৰ মনেৰে আমি এতিয়া সনান সমান হৈছে বুলি ক'ব পাৰো। কিন্তু বন্ধু, এতিয়া মোৰ লগত এখুন্দা লাগি নোচোৱা কিয়? তেতিয়াহ'লে তোমাৰ দেশলৈ অহা জ্যুছৰ বংশৰ বীৰ এজনৰ প্ৰকৃত মোল বুজিব পাৰিবা। কাৰণ আমাৰ বংশৰ প্ৰতিষ্ঠাতা হ'ল জ্যুছ। তেওঁৰ পুত্ৰ মাইনছ ক্ৰীটৰ ৰজা হয়, অদ্বিতীয় ডিউকেলিয়ন আছিল মাইনছৰ সন্তান আৰু মই ডিউকেলিয়ানৰ পুত্ৰ। তেওঁৰ পিছত ময়েই আমাৰ বিস্তীৰ্ণ দ্বীপৰ মহান অধিবাসীসকলৰ ৰজা হওঁ। এতিয়া তুমি, তোমাৰ পিতা আৰু প্ৰতিজন ট্ৰয়বাসীলৈ অভিশাপ বহন কৰি মই জাহাজেৰে আহি উপস্থিত হৈছোহি।"

আইডমিনিউছৰ আহ্বানত ডেইফবাছৰ দুই নাও দুই ভৰি হ'ল। উভতি গৈ সাহসী সঙ্গী কেইজনমানকে মাতি আনিব নে অকলশৰে নিজেই লাগি চাব ইযাকে গুণা-গঁথা কৰি তেওঁ অৱশেষত সহায় বিচৰাই ভাল হ'ব বুলি থিৰাং কৰিলে। তেওঁ ইনিয়াছৰ ওচৰ পালেগৈ। তেতিয়া ইনিয়াচ সৈন্যবাহিনীৰ পিছফালে অলসভাৱে থিয় হৈ আছিল। ইনিয়াছ প্ৰায়ামৰ প্ৰতি বিৰূপ হৈ আছিল, কাৰণ যি কোনো বীৰৰ গাত থাকিবলগীয়া সকলোখিনি গুণৰ অধিকাৰী হোৱা সত্ত্বেও প্ৰায়ামে তেওঁক বৰ আমোল নিদিছিল। ডেইফবাছে তেওঁৰ কাষ চাপি ট্ৰয়ৰ নেতৃস্থানীয় লোক এজনৰ দৰেই তেওঁক মিনতি কৰি ক'লে, "ইনিয়াছ, তোমাৰ ভগিনীপতি আলকাঠাছৰ উদ্ধাৰৰ কাৰণে তোমাৰ অতীব প্ৰয়োজন হৈছে। যদি তুমি তোমাৰ পৰিয়ালটোৰ কাৰণে কিঞ্চিতো চিন্তা কৰা, তেনেহ'লে এতিয়াই মোৰ লগত আহি তোমাৰ ভগিনীপতিক ৰক্ষা কৰাহি। এসময়ত তেওঁ তোমালোকৰ লগতে আছিল আৰু তোমাক পুত্ৰবৎ পালন কৰিছিল। এইমাত্ৰ আইডমিনিউছৰ বৰ্শাত তেওঁৰ পতন হৈছে।"

ইনিয়াছৰ অন্তৰ জাগি উঠিল। তেওঁ ক্ৰুদ্ধ চিত্তেৰে আইডমিনিউছৰ ফালে

চোচা ল'লে। কিন্তু আইডমিনিউছ সৰু ল'ব্বাৰ দৰে ভয় খোৱা বিধৰ নাছিল। পৰ্বতীয়া বৰাগাহৰি এটাৰ আত্মবিশ্বাসেৰে তেওঁ প্ৰতিক্ষা কৰি ৰ'ল। কোনো এডোখৰ নিৰ্জন ঠাইত এজাক চিকাৰীয়ে তাক বেৰি ধৰে। সি পিঠিৰ নোম থিয় কৰি জ্বলন্ত চকুৰে এই হুলস্থুলৰ সন্মুখীন হয়। সি তাৰ দাঁত দুটা ধৰাই, চিকাৰীয়েই হওক বা কুকুৰেই হওক, সকলোকেই আক্ৰমণ কৰিবলৈ ব্যগ্ৰ হৈ পৰে। এইদৰেই সুবিখ্যাত বৰ্শাচালক আইডমিনিউছে ইনিয়াছৰ আক্ৰমণ প্ৰতীক্ষা কৰি অলপো লৰচৰ নকৰাকৈ একে ঠাইতে ৰৈ থাকিল। কিন্তু তেওঁ হ'লে সহায় বিচাৰিলে, এস্কেলেফাৰ, আফাৰিউছ আৰু ডেইপাইৰাচৰ ফালে বিশেষভাৱে চালে আৰু লগতে মেৰিয়নিছ আৰু এন্টিলকাছৰ ফালেও দৃষ্টিপাত কৰিলে। এই আস্থা-ভাজন লোকসকলৰ প্ৰতি জৰুৰীভাৱে গোহাৰি জনাই তেওঁ উচ্চকণ্ঠে মাত লগালে, "বন্ধুসকল, আহাহঁক মোক সহায় কৰা। মই অকলে অকলে ক্ষিপ্ৰ ইনিয়াছৰ সন্মুখীন হৈ তেওঁৰ আক্ৰমণৰ বিষয়ে শঙ্কিত হৈ পৰিছো। এয়া তেওঁ মোৰ ফালে অগ্ৰসৰ হৈছে। যুদ্ধত তেওঁ সংহাৰ মূৰ্তি ধৰে বুলি মই জানো। তদুপৰি, তেওঁৰ আৰু এটা সুবিধা আছে—তেওঁ যুৱক। এতিয়া আমাৰ মানসিক অৱস্থাৰ দৰে আমাৰ বয়সো যদি একেই হ'লহেঁতেন তেনেহ'লে ইনিয়াছ বা মোৰ জয় পৰাজয়ৰ তুৰন্তে এটা মীমাংসা হ'লহেঁতেন।

তেওঁলোকে ঐক্যবদ্ধভাৱে ঢালৰ আঁৰ লৈ চুচৰি-চুচৰি, ওচৰ চাপি গ'ল আৰু আইডমিনিউছক বেৰি ধৰি বেহু ৰচনা কৰিলে। কিন্তু আনহাতে ইনিয়াছেও বন্ধুসকলক আহ্বান কৰি সাহায্যৰ কাৰণে তেওঁৰ লগত ট্ৰজান বাহিনীৰ সেনাপতি ডেইফবাছ, পেৰিছ আৰু সুশীল আজিনৰৰ ফালে দৃষ্টিপাত কৰিলে। ঘঁাহনি পথাৰবপৰা জুৰিত পানী খাবলৈ যোৱা গড্ডলিকা প্ৰবাহৰ দৰে সৈন্যবিলাকেও তেওঁক অনুসৰণ কৰিলে। মেষপালকে নিজৰ ভেড়াৰ পালবিলাক দেখি সুখী হোৱাৰ দৰে ইনিয়াছেও প্ৰধান সৈন্য দলটোক তেওঁৰ পিছত দেখা পাই আনন্দিত হৈছিল।

অতি কম ব্যৱধানৰপৰা আলকাঠাছৰ মৃতদেহৰ ওপৰেদি দীঘল বৰ্শা আদান-প্ৰদান ঘটিল। সৈন্য সমাবেশৰ মাজেদি এইদৰে ইজনে সিজনলৈ বৰ্শা নিক্ষেপ কৰাৰ ফলত ব্ৰঞ্জৰ বক্ষাবৰণবিলাক বাজি উঠিছিল। কিন্তু তাত আৰিছৰ সমকক্ষ দুজন বীৰ আছিল, আইডমিনিউছ আৰু ইনিয়াছ। ব্ৰঞ্জৰ নিদাৰুণ অস্ত্ৰেৰে পৰস্পৰক বিদীৰ্ণ কৰিবলৈ তেওঁলোকে সকলোতকৈ অধিক আগ্ৰহ প্ৰদৰ্শন কৰিছিল। প্ৰথমে ইনিয়াছেই আইডমিনিউছক লক্ষ্য কৰি বৰ্শা নিক্ষেপ কৰিলে। কিন্তু সতৰ্ক আইডমিনিউছ বাগি দি সাৰিল। ব্ৰঞ্জৰ বৰ্শাপাট উল্কাবেগে গৈ মাটিত সোমাল। তেওঁৰ সবল হাতত এই নিক্ষেপ অথলে গ'ল। ইয়াৰ পিছত

আইডমিনিউছৰ পাল। তেওঁ মাৰি পঠিওৱা বৰ্শা অইনমাছৰ পেটত পোনে পোনে লাগিল আৰু কবচ ভেদ কৰি ভিতৰ সোমোৱাত তেওঁৰ নাৰী-ভুৰু বাহিৰ হ'ল। অইন মাছে বাগৰি পৰি মাটিতে খামোচ মাৰি ধৰিলে। দীৰ্ঘছায়া বিশিষ্ট বৰ্শাপাট আইডমিনিউছে তেওঁৰ শৰীৰৰপৰা আজোৰ মাৰি উলিয়াই নিলে। কিন্তু অস্ত্ৰ বৰ্ষণৰ ফলত তেওঁ সৈনিকজনৰ চমৎকাৰ ঢাল, বৰ্মাদি হস্তগত কৰিব নোৱাৰিলে। তেওঁ এতিয়া আগৰ দৰে তৰিৎ গতিৰে বৰ্শাৰ পিছে পিছে ধাৱিত হ'ব নোৱাৰিছিল, আনে নিক্ষেপ কৰা বৰ্শাৰপৰাও সহজে হাত সাৰিব নোৱাৰিছিল। তেওঁৰ চলন শক্তিৰ ক্ষিপ্ৰতা কমি যোৱাৰ কাৰণে দৌৰি গৈ প্ৰাণ ৰক্ষা কৰিবলৈকো অসমৰ্থ হৈ পৰিছিল। সেইকাৰণে তেওঁ য'ত যি অৱস্থাত থাকে তাৰপৰাই মৃত্যুক নেওচি যুদ্ধ কৰিবলৈ অভ্যস্ত হৈছিল। এতিয়া তেওঁ মন্থৰ গতিৰে গৈ থাকোঁতে, তেওঁৰ বাক্যবাণত জৰ্জৰিত হৈ থকা ডেইফবাছে তেজোময় বৰ্শা এপাট তেওঁৰ গালৈ মাৰি পঠিয়ালে। দ্বিতীয়বাৰৰ বাবে তেওঁ লক্ষ্যভ্ৰষ্ট হ'ল। বৰ্শা আইডমিনিউছৰ গাত নালাগি ৰণদেৱতাৰ পুত্ৰ এস্কালেফাছৰ শৰীৰত বিদ্ধ হ'ল। গধুৰ অস্ত্ৰপাট তেওঁৰ কান্ধৰ মাজেদি সৰকি গ'ল আৰু তেওঁ ভূ-লুণ্ঠিত হৈ মাটিত খামুচি ধৰিলে। কিন্তু তেওঁৰ পিতাক কৰ্কশ কণ্ঠস্বৰৰ, মহাপ্ৰতাপী আৰিছে পুতেকৰ যুদ্ধত পতন হোৱাৰ বাতৰি বহুত পিছতহে পালে। সম্ভৱতে তেওঁ সোণালী ডাৱৰৰ চন্দ্ৰতাপৰ তলত অন্যান্য অমৰবৃন্দৰ সৈতে জ্যুছৰ আদেশত অলিম্পাছত আটক হৈ আছিল। তেওঁলোকৰ ৰণভূমি আছিল নিষিদ্ধ এলেকা।

এতিয়া এস্কালেফাছৰ কাৰণে তেওঁলোকৰ হতাহতি যুদ্ধ আৰম্ভ হ'ল। ডেইফবাছে উজ্জ্বল শিৰস্ত্ৰাণটো কোনোমতে সোলোকাই লৈছিলহে, এনেতে ৰণদেৱতাৰ দৰে ক্ষিপ্ৰ মেৰিয়নিছে জঁাপ মাৰি আহি তেওঁৰ বাহুত বৰ্শাৰে আঘাত কৰিলে। গধুৰ মুখাখনৰ সৈতে শিৰস্ত্ৰাণটো তেওঁৰ হাতৰপৰা মাটিত সৰি পৰি ঝনঝনাই উঠিল। শগুণৰ দৰে মেৰিয়নিছ পুনৰ সোঁ সোঁৱাই আহিল আৰু তেওঁৰ বাহুৰপৰা বৰ্শাপাট টান মাৰি উলিয়াই নিলে। তাৰ পিছৰ তেওঁ পুনৰায় বন্ধুসকলৰ মাজত আশ্ৰয় ল'লেগৈ। ডেইফবাছৰ ভায়েক পলাইটিছে তেওঁক কঁকালত সাৱটি ধৰি প্ৰচণ্ড আলোড়নৰ মাজৰপৰা আঁতৰাই লৈ গৈ ৰণাঙ্গনৰ পিছফালে থকা নিৰ্জন ঠাই এডোখৰ পালেগৈ। তাতে বেগী ঘোঁৰা আৰু ৰঙীন ৰথখনেৰে সৈতে সাৰথিজন অপেক্ষা কৰি আছিল। যন্ত্ৰণাত জৰ্জৰিত হৈ তেওঁ কাতৰভাৱে আৰ্তনাদ কৰিছিল। বাহুৰ নতুন ঘা-ডোখৰৰপৰা প্ৰচুৰ ৰক্তপাত হৈছিল। এই অৱস্থাত তেওঁক ৰথত তুলি নগৰলৈ লৈ যোৱা হ'ল।

কিন্তু বাকীবিলাকে যুদ্ধ কৰি থাকিল আৰু কোলাহলৰ তীব্ৰতা ক্ৰমাৎ

বাঢ়িবলৈ ধৰিবে। ইনিয়াছে এতিয়া আক্ৰমণ চলালে। তেওঁৰ শাণিত বৰ্শাই কেলিটৰ—তনয় আফাৰিউছৰ কণ্ঠ বিদীৰ্ণ কৰিলে। তেওঁ ঘুৰি চাওঁতেই এই ঘটনা ঘটিল। যোদ্ধাজনৰ মূৰটো এফালেদি হাউলি গ'ল, তেওঁ ঢাল আৰু শিৰস্ত্ৰাণৰ তলতে লুটি খাই পৰিল। তেওঁ আত্মবিলোপকাৰী নিয়তিৰ কাল গৰাহত পৰিল। ইতিমধ্যে এন্টিলকাছে, ঠুনে তেওঁৰফালে পিঠি দিয়া মুহূৰ্ততে, তেওঁৰ ওপৰত জঁপিয়াই পৰি আঘাত হানিলে। ঠিক পিঠিৰপৰা ডিঙিলৈ যোৱা ধমনীডাল সম্পূৰ্ণ বিচ্ছিন্ন কৰিবলৈ তেওঁ সমৰ্থ হ'ল। ঠুন চিংখাই মাটিত পৰিল। তেওঁৰ হাত দুখন সঙ্গী যোদ্ধাসকলৰ ফালে প্ৰসাৰিত হৈছিল। এন্টিলকাছে তেওঁৰ ওপৰতে পৰি সাজ-সজ্জাবিলাক সোলোকাবলৈ ধৰিলে। কিন্তু তেওঁ সতৰ্ক হৈ আছিল। কাৰণ চাৰিওফালৰপৰা ট্ৰজানবিলাক আহি উপস্থিত হৈছিলহি। তেওঁলোকে তেওঁৰ বহল আৰু চিক্‌চিকিয়া ঢালখন থকা-সৰকা কৰিলে যদিও তেওঁলোকৰ নিদাৰুণ অস্ত্ৰই এন্টিলকাছৰ মসৃণ কণ্ঠদেশৰ মাখিছাল অকণো ছিঙিব নোৱাৰিলে। কাৰণ ভূমিকম্পৰ অধিপতি পছাইডনে নেষ্টৰৰ এই পুতেকজনক জাউৰিয়ে জাউৰিয়ে অস্ত্ৰ বৰষি থকা অৱস্থাতো ৰক্ষা কৰি আছিল। শত্ৰুক হটাব নোৱাৰি তেওঁ বিভিন্ন দিশৰপৰা তেওঁলোকক ফেৰ পাতি ধৰিলে। তেওঁৰ বৰ্শা অবিৰাম সক্ৰিয় হৈ আছিল। তেওঁৰ চিন্তানুযায়ী অস্ত্ৰপাট তেওঁৰ হাতত গতিশীল হৈ পৰিছিল, আৰু তেওঁ সেইদৰেই দূৰত বা ওচৰত থকা শত্ৰুক ভীতি প্ৰদৰ্শন কৰিছিল।

তেওঁ অস্ত্ৰপাট শত্ৰুসৈন্যৰ মাজলৈ নিক্ষেপ কৰিবৰ কাৰণে প্ৰস্তুত হৈছিল। এনেকুৱাতে আগৰপৰাই সুযোগৰ কাৰণে বাট চাই থকা আচিয়াছতনয় আডামাছে জঁাপ মাৰি আহি তেওঁৰ ঢালখনৰ কেন্দ্ৰতে শাণিত বৰ্শাৰে আঘাত কৰিলে। কিন্তু কৃষ্ণ কেশ দামৰ অধিকাৰী পছাইডনে বৰ্ষা-ঘাতত এন্টিলকাছ নিহত হোৱাটো বিচৰা নাছিল। সেইকাৰণে তেওঁৰ ইচ্ছাত বৰ্শাপাট লক্ষ্যভ্ৰষ্ট হ'ল। ফলাফল ইমানেই হ'ল যে বৰ্শাৰ এছোৱা পোৰাকাঠ এটুকুৰাৰ দৰে ঢালখনত লাগিল আৰু আনছোৱা মাটিত পৰিল। সৈন্যবিলাকৰ মাজত সোমাই আত্মৰক্ষা কৰিবৰ কাৰণে আডামাছ পিছ হুঁহকি গৈছিল। কিন্তু মেৰিয়নিছে তেওঁক অনুসৰণ কৰি তেওঁৰ নাভি আৰু গুপ্তাঙ্গৰ ঠিক মাজতে বল্লমেৰে হানিলে। এই ঠাইত আঘাত লাগিলে হতভাগ্য সৈনিক এজন তীব্ৰ যন্ত্ৰণাত কাতৰ হৈ পৰে। অস্ত্ৰপাট সেই-ঠাইতে আমূলবিদ্ধ হ'ল আৰু আডামাছ ভূপতিত হ'ল। গৰখীয়াই নাকী লগাই পাহাৰৰপৰা টানি নিব খোজা অনিচ্ছুক ষাৰ গৰু এটাই পাক খাই টনা-আজোৰা কৰাৰ দৰে তেওঁ চাটিফুটি কৰিবলৈ ধৰিলে। বৰ্শাবিদ্ধ যুঁজাৰুজনে

এইদৰেই চেঙালুটি পাৰিছিল, কিন্তু বেছি পৰ নহয়। মহানুভৱ মেৰিয়নিছে বৰ্শাপাট আজোৰ মাৰি একৰাই নিয়াৰ লগে লগেই তেওঁৰ চকুলৈ নৈশ অন্ধকাৰ নামি আহিছিল।

হেলেনাছে ডেইপিৰাছৰ সমীপৱৰ্তী হৈ প্ৰকাণ্ড, থ্ৰেছীয় তৰোৱালখনেৰে তেওঁৰ কপাল আৰু কাণৰ মাজভাগতে কোব সোধালে। তেওঁৰ শিৰস্ত্ৰাণ বিচ্ছিন্ন হৈ যোদ্ধাজনৰ ভৰিৰ কাষতে মাটিত উফৰি পৰিল আৰু একীয়ান সৈনিক এজনে বস্তুটো বুটলি ল'লে। এইদৰেই ডেইপিৰাছৰ দুচকু মৰণৰ অন্ধকাৰে আৱৰি ধৰিলে।

আট্ৰিউছ নন্দন, সিংহনাদকাৰী, মেনিলাছ এই দৃশ্য দেখি অতিশয় ব্যথিত হ'ল। ভয়ঙ্কৰ চিঞৰ মাৰি উদ্যত বৰ্শালৈ তেওঁ কুমাৰ হেলেনাছক খেদি গ'ল। হেলেনাছে ফেৰ পাতি ধেনুখন ভিৰালে। গতিকে দুয়োজনেই একে সময়তে অস্ত্ৰ সন্ধান কৰিবলৈ প্ৰস্তুত হ'ল। এজনৰ হাতত আছিল এপাট তীক্ষ্ণ বৰ্শা আৰু আনজনৰ ধনুগুণত সংযোজিত শৰ। প্ৰায়াম পুত্ৰ হেলেনাছৰ তীক্ষ্ণ তীৰ মেনিলাছৰ বুকুত থকা কৱচত লাগি উফৰি আহিল। আহল-বহল, মৰণা মৰা ঠাইত থকা ক'লা উৰহী বা মটৰ মাহৰ গুটি, চেপেটা লায়নীৰ শৰা সোঁ সোঁৱাই বলা বতাহৰ কোবত আৰু পিছফালে মানুহ এজনে কুলাৰে জাৰি থকাৰ জোৰত উফৰি অহাৰ দৰে, মাৰাত্মক কাঁড়টোও কীৰ্তিমান মেনিলাছৰ কৱচত খুন্দা খাই উভতি আহি আঁতৰত পৰিলগৈ।

কিন্তু আট্ৰিউছ-নন্দন, সিংহনাদকাৰী মেনিলাছৰ ভাগ্য অনুকূল আছিল। যিখন হাতেৰে হেলেনাছে চমৎকাৰ ধেনুখন ধৰি আছিল, সেই হাতকে মেনিলাছে নিক্ষেপ কৰা ব্ৰঞ্জৰ বৰ্শাই ভেদ কৰি গৈ একেবাৰে ধেনুখন ছুলেগৈ। সৰকি যোৱা বৰ্শাডালৰ ভৰত হাতখন ওলমি গ'ল, কিন্তু প্ৰাণৰ ভয়ত হেলেনাছে সেই অৱস্থাতেই বন্ধুবৰ্গৰ মাজত সোমাওঁতে বৰ্শাপাটো লগতে চুচৰি গৈছিল। সদাশয় আজিনাৰে বৰ্শাপাট টান মাৰি উলিয়াই আনি ঘা-ডোখৰ মিহিকৈ কটা উল-সূতাৰে বান্ধি দিলে। আহত হাতখন ওলোমাই ৰাখিবৰ কাৰণে সেইটো আচলতে এটা পটিহে আছিল, তাকো সংগ্ৰহ কৰা হৈছিল মহানুভৱ আজিনৰৰ সহচৰ জনৰপৰা।

এতিয়া পেইছেণ্ডাৰে পোনে পোনে যশস্বী মেনিলাছক আক্ৰমণ কৰিলে। দুৰ্ভাগ্যইহে তেওঁক সেইফালে টানি লৈ গৈছিল, তাৰ পৰিণতি আছিল মৰণ, মেনিলাছ, তোমাৰ লগত যুদ্ধ কৰা মানেই আছিল মৰণক আলিঙ্গন কৰা। দুয়োজন বীৰ সমীপৱৰ্তী হ'ল। আট্ৰিউছ-তনয়ে ব্যৰ্থতাৰেই আৰম্ভ কৰিলে, তেওঁৰ বৰ্শাপাট লক্ষ্যভ্ৰষ্ট হৈ কেনিবা গুচি গ'ল। পেইছেণ্ডাৰৰ আৰম্ভণিটো ভালেই আছিল, তেওঁ যশস্বী মেনিলাছৰ ঢালখনত কাঘাত কৰিলে। কিন্তু যথেষ্ট জোৰেৰে হানিৰ

নোৱাৰাত অস্ত্ৰপাটে ঢাল ভেদি যাব নোৱাৰিলে। বহল ঢালখনত লাগি বৰ্শাপাট জোৰাটোতে ভাগি থাকিল। তথাপি পেইছেণ্ডাৰে মনত বং পাইছিল আৰু তেওঁৰ জয়লাভ সুনিশ্চিত বুলি ভাবিছিল। কিন্তু এনেতে আট্ৰিউছ-তনয়ে ৰূপ-খটোৱা তৰোৱালখন টান মাৰি উলিয়াই লৈ তেওঁক আক্ৰমণ কৰিলে। পেইছেণ্ডাৰেও ঢালখনৰ তলৰপৰা জলফাই কাঠৰ মিহি নাল লগোৱা ধুনীয়া ব্ৰঞ্জৰ কুঠাৰ এখন হাতত ল'লে। তেওঁলোকৰ যুঁজ লাগিল, পেইছেণ্ডাৰে সিজনৰ শিৰস্ত্ৰাণৰ চূড়াত, ঘোঁৰা নোমৰ পাখিৰ ঠিক তলতে আঘাত কৰিলে। কিন্তু মেনিলাছে পেইছেণ্ডাৰ আগবাঢ়ি আহোঁতেই তেওঁৰ নাক আৰু কপালৰ জোৰাতে ঘাপ মাৰি দিলে। হাড়ভেদি যোৱা আঘাতত তেওঁ ৰক্তাক্ত চকুহাল ওলাই আহি ভৰিৰ ওচৰতে মাটিত সৰি পৰিল। পাক ঘূৰণি খাই পেইছেণ্ডাৰো বাগৰি পৰিল। মেনিলাছে ভৰিটোৰে তেওঁৰ বুকুখনত হেঁচা মাৰি ধৰি শৰীৰৰ আবৰণ-বিলাক খুলি পেলালে। তেওঁ ক'লে, "উদ্ধত ট্ৰজান, অশ্বপ্ৰিয় ডানানসকলৰ জাহাজবিলাক অধিকাৰ কৰিবলৈ আহোতে এই পৰ্যন্তহে ওচৰ চাপিব পাৰিবিহঁক। তহঁত তেজ আকলুৱা হৈ পৰিছ। অৱশ্যে তাৰ বাহিৰে যে তহঁত অন্যধৰণৰ অপযশ বা কলঙ্ক জড়িত হৈ থকা নাই এনে নহয়। কুকুৰহঁত, তহঁতে মোক কিমান লাজত পেলালি। আতিথ্যৰ সকলো নীতি-নিয়ম তহঁতে ভঙ্গ কৰিলি সেইবিলাক প্ৰণয়ন কৰা জ্যুছৰ ক্ৰোধকো অৱজ্ঞা কৰিলি। তেওঁ অচিৰে তহঁতৰ নগৰ ধ্বংস কৰিব। তহঁতক সোধ-পোছ কৰোতে মোৰ পত্নীক তহঁতে অপহৰণ কৰিলি, তেওঁক আৰু মোৰ আধা আধি ধন-সম্পত্তি লৈ তহঁতে উল্লাসেৰে সাগৰত পাৰি দিলি। তথাপি আমি উঠি অহা জাহাজবিলাকত জুই লগাই আমাকো কাটি মাৰি বুন্দামাৰ নকৰ মানে তহঁতৰ হেঁপাহ নপলায়। কিন্তু এইটো নিশ্চিত যে, যিমানেই পৰাক্ৰম নেদেখুৱায় তহঁতৰ সৰ্বনাশ অনিবাৰ্য। হায় পিতা জ্যুছ, সকলোৱে কয়, মনুষ্য আৰু দেৱতাতকৈ তুমি বেছি জ্ঞানী, অথচ এইবিলাক তোমাৰেই কীৰ্তি। ট্ৰয়ৰ এই উৎপীড়কবিলাকক তুমি ইমান প্ৰশ্ৰয় দিছা কিয়? হত্যাই সিহঁতৰ নিচা, ৰণৰ কোলাহলত সিহঁত ইমান উৎফুল্ল হয় যে সিহঁতে সদায় যুদ্ধ চলি থকাটোকে কামনা কৰে। সকলো বস্তুতেই মানুহৰ বিৰাগ জন্মে, আনকি নিদ্ৰা, প্ৰেম, সুললিত সঙ্গীত আৰু সুনিপুণ-নৃত্য—এইবিলাকেও আমুৱায়। পিছে এইবিলাকতকৈ বহুত সোনকালেই যুদ্ধৰ প্ৰতি মানুহৰ বিতৃষ্ণা হয় আৰু 'যথেষ্ট হৈছে' বুলি চিঞৰি উঠে। কিন্তু এই ট্ৰজানবিলাক সাধাৰণ মানুহ নহয়। যুদ্ধৰ কাৰণে ইহঁতৰ পিপাসা যৰ বেছি।"

এইদৰে কৈ থাকোতেই অদ্বিতীয় মেনিলাছে মৃতদেহটোৰপৰা তেজ লাগি

থকা জাখৰখন খুলি লৈ অনুচৰবিলাকৰ হাতত অৰ্পণ কৰিলে। তাৰ পিছত তেওঁ তাৰ পৰা আঁতৰি গ'ল। আৰু পুনৰায় ৰণাঙ্গনৰ আগশাৰীত অৱস্থিত হ'ল। তেওঁ তাত উপনীত হোৱাৰ লগে লগেই পাইলিমিনিছৰ পুত্ৰ হাৰ্পলিয়নৰ দ্বাৰা আক্ৰান্ত হ'ল। বেচেৰা বাপেকৰ লগত ট্ৰয় যুদ্ধলৈ আহিছিল। স্বদেশলৈ উভতি যোৱা তেওঁৰ কপালত আৰু নাছিল। আট্ৰিউছ-নন্দনৰ ওচৰ চাপি হাৰ্পলিয়নে তেওঁৰ ঢালৰ সোঁমাজত বৰ্শাৰে আঘাত কৰিলে। কিন্তু ঢালখন বিদীৰ্ণ কৰিব নোৱাৰি, তেওঁ নিজক বচাবৰ কাৰণে কেনেবাকৈ শত্ৰুপক্ষই নিক্ষেপ কৰা অস্ত্ৰ-শস্ত্ৰ গাত লাগিব বুলি চাৰিওফালে নজৰ ৰাখি নিজৰ সৈন্য দলটোৰ মাজলৈ কোব লোৱাই উচিত হ'ব বুলি মনতে পাঙিলে। তেওঁ এইদৰে গৈ থাকোতেই মেৰিয়নিছে ব্ৰঞ্জৰ জোং লগোৱা কাঁড় এপাট মাৰি পঠিয়ালে। কাঁড়-পাট তেওঁৰ সোঁ-তপিনাত সোমাল আৰু মূত্ৰাশয় ভেদ কৰি হাড়ৰ তলেদি গৈ বাহিৰ হ'ল। লগে লগেই হাৰ্পলিয়নৰ পতন ঘটিল। বন্ধু-বান্ধৱসকলে আঁকোৱালি ধৰোতেই তেওঁ শেষ নিশ্বাস ত্যাগ কৰিলে। কীট এটাৰ দৰেই তেওঁৰ মৃতদেহ মাটিত পৰি থাকিল। তেওঁৰ গাৰপৰা ওলোৱা তেজেৰে ধৰণী ৰাঙলী হ'ল। সাহসী পেফ্লাগনিয়ানসকলে তেওঁক আবৰি ধৰি ৰথত তুলিলে আৰু ভাৰাক্ৰান্ত হৃদয়েৰে পৱিত্ৰ ইলিয়ামলৈ তেওঁক লৈ গ'ল। বাপেকেও কান্দি কান্দি লগে লগে যাত্ৰা কৰিলে। পুতেকৰ মৃত্যুৰ কাৰণে শত্ৰুৰ ওপৰত প্ৰতিশোধ লোৱাও নহ'ল।

কিন্তু হাৰ্পলিয়নৰ হত্যাই পেৰিছৰ মনত অগনি জ্বলালে। কাৰণ পেফ্লা-গনিয়ানসকল আছিল তেওঁৰ অতিথি। বন্ধু বধৰ প্ৰতিশোধ ল'বৰ কাৰণে তেওঁ শৰসন্ধান কৰিলে। ভৱিষ্যৎ-বক্তা পলিডাছৰ পুত্ৰ ইউকিনাৰ আছিল এজন একীয়ান। আঢ্যৱন্ত আৰু সদবংশজাত এই লোকজন কৰিন্থৰ অধিবাসী আছিল। ট্ৰয়দেশলৈ বুলি পাৰি দিওঁতেই তেওঁ নিজৰ কৰুণ পৰিণতিৰ কথা ভালকৈ জানিব পাৰিছিল, কাৰণ তেওঁৰ বৃদ্ধ পিতৃ সাধু পলিডাছে তেওঁক প্ৰায়েই কৈছিল যে, হয় তেওঁ কঠিন ৰোগত শয্যাশায়ী হৈ মৃত্যুমুখত পৰিব, নহয় একীয়ানবিলাকৰ লগত ট্ৰয়লৈ গৈ নিহত হ'ব। তেওঁ গ'ল। তাৰ পৰা দুটা কাম হ'ল। প্ৰথমতে তেওঁ এটা বৃজন পৰিমাণৰ জৰিমনাৰপৰা হাত সাৰিল আৰু সেইদৰে তেওঁৰ সম্পত্তি ৰক্ষা পৰিল। দ্বিতীয়তে তেওঁ জঘন্য বেমাৰ এটাৰ পৰা যন্ত্ৰণা ভুগি মৰাৰপৰাও অব্যাহতি পালে। এতিয়া পেৰিছে তেওঁৰ কাণৰ লতিৰ তলতে হানিলে। তেওঁ তিলতিলকৈ মৰিব লগা নহ'ল। আপচু আন্ধাৰে তেওঁক আবৰি ধৰিলে।

অনিৰ্বাণ অগ্নিশিখাৰ দৰে যুদ্ধ অবিৰাম চলি থাকিল। কিন্তু কুমাৰ হেক্টৰে সঠিক বাতৰি পোৱা নাছিল। ৰণতৰীসমূহৰ বাওঁফালে যে শত্ৰুৱে তেওঁৰ সৈন্য-বাহিনীক শ'লঠেকত পেলাইছিল, তেওঁৰ সেই বিষয়ে অলপো ধাৰণা হোৱা নাছিল। প্ৰকৃততে আৰ্গিভবিলাকে আধাআধি জয়লাভ কৰিছিল আৰু সেয়ে ঘটিছিল ভূমিকম্প সৃষ্টিকৰ্তা, বসুধাবেষ্টন কৰি থকা দেৱতাজনৰ অনুপ্ৰেৰণাত আৰু তেওঁলোকৰ সপক্ষে শক্তি প্ৰয়োগৰ ফলত। সেয়েহে হেক্টৰে যুদ্ধক্ষেত্ৰৰ সেই বিশেষ অংশত আক্ৰমণ চলাই থাকি ঢালধাৰী ডানানসৈন্যবিলাকক ছেদেলি-ভেদেলি কৰিছিল আৰু প্ৰাচীৰ দ্বাৰত প্ৰচণ্ড হেঁচা দিছিল। আয়াছ আৰু প্ৰটেছিলাছৰ ৰণপোটসমূহ ধূসৰ সমুদ্ৰৰ উপকূল অংশত শাৰী পাতি বান্ধি থোৱা আছিল তাৰ ওচৰতেই। প্ৰাচীৰৰ সেই অংশ আপেক্ষিকভাৱে চাপৰ আছিল। ডানানৰ পদাতিক বাহিনী আৰু ৰথীসকলে বিপুল বিক্ৰমেৰে শত্ৰুৰ আক্ৰমণ ওফৰাই দিবলৈ ৰণত প্ৰবৃত্ত হৈছিল।

সেই ঠাইত সংঘবদ্ধ হোৱা সৈন্যদলৰ ভিতৰত আছিল বিয়টিয়ানসকল, দীঘল চোলা পিন্ধা আয়নিয়ানবিলাক, লোক্ৰিয়ান, ঠাইয়ান আৰু চমৎকাৰ ইপিয়ান-বিলাক। হেক্টৰৰ জাহাজ আক্ৰমণ প্ৰতিৰোধ কৰা তেওঁলোকৰ পক্ষে অতিশয় কঠিন হৈ পৰিছিল আৰু তেওঁক পিছ হোহোকাই পঠিওৱাটো তেওঁলোকৰ পক্ষে অসাধ্য আছিল। দাবানলৰ দৰে তেওঁ আগবাঢ়ি আহিছিল। পিটিয়ছ-তনয় মেনিষ্টিউছৰ নেতৃত্বত এথেন্সৰ বছা বছা বীৰসকলে এই ঠাইত যুদ্ধ কৰিছিল। তেওঁলোকক সহায় কৰিছিল ফাইডিছ, ষ্টিকিয়াছ আৰু সাহসী বিয়াছে। ইফালে ইপিয়ানসকলৰ সেনাপতি আছিল ফিলিউছ-নন্দন মেজিছ, এম্ফিয়ন আৰু ড্ৰেকিয়াছ। ঠাইয়াইসকলক পৰিচালনা কৰিছিল মিডন আৰু বাহুবলী পডাৰ্ক্ৰিছে। মিডন আছিল ৰজা অইলিউছৰ অবৈধ সন্তান আৰু সেই সূত্ৰে আয়াছৰ ভ্ৰাতৃ। কিন্তু নৰহত্যাৰ কাৰণে নিৰ্বাসিত হৈ তেওঁ ফিলেছীত বাস কৰিবলগীয়া হৈছিল। ৰজা অইলিউছৰ পত্নী, মহীমাক ইৰিয়পিছৰ আত্মীয় এজনক তেওঁ বধ কৰিছিল। পডাৰ্ক্ৰিছ আছিল ফিলেকাছ-পুত্ৰ ইফিক্লাছৰ সন্তান। এওঁলোক দুয়ো অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হৈ মহৎ হৃদয় ঠাইয়ানসকলৰ সন্মুখত থাকি ৰণতৰীসমূহ ৰক্ষাৰ কাৰণে বিয়টিয়ানসকলৰ সৈতে মিলিত হৈ প্ৰাণটাকি যুদ্ধ কৰিছিল। অইলিউছ-নন্দন ধাবনপটু আয়াছ টেলামন-পুত্ৰ আয়াছৰ কাষৰপৰা খন্তেকৰ বাবেও আঁতৰি যোৱা নাছিল। তেওঁলোক দুজনক দেখিলে এনে ভাব হৈছিল যেন দুয়ো কটুৰ মাটিত কেঁকো-জেঁকো কৰি সমানে সমানে হাল টনা এহাল পৰলা বলদ। শিঙৰ গুৰিৰপৰা টোপাটোপে ঘাম ওলায়, মাজত মিহি যুঁৱলিৰ

নামমাত্র ব্যৱধান, এইদৰেই সিহঁতে শিৰস্ত্ৰাণ ভেদি ফালপাট পথাৰৰ সীমাত অৱস্থিত টিলাটৌলৈকে গাৰ জোৰেৰে টানি লৈ যায়। এইদৰেই উভয়েই অবিচ্ছিন্নভাৱে ওচৰা-উচৰিকৈ থিয় হৈ আছিল। কিন্তু দুয়োৰে মাজত পাৰ্থক্য এইকেবাই আছিল। টেলামন-তনয়ৰ সাহাৰ্য্যাৰ্থে আছিল এদল শক্তিশালী আৰু সুশিক্ষিত অনুচৰ। গৰমত বা ভাগৰত অৱশ হৈ পৰামাত্ৰকে তেওঁৰ হাতত থকা ঢালখন ধৰিবলৈ সিহঁত সদায় প্ৰস্তুত আছিল। আনহাতে, লোক্ৰিয়ান সৈন্যসকল অইলিউছৰ পৰাক্ৰমী পুত্ৰৰপৰা নিলগতহে আছিল। পাখিলগা ব্ৰঞ্জৰ শিৰস্ত্ৰাণ, ঘূৰণীয়া ঢাল আৰু এছ কাঠৰ বল্লম আদি উপযুক্ত অস্ত্ৰ-শস্ত্ৰৰ অভাৱত হতাহতি যুদ্ধত যোগ দিবলৈ তেওঁলোকৰ সাহসে কুলোৱা নাছিল। তেওঁলোকৰ ভৰসা আছিল মিহি উল সূতাৰে তৈয়াৰী গুণ লগোৱা ধনুৰ ওপৰতহে। এইবিলাক অস্ত্ৰ লৈয়েই তেওঁলোক সেনাপতিৰ লৈতে ইলিয়ামলৈ আহিছিল। প্ৰকৃততে কোনো কোনো সময়ত তেওঁলোকৰ বাণ বৰ্ষণে ট্ৰজান সৈন্য মথিমূৰ কৰিছিল। সেইদেখি এতিয়া গধুৰ অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত সৈন্যসকলে আগভাগলৈ ট্ৰজান সেনা আৰু ব্ৰঞ্জ বিভূষিত হেক্টৰক বাধা দিয়াৰ সময়ত লোক্ৰিয়ানবিলাকে পিছফালে থাকি নিৰাপদ দূৰত্বৰপৰা জাউৰিয়ে জাউৰিয়ে কাঁড় মাৰি ট্ৰজানবিলাকৰ মাজত বিশৃঙ্খল অৱস্থাৰ সৃষ্টি কৰাৰ ফলত তেওঁলোকৰ যুঁজৰ নিচা কাটি গৈছিল।

প্ৰকৃতপক্ষে তেওঁলোকে ৰণপোট আৰু কুটীৰসমূহ এৰি থৈ বতাহ খাই ইলিয়ামলৈ কষ্টেমষ্টে উভতি যোৱাৰ উপক্ৰম হৈছিল। কিন্তু পলিডেমাছে আকৌ এবাৰ দুৰ্মদ হেক্টৰৰ ওচৰলৈ গৈ ক'লে, "হেক্টৰ, উপদেশ গ্ৰহণ কৰাৰ সময়ত তুমি সৰ আকোৰগোজ হৈ পৰা। ভগৱন্তৰ কৃপাত তুমি এজন অতুলনীয় বীৰ আৰু ঠিক সেইকাৰণেই তুমি ভাবা যে যুদ্ধৰ পৰিকল্পনা কৰাত তোমাৰ সমসৰী কোনো নাই। কিন্তু সম্ভৱতঃ তুমি অকলে সকলোবিলাক চম্ভালিব নোৱাৰিবা। মানুহৰ বেলেগ বেলেগ গুণ আছে। কোনো এজনে যুদ্ধ কৰিব পাৰে, আন এজনে হয়তো নাচিব নাইবা বাঁহী বজাই গান গাব পাৰে। তত্ৰাচ সৰ্বদৰ্শী জ্যুছৰ অনুগ্ৰহত এজন মানুহ প্ৰখৰ বুদ্ধিৰ অধিকাৰী হ'ব পাৰে। তেওঁৰপৰা সঙ্গীসকল উপকৃত হয় আৰু বিপৰ্যয়ৰপৰা উদ্ধাৰ পায়, কাৰণ তেওঁ সিবিলাকতকৈ বেছি কথা জানে। যি নহওক, মই এতিয়া মনৰ কথাকে কম। কি কৰিলে উত্তম হ'ব বুলি ভাবিছো তাকো বেকত কৰিম। চোৱা, যুঁজখনে তোমাক বৃত্তাকাৰে বেৰি ধৰিছে। আমাৰ সাহসী সেনাসকলে প্ৰাচীৰ আক্ৰমণ কৰিছে, সেইকথা ঠিক, কিন্তু তাকে কৰি হয় তেওঁলোক অস্ত্ৰৰ ভৰত অলস হৈ বৈ আছে নহয়, ৰণতৰীবিলাকৰ ওচৰত ছেদেলি-ভেদেলি হৈ সংখ্যাধিক শত্ৰুৰ লগত ৰণ কৰিছে। মোৰ পৰামৰ্শ হৈছে,

তুমি ইফালে সিফালে গৈ বাছকবনীয়া বীৰসকলক মাতি আনা। চূড়ান্ত বিজয়ৰ কাৰণে সুনির্মিত ৰণতৰীসমূহ আক্রমণ কৰা নাইবা সেইটো সম্ভৱপৰ নহ'লে নিৰাপদে পশ্চাদপসৰণ কৰা, ইয়াৰ কোনটো উচিত হ'ব সেই বিষয়ে আমি আলোচনা কৰি এটা সুনিশ্চিত সিদ্ধান্তত উপনীত হ'ব পাৰিম। মোৰ হ'লে মনে গাজিছে যে আমি যোৱা কালি একীয়ানবিলাকক যি পালি দিলো, তেওঁলোকে আজি আমাকো সেই একেপালিকে দিব পাৰে। তেওঁলোকৰ এজন বীৰে জাহাজতে অলসভাৱে সময় অতিবাহিত কৰিছে। কিন্তু তেওঁ হ'লে যুদ্ধ কৰিবলৈ পালে খোৱা, শোৱা পাহৰে। মোৰ বিশ্বাস নহয় যে তেওঁ যুদ্ধৰপৰা একেবাৰে বিৰত হৈ থাকিব।"

হেক্টৰে এই উপদেশৰ একো আসোঁৱাহ বিচাৰি নাপাই কওঁ নকওঁ কৈ উত্তৰ দিলে, "পলিডামাছ, শ্রেষ্ঠ সেনাসকলেৰে আবৃত হৈ তুমি ইয়াতে থাকা। মই সিফালে গৈ কি ঘটিছে বুজ লওঁগৈ, সকলো ঠিক-ঠাক কৰি মই শীঘ্রে উভতি আহিম।"

ইয়াকে কৈ তেওঁ তিৰবিৰাই থকা তুষাবাবৃত গিৰিশৃঙ্গৰ দৰে নিক্রান্ত হ'ল। দ্রুত গতিৰে ট্রজান আৰু মিত্রপক্ষৰ সৈন্যসকলৰ মাজেদি পাৰহৈ যাওঁতে সকলোকে উচ্চৈস্বৰে আহ্বান কৰিছিল। হেক্টৰৰ মাত শুনি সকলোৱে খৰখেদাকৈ গৈ পন্থাছ-পুত্র ভদ্র পলিডামাছৰ চাৰিওফালে সমবেত হ'ল। কিন্তু হেক্টৰে ডেইফবাছ, বাহুবলী কুমাৰ হেলেনাছ, হাৰ্টাকাছ-নন্দন অচিয়াছ আৰু তেওঁৰ পুতেক আডামাছৰ সন্ধানত ৰণক্ষেত্রৰ সমুখৰ শাৰী পালেগৈ। শীঘ্রে তেওঁ জানিব পাৰিলে যে তেওঁলোকৰ কোনো এজনেই অক্ষত অৱস্থাত জীয়াই থকা নাছিল। আর্গিভ-সকলৰ হাতত দুজন নিহত হৈ জাহাজৰ ওচৰত পৰি আছিল। বাকী কেইজন আহত হৈ নগৰ প্ৰাচীৰৰ ভিতৰলৈ উভতি গৈছিল। যুদ্ধক্ষেত্রৰ বাওঁভাগত ট্রজান-সকল অতি শোচনীয়ভাৱে ক্ষতিগ্রস্ত হৈছিল। সেই ঠাইত মাত্র এজন বীৰক তেওঁ থিতাতে বিচাৰি পালে। তেওঁ আছিল সদাশয় পেৰিছ-সুকেশিনী হেলেনৰ স্বামী। পেৰিছে সৈন্যসকলক যুদ্ধ কৰিবলৈ উদগনি দিছিল। এনে সময়তে হেক্টৰ উপস্থিত হৈ তেওঁক অতিশয় ভৰ্ৎসনা কৰি ক'লে, "হেৰৌ পেৰিছ, চকুত লগা চেহেৰাটোৰে তই মাত্র ছোৱালীবোৰক হাত কৰাত ওস্তাদ। ডেইফবাছ, মহান ৰাজকুমাৰ হেলেনাছ, আচিয়াছ-পুত্র আডামাছ, হাৰ্টাকাছ তনয় অচিয়াছ ক'ত আছে মোক ক। অথিয়নিউছক কি কৰিলি? ইলিয়ামৰ পতন প্রকৃততে আসন্ন। উচ্চতম স্তম্ভবিলাক উভালি পৰিছে। মৃত্যুৰ বাহিৰে এতিয়া আৰু তোৰ অন্য গতি নাই।" পেৰিছে উত্তৰ দিলে, "হেক্টৰ, খণ্ডত একোনাই হৈ তুমি

নিৰপৰাধী মানুহজনক মিছাতে দোষাৰোপ কৰিছা। মাজে মাজে মই ৰণৰপৰা পলাওঁ সঁচা, কিন্তু আজি হ'লে সেই কাম কৰা নাই। মই নদি ক'ব পাৰো যে নিতান্ত কাপুৰুষৰ দৰে জীয়াই থাকিবলৈ মই জন্মগ্ৰহণ কৰা নাই। তুমি সৈন্যবিলাকক জাহাজ আক্ৰমণ কৰিবলৈ আদেশ দিয়াৰ মুহূৰ্তৰেপৰা আমি ইয়াতে অৱস্থিত হৈ ডানানবিলাকক বাৰুকৈয়ে এসেকা দিছো। যিকেইজন বন্ধুৰ সন্ধান তুমি বিচাৰিছা, তেওঁলোকৰ মৃত্যু হৈছে, ডেইফবাছ আৰু মহান ৰাজকুমাৰ হেলেনাছৰ বাহিৰে। তেওঁলোকে যুদ্ধক্ষেত্ৰ ত্যাগ কৰিছে। দীঘল বৰ্শাই হাতত আঘাত কৰাৰ ফলত দুয়ো আহত হৈছে। অৱশ্যে সৌভাগ্যবশতঃ মৃত্যুৰ মুখত পৰা নাই। এতিয়া আমাক য'লৈকে ইচ্ছা ত'লৈকে পৰিচালনা কৰি নিব পাৰা। আমি দৃঢ়চিত্তে তোমাক অনুসৰণ কৰিম। লগতে কৈ যাওঁ, আমাৰ ভিতৰত যাৰ যিকণ সাহস আছে তাৰো অভাৱ নহ'ব। অতিশয় আগ্ৰহ থাকিলেও শক্তিয়ে আটে মানেহে ৰণ কৰিব পাৰি, তাতকৈ বেছি কোনেও কৰিব নোৱাৰে।"

এইদৰেই পেৰিছে ভায়েকক শান্ত কৰিলে। তেওঁলোক উভয়ে ৰণৰ একেবাৰে কেন্দ্ৰস্থলত উপনীত হ'ল। সেই সময়ত দুৰ্ঘোৰ সংগ্ৰাম চলি আছিল। ছেব্ৰিয়নিছ, প্ৰশংসনীয় পলিডামাছ, ফালচিজ, অৰ্থিউছ, দেৱতুল্য পলিফেটিছ। পাৰ্মীছ, হিপ্পটিয়ন-তনয় আস্কানিয়াছ আৰু মৰীছ, এই বীৰসকলে যুদ্ধ কৰি আছিল। শেষত উল্লেখ কৰা বীৰ দুজন আগদিনা ৰাতিপুৱা দ মাটিৰ দেশ আস্কানিয়াৰপৰা আহি পাইছিলহে মাথোন। ৰণুৱাসকলক সকাহ দিয়াই আছিল তেওঁলোকৰ উদ্দেশ্য। এতিয়া তেওঁলোকো যুদ্ধত যোগ দিবলৈ ব্যগ্ৰ হৈ পৰিল। মেঘে গাজি-গুমৰি অহা বতৰত বলা প্ৰচণ্ড ধুমুহাৰ দৰেই ট্ৰজানবিলাক আগবাঢ়ি আহিছিল। এই বলিয়া বতাহে লুণীয়া পানীত খুন্দা খাই গৰ্জন মুখৰ সমুদ্ৰত অবৰ্ণনীয় আলোড়নৰ সৃষ্টি কৰে। প্ৰকাণ্ড ঢৌবিলাকে সৰ্পিল শাৰেৰে ফেনিল পৃষ্ঠদেশ ধনুৰ দৰে বেঁকা কৰি এটা অন্তহীন শোভাযাত্ৰাৰ সূচনা কৰে। এইদৰেই সেনাপতিসকলৰ দ্বাৰা পৰিচালিত হৈ আগবাঢ়িছিল ব্ৰঞ্জ বিভূষিত, ট্ৰয়ৰ সৈন্যবাহিনী; তৰঙ্গায়িত গতিত আগবাঢ়িছিল ইটো দলৰ পিছত আন এটা দল। তেওঁলোকৰ একেবাৰে আগত আছিল ৰণদেৱতাৰ দৰে প্ৰিয়ামপুত্ৰ হেক্টৰ। তেওঁ সমুখত ধাৰণ কৰিছিল ভৰপাতৰপ চাম্ৰাৰে তৈয়াৰী প্ৰশস্ত ব্ৰঞ্জৰ পাতেৰে আবৰি থোৱা ঘূৰণীয়া ঢালখন। আৰু তেওঁৰ মস্তকৰ ওপৰত আন্দোলিত হৈছিল মসৃণ শিৰস্ত্ৰাণ।

হেক্টৰে ছেগ বুজি বিভিন্ন অংশত আক্ৰমণৰ চাপ দি শত্ৰু সৈন্যৰ শক্তি পৰীক্ষা কৰিছিল। তেওঁ আশা কৰিছিল যে ঢালখনেৰে নিজকে আবৰি আক্ৰমণ

কৰিলে শত্ৰুসৈন্যৰ বিন্যাস ভঙ্গ হ'ব পাৰে। কিন্তু তেওঁ দৃঢ়চেতা একীয়ানবিলাকক অলপো তলাব নোৱাৰিলে। এনেকি এজন একীয়ান বীৰ আয়াছে দীঘল দীঘল খোজেৰে দলৰ মাজৰপৰা ওলাই আহি হেক্টৰৰ সন্মুখীন হৈ ক'লে, "হেৰা, ওচৰ চাপি নাহা কিয়? আৰ্গিভবিলাকক পৃষ্ঠভঙ্গ দিয়াবলৈ কৰা তোমাৰ এই নিষ্ফল প্ৰচেষ্টা ত্যাগ কৰা। ৰণৰ বিষয়ে আমাৰ ভাল অভিজ্ঞতাই আছে। আমি যদি কেতিয়াবা ঠেকত পৰিছো, তেনেহ'লে সেয়া সম্ভৱ হৈছে জ্যুছৰ ক্ৰুদ্ধ অভিসম্পাতৰ ফলত। মোৰ ধাৰণা তুমি হয়তো আমাৰ ৰণতৰীসমূহ ধ্বংস কৰাৰ সপোন দেখিছা। কিন্তু আমাৰো হাত আছে, তাৰ কাৰণে যুদ্ধ দিবলৈ আমি প্ৰস্তুত। এনেকুৱাও হ'ব পাৰে যে তোমালোকে জাহাজৰ ওচৰ চপাৰ বহুত আগতেই আমি তোমালোকৰ মনোৰম নগৰখন অধিকাৰ কৰি উচ্ছন্ন কৰিম। তোমাৰ হৈয়ো মই এষাৰ কথা ক'ব খোজো, এনে সময় ওচৰ চাপি আহিছে যেতিয়া তুমি আত্ম-ৰক্ষাৰ কাৰণে জ্যুছ আৰু অন্যান্য দেৱতাবৰ্গক প্ৰাৰ্থনা কৰিব লগা হব যাতে তোমাৰ দীঘল কেশৰযুক্ত ঘোঁৰাহালে শেন চৰাইতকৈয়ো অধিক দ্ৰুতগতিৰে চেকুৰ মেলি, দশোদিশ ধূলিৰে ধুৱঁলী-কুঁৱলী কৰি তোমাক ট্ৰয়নগৰৰ বাসগৃহলৈ লৈ যাব পাৰে।"

আয়াছৰ উক্তিৰ মাঙ্গলিক প্ৰতীকৰূপে এটা ঈগল চৰাই বহুত ওপৰেদি উৰি গ'ল। এই দৃশ্য দেখা পাই একীয়ানসকলে উৎসাহিত হৈ হৰ্ষধ্বনি কৰিলে। কিন্তু খ্যাতিমান হেক্টৰৰ মুখৰ মাত বন্ধ নহ'ল। তেওঁ ক'লে, "আয়াছ, মূৰ্খৰপৰা প্ৰকট প্ৰলাপৰ বাহিৰে আন কিনো আশা কৰিব পাৰি? কিন্তু তুমি নিজকে চেৰাই গৈছা। যেনেকৈ মই নিশ্চিত যে ছত্ৰধাৰী জ্যুছ আৰু পূজনীয়া হিৰীৰ পুত্ৰ হিচাপে, এথেনী আৰু এপলোৰ সন্মান অক্ষুন্ন ৰাখি মই জীয়াই থাকিবলৈ ভাল পাওঁ, সেইদৰেই মই আন এটা বিষয়তো সুনিশ্চিত, সেইটো হৈছে, আজিৰ দিনটো সমস্ত আৰ্গিভ সৈন্যৰ বাবে বিপৰ্যয়পূৰ্ণ হ'ব আৰু যদিহে তুমি মোৰ সুদীৰ্ঘ বৰ্শাৰ সন্মুখীন হ'বলৈ সাহস কৰা, তেনেহ'লে সকলোৰে লগত তুমিও জাহ যাবা, কাৰণ মোৰ বৰ্শাই তোমাৰ লিলিফুলৰ দৰে শুকুলা ছালখন বিদীৰ্ণ কৰিব আৰু ট্ৰয়ৰ কুকুৰ, শগুণে তোমাৰ মৃতদেহ ভক্ষণ কৰিব।"

এইবুলি কৈ হেক্টৰে আক্ৰমণ কৰিবলৈ সাজু হ'ল, কাণ তাল মৰা শব্দ কৰি তেওঁৰ সৈন্যবাহিনীয়েও অনুসৰণ কৰিলে। তেওঁলোকৰ পিছত থকা বাকী-বিলাক সৈন্যয়ো সিংহনাদ কৰি উঠিল। আৰ্গিভসকলেও নিজস্ব ৰণহুঙ্কাৰেৰে সমিধান দিলে আৰু সাহস সঞ্চয় কৰি ট্ৰজানবিলাকৰ প্ৰচণ্ড আক্ৰমণলৈ অপেক্ষা কৰি থাকিল। উভয়পক্ষৰ সৈন্যবাহিনীৰ তুমুল নিনাদে আকাশ ৰতাহ ভেদ কৰি জিয়াকবৰেকো স্পৰ্শ কৰিলেগৈ।

চৈধ্য

# ছলনাময়ী হিৰী

কোলাহল ইমান প্ৰবল হৈ পৰিছিল যে ই নেষ্টৰৰো কৰ্ণগোচৰ হ'ল তেওঁ তেতিয়া নিজৰ শিবিৰত সুৰাপান কৰি আছিল। তেওঁ আতঙ্কিত হৈ এস্‌ক্লেপিয়াছৰ পুতেকৰ কালে চাই ক'লে, "মহাৰাজ মাকাওন, কি কৰা উচিত আমি বিবেচনা কৰিব লাগিব। জাহাজবিলাকৰ কাষত ৰণনিৰ্ঘোষ প্ৰচণ্ড হৈ পৰিছে। আপুনি এতিয়া ইয়াতে থাকি ফটিকৰ ধাৰ যেন মদিৰা সেৱন কৰক আৰু মাননীয়া হিকমিডীয়ে পানী তপত কৰি আপোনাৰ ক্ষতটোত গোটমাৰি লাগি থকা তেজখিনি ধুৱাই দিয়ক। মই এতিয়াই সুবিধাজনক ঠাই এডোখৰলৈ গৈ কিনো ঘটিছে চাই আহোঁ।"

কথা কোৱাৰ লগে লগেই নেষ্টৰে চিক্‌মিকাই থকা সুনিৰ্মিত ব্ৰঞ্জৰ ঢাল এখন হাতত তুলি ল'লে। পুতেক অশ্বপালক থ্ৰেছিমিডিছৰ ঢালখন শিবিৰতে আছিল আৰু তেওঁ পিতাকৰখন ব্যৱহাৰ কৰিছিল। নেষ্টৰে ব্ৰঞ্জৰ চোকা জোং থকা সুদৃঢ় বৰ্শা এপাটো ল'লে। শিবিৰৰপৰা ওলাই গৈয়েই তেওঁ এটা শোচনীয় দৃশ্য দেখা পালে। তেওঁৰ বন্ধু-বান্ধৱসকল সম্পূৰ্ণ পৰাজিত হৈছিল আৰু ট্ৰজান-বিলাক পিছে পিছে খেদি আহিছিল। একীয়ান প্ৰাচীৰখনৰ পতন ঘটিল।

কোনো সময়ত বিশাল সাগৰখন নিঃশব্দভাৱে ওফন্দি উঠি অন্ধকাৰ হৈ পৰে। ই ধুমুহাৰ আগজাননী বুজিব পাৰে, কিন্তু তাৰ বাহিৰে একো জানিব নোৱাৰে। বতাহে এফালৰপৰা আনফালে ঠেলি দিয়াৰ আগন্তে ঢৌবিলাকো বাগৰি যাব নোৱাৰে। বৃদ্ধজনো দুই নাও দুই ভৰি হ'ল। অশ্বপ্ৰিয় ডানান-বিলাকৰ লগত যুদ্ধতে যোগদান কৰিব নে প্ৰধান সেনাপতি আট্ৰিউছ-নন্দন আগামেমননকে বিচাৰি যাব তেওঁ একো থিৰাং কৰিব নোৱাৰিলে। ইতিমধ্যে যুদ্ধ আৰু হত্যালীলা চলি থাকিল। তৰোৱাল আৰু দুমুখীয়া তীক্ষ্ণ বৰ্শাৰ আঘাতত সুকঠিন ব্ৰঞ্জৰ বৰ্মবিলাক ঝনঝনাই উঠিছিল।

বাটত নেষ্টৰে আহত নৃপতিবৰ্গক লগ পালে। তেওঁলোক আছিল ডায়মিডিছ, ওডিছ্যুছ আৰু আট্ৰিউছ-তনয় আগামেমনন। তেওঁলোক ধূসৰ সমুদ্ৰৰ উপকূলৰ প্ৰথমটো শাৰীতে অৱস্থিত নিজ নিজ জাহাজৰপৰা ওলাই আহিছিল। বৰ্ত্তমান যুদ্ধ চলি থকা অঞ্চলৰপৰা এই জাহাজ কেইখন ভালেখিনি আঁতৰত আছিল। আনকাতেদি সমুদ্ৰৰ দূৰৱৰ্ত্তী অংশত বান্ধি থোৱা ৰণতৰী-

সমূহৰ কাষেদিহে গড়টো নিৰ্মাণ কৰা হৈছিল। কাৰণ সাগৰৰ বেলাভূমি বিস্তীৰ্ণ হোৱা সত্বেও তাত সকলোবিলাক জাহাজ ৰাখিবৰ বাবে যথেষ্ট ঠাই নাছিল। স্থানাভাৱৰ কাৰণে একীয়ানবিলাকে জাহাজবিলাক ইখনৰ পিছত সিখনকৈ শাৰী শাৰী কৰি সজাই থৈছিল। আৰু ফলত উপসাগৰখনৰ উপকূলৱৰ্তী অঞ্চলটো পাৰৰ এমূৰৰপৰা আনটো মূৰলৈকে জাহাজেৰে জুৰি আছিল। সেই হেতুকে যুদ্ধখন নিৰীক্ষণ কৰাৰ উদ্দেশ্যে ৰজা কেইগৰাকী স্থলভাগৰ ভিতৰলৈ একেলগে আগবাঢ়ি গৈছিল। তেওঁলোকে বৰ্শাবোৰ লাখুটিৰ দৰে ব্যৱহাৰ কৰি দুখে বেজাৰে গৈ আছিল। বৃদ্ধ নেষ্টৰক লগ পোৱাৰ লগে লগে তেওঁলোকৰ বুকু চিৰিং কৰি গ'ল আৰু আগামেমননে তৎক্ষণাৎ মাত লগালে, "একীয়ান বীৰ-সকলৰ গৌৰৱ স্বৰূপ, নেলিউছ-নন্দন নেষ্টৰ, সৌ তাত চলি থকা বীভৎস হত্যাকাণ্ডৰ ফালে পিঠি দি আপুনি এইফালে কিয় আহিছে? মোৰ আশঙ্কা হৈছে যে পৰাক্ৰমী হেক্টৰে আমাক যি বুলি ভীতি প্ৰদৰ্শন কৰিছিল, এতিয়া তাকেই কৰিবলৈ অগ্ৰসৰ হৈছে। এদিন তেওঁ সৈন্যবিলাকৰ আগত বক্তৃতা দি থাকোতে প্ৰতিজ্ঞা কৰিছিল যে জাহাজবিলাকত অগ্নিসংযোগ কৰি আমাৰ সকলোটিকে হত্যা কৰাৰ পিছতহে তেওঁ ইলিয়ামলৈ উভতি যাব। এয়ে আছিল তেওঁৰ প্ৰতিশ্ৰুতি, এতিয়া তেওঁ ব্যক্ত কৰা সকলো কথাই বাস্তৱত পৰিণত হৈছে। এই দুখ লগা ধাৰণাই মোৰ মনটো খুলিখুলি খাইছে। একিলিছৰ দৰে সমস্ত সৈন্যবাহিনীয়েই মোৰ প্ৰতি আনুগত্যহীন হ'ব যদিহে তেওঁলোকে জাহাজবিলাক থকা উপকূল অঞ্চলত যুদ্ধৰ প্ৰস্তুতি নচলায়।"

জিৰেণীয় বীৰ নেষ্টৰে ক'লে, "এনে এটা দুৰ্যোগ সঁচাকৈয়ে আমাৰ ওচৰ চাপিছে। বজ্ৰপাণি জ্যুছেও ইয়াক লৰচৰ কৰিব নোৱাৰে। নৌবাহিনী আৰু আমাৰ প্ৰতিৰক্ষাৰ কাৰণে প্ৰাচীৰখন অলঙ্ঘ্য হৈ থাকিব বুলি মই ভাবিছিলো। প্ৰাচীৰ চূড়মাৰ হ'ল, সুনিৰ্মিত তৰীসমূহৰ কাষত আমাৰ সৈন্যসকলে ঘোৰতৰ সুদীৰ্ঘ সংগ্ৰাম কৰিব লগা হৈছে। আপুনি যিমান পাৰে তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰক, তথাপি আপুনি ক'ব নোৱাৰিব, আগফালৰপৰাই নে পিছফালৰপৰাই খেদি খেদি একীয়ানবিলাকক বিধ্বস্ত কৰা হৈছে। কি বিশৃঙ্খল হত্যাকাণ্ড, কি ভয়ানক কোলাহল। এতিয়া আমি একেলগে আলোচনা কৰিম কি কৰিলেনো ভাল হয়, অৱশ্যে যদিহে সেয়া কামত আহে। মই এটা পৰামৰ্শ আগবঢ়াওঁ যে আমি ৰণত যোগ দিয়া উচিত নহয়। আহত মানুহে যুঁজিব নোৱাৰে।"

নৃপতি আগামেমননে মাত লগালে, "নেষ্টৰ, জাহাজবিলাক বহিঃসীমালৈকে এতিয়া যুদ্ধ বিয়পি পৰিছে। আমি কঠোৰ পৰিশ্ৰম কৰি সুদৃঢ় প্ৰাচীৰখন নিৰ্মাণ

কৰিলো, গড়খাৱৈ খান্দিলো। আমাৰ নিজৰ আৰু তৰীসমূহৰ প্ৰতিৰক্ষাৰ কাৰণ-পৰা এইবিলাক অলঙ্ঘ্য বুলি বিবেচনা কৰিলো। কিন্তু এইবোৰ কোনো কামতে নালাগিল, সেইকাৰণে মই নিশ্চয় এই কথা ক'বই লাগিব যে সুদূৰ আৰ্গছৰ-পৰা অহা একীয়ানবিলাক ইয়াতে মৰি-হাজি নিশ্চিহ্ন হৈ যাওক, এয়ে সৰ্বশক্তিমান জ্যুছৰ ইচ্ছা। ডানানবিলাকক তেওঁ সৰ্বান্তঃকৰণেৰে সহায় কৰাৰ সময়ত মই এই কথা অনুভৱ কৰিছিলো, আৰু এতিয়া তেওঁ ট্ৰজানবিলাকক ভাগ্যবান দেৱতাৰ শাৰীলৈ তুলি আমাক একেবাৰে শক্তিহীন কৰাৰ সময়তো মই তাকেই উপলব্ধি কৰিছো। আৰু কোনো উপায় নাই—মই কোৱামতেই তেওঁলোকে ব্যৱস্থা ল'ব লাগিব। সাগৰৰ কাষতে থকা জাহাজবিলাক আমি সহজতে লুণীয়া পানীৰ মাজলৈ টানি লৈ গৈ তাতে বান্ধি থওঁহক; ৰাতিৰ অনুকূল অন্ধকাৰত আমি বাকীবিলাকো সেইদৰেই উদ্ধাৰ কৰিম, অৱশ্যে যদিহে ট্ৰজানবিলাকে তেতিয়ালৈকে যুদ্ধ কৰি নাথাকে। ৰাতি হ'লেও, ভয়ঙ্কৰ বিপদৰপৰা হাত সাৰিবৰ কাৰণে পলায়ন কৰা লাজৰ কথা নহয়। ধৰা পৰাতকৈ পলাই গৈ আত্মৰক্ষা কৰাই বিধেয়।"

চতুৰ ওডিচ্যুছে আগামেমননৰ কথাত ক্ৰুদ্ধ হৈ ক'লে, "মহাৰাজ, এইটো নোহোৱা নোপোজা কথা। কি মাৰাত্মক নেতৃত্ব! আমাৰ নিচিনা লোকৰ পৰিৱৰ্তে আপুনি এজাক কাপুৰুষক পৰিচালনা কৰা উচিত আছিল। পৰিণতি যিমানেই নিদাৰুণ নহওক, আমাৰ কৰ্তব্য হৈছে যুদ্ধখনৰ শেষলৈকে অপেক্ষা কৰা। তাকে কৰোঁতে আমি ডেকাৰপৰা বুঢ়া হ'বগৈ পাৰো। এজন এজনকৈ আমি মৃত্যু বৰণ কৰিব পাৰো। যাৰ কাৰণে আমি ইমান দুখ-দুৰ্গতি সাবটি ল'লো, সেই বিস্তীৰ্ণ ৰাজপথেৰে শোভিত ট্ৰয় নগৰীৰপৰা আপুনি বিদায় মাগিব খুজিছে। আপুনি নীৰৱে থকাই ভাল, নহ'লে আনৰ মগজতো এই বায়ুৱে উক দিবগৈ পাৰে। সাধাৰণ সুস্থ মস্তিষ্কৰ লোকে এনে কথা উচ্চাৰণ নকৰে, বিপুল সৈন্য-বাহিনী এটা পৰিচালনা কৰা আপোনাৰ দৰে ৰজা এজনৰ কথা নকৰেই। এনে এটা পৰামৰ্শ আগবঢ়াই আপুনি নিৰ্বুদ্ধিতাৰ পৰিচয় দিছে। আপুনি আশা কৰেনেকি যে এই সঙ্কুল সমৰৰ ঠিক মধ্যৱৰ্তী অৱস্থাত আমি জাহাজবিলাক সাগৰৰ মাজলৈ টানি নি বিজয়ী ট্ৰজানবিলাকক আৰু বেছিকৈ সুযোগ সুবিধা দিম যাৰ ফলত সিহঁতে নিজ খুচীমতে আমাৰ ভাগ্য নিৰ্ধাৰণ কৰিব আৰু এই সমস্ত অভিযানটোকেই সমূলক্ষে মৰিমূৰ কৰিব? জাহাজবিলাক সাগৰলৈ টানি লৈ যোৱাৰ সময়ত আমাৰ সৈন্যবিলাক নিজৰ অৱস্থানত স্থিৰভাৱে থাকিব পাৰিব বুলি আপুনি কল্পনা কৰিছেনেকি? পিছলৈ উভতি চোৱাৰ বাহিৰে তেওঁলোকে

আন একোকে কৰিব নোৱাৰিব, যুদ্ধ কৰিবলৈ আৰু তেওঁলোকৰ আন্তৰিকতা নাথাকে। হে অধিনায়ক, আপোনাৰ কৌশলৰ সেয়ে হ'ব সৰ্বনশীয়া পৰিণতি।"

নৰপতি আগামেমননে ক'লে, "কঠোৰ ভৰ্ৎসনা, ওডিচ্যুছ। কিন্তু মই স্বীকাৰ কৰো তাৰ জোৰ আছে। ভাল বাৰু, বিবেকৰ বিৰুদ্ধে গৈ জাহাজবিলাক সাগৰৰ মাজলৈ টানি নিবলৈ মই সৈন্যবিলাকক আদেশ নিদিওঁ। কিন্তু তোমা-লোকৰ মাজৰপৰা যি কোনো এজনে মোৰটোতকৈ ভাল উপায় এটাৰ সন্ধান দিয়া। ইয়াত পদমৰ্যাদাৰ কোনো প্ৰশ্ন নাই। মই ৰংমনেৰে তেওঁৰ কথা শুনিম।"

ইয়াকে শুনি সিংহনাদকাৰী ডায়মিডিছে সাহস পাই ক'লে, "আমি বিচৰা মানুহজন ওচৰতে আছে। মই বয়সত সবাতকৈ সৰু। মোৰ কথাত যদি দায়-দোষ নধৰে তেন্তে ক'ব পাৰো যে আমি তেওঁক বিচাৰি বেছি দূৰলৈ যাবও নালাগে। টিডিউছ মোৰ পিতা, ঠিবছৰ এটা সমাধিত তেওঁৰ অস্থি প্ৰোথিত হৈ আছে। তেওঁ আছিল পৰ্থিউছৰ বংশধৰ। পথিউছৰ তিনিজন গুণবান সন্তান আছিল। তেওঁলোকে বাস কৰিছিল প্লিউৰণ আৰু পাহাৰী কেলিডনত। তেওঁলোক হ'ল এগ্ৰিয়াছ, মেলাছ আৰু সৰ্বশেষত মহাৰথী অইনিউছ। মোৰ আজো ককা অইনিউছ অসীম সাহসী আছিল। অইনিউছ পুৰণি ঘৰখন এৰি কলৈকো নগ'ল। কিন্তু জ্যুছ আৰু অন্যান্য দেৱতাসকলে মোৰ পিতা টিডিউছৰ কাৰণে বেলেগ জীৱন এটা নিৰ্ধাৰণ কৰি থৈছিল। তেওঁ আৰ্গচলৈ উঠি গ'ল আৰু তাতে তেওঁ অদ্ৰেষ্টাছৰ কন্যা এগৰাকীৰ পাণি গ্ৰহণ কৰি আমোদ-প্ৰমোদত বাস কৰিবলৈ ধৰিলে। তেওঁৰ সম্পত্তিৰ ভিতৰত আছিল এটা ঘৰ, কিছু সাৰুৱা খেতিৰ মাটি, কেইখনমান বাগিচা আৰু প্ৰচুৰ পোহনীয়া জন্তু। বৰ্শাচালনাত তেওঁৰ সৈতে ফেৰ মাৰিব পৰা একীয়ান এজনো নাছিল। কিন্তু আপোনালোকে এইবিলাক কথা নিশ্চয় শুনিছে আৰু সকলো কথাই সত্য বুলি জানে। মই নীচ বংশজাত সাধাৰণ মানুহ হ'ব পাৰো, তথাপি আপোনালোকে মোৰ প্ৰস্তাৱটো শুনিলে বেয়া পোৱা উচিত নহয়, বিশেষকৈ যদিহে সি মনঃপুত হয়। মোৰ পৰামৰ্শ শুনক, আমি যুদ্ধক্ষেত্ৰলৈ যাওঁহক। আমি আহত, তথাপি আমি যাব লাগিব। তালৈ গ'লে অৱশ্যে আমি একাৰৰীয়াকৈ আঁতৰে আঁতৰে থাকিব লাগিব, নহ'লে পুনৰ আহত হ'ব পাৰো। কিন্তু আমি এটা কাম অন্ততঃ কৰিব পাৰো। আনবিলাকক, আমি যুদ্ধ কৰিবলৈ জোৰ কৰিব লাগিব। বিশেষকৈ সেইবিলাকৰ যিবিলাকে মনত একো একোটা আখেজ পুহি আছে অথচ কামে কাজে লগা নাই।"

বাকী সেনাপতিসকলে ডায়মিডিছৰ পৰামৰ্শটোত আপত্তি নাপাই

গ্ৰহণ কৰিলে। নৰপতি আগামেমননৰ দ্বাৰা পৰিচালিত হৈ তেওঁলোক সুকলোটিয়ে যাত্ৰা কৰিলে।

ভূমিকম্পৰ সৃষ্টিকাৰীৰ শেনচকুৰপৰা কোনো এটা কথাই সাৰি যাব নোৱাৰিলে। এজন বুঢ়াৰ বেশ ধৰি তেওঁ তেওঁলোকৰ পিছ ল'লে আৰু আগা-মেমননৰ সোঁহাতখনত ধৰি ক'লে, "মহাৰাজ, একীয়ানবিলাকৰ এই বিপৰ্যয় দেখা পাই একিলিছৰ বিদ্বেষপূৰ্ণ অন্তৰ আনন্দত উথলি উঠিছে, সি মূৰ্খ, তাৰ একেবিও জ্ঞান নাই। যি নহওক, আমি আশা কৰিব পাৰো যে মূৰ্খামিৰ ফলস্বৰূপে সি নষ্ট যাব, দেৱতাসকলে তাক ত্যাগ কৰিব। আৰু মহাৰাজ আপুনি—আপুনি নাভাবিব যে পৰিতৃপ্ত দেৱতাসকলৰ আপোনাৰ প্ৰতি বিদ্বেষৰ বাহিৰে আন ভাব নাই। সেইটো নহয়, এটা দিন আহি আছে—যিদিনা ট্ৰয়ৰ ৰথী-মহাৰথীসকলে এই ৰণভূমি ধুলিৰে ধুঁৱলী-কুঁৱলী কৰিব আৰু আপুনি নিজ চকুৰে দেখা পাব যে সিহঁতে আপোনালোকৰ জাহাজ আৰু শিবিৰবিলাক পৰিত্যাগ কৰি নগৰলৈ পলাই যাবলৈ তৎপৰ হৈ পৰিছে।"

এইদৰে কৈ পছাইডনে তুমুল নিনাদ কৰি ৰণভূমিৰ মাজেদি বিজুলী বেগেৰে যাবলৈ ধৰিলে। ন-দহ হেজাৰ ৰণুৱাই একেলগে হুঙ্কাৰ কৰিলে যিমান শব্দ হয়, তেওঁৰ নিৰ্ঘোষো সিমান কোলাহলপূৰ্ণ হৈছিল। ভূমিকম্পৰ অধিপতিজনৰ গৰ্জন এনে ব্যাপক আছিল যে একীয়ান সৈন্যসকলে ৰণক্ষেত্ৰত শত্ৰুক প্ৰতিৰোধ কৰি যুদ্ধ চলাই যাবলৈ নতুন উদ্দীপনা লাভ কৰিলে।

এই সময়তে সুবৰ্ণ সিংহাসনৰ দেৱী হিৰীয়ে অলিম্পাছৰ উচ্চ শিখৰত উপবেশন কৰি তললৈ চাই থাকোঁতে এটা দৃশ্য তেওঁৰ দৃষ্টিগোচৰ হ'ল। তেওঁৰ ভ্ৰাতা আৰু দেৱৰ পছাইডনে কেনেকৈ যুদ্ধক্ষেত্ৰত তুমুল কোলাহলৰ সৃষ্টি কৰিছিল তাকে নিৰীক্ষণ কৰি তেওঁ অতিশয় আনন্দিত হ'ল। কিন্তু তেওঁ নিজবাৰে জলপূৰ ইডা পৰ্বতৰ সৰ্বোচ্চ শৃঙ্গত বহি থকা জ্যুছকো দেখা পালে। এই দৃশ্য দেখি কৃষ্ণনেত্ৰা দেৱী গৰাকী অতিশয় বিৰক্তি হ'ল। ছত্ৰধাৰী জ্যুছক কেনেকৈ হতবুদ্ধি কৰিব পাৰি তাকে তেওঁ চিন্তা কৰিবলৈ ধৰিলে। অৱশেষত তেওঁ এই সিদ্ধান্তত উপনীত হ'ল। তেওঁ আৰু-অমৰকৈ সাজি-কাচি বিমোহিনী বেশেৰে তেওঁৰ কাষত উপস্থিত হ'ব। যদি জ্যুছে তেওঁৰ সৌন্দৰ্যত মুগ্ধ হৈ (আৰু সেইটোও স্বাভাৱিক) তেওঁক আলিঙ্গন কৰিবলৈ উদ্যত হয়, তেন্তে তেওঁ এনে ব্যৱস্থা ল'ব যাতে জ্যুছৰ অশান্ত মস্তিষ্ক অসাৰ হৈ পৰে আৰু গভীৰ নিদ্ৰাৰ শান্তিময়, বিস্মৃতি-সূচক প্ৰভাৱত তেওঁৰ চকু পতা জাপ যায়। সেইমতে তেওঁ সোৱনি কোঠালৈ সোমাল। পুত্ৰেক হিফিষ্টাছে এই কোঠাটো নিৰ্মাণ কৰিছিল আৰু খুঁটা পুতি

মজবুত তুৱাৰ লগাই দিছিল। তুৱাৰখনত এনে কৌশলেৰে বাহুলি সঁচাৰ সংযোগ কৰা আছিল যে অন্য কোনো দেৱ-দেৱীয়ে তাক খুলিব নোৱাৰিছিল। হিৰীয়ে ভিতৰলৈ সোমাই নিমজ তুৱাৰখন জপাই দিলে। তেওঁ এবিধ দিব্য দ্ৰব্যৰ সহায়ত সকলো মলিনতা দূৰ কৰি শৰীৰটো পৰিষ্কাৰ কৰিলে আৰু দেহটোও তৃপ্তিকৰ জলকাই তেলৰ স্থায়ী প্ৰলেপেৰে অভিষিক্ত কৰিলে। ৰাজপ্ৰাসাদৰ ব্ৰঞ্জৰ মজিয়াত বিচৰণ কৰিলেই এই প্ৰলেপৰ সৌৰভ স্বৰ্গ-মৰ্তত বিয়পি পৰে। ইয়াৰেই তেওঁ লাৱণ্যৰে ভৰা ছালখনি মালিচ কৰিলে। ইয়াৰ পিছত তেওঁ চুলিখিনি ফণীয়াই নিজ হাতেৰে জ্যোতিৰ্ময় কবৰী বন্ধন কৰিলে। তেওঁৰ সুদৃশ্য কেশদাম স্বৰ্গীয় সৌন্দৰ্যৰে মণ্ডিত হৈ দিব্য-মস্তকৰপৰা ওলমি পৰিছিল। তাৰ পিছত তেওঁ এথেনীয়ে নিপুণ হাতেৰে বোৱা, ধুনীয়াকৈ বুটা বছা, এসাজ সুবাসিত ক্ষৌমবস্ত্ৰ পৰিধান কৰিলে। বস্ত্ৰখনি বক্ষদেশত সংলগ্ন কৰিলে সোণৰ শলাকাৰে আৰু এডাল বন্ধনীৰ সহায়ত কঁকালত আটি ল'লে। কটি বন্ধনীডালৰপৰা ওলমি আছিল পাঁচকুৰি সূতাৰ পাহি। কাণৰ লটিৰ ফুটাত তিনিটাকৈ লটকণ যুক্ত এযোৰ কাণফুল পিন্ধি ল'লে। প্ৰতিপাট ফুলেই আলফুলীয়া সুন্দৰ আছিল। সূৰ্যৰ দৰে দীপ্তিমান নতুন কিৰীটি এটিয়ে মূৰত শোভা কৰিলে আৰু সৰ্বশেষত পূজনীয়া দেৱী গৰাকীয়ে প্ৰদীপ্ত চৰণযুগল এযোৰ পাদুকাৰে আবৃত কৰিলে।

প্ৰসাধন শেষ কৰি তেওঁ শয়ন কক্ষৰপৰা ওলাই আহিল আৰু দেৱ-দেৱী-সকলৰ মাজৰপৰা আফ্ৰোদিতীক ইঙ্গিতেৰে মাতি আনি গোপনে তেওঁৰ লগত আলাপ কৰিলে। তেওঁ ক'লে আইজনী মোৰ, তুমি মোক অকণমান উপকাৰ কৰিবানে? অৱশ্যে তুমি নোৱাৰো বুলিও ক'ব পাৰা, কাৰণ তুমি হৈছা ট্ৰজান-বিলাকৰ ফলীয়া আৰু মই ডানানবিলাকক সহায় কৰাৰ কাৰণে তুমি মোৰ ওপৰত অসন্তুষ্ট।" জ্যুছ দুহিতা আফ্ৰোদিতীয়ে উত্তৰ দিলে, "স্বৰ্গৰাজ্যৰ অধিশ্বৰী আৰু সৰ্বশক্তিমান ক্ৰনছৰ কন্যা হিৰী, তোমাৰ মনৰ কথা কৈ পেলোৱা, কৰিব পৰা সম্ভৱ হ'লে মই নিশ্চয় কৰি দিম।"

আচল কথাটো গোপন কৰি কুঁৱৰী হিৰীয়ে জুখি-মাখি উত্তৰ দিলে, "যি শক্তিৰ সহায়ত তুমি দেও-মনিচ সকলোকে বশ কৰিব পাৰা, সেই প্ৰেম আৰু কামনা তুমি মোক দিয়া। উৰ্বৰ বসুন্ধৰাৰ শেষ প্ৰান্তলৈ মই যাব খুজিছো। দেৱতাসকলৰ পূৰ্বপুৰুষ ওচিনাচ আৰু জননী টিঠিছক মই লগ ধৰাৰ ইচ্ছা আছে। সৰ্বদৰ্শী জ্যুছে ক্ৰনছক পৃথিৱী আৰু অনুৰ্বৰ সমুদ্ৰৰ গৰ্ভত বন্দী কৰি ৰখাৰ সময়ত ৰীয়াৰ কোলাৰপৰা লৈ গৈ তেওঁলোকেই মোক আতোল-তোলকৈ ডাঙৰ দীঘল কৰিছিল। তেওঁলোকৰ মাজত নেবানেপেৰা কাজিয়া লাগি আছে। সেইদেখি

মই তালৈকে গৈ তেওঁলোকৰ কন্দলৰ অৱসান ঘটাবলৈ ইচ্ছা কৰিছো। বহুত দিন তেওঁলোকে আঁতৰা-আঁতৰিকৈ বাস কৰিছে। তেওঁলোক পৰস্পৰৰ প্ৰতি ইমান বিৰূপ হৈ পৰিছে যে এতিয়া তেওঁলোকে পৃথক পৃথক শয্যাত শয়ন কৰিছে। যদি আলাপ-আলোচনাৰ যোগেদি তেওঁলোকৰ বিবাদ মিতমাত কৰিব পাৰো আৰু যদি তেওঁলোকে প্ৰীতিপূৰ্ণ সম্পৰ্ক গঢ়ি তুলি পৰস্পৰৰ বাহুবন্ধনত শয়ন কৰিবলৈ সম্মত হয়, তেন্তে মই তেওঁলোকৰপৰা প্ৰীতি আৰু সন্মান লাভ কৰিম।"

কৌতুক-প্ৰিয়া আফ্ৰোদিতীয়ে উত্তৰ দিলে, "তুমি স্বয়ং স্বৰ্গাধিপতিৰ শয্যা-সঙ্গিনী। তোমাৰ অনুৰোধ প্ৰত্যাখ্যান কৰা অকল ভুলেই নহয়, অসম্ভৱো।" এই বুলি কৈ তেওঁ বুকুৰপৰা অদ্ভুত ধৰণেৰে ফুলবছা টঙালি এটা উলিয়াই আনিলে। তাতেই নিহিত হৈ থাকে তেওঁৰ সমস্ত তন্ত্ৰ-মন্ত্ৰ, প্ৰেম, কামনা আৰু শব্দৰ মায়াজাল, যি জ্ঞানী লোককো ভেড়া বনাব পাৰে। হিৰীক বস্তুটো অৰ্পণ কৰি তেওঁ মাত লগালে, "লোৱা, এই টঙালিডাল তোমাৰ বুকুত ধাৰণ কৰা।" তাৰ পিছত তেওঁ আচহুৱা ধৰণৰ শিয়নিবোৰ দেখুৱাই দি পুনৰ ক'লে "এয়েই মোৰ সমস্ত শক্তিৰ আধাৰ। তোমাৰ উদ্দেশ্য সিদ্ধি হ'বই, মোৰ অলপো সংশয় নাই।"

কৃষ্ণনেত্ৰা দেৱীয়ে মিচিকিয়াই হাঁহি টঙালিটো বুকুত বান্ধি ল'লে। তাৰ পিছত তেওঁ পুনৰ হাঁহি মাৰিলে। জ্যুছ দুহিতা আফ্ৰোদিতী ঘৰলৈ গ'ল। হিৰীয়ে অলিম্পাছৰ উচ্চ শিখৰৰপৰা উৰা মাৰিলে। প্ৰথমতে তেওঁ পিয়েৰিয়ান পাহাৰ আৰু মনোৰম ইমেথিয়াত অৱৰোহণ কৰিলে। তাৰ পিছত তেওঁ ক্ষিপ্ৰ গতিৰে অশ্বপালক থ্ৰেচীয়ানবিলাকে বাস কৰা, বৰফাবৃত পৰ্বতমালা পাৰ হৈ গ'ল। মাটিত ভৰি নিদিয়াকৈ তেওঁ ওখ ওখ শৃঙ্গবিলাক অতিক্ৰম কৰি গৈছিল। এথছৰপৰা তেওঁ ফেনিল সমুদ্ৰৰ কাষে গতি কৰি ৰজা থোৱাছৰ নগৰ লেমনছত উপস্থিত হ'ল। তাতেই তেওঁ শমনানুজ সুপ্তিক লগ পালে। হিৰীয়ে তেওঁৰ হাতত ধৰি নিজৰ প্ৰয়োজনৰ কথা ব্যক্ত কৰিলে। তেওঁ ক'লে, "দেৱতা-মনুষ্যৰ নিয়ন্ত্ৰক হে নিদ্ৰা, পূৰ্বে তুমি মোৰ বহুতো অনুৰোধ ৰক্ষা কৰিছা, এতিয়াও মই তোমাক যি কৰিবলৈ কওঁ নিশ্চয় কৰিবা বুলি আশা কৰিছো। তোমাৰ প্ৰতি মই চিৰদিন কৃতজ্ঞ হৈ থাকিম। মই জ্যুছৰ বাহুবন্ধনত আবদ্ধ হোৱাৰ লগে লগেই তুমি তেওঁৰ প্ৰদীপ্তনয়ন যুগল নীমিলিত কৰি দিবা। তাৰ প্ৰতিদান স্বৰূপে মই তোমাক দিম অক্ষয়, সুবৰ্ণ নিৰ্মিত এখনি সুৰম্য আসন। মোৰ নিজৰ সন্তান, খঞ্জদেৱতা হিফিষ্টাছে নিপুণ হাতেৰে আসনখন নিৰ্মাণ কৰিব। তাৰ তলত

সংযুক্ত হৈ থাকিব এখনি পাদপীঠ। ভোজনৰ সময়ত তুমি তাত তোমাৰ সুদৰ্শন চৰণছুটি স্থাপন কৰিব পাৰিবা।"

সুমধুৰ নিদ্ৰাই উত্তৰ দিলে, "সৰ্বশক্তিমান ক্ৰনছ-দুহিতা স্বৰ্গৰ অধিশ্বৰী হিৰী, অন্য যি কোনো মৃত্যুহীন দেৱতাক সুষুপ্ত কৰা মই অতি সামান্য কাম বুলি বিবেচনা কৰো, আনকি সকলোৰে পূৰ্বপুৰুষ সমুদ্ৰকো নিদ্ৰাভিভূত কৰা কঠিন নহয়। কিন্তু তেওঁ নিজে ইচ্ছা প্ৰকাশ নকৰিলে ক্ৰনছ-নন্দন জ্যুছৰ কাষ চাপি তেওঁক নিদ্ৰালু কৰিবলৈ মই সাহস কৰিব নোৱাৰো। তুমি আগতে এবাৰ মোক দিয়া দায়িত্ব এটাৰপৰাই মই ভালকৈ এসেকা পাই থৈছো। জ্যুছৰ পুতেক হেৰাক্লিছে এবাৰ ট্ৰয়নগৰ লুটপাট কৰি ইলিয়ামৰপৰা ডিঙা মেলিছিল। তেতিয়া তুমি তেওঁৰ অনিষ্ট সাধন কৰিবলৈ মন মেলিছিলা। মধুৰ মায়াৰে মই ছত্ৰধাৰী জ্যুছৰ চকুত নিদ্ৰাবাণ মাৰিছিলো আৰু সেই সুযোগতে তুমি সমুদ্ৰত ধুমুহাৰ সৃষ্টি কৰি হেৰাক্লিছক বন্ধু-বান্ধৱৰ মাজৰপৰা জনাকীৰ্ণ কছ দ্বীপলৈ লৈ গৈছিলা। ঘুমটি ভঙাৰ পাছত জ্যুছ অতিশয় ক্ৰুদ্ধ হ'ল। নিজৰ ৰাজকাৰেঙৰপৰা দেৱতা-বিলাকক চাৰিওফালে নিক্ষেপ কৰি, তেওঁ মোক বিচাৰি সকলো ঠাই চলাথ কৰিলে। কাৰণ ময়েই আছিলো প্ৰধান আচামী। মই স্বৰ্গৰপৰা সমুদ্ৰত নিপতিত হ'লো হয়, মই চিৰদিনৰ কাৰণে লুপ্ত হ'লোহেঁতেন, পিছে দেৱতা আৰু মানুহক একেদৰেই নিয়ন্ত্ৰণ কৰা বিভাবৰীয়ে মোক ৰক্ষা কৰিলে। তেওঁ মোক আশ্ৰয় দিলে। খঙত টিঙিৰি তুলা হৈ থকা জ্যুছেও ভাবি-চিন্তিহে ক্ষিপ্ৰা ৰজনীক বিৰক্ত নকৰিলে। আৰু এতিয়া তুমি অন্য এটা অসম্ভৱ অনুৰোধ লৈ মোৰ ওচৰলৈ আহিছা!"

কৃষ্ণনেত্ৰা কুঁৱৰী হিৰীয়ে ক'লে, "নিদ্ৰা, কামটোৰপৰা কিবা বিপদ হ'ব পাৰে বুলি তুমি কিয় ইমান গাই-বাই আছা? নিজৰ পুতেক হেৰাক্লিছক অপহৰণ কৰাৰ সময়ত সৰ্বদৰ্শী জ্যুছ খঙত জ্বলি উঠিছিল সঁচা। কিন্তু সেইবুলি ট্ৰজান-বিলাকক সাহায্য কৰাৰ ক্ষেত্ৰত যে তেওঁ একে ধৰণৰেই ব্যতিব্যস্ত হ'ব সেইদৰে কিয় ভাবিছা? আহা, মোৰ ইচ্ছা পূৰণ কৰা। অপেশ্বৰী এজনী মই তোমালৈ বিয়া দিম। তেওঁ নিদ্ৰা-জায়া বুলি অভিহিত হ'ব।"

তেওঁৰ প্ৰস্তাৱত আকৃষ্ট হৈ নিদ্ৰাই মাত লগালে, "বাৰু, ষ্টাইক্স নদীৰ অলঙ্ঘনীয় জলৰাশিৰ নামত, এহাতে উৰ্বৰ বসুন্ধৰা আৰু আনহাতে দীপ্তিমান মহোদধি স্পৰ্শ কৰি তুমি শপত খোৱা, যাতে ক্ৰনছৰ লগত সমুদ্ৰ গৰ্ভত থকা দেৱতাসকল সাক্ষী হয় আৰু অঙ্গীকাৰ কৰা পাছিথী নামৰ স্নাতক অপেশ্বৰী গৰাকীক মোলৈ দিবা। তেওঁক মই জীৱনভৰ ভাল পাই আছো।"

শ্বেতহস্তা দেৱী হিৰী সন্মত হ'ল। তেওঁ কোৱামতেই টাটাৰাছৰ অধীনত থকা টাইটান নামৰ দেৱতাসকলৰ নামত শপত গ্ৰহণ কৰিলে। তেওঁ যথাবিধি প্ৰতিজ্ঞাবদ্ধ হোৱাৰ পিছত দুয়ো কুঁৱলীৰে নিজক আবৃত কৰি, লেম্নছ আৰু ইম্‌ব্ৰছ নামৰ নগৰ দুখন অতিক্ৰম কৰি দ্ৰুতবেগেৰে যাত্ৰা কৰিলে। লেক্টনগামী পথেৰে আগবাঢ়ি তেওঁলোকে সাগৰ পাৰ হৈ স্থলভাগৰ ওপৰেদি যাবলৈ ধৰিলে, তেওঁলোকৰ চৰণৰ তলত তৰুশীৰ্ষ আন্দোলিত হৈছিল। অৱশেষত তেওঁলোক বহু নিজৰাৰে শোভিত, বন্য জন্তুৰ আশ্ৰয় ইডা পৰ্বতত উপনীত হ'ল। কিন্তু এতিয়া জ্যুছৰ দৃষ্টিৰপৰা আঁতৰি থাকিবৰ মনেৰে নিদ্ৰাই যাত্ৰা স্থগিত ৰাখি, ইডা পৰ্বতৰ উচ্চতম, নিম্ন বায়ুস্তৰ ভেদ কৰি যোৱা গগনচুম্বী সৰল গছজোপাত আৰোহণ কৰিলে। এটা গান গোৱা চৰাইৰ ৰূপত তেওঁ তাতে ডাল-পাতৰ আঁৰত লুকাই থাকিল। দেৱভাষাত এই চৰাইৰ নাম কলকণ্ঠী, মানুহে বোলে কেতেকী।

ইতিমধ্যে হিৰী ক্ষিপ্ৰগতিৰে অভ্ৰভেদী ইডা পৰ্বতৰ সৰ্বোচ্চ শিখৰ গাৰ্গাৰাছৰ নিকটবৰ্তী হ'ল। বজ্ৰ-নিয়ন্ত্ৰক জ্যুছে তেওঁক দেখা পালে। প্ৰথম দৃষ্টিতেই তেওঁৰ মনত যৌনস্পৃহা জাগি উঠিল। প্ৰথম প্ৰণয়ৰ দিনবিলাকত মাক-বাপেকৰ অজ্ঞাতে তেওঁলোক মিলিত হৈ একেলগে শয়ন কৰাৰ সময়ত যেনে অৱস্থা হৈছিল এতিয়াও তেওঁৰ তেনেকুৱাই হ'ল। তেওঁ থিয় হৈ তেওঁক অভ্যৰ্থনা কৰি ক'লে, "হিৰী, তুমি অলিম্পাছৰপৰা ইয়ালৈ কিয় আহিলা? আৰু অশ্বচালিত ৰথত অহা নাই কিয়?"

দেৱী হিৰীয়ে স্পষ্টভাৱে উত্তৰ দিলে, "উৰ্বৰ ধৰণীৰ শেষ প্ৰান্তলৈ মই যাব খুজিছো। দেৱতাসকলৰ পূৰ্বপুৰুষ অচিনাছ আৰু জননী টিথিছক লগ ধৰিব লাগে। তেওঁলোকেই মোক চেনেহৰ এনাজৰিৰে বান্ধি নিজৰ ঘৰত তুলি তালি ডাঙৰ দীঘল কৰিছিল। তেওঁলোকৰ মাজত চলি থকা দেবানেপেৰা কাজিয়াখনৰ অৱসান ঘটাবলৈ মই আগ্ৰহ কৰিছো। তেওঁলোকৰ বহুদিন ধৰি বিচ্ছেদ ঘটিছে। তেওঁলোক পৰস্পৰৰ প্ৰতি ইমান বিৰূপ হৈ পৰিছে যে দুয়ো পৃথক পৃথক শয্যাত শয়ন কৰে। ইডা পৰ্বতৰ নামনিত মোৰ ঘোঁৰাহাল ৰৈ আছে। জল আৰু স্থলভাগৰ ওপৰেদি মোক লৈ যাবলৈ সিহঁত প্ৰস্তুত। তোমাক নোসোধাকৈ সুগভীৰ অচিনাছৰ জলৰাশিৰ অভ্যন্তৰলৈ যাত্ৰা কৰিলে তুমি মোক খং কৰিব পাৰা বুলি ভয় কৰিহে মই তোমাক মাত লগাবলৈ অলিম্পাছৰপৰা ইয়ালৈ আহিছো।"

মেঘ নিয়ন্ত্ৰক জ্যুছে ক'লে, "হিৰী, এই যাত্ৰা তুমি সহজে স্থগিত ৰাখিব

পাৰা। আজি আমি প্ৰণয় সুখকে উপভোগ কৰোহঁক। দেৱীয়েই হওক বা মানৱীয়েই হওক, কাৰো প্ৰতি মোৰ অন্তৰ এনে অনুৰাগেৰে ৰঞ্জিত হোৱা নাই। জ্ঞান বুদ্ধিত দেৱতাৰ লগত ফেৰ মাৰিব পৰা পেইৰিয়াছক গৰ্ভত ধাৰণ কৰা ইক্সিয়ন পত্নীক ভালপোৱাৰ সময়তো মোৰ এনে অৱস্থা হোৱা নাছিল। যুগৰ শ্ৰেষ্ঠবীৰ পাৰ্ছিউছৰ জন্মদাত্ৰী এক্ৰিচিয়াছ-তনয়া, ক্ষীণ-গুল্‌ফা ডানাঈ, মাইনছ আৰু দেৱতুল্য ৰাতামান্থাছৰ জননী, ফিনিক্সৰ প্ৰসিদ্ধা জীয়ৰী; সিংহৰ দৰে সাহসী হেৰাক্লিছৰ জননী, থিৱছ্‌ নিবাসিনী আল্‌কুমেনি নাইবা মানৱ জাতিক অনাবিল আনন্দৰ সন্ধান দিয়া ডায়নিচিয়াছৰ মাতৃ চিমিলী, সুকেশিনী কুঁৱৰী ডিমিটাৰ, অতুলনীয়া লিটো, এই সকলো নাৰীৰ লগত প্ৰণয়ৰ সম্পৰ্ক গঢ়ি তোলাৰ সময়তো মোৰ এনে বিহ্বল অৱস্থা হোৱা নাছিল। আনকি স্বয়ং তোমাৰ প্ৰেমত মই যেতিয়া মত্ত হৈ পৰিছিলো, তেতিয়াও আজিৰ দৰে মই ইমান প্ৰণয়, ইমান মধুৰ অনুৰাগ অনুভৱ কৰা নাছিলো।"

কুঁৱৰী হিৰীয়ে তেতিয়াও ছলনা কৰি ক'লে, "ক্ৰনছৰ ভীষণ সন্তান, তোমাৰ কথাত মই বিস্ময় মানিছো। ধৰিলোৱা তোমাৰ ইচ্ছামতেই আমি এই ইডা পৰ্বতৰ ওপৰতে আলিঙ্গনাবদ্ধ হৈ শয়ন কৰো; কিন্তু ইয়াত অলপো আঁৰ-বেৰ নাই। যদিহে অমৰ দেৱতাসকলৰ কোনোবা এজনে আমাক এইদৰে একেলগে শুই থকা দেখা পাই আনৰ আগত তাকে ৰটিবলৈ লৰ ধৰে, তেতিয়া বাৰু কি হ'ব? এনেখন শেতেলিৰপৰা উঠি গৈ তোমাৰ কাৰেঙত সোমাবলৈ মোৰ হ'লে অকণো ইচ্ছা নাই। ভাবি চোৱা, কি কেলেঙ্কাৰীখন হ'ব। নহয়, যদিহে তোমাৰ বৰ মন গৈছে, তোমাৰ শোৱনি কোঠা এটা আছে। তোমাৰ পুতেৰ হিফিষ্টাছেই কোঠাটো সাজিছিল। দুৱাৰবিলাকো বেছ মজবুত। তুমি যদি তাকে কৰিব খুজিছা, তেনেহ'লে বলা, তাতে শোওঁগৈ।"

বজ্ৰনিয়ন্ত্ৰক জ্যুছে ক'লে, "আমাক কোনোবা মানুহ বা দেৱতাই দেখা পাব পাৰে বুলি তুমি ভয় খাব নালাগে। অস্বচ্ছ, ডাঠ সোণালী ডাৱৰে আমাক আবৰি ধৰিব। আনকি আলোকৰেখাৰ সহায়ত প্ৰখৰ দৃষ্টি শক্তি লাভ কৰা দিবাকৰেও এই কুঁৱলীৰ আৱৰণ ভেদ কৰি আমাক দেখা পাব নোৱাৰে।"

এইদৰে কৈ ক্ৰনছ-নন্দনে কুঁৱৰীক সাবটি ধৰিলে। সহানুভূতিশীলা ধৰিত্ৰীৰ অনুগ্ৰহত তেওঁলোকৰ কাৰণে সতেজ তৃণ, নিয়ৰ কণাৰে সিক্ত পদুম আৰু পীত পুষ্পৰে আভৰণৰ সৃষ্টি হ'ল, ৰাশি ৰাশি সুগন্ধি কুসুমে তেওঁলোকৰ কাৰণে সুকোমল শয্যা ৰচনা কৰিলে। তেওঁলোকে তাতে শয়ন কৰিলে। সুৰম্য

সোণালী ভাৱেৰে তেওঁলোকক আবৰি ধৰিলে আৰু টোপাটোপকৈ চিকমিকাই নিয়ৰকণা বৰষি থাকিল।

প্ৰেম আৰু নিদ্ৰাৰ দ্বাৰা পৰাভূত হৈ পিতা জ্যুছ প্ৰিয়াক সাবটি থকা অৱস্থাতে গাৰ্গাৰাছৰ শিখৰত শান্তিৰে শুই থাকিল। ইকালে সুশীল নিদ্ৰাদেৱে ভূমিকম্পৰ সৃষ্টি-কৰ্তাক এই বাৰ্তা দিবলৈ একীয়ান নৌবাহিনী অভিমুখে উৰা মাৰিলে। বসুধা বলয়ৰ ওচৰ চাপি তেওঁ ৰহস্যটো বেকত কৰি ক'লে, "পছাইডন তুমি এতিয়া ডানানবিলাকক ইচ্ছামতে সহায় কৰিব পাৰা। অলপ সময়ৰ কাৰণে হ'লেও, অন্ততঃ জ্যুছে সাৰ নাপাই মানে যুদ্ধৰ গতি তেওঁলোকৰ কাৰণে অনুকূল কৰিব পাৰা।"

ইয়াৰ পিছত নিদ্ৰাই প্ৰসিদ্ধ মানৱ জাতিসমূহৰ লগত কাম-কাজ চলাবৰ কাৰণে যাত্ৰা কৰিলে। ডানানবিলাকৰ সমৰ্থনত পছাইডন প্ৰবল উৎসাহেৰে উঠি পৰি লাগিল। তেওঁ ত্বৰিৎ গতিৰে অগ্ৰবৰ্তী অঞ্চল অতিক্ৰম কৰি আদেশৰ সুৰত চিঞৰি চিঞৰি ক'লে, "আৰ্গিভসকল, আমি কি আকৌ এবাৰ প্ৰায়াম-পুত্ৰ হেক্টৰক বিজয়ী হ'বলৈ সুবিধা দিম? ৰণতৰীসমূহ অধিকাৰ কৰি সুখ্যাতি লাভ কৰিবলৈ তেওঁক সমৰ্থ কৰিম? তেওঁ কয়, তেওঁ এই কাৰ্য সম্পন্ন কৰিব। কিন্তু তেওঁৰ এই দাম্ভিক ভাষণৰ একমাত্ৰ চেলু হ'ল এয়ে যে একিলিছে ক্ৰোধত শূন্যগৰ্ভ জাহাজৰ ভিতৰত সোমাই অলসভাৱে বহি আছে। তথাপি একিলিছৰ এই অনুপস্থিতিৰ পৰাও আমাৰ বেছি অপকাৰ নহয়, যদিহে আমি সঙ্ঘবদ্ধভাৱে জাগি উঠোঁহঁক। সকলোটিয়ে শুনা, মোৰ এই আঁচনিখন কাৰ্যকৰী কৰি তোলা। শিবিৰত থকা উৎকৃষ্ট আৰু বৃহত্তম ঢালবিলাকেৰে আমি সজ্জিত হ'ব লাগিব, চকুত চমক লগোৱা শিৰস্ত্ৰাণবিলাক পিন্ধি লৈ, সুদীৰ্ঘ বৰ্শা ধাৰণ কৰি আমি যুদ্ধক্ষেত্ৰত জঁপিয়াই পৰিব লাগিব। মই নিজে পৰিচালনাৰ ভাৰ লম আৰু মোৰ বিশ্বাস নহয় যে প্ৰচণ্ড প্ৰতিহিংসাৰে প্ৰণোদিত হোৱা সত্ত্বেও কুমাৰ হেক্টৰে আমাক সুদীৰ্ঘকাল প্ৰতিৰোধ কৰিবলৈ সমৰ্থ হ'ব। যুঁজত নিজৰ যোগ্যতা প্ৰতিপন্ন কৰা সৈনিকসকল, তোমালোকে ক্ষুদ্ৰ ঢালবিলাক তোমালোকতকৈ নিশকতীয়া লোকৰ হাতত অৰ্পণ কৰি, নিজে বৃহৎ ঢাল ধাৰণ কৰা।"

সকলোটিয়ে সহৰ্ষে পছাইডনক সমৰ্থন কৰিলে। ক্ষত বিক্ষত হৈ আছিল যদিও টিডিউছ-পুত্ৰ ডায়মিডিছ, ওডিচ্যুছ আৰু আট্ৰিউছ-নন্দন আগামেমনন আদি ৰজাসকলে নিজেই সৈনিকসকলক ৰণৰ কাৰণে প্ৰস্তুত কৰিলে। তেওঁলোকে সৈন্যসকলৰ মাজত বিচৰণ কৰি অস্ত্ৰ-শস্ত্ৰ বিনিময় কৰোৱাৰ বলত এতিয়া শ্ৰেষ্ঠ

যুঁজাকসকল সুসজ্জিত হ'ল আৰু তেওঁলোকে নিজৰ নিকৃষ্ট অস্ত্ৰবিলাক বলবীৰ্যহীন সৈন্যবিলাকক গতাই দিলে। চিকৃমিকীয়া ব্ৰঞ্জেৰে বিভূষিত হোৱাৰ পিছত তেওঁলোকে যাত্ৰা কৰিলে। আগে আগে গ'ল পছাইডন। তেওঁৰ বিশাল হাতত আছিল এখন সুদীৰ্ঘ ভয়ঙ্কৰ তৰোৱাল। তৰোৱালখন বিজুলীৰ চিকৃমিকনিৰ নিচিনা। ৰণত এই তৰোৱালখন স্পৰ্শ কৰা মানে ইয়াক অপবিত্ৰ কৰা, আৰু মানুহ ইয়াৰ ভয়ত আঁতৰি ফুৰে।

সিফালে খ্যাতিমান হেক্টৰে ট্ৰজানবিলাকক যুদ্ধৰ কাৰণে শৃঙ্খলাবদ্ধ কৰিলে আৰু এতিয়া কৃষ্ণ কেশদামৰ অধিকাৰী পছাইডন আৰু যশস্বী হেক্টৰে এখন অতি আতঙ্কজনক সমৰ প্ৰদৰ্শন কৰিলে। এজনে আৰ্গিভবিলাকৰ হৈ ৰণত প্ৰবৃত্ত হৈছিল আৰু আনজনে ট্ৰজানবিলাকক পৰিচালনা কৰিছিল। কাণ তাল মাৰি যোৱা শব্দ কৰি তেওঁলোকে তুমুল সংগ্ৰাম কৰাৰ সময়ত সাগৰৰ জোৱাৰ আহি আৰ্গিভসকলৰ শিবিৰ আৰু জাহাজবিলাক ধুৱাই লৈ গৈছিল। কিন্তু ট্ৰজান আৰু একীয়ানবিলাকে পৰস্পৰক আক্ৰমণ কৰাৰ সময়ত এনে ভয়ঙ্কৰ ৰণ হুঙ্কাৰৰ সৃষ্টি হৈছিল যে মেঘ গৰ্জন বা প্ৰবল পছোৱা বতাহত উপকূলত আঘাত কৰা মহাসমুদ্ৰৰ তৰঙ্গ ৰাশি, গভীৰ গিৰিসঙ্কটত অৱস্থিত অৰণ্যানী দাহ কৰা দাবানলৰ শিখা, নতুবা ওক গছৰ পত্ৰঘন শীৰ্ষত সংঘৰ্ষৰ সৃষ্টি কৰি ক্ৰোধত চিৎকাৰ কৰা বলিয়া বতাহ; এইবিলাকৰ কোনো এটায়েই সেই ভীষণ নিৰ্ঘোষৰ সমকক্ষ হ'ব পৰা নাছিল।

খ্যাতিমান হেক্টৰে আয়াছৰ সন্মুখীন হৈ তেওঁলৈ এপাট বৰ্শা নিক্ষেপ কৰি পোন প্ৰথমে আক্ৰমণ আৰম্ভ কৰিলে। তেওঁ লক্ষ্যভ্ৰষ্ট হোৱা নাছিল, কিন্তু ঢাল আৰু ৰৌপ্যখচিত খড়্গৰ কাৰণে ব্যৱহাৰ কৰা চৰ্ম বন্ধনী যুগল বুকুৰ যি অংশত মিলিত হৈ থাকে, ঠিক তাতে বৰ্শাই আঘাত কৰাত, জোংটোৱে কোমল মঙহ ভেদ কৰি যাব নোৱাৰিলে। এনে এটা প্ৰচণ্ড নিক্ষেপ অথলে যোৱাত হেক্টৰ অতিশয় ক্ৰুদ্ধ হ'ল আৰু তেওঁ প্ৰাণৰ মায়াত পুনৰ নিজৰ সৈন্য বাহিনীৰ ব্যূহৰ মাজত প্ৰবেশ কৰিবলৈ চেষ্টা কৰিলে। তেওঁ উভতি যোৱা সময়তে টেলামন পুত্ৰ, মহান আয়াছে জাহাজবিলাক থবৰ কাৰণে ব্যৱহৃত আৰু যুঁজাৰুসকলৰ ভৰিত লাগি বাগৰি যোৱা শিলবিলাকৰ এটা বুটলি লৈ হেক্টৰৰ গালৈ মাৰি পঠিয়ালে। ঠিক ডিঙিৰ তলতে ঢালখনৰ ঘূৰণীয়া অংশৰে আবৃত বক্ষদেশত শিলটো লগাত হেক্টৰ লাটুম এটাৰ দৰে ঘূৰিবলৈ ধৰিলে। জনক জ্যুছে বজ্ৰৰ নিদাৰুণ আঘাতত ওকগছ এজোপা উৎপাটিত কৰি গন্ধকৰ ভীষণ দুৰ্গন্ধেৰে ওচৰত থকা সকলো লোকক হতভম্ব কৰাৰ দৰে, এই আঘাতে হেক্টৰৰ শৌৰ্য-বীৰ্যও ধূলিসাৎ কৰিলে।

হেক্টৰৰ দ্বিতীয় পাট বৰ্শা মাটিত পৰি গ'ল ; ঢাল আৰু শিৰস্ত্ৰাণৰ ভৰত তেওঁ কৰ্ফাল খাই পৰিল আৰু তেওঁৰ বৰ্মকবচাদিৰ ব্ৰঞ্জ নিৰ্মিত আভৰণ ঝনঝনাই উঠিল।

জাউৰিয়ে জাউৰিয়ে বৰ্শা নিক্ষেপ কৰি একীয়ান ধুঁজাৰুসকলে তেওঁক হস্তগত কৰিবৰ কাৰণে জয়ধ্বনি কৰি ক্ষিপ্ৰগতিৰে আগবাঢ়িল। কিন্তু বৰ্শাৰেই হওক বা শৰেৰেই হওক, প্ৰধান সেনাপতিজনক স্পৰ্শ কৰাৰ সুযোগ কাৰো নঘটিল। সাহসী পালি, সেনাপতিসকলে তুৰন্তে তেওঁক আৱৰি ধৰিলে। তেওঁলোক আছিল পলিডামাছ, ইনিয়াছ, সদাশয় আজিনৰ, লীছিয়ান-ৰাজ ছাৰ্পিডন আৰু প্ৰশংসনীয় গ্লকাছ। বাকীসকলৰ মাজতো এনে এজন লোক নাছিল যি সেনাপতিজনৰ প্ৰতি উদাসীন আছিল। সকলোটিয়ে ঘূৰণীয়া ঢালবিলাকেৰে তেওঁক বেষ্টিত কৰিলে আৰু তাৰ পিছত সঙ্গীবৃন্দই তেওঁক হাতেৰে দাঙি ধৰি যুদ্ধ চলি থকা ঠাইৰপৰা বেগী ধোঁৱা-হালৰ ওচৰলৈ লৈ গ'ল। যুদ্ধক্ষেত্ৰৰ পিছফালে এটুকুৰা নিৰ্জন ঠাইত ৰঙীন ৰথখন আৰু সাৰথিজনেৰে সৈতে সিহঁতে অপেক্ষা কৰি আছিল। এতিয়া সিহঁতে তেওঁক লৈ নগৰ অভিমুখে ধাবিত হ'ল। কিন্তু যাৰ পিতৃ মৃত্যুহীন জুছ, সেই পুণ্যতোয়া স্ৰোতস্বিনী জেন্থাছৰ পাৰ পোৱাৰ লগে লগে হেক্টৰৰ সঙ্গীসকলে তেওঁক ৰথৰপৰা নমাই তেওঁৰ গাত পানী ঢালিবলৈ ধৰিলে। চেতনা লাভ কৰি হেক্টৰে চকু মেলিলে। ভৰিৰ গোৰোৱাৰ ওপৰত বহি তেওঁ তেজ বতিয়াবলৈ ধৰিলে। তাৰ পিছত তেওঁ পুনৰ মাটিত ঢাল খাই পৰিল আৰু তেওঁৰ চকুৰ আগত থকা জগত-খন ৰাতিৰ দৰে তমসাচ্ছন্ন হ'ল। সেই আঘাতৰপৰা তেওঁ তেতিয়াও মুক্ত হোৱা নাছিল।

হেক্টৰক পলাই যোৱা দেখা পাই আৰ্গিভসকলে মনত বল বান্ধি নৱ উদ্দীপনাৰে ট্ৰজানবিলাকক আক্ৰমণ কৰিলে। যিজনে পোন প্ৰথমে ৰক্তপাত কৰিলে তেওঁ আছিল প্ৰসিদ্ধ বৰ্শাচালক আৰু ধাৱক অইলিয়াছৰ পুত্ৰ আয়াছ। তীক্ষ্ণ বৰ্শাৰে আক্ৰমণ কৰি তেওঁ ছাট্নিয়াছক আঘাত কৰিলে। ছাট্নিঅইছ নদীৰ পাৰত গৰু চৰাই থাকোতে এগৰাকী অপূৰ্ব সুন্দৰী জলকুঁৱৰী ইনপৰ লগত মিলন হয় আৰু তাৰ ফলস্বৰূপে তেওঁৰ জন্ম হয়। আয়াছে জঁাপ মাৰি তেওঁৰ পাৰ্শ্বদেশ বিদীৰ্ণ কৰিলে। ছাট্নিয়াছ ধৰাশায়ী হ'ল ; তেওঁক মাজত লৈ এখন ভয়ঙ্কৰ হতাহতি যুদ্ধৰ সূচনা হ'ল। পেন্থাছ-পুত্ৰ, বৰ্শাধাৰী পলিডামাছে তেওঁক ৰক্ষা কৰিবৰ কাৰণে আগবাঢ়ি আহি আৰিলিকাছ-তনয় প্ৰথিনৰৰ কান্ধত আঘাত কৰিলে। পথুৰ বৰ্শাপাট কান্ধ ভেদ কৰি গ'ল আৰু তেওঁ ধূলিত বাগৰি

পৰি মাটিত খামুচি ধৰিলে। পলিডামাছে বিজয় গৰ্বত ভীষণ হুঙ্কাৰ কৰি উচ্চৈঃস্বৰে ক'লে, "পেন্থাছৰ গৌৰৱভাজন সন্তানৰ শক্তিশালী হাতৰ এই এক নতুন সন্ধান, যি লক্ষ্যভ্ৰষ্ট হোৱা নাই আৰু আৰ্গিভৰ মঙহ বিদীৰ্ণ কৰিছে। ৰসাতললৈ প্ৰয়াণ কৰোঁতে তেওঁ এই শেলপাট লাখুটিৰ দৰে ব্যৱহাৰ কৰিব পাৰে।"

আৰ্গিভবিলাকে অতিশয় বিৰক্তিৰে তেওঁৰ হৰ্ষধ্বনি শ্ৰৱণ কৰিলে। সেই সময়ত টেলামন-তনয়, আনজন বাহুবলী আয়াছ প্ৰথিনৰৰ ধৰাশায়ী হোৱা ঠাইৰ নিচেই কাষতে আছিল আৰু আন কোনোৱেই তেওঁৰ সমান কষ্ট হোৱা নাছিল। তেওঁ তৰিৎ গতিৰে চিকমিকীয়া শেল এপাট পলিডামাছলৈ নিক্ষেপ কৰিলে। জঁাপ মাৰি একলীয়া হোৱাত পলিডামাছ নিশ্চিত মৃত্যুৰ কবলৰপৰা ৰক্ষা পৰিল। এন্টিনৰ-তনয় আৰ্কিলকাচৰ গাত শেলপাট লাগিল। দেৱতাসকলে তেওঁৰ মৰণ নিৰ্ধাৰিত কৰি থৈছিল, শিৰ আৰু গ্ৰীবাৰ সন্ধিত থকা বাজহাড়ৰ একেবাৰে শেষ অংশটোত শেলপাট বিদ্ধ হ'ল। মাংসপেশী বিদীৰ্ণ হোৱাত তেওঁ বাগৰি পৰিল, আঁঠু আৰু তাৰ নিম্নাংশতকৈ আগতেই তেওঁৰ মুখ আৰু নাক মাটিত ঠেকেছা খালে। এইবাৰ চীৎকাৰ কৰাৰ পাল পৰিল আয়াছৰ। অতুলনীয় পলিডামাছক সম্বোধন কৰি তেওঁ ক'লে, "পলিডামাছ, এবাৰ ভাবি চোৱা আৰু মোক স্পষ্টভাৱে কোৱা এই মানুহজনৰ মৃত্যুৱে প্ৰথিনৰৰ মৰণৰ ক্ষতিপূৰণ কৰিব পাৰিছে নে নাই। চেহেৰা চায়েই ক'ব পাৰি যে তেওঁ নীচকুলীয়া বা উলামূলা বিধৰ মানুহ নহয়, বৰং মাননীয় এন্টিনৰৰ ভায়েক বা পুতেক যেনেই লাগে। পাৰিবাৰিক সাদৃশ্য চকুত লগা।"

এনেদৰে কওঁতে আয়াছে কোননো তেওঁৰ হাতত নিহত হ'ল সেই কথা সুন্দৰকৈ জানিছিল। ট্ৰজানসকলৰ অন্তৰ নিৰাশাৰে পৰিপূৰ্ণ হ'ল। কিন্তু অকামাছে তেওঁৰ ভ্ৰাতা আৰ্কিলকাছৰ মৃতদেহৰ দুফালে দুটা ভৰি থৈ থিয় হ'ল। প্ৰমাকাছ নামৰ বিকটিয়ান এজনে তেওঁৰ ভৰিৰ মাজৰপৰা মৃতদেহটো আজুৰি নিবলৈ চেষ্টা কৰোঁতে, তেওঁ বৰ্শা এপাটেৰে মানুহজনক ধৰাশায়ী কৰিলে। বিজয় গৰ্বত উৎফুল্ল হৈ তেওঁ চিঞৰি চিঞৰি ক'লে, "আৰ্গিভবৃন্দ, ধেনুকাঁড়েৰে যুদ্ধ কৰাত তোমালোকে সাহসৰ পৰিচয় দিব পাৰা, ভীতি প্ৰদৰ্শন কৰাতো তোমালোক ওস্তাদ। কিন্তু সেইবুলি নাভাবিবা যে বিপদ বিঘিনী অকল আমাৰ কাৰণেহে থুপ খাই আছে। আমাৰ কিছু ক্ষতি হৈছে, তোমালোকৰো হ'ব। তোমালোকৰ যোদ্ধা প্ৰমাকাছৰ কাষলৈ এবাৰ চোৱা, মোৰ বৰ্শাৰ আঘাতত তেওঁ চিৰদিনৰ কাৰণে চকু মুদিছে। মোৰ ভাইৰ মৃত্যুৰ পোটক তুৰন্তে তুলিলো।

সকলো বিচক্ষণ লোকে ইয়াকে কামনা কৰে, এজন আত্মীয় জীয়াই থাকি যেন তেওঁৰ মৰণৰ কাৰণে প্ৰতিশোধ ল'ব পাৰে।"

এনে দাম্ভিক উক্তিত আৰ্গিভসকল অতিশয় বিৰক্ত হ'ল। বিশেষকৈ বাহুবলী পেনিলিয়ছে কাৰ্যৰে তাৰ প্ৰত্যুত্তৰ দিবৰ মনেৰে অকামাছক আক্ৰমণ কৰিবলৈ অগ্ৰসৰ হ'ল। কিন্তু অকামাছ সিমান সময় অপেক্ষা কৰা বিধৰ লোক নাছিল আৰু বজা পেনিলিয়ছৰ আক্ৰমণত ইলিয়নিউছৰহে পতন ঘটিল। তেওঁ আছিল ভেড়া ছাগলীৰ গৰাকী ফৰ্বাছৰ পুতেক। ফৰ্বাছ দেৱতা হাৰ্মিছৰ প্ৰিয়পাত্ৰ আছিল আৰু তেওঁৰ অনুগ্ৰহতে ট্ৰয় নগৰত এজন আঢ্যৱন্ত লোক হ'ব পাৰিছিল। ইলিয়নিউছৰ বাহিৰে তেওঁলোকৰ আৰু সতি সন্তান নাছিল আৰু এতিয়া মাকৰ এই একেটি মাত্ৰ ল'ৰাৰ চেলাউৰিৰ নামনিয়েদি ঠিক চকুৰ মাজেৰে শেলপাট সোমাল। চকুটো বাহিৰলৈ ওলাই আহিল আৰু চকুৰ গাঁতটো ভেদ কৰি শেলপাট গলধনেদি বাহিৰ হ'ল। তেওঁ বাগৰি পৰিল আৰু দুয়োখন হাত মেলি দিলে। কিন্তু পেনিলিয়ছে তীক্ষ্ণ অসি নিষ্কাসিত কৰি তেওঁৰ ডিঙিত সজোৰে ঘাপ মাৰি দিলে আৰু তেওঁৰ শিৰস্ত্ৰাণ শোভিত শিৰ ভূলুণ্ঠিত হ'ল। গধুৰ বৰ্শাপাট তেতিয়াও চকুত বিন্ধি আছিল। পেনিলিয়ছে তাৰ সৈতেই মূৰটো পপি গছৰ ফল এটাৰ দৰে ওপৰলৈ তুলি ট্ৰজানবিলাকক দেখুৱাই সদৰ্পে শত্ৰুপক্ষক সম্বোধন কৰি চিঞৰি চিঞৰি ক'লে, "ট্ৰজানহঁত, তোমালোকেই খবৰটো দিবাহঁক যাতে বীৰবৰ ইলিয়নিউছৰ পিতৃ-মাতৃয়ে পুতেকৰ কাৰণে ঘৰতে এসোঁতা কান্দি লয়। সেইটোৱেই উচিত কথা, কাৰণ যেতিয়া আমি একীয়ানবিলাক ট্ৰয়ৰপৰা উভতি যাম, তেতিয়া এলজিনৰ পুত্ৰ প্ৰমাকাছৰ পত্নীয়ে তেওঁক আৰু দেখা নাপাব।" এই কথা শুনি ট্ৰজানবিলাকৰ ভৰিত কঁপনি উঠিল। আকস্মিক মৰণৰপৰা ৰক্ষা পাবলৈ প্ৰত্যেকেই নিৰাপদ আশ্ৰয়ৰ সন্ধানত চাৰিওফালে দৃষ্টি নিক্ষেপ কৰিলে।

হে সৰগৰ দেৱী, আই সৰস্বতী, ভূমিকম্পৰ অধিপতিৰ অনুগ্ৰহত যুদ্ধৰ গতি একীয়ানসকলৰ অনুকূল হোৱাৰ পিছত তেওঁলোকৰ কোনজন বীৰেনো শত্ৰু শোণিত ৰঞ্জিত বৰ্ম কবচাদি পোন প্ৰথমে হস্তগত কৰিবলৈ সমৰ্থ হৈছিল? তেওঁ আছিল টেলামন-তনয় আয়াছ। তেওঁ সিংহৰ দৰে সাহসী মিছিয়ানসকলৰ সেনাপতি জাৰ্টিয়াছ-পুত্ৰ হাৰ্টিয়াছক হানি এই কাৰ্য আৰম্ভ কৰিলে। তাৰ পিছত এণ্টিলকাছে ফল্‌চিছ আৰু মাৰ্মেৰাছক বধ কৰিলে, মৰাইছ আৰু হিপ্‌টিয়ন মেৰিয়নিছৰ হাতত নিহত হ'ল। টিউছাৰে প্ৰথ্‌ন আৰু পেৰিফেটিছক হত্যা কৰিলে। ইয়াৰ পিছত আট্ৰিউছনন্দনে মহান সেনানী হাই পৰিনৰ পাৰ্শ্বদেশ

বৰ্শাবিদ্ধ কৰিলে। ব্ৰঞ্জৰ শেল প্ৰবেশ কৰাত তেওঁৰ নাড়ী-ভুঁক বাহিৰ হ'ল। বিস্তীৰ্ণ ক্ষতৰ মাজেৰে তেওঁৰ আত্মাই তৰানৰা ছিণ্ডি পলায়ন কৰিলে, তেওঁৰ নয়ন দুটিলৈ অন্ধকাৰ নামি আহিল। কিন্তু অইলিউছৰ ক্ষিপ্ৰগতি সম্পন্ন সন্তান আয়াছেহে সৰ্বাধিক শত্ৰু নিপাত কৰিলে। কাৰণ আতঙ্ক বিৰাজ কৰাৰ সময়ত বিজিত শত্ৰুক খেদি খেদি হত্যা কৰাত আয়াছৰ দৰে সুনিপুণ পদাতিক আন কোনো নাছিল।

পোন্ধৰ

# একীয়ানসকলৰ বিপৰ্যয়

একীয়ানসকলৰ হাতত গুৰুতৰভাৱে ক্ষতিগ্ৰস্ত হৈ পলায়ন কৰা ট্ৰজান-সকলে হেণ্ডাৰ আৰু গড়খাৱৈ পুনৰ অতিক্ৰম কৰি ৰথবিলাকৰ নিকটবৰ্তী নোহোৱা পৰ্যন্ত ক'তো এখন্তেকো ৰোৱা নাছিল। আতঙ্কত শেঁতা পৰি আৰ্তভাৱে তেওঁলোক দৰক লাগি ৰ'ল। সেই সময়ত স্বৰ্ণসিংহাসনৰ অধিকাৰিণী হিৰীৰে সৈতে ইডা পৰ্বতত শয়ন কৰি থকা জ্যুছৰ টোপনি ভাগিল। তেওঁ লগে লগে গাত্ৰোত্থান কৰি যুদ্ধৰ গতিবিধি লক্ষ্য কৰিলে। এই দৃশ্য তেওঁৰ দৃষ্টিগোচৰ হ'ল। ট্ৰজানবিলাক পৰাভূত হৈ পিছ হুঁহকি গৈছিল, আৰু ডানানবিলাকে তেওঁলোকক নিদাৰুণভাৱে খেদি নিছিল। উপবিষ্ট সঙ্গীসকলৰ দ্বাৰা পৰিবৃত হৈ হেক্টৰ মাটিত পৰি আছিল।

হেক্টৰে অতিশয় কষ্টেৰে উশাহ লৈছিল। তেওঁৰ মুখৰপৰা তেজ ওলাইছিল। তেওঁ সম্পূৰ্ণভাৱে জ্ঞান পোৱা নাছিল। তেওঁক আঘাত কৰা মানুহজন একীয়ান-সকলৰ মাজত তেনেই নিশকতীয়া বিধৰ নাছিল, গতিকে আচৰিত হ'ব লগা কিটো আছে! তেওঁক দেখা পাই দেৱতা আৰু মানুহৰ পিতৃ-পুৰুষজনৰ মন কৰুণাৰে বিগলিত হ'ল। তেওঁ হিৰীৰ ফালে কঠোৰ দৃষ্টি নিক্ষেপ কৰিলে। ভীতি সঞ্চাৰ কৰা কণ্ঠস্বৰেৰে তেওঁ কৈফিয়ৎ তলব কৰাৰ ভঙ্গীত সুধিলে, "হিৰী, তুমি অতি অবাধ্য। মোৰ অলপো সন্দেহ নাই যে এয়া তোমাৰেই কাম। তোমাৰ কুবুদ্ধিৰ কাৰণেই হেক্টৰে যুদ্ধ কৰিব পৰা নাই, তেওঁৰ সৈন্যদল পৰাজিত হৈছে। বজ্ৰেৰে তোমাক ছাট চেৰেক দিবলৈ মোৰ বৰ মন গৈছে, যাতে তোমাৰ কূট-কৌশলৰ ফল পোন প্ৰথমে তুমিয়েই ভোগ কৰিব পাৰা। তাহানিৰ কথা মনত নাই? তোমাৰ দুয়ো ভৰিত দুটা নিয়াৰি বান্ধি তোমাক বহুত ওপৰলৈ টানি আনিছিলো। সোণৰ শিকলি এডালেৰে তোমাৰ হাতদুটা আঁটি আঁটি বান্ধি থৈছিলো। সেই শিকলি ছিঙিব পৰা শক্তি তোমাৰ নাছিল। আকাশতে ডাৱৰৰ মাজত তুমি মহা শূন্যত ওলমি আছিলা। অলিম্পাছৰ উচ্চ শিখৰত থকা দেৱতাসকলে ক্ৰুদ্ধ হৈ তোমাক সহায় কৰিবলৈ সম্মিলিত হোৱা সত্বেও তেওঁলোকে তোমাক মুক্ত কৰিব নোৱাৰিলে। কাৰণ চেষ্টা কৰি থকা অৱস্থাত কোনোবা ধৰা পৰিলে মই তেওঁক মোৰ দুৱাৰ মুখৰপৰা তললৈ দলি মাৰি পঠাইছিলো। পৃথিৱীত অৱতৰণ কৰাৰ পিছত তেওঁৰ আৰু লৰচৰ কৰিব পৰা শকতি নাছিল। কিন্তু তথাপি দেৱোপম

হেৰাক্লিছৰ কাৰণে মই যি মৰ্মান্তিক আঘাত পাইছিলো, তাৰ উপশম নহ'ল। তোমাৰ কু-অভিলাষ চৰিতাৰ্থ কৰিবৰ নিমিত্তে বায়ু দেৱতাক বশ কৰিলো ; উত্তৰ দিশৰপৰা বলা ধুমুহা বতাহৰ ফলত তেওঁ নিৰ্জন মহাসমুদ্ৰত দুৰ্বাৰ গতিত উটি ভাহি ফুৰিব লগা হৈছিল। তুমিয়েই তেওঁক অৱশেষত জনাকীৰ্ণ কছ দ্বীপলৈ দ্ৰুতবেগে পাৰি দিবলৈ বাধ্য কৰিছিলা। কিন্তু মই তেওঁক কছ দ্বীপৰপৰা উদ্ধাৰ কৰি বহুতো বিপদ-বিঘিনীৰ মূৰত নিৰাপদে অশ্বচাৰণ ভূমিৰে সমৃদ্ধ আৰ্গছলৈ পুনৰায় লৈ গৈছিলো। মই তোমাক এইবিলাক কথা সোঁৱৰাই দিছো, যাতে তুমি এনে ধৰণৰ চক্ৰান্তবিলাকৰপৰা বিৰত থাকা ; তদুপৰি মই তোমাক আৰু এবাৰ সকীয়াই দিব খুজিছো ; তুমি অলিম্পাছৰপৰা ইয়ালৈ আহি মোক তোমাৰ বাহুবন্ধনত আবদ্ধ হ'বলৈ প্ৰলোভিত কৰিছিলা, কিন্তু সেইবুলি তুমি মোৰ প্ৰেমালিঙ্গনৰপৰা উপকৃত হোৱাৰ অলপো আশা নাই।"

এই ভৰ্ৎসনা শুনি বৃষভনেত্ৰী, কুঁৱৰী হিৰী ভয়ত শিঁয়ৰি উঠিল। তেওঁ স্বামীক আশ্বস্ত কৰিবৰ অভিপ্ৰায়েৰে লৰালৰিকৈ মাত লগালে, "এই ভূমণ্ডল, ওপৰৰ বিস্তীৰ্ণ আকাশ, ষ্টাইক্স নদীৰ নিম্নগামী জলধাৰা ( দেৱতাসকলে গ্ৰহণ কৰিব পৰা বৃহত্তম আৰু অতিশয় গুৰুত্বপূৰ্ণ শপত ), তোমাৰ পবিত্ৰ শিৰ, আমাৰ বিয়াৰ দিনা ব্যৱহাৰ কৰা বিছনাখন, এই সকলোবিলাকেই মোৰ সাক্ষী হওক, এইবিলাকৰ নামত শপত খালে মই কেতিয়াও আসৈ মাতিবলৈ সাহস কৰিব নোৱাৰো। মই সত্যে সত্যে কৈছো ভূমিকম্প সৃষ্টিকাৰী পছাইডনে হেক্টৰ আৰু ট্ৰজানবিলাকৰ অনিষ্ট সাধন কৰি আনটো পক্ষক সহায় কৰিবলৈ মোৰপৰা অলপো সহাৰি পোৱা নাই। মই মাত্ৰ ইমানকে অনুমান কৰিছো যে জাহাজবিলাকৰ ওচৰত শ'লঠেকত পৰোতে একীয়ানবিলাকৰ প্ৰতি তেওঁৰ কৰুণা উপজিছিল। তেওঁ যি কৰিছে নিজ ইচ্ছাৰেই কৰিছে। বাস্তৱিকতে তেওঁক গৰিহণা দি যি-কোনো ঠাইলৈকে পঠিয়াই দিবলৈ মই প্ৰস্তুত। হে কলীয়া মেঘৰ অধিপতি, তুমি মাত্ৰ কোৱা তেওঁ ক'লৈ যাব লাগে।"

দেৱতা আৰু মানুহৰ পিতৃপুৰুষৰ ওঁঠত হাঁহি বিৰিঙিল। তেওঁ আগতকৈ কোমল মাতেৰে ক'লে, "হিৰী, বৃষভনেত্ৰী কুঁৱৰী মোৰ, দেৱতাসকলৰ মন্ত্ৰণাসভাত তুমি মোক সমৰ্থন কৰিবা বুলি যদি মই ভাৰসা কৰিব পাৰো, তেন্তে পছাইডনৰ পৰিৱৰ্তন হ'ব আৰু পক্ষপাতিত্বৰ দোষে চুলেও তেওঁৰ দৃষ্টিভঙ্গী আমাৰ লগত মিলি যোৱাৰ সম্ভাৱনা আছে। যিহওক, তুমি যদি মোৰ আগত অকপটে সঁচা কথাই কৈছা, তেন্তে এতিয়া দেৱসভালৈ গৈ ইৰিছ আৰু ধনুৰ্দ্ধৰ এপলোক ইয়ালৈ পঠিয়াই দিয়াগৈ। ইৰিছে ব্ৰঞ্জ বিভূষিত একীয়ানসকলৰ ওচৰলৈ গৈ প্ৰভু

পছাইডনক নির্দেশ দিয়কগৈ যেন তেওঁ এই যুঁজ-বাগৰ বন্ধ কৰি নিজৰ ঘৰলৈ উভতি যায় ; এয়ে মোৰ অভিলাষ। ফিবাছ এপলোৱে হেক্টৰক উদগনি দিয়কগৈ যাতে তেওঁ ভয়ত পেপুৱা লাগি নাথাকি, বিষকোঁপৰ কথা পাহৰি গৈ, বুকুত বল বান্ধি পুনৰ যুদ্ধক্ষেত্ৰত প্ৰবেশ কৰে, ফিবাছে একীয়ানবিলাকৰ মাজত বিভীষিকাৰ সৃষ্টি কৰি তেওঁলোকক পলাই পিয়াপি দিবলৈ বাধ্য কৰিব। তেওঁলোক পেলিউছ-নন্দন একিলিছৰ সুনিৰ্মিত তৰীৰ ওচৰত থিতাপি ল'বগৈ ; ফলত একিলিছে তেওঁৰ বন্ধু পেট্ৰক্লাছক যুদ্ধত অংশ গ্ৰহণ কৰিবলৈ নিৰ্দেশ দিব। পেট্ৰক্লাছে বহুতো বাহুবলী বীৰৰ প্ৰাণ ল'ব, তেওঁলোকৰ ভিতৰত মোৰ সম্ভ্ৰান্ত সন্তান চাৰ্পিডনো পৰিব। অৱশেষত ইলিয়ামৰ সমুখত, যশস্বী হেক্টৰৰ বৰ্শাৰ আঘাতত তেওঁ নিহত হ'ব। তেওঁৰ মৃত্যুত একিলিছে ভীষণ ক্ৰোধত অভিভূত হৈ হেক্টৰক বধ কৰিব। সেই মুহূৰ্তৰেপৰা মই ৰণৰ গতি সলনি কৰি দিম। ৰণৰ পূৰ্ণ জোৱাৰ ৰণতৰীসমূহৰ নিকটবৰ্তী অঞ্চলৰপৰা দিক পৰিৱৰ্তন কৰি নিয়মিত-ভাৱে ক্ৰমাৎ আঁতৰি যাব, অৱশেষত এথেনীৰ ষড়যন্ত্ৰে একীয়ানবিলাকে ইলিয়াম দুৰ্গ অধিকাৰ কৰিব। কিন্তু ইতিমধ্যে মই ডানানবিলাকৰ প্ৰতিকূল হৈ থাকিম। একিলিছৰ অভিলাষ পূৰ্ণ নোহোৱা পৰ্যন্ত মই কোনো দেৱতাকে তেওঁলোকৰ সাহায্যাৰ্থে যাত্ৰা কৰিবলৈ অনুমতি নিদিওঁ। সেইদিনা দেৱী থিটিছে মোক ভৰিত সাবটি ধৰি কাকুতি-মিনতি কৰিছিল যাতে তেওঁৰ নগৰ লুণ্ঠনকাৰী পুত্ৰৰ ন্যায্য দাবীৰ যথাৰ্থতা স্বীকৃত হয়। মই অঙ্গীকাৰ কৰিছিলো আৰু অনুমোদনৰ ভঙ্গীত মূৰ দুপিয়াইছিলো। এতিয়া সেই অঙ্গীকাৰ অনুসৰিয়েই এই কাৰ্যপন্থা হাতত লৈছো।"

জুছৰ বক্তৃতাৰ সামৰণি পৰিল। শ্বেতহস্তা, দেৱী হিৰীয়ে তেওঁৰ আদেশ অমান্য নকৰি ইডা পৰ্বতৰপৰা উচ্চ অলিম্পাছলৈ মনৰ সমান বেগেৰে উৰা মাৰিলে। ব্যাপকভাৱে ভ্ৰমণ কৰা মানুহ এজনৰ মনত দেশ-বিদেশৰ বহুতো মধুৰ স্মৃতিয়ে ভুমুকি মাৰেহি। মনৰ ভিতৰতে তেওঁ কয়, "মই অমুক ঠাইলৈ যাব পৰা হ'লে." আৰু লগে লগে ভৱামতেই সেই ঠাইত উপস্থিত হয়গৈ। দেৱী হিৰীয়ো সেইদৰেই অলিম্পাছত উপস্থিত হ'লগৈ।

অলিম্পাছৰ শিখৰত উপস্থিত হোৱাৰ লগে লগে কুঁৱৰী হিৰীয়ে জুছৰ প্ৰাসাদত সমবেত হৈ থকা অমৰবৃন্দৰ ওচৰ চাপিল। তেওঁক দেখা পোৱা মাত্ৰকে সকলোটিয়ে তুৰন্তে থিয় হৈ মদিৰাৰ পাত্ৰ বাঢ়ি তেওঁক অভিবাদন জনালে। হিৰীয়ে কাৰো কালে নাচাই পোন প্ৰথমেই দৌৰি গৈ তেওঁৰ কাষত উপস্থিত হোৱা সুন্দৰ কপোল শোভিতা থিমিছৰ হাতৰপৰা পাত্ৰ এটি গ্ৰহণ কৰিলে।

ঠিমিছে ওপৰা-ওপৰিকৈ বহুতো প্ৰশ্ন সুধিলে। তেওঁ ক'লে, "হিৰী, তোমাৰ কি হ'ল? ইমান উদ্বাউল হৈছা কিয়? ক্ৰনছৰ পুত্ৰ তোমাৰ স্বামী হ'ব পাৰে, কিন্তু তেওঁ তোমাক বাৰুকৈয়ে ভয় খুৱাইছে।" শ্বেতহস্তা দেৱী হিৰীয়ে উত্তৰ দিলে, "দেৱী ঠিমিছ, সেই বিষয়ে মোক একো নুসুধিবা, মই তোমাক কাবৌ কৰিছো। তেওঁ মাজে সময়ে কিমান নিদাৰুণ আৰু অনমনীয় হয় তুমি নিজেই জানা। কিন্তু তুমি যদি নিজৰ ঠাইত বহি লৈ কথাৰ গুৰি ধৰাগৈ, তেনেহ'লে অন্যান্য দেৱতাসকলে গম পাব জ্যুছে কি কুৎসিৎ কাণ্ড এটা কৰিবলৈ মন মেলিছে। যদিহে পৃথিৱীত এতিয়ালৈকে একো অঘটন ঘটা নাই বুলি ভাবি লৈ কোনো কোনো দেৱতাই মনৰ সুখত খাই বৈ আছে, তেন্তে মই তোমাক নদি কৈছো, এই বাতৰি শুনি পৃথিৱীৰ দৰে স্বৰ্গতো কোনো সুখী হ'ব নোৱাৰিব।"

এইবুলি কৈ কুঁৱৰী হিৰীয়ে আসন গ্ৰহণ কৰিলে। জ্যুছৰ ভোজনালয়ৰ এমূৰৰপৰা সিমূৰলৈকে বহি থকা দেৱতাসকলো আতঙ্কিত হ'ল। কাৰণ হিৰীৰ ওঁঠত হাঁহি বিৰিঙিছিল যদিও তেওঁৰ কপাল আৰু কলীয়া চেলাউৰিয়ে সেই হাঁহি ভুৱা বুলি প্ৰতিপন্ন কৰিছিল। বাস্তৱিকতে সমজুৱাসকলক সম্বোধন কৰি কথা কওঁতে দেৱী গৰাকী খঙত জ্বলি পকি উঠিছিল। তেওঁ চিঞৰি চিঞৰি ক'লে, "আমি অকল মূৰ্খই নহয়, আদি উন্মাদ। নহ'লেনো আমি জ্যুছৰ লগত কাজিয়া কৰিবলৈ যাওঁনে? অথচ, ইয়াতে আমি সকলো বহি আছো, অকল মুখৰ কথাৰে নোৱাৰিলে গাৰ জোৰেৰে হ'লেও তেওঁক বাধা দিবলৈ আমি উচ-পিচাই আছো। ইফালে তেওঁ সম্পূৰ্ণ নিৰ্বিকাৰভাৱে বহি থাকি আমাক বুঢ়া আঙুলি দেখুৱাইছে। কাৰণ তেওঁ নিশ্চিতভাৱে জানে যে পাশবিক শক্তিত দেৱতাসকলৰ মাজত তেওঁ অদ্বিতীয়—এই সুন্দৰ অজুহাতটোৰ কাৰণেই তোমা-লোকে তেওঁৰ সকলো অত্যাচাৰ বিনা প্ৰতিবাদে সহ্য কৰি থাকা। হয়, মোৰ কথা এটা মনত পৰিছে। মোৰ যদি ভুল হোৱা নাই, আৰিছে ইতিমধ্যেই ভালকৈ এসেকা পাইছে। তেওঁৰ প্ৰিয় সন্তান এস্কেলেফাছ ৰণত নিহত হৈছে। আমাৰ ৰণ দেৱতা মহোদয়ে নিজকে তেওঁৰ পিতৃ বুলি দাবী কৰে, নহয় জানো?"

এই বাতৰি শুনি আৰিছ খঙত টিঙিৰি-তুলা হ'ল। তেওঁ হাতৰ তলুৱাৰে মঙহাল কৰঙন দুটা থপৰিয়াই চিঞৰি চিঞৰি ক'লে, "অলিম্পাছৰ দেৱতাসকল, এতিয়া যদি মই একীয়ান সৈন্যবাহিনীৰ কাষ চাপি মোৰ সন্তানৰ মৃত্যুৰ পোটক তোলোগৈ তেতিয়াহ'লে আপোনালোকে মোক দোষাৰোপ কৰিব নোৱাৰিব। কপালত আছে যদি জ্যুছৰ বজ্ৰাঘাতত মই প্ৰাণ হেৰুৱাই তেজেৰে ৰাঙলী হৈ

মৃতদেহবিলাকৰ মাজতে ধূলি-মাকতিৰে লেটি-পেটি হৈ পৰি থাকিম।" তেওঁ বিভীষিকা আৰু আতঙ্কত ধোঁৱাহাল ৰথত লগাবলৈ আদেশ দি নিজে চিকমিকীয়া বৰ্ম-কবচাদি পৰিধান কৰিলে।

আৰু এতিয়া জ্যুছ আৰু অমৰবৃন্দৰ মাজত আগৰখনতকৈয়ো অধিক তিক্ত আৰু বিপৰ্যয়পূৰ্ণ কাজিয়া এখন লাগিলহেঁতেন, যদিহে এথেনীয়ে ভয়তে নিজৰ আসনৰপৰা উঠি আৰিছৰ পিছে পিছে বাটচ'ৰা পৰ্যন্ত খেদি নগ'ল হয়। তেওঁ আৰিছৰ মূৰৰপৰা শিৰস্ত্ৰাণ আৰু কান্ধৰপৰা ঢালখন থাপ মাৰি একেলাই ল'লে, বলিষ্ঠ হাতৰপৰা ব্ৰঞ্জৰ বৰ্শাপাটো কাঢ়ি ল'লে। অস্থিৰ ৰণদেৱতাজনক গৰিহণা দি তেওঁ উচ্চৈঃস্বৰে ক'লে, "মূৰ্খ, উন্মাদ, তোৰ অস্তিত্বই নাথাকিব। শুনিবলৈ তোৰ কাণ নাইনেকি? তোৰ বিচাৰ বুদ্ধি আৰু সংযমৰ অভাৱ হৈছেনেকি? স্বৰ্গাধিপতি জ্যুছৰ ওচৰৰপৰা পোনে পোনে আহিয়েই শ্বেতহস্তা দেৱী হিৰীয়ে আমাক কি ক'লে তই শুনা নাইনেকি? তোৰ ভালকৈ কোব খাবৰ মন গৈছে নে খেদা খাই কুকুৰৰ দৰে পিছ ঠেঙৰ মাজত নেল-সুমুৱাই অলিম্পাছলৈ উভতি আহিবি? আৰু তই কৰা অপকৰ্মৰ প্ৰতিফল আমি ভোগ কৰিম? কাৰণ, মই তোক খাটাংকৈ কৈ দিছো, জ্যুছৰ ইচ্ছানুযায়ী একীয়ান আৰু ট্ৰজানবিলাকে অবিৰামভাৱে যুদ্ধ কৰি থাকিব নোৱাৰে। তেওঁ পোনে পোনে আহি এই অলিম্পাছত থকা আমি সকলোবিলাককে কোন দোষী আৰু কোন নিৰ্দোষী একো বাচ বিচাৰ নকৰাকৈ ভালমতে এসেকা দিব। মোৰ উপদেশলৈ কাণ দে, তোৰ পুতেৰৰ কাৰণে প্ৰতিশোধ লোৱাৰ চিন্তা ইমানতে জলাঞ্জলি দিয়াই ভাল হ'ব। তেওঁতকৈ বহুতো ভাল ভাল মানুহ ইতিমধ্যে ৰণত পৰিছে আৰু ভৱিষ্যতেও পৰি থাকিব। পৃথিৱীৰ প্ৰতিজন মানুহৰ বংশ-মৰ্যাদাৰ প্ৰতি চকু ৰখা আমাৰ কাৰণে সম্ভৱপৰ নহয়।"

এইবুলি কৈ এথেনীয়ে উত্তপ্ত ৰণদেৱতাজনক তেওঁৰ আসনলৈ ওভোতাই লৈ গ'ল। হিৰীয়ে তাৰ পিছত দেৱতাসকলৰ দৌত্যগিৰি কৰা এপলো আৰু আইৰিছক সভাকক্ষৰ বাহিৰলৈ মাতি নিলে আৰু তেওঁলোকৰ আগত জ্যুছৰ নিৰ্দেশ হুবহু বেকত কৰি ক'লে, "জ্যুছে তোমালোকক এতিয়াই ইডা পৰ্বতলৈ মাতি পঠিয়াইছে। খৰ খেদাকৈ যোৱাগৈ। তোমালোক সেই ঠাইত উপস্থিত হৈ তেওঁৰ লগত সাক্ষাৎ কৰিলেই তেওঁ তোমালোকক যি আদেশ দিব তাকে পালন কৰিবা।"

কুঁৱৰী হিৰীয়ে পুনৰ সভাকক্ষলৈ উভতি গৈ সিংহাসনত উপবেশন কৰিলে। এপলো আৰু আইৰিছে তেওঁৰ নিৰ্দেশানুযায়ী উৰা মাৰিলে। অৱশেষত তেওঁলোক

বহু নিজৰাৰে বিধৌত আৰু ভেড়াছাগলীৰ জননী স্বৰূপ ইডা পৰ্বতত উপনীত হ'ল। সুগন্ধি কুঁৱলীৰে আবৃত হৈ গাৰ্গাৰাছ শৃঙ্গত বহি থকা সৰ্বদ্ৰষ্টা-ক্ৰনছ-নন্দনক তেওঁলোকে দেখা পালে। মেঘ নিয়ন্ত্ৰক জ্যুছৰ ওচৰলৈ গৈ তেওঁলোকে তেওঁৰ আদেশৰ কাৰণে অপেক্ষা কৰি থাকিল। জ্যুছে তেওঁলোকৰ উপস্থিতি লক্ষ্য কৰিলে। তেওঁৰ সহধৰ্মিণীৰ আদেশ তেওঁলোকে নিখুঁটভাৱেই পালন কৰিছে বুলি আশ্বস্ত হৈ তেওঁ প্ৰথমে আইৰিছক নিৰ্দেশ দি মাত লগালে, "আইৰিছ, যিমান পাৰা সিমান খৰকৈ যাত্ৰা কৰা, মোৰ কথাবিলাক মহোদয় পচাইডনৰ আগত বিবৃত কৰিবা; চাবা যাতে অলপো ভুল নহয়। তেওঁক ক'বাগৈ তেওঁ যেন যুঁজ-বাগৰ এৰি ৰণক্ষেত্ৰৰপৰা উভতি আহে। তেওঁ দেৱসভালৈ আহিব পাৰে নতুবা পবিত্ৰ মহাসাগৰতো বিশ্ৰাম কৰিব পাৰে। মোৰ এই জৰুৰী আদেশ অমান্য কৰিবলৈ যদি তেওঁৰ মতি হয়, তেন্তে তেওঁ নিজৰ বিবেকৰ লগত পৰামৰ্শ কৰি চাব পাৰে। হ'ব পাৰে তেওঁ শক্তিমান, কিন্তু মোৰ আক্ৰমণৰ সন্মুখীন হ'বলৈ তেওঁৰ সাহস আছেনেকি বিবেচনা কৰি চাওক। মই বয়সত তেওঁৰ জ্যেষ্ঠ, শৌৰ্য-বীৰ্যতো তেওঁতকৈ শ্ৰেষ্ঠ। সেইবুলি তেওঁ মোৰ সমকক্ষ হিচাপে আচৰণ কৰিবলৈ সঙ্কোচ নকৰে, যদিও মোৰ ভয়ত অন্যান্য দেৱতাসকল থৰহৰি কম্পমান।"

ক্ষিপ্ৰচৰণা, বায়ুবেগী আইৰিছে তৎপৰতাৰে জ্যুছৰ আদেশ পালন কৰি ইডা পৰ্বতৰপৰা পবিত্ৰ ইলিয়ামলৈ যাত্ৰা কৰিলে। বেদনাদায়ক উত্তৰ দিশৰপৰা বলা ধুমুহাৰ কোবাল গতিত মেঘৰাশিৰপৰা বৰ্ষিত হোৱা শীতল বৰফ বা শিলাখণ্ডৰ দৰেই তীব্ৰবেগে তেওঁ অৱতৰণ কৰিছিল। মহান ভূমিকম্পৰ সৃষ্টিকাৰীৰ ওচৰলৈ পোনে পোনে গৈ তেওঁ ক'লে, "বসুধাবলয়, হে কৃষ্ণ কেশদামৰ অধিকাৰী দেৱতা, ছত্ৰধাৰী জ্যুছৰ বাৰ্তা বহন কৰি মই ইয়ালৈ আহিছো। যুদ্ধৰপৰা বিৰত হৈ আপুনি ৰণক্ষেত্ৰৰপৰা বিদায় লওক। দেৱসভাত আপুনি যোগদান কৰিব পাৰে, নতুবা পবিত্ৰ মহাসাগৰতো বিশ্ৰাম লভিব পাৰে। তেওঁৰ এই জৰুৰী আদেশ যদি আপুনি অমান্য কৰে, তেন্তে তেওঁ নিজে ইয়ালৈ আহি আপোনাৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰিব বুলি ভাবুকি দিছে। তেওঁ আপোনাক সতৰ্ক কৰি দিছে যে আপুনি তেওঁৰ সন্মুখীন হোৱা অনুচিত হ'ব, কাৰণ তেওঁ বয়সত জ্যেষ্ঠ আৰু শক্তিত শ্ৰেষ্ঠ। সেইবুলি আপুনি তেওঁৰ সমসৰী বুলি দাবী কৰিবলৈ কুণ্ঠিত নহয়, যদিও অন্যান্য দেৱতাবৃন্দ তেওঁৰ ভয়ত থৰহৰি কম্পমান।"

ভূমিকম্পৰ মহান সৃষ্টিকৰ্তা অতিশয় ক্ষুব্ধ হ'ল। তেওঁ চিঞৰি উঠিল,

"সাংঘাতিক কাণ্ড! জ্যুছ শক্তিশালী হ'ব পাৰে, কিন্তু মোক সেও মনাবৰ কাৰণে বলপ্ৰয়োগ কৰাৰ ভাবুকি দিয়াটো নিতান্ত ডাঙ্গোপ মৰা কথা। মোৰ মান-মৰ্যাদা তেওঁতকৈ তলত নহয়। আমি তিনিজন সহোদৰ, ক্ৰনছ আৰু ৰীয়াৰ সন্তান। জ্যুছ, মই আৰু প্ৰেতপুৰীৰ অধিপতি হেডিছ। সমগ্ৰ জগতখন তিনি-ভাগ কৰি আমাৰ প্ৰত্যেককে একো ভাগৰ আধিপত্য প্ৰদান কৰা হ'ল। আমি কোন কোন অংশ পাম ভাগ্য পৰীক্ষাৰ দ্বাৰা নিৰ্ণয় কৰা হৈছিল। মই ধূসৰ মহাসমুদ্ৰৰ সাৰ্বভৌম অধিপতি হ'লো। অন্ধকাৰ ৰসাতল হেডিছৰ ভাগত পৰিল আৰু বায়ুমণ্ডলৰ উচ্চতৰ স্তৰত ডাৱৰৰ মাজত থকা ৰাজপ্ৰাসাদেৰে সৈতে অনন্ত অন্তৰীক্ষৰ অধিকাৰী হ'ল জ্যুছ। কিন্তু পৃথিৱীখন তিনিওজনেৰে উমৈহতীয়া হৈ থাকিল, সেইদৰে উচ্চ অলিম্পাছো। সেইকাৰণে জ্যুছৰ কথামতেই মই চলিবলৈ বাধ্য নহয়। তেওঁ প্ৰতাপী হ'ব পাৰে, কিন্তু নিজৰ ভাগত পৰা এক তৃতীয়াংশ সাম্ৰাজ্যতে তেওঁ শান্তিৰে বসবাস কৰা ভাল হ'ব। মোক একেবাৰে কাপুৰুষ বুলি থাৱৰ কৰি, তেওঁ এইদৰে হিংসাত্মক ভাবুকিৰে মোক ভীতি প্ৰদৰ্শন কৰাৰ কোনো অৰ্থ নাই। নিজৰ ল'ৰা-ছোৱালীক তেওঁ শাসন কৰক। তেওঁ সিহঁতৰ পিতাক আৰু সেইকাৰণে সিহঁত তেওঁৰ কথা শুনিবলৈ বাধ্য।"

বায়ুবেগী, ক্ষিপ্ৰচৰণা আইৰিছে ক'লে, "বসুধাবলয়, কৃষ্ণকেশী দেৱতা, আপুনি কি ইচ্ছা কৰে, মই আপোনাৰ এই অবজ্ঞাপূৰ্ণ আৰু দাম্ভিক উত্তৰকে জ্যুছক জনামগৈ? আপোনাৰ মনৰ পৰিৱৰ্তন নহ'বনেকি? কোমলতা মহত্ত্বৰ লক্ষণ। তদুপৰি অপুনি নজনা নহয় যে প্ৰতিহিংসাৰ অধিষ্ঠাত্ৰী দেৱীসকলে জ্যেষ্ঠ সহোদৰকহে সহায় কৰে।"

ভূমিকম্পৰ সৃষ্টিকাৰী পছাইডনে ক'লে, "দেৱী আইৰিছ, তুমি উচিত কথাই কৈছা। এগৰাকী দূতী হিচাপে বিচক্ষণতা প্ৰদৰ্শন কৰা কিমান প্ৰশংসনীয়! কিন্তু এনে এজন দেৱতাৰ তিৰস্কাৰ আৰু তৰ্জন-গৰ্জনত মই ব্যথিত হৈছো, মৰ্মাহত হৈছো। অথচ মোৰ কপালত লেখা আছে যে তেওঁৰ সমতুল্য হিচাপেই মই এই পৃথিৱীখনৰ ভাগ ল'ম। যি নহওক, মই বাৰু এতিয়া তেওঁৰ কথাকে মানি লৈছো, অৱশ্যে গভীৰ অসন্তুষ্টিৰে। কিন্তু মোৰ অন্তৰৰ অনু-ভূতিৰ বিষয়ে এটি সতৰ্কবাণী শুনাই থওঁ। ৰীৰাঙ্গনা এথেনী, হাৰ্মিছ, শ্ৰদ্ধেয় হিফিষ্টাছ আৰু মোৰ ইচ্ছাৰ বিৰোধীতা কৰি যদি জ্যুছে ইলিয়াম দুৰ্গ ধ্বংস সাধনত ব্যাঘাত জন্মায় আৰু আৰ্গিভসকলক বিপুল জয়লাভৰপৰা বঞ্চিত কৰে, তেনেহ'লে তেওঁক কৈ দিবা আমাৰ চিৰদিনৰ কাৰণে বিচ্ছেদ হ'ব।"

এইবুলি কৈ ভূমিকম্পৰ অধিপতিয়ে একীয়ান সৈন্যবাহিনীৰ মাজৰপৰা

আঁতৰি গৈ মহাসমুদ্ৰত প্ৰবেশ কৰিলে। সাহসী যোদ্ধাসকল অতিশয় ব্যথিত হ'ল।

মেঘ নিয়ন্ত্ৰক জ্যুছে ইয়াৰ পিছত এপলোক নিৰ্দেশ দি ক'লে, "প্ৰিয় ফৰাছ, মোৰ ইচ্ছা, তুমি এতিয়া ব্ৰঞ্জ বিভূষিত হেক্টৰৰ সন্ধান কৰাগৈ। ভূ-কম্পনকাৰী বসুধাবলয় মোৰ অসন্তুষ্টিৰ গুৰুত্বৰপৰা সাৰিবৰ বাবে এতিয়া পবিত্ৰ মহাসাগৰলৈ প্ৰয়াণ কৰিছে। বাস্তৱিকতে আমাৰ মাজত হতাহতি হ'লে সকলোৱে সেইকথা গম পাব, আনকি অধোলোকত ক্ৰনছৰ সৈতে বাস কৰা দেৱতাসকলেও সেই খবৰ নোপোৱাকৈ নাথাকে। অৱশ্যে মোৰ শক্তিৰ পৰিচয় নোপোৱাকৈয়ে তেওঁ মোৰ নিৰ্দেশ মানি লোৱাটো আমাৰ দুয়োজনৰ কাৰণেই অতি মঙ্গলজনক। আমাৰ এটা মীমাংসা নোহোৱালৈকে বহুতো ঘাম বাহিৰ হ'ল হয়। এতিয়া তুমি এই সুতাৰ ফুল ওলমি থকা ছাতিটো হাতত লৈ ভয়ানকভাৱে আন্দোলিত কৰি একীয়ান সামন্তসকলক আতঙ্কিত কৰাগৈ; ধনুৰ্দ্ধৰ মহোদয়, যশস্বী হেক্টৰৰ প্ৰতি বিশেষভাৱে মনোযোগ দিবা। একীয়ানবিলাক পৰাজিত হৈ হেলিস্পণ্টত অৱস্থিত নৌবাহিনী পৰ্যন্ত পশ্চাদপসৰণ নকৰালৈকে তুমি তেওঁক দুৰ্বাৰ সাহসেৰে অনুপ্ৰাণিত কৰিবা। ঠিক সেই মুহূৰ্ততে মই তেওঁলোকক কঠোৰ দণ্ডৰপৰা অব্যাহতি দিবৰ কাৰণে কি ক'ব বা কৰিব লাগে সেই বিষয়ে সিদ্ধান্ত কৰিম।"

জ্যুছৰ কথাৰ সামৰণি পৰিল। এপলোৱে পিতাকৰ কথা নুশুনাকৈ নাথাকিল। তেওঁ ইডা পৰ্বতৰপৰা কপৌ চৰাইৰ যম, পাখি লগা প্ৰাণীৰ ভিতৰত তীব্ৰতম গতি বিশিষ্ট শেনৰ দৰে সোঁ সোঁৱাই উৰা মাৰিলে। তেওঁ উপস্থিত হোৱাৰ সময়ত বিচক্ষণ প্ৰায়ামৰ পুত্ৰ হেক্টৰ মাটিত পৰি থকা নাছিল। তেওঁ উঠি বহিছিল। সেইমাত্ৰ তেওঁ জ্ঞান পাইছিল আৰু তেওঁক আবৰি থকা বন্ধুবৰ্গক চিনিব পাৰিছিল। ছত্ৰধাৰী জ্যুছে তেওঁৰ সুস্থতা অভিলাষ কৰাৰ সময়ৰপৰাই তেওঁৰ উশাহ নিশাহ স্বাভাৱিক হৈছিল আৰু ঘাম বন্ধ হৈছিল। ধনুৰ্দ্ধৰ এপলোৱে তেওঁৰ ওচৰলৈ গৈ ক'লে, "কুমাৰ হেক্টৰ, সৈন্যবাহিনীৰপৰা আঁতৰি আহি ইয়াত এইদৰে জুপুকা মাৰি বহি আছা কিয়? তুমি আহত হৈছানেকি?"

উজ্জ্বল শিৰস্ত্ৰাণৰ অধিকাৰী হেক্টৰে ক্ষীণ কণ্ঠেৰে ক'লে, "প্ৰভু, আপুনিনো কোন দেৱতা? মোৰপৰা বাতৰি ল'বলৈ কিয়বা আহিছে? ৰণতৰীসমূহৰ বহিৰ্ভাগত শত্ৰুসৈন্য নিপাত কৰি থাকোঁতে বিকট নিনাদকাৰী আয়াছে শিল এটাৰে মোৰ বুকুত আঘাত কৰা কথা আপুনি নাজানে জানো? মোৰ আৰু যুদ্ধ কৰাৰ শক্তি নাছিল। বাস্তৱিকতে আজিৰ এই দিনটোতেই মই শেষ নিশ্বাস

ত্যাগ কৰি হেডিছৰ প্ৰাসাদত প্ৰেতাত্মাসকলৰ সমদলত যোগ দিম বুলিয়েই ভাবিছিলো।"

ধনুৰ্দ্ধাৰী ৰজা এপলোৱে ক'লে, "সাহস সঞ্চয় কৰা, নিচেই কাষতে থাকি তোমাক ৰক্ষা কৰাৰ অভিপ্ৰায়েৰে ক্ৰনছ নন্দনে ইডা পৰ্বতৰপৰা প্ৰেৰণ কৰা মিত্ৰজনৰ ওপৰত আস্থা স্থাপন কৰা। মই সুবৰ্ণ অসিৰ দেৱতা ফিবাছ এপলো। অতীতৰপৰা মই অকল তোমাকে নহয় ট্ৰয় দুৰ্গও ৰক্ষা কৰি আহিছো। এতিয়া উঠা, তোমাৰ অসংখ্য ৰথীসকলক শূন্যগৰ্ভ জাহাজবিলাক ৰখা স্থান পৰ্যন্ত সদৰ্পে আগবাঢ়ি যাবলৈ আদেশ দিয়া। মই আগে আগে গৈ গোটেই পথটো ঘোঁৰাবিলাকৰ কাৰণে সুগম কৰি দিম আৰু একীয়ান বীৰসকলক পলাই যাবলৈ বাধ্য কৰিম।"

এইদৰে কৈ থাকোঁতেই এপলোৱে ট্ৰয়ৰ সেনাপতিজনৰ প্ৰাণত শক্তিৰ সঞ্চাৰ কৰিলে। এতিয়া তেওঁৰ অঙ্গ-প্ৰত্যঙ্গবিলাক পাতল লাগিল আৰু তেওঁ ক্ষিপ্ৰচৰণেৰে দৌৰি যাবলৈ ধৰিলে। দানা দিয়া পাত্ৰ এটাৰ ওচৰত খাই খৈ লোদোৰ পোদোৰ হ'বলৈ বুলি বান্ধি থোৱা ঘোঁৰা এটাই পঘা ছিঙি বিজয় গৰ্বত পথাৰে পথাৰে মনমোহা নদী এখনৰ সচৰাচৰ গা ধোৱা ঘাটলৈ চেকুৰি যোৱাৰ দৰেই তেৰোঁ ঢাপলি মেলিছিল। ঘোঁৰাটোৱে মূৰ জোকাৰে, কেশৰবিলাক কান্ধৰ ফাললৈ উৰি উৰি যায়, নিজৰ সৌন্দৰ্য সি নিজে অনুভৱ কৰে, আৰু সি খুড়াৰে মাটিৰ ধূলি উৰুৱাই ঘূৰীবিলাক থকা ঘাঁহনি পথাৰত উপস্থিত হয়গৈ। এইদৰেই হেক্টৰেও দেৱতাজনৰ কথা শুনি, ৰথীসকলক পৰিচালনা কৰি ৰণক্ষেত্ৰলৈ ধাবিত হৈছিল।

তেতিয়ালৈকে ডানানবিলাকে দলে দলে সুবিন্যস্ত হৈ অবিচলিতভাৱে আগবাঢ়ি আহি আছিল। তেওঁলোকে তৰোৱাল আৰু দুমুখীয়া বৰ্শাৰ সক্ৰিয় ব্যৱহাৰ কৰি আছিল। কিছুমান চহা মানুহে এপাল চিকাৰী কুকুৰ লৈ শিঙাল পহু অথবা বনৰীয়া ছাগলী চিকাৰ কৰোঁতে বিফল মনোৰথ হৈ অন্ধকাৰ হাবিত নাইবা প্ৰচুৰ শিলাখণ্ডৰ মাজত চিকাৰটোৰ সন্ধান হেৰুৱায়; এনেতে সিহঁতৰ চিঞৰ-বাখৰত সাৰ পাই ডাঢ়ীয়া সিংহ এটা বাটতে সিহঁতৰ মুখামুখী হয়। ফলত চিকাৰীৰ দলটো ছেদেলি-ভেদেলি হৈ যায় আৰু চিকাৰৰ কাৰণে সিহঁতৰ অলপো আগ্ৰহ নাথাকে। ডানানবিলাকৰ অৱস্থাও এতিয়া তেনেকুৱাই হ'ল। সৈন্যসকলৰ শৃঙ্খলাবদ্ধ কৰি থকা হেক্টৰৰ দৰ্শন পাই তেওঁলোকে ভয় খালে, তেওঁলোকৰ উৎসাহ উদ্দীপনা তল পৰিল।

এই সন্ধিক্ষণত ডানানসকলক পৰিচালনা কৰাৰ দায়িত্ব পৰিল আন্দ্ৰিমন-

তনয় থোৱাছৰ ওপৰত। ইটলিয়ানসকলৰ ভিতৰত তেওঁ আছিল শ্ৰেষ্ঠ বীৰ, বৰ্শাচালনাত সুনিপুণ এই যোদ্ধাজন হতাহতি যুদ্ধতো পটু আছিল। তদুপৰি তৰ্ক প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰা তৰুণ বক্তাসকলৰ মাজতো তেওঁ আছিল অপৰাজেয়। এতিয়া তেওঁ আগবাঢ়ি আহি বন্ধু-বান্ধৱসকলৰ মঙ্গলৰ কাৰণে যৎপৰোনাস্তি চেষ্টা কৰিলে। তেওঁ চিৎকাৰ কৰি ক'লে, "কি অলৌকিক ঘটনা! আমাৰ কাৰণে নিশ্চয় অবাঞ্ছিত। হেক্টৰে পুনৰ্জীৱন লাভ কৰিছে। আমি যি ভাবিছিলো সেয়েই। টেলামনীয় আয়াছে তেওঁক যমপুৰীলৈ পঠাইছিল। কিন্তু কোনোবা দেৱতাই অনুগ্ৰহ কৰি তেওঁক জীৱনদান দিছে। তেওঁ যেনিবা আমাৰ পক্ষৰ যথেষ্ট মানুহ বধ কৰাহে নাই! আমাৰ মানুহ আৰু মৰিব। বজ্ৰপাণি জ্যুছে এইদৰে নেৰাখিলে হেক্টৰে সমুখৰ শাৰীৰপৰা আমাক ভীতি প্ৰদৰ্শন কৰিবলৈ সক্ষম নহ'লহেঁতেন। আমি এই কাৰ্যপন্থা হাতত ল'ব লাগে বুলি ভাবিছো আৰু আপোনালোক সন্মত হ'ব বুলি মই আশা কৰিছো। আমাৰ অধিকাংশ লোক জাহাজৰ কাষলৈ উভতি যাওক। আমি যিসকলে নিজকে শ্ৰেষ্ঠ বীৰ বুলি বিবেচনা কৰোঁ, সেইসকলে ইয়াতে থাকি সন্মিলিতভাৱে বাধা দিমহঁক। আমাৰ বৰ্শাবিলাক প্ৰস্তুত হৈ থাকিব। তেতিয়াহ'লে আমি হেক্টৰৰ প্ৰথম আক্ৰমণ ওফৰাই দিবলৈ আশা কৰিব পাৰো। তেওঁ আমাক সম্পূৰ্ণ মৰিমূৰ কৰিবলৈ চেষ্টা কৰিব। কিন্তু আমাৰ মুখ্য বাহিনীটো আক্ৰমণ কৰাৰ আগতে তেওঁ এবাৰ থমকি ৰ'ব বুলি মোৰ ধাৰণা হয়।"

এই ৰণকৌশল শীঘ্ৰেই গ্ৰহণ কৰা হ'ল। হেক্টৰ আৰু ট্ৰজানসকলৰ সন্মুখীন হ'বলৈ বাছকবনীয়া বীৰসকল আয়াছ, ৰজা আইডমিনিউছ, টিউছাৰ, মেৰিয়নিছ আৰু ৰণদেৱতাৰ অনুচৰ মেজিছৰ অধীনত সমবেত হ'ল। সৈন্যবাহিনীৰ প্ৰধান অংশটো তেওঁলোকৰ পিছফালেদি জাহাজবিলাকৰ কাষলৈ উভতি গ'ল।

ছিদ্ৰহীনভাৱে ব্যূহ বিন্যাস কৰি ট্ৰজানসকল আহি থাকিল। তেওঁলোকৰ আগে আগে হেক্টৰ ঘোঁৰাত উঠি আহিছিল। কিন্তু তেওঁৰো আগত আছিল ফিৱাছ এপলো। কুঁৱলীয়ে কান্ধলৈকে তেওঁক আৱৰি আছিল। তেওঁৰ হাতত আছিল সেই অজেয় ছত্ৰ, যাৰ ওলমি থকা সূতাৰ ফুলবিলাকৰ চিকমিকনীয়ে সন্ত্ৰাসৰ সৃষ্টি কৰিছিল। শ্ৰেষ্ঠ কাৰিকৰ হিফিষ্টাছে এই ছত্ৰটো জ্যুছক দিছিল মানৱ জাতিক আতঙ্কিত কৰিবৰ কাৰণে। ইয়াকে হাতত লৈ এপলোৱে ট্ৰজান সৈন্য পৰিচালনা কৰি থাকিল।

কিন্তু আৰ্গিভসকলেও মিলিতভাৱে তেওঁলোকৰ কাৰণে অপেক্ষা কৰি থাকিল। দুয়োফালৰপৰাই কাণ তালমৰা শব্দ নিসৃত হ'ল। এতিয়া ধনুৰ্গুণৰ-

পৰা তীৰবিলাক তীব্ৰবেগে নিক্ষিপ্ত হ'বলৈ ধৰিলে। বলিষ্ঠ হাতেৰে চালনা কৰা বৰ্শাবিলাকৰ কিছুমানে লক্ষ্য ভেদ কৰি কোনোবা তৰুণ বীৰৰ শৰীৰত প্ৰবেশ কৰিলে। কিছুমান বেছি দূৰ যাব নোৱাৰি মাটিত পৰিল আৰু তাতে বিদাৰিত ভূমিত বিদ্ধ হৈ ৰ'ল।

ফিবাছ এপলোৰ হাতত থকা ছত্ৰটো যিমান পৰলৈকে স্থিৰভাৱে আছিল, সিমান সময় নিক্ষিপ্ত আৰু প্ৰতিনিক্ষিপ্ত অস্ত্ৰবিলাকে লক্ষ্যভেদ কৰিবলৈ সমৰ্থ হৈছিল আৰু সৈন্যসকলৰ পতন ঘটি আছিল। কিন্তু অন্তিমত সেই ক্ষণটো মিলিল, যেতিয়া তেওঁ অশ্বপ্ৰিয় ডানানসকলৰ মুখলৈ পূৰ্ণদৃষ্টিৰে নিৰীক্ষণ কৰি ছত্ৰটো আন্দোলিত কৰিলে আৰু ভীষণভাৱে চিঞৰি উঠিল। ডানানসকলৰ কলিজা কঁপি উঠিল, তেওঁলোকৰ সাহ-পিত নাইকিয়া হ'ল। ৰখীয়াৰ অনুপস্থিতিত বন্যপশুৰ দ্বাৰা আক্ৰান্ত হৈ ছেদেলি-ভেদেলি হোৱা গৰুৰ জাক বা ভেড়াৰ বৃহৎ পাল এটাৰ দৰে, একীয়ানবিলাক আতঙ্কিত হৈ পলাবলৈ ধৰিলে। স্বয়ং এপলোৱেই তেওঁলোকৰ সাহস আৰু শক্তি হৰণ কৰি ট্ৰজানসকলক জয়যুক্ত কৰিলে।

ট্ৰজানবিলাকে নিজৰ অৱস্থানৰপৰা ওলাই গৈ একীয়ানবিলাকক এটা এটাকৈ আক্ৰমণ কৰিলে। হেক্টৰে আৰ্চিছিলাছ আৰু ষ্টিকিয়াছক বধ কৰিলে। এজন আছিল ব্ৰঞ্জ বিভূষিত থিয়ছীয়ানবিলাকৰ নেতা আৰু আনজন মহান হৃদয় মেনিষ্টিউছৰ অনুগত অনুচৰ। ইতিমধ্যে ইনিয়াছে মিডন আৰু আয়াচাছক হত্যা কৰিলে। মিডন আছিল অইলিউছৰ অবৈধ সন্তান আৰু সেই আপাহতে আয়াছৰ ভ্ৰাতা। কিন্তু নৰহত্যাৰ অপৰাধত তেওঁক নিৰ্বাসিত কৰা হৈছিল। অইলিউছৰ পত্নী, মাহীমাক ইৰিয়পিছৰ আত্মীয় এজনক হত্যা কৰাত তেওঁ ফিলেছীত বাস কৰিব লগা হৈছিল। আয়াচাছ এজন এথেনীয় বিষয়া আছিল, তেওঁৰ পিতা আছিল বুকলাছ-তনয় ফেলাছ। পলিডামাছে মেছিষ্টিউছৰ প্ৰাণ ল'লে আৰু পলাইটিছৰ প্ৰথম আক্ৰমণতে ইকিয়াছ নিহত হ'ল। সদাশয় ইজিনৰে ক্লনিয়াছক নিপাত কৰিলে। অন্যান্য বীৰসকলৰ লগত মিলি যুদ্ধ কৰিবলৈ আগবাঢ়ি আহোঁতে পেৰিছে পিছফালৰপৰা ডেইয়কাছৰ কান্ধৰ ঠিক নামনিতে আঘাত কৰিলে। ব্ৰঞ্জৰ বৰ্শাই তেওঁক শালী পেলালে।

বিজেতাসকলে মৃতদেহবিলাকৰ অস্ত্ৰ-শস্ত্ৰ লুণ্ঠন কৰি থকা সময়ত একীয়ান-বিলাক সম্পূৰ্ণ বিশৃঙ্খল অৱস্থাত গড়খাৱৈ আৰু হেঙাৰ পাৰ হৈ গ'ল। এতিয়া তেওঁলোকে প্ৰাচীৰৰ অন্তৰালত আশ্ৰয় ল'বলৈ বাধ্য হ'ল। তাকে দেখি হেক্টৰে ট্ৰজানসকলক তেজ লাগি থকা অস্ত্ৰ-শস্ত্ৰবিলাক ত্যাগ কৰি জাহাজবিলাকৰ ফালে অগ্ৰসৰ হ'বলৈ উচ্চস্বৰে আদেশ দিলে। তেওঁ আৰু ক'লে, "মোৰ আদেশ

অমান্য কৰি কোনোবা পিছপৰি থাকিলে মই তেওঁক থিতাতে প্ৰাণদণ্ড বিহিম। তদুপৰি তেওঁক আত্মীয়-কুটুম্ব আৰু পত্নীসকলে বিধিমতে সংকাৰ কৰিব নোৱাৰিব। ট্ৰয়নগৰৰ উপকণ্ঠত কুকুৰে তেওঁক চিৰাচিৰ কৰিব।"

এইবুলি কৈ হাতখন বিজুলীবেগেৰে পিছলৈ ঘূৰাই তেওঁ ঘোঁৰাহালক চাবুকেৰে আঘাত কৰিলে। তেওঁৰ তীব্ৰ নিনাদ ট্ৰয়ৰ সৈন্যবাহিনীৰ মাজত মুখৰিত হ'ল। তেওঁৰ ৰথীসকলে হুঙ্কাৰ কৰি তাৰ প্ৰত্যুত্তৰ দিলে, ভীষণ কোলাহল কৰি সকলোটিয়ে অশ্বচালনা কৰিলে। ঘোঁৰা আৰু ৰথসমূহ তেওঁৰ সৈতে একেশাৰীতে যাবলৈ ধৰিলে। তেওঁলোকৰ সন্মুখত ফিবাছ এপলোৱে দেৱতাসুলভ আয়াস হীনতাৰে গভীৰ গড়খাৱৈৰ পাৰবিলাক গুৰিয়াই ভাঙি পানীৰ মাজত পেলাই দিয়াত আহল-বহল বাট এটাৰ সৃষ্টি হ'ল। শক্তি পৰীক্ষাৰ কাৰণে মানুহে এপাট বৰ্শা যিমান দূৰলৈকে মাৰি পঠিয়াব পাৰে, বাটটো সিমানেই প্ৰশস্ত হ'ল। দেদীপ্যমান ছত্ৰ হাতত ধাৰণ কৰা এপলোৰ পৰিচালনাত সৈন্যবিলাক দলে দলে পাৰ হ'বলৈ ধৰিলে। তাৰ পিছত অনুৰূপ স্বচ্ছন্দতাৰে দেৱতাজনে একীয়ানবিলাকৰ গড়টো ভাঙি চূৰমাৰ কৰিলে। সাগৰৰ পাৰত বালিৰ দৌল বান্ধি ৰংমনেৰে উমলি থকা ল'ৰা এটিয়ে ফুৰ্তিতে হাত-ভৰি চলাই বান্ধটো ভাঙি পেলোৱাৰ দৰেই এপলোৱেও গড়টো ভাঙি পেলাইছিল। হে প্ৰভু, এপলো, তুমি এইদৰেই আৰ্গিভবিলাকে ইমান কষ্ট আৰু পৰিশ্ৰমেৰে নিৰ্মাণ কৰা গড়টো ধ্বংস কৰি মানুহবিলাকৰ মনত ত্ৰাসৰ সৃষ্টি কৰিছিলা।

একীয়ানবিলাকে পুনৰায় জাহাজবিলাকৰ ওচৰত উপনীত হৈ তাতে থমকি ৰ'ল। তেওঁলোকৰ ভিতৰত আলোচনা চলিল আৰু প্ৰত্যেকেই ওপৰলৈ হাত তুলি দেৱতাসকলক সকাতৰে প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। তেওঁলোকৰ ভিতৰত জাতিৰ ৰক্ষক স্বৰূপ জিৰেণীয় নেষ্টৰেই সৰ্বাধিক আন্তৰিকতাৰে আৰাধনা কৰিছিল। নক্ষত্ৰ খচিত আকাশৰ ফালে হাত দুখন মেলি দি তেওঁ চিঞৰি চিঞৰি ক'লে, "হে জনক জ্যুছ, আৰ্গছৰ শস্যভূমিত, আমাৰ কোনোবা এজনেও যদি, ষাঁড় বা ভেড়াছাগলীৰ চৰ্বিযুক্ত পীৰা দাহ কৰি, নিৰাপদ প্ৰত্যাবৰ্তনৰ কাৰণে তোমাক মিনতি কৰিছিল আৰু যদি তুমি মূৰ দুপিয়াই তেওঁৰ সেই প্ৰাৰ্থনা মঞ্জুৰ কৰিবলৈ প্ৰতিশ্ৰুত হৈছিলা, হে স্বৰ্গাধিপতি, এতিয়া সেই অঙ্গীকাৰ স্মৰণ কৰা। এই মাৰাত্মক দিনটোৰপৰা তেওঁক উদ্ধাৰ কৰা। আমাক সম্পূৰ্ণৰূপে ছত্ৰভঙ্গ কৰিবলৈ ট্ৰজানবিলাকক সমৰ্থন নকৰিবা।" এইদৰেই নেষ্টৰে প্ৰাৰ্থনা কৰিছিল, আৰু চিন্তাশীল জ্যুছে নেলিউছৰ বয়োবৃদ্ধ পুত্ৰৰ প্ৰাৰ্থনা শুনি দাৰুণ বজ্ৰধ্বনিৰ সৃষ্টি কৰিছিল।

কিন্তু ট্ৰজানসকলে ছত্ৰধাৰী জ্যুছৰ অশনি সংকেত শ্ৰৱণ কৰি নৱ উদ্দীপনাৰে আৰ্গিভবিলাকক আগতকৈয়ো অধিক হিংস্ৰভাৱে আক্ৰমণ কৰিছিল। তৰঙ্গ সৃষ্টি কৰা ধুমুহাৰ দাৰা তীব্ৰবেগে সঞ্চালিত হৈ জাহাজৰ গাত খুন্দা মৰা, মহাসমুদ্ৰৰ অশান্ত উৰ্মিৰ দৰে তেওঁলোকেও ভীষণ নিনাদ কৰি প্ৰাচীৰ পাৰ হৈ প্ৰচণ্ড গতিৰে অগ্ৰসৰ হৈছিল। তেওঁলোকে ঘোঁৰাবিলাকো চেকুৰাই নিছিল আৰু অচিৰে তেওঁলোক তৰীসমূহৰ নিকটবৰ্তী অঞ্চলত হুতাহুতি যুদ্ধত প্ৰবৃত্ত হ'ল। ট্ৰজানবিলাকে ৰথৰপৰা ছুমুখীয়া বৰ্শাৰে আৰু একীয়ানবিলাকে জাহাজৰ ওপৰলৈ বগাই গৈ সমুদ্ৰ যুদ্ধৰ কাৰণে ব্যৱহাৰ কৰা ব্ৰঞ্জৰ জোং লগোৱা দীঘল দীঘল শেলেৰে যুদ্ধ কৰিছিল।

একীয়ান আৰু ট্ৰজানসকলে ৰণতৰীসমূহৰপৰা অলপ আঁতৰত প্ৰাচীৰৰ আশে পাশে যুদ্ধ কৰি থকাৰ সময়ত, পেট্ৰক্লাছে তেওঁৰ কুটীৰত অমায়িক ইউৰিপাইলাছৰ লগত বহি নানা বিষয়ৰ আলোচনাৰে তেওঁক আপ্যায়িত কৰিছিল আৰু তীব্ৰ যন্ত্ৰণা উপশম কৰিবৰ কাৰণে তেওঁৰ গুৰুতৰ ক্ষতবিলাকত মলম লগাই দিছিল। কিন্তু ট্ৰজানবিলাকে জাকে জাকে গড় পাৰ হোৱা আৰু ডানানবিলাকে ভয়ত চীৎকাৰ কৰি পলাই অহা দেখা পাই তেওঁ আৰ্তনাদ কৰি হাতৰ তলুৱাৰে উৰুদেশত আঘাত কৰিলে। তেওঁ আৰ্তভাৱে ক'লে, "ইউৰিপাইলাছ, তোমাৰ অতি প্ৰয়োজন হ'লেও মই আৰু ইয়াত থাকিব নোৱাৰো। আমাৰ সন্মুখত মহা-সঙ্কট সমুপস্থিত। তোমাৰ অনুচৰজনেই তোমাক সেৱা শুশ্ৰূষা কৰক। মই একিলিছৰ ওচৰলৈ যাওঁ আৰু তেওঁ যাতে অনুধাৱণ কৰে তাৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰোঁগে। কোনে ক'ব পাৰে? বন্ধুৰ মতামতৰপৰাও সুফল পাব পাৰি আৰু ভাগ্য অলপ অনুকূল হ'লে মই তেওঁক যুদ্ধ কৰিবলৈ প্ৰবোচিত কৰিব পাৰো।" কথা কোৱা শেষ নোহওঁতেই তেওঁ পদচালনা কৰিলে।

ইতিমধ্যে একীয়ানসকলে ট্ৰজানবিলাকৰ অগ্ৰগতি দৃঢ়ভাৱে প্ৰতিৰোধ কৰিছিল, কিন্তু সংখ্যা গৰিষ্ঠতা সত্বেও শত্ৰুক জাহাজবিলাকৰ কাষৰপৰা খেদাই দিবলৈ তেওঁলোকৰ শক্তি নাছিল। আনহাতে ট্ৰজানবিলাকেও ডানান সৈন্যৰ বেহু ভেদ কৰি জাহাজ আৰু শিবিৰবিলাকৰ কাষ চাপিবলৈ সক্ষম হোৱা নাছিল। যুদ্ধ এভিয়া অলপো হীন-দেড়ি নোহোৱাকৈ সমানে সমানে চলিছিল, এথেনীৰ বিস্তাৰত সুনিপুণভাৱে শিক্ষালাভ কৰা কাৰিকৰ এজনে প্ৰমাণ চাৰৰ কাৰণে জাহাজ এখনৰ কাষ্ঠনিৰ্মিত অংশটোৰ চাৰিওকালে মেৰিয়াই দিয়া জৰী সূতাডালৰ দৰেই উভয় পক্ষৰ সন্মুখৰ শাৰী দুটা অনৰ-অচৰভাৱে স্থিৰ হৈ আছিল।

নিজবাহিনীৰ কেইটামান সৈন্যদলে অন্যান্য জাহাজবিলাকত আক্ৰমণ চলাই থাকোঁতে হেক্টৰ যশস্বী আয়াছৰ ফালে পোনে পোনে আগবাঢ়ি গ'ল আৰু এখন মাত্ৰ জাহাজৰ কাৰণে তেওঁলোকৰ মাজত অৰিয়া অৰি আৰম্ভ হ'ল। হেক্টৰে আয়াছক খেদাই জাহাজখনত অগ্নি সংযোগ কৰিবলৈ বৃথাই চেষ্টা কৰিলে। কিন্তু দেৱতাৰ দ্বাৰা পৰিচালিত হোৱা হেক্টৰকো আয়াছে কোনো পধ্যেই পিছ হঁহকাব নোৱাৰিলে। যি নহওক, যশস্বী আয়াছে অৱশেষত ক্লিটিয়াছ-তনয় কেলিটৰক বধ কৰিবলৈ সমৰ্থ হ'ল। জাহাজৰ ফালে জুই লৈ যাওঁতে আয়াছে তেওঁৰ বুকুত বৰ্শাৰে আঘাত কৰিলে। কেলিটৰৰ সশব্দে পতন ঘটিল আৰু জোৰ কুৰা তেওঁৰ হাতৰপৰা সৰি পৰিল। কলীয়া জাহাজৰ সমুখতে ভায়েকক ভূতলশায়ী হোৱা দেখা পাই হেক্টৰে ট্ৰজান আৰু লিছীয়ানবিলাকক উচ্চৈঃস্বৰে আহ্বান কৰি ক'লে, "ট্ৰজান, লিছীয়ান আৰু সকুল সমৰ প্ৰিয় ডাৰ্ডানীয়সকল, আমি শ'লঠেকত পৰিছো, কিন্তু এখোজো পিছ হুঁহকি নাযাবা। কেলিটৰক উদ্ধাৰ কৰা, নহ'লে জাহাজবিলাকৰ মাজত পৰি থকা অৱস্থাতে একীয়ানবিলাকে তেওঁৰ বৰ্ম-কবচাদি লুণ্ঠন কৰিব।"

এইবুলি কৈয়েই তেওঁ চিকচিকীয়া বল্লম এপাট আয়াছলৈ নিক্ষেপ কৰিলে। কিন্তু লক্ষ্যভ্ৰষ্ট হৈ অস্ত্ৰপাট আয়াছৰ ছাইঠিৰীয় অনুচৰ মষ্টৰৰ পুত্ৰ লাইকফ্ৰণৰ শৰীৰত লাগিল। পবিত্ৰ ছাইঠিৰা দেশত নৰহত্যা কৰি এই মানুহজনে আয়াছৰ লগত বাস কৰিছিলহি। হেক্টৰৰ তীক্ষ্ণ ব্ৰঞ্জাস্ত্ৰ তেওঁৰ কাণৰ ঠিক ওপৰতে মূৰত বিদ্ধ হোৱাৰ সময়ত তেওঁ আয়াছৰ ওচৰতে থিয় হৈ আছিল। জাহাজৰ ওপৰৰপৰা তেওঁ চিৎখাই মাটিত পৰিল আৰু লগে লগে তেওঁ প্ৰাণত্যাগ কৰিলে। ভয়ত শিয়ঁৰি আয়াছে ভায়েকক সম্বোধন কৰি ক'লে, "প্ৰিয় টিউচাৰ, আমি এজন বিশ্বস্ত অনুচৰ হেৰুৱালো। মষ্টৰ পুত্ৰ লাইকফ্ৰণ ছাইঠিৰাৰপৰা আহি আমাৰ লগতে আছিলহি। আমি তেওঁক আই-বোপাইৰ দৰেই জ্ঞান কৰিছিলো। মহান হেক্টৰে তেওঁক এইমাত্ৰ বধ কৰিছে। ফিবাছ এপলোৰপৰা পোৱা তোমাৰ মাৰাত্মক ধেনুশৰ ক'ত?"

টিউছাৰে তেওঁৰ কথা বুজি পাই লৰালৰিকৈ বেঁকা ধেনুখন আৰু পৰিপূৰ্ণ তূণটো লৈ তেওঁৰ কাষ চাপিল। তেওঁ তৎক্ষণাৎ ট্ৰজানবিলাকৰ ফালে শৰ সন্ধান কৰিবলৈ ধৰিলে। পেইছিনৰৰ সম্ভ্ৰান্ত সন্তান আৰু গৰ্বিত পলিডামাছৰ অনুচৰ ক্লেইটাছেই আছিল প্ৰথমজন লোক যাৰ গাত তেওঁৰ কাঁড় লাগিল। হাতেৰে বাঘজৰি ধৰি থকা অৱস্থাতে টিউছাৰে তেওঁক শাগিলে। পদাতিক বাহিনীৰ মাজলৈ ৰথখন চলাই লৈ যোৱাত তেওঁৰ ঘোঁৰাহালে আমনি কৰিছিল, তদুপৰি

সৈন্যবিলাকো বিশৃংখল অৱস্থাত আছিল। তথাপি তেওঁৰ উদ্দেশ্য আছিল হেক্টৰ আৰু ট্ৰজানসকলক পাৰ্যমানে সহায় কৰা। পিছে অতি শীঘ্ৰেই তেওঁ এনে শাস্তি পালে যাৰপৰা কোনো উৎসাহী বন্ধুৱেই তেওঁক উদ্ধাৰ কৰা সম্ভৱপৰ নাছিল। কাৰণ বেদনাৰ নিদাৰুণ ভাৰ বহন কৰি কাড়পাট তেওঁৰ গলধনত প্ৰৱেশ কৰিলে আৰু তেওঁ ৰথচ্যুত হৈ সশব্দে মাটিত থেকেচা খাই পৰিল। তেওঁৰ ঘোঁৰাহালে ভয়খাই আৰোহীহীন ৰথখন লৈ চেকুৰি যাবলৈ ধৰিলে। এই ঘটনা পোন প্ৰথমে পেইছিনৰৰ প্ৰভু পলিডামাছৰ চকুত পৰিল। তেওঁ আগবাঢ়ি গৈ ৰথখন আগচি ধৰিলে। তেওঁ ঘোঁৰাহালৰ সৈতে ৰথখন প্ৰতিয়া গুণী-পুত্ৰ অষ্টিনাছৰ হাতত গতাই দিলে। তেওঁ সতৰ্কতাৰে বাসুহজনক দঢ়াই দঢ়াই ক'লে যাতে তেওঁ তেওঁৰ গতিবিধিলৈ লক্ষ্য ৰাখি ৰথখন বিচৰা মাত্ৰকে পাৰ পৰাকৈ ওচৰতে ৰাখে। তাৰ পিছত তেওঁ প্ৰথম শাৰীত থকা নিজৰ অৱস্থানলৈ উভতি গ'ল।

টিউছাৰে পিছৰ পাটশৰ ব্ৰঞ্জ বিভূষিত হেক্টৰৰ ফালে টোঁৱালে, বিজয় গৌৰৱৰ এই বিশেষ মুহূৰ্তত হেক্টৰক শৰবিদ্ধ কৰি নিহত কৰিব পৰা হ'লে একীয়ান তৰীসমূহৰ ওচৰত চলি থকা যুদ্ধৰ অৱসান হ'লহেঁতেন। কিন্তু জ্যুছৰ চকুত ধূলি দিয়া সহজ কথা নহয়। তেওঁ হেক্টৰৰ তত্বাৱধান লৈ আছিল আৰু টেলামন-তনয় টিউছাৰৰ প্ৰতিও দৃষ্টি ৰাখিছিল — তেওঁ লক্ষ্য স্থিৰ কৰি থাকোঁতেই শক্তিশালী ধেনুখনৰ পাক খাই থকা গুণডাল ছিগি গ'ল আৰু এইদৰেই জ্যুছে তেওঁক জয়োল্লাসৰপৰা বঞ্চিত কৰিলে। ব্ৰঞ্জৰ জোংলগা কাড়পাট বেঁকা হৈ কেনিবাদি গ'ল আৰু ধেনুখনো তেওঁৰ হাতৰপৰা সৰি পৰিল। ভয়ত কঁপি কঁপি টিউছাৰে ককায়েকৰ ফালে চাই শপত-শাতি খাই বিহ্বলভাৱে ক'লে, "আমি যিহকে কৰিবলৈ যত্ন কৰিছো কিবা এটা অশুভ শক্তিয়ে তাতে বিঘিনী ঘটাইছে। সেই শক্তিৰ প্ৰভাৱত আজি পুৱাতে মাত্ৰ লগোৱা নতুন গুণডাল ছিগি থাকিল আৰু ধেনুখনো মোৰ হাতৰপৰা সৰি গ'ল। অথচ মই বহুতো কাঁড় মাৰিব পাৰিম বুলি আশা কৰিছিলো।"

টেল্যামন-তনয় মহান আয়াছে ক'লে, "বাৰু বন্ধু, তুমি ইমানতে তীৰ-ধনু সামৰি থোৱাই ভাল, কাৰণ কোনোবা দেৱতাই আমাৰ প্ৰতি বিৰক্ত হৈ সেই সোপা একেবাৰে অলাগতিয়াল কৰি পেলাইছে। তাৰ বদলি দীঘল বৰ্শা এপাট হাতত লৈ ঢাল এখন কান্ধত আৰি লোৱা আৰু সেইদৰেই শত্ৰুৰ সন্মুখীন হৈ আমাৰ সৈন্যসকলক পৰিচালনা কৰি যোৱা। ট্ৰজানবিলাকে আমাক খেদুৱাইছে হয়, পিছে তথাপি আমি অন্ততঃ কেনেকৈ যুদ্ধ কৰিব পাৰো সিহঁতক দেখুৱাই দিম। আমাৰ সুদৃঢ় জাহাজবিলাকৰ কাৰণে সিহঁতে বাৰকৈয়ে এসেকা পাব।"

ইয়াকে শুনি টিউছাৰে ধেনুখন শিবিৰলৈ লৈ গৈ সামৰি থলে আৰু কান্ধত চাত্ৰাৰ চাৰিতৰপীয়া ঢাল এখন আৰি ল'লে। মজবুত শিৰস্ত্ৰাণ এটা বলিষ্ঠ শিৰত পিন্ধি ল'লে। শিৰস্ত্ৰাণটোৰ চূড়াৰপৰা ঘেঁাৰা নোমৰ পাখি ভয়ানকভাৱে লৰচৰ কৰি আছিল। তাৰ পিছত ব্ৰঞ্জৰ চোকা জোং লগোৱা শক্তিশালী বৰ্শা এপাট হাতত লৈ তেওঁ লৰি গৈ খন্তেকতে আয়াছৰ ওচৰ পালেগৈ।

টিউছাৰে ধনুশৰ চলোৱাত কিবা এটা বিঘিনী ঘটা দেখা পাই হেক্টৰে লিছীয়ান আৰু ট্ৰজান সৈন্যসকলক উদ্দেশ্য কৰি চিঞৰি চিঞৰি ক'লে, "ট্ৰজান, লিছীয়ান আৰু সন্মুল সমৰ প্ৰিয় ডাৰ্ডানীয় বন্ধুসকল, প্ৰকৃত পুৰুষৰ দৰে এই শূন্যগৰ্ভ তৰীসমূহৰ কাষত বীৰত্বৰ পৰিচয় দিয়াহঁক। মই নিজ চকুৰে দেখিছো, তেওঁলোকৰ শ্ৰেষ্ঠ বীৰ এজনে শৰ সন্ধান কৰোঁতে জ্যুছে কেনেকৈ প্ৰতিবন্ধকৰ সৃষ্টি কৰিছে। জ্যুছে যে আমাক সহায় কৰিছে তাত অলপো সন্দেহ নাই। তেওঁ যিটো পক্ষই যুদ্ধত জয় লাভ কৰাৰ পৰিকল্পনা কৰিছে আৰু যিটো পক্ষৰ অথন্তৰ সৃষ্টি কৰিবলৈ তেওঁ অভিলাষ কৰিছে, সেই দুয়োটা পক্ষৰ কাৰণেই কথাটো স্পষ্ট কৰি তুলিছে। তেওঁ কেনেকৈ আৰ্গিভবিলাকৰ প্ৰতিৰোধ শক্তিৰ অৱসান ঘটাই আমাৰ পক্ষ সমৰ্থন কৰিছে লক্ষ্য কৰাহঁক। তেনেহ'লে তোমালোকে ঐক্যবদ্ধভাৱে জাহাজবিলাক আক্ৰমণ কৰা। তোমালোকৰ কোনো এজনৰ যদি বৰ্শা বা শৰৰ আঘাতত নিহত হোৱা কপালত আছে, তেনেহ'লে তেওঁক মৃত্যুবৰণ কৰিবলৈ দিয়া। তেওঁ দেশৰ কাৰণেই প্ৰাণ বিসৰ্জন দিব আৰু সেই মৃত্যু অসম্মানজনক নহয়। একীয়ানবিলাকে এবাৰ যদি ইয়াৰপৰা নিজৰ ঘৰলৈ বুলি সাগৰত পাৰি দিয়ে তেনেহ'লে তেওঁৰ পুত্ৰ-পৰিবাৰ, ঘৰখন আৰু মাটিডৰা নিৰাপদ হ'ব।"

এইদৰেই হেক্টৰে সৈন্যসকলক উৎসাহিত কৰি প্ৰত্যেককে অনুপ্ৰাণিত কৰিছিল। ইফালে আয়াছেও অনুৰূপ কাৰ্যকে কৰিছিল। তেওঁ অনুগামী-সকলক সম্বোধন কৰি কৈছিল, "আৰ্গিভসকল, নিজৰ কৰ্তব্য স্মৰণ কৰা। আজি আমি হয় ইয়াতে মৰি জাহ যাম নহয় জাহাজবিলাক ৰক্ষা কৰি বাচি থাকিব পাৰিম ; তাৰ বাহিৰে আমাৰ অন্য গতি নাই। উজ্জ্বল শিৰস্ত্ৰাণৰ গৰাকী হেক্টৰে যদি জাহাজবিলাক কেনেবাকৈ অধিকাৰ কৰিব পাৰে, তেনেহ'লে তোমালোকে খোজকাঢ়ি ঘৰ ওলাবগৈ পাৰিবা বুলি ভাবানে? তেওঁ জাহাজবিলাকত জুই লগাই দিবলৈ উচপিচাই আছে—তেওঁ সমস্ত সৈন্যবাহিনীটো অগ্ৰসৰ হ'বলৈ নিৰ্দেশ দিয়া শুনা নাইনে? মোৰ কথা বিশ্বাস কৰা, তেওঁ তেওঁলোকক নৃত্য কৰিবলৈ নিমন্ত্ৰণ কৰা নাই। তেওঁ তেওঁলোকক সংগ্ৰামৰ কাৰণে পৰিচালনা কৰিছে। আমি সকলো কৰিব লাগিব যে আমি প্ৰত্যেকে প্ৰত্যেকৰ লগত হতাহাতি

যুদ্ধ কৰাৰ বাহিৰে গত্যন্তৰ নাই। আমি মৰোৱেই বা বাচোৱেই, জাহাজৰ কাষৰ এই দীঘলীয়া ৰণখনত দুৰ্বলভাৱে যুঁজ কৰি অপেক্ষাকৃতভাৱে শক্তিহীন শত্ৰুৰ দ্বাৰা নিস্পেষিত হৈ তিলতিলকৈ মৰাতকৈ আজিয়েই স্থায়ীভাৱে কিবা এটা নিষ্পত্তি কৰা একান্ত প্ৰয়োজন।"

আয়াছৰ এই সনির্বন্ধ মিনতিত সৈন্যসকলে নৱজীৱন লাভ কৰিলে। এনে সময়তে হেক্টৰে পেৰিমিডিছ পুত্ৰ, ফচিয়ান সামন্ত ছিদিয়াছক বধ কৰিলে। আয়াছে এন্টিনৰৰ সম্ভ্ৰান্ত সন্তান, পদাতিক বাহিনীৰ সেনাপতি লাওডমাছক হত্যা কৰিলে। গৰ্বিত ইপিয়ানসকলৰ নেতা আৰু ফিলিউছ-নন্দন মেজিছৰ বন্ধু ছিলেনীয় অটাছক পলিডামাছে নিপাত কৰিলে। এই দৃশ্য দেখা পাই মেজিছে জঁাপ মাৰি পলিডামাছক আক্ৰমণ কৰিলে, কিন্তু পলিডামাছে থিতাতে তললৈ হাউলি দিয়াত সেই আক্ৰমণ ব্যৰ্থ হ'ল। পেন্থাছ-পুত্ৰক ৰণৰ সমুখ ভাগতে সেইদৰে নিহত হ'বলৈ এৰি দিয়া এপালোৰ অভিপ্ৰেত নাছিল। লক্ষ্যভ্ৰষ্ট হৈ মেজিছে ক্ৰিছমাছৰ বুকুত বৰ্শা বুলবাই দিলে। ক্ৰিছমাছ সশব্দে ধৰাশায়ী হ'লত মেজিছে তেওঁৰ গাৰপৰা বৰ্ম-কবচাদি সোলোকাই ল'বলৈ তৎপৰ হ'ল। কিন্তু সেই অৱস্থাতেই তেওঁক ডলপে আক্ৰমণ কৰিলে। তেওঁ সুনিপুণ বৰ্শাচালক আছিল। এই মানুহজন আছিল লাওমিডন-পুত্ৰ লেম্পাছৰ কৃতী সন্তান আৰু অভিজ্ঞ যোদ্ধা। নিচেই কাষৰপৰা আক্ৰমণ কৰি তেওঁ বৰ্শাৰে মেজিছৰ ঢালখনৰ সোঁমাজতে বিদীৰ্ণ কৰিলে। কিন্তু মেজিছে পৰিধান কৰা ধাতব ফলকযুক্ত সুদৃঢ় কবচখন যথেষ্ট কামত লাগিল। তেওঁৰ পিতাক ফিলিউছে এই কবচখন সংগ্ৰহ কৰিছিল চেলীছ নদীৰ পাৰত থকা ইফায়াৰ প্ৰদেশৰপৰা। ৰজা ইফিটিছে তেওঁক ইয়াকে উপহাৰ দিছিল, যাতে তেওঁ যুদ্ধলৈ গ'লে শত্ৰুৰপৰা ৰক্ষা কৰিব পাৰে। এতিয়া কবচখন আকৌ কামত লাগিল। ই তেওঁৰ পুত্ৰেককো মৃত্যুৰ মুখৰপৰা ৰক্ষা কৰিলে।

তীক্ষ্ণ বৰ্শা নিক্ষেপ কৰি মেজিছে প্ৰত্যুত্তৰ দিলে। বৰ্শাপাট ডলপৰ ধাতব শিৰস্ত্ৰাণৰ শীৰ্ষত আঘাত কৰাত ঘোঁৰা নোমৰ পাখিবোৰ সম্পূৰ্ণভাৱে এৰাই গ'ল। নতুনকৈ ৰঙা ৰঙেৰে বোলোৱা, চিকমিকীয়া গোটেই অলঙ্কাৰবোৰ মাটিত খহি পৰিল। কিন্তু ডলপে তেতিয়াও বিজয়ৰ আশা এৰি দিয়া নাছিল। তেওঁ দৃঢ়ভাৱে যুদ্ধং দেহি মনোভাৱেৰে থিয় হৈ থাকিল। কিন্তু এটা কথা তেওঁ লক্ষ্য নকৰিলে। ইতিমধ্যে মেজিছৰ সাহায্যাৰ্থে মনে মনে আহি দুৰ্দান্ত মেনিলাছ হাতত বৰ্শা লৈ তেওঁৰ কাষত উপস্থিত হ'ল। মেনিলাছে পিছফালৰপৰা তেওঁৰ কান্ধত ইমান জোৰেৰে আঘাত কৰিলে যে জোকোপ বৰ্শাপাটৰ আগটো বাহুদেশ

বিদীর্ণ কৰি বুকুৰেদি বাহিৰ হ'ল। ডলপ্সৰ পতন ঘটিল; মেনিলাছ আৰু মেজিছে তেওঁৰ গাত থকা ব্ৰঞ্জৰ বৰ্ম-কৱচাদি খুলি ল'বলৈ খৰখেদা লগালে।

হেক্টৰে সম্বন্ধীয়া লোকসকলক সন্মিলিত হ'বলৈ আহ্বান জনালে। তেওঁ সকলোকে অনুৰোধ কৰিছিল যদিও হিছিটাওন -তনয় পৰাক্ৰমী মেলানিপ্পাছক অকলশৰীয়াকৈ বাছি লৈ ভৰ্ৎসনা কৰিলে। যুদ্ধ আৰম্ভ হোৱাৰ আগতে এই মানুহজন পাৰ্কটত বাস কৰিছিল। তাতে তেওঁ গবাদি পশুপালন কৰিছিল। কিন্তু সাগৰৰ ঢৌত আন্দোলিত হৈ অহা নৌবাহিনীসহ ডানানসকল উপস্থিত হ'লত তেওঁ ইলিয়ামলৈ আহি ট্ৰজানসকলৰ মাজত এক বিশিষ্ট স্থান অধিকাৰ কৰিলে। তেওঁ প্ৰায়ামৰ লগতে আছিল আৰু ৰজায়ো তেওঁক নিজৰ সন্তানৰ দৰে মৰম-চেনেহ কৰিছিল। হেক্টৰে খঙত তেওঁক চিঞৰি চিঞৰি ক'লে,"মেলানিপ্পাছ, আমি এইদৰে হাত সাবটি থাকিলেই হ'বনে? তোমাৰ আত্মীয় ডলপ্সৰ শত্ৰুৰ হাতত মৃত্যু হৈছে, তোমাৰ তাৰ কাৰণে অলপো দুখ লগা নাইনে? তেওঁৰ অস্ত্ৰ-শস্ত্ৰ শত্ৰুৱে লুণ্ঠন কৰা তোমাৰ দৃষ্টিগোচৰ হোৱা নাই? এতিয়া মোক অনুসৰণ কৰা। আমি আৰু বেছি পৰ অবাবত কটাব নোৱাৰো। আৰ্গিভবিলাকৰ বিলোপ সাধন কৰিব নোৱাৰা পৰ্যন্ত আমি সিহঁতৰ লগত ৰণ কৰি যাব লাগিব, নহ'লে সিহঁতে ইলিয়াম ছাৰখাৰ কৰি নগৰবাসীসকলক নিৰ্মূল কৰিব।" এইবুলি কৈ হেক্টৰ আগবাঢ়িল আৰু সাহসী মেলানিপ্পাছে তেওঁৰ পিছে পিছে যাবলৈ ধৰিলে।

ইতিমধ্যে টেলামন-তনয় আয়াছে আৰ্গিভসকলক উদগনি দি আছিল। তেওঁ চিঞৰি চিঞৰি কৈছিল, "বন্ধুসকল, প্ৰকৃত মানুহৰ দৰে নিজৰ সন্মানৰ কথা ভাবি চোৱাহঁক। ইজনে সিজনৰ চকুত হেয় হোৱাৰ বাহিৰে আন একোলৈকে ভয় নকৰিবা। যেতিয়া সৈনিকসকল অপযশৰ কাৰণে শঙ্কিত হৈ পৰে, তেতিয়া তেওঁলোকৰ বেছি ভাগেই মৰণৰপৰা ৰক্ষা পৰে। পলায়ন কৰিলে মোক্ষ লাভ নহয়, বৰং অপযশৰহে ভাগী হ'ব লগা হয়।" আত্মৰক্ষাৰ কাৰণে আৰ্গিভসকলে যদিও ইমানখিনি উচতনিৰ প্ৰয়োজন বোধ কৰা নাছিল, তথাপি তেওঁলোকে এই কথা মৰ্মে মৰ্মে উপলব্ধি কৰিলে আৰু ব্ৰঞ্জৰ পৰিবেষ্টনীয়ে জাহাজবিলাক আবৰি ধৰিলে। কিন্তু জ্যুছে তেতিয়াও ট্ৰজানবিলাকক আক্ৰমণ কৰিবলৈ প্ৰৰোচিত কৰি আছিল।

এনে মুহূৰ্ততে ভৈৰবনাদী মেনিলাছে এণ্টিলকাছৰ আগত অসীম সাহসী কাৰ্য এটাৰ কথা উল্লেখ কৰিবলৈ মন মেলিলে। তেওঁ ক'লে, "এণ্টিলকাছ, তোমাতকৈ কমবয়সীয়া লোক ইয়াত কোনো নাই। তদুপৰি ক্ষিপ্ৰ পদচাৰী

হিচাপে আৰু শৌৰ্য-বীৰ্যত তুমি অদ্বিতীয়। তুমি আক্ৰমণ কৰি ট্ৰজান সৈন্য এটা বধ কৰিবলৈ সচেষ্ট নোহোৱা কিয়?” মেনিলাছ ততাতৈয়াকৈ আঁতৰি গ'ল, কিন্তু তেওঁ এন্টিলকাছক নিজৰ যোগ্যতা প্ৰতিপন্ন কৰিবৰ কাৰণে যথেষ্ট সকীয়াই গ'ল। তেওঁ সমুখৰ শাৰীৰপৰা ক্ষিপ্ৰ গতিৰে পদক্ষেপ কৰি লৰালৰিকৈ চাৰিওকালে দৃষ্টিপাত কৰিলে আৰু চিকমিকীয়া বৰ্শাপাট মাৰি পঠিয়ালে। তেওঁ নিক্ষেপ কৰা বৰ্শাৰপৰা ৰক্ষা পাবলৈ ট্ৰজানবিলাকে তৰিৎ গতিৰে পিছ হুঁহুকিল। কিন্তু তেওঁৰ নিক্ষেপ অথলে নগ'ল। সেই সময়ত মেলানিপ্পাছ ৰণলৈ আগবাঢ়ি আহিছিল। গৰ্বিত হিছিটাওন-পুত্ৰৰ বক্ষদেশৰ স্তনাগ্ৰৰ ওচৰতে বৰ্শাপাট বিদ্ধ হ'ল। মেলানিপ্পাছ সশব্দে বাগৰি পৰিল আৰু তেওঁৰ নয়নলৈ অন্ধকাৰ নামি আহিল। আশ্ৰয় স্থলৰপৰা ওলাই আহোতেই চিকাৰী এজনে সৌভাগ্যবশতঃ বধ কৰা, শৰাহত হৰিণী এজনীৰ ওপৰত চিকাৰী কুকুৰ এটা জঁপিয়াই পৰাৰ দৰে এন্টিলকাছো তেওঁৰ ওপৰত জঁপিয়াই পৰিল। মেলানিপ্পাছ, তোমাৰ অস্ত্ৰ-শস্ত্ৰ লুণ্ঠন কৰিবৰ কাৰণে এইদৰেই নিৰ্ভীক এন্টিলকাছ তোমাৰ ওপৰত জঁপিয়াই পৰিছিল। কিন্তু সদাশয় হেক্টৰে তেওঁৰ এই কৰ্ম দেখা পাই সেই বিশৃঙ্খল অৱস্থাৰ মাজেদিয়েই তেওঁক আক্ৰমণ কৰিবলৈ লৰি আহিল। সাহসৰ অভাৱ নাছিল যদিও এন্টিলকাছে তেওঁৰ আগত থিয় হৈ থাকিবলৈ সাহ পোৱালৈ বৈ নেথাকিল। বনৰীয়া জন্তু এটাই গৰু-ম'হৰ পাল এটাৰ তত্বাৱধানত থকা কুকুৰ বা বখীয়া এজনক বধ কৰাৰ নিচিনা সাংঘাতিক কাম এটা কৰাৰ পিছত বহুত মানুহ গোট খাই তাক খেদি যোৱাৰ আগতেই তৰা-নৰা ছিঙি পলাই যোৱাৰ দৰেই তেওঁ ভয়তে আঁতৰি গ'ল। এইদৰেই নেষ্টৰ-নন্দনে পলায়ন কৰিছিল আৰু তেওঁৰ পিছে পিছে হেক্টৰ আৰু ট্ৰজানবিলাকে ভয়ঙ্কৰ নিনাদ কৰি অস্ত্ৰ-শস্ত্ৰ নিক্ষেপ কৰিছিল। কিন্তু নিজৰ দলটোৰ ওচৰত উপস্থিত হোৱাৰ লগে লগেই তেওঁ পুনৰ ৰেখ পাতি থিয় হ'ল।

ট্ৰজানবিলাকে এতিয়া মাংসভোজী সিংহৰ দৰেই জাহাজবিলাকৰ ওপৰত আক্ৰমণ চলালে। জ্যুছেই তেওঁলোকৰ এই কৰ্তব্য নিৰ্ধাৰিত কৰিছিল। তেওঁ ট্ৰজানবিলাকৰ হিংস্ৰতা তীব্ৰ কৰি তুলিছিল। সাফল্যৰপৰা বঞ্চিত কৰি আৰু শত্ৰুক সাহসেৰে অনুপ্ৰাণিত কৰি জ্যুছে আৰ্গিভসকলক একেবাৰে উৎসাহহীন কৰিছিল। যাতে চকাইটুটিয়া জাহাজবিলাক জ্বলাই দিব পাৰে, তাৰ কাৰণে হেক্টৰৰ হাতত সকলো শক্তি ন্যস্ত কৰিবলৈ তেওঁ কৌশল কৰি আছিল। [illegible] [illegible] কাৰী এইদৰেইহে পূৰণ কৰিব পাৰিব বুলি পৰিকল্পনাবিলাসী জ্যুছে চিন্তা কৰিছিল। সেইকাৰণে তেওঁ জাহাজ [illegible] অগ্নিভূত নোহোৱালৈকে [illegible] [illegible]।

আছিল। তেওঁৰ অভিপ্ৰায় আছিল, সেই মুহূৰ্তৰপৰাই ডানানবিলাক জয়যুক্ত হৈ ট্ৰজানবিলাকক জাহাজৰ কাষৰপৰা পিছ হোঁহকাই পঠিয়াব। এইবিলাক গুণা-গঁথা কৰিয়েই তেওঁ প্ৰায়াম-পুত্ৰ হেক্টৰক শূন্যগৰ্ভ জাহাজবিলাক আক্ৰমণ কৰিবলৈ উচতাই আছিল। অৱশ্যে হেক্টৰৰ যে যথেষ্ট আগ্ৰহৰ অভাৱ আছিল এনে নহয়। হাতত বৰ্শাধাৰণ কৰা ৰণদেৱতাৰ দৰে নাইবা পাহাৰৰ গভীৰ আৰু অটব্য অৰণ্য দাহ কৰা দাবানলৰ দৰেই তেওঁ জ্বলন্ত ৰূপ ধৰিছিল। তেওঁৰ মুখত ফেন লাগি আছিল, ভ্ৰূ কুঞ্চিত হোৱাত নয়ন যুগলৰ দৃষ্টি অগ্নিময় হৈছিল, আনকি যুদ্ধ কৰি থকাৰ সময়ত শিৰত সঞ্চালিত হৈ থকা শিৰস্ত্ৰাণটোৱেও বিভীষিকাৰ সূচনা কৰিছিল। তেওঁৰ সহযোগী আছিল স্বয়ং স্বৰ্গাধিপতি জ্যুছ। সেই জনসমুদ্ৰৰ মাজৰপৰা অতুলনীয় সন্মান লাভ কৰিবৰ কাৰণে একমাত্ৰ তেৱেঁই নিৰ্বাচিত হৈছিল। কাৰণ অদূৰ ভৱিষ্যততেই তেওঁৰ মৰণ নিৰ্দিষ্ট হৈ আছিল। পেলিউছৰ পৰাক্ৰমী পুত্ৰৰ হাতত তেওঁৰ পতন ঘটিব লগা মাৰাত্মক দিনটো পাল্লাছ এথেনীয়ে ইতিমধ্যে অতি নিকটবৰ্তী কৰি তুলিছিল।

হেক্টৰৰ অভিপ্ৰায় আছিল শত্ৰুৰ বেহু ভেদ কৰা। য'তেই তেওঁ অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত সেনাসকলক দেখা পাইছিল, আৰু যি ঠাইতেই তেওঁলোকৰ সংখ্যা অত্যাধিক আছিল, তাতেই তেওঁ সেই চেষ্টা কৰিছিল। কিন্তু প্ৰচণ্ড প্ৰচেষ্টা সত্ত্বেও তেওঁ প্ৰবেশ কৰিব নোৱাৰিলে। প্ৰস্তৰ নিৰ্মিত প্ৰাচীৰৰ দৰেই তেওঁলোক অচল অটলভাৱে থিয় হৈ থাকিল। বিকট আৰ্তনাদ কৰি বলা বলিয়া বতাহ নাইবা নামনিত গুজৰি থকা প্ৰকাণ্ড ঢৌৰ আক্ৰমণলৈ ভ্ৰূক্ষেপ নকৰি, ধূসৰ সমুদ্ৰৰ সৈকতত স্থিৰভাৱে থকা দুৰাৰোহ পৰ্বতৰ দৰেই তেওঁলোক অলপো আলোড়িত হোৱা নাছিল। পলায়নৰ সকলো চিন্তা পৰিত্যাগ কৰি ডানানসকলে দৃঢ়ভাৱে ট্ৰজানসকলক প্ৰতিৰোধ কৰিছিল।

অৱশেষত, মস্তকৰপৰা পদদ্বয় পৰ্যন্ত প্ৰদীপ্ত হৈ হেক্টৰ তেওঁলোকৰ মাজত প্ৰবিষ্ট হ'ল। পচোৱা বতাহৰ আঘাতত, উৰন্ত মেঘৰ তলেদি তীব্ৰ গতিৰে ধাৱমান ঢৌ এটাৰ ছবি কল্পনা কৰক। সি সুদৃঢ় জাহাজ এখনত খুন্দা মাৰে। জাহাজখন ফেনেৰে ঢাক খাই পৰে। বিক্ষুব্ধ বতাহে পালখনত প্ৰচণ্ড আঘাত কৰে। নাবিকসকল কাণে কাণ মাৰিছে বক্সা পৰে, তেওঁলোক ভয়ত কঁপি উঠে। এইদৰেই হেক্টৰে একীয়ানবিলাকক আক্ৰমণ কৰি তেওঁলোকক সন্ত্ৰস্ত কৰি তুলিছিল।

পানীৰ কাষত বিস্তীৰ্ণ ঘাঁহনি পথাৰত চৰি থকা শ শ গৰু-ম'হে, ভয়ঙ্কৰ সিংহ এটা ওলালে ভয়ত আগ পাছ নুগুণি চেকুৰ মেলাৰ দৰেই . সিঁহতেও দুৰন্তজন

দিছিল। গৰু-ম'হ মৰা জন্তু ওলালে কি কৰিব লাগে সেই বিষয়ে সম্যক অভিজ্ঞতা নথকা গৰখীয়াজনে আগকালে বা পাছকালে চাই থাকোঁতেই সিংহটোৱে পালটোক মাজভাগতে আক্ৰমণ কৰে আৰু পশু এটা বধ কৰি ভক্ষণ কৰে। ঠিক সেইদৰে হেক্টৰ আৰু জনক ফ্ৰুছে ডানানবিলাকক পলাবলৈ বাধ্য কৰিছিল, আৰু ই আছিল এক অলৌকিক ঘটনা—কাৰণ হেক্টৰে মাত্ৰ এজন ডানানকহে বধ কৰিবলৈ সক্ষম হৈছিল।

তেওঁৰ বলি হৈছিল কপ্ৰিউছ পুত্ৰ পেৰিফিটিছ নামৰ মিছিনী দেশীয় এজন লোক। ৰজা ইউৰিষ্টিউছৰ নিৰ্দেশ পৰাক্ৰমী হেৰাক্লিছলৈ প্ৰেৰণ কৰাৰ কাৰণে কপ্ৰিউছে মধ্যস্থতা কৰিছিল। কিন্তু পেৰিফিটিছ অকামিলা পিতাকতকৈ বহুগুণে শ্ৰেষ্ঠ আছিল। সকলো বিষয়তে তেওঁ সুনিপুণ আছিল, তেওঁ আছিল ক্ষিপ্ৰধাৱক, সুযোগ্য যোদ্ধা আৰু মিছিনীৰ এজন অতিশয় কাৰ্যদক্ষ পুৰুষ। এই মানুহজনৰ প্ৰকৃত যোগ্যতাৰ কাৰণেই তেওঁৰ বিজেতাৰো গৌৰব বাঢ়িল। পলাবলৈ উপক্ৰম কৰোঁতেই তেওঁ অস্ত্ৰাঘাত প্ৰতিৰোধ কৰিবৰ কাৰণে ব্যৱহাৰ কৰা আৰু প্ৰায় ভৰিলৈকে জুৰি থকা ঢালখনত উজুটি খালে আৰু ভাৰসাম্য হেৰুৱাই পিছফালে মাটিত লুটিখাই পৰিল। মাটিত পৰোতে খুন্দা খাই তেওঁৰ শিৰস্ত্ৰাণটো ৰনৰনাই উঠাত তেওঁ হেক্টৰৰ চকুত পৰিল। হেক্টৰে একেলৰে তেওঁৰ ওচৰ চাপি বৰ্চাপাট তেওঁৰ বুকুত বহুৱাই দিলে আৰু বন্ধু-বান্ধৱৰ চকুৰ আগতে তেওঁক হত্যা কৰিলে। তেওঁৰ মৃত্যু বিভীষিকা দৃষ্টিগোচৰ হোৱা সত্ত্বেও সঙ্গীসকলে তেওঁৰ প্ৰতি কিঞ্চিৎ সাহায্যও আগবঢ়াব নোৱাৰিলে, কাৰণ মহান হেক্টৰে সকলোকে আতঙ্কিত কৰিছিল।

অতি শীঘ্ৰে আৰ্গিভবিলাকে জাহাজত আশ্ৰয় ল'লেহি। প্ৰথম শাৰীত থকা জাহাজৰ উপবিভাগৰ আৱৰণে তেওঁলোকক নিৰাপত্তা দিছিল। কিন্তু লগে লগে ট্ৰজানবিলাকো দলে দলে তাত প্ৰবেশ কৰাত তেওঁলোকে সন্মুখৰ শাৰী পৰিত্যাগ কৰি নিচেই কাষতে থকা কুটীৰবিলাকত সোমাবলৈ বাধ্য হ'ল। ছাউনীৰ মাজত ছেদেলি-ভেদেলি নোহোৱাকৈ তাতে তেওঁলোকে স্থিৰভাৱে ৰ'ল। এইদৰে মাউখে থকাৰ মূলতে আছিল তেওঁলোকৰ লজ্জা আৰু সম্মান আৰু পৰস্পৰৰ অভিযোগ বিনিময়। জাতিৰ ৰক্ষক জিৰেনীয় নেষ্টৰে তেওঁলোকক বেলেগ বেলেগে পৰামৰ্শ দিছিল, আন কোনেও তেনে কৰা নাছিল। তেওঁ প্ৰতিজন যোদ্ধাকেই পিতাকৰ পদবীৰে সম্বোধন কৰি গোহাৰি জনাইছিল। তেওঁ কৈছিল, "বন্ধুসকল, নিজকে মানুহ বুলি পৰিচয় দিবলৈ চেষ্টা কৰা। আনকাক তোমালোকৰ যি মান সৌৰৱ আছে, সেই কথা চিন্তা কৰা। তোমালোকৰ স্ত্ৰী আৰু পৰিয়ালবৰ্গৰ কথা...

সা-সম্পত্তিৰ কথা, আৰু জীৱিত বা মৃতই হওক তোমালোকৰ পিতা-মাতাৰ কথা চিন্তা কৰি চোৱা। অন্ততঃ দূৰ দূৰণিত থকা তোমালোকৰ প্ৰিয়জনৰ নামত মই তোমালোকক মিনতি কৰিছো—পলাই নাযাবা, স্থিৰভাৱে থাকাহঁক।"

নেষ্টৰৰ সনিৰ্বন্ধ আবেদনত প্ৰতিজন লোক উৎসাহিত হ'ল। তেওঁলোকক আবৰি থকা অস্বাভাৱিক কুঁৱলীও এথেনীয়ে অপসৃত কৰিলে। তেওঁলোকৰ আগে পিছে দুয়োদিশতে এতিয়া দিনৰ পোহৰ পৰিল ; তেওঁলোকৰ পিছফালে আছিল ৰণ-তৰীসমূহ আৰু সন্মুখত চলি আছিল অমীমাংসিত সংগ্ৰাম। সিংহনাদী হেক্টৰ আৰু তেওঁৰ বাহিনী এতিয়া তেওঁলোকৰ দৃষ্টি গোচৰ হৈছিল। সমুখ ভাগত থকাবিলাকে সুনিৰ্মিত জাহাজৰ কাষত ৰণ কৰি আছিল আৰু পশ্চাৎবৰ্তীসকলে অলসভাৱে থিয় হৈ আছিল।

ৰণৰপৰা পৰাঙ্মুখ হোৱা একীয়ানবিলাকক পুনৰ সন্মিলিত কৰিবলৈ আয়াছৰ গৰ্বিত হৃদয়ে সমীচীন বুলি বোধ নকৰিলে। তাৰ সলনি তেওঁ দীঘল দীঘল বেঙা মেলি জাহাজৰ চাংবিলাকৰ কাষে কাষে ঘূৰি ফুৰিছিল। ভালেমান ক্ষুদ্ৰ ক্ষুদ্ৰ অংশ একেলগে জোৰাদি নিৰ্মাণ কৰা এডাল বাইশহাত দীঘল দণ্ড তেওঁ হাতত লৈ জোকাৰি আছিল। সমুদ্ৰ যুদ্ধৰ কাৰণে এই দণ্ডডাল নিৰ্মিত হৈছিল। চাৰিটা বাছকবনীয়া ঘোঁৰাৰে গাঁৱৰপৰা ডাঙৰ নগৰ এখনলৈ যাত্ৰা কৰা সুনিপুণ অশ্বাৰোহী এজনে জনবহুল ৰাজপথৰ মাজত কৌশলেৰে অদলবদল কৰি দ্ৰুত গতিৰে ঘোঁৰাত উঠি যাওঁতে তেওঁক স্ত্ৰী-পুৰুষ সকলোৱেই মুগ্ধ দৃষ্টিৰে নিৰীক্ষণ কৰে। এইদৰে আয়াছেও সুদীৰ্ঘ পদক্ষেপেৰে এখন জাহাজৰ মঞ্চৰপৰা আনখনলৈ গতি কৰিছিল ; ৰণতৰী আৰু শিবিৰসমূহ শত্ৰুৰ কবলৰপৰা ৰক্ষা কৰিবৰ কাৰণে ডানানসকলক ভৈৰৱ নিনাদেৰে উদ্দীপিত কৰাৰ সময়ত তেওঁৰ কণ্ঠস্বৰে নভোমণ্ডল বিদীৰ্ণ কৰিছিল। এই জনাৰণ্যৰ মাজত সময় অতিবাহিত কৰিবলৈ হেক্টৰো সমানেই অনিচ্ছুক আছিল। ট্ৰজান যোদ্ধাসকলৰ মাজত সোমাই থকাও তেওঁৰ অভিপ্ৰায় নাছিল। নদীৰ কাষত খাদ্য বস্তু বিচাৰি থকা মাইকী ৰাজহাঁহ, বগলী নাইবা দীঘল ডিঙীয়া মটা ৰাজহাঁহ আদি চৰাইৰ জাকৰ ওপৰলৈ সোঁ সোঁৱাই নামি অহা তাম বৰণীয়া ঈগল পক্ষীৰ দৰেই হেক্টৰ সমুখৰ ফালে ক্ষিপ্ৰভাৱে আগবাঢ়ি গৈ নীলাগ্ৰ তৰী এখনৰ নিকটবৰ্তী হ'ল। জুচে বিশাল হাতেৰে তেওঁক পিছৰপৰা ঠেলি দিলে আৰু সেনাবিলাকতো তেওঁক অনুসৰণ কৰিবলৈ অনুপ্ৰাণিত কৰিলে।

সেয়েহে আকৌ এবাৰ জাহাজৰ কাষত প্ৰবল যুদ্ধ চলিল। আলেকজাণ্ডাৰৰ ধাৰণা হ'ল, যেন তেওঁলোকে অজস্ৰ ক্লান্ত-অৱশ নোহোৱাকৈ প্ৰথমবাৰৰ বাবেহে

যুদ্ধযাত্রা আৰম্ভ কৰিছিল। কিন্তু যুদ্ধ কৰি থাকোঁতে তেওঁলোকৰ মনোভাব বিভিন্ন আছিল। একীয়ানবিলাকে ভাবিছিল তেওঁলোকৰ বিপৰ্যয় আসন্ন, বিনাশ অৱশ্যম্ভাৱী। কিন্তু তাত থকা প্ৰত্যেকজন ট্ৰজানেই অন্তৰত এই আশা পোষণ কৰিছিল যে তেওঁ তৰীসমূহত অগ্নি সংযোগ কৰি একীয়ান সামন্তসকলক বধ কৰিব পাৰিব। সংঘৰ্ষৰ সময়ত এয়ে আছিল তেওঁলোকৰ অনুভূতি।

অৱশেষত সাগৰত চলা জাহাজ এখনৰ পশ্চাদ্ভাগ হেক্টৰৰ কবলত পৰিল। এই দ্ৰুতগামী সমুদ্ৰ তৰীখনতেই প্ৰটেছিলাছ ট্ৰয়লৈ আহিছিল—যদিও এইখনতে উঠি তেওঁ স্বদেশ আৰু ঘৰলৈ যাত্ৰা কৰিব নোৱাৰিলে। এই জাহাজখনৰ চাৰিওকালে একীয়ান আৰু ট্ৰজানবিলাকৰ হতাহতি যুদ্ধ আৰম্ভ হ'ল। একীয়ানবিলাকৰ কাৰণে এতিয়া আৰু আঁতৰিয়ে আঁতৰিয়ে বৰষি থকা তীৰ বা বৰ্শাৰ সন্মুখীন হৈ প্ৰতিৰোধ কৰি থকাৰ সময় নাছিল। এক দৃঢ় সংকল্পৰে ঐক্যবদ্ধ হৈ তেওঁলোকে অলপ লৰচৰ নকৰাকৈ ইজনে সিজনৰ গাত লাগি থাকি সৰু-বৰ শাণিত কুঠাৰ, সুদীৰ্ঘ অসি আৰু দুমুৰীয়া বৰ্শাৰে ৰণ কৰিছিল। কলীয়া নালৰ বহুতো তৰোৱাল সংগ্ৰামী সেনাবিলাকৰ হাতৰপৰা মাটিত সৰি পৰিছিল, আৰু বহুতেই তেওঁলোকৰ স্কন্ধদেশ বিদাৰণ কৰিছিল। মাটিত ক'লা তেজৰ সোঁত বলিছিল।

এবাৰ জাহাজখন হস্তগত কৰি হেক্টৰে তেওঁৰ মুঠি শিথিল কৰি দিয়া নাছিল। তেওঁ দুয়োহাতেৰে জাহাজৰ পিছফালৰ এই সৌভাগ্যজনক অংশটো খামোচ মাৰি ধৰি ট্ৰজানসকলক চিঞৰি চিঞৰি ক'লে, "জুই, জুই আনাহঁক, সকলোৱে সমস্বৰে সিংহনাদ কৰা। আজি সকলো ক্ষেত্ৰতেই জ্যুছে আমাক পুৰস্কৃত কৰিছে। জাহাজবিলাক আমাৰ। দেৱতাসকলৰ ইচ্ছাৰ বিৰুদ্ধে এইবোৰ ইয়াত উপস্থিত হৈছেহি আৰু সিহঁতে আমাৰ সকলো আলৈ-আহুকালৰ সৃষ্টি কৰিলে। কিন্তু সেয়ে হ'বলৈ পালে আমাৰ বয়োজ্যেষ্ঠসকলৰ ভীৰুতাৰ ফলত। মই ৰণতৰীসমূহৰ কাষলৈকে যুদ্ধ কৰি আহিব খোজোঁতে তেওঁলোকে মোক বাধা দিছিল আৰু সৈন্যবাহিনী প্ৰত্যাহাৰ কৰিছিল। কিন্তু তেতিয়া যেনেকৈ নিশ্চিত-ভাৱে সৰ্বদৰ্শী জ্যুছে আমাৰ দৃষ্টিশক্তি হৰণ কৰিছিল, ঠিক তেনেকৈয়ে এতিয়া তেওঁ সহায় কৰি তীব্ৰ গতিৰে আমাক আগুৱাই নিছে।"

ইয়াকে শুনি তেওঁলোকে আগতকৈয়ো অধিক হিংস্ৰভাৱে আৰ্গিভবিলাকৰ ওপৰত জঁপিয়াই পৰিল। ক্ষেপাস্ত্ৰৰ দ্বাৰা অভিভূত হৈ বৰং আয়াক্সেও নিজৰ অৱস্থানত স্থিৰভাৱে থাকিব নোৱাৰিলে। প্ৰাণৰ ভয়ত তেওঁ অলপ পিছুঁহুকি গ'ল আৰু সুনিৰ্মিত জাহাজৰ পাটাতনৰ নিম্নাংশৰপৰা ধাৱতি হৈ ...

ভাগত থকা সাতফুট ওখ মঞ্চখনত আৰোহণ কৰিলে। অতি সতৰ্কভাৱে তেওঁ তাতে থাকিল আৰু জ্বলা জোৰ একোটা হাতত লৈ কোনোবা ট্ৰজান সৈন্য আহিলে তেওঁ দাঁৰ ডালেৰে তাক জাহাজৰপৰা বগৰাই পেলাইছিল। এই সময়-ছোৱাত তেওঁ ভীষণভাৱে হুঙ্কাৰ কৰি ডানানবিলাকক যুদ্ধৰ কাৰণে উদ্‌গাই দিছিল। তেওঁ উচ্চৈঃস্বৰে কৈছিল, "আৰিছৰ সেৱক, সাহসী ডানানসকল, বন্ধুসকল, মনুষ্যত্বৰ পৰিচয় দিয়া, পূৰ্বৰ পৰাক্ৰম স্মৰণ কৰা। পিছফালে আমাৰ কোনোবা হিতাকাঙ্খী আছে বুলি ভাবানে? শক্তিশালী প্ৰাচীৰ এখনে আমাক বিপৰ্যয়ৰপৰা ৰক্ষা কৰিব বুলি কল্পনা কৰানে? আমাৰ ইয়াত প্ৰাচীৰবেষ্টিত নগৰ এখনতো নায়েই, আজিৰ এই দিনটোত আমাক উদ্ধাৰ কৰিবৰ কাৰণে নতুনকৈ কোনো সৈন্যই আহিবলগীয়া নাই। আমি আছো ট্ৰয়ৰ উপত্যকাত। সমস্ত ট্ৰয়েই আজি অস্ত্ৰ ধাৰণ কৰিছে। আমাৰ পিছফালে আছে সমুদ্ৰ। স্বদেশ দূৰত, বহুত দূৰত৷ তাৰমানে আমি যুদ্ধ কৰিবই লাগিব আৰু ধীৰে ধীৰে কৰিলেও নচলিব। তেহে আমি নিজক ৰক্ষা কৰিব পাৰিম।"

এইদৰে কথা কৈ থাকোঁতে তেওঁ জোঙা দাঁড়ডাল ভীষণভাৱে সঞ্চালন কৰি আছিল। হাতত এজুৰা জুই লৈ (হেক্টৰৰ সন্তুষ্টি সাধন কৰিবৰ কাৰণে, কাৰণ তেওঁ সকলোকে উচটাই আছিল) কোনোবা ট্ৰজান যদি শূন্যগৰ্ভ জাহাজখনৰ সমীপৱৰ্তী হৈছিল, তেন্তে আয়াছে তৎপৰতাৰে তেওঁক বিৰাট বৰ্শাপাটেৰে শালি পেলাইছিল। জাহাজৰ সমুখতে তেওঁ বাৰজন লোকক আহত কৰিলে, কিন্তু তথাপি অস্ত্ৰপাট—তেওঁৰ হস্তচ্যুত নহ'ল।

## ষোল্ল

# পেট্ৰক্লাছ পৰ্ব (১)

সুনিৰ্মিত ৰণতৰীসমূহৰ চাৰিওফালে তুমুল সংগ্ৰাম চলি থকা সময়ত পেট্ৰক্লাছে তেওঁৰ সৰ্বশক্তিমান প্ৰভু একিলিছৰ ওচৰত উপস্থিত হ'ল। খিয় পাহাৰৰ পৰা নামি অহা নিজৰাৰ কৃষ্ণ জলধাৰাৰদৰে তেওঁৰ গালেদি উত্তপ্ত অশ্ৰু ধাৰাসাৰে বাগৰি আহিছিল। প্ৰিয়বন্ধুৰ এই দুৰ্দশা দেখা পাই সদবংশজাত ক্ষিপ্ৰচৰণ একিলিছ ব্যথিত হ'ল আৰু তুৰন্তে তেওঁৰ দুখৰ কাৰণ শুনিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। তেওঁ সুধিলে, "পেট্ৰক্লাছ, তুমি চকুপানী টুকিছা কিয়? মাকৰ লগে লগে লৈ থকা সৰু ছোৱালী এজনীয়ে কোলাত উঠিবৰ কাৰণে কান্দি কান্দি মাকৰ কাপোৰত ধৰি টনা-আজোৰা কৰে আৰু অৱশেষত মাকে খন্তেক ৰৈ তাইক কোলাত তুলি নলয় মানে তাইৰ চকুপানী বন্ধ নহয়, তুমিও সেই নিচিনাই কৰিছা। পেট্ৰক্লাছ, দুগালেদি বৈ অহা চকুলোৱে তোমাকো দেখিবলৈ ঠিক তেনেকুৱাই হৈছে। মাৰ্মিডনসকলক বা মোক তুমি কিবা ক'ব খোজানেকি? ঠায়াৰপৰা তুমি গোপনে কিবা সংবাদ পাইছানেকি? আমাৰ যেই সেই এজনবো যদি পিতৃ-বিয়োগ ঘটিছে তেন্তে শোক কৰিবলগা কথাই, কিন্তু মই জনাত তোমাৰ জনক, এক্টৰ পুত্ৰ মিনটিয়াছ এতিয়াও ইহলোকতেই আছে আৰু ইয়াকাছ-তনয় পেলিউছো নিশ্চয় মাৰ্মিডনসকলৰ দ্বাৰা সমাবৃত হৈ জীয়াই আছে। সম্ভৱতঃ তুমি নিজৰ অপকৰ্মৰ ফলত শূন্যগৰ্ভ জাহাজবিলাকৰ কাষত দলে দলে নিহত হোৱা আৰ্গিভ-বিলাকৰ কাৰণে কান্দিছা? কোৱা, কি হৈছে কোৱা। কথাটো গোপনে নাৰাখি মোকো তাৰ ভাগ দিয়া।"

বীৰ পেট্ৰক্লাছে ইয়াৰ উত্তৰত কি ক'লে? গভীৰ হুমুনিয়াহ এটা পেলাই তেওঁ উত্তৰ দিলে, "একীয়ান কুল-তিলক, প্ৰভু একিলিছ! মোৰ চকুলো দেখি যেন অসন্তুষ্ট নহয়। সৈন্যবাহিনীৰ সঁচাকৈয়ে ভীষণ বিপৰ্যয় হৈছে। আমাৰ ভূতপূৰ্ব ৰথী-মহাৰথীসকল জাহাজবিলাকৰ কাষত শৰ বা বৰ্শাৰ আঘাতত ক্ষত-বিক্ষত হৈ পৰি আছে। টিডিউছ-তনয় মহা পৰাক্ৰমী ডায়ামিডিছো আহত, লগতে আগামেমননো। ইউৰিপাইলাছৰ কৰঙ্গত কাঁড় সোমাইছে। চিকিৎসক সকলো সম্ভৱপৰ সকল সংগ্ৰহ কৰি বৈদ্যসকল তেওঁলোকৰ সেৱা-শুশ্ৰূষাত ব্যস্ত। ক্ষতস্থানবিলাক নিৰাময় কৰিবৰ কাৰণে তেওঁলোকে যথাসাধ্য চেষ্টা কৰিছে আৰু এই সময়তো আপুনি অনমনীয় হৈয়েই আছে। আপোনাৰ মহান মনোভাব

কলংকিত কৰা এই প্ৰতিশোধ পৰায়ণতাৰপৰা দেৱতাসকলে মোক ৰক্ষা কৰক। আৰ্গিভসকলৰ এই নিদাৰুণ দুৰ্দশাৰ সময়ত যদি আপুনি তেওঁলোকক সহায় কৰিবলৈ আগবাঢ়ি নাযায়, তেন্তে আমাৰ সতি-সন্ততিসকলে কি বুলি আপোনাৰ শলাগ ল'ব? আপুনি দয়া-মমতাহীন, আপুনি ঠিটিছ আৰু পৰাক্ৰমী পেলিউছৰ সন্তান নহয়। ধূসৰ সমুদ্ৰ আৰু ভ্ৰূকুটি কুটিল শৈলমালাইহে আপোনাৰ নিচিনা এটা নিষ্ঠুৰ দানৱৰ সৃষ্টি কৰিব পাৰে। জ্যুছ অথবা আপোনাৰ মাতৃদেৱীয়ে ব্যক্ত কৰা কিবা গুপুত ভৱিষ্যৎবাণীয়ে আপোনাক এইদৰে বিৰত কৰি ৰাখিছে-নেকি? তেনেহ'লে অন্ততঃ মোকে মাৰ্মিডন বাহিনীৰ সৈতে যুদ্ধযাত্ৰা কৰিবলৈ আদেশ দিয়ক, হয়তো বা ময়েই ডানানসকলক উদ্ধাৰ কৰিবলৈ সক্ষম হ'ব পাৰো, আৰু আপোনাৰ নিজৰ বৰ্ম-কবচাদি মোক পৰিধান কৰিবলৈ দিয়ক, যাতে ট্ৰজানবিলাকে মোকে আপুনি বুলি ঠাৱৰ কৰি পৃষ্ঠভংগ দিয়ে, তেতিয়াহ'লে সেই অৱসৰতে আমাৰ ক্লান্ত সৈনিকসকলে খন্তেক জিৰণি ল'ব পাৰিব। যুদ্ধত এবাৰ ভালকৈ দম লৈ ল'ব পাৰিলেই ডাঙৰ কথা হয়। যুঁজ কৰি কৰি ট্ৰজানবিলাকো ভাগৰি পৰিছে। আমি নৱ উদ্দীপনাৰে ৰণত নামিলে সিহঁতক নিশ্চয় ৰণতৰী আৰু শিবিৰ প্ৰাংগনৰপৰা নগৰলৈ খেদি পঠাব পাৰিম।"

এয়ে আছিল পেট্ৰক্লাছৰ আবেদন। কিমান সৰলচিতীয়া আছিল তেওঁ! নিজৰ নিয়তি আৰু অকলশৰীয়া মৰণকে যে তেওঁ আৱাহন কৰিছিল তাকে মাত্ৰ তেওঁ যদি জানিলেহেঁতেন!

ইতিমধ্যে তেওঁ মহান ধাৱক একিলিছক সঁচাকৈয়ে সচেতন কৰিবলৈ সমৰ্থ হৈছিল। একিলিছে সৰবে তেওঁক সম্বোধন কৰি ক'বলৈ আৰম্ভ কৰিছিল, "কুমাৰ পেট্ৰক্লাছ, কি ভৱিষ্য-বাণীৰ কথা তুমি উল্লেখ কৰিছা? মই কিবা জানিব পাৰিলেও তাৰপৰা মোৰ আচৰণৰ কোনো পৰিৱৰ্তন নহয়। মোৰ অভিজাত জননীৰ যোগেদি যে মই জ্যুছৰপৰা কিবা গোপন সংবাদ পাইছো সেয়া সত্য নহয়। মই যে অন্তৰত ইমান আঘাত পাইছো তাৰ কাৰণ হ'ল, কোনোগুণে মোক চেৰ পেলাব নোৱাৰা মানুহ এটায়ো মোৰ যথাসৰ্বস্ব, মই লাভ কৰা পুৰস্কাৰটি পৰ্যন্ত লুণ্ঠন কৰিবলৈ সাহস কৰে, কাৰণ তাৰ অধিক ক্ষমতা আছে। যুদ্ধত মই যিমান কষ্ট স্বীকাৰ কৰিব লগা হৈছে, তাকে বিচাৰ কৰি চালে বুজিব পাৰি যে আৰু সহি সামৰি থকা মোৰ পক্ষে সম্ভৱপৰ নহয়। সেই কন্যাৰত্নটি! সৈন্যবাহিনীয়ে বিশেষ মানুনী হিচাপেহে তেওঁক মোলৈ আগবঢ়াইছিল। এখন প্ৰাচীৰ-বেষ্টিত নগৰ মই ধ্বংস কৰিছিলো, মোৰ বৰ্শাৰ বলত তেওঁক লাভ কৰিছিলো। আৰু এতিয়া আট্ৰিউছৰ পুত্ৰেক আগামেমননে তেওঁক মোৰ হাতৰপৰা কাঢ়ি লৈ গৈছে। মোৰ

প্ৰতি এনে অশিষ্ট ব্যৱহাৰ কৰা হৈছে যেন মই এটা অতি কুখ্যাত, গৃহহীন মানুহহে!

"কিন্তু হোৱা কথা হৈ গ'ল, তাক এতিয়া নোহোৱা কৰিব নোৱাৰি। যদিও সংগ্ৰামৰ প্ৰচণ্ড আলোড়ন মোৰ তৰী পৰ্যন্ত প্ৰসাৰিত হ'লেহে মই বিবাদৰ সামৰণি মাৰিম বুলি ভাবিছিলো। তথাপি আখেজ এটা চিৰদিন মনত জীপদি ৰাখিব পাৰিম বুলি বিশ্বাস কৰা মোৰ ভুল হৈছে। তেন্তে তুমি মোৰ দিব্য কৱচ পৰিধান কৰি ৰণপ্ৰিয় মাৰ্মিডনসকলক যুদ্ধক্ষেত্ৰলৈ লৈ যোৱা। বিজয়ী ট্ৰজান-বিলাকে কলীয়া মেঘৰদৰে জাহাজবিলাকৰ চাৰিওকালে বা-মাৰলিৰ সৃষ্টি কৰিছে আৰু আৰ্গিভৰিলাকে সাগৰৰ পাৰলৈ পিঠি দি এটুকুৰা অতি সংকীৰ্ণ ঠাইত কোনোমতে তিষ্ঠি আছে। সমস্ত ট্ৰয় নগৰীয়ে বুকুত বল বান্ধি আমাক আক্ৰমণ কৰিছেহি, যিহেতু মোৰ শিৰস্ত্ৰাণৰ মুখাবৰণ সিহঁতে আগশাৰীত জিলিকি থকা দেখিবলৈ পোৱা নাই, তেনেস্থলত আচৰিত হ'ব লগা আৰু কিটো আছে? যদিহে ৰজা আগামেমননে মোক বন্ধু বুলি আঁকোৱালি লয়, তেন্তে সিহঁতে পৃষ্ঠভংগ দিবলৈ বাধ্য হ'ব, সিহঁতৰ মৃতদেহেৰে খাল-বিল ভৰি পৰিব। কিন্তু এই মুহূৰ্তত সিহঁতে আমাৰ ছাউনীতেই যুদ্ধ কৰিছে। ডানানবিলাকক এই বিপৰ্যয়ৰ-পৰা ৰক্ষা কৰিবলৈ টিডিউছ-তনয় ডায়ামিডিছৰ হাতৰ বৰ্শাও সক্ৰিয় হোৱা নাই। আনকি আগামেমননৰ অশ্ৰাব্য কণ্ঠস্বৰো মোৰ শ্ৰুতিগোচৰ হোৱা নাই। জিংঘান্নু হেক্টৰৰ নিনাদহে মোৰ কাণত বাজি আছে। তেওঁ কোলাহল কৰি থকা ট্ৰজান-বিলাকক উচটাই আছে। সিহঁতে সমতলভূমি অধিকাৰ কৰি একীয়ানবিলাকক পৰাভূত কৰিছে। পেট্ৰক্লাছ, তথাপি তুমি জাহাজবিলাক ৰক্ষা কৰিব লাগিব। সিহঁতে জাহাজবিলাক পুৰি ছাৰখাৰ কৰি আমাৰ ঘৰলৈ যোৱাৰ বাট বন্ধ কৰি দিয়াৰ আগতেই তুমি সমস্ত শক্তিৰে সিহঁতক আক্ৰমণ কৰা। কিন্তু ঠিক কিমানলৈ অগ্ৰসৰ হ'বা এতিয়াই শুনি লোৱা। ডানানবিলাকে মোৰ প্ৰকৃত মূল্য উপলব্ধি কৰক, মোক উচিত সন্মান দেখুৱাওক আৰু সেই দীপ্‌লিপ্‌ গাভৰু গৰাকীক সালংকৃতাকৈ মোৰ ওচৰলৈ পঠিয়াই দিয়ক। ইয়াৰ কাৰণে তেওঁলোকক সকীয়নী দিবলৈ বিখিনি কৰিব লাগে, মাত্ৰ সিমানখিনিহে কৰিবা। ট্ৰজানবিলাকক জাহাজৰ কাষৰপৰা খেদি দিয়াৰ লগে লগেই তুমি মোৰ ওচৰলৈ উভতি আহিবা। আনকি, স্বয়ং বজ্ৰপাণি জ্যুছেও যদি তোমাক খ্যাতি লাভ কৰাৰ সুযোগ প্ৰদান কৰিব খোজে তথাপি তুমি সেই সুযোগ গ্ৰহণ নকৰিবা। এই যুঁজাৰু ট্ৰজান-বিলাকৰ বিৰুদ্ধে তুমি মোক বাদ দি অকলে ৰণ নকৰিবা—তেতিয়াহ'লে মোৰ মূল্য কমিহে যাব। বিজয়োল্লাসত মত্ত হৈ তুমি ট্ৰজানবিলাকক হত্যা কৰি ইলিয়াম

পর্যন্ত সসৈন্যে আগ নাবাঢ়িবা। অলিম্পাছৰ কোনোবা দেৱতাই হয়তো বাটত বাধা দিব পাৰে—ধনুৰ্দ্ধাৰী ৰজা এপলোৱে ট্ৰজানবিলাকক অতিশয় ভাল পায়। জাহাজবিলাকৰ অৱস্থান নিৰাপদ কৰাৰ পিছতে তুমি উভতি আহিবা, সমতল অঞ্চলত আনবিলাকেই যুদ্ধ কৰিব পাৰিব। হে পিতা জ্যুছ, এথেনী আৰু এপলো, যদিহে এজন ট্ৰজান সৈন্যও প্ৰাণ লৈ পলাই যাব নোৱাৰে, প্ৰতিজনেই মৃত্যু বৰণ কৰিব লগা হয় আৰু লগতে আৰ্গিভবিলাকবো সমূলঞ্চে বিনাশ হোৱাৰ পিছত মাত্ৰ আমি দুজনহে জীয়াই থাকি অকলশৰে ট্ৰয় নগৰৰ পবিত্ৰ কিৰীটি সদৃশ স্তম্ভৰাশিৰ ধ্বংস সাধন কৰিবলৈ সমৰ্থ হওঁ, তেনেহ'লে মই কিমান সুখী হ'ম।"

একিলিছ আৰু পেট্ৰক্লাছে কথা পাতি থকা সময়তে এনে এটি ক্ষণ আহিল যেতিয়া আয়াছ নিজৰ ঠাইত স্থিৰেৰে থাকিব নোৱাৰা হ'ল। জ্যুছৰ ইচ্ছা শক্তিৰ দ্বাৰা তেওঁ পৰাভূত হ'ল। বিজয়ী ট্ৰজানবিলাকৰ অস্ত্ৰ বৰ্ষণে তেওঁক অভিভূত কৰিলে। তেওঁৰ জিলিকি থকা শিৰস্ত্ৰাণটো লক্ষ্য কৰি সিহঁতে সঘনে শৰ সন্ধান কৰিছিল আৰু সুদৃঢ় ধাতব আবৰণৰ লগত সংঘৰ্ষ হোৱাত ভীষণ ঝন-ঝননিৰ সৃষ্টি হৈছিল। সুদীৰ্ঘ কাল ঢালখন জোকাৰি থকাৰ ফলত তেওঁৰ বাঁও কান্ধ অৱশ হৈ পৰিছিল; কিন্তু তথাপি অস্ত্ৰাঘাতত ঢালখন তেওঁৰ গাত খুন্দা খাই ভাগি যোৱা নাছিল। তেওঁৰ সাংঘাতিক ফোপনি উঠিছিল আৰু শৰীৰৰ প্ৰতিটো অংগৰ-পৰাই ধাৰাসাৰে ঘামৰ জোল বৈছিল। জিৰণি ল'বলৈ তেওঁ খন্তেকো অৱসৰ পোৱা নাছিল। যিফালেই নেচাওক লাগিলে, প্ৰতি মুহূৰ্ত্ততেই তেওঁ নতুন বিপদৰ সন্মুখীন হ'ব লগা হৈছিল।

অলিম্পাছ নিবাসিনী হে দেৱীসকল, এতিয়া মোক কোঁৱাচোন, কেনেকৈনো একীয়ান জাহাজবিলাকত অগ্নি সংযোগ কৰা হ'ল। হেক্টৰে আয়াছৰ একেবাৰে কাষ চাপি গৈ তেওঁৰ বৰ্শাৰ জোংটো লাগি থকা জোৰাটোতে তৰোৱালেৰে কোব মাৰি জোংটো ওফৰাই দিলে। এতিয়া খৰা শেলপাট নিমাখিতভাৱে টেলামনীয় আয়াছৰ হাতৰপৰা ওলমি থাকিল। ব্ৰঞ্জৰ জোংটো উফৰি গৈ সশব্দে মাটিত পৰিল। সুমহান আয়াছে অন্তৰৰ গভীৰতম স্থলত সভয়ে উপলব্ধি কৰিলে যে বজ্ৰ নিয়ন্ত্ৰক জ্যুছে ট্ৰজানসকলৰ সাফল্য সুনিৰ্দিষ্ট কৰি তেওঁৰ সংগ্ৰাম নিষ্ফল কৰি তুলিছে। সেইদেখি তেওঁ অস্ত্ৰই ঢুকি পোৱা দূৰত্বৰপৰা আঁতৰি গ'ল। ট্ৰজানবিলাকে সুদৃঢ় জাহাজখনলৈ লক্ষ্য কৰি জলাজোৰ দলিয়াবলৈ ধৰিলে আৰু নিমিষতে অনিৰ্বাণ অগ্নিশিখাই জাহাজখন আগুৰি ধৰিলে।

বা-মাৰলিৰ দৰে জুই জাহাজৰ পিছফালৈকে বিয়পি পৰাত একিলিছে কৰণত থপৰিয়াই পেট্ৰক্লাছৰ কালে চাই চিঞৰি চিঞৰি ক'লে, "হায় হায়,

অশ্বাৰোহী বাহিনীৰ সেনাপতি, ৰাজকুমাৰ পেট্ৰক্লাছ, জাহাজবিলাকত মই এটা পোহৰ দেখা পাইছো। অগ্নিয়ে এতিয়া সকলোবিলাক ভস্মসাৎ কৰিব। যদিহে এতিয়া সিহঁতে জাহাজবিলাক অধিকাৰ কৰি আমাৰ প্ৰত্যাবৰ্তনৰ পথ বন্ধ কৰে! শীঘ্ৰে তুমি কবচ পৰিধান কৰা, মই সৈন্যবিলাকক সমবেত কৰোগৈ।"

পেট্ৰক্লাছে চিকমিকাই থকা ব্ৰঞ্জৰ কবচ আদিৰে নিজকে সুসজ্জিত কৰিলে। জয়জয়তে তেওঁ এযোৰ জংঘাত্ৰাণ পৰিধান কৰিলে। সক গাঁঠিত বান্ধিব পৰাকৈ তাত ৰূপালী ফিটা লগোৱা আছিল। ইয়াৰ পিছত তেওঁ তৰাবদৰে জিলিকি থকা চমৎকাৰ বৰ্মখনেৰে বক্ষদেশ আবৃত কৰিলে। ৰূপৰ মণিৰে কাৰুকাৰ্য কৰা নালৰ ব্ৰঞ্জৰ তৰোৱাল এখন আৰু এখন প্ৰকাণ্ড ডাঠ ঢাল কান্ধত আৰি ল'লে। এটি সুনিৰ্মিত শিৰস্ত্ৰাণ সুদৃঢ় মস্তকত ধাৰণ কৰিলে। তাৰ চূড়াত ঘোঁৰা নোমৰ পাখি এটা ভীতপ্ৰদভাৱে হালি জালি আছিল। সৰ্বশেষত তেওঁ ভালকৈ খামুচি ধৰিব পৰা দুপাট শক্তিশালী বৰ্শা হাতত তুলি ল'লে। অদ্বিতীয় একিলিছৰ একমাত্ৰ যি অস্ত্ৰপাট তেওঁ গ্ৰহণ নকৰিলে সেয়া হ'ল এপাট সুদীৰ্ঘ গধুৰ আৰু ভয়ানক বল্লম। একমাত্ৰ একিলিছেহে এই বল্লমপাট ধাৰণ কৰাৰ পদ্ধতি জানিছিল আৰু তেওঁৰ বাহিৰে অন্য কোনো একীয়ানে ইয়াক পৰিচালনা কৰিব নোৱাৰিছিল। পিলিয়ন পৰ্বতৰ শৃংগত অৱস্থিত এজোপা এছগছৰপৰা ইয়াক নিৰ্মাণ কৰা হৈছিল। অভিজাত শত্ৰুসমূহ নিপাত কৰিবৰ কাৰণে কেইৰণে বৰ্শাপাট তেওঁৰ পিতাক পেলিউছক প্ৰদান কৰিছিল।

অশ্ব-পৰিচালনাৰ কাৰণে পেট্ৰক্লাছে অটমিডনক নিৰ্বাচন কৰিলে আৰু তেওঁক তুৰন্তে ঘোঁৰাহাল ৰথত লগাবলৈ আদেশ দিলে। একিলিছৰ নিচিনাকৈ এই মানুহজনৰ বিষয়ে তেওঁৰো উচ্চ ধাৰণা আছিল। শত্ৰুসৈন্যৰ বেহুত প্ৰৱেশ কৰিব পৰা একিলিছে ৰণক্ষেত্ৰত এই সাৰথিজন অতিশয় নিৰ্ভৰযোগ্য বুলি বুজিব পাৰিছিল, কাৰণ মাত মাতিলেই শুনিব পৰা ঠাইতে তেওঁ সদায় অপেক্ষা কৰি থাকিছিল। এতিয়া অটমিডনে একিলিছৰ জেঁঠাছ আৰু বেলিয়াছ নামৰ বায়ুবেগী ঘোঁৰাহাল ৰথত সংযুক্ত কৰিলে। পোডাৰ্জি নামৰ ধুমুহা-বতাহৰ অধিষ্ঠাত্ৰী অশ্বিনীয়ে মহাসমুদ্ৰৰ সৈকতত চৰি থাকোতে সিহঁতক জন্ম দিয়ে। সিহঁতৰ জনক আছিল পশ্চিম পবন। তদুপৰি উপকৰাকৈ পেডাচাছ নামৰ সুশিক্ষিত ঘোঁৰা এটাও জুটি ল'লে। ইটীয়ন নগৰ অধিকাৰ কৰাৰ সময়ত একিলিছে এই ঘোঁৰাটো হস্তগত কৰি আনিছিল। সাধাৰণ ঘোঁৰা হ'লেও পেডাচাছ অমৰ অশ্বযুগলৰ সমকক্ষ আছিল।

ইতিমধ্যে একিলিছে ছাউনিলৈ গৈ মাৰ্মিডনবিলাকক সুসজ্জিত কৰিলে।

তেওঁলোকে মাংসভোজী কুকুৰনেচীয়া বাঘৰ স্বাভাৱিক হিংস্ৰতাৰেই শাৰী পাতি থিয় হ'ল। কুকুৰনেচীয়া বাঘৰ জাক এটাই পাহাৰত শিঙাল পহু এটা মাৰি চিৰাচিৰ কৰোঁতে সিহঁতৰ মুখবিলাক তেজেৰে ৰাঙলী হয়। তাৰ পিছত সিহঁতে গভীৰ নিজৰা এটাৰ উপৰিভাগৰপৰা পাতল জিভাৰে টপ টপকৈ পানী খাবলৈ দলে দলে যায়। তেতিয়া সিহঁতৰ ওকালিত তেজ বাহিৰ হয়। কিন্তু পেট ওফন্দি থাকিলেও সিহঁতৰ অদমনীয় হিংস্ৰতাৰ অলপো হ্ৰাস নহয়। মাৰ্মিডন বাহিনীৰ অধ্যক্ষসকল এইদৰেই ক্ষিপ্ৰ পেলিউছ-পুত্ৰৰ সহচৰজনৰ চাৰিওফালে তৎপৰতাৰে অৱস্থিত হ'ল। স্বয়ং একিলিছো তাতেই আছিল আৰু তেওঁ ৰণদেৱতাৰ দৰে ৰথী আৰু বাৰুৱতীসকলক একেলগে শৃংখলাবদ্ধ কৰিছিল।

কুমাৰ একিলিছে ট্ৰয়লৈ অনা পঞ্চাশখন জাহাজৰ প্ৰত্যেকখনতে পঞ্চাশ-জনকৈ লোক আছিল। তেওঁ আছিল সৰ্বাধিনায়ক, তেওঁৰ অধীনত আছিল পাঁচজন সেনাপতি। প্ৰথম দলটোৰ নেতৃত্ব কৰিছিল প্ৰদীপ্ত বৰ্ম পৰিহিত মেনিষ্টিয়াছে। তেওঁ আছিল দেৱোপম নদী স্পাৰ্চিউছ আৰু পেলিউছ দুহিতা পলিডৰাৰ সন্তান। এজন দেৱতা আৰু এগৰাকী নাৰীৰ প্ৰেমৰ ফলত তেওঁৰ জন্ম হৈছিল। দেৱতাজন আছিল অবিৰাম গতিত বৈ থকা স্পাৰ্চিউছ। কিন্তু পেৰিয়েৰিছ-পুত্ৰ বৰাছ নামৰ মানুহ এজনে উপযুক্ত গা-ধন লৈ তেওঁৰ জননীৰ পাণিগ্ৰহণ কৰিবলৈ আগবাঢ়ি আহে আৰু সেই আপাহতে তেওঁ বৰাছ-নন্দন বুলি জনাজাত হয়।

দ্বিতীয় দলটো পৰিচালনা কৰিছিল ইউডৰাছ নামৰ এজন যোদ্ধাই। তেওঁৰ মাতৃ ফাইলাছ-তনয়া স্পালিমিলিয়ো অবিবাহিতা আছিল। তেওঁ এগৰাকী সুন্দৰী, নৃত্য পটিয়সী আছিল। সুবৰ্ণ দণ্ডধাৰিণী, মৃগয়াৰ দেৱী আৰ্টিমিছৰ সন্মানাৰ্থে আয়োজন কৰা এটি অনুষ্ঠানত অংশ গ্ৰহণ কৰোঁতে তেওঁ মহান দেৱতা, দৈত্যহন্তা হাৰ্মিছৰ দৃষ্টিগোচৰ হয় আৰু দেৱতাজন তেওঁৰ প্ৰেমত পৰে। সুদৰ্শন হাৰ্মিছে তেওঁক সকলোৰে অলক্ষিতে, পোনে পোনে শোৱনী কোঠালৈ লৈ গৈ তেওঁৰ বাহুবন্ধনত আৱদ্ধ হৈ শয়ন কৰে আৰু ফলত তেওঁ এটি অনুপম সন্তান গৰ্ভত ধাৰণ কৰে। এই সন্তানটিয়েই কালক্ৰমত ইউডৰাছ নামে অভিহিত হৈ এজন ক্ষিপ্ৰ ধাৱক আৰু মহান যোদ্ধা হয়গৈ। যথাসময়ত ষষ্ঠী দেৱী ইলিঠীয়াৰ কৃপাত তেওঁৰ জন্ম হয়, সবিতাৰ কিৰণত তেওঁৰ নয়ন দুটি উন্মিলীত হোৱাৰ লগে লগেই এক্টৰ-পুত্ৰ একিল্লিছ নামৰ শক্তিশালী সামন্ত এজনে প্ৰচুৰ যৌতুক প্ৰদান কৰি তেওঁৰ জননীৰ লগত বিবাহ সূত্ৰেৰে আৱদ্ধ হয় আৰু তেওঁক নিজৰ ঘৰলৈ লৈ যায়। বৃদ্ধ পিতামহ ফাইলাছে ইউডৰাছক অতি যত্নেৰে তুলি তালি

ডাঙৰ দীঘল কৰে। নিজৰ সন্তানকো বৃদ্ধই ইয়াতকৈ অধিক মৰম-চেনেহ নকৰিলেহেঁতেন।

তৃতীয় বাহিনীটোৰ সেনাপতি আছিল মিমলাছ-নন্দন সাহসী পেইছেণ্ডাৰ। একিলিছৰ সহচৰ পেট্ৰক্লাছৰ পিছতে মাৰ্মিডনসকলৰ ভিতৰত তেওঁ শ্ৰেষ্ঠ বৰ্ণা চালক আছিল। বৃদ্ধ সাৰথি ফিনিক্স আছিল চতুৰ্থ দলটোৰ অধ্যক্ষ আৰু পঞ্চম বাহিনীটোৰ নেতৃত্ব কৰিছিল নাৰ্চিছৰ সম্ভ্ৰান্ত-সন্তান আলছিমিডনে।

একিলিছে সৈনিক আৰু সেনাপতিসকলক যথাযোগ্য স্থানত সুবিন্যস্ত কৰি তেওঁলোকক এটি শক্তিশালী ভাষণেৰে আপ্যায়িত কৰিলে। তেওঁ ক'লে, "মাৰ্মিডনসকল, ক্ৰোধৰ বশৱৰ্তী হৈ মই তোমালোকক জাহাজৰ কাষতে ইমানদিন আৱদ্ধ কৰি ৰাখিছিলো। এই সমস্ত সময়ছোৱাত তোমালোকে ট্ৰজানবিলাকক ভালকৈয়ে এসেকা দিবলৈ ভাবুকি দি আছিলা। এতিয়া তোমালোকে সেইকথা পাহৰি নাযাবা। তোমালোকৰ মাজত এনে এজন লোক নাই যিজনে তেওঁৰ ৰজাজনক তিৰস্কাৰ কৰা নাই। সৈনিকসকলক তেওঁলোকৰ ইচ্ছাৰ বিৰুদ্ধে ইয়াতে অলসভাৱে সময় কটাবলৈ বাধ্য কৰাৰ কাৰণে তোমালোকে মোক পশু বুলি অভিহিত কৰিছিলা। মই আছিলো মাতৃদুগ্ধৰ পৰিৱৰ্তে বিষাক্ত পানীয়ৰ দ্বাৰা পৰিপুষ্ট হোৱা বীভৎস দানৱ। তোমালোকে মন্তব্য কৰিছিলা, "একিলিছৰ মানসিক অৱস্থা ইমান বেয়া যে এতিয়া আমি গৃহাভিমুখে জাহাজত পাৰি দিয়াৰ বাহিৰে গত্যন্তৰ নাই।" তোমালোকে গোট খাই মোৰ বিষয়ে এনে ধৰণৰ আলোচনা কৰাৰ কথাটো মোৰ অজ্ঞাত নহয়।

"যি হ'ল হৈ গ'ল, এতিয়া তোমালোকৰ ভাগত ভাল কাম এটাই পৰিছে। তোমালোকে যুদ্ধ এখনকে খিয়াই আছিলা। সেইমতেই এতিয়া তোমালোকে বুকুত বল বান্ধি লৈ ট্ৰজানবিলাকৰ ওপৰত জঁপিয়াই পৰাগৈ।"

তেওঁৰ ভাষণে সকলোকে দুৰ্জয় সাহসেৰে অনুপ্ৰাণিত কৰিলে। সৈন্যসকলে ৰাজকুমাৰৰ কথা শুনি সাজ-পাৰ আঁটি ল'লে। এজন কাৰিকৰে ওখ ঘৰ এটাৰ দেৱাল নিৰ্মাণ কৰোঁতে বতাহে যাতে অনিষ্ট কৰিব নোৱাৰে তাৰ কাৰণে নিশ্চিত হ'বৰ নিমিত্তে শিলাখণ্ডবিলাক যেনেকৈ নিকপকপীয়াকৈ জাপি জাপি জোৰা লগায়, সেইদৰেই তেওঁলোকৰ শিৰস্ত্ৰাণ আৰু কাৰু-কাৰ্য-খচিত ঢালবিলাক নিবিড়ভাৱে সংলগ্ন হৈ আছিল। ঢাল শিৰস্ত্ৰাণ আদিৰে সজ্জিত হৈ সৈনিকসকল ইমান ওচৰা-উচৰিকৈ থিয় হৈ আছিল যে তেওঁলোকে সামান্য লৰচৰ কৰিলেই পাখি লগা শিৰস্ত্ৰাণৰ চিকমিকীয়া চূড়াবিলাকৰ সংঘৰ্ষ হৈছিল। তেওঁলোক সকলোৰে

সমুখত পেট্রক্লাছ আৰু অটমিডনে সামৰিক অৱস্থান গ্ৰহণ কৰিছিল। উভয়ৰে একেটি মাত্ৰ ইচ্ছা আছিল মাৰ্মিডন বাহিনীৰ আগত থাকি যুদ্ধ কৰা।

কিন্তু একিলিছ শিবিৰৰ ভিতৰলৈ সোমাই গ'ল। তাত তেওঁ এটি ধুনীয়া ফুলজালি কৰা পেৰাৰ সাঁফৰখন খুলিলে। শ্বেতচৰণা ঠিটিছে তেওঁ ভ্ৰমণৰ সময়ত ব্যৱহাৰ কৰিবৰ কাৰণে পেৰাটোৰ ভিতৰত নানাবিধ বস্ত্ৰ, বতাহ সোমাব নোৱাৰা কাপোৰ আৰু উলৰ ডাঠ কম্বল আদি জাপি থৈছিল। ইয়াতে তেওঁ এটি সুন্দৰ পিয়লা ৰাখিছিল। এই পিয়লাটোত মুখ দি আন কোনো লোকেই মদ্যপান কৰিব নোৱাৰিছিল। তেওঁ নিজেহে এই পিয়লাটো ব্যৱহাৰ কৰিছিল একমাত্ৰ জনক জ্যুছৰ প্ৰতি আহুতি নিবেদন কৰিবৰ কাৰণে, অন্যান্য দেৱতাৰ প্ৰতি নহয়। তেওঁ পেৰাটোৰ ভিতৰৰ পৰা পিয়লাটো উলিয়াই লৈ গন্ধকেৰে মাজি পৰিষ্কাৰ পানীৰ নিজৰা এটাত ভালকৈ পখালিলে আৰু হাত ধুই তাত ফটিকৰ ধাৰ যেন মদিৰা ভৰাই ল'লে। তাৰ পিছত তেওঁ প্ৰাৰ্থনাৰ কাৰণে সমুখৰ চোতালখনলৈ গৈ আকাশৰ ফালে দৃষ্টি ৰাখি মদিৰাখিনি ঢালি দিলে। এই সময়ছোৱাত বজ্ৰবিলাসী জ্যুছে তেওঁক লক্ষ্য কৰি আছিল। তেওঁ প্ৰাৰ্থনা আৰম্ভ কৰি ক'লে, "হে প্ৰভু জ্যুছ, হে ডডনীয়ান, পেলঝিয়ান জ্যুছ, দূৰ দূৰণিত থাকি তুমি শীতল ডডনা শাসন কৰিছা। হেল্লি নামৰ জ্যোতিষীসকলে তোমাক বেৰি থাকে। তেওঁলোকে ভৰি নোধোৱে আৰু মাটিত শয়ন কৰে। আগেয়ে মোৰ প্ৰাৰ্থনা কৰ্ণগোচৰ হৈছিল। একীয়ান সৈন্যবাহিনীক দাৰুণভাৱে দুৰ্দশাগ্ৰস্ত কৰি তুমি মোৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিছিলা। মোৰ আৰু এটি প্ৰাৰ্থনা মঞ্জুৰ কৰা। মই নিজে জাহাজবিলাকৰ মাজতে থাকিম। কিন্তু মই বহু সংখ্যক মাৰ্মিডন সৈন্যৰ সৈতে মোৰ বন্ধু এজনক ৰণক্ষেত্ৰলৈ পঠাইছো। হে সৰ্বদ্ৰষ্টা জ্যুছ, তেওঁক কৃপাকৰি জয়যুক্ত কৰা, দুৰ্জয় সাহসেৰে তেওঁৰ অন্তৰ পৰিপূৰ্ণ কৰা, মোৰ সহচৰজনে নিজ পৰাক্ৰমেৰে যুদ্ধ কৰিব পাৰেনে, স্বয়ং মই সংগ্ৰামত অংশ গ্ৰহণ কৰিলেহে তেওঁ অজেয় হৈ থাকিব পাৰে, সেইকথা হেক্টৰে যেন জানিব পাৰে। তৰীসমূহৰ ওচৰৰপৰা ৰণৰ কোলাহল অতিশীঘ্ৰে অপসৃত কৰি তেওঁ নিৰাপদে আৰু অক্ষত দেহেৰে, সকলো অস্ত্ৰ-শস্ত্ৰ আৰু সৈন্য-সামন্ত লগত লৈ মোৰ জাহাজলৈ আৰু মোৰ কাষলৈ উভতি আহক।"

একিলিছৰ প্ৰাৰ্থনা পৰামৰ্শদাতা জ্যুছৰ শ্ৰুতিগোচৰ হ'ল, কিন্তু তেওঁ তাৰ অৰ্ধেকহে মঞ্জুৰ কৰিলে, বাকীখিনি নকৰিলে। ট্ৰজানবিলাকক জাহাজৰ ওচৰৰ পৰা খেদি দিবলৈ পেট্ৰক্লাছক সক্ষম কৰাৰ ক্ষেত্ৰত পিতৃপুৰুষ সন্মত হ'ল। কিন্তু তেওঁ যুদ্ধৰপৰা নিৰাপদে জাহাজলৈ উভতি অহাটো তেওঁ অনুমোদন নকৰিলে।

প্ৰাৰ্থনাৰ পিছত জ্যুছৰ প্ৰতি আহুতি নিবেদন কৰি একিলিছ নিজৰ শিবিৰলৈ গ'ল আৰু পিয়লাটো পেৰাটোত পুনৰ ভৰাই থলে। তাৰ পিছত তেওঁ আকৌ ওলাই আহি শিবিৰৰ সমুখত থিয় হৈ থাকিল, কাৰণ তেওঁৰ আগ্ৰহ সিমানতে শেষ হোৱা নাছিল। ট্ৰজান আৰু একীয়ানবিলাকৰ সংঘৰ্ষ নিৰীক্ষণ কৰিবলৈ তেওঁ ইচ্ছা কৰিলে।

ইতিমধ্যে বীৰ পেট্ৰক্লাছৰ তত্বাৱধানত সশস্ত্ৰ সেনাবাহিনী প্ৰচণ্ড বিক্ৰমেৰে ট্ৰজানবিলাকৰ সন্মুখীন নোহোৱা পৰ্যন্ত ক্ষিপ্ৰ গতিৰে আগবাঢ়ি যাবলৈ ধৰিলে।

আলিবাট এটাৰ কাষৰপৰা প্ৰবল গতিৰে উৰি অহা অসংখ্য বৰলৰ জাক এটাৰ ছবি মনতে ভাবি লওক। ল'ৰাবিলাকে সাধাৰণতে সিহঁতক জোকায়, কাৰণ মূৰ্খহঁতে বাহটোৰ কাষেদি অহা-যোৱা কৰোঁতে সিহঁতৰ থং তুলি লয়। ইয়াৰ ফলত সৰ্বসাধাৰণৰ কাৰণে আতংকৰ সৃষ্টি হয়। কোনোবা বাটৰুৱা আহি অজানিতে সিহঁতক আমনি কৰে আৰু সেই মুহূৰ্ততেই সিহঁতে সাজু হৈ পোৱালি-বিলাকৰ হকে যুদ্ধ কৰিবলৈ জাকে জাকে উৰা মাৰে। এনেকুৱা মনোভাবেৰেই মাৰ্মিডনবিলাক জাহাজৰপৰা দুৰ্বাৰ গতিৰে আগবাঢ়িছিল আৰু এক অবৰ্ণনীয় কোলাহলৰ সৃষ্টি হৈছিল। সেই হুলস্থুলৰ মাজেদিয়েই সৈন্যবিলাকক উৎসাহিত কৰি থকা পেট্ৰক্লাছৰ বজ্ৰনিৰ্ঘোষ শ্ৰুতিগোচৰ হৈছিল। তেওঁ চিঞৰি চিঞৰি কৈছিল, "কুমাৰ একিলিছৰ মাৰ্মিডন সৈন্যসকল, মনুষ্যত্বৰ পৰিচয় দিয়াহঁক। বন্ধুসকল তোমালোকৰ অতীতৰ দুঃসাহস প্ৰদৰ্শন কৰা। পেলিউছৰ পুত্ৰৰ কাৰণে বিজয় গৌৰৱ অৰ্জন কৰা। আৰ্গিভ শিবিৰত তেৱেঁই শ্ৰেষ্ঠ পুৰুষ। তেওঁৰ অধীনত থকা সৈন্যবাহিনীও শ্ৰেষ্ঠ। শ্ৰেষ্ঠ একীয়ানজনক অপমানিত কৰি তেওঁ কি মূৰ্খামীৰ পৰিচয় দিয়ে সেই কথা সম্ৰাট আগামেমননক শিকাই দিয়াহঁক।"

পেট্ৰক্লাছে প্ৰতিজন সৈনিকক উদ্দীপিত কৰিলে। তেওঁলোকে মিলিত-ভাৱে ট্ৰজানবিলাকক আক্ৰমণ কৰিলে, একীয়ানসকলৰ ৰণ-হুংকাৰ জাহাজবিলাকৰ কাষত ভীতিপ্ৰদভাৱে প্ৰতিধ্বনিত হ'ল।

কিন্তু ট্ৰজানবিলাকে মিনটিয়াছৰ পৰাক্ৰমী পুত্ৰ আৰু তেওঁৰ সাৰথি অটমিডনক ব্ৰঞ্জৰ কবচ আদিৰে দীপ্তিমান ৰূপত দেখা পাই মনোবল হেৰুৱালে। তেওঁলোকৰ অন্তৰ নিৰাশাত ভাগি পৰিল আৰু সৈন্যৰ পংক্তিসমূহ কম্পমান হ'ল। কাৰণ যি বিবাদৰ কাৰণে ক্ষিপ্ৰচৰণ একিলিছে নিজকে জাহাজবিলাকৰ কাষত আৱদ্ধ কৰি ৰাখিছিল, এতিয়া তেওঁ সেই বিবাদৰ সামৰণি মাৰি আগা-মেমনৰ লগত মিত্ৰতা স্থাপন কৰিলে বুলি তেওঁলোকৰ ধাৰণা হ'ল। প্ৰতিজন

লোকেই আকস্মিক মৰণৰপৰা ৰক্ষা পাবৰ কাৰণে নিৰাপদ আশ্ৰয়ৰ সন্ধানত ব্যাকুলভাৱে চাৰিওফালে দৃষ্টিপাত কৰিছিল।

পোন প্ৰথমে পেট্ৰক্লাছেই চিকমিকীয়া বৰ্শা এপাট নিক্ষেপ কৰিলে। মহান প্ৰটেছিলাছৰ জাহাজখনৰ পিছফালে গোটখোৱা জাক জাক মানুহৰ মাজলৈকে তেওঁ বৰ্শাপাট মাৰি পঠিয়াইছিল। বিস্তীৰ্ণ নদী অক্সিয়াছৰ পাৰত অৱস্থিত অমিডনৰপৰা পাখি লগা শিৰস্ত্ৰাণধাৰী পিয়নিয়ানবিলাকক লৈ অহা পাইৰেকৃমিছৰ গাত বৰ্শাপাট লাগিল আৰু তেওঁৰ দক্ষিণ স্কন্ধদেশ বিদীৰ্ণ হ'ল। আৰ্তনাদ কৰি তেওঁ মাটিত পিঠি দি বাগৰি পৰিল। সেনাপতি আৰু শ্ৰেষ্ঠ যোদ্ধাজন নিহত হোৱা দেখা পাই সমগ্ৰ পিয়নিয়ান বাহিনী সন্ত্ৰস্ত হৈ ছেদেলি-ভেদেলি হ'ল। জাহাজৰ কাষৰপৰা তেওঁলোকক তুৰন্তে খেদি পেট্ৰক্লাছে প্ৰটেছিলাছৰ আধাপোৰা জাহাজখনৰ জুই নুমালে। ইতিমধ্যে ট্ৰজানবিলাকো আতংকত অভিভূত হ'ল। নিতান্ত বিবুদ্ধি হৈ তেওঁলোকে পৃষ্ঠভংগ দিলে। কাণ তালমৰা শব্দ কৰি ডানানবিলাকে শূন্যগৰ্ভ জাহাজবিলাকৰ মাজৰ খালী ঠাই-বিলাকৰপৰা দলে দলে ওলাই আহি তেওঁলোকক আক্ৰমণ কৰিলে।

এইদৰেই ডানানবিলাকে তেওঁলোকৰ নৌ-বাহিনী জ্বলন্ত অগ্নিৰ কৰাল-গ্ৰাসৰপৰা উদ্ধাৰ কৰিবলৈ সমৰ্থ হ'ল। তেওঁলোকে মুকলি মনেৰে উশাহ ল'বলৈ খন্তেক অৱসৰ পালে। বজ্ৰনিয়ন্ত্ৰক জ্যুছে ওখ পাহাৰ এটা আবৰি থকা এছটা ঘন মেঘ অপসাৰণ কৰিলে যেনেকৈ আকাশৰ সীমাহীন গভীৰতা অন্তৰীক্ষ পৰ্যন্ত উন্মুক্ত হৈ পৰে আৰু সমগ্ৰ শিখৰশ্ৰেণী, গিৰিকন্দৰ আৰু বিস্তীৰ্ণ স্থলভাগ দৃষ্টিগোচৰ হয় এতিয়া ঠিক তেনেকুৱা এটি অৱস্থাৰে সৃষ্টি হৈছিল। কিন্তু সাহসী একীয়ান-সকলৰ সংগ্ৰামৰ তেতিয়াও সামৰণি পৰা নাছিল। ট্ৰজানবিলাক কলীয়া জাহাজ-বিলাকৰ কাষৰপৰা আঁতৰি যাবলৈ বাধ্য হৈছিল সঁচা, কিন্তু তেওঁলোক সম্পূৰ্ণ পৰাজিত হোৱা নাছিল। তেতিয়াও তেওঁলোকে কেপেৰি পাতি আছিল।

দুয়োদলৰ এইদৰে হতাহতি যুদ্ধ হোৱাৰ ফলত একীয়ানবিলাকে ট্ৰয়ৰ সেনাপতিসকলক বাছি বাছি আক্ৰমণ কৰিবলৈ ধৰিলে। পৰাক্ৰমী আৰিলাইকাছে অলপ কাটিকুটা কৰোঁতেই পেট্ৰক্লাছে তেওঁৰ কৰঙনত শাণিত বৰ্শা বহুৱাই দিলে। ব্ৰঞ্জৰ জোংটোৱে হাড়লৈকে শলাত তেওঁ ততালিকে ধৰাশায়ী হ'ল। ইতিমধ্যে আৰিছৰ প্ৰিয়পাত্ৰ মেনিলাছে ঠোৱাছৰ বক্ষ বিদীৰ্ণ কৰিলে। ঢালখনৰ ওপৰেদি বুকুখন অৰক্ষিত অৱস্থাত ওলাই আছিল। উৰুমূলৰ কঠিন মাংসপেশী ভেদ কৰি শেলৰ আগটো গভীৰভাৱে প্ৰৱেশ কৰাৰ ফলত এম্ফিক্লাছৰ চকুলৈ আন্ধাৰ নামি আহিল। তেতিয়া নেষ্টৰ-নন্দন এন্টিলকাছে তীক্ষ্ণ বৰ্শাৰে আঘাত কৰি

অটিমৃনিয়াছৰ পাৰ্শ্বদেশ বিদীৰ্ণ কৰিলে। অটিমৃনিয়াছ সশব্দে বাগৰি পৰিল। কিন্তু ভায়েকৰ মৃত্যুত অতিশয় ক্ৰুদ্ধ হৈ মনমেৰে এন্টিলকাছক আক্ৰমণ কৰিলে আৰু নিজে আগত থাকি মৃতদেহটো আৱৰি ধৰিলে। তত্ৰাচ, তেওঁ কোনো প্ৰকাৰৰ অনিষ্ট কৰিব পৰাৰ আগতেই নেষ্টৰৰ অন্যতম পুত্ৰ দেত্ৰোপম ঠে ছিমিডিছে অতিশয় তৎপৰতাৰে তেওঁৰ স্কন্ধদেশ লক্ষ্য কৰি আক্ৰমণ কৰিলে আৰু তাতেই তেওঁৰ বৰ্শাৰ আঘাত লাগিল। বৰ্শাৰ জোংটোৱে পেশীৰ আৱৰণৰ মাজেদি সৰকি গৈ বাউসীৰ জোৰাটোৰ হাড়ভাল বিচ্ছিন্ন কৰিলে। মৰিছ সশব্দে ধৰাশায়ী হ'ল আৰু তেওঁৰ চকুলৈ অন্ধকাৰ নামি আহিল। এইদৰেই দুয়ো সহোদৰৰ দ্বাৰা পৰাজিত দুজন বীৰ ৰসাতললৈ প্ৰস্থান কৰিলে। ছাৰ্পিডনৰ বাহিনীত দুয়ো বৰ্শাচালক হিচাপে দক্ষতাৰ পৰিচয় দিছিল। তেওঁলোক আছিল আমিছ'ডৰাছৰ সন্তান। অনেক লোকৰ অনিষ্ট সাধন কৰা কাইমেৰা নামৰ দানৱটোক এই আমিছ'ডৰাছেই বশ কৰি ৰাখিছিল।

অইলিউছ-পুত্ৰ আয়াছ উন্মত্ত জনতাৰ ওপৰত জঁপিয়াই পৰিল। বিপদগ্ৰস্ত ক্লিয়বুলাছক তেওঁ জীৱিত অৱস্থাতে বন্দী কৰিলে। কিন্তু শীঘ্ৰেই তেওঁ নাল লগোৱা তৰোৱালেৰে ডিঙিত কোৰ মাৰি তেওঁক ইহলোকৰপৰা বিদায় দিলে। তপত তেজেৰে তৰোৱালখন ৰাঙলী হ'ল। তেওঁ নিয়তিৰ কৰালগ্ৰাসত পৰিল আৰু ৰক্তাক্ত মৃত্যুৱে তেওঁৰ নয়ন দুটি জপাই দিলে।

ইয়াৰ পিছত পেনিলিয়ছ আৰু লাইকণৰ যুঁজ লাগিল। উভয়ৰে বৰ্শা ব্যৰ্থ হোৱাত দুয়ো পৰস্পৰৰ প্ৰতি ধাৱিত হৈ অসিযুদ্ধত প্ৰবৃত্ত হ'ল। লাইকণে আনজনৰ পাখি লগা শিৰস্ত্ৰাণৰ চূড়াত আঘাত কৰাৰ ফলত তৰোৱালখন নালতে ভাগি থাকিল। কিন্তু পেনিলিয়ছে লাইকণৰ কাণৰ পিছফালেদি ডিঙিত প্ৰাণ মৰাত তৰোৱালখন সোমাই গ'ল। মাত্ৰ ছাল এছটাহে লাগি থাকিল। লাইকণ ধৰাশায়ী হোৱাৰ সময়ত ছালছটাৰপৰা মূৰটো ওলমি পৰিছিল।

মেৰিয়নিছে দ্ৰুতগতিৰে দৌৰি গৈ আকামাছক আক্ৰমণ কৰি তেওঁ ৰথত আৰোহণ কৰিবলৈ ধৰোতেই কান্ধত আঘাত কৰিলে। আকামাছ ৰথৰপৰা বাগৰি পৰিল আৰু তেওঁৰ চকু কুঁৱলীয়ে আৱৰি ধৰিলে। ইতিমধ্যে আইড-মিনিউছে এৰৰ বৰ্শাৰে নিদাৰুণভাৱে ইৰিমাছক মুখতে হানিলে। বৰ্শাৰ আগটো মস্তিষ্কৰ তলেদি মস্তকৰ নিম্নাংশ ভেদ কৰি মোৱাত বগা হাড়বিলাক ভাগি চুৰ্ণ হ'ল। তেওঁৰ দাঁত কৰকৰাই উলিল, চকু দুটাত তেজ সোমাল, নাকৰ ফুটা আৰু মেলি থকা মুখেদি হোৱোকাৰ [illegible] তেজ বৰকিবলৈ ধৰিলে। [illegible] পিছত মৃত্যুৰ [illegible] তেওঁক আৱৰি [illegible]।

এইদৰেই প্ৰতিজন ডানান সামন্তই একোজন শত্ৰুক নিপাত কৰিলে। চিকাৰৰ সন্ধানত থকা কুকুৰনেচীয়া বাঘে ৰখীয়াৰ অসাৱধানতাৰ ফলত পাহাৰত ছেদেলি-ভেদেলি হোৱা ভেড়া ছাগলীৰ পাল এটাৰ মাজত সোমাই ছেগচাই ভয়াতুৰ প্ৰাণীবিলাকক এটা এটাকৈ থপিয়াই সিহঁতক হায়ৰাণ কৰাৰদৰে এতিয়া তেওঁলোকেও ট্ৰজানবিলাকক বিধ্বস্ত কৰিছিল। ট্ৰজানবিলাকৰ যুদ্ধ কৰাৰ আগ্ৰহ টুটি আহিছিল আৰু এতিয়া তেওঁলোকে বিশৃংখলভাৱে পৃষ্ঠ প্ৰদৰ্শন কৰিছিল।

ব্ৰঞ্জ বিভূষিত হেক্টৰক লক্ষ্য কৰি অস্ত্ৰ-নিক্ষেপ কৰাই মহান টেলামনীয় আয়াছৰ একমাত্ৰ অভিলাষ আছিল। কিন্তু হেক্টৰ অনভিজ্ঞ যোদ্ধা নাছিল। গৰুছালৰ ঢালেৰে তেওঁ প্ৰশস্ত স্কন্ধদেশ আবৰি ৰাখিছিল আৰু সোঁসোঁৱাই অহা শৰ বা বৰ্শাই যাতে আঘাত কৰিব নোৱাৰে তাৰবাবে কাণ চুখন সুৰক্ষিত কৰি থৈছিল। নতুন সৈন্য-সামন্তৰ বলত শত্ৰুৱে যে সেইদিনা জয়লাভ কৰিব পাৰিছিল সেই বিষয়ে তেওঁৰ অলপো সন্দেহ নাছিল। তথাপি তেওঁ ৰণক্ষেত্ৰত থাকি সাহসী সৈন্যসকলক ৰক্ষা কৰিবলৈ প্ৰয়াস কৰিছিল।

কিন্তু এতিয়া ৰণতৰীৰ কাষৰপৰা ট্ৰজানবাহিনীৰ পশ্চাদপসৰণ পৰাজয়ৰ তুমুল কোলাহলত পৰিণত হৈছিল। জ্যুছৰ আদেশত বলা প্ৰচণ্ড ধুমুহাই অলিম্পাছ বা নিকটৱৰ্তী মুক্ত আকাশৰপৰা ঘূৰ্ণাৰ গতিৰে উৰুৱাই অনা কলীয়া মেঘৰদৰে এই শব্দ প্ৰবল হৈ পৰিছিল। একীয়ানবিলাকে নিৰ্মাণ কৰা প্ৰাচীৰৰ কাষৰপৰা তেওঁলোক পলাই পিয়াপি দিছিল। তেওঁলোকৰ অৱস্থা হৈছিল পিছঠেঙৰ মাজত নেজ সুমুৱাই যোৱা কুকুৰৰদৰে। গড়খাইৰেয়ে জন্মোৱা প্ৰতিবন্ধক অতিক্ৰম কৰি আহিব নোৱাৰা ৰীৰসকলক অদৃষ্টৰ হাতত সমৰ্পণ কৰি হেক্টৰে দ্ৰুত গতিৰে ৰথ চলাই দিলে। কাৰণ গড়খাৱৈ পাৰ হোৱাৰ সময়ত বহুতো যুদ্ধৰ ঘোঁৰা ৰথৰ যুঁৱলিৰপৰা বিচ্ছিন্ন হোৱাৰ ফলত ৰথীসকল ৰথসহ পিছ পৰি থাকিব লগা হৈছিল।

নৰহত্যাৰ নিচাত পেট্ৰক্লাছে তেওঁলোকক খেদি গৈছিল, তেওঁ ডানানসকলক নৃশংসভাৱে উচতাই দিছিল। ট্ৰজানসকলৰ বিন্যাস ইতিমধ্যে ভংগ হোৱাত তেওঁলোকে পৰাজয় বৰণ কৰিব লগা হৈছিল আৰু তেওঁলোকৰ চিঞৰত প্ৰতিটো পথ মুখৰিত হৈছিল। নৌবাহিনী আৰু শিবিৰসমূহ পৰিত্যাগ কৰি তেওঁলোকৰ বলিষ্ঠ ঘোঁৰাবোৰ নগৰলৈ উভতি যোৱাৰ সময়ত ধূলিৰ ডাৱৰে দশোদিশ ঢাকি পেলাইছিল। পেট্ৰক্লাছে যেতিয়াই সৰহসংখ্যক লোক আগে আগে পলাই যোৱা দেখা পাইছিল, তেতিয়াই তেওঁ বিকট নিনাদ কৰি তেওঁলোকক অনুসৰণ কৰিছিল। বহুতো ৰথী ৰথচ্যুত হৈ চকাৰ তলত পৰিছিল, তেওঁলোকৰ ৰথবিলাক উফৰি গৈ

ভাগিছিগি চুৰমাৰ হৈছিল। কিন্তু তেওঁ পৰিচালনা কৰা অশ্বদ্বয় আছিল অমৰ; দেৱতাসকলে পেলিউছক প্ৰদান কৰা উৎকৃষ্ট উপহাৰ। সিহঁতে অবাধগতিৰে চেকুৰি গৈ আৰু হেক্টৰক অন্তৰে চুকি পোৱা দূৰত্বত পেট্ৰক্লাছক উপনীত কৰাৰ কাৰণে ব্যগ্ৰ হৈ, একে জঁাপে গড়খাৱৈ পাৰ হৈছিল। কাৰণ তেওঁৰ আকাংক্ষা আছিল হেক্টৰক নিহত কৰা। কিন্তু হেক্টৰৰো বেগী ঘোঁৰা আছিল আৰু তেওঁ আঁতৰি যাব পাৰিছিল।

শৰৎকালত এনে একোটা দিন আহে যেতিয়া সমগ্ৰ গ্ৰাম্য অঞ্চল বৰ্ষামুখৰ আকাশৰ তলত অন্ধকাৰ হৈ পৰে আৰু জ্যুছে মৰ্ত্যবাসীসকলক শাস্তি বিহিবৰ কাৰণে ধাৰাসাৰ বৰষুণ নমায়। তেওঁৰ ক্ৰোধ সক্ৰিয় হৈ উঠে কাৰণ দেৱতাৰ সজাগ দৃষ্টি উপেক্ষা কৰি তেওঁলোকে ক্ষমতাৰ অপব্যৱহাৰ কৰে, ৰাজহুৱা অনুষ্ঠানত অসৎ সিদ্ধান্ত গ্ৰহণ কৰে আৰু ন্যায়ৰপৰা বিচলিত হয়। তাৰ পৰিণতি হিচাপে জান-জুৰিবিলাকত বানপানী হয়, তীব্ৰ সোঁতত পাহাৰ খহি যায় আৰু নদী-বিলাকে দুৰ্বাৰ গতিত প্ৰচণ্ড গৰ্জনেৰে পৰ্বতৰপৰা নামি আহি বাটত খেতি-পথাৰ নষ্ট কৰে আৰু অৱশেষত সাগৰৰ পংকিল পানীত মিলিত হয়গৈ। পলাই যোৱাৰ সময়ত ট্ৰজান অশ্বসমূহেও এনেকুৱা কোলাহলৰ সৃষ্টি কৰিছিল।

ইতিমধ্যে পেট্ৰক্লাছে নিকটৱৰ্তী সৈন্যদলবিলাক ছেদেলি-ভেদেলি কৰি সিহঁতক জাহাজবিলাকৰ ফালে খেদি লৈ গৈছিল। নগৰত আশ্ৰয় ল'বৰ কাৰণে কৰা সিহঁতৰ সকলো প্ৰচেষ্টা তেওঁ ব্যৰ্থ কৰিছিল। তৰীসমূহ, নদী আৰু উচ্চ প্ৰাচীৰৰ মাজত আৱদ্ধ কৰি তেওঁ সিহঁতক আক্ৰমণ কৰিছিল আৰু এইদৰেই নৰহত্যা কৰি মৃত একীয়ানসকলৰ ক্ষতিপূৰণ কৰিছিল। তেওঁৰ প্ৰথম চিকাৰ আছিল প্ৰণাছ। চিকমিকীয়া বৰ্শাৰে তেওঁ প্ৰণাছৰ ঢালৰ ওপৰতে অনাবৃত অৱস্থাত থকা বক্ষদেশত আঘাত কৰিলে। তেওঁ সশব্দে বাগৰি পৰিল। ইয়াৰ পিছত তেওঁ ইনপ্‌-তনয় ঠেষ্টৰক আক্ৰমণ কৰিলে। ঠেষ্টৰ তেতিয়া কুছিমুছি ৰথৰ ওপৰতে বহি আছিল। এই মানুহজন একেবাৰে বিবুদ্ধি হৈ পৰিছিল। তেওঁৰ হাতৰপৰা বাঘ-জৰিও স্খলকি পৰিল। পেট্ৰক্লাছে ওচৰচাপি তেওঁৰ সোঁ হনুত আঘাত কৰিলে আৰু দাঁতৰ মাজলৈ বৰ্শাপাট ঠেলি দিলে। তাৰ পিছত তেওঁ এজন মাছমৰীয়াই সাগৰৰ পাৰৰ শিল এটাত বহি প্ৰকাণ্ড মাছ এটা নিমজ বৰশীৰে গাঁঠি ছিপমাৰি টানি অনাৱদ্ৰে বৰ্শাডালেৰেই তেওঁক ৰথৰ ডাং-গড়াৰ ওপৰেদি আঁজোৰ মাৰি আনিলে। এইদৰে পেট্ৰক্লাছে চমৎকাৰ বৰ্শাৰ সহায়ত মুখ মেলি থকা চোকাবটি টানি আনি ৰথৰপৰা পেলাই দিলে। পৰাৰ লগে লগেই তেওঁৰ মৃত্যু হ'ল। ইবিলাকে তেওঁৰ কাষলে ঠেলা সত্ত্বেও তেওঁ শিল এটাৰে তেওঁৰ মূৰত

আঘাত কৰিলে। গধূৰ শিৰস্ত্ৰাণৰ ভিতৰতে তেওঁৰ মূৰটো ছুফাল হ'ল। তেওঁ মুখঠেকেছা খাই মাটিত পৰিল আৰু আত্মাৰ বিলুপ্তি সাধন কৰা মৃত্যুৱে তেওঁক গ্ৰাস কৰিলে। তাৰ পিছত পেট্ৰক্লাছে ইটোৰ পিছত সিটোকৈ ক্ষিপ্ৰতাৰে ইৰিমাছ, এক্ষটিৰাছ, ইপালটিছ, ডামাষ্টাৰ-তনয় টেপলিমাছ, ইকিয়াছ, পাইৰিছ, ইফিয়াছ, ইউয়িনাছ আৰু অৰ্জিয়াছ-পুত্ৰ পলিমিলাছ, এই আটাইকেউজনকে আক্ৰমণ কৰি তেওঁলোকক উদাৰ বসুন্ধৰাৰ বুকুত আশ্ৰয় দিলে।

টঙালি খহি পৰা লিছীয়ানবিলাক মিনটিয়াছ-পুত্ৰ পেট্ৰক্লাছৰ হাতত নিহত হোৱা দেখা পাই ছাৰ্পিডনে নিজ মনোভাৱ প্ৰকাশ কৰি সাহসী সৈনিকসকলক সম্বোধন কৰি চিঞৰি চিঞৰি ক'লে, "লিছীয়ানসকল কি লজ্জাৰ কথা! এই প্ৰশংসনীয় ক্ষিপ্ৰতাৰে তোমালোক ক'লৈ যাব খুজিছা? মই সৌ মানুহটোৰ সন্মুখীন নহওঁমানে ইয়াতে বৈ থাকাহঁক। আগত থকা সকলোকে মহটিয়াই অহা আৰু ইতিমধ্যে ট্ৰজানবিলাকৰ ঘোৰ অনিষ্ট সাধন কৰা এই মানুহটোনো কোন মই জানিব খোজো। সি আমাৰ বহুতো বাছকবনীয়া বীৰক বধ কৰিছে।"

ইয়াকে কৈ তেওঁ অস্ত্ৰ-শস্ত্ৰেৰে পথৰপৰা জঁাপ মাৰি নামিল। ইফালে তাকে দেখি পেট্ৰক্লাছেও অনুৰূপ কাৰ্যই কৰিলে। উভয়ে অৱজ্ঞাসূচক ধ্বনি কৰি পৰস্পৰৰ ফালে চোঁচা ল'লে। এহাল শগুণে বেঁকা নখ আৰু ভাঁজলগা ঠোঁটেৰে পাহাৰৰ ওপৰত যেনেকৈ চিঞৰি চিঞৰি যুঁজ কৰে তেওঁলোকেও তাকে কৰিছিল।

ক্ৰূৰমতি ক্ৰনছ-নন্দনে এই ঘটনাবিলাক দেখা পালে। তেওঁ ব্যথিত হৈ হুমুনিয়াহ কাঢ়ি নিজৰ ভগিনী আৰু পত্নী হিৰীক ক'লে, "অদৃষ্ট মোৰ প্ৰতি প্ৰতিকূল। মোৰ অতিশয় স্নেহ-ভাজন ছাৰ্পিডনক মিনটিয়াছ-পুত্ৰ পেট্ৰক্লাছে বধ কৰিব, এয়ে নিয়তিৰ নিৰ্বন্ধন। মোৰ দুই নাও দুই ভৰি হৈছে। মই তেওঁক শোকাৱহ সমৰৰপৰা বহু আঁতৰত থকা লিছীয়া দেশলৈ জীৱিতাৱস্থাতে স্থানান্তৰ কৰি লৈ যামনে? নহ'লে আজিৰ দিনটোতেই তেওঁক মিনটিয়াছ-পুত্ৰৰ হাতত নিহত হ'বলৈ এৰি দিমনেকি?"

অমৰাৱতীৰ বৃষভ-নেত্ৰা কুঁৱৰীয়ে উত্তৰ দিলে, "ক্ৰনছৰ ভীষণ সন্তান, তোমাৰ কথা শুনি মই আচৰিত হৈছো। যাৰ মৃত্যু বহুদিনৰ আগৰপৰাই নিৰ্ধাৰিত হৈ আছে, তেনে এজন মৰণশীল লোকক মৃত্যুৰ কৱলৰপৰা উদ্ধাৰ কৰিবলৈ তুমি ইচ্ছা প্ৰকাশ কৰিছা? তুমি যি মন যায় তাকে কৰিব পাৰা, কিন্তু এই আশা পোষণ নকৰিবা যে দেৱতাসকলে তোমাক সহৰ্ষে সমৰ্থন কৰিব। আৰু এটা কথা তুমি বিচাৰ কৰি চোৱা উচিত হ'ব। যদি তুমি ছাৰ্পিডনক জীৱন্তে নিজৰ

যবলৈ পঠিয়াই দিয়া, তেনেহ'লে নিজ নিজ সন্তানসকলক ৰণৰপৰা ৰক্ষা কৰিবলৈ অন্যান্য দেৱতাসকলক কোনে বিৰত কৰিব ? ট্ৰয়ৰ বহুতো বীৰৰ শৰীৰত দেৱতাৰ তেজ আছে। তোমাৰ এই কাৰ্যত দেৱতাসকল অতিশয় অসন্তুষ্ট হ'ব। নহয়, ছাৰ্পিডনৰ প্ৰতি যদি তোমাৰ দয়া-মমতা আছে, তেন্তে পেট্ৰক্লাছৰ লগত হোৱা মাৰাত্মক সংগ্ৰামত তেওঁ মৃত্যু বৰণ কৰক। তেওঁ শেষ নিশ্বাস ত্যাগ কৰাৰ পিছত মৃত্যু আৰু নিদ্ৰাৰ দেৱতাক আদেশ দিবা যেন তেওঁলোকে ছাৰ্পিডনৰ মৃতদেহ বিস্তীৰ্ণ লিছীয়া দেশলৈ লৈ যায়। আত্মীয়-কুটুম্ব আৰু বন্ধু-বান্ধৱসকলে তেওঁক সংকাৰ কৰি তেওঁৰ সমাধিত এটা মৈদাম আৰু এটি স্মৃতিস্তম্ভ নিৰ্মাণ কৰি দিব।"

দেৱতা আৰু মানৱৰ পিতৃ-পুৰুষে আপত্তি নকৰিলে। কিন্তু তেওঁ প্ৰিয় সন্তানৰ সন্মানাৰ্থে এজাক তেজৰ বৰষুণ পৃথিৱীলৈ প্ৰেৰণ কৰিলে। ইতিমধ্যে পেট্ৰক্লাছে তেওঁক নিজ দেশৰপৰা বহু আঁতৰত অৱস্থিত, নিৱভূমিৰে ভৰা ট্ৰয়দেশত নিহত কৰিবলৈ প্ৰস্তুত হৈছিল।

অস্ত্ৰেৰে ঢুকি পোৱা দূৰত্বত দুয়ো উপনীত হোৱাৰ পিছত পেট্ৰক্লাছেই প্ৰথমতে আক্ৰমণ কৰিলে। ৰজা ছাৰ্পিডনৰ সম্ভ্ৰান্ত সহচৰ কীৰ্তিমান ঠে্ৰছিমিলাছৰ পেট বৰ্শাবিদ্ধ হ'ল। তেওঁ দুটিখাই পৰিল। ইয়াৰ পিছত ছাৰ্পিডনে চিকচিকীয়া বৰ্শা নিক্ষেপ কৰিলে। বৰ্শাপাট পেট্ৰক্লাছৰ গাত নালাগিল যদিও তেওঁৰ অশ্ব পেডাচাছৰ সোঁকান্ধত সোমাল। মৃত্যু যন্ত্ৰণাত ছপকটাই ঘোঁৰাটো মাটিত পৰি গ'ল আৰু দীঘল উশাহ এটা লৈ সি প্ৰাণ-ত্যাগ কৰিলে। আন দুটা ঘোঁৰাই বিপৰীত গতিত জাঁপ মাৰি যোৱাত যুঁৱলিডালত কেচেক্ কৰি এটা শব্দ হ'ল আৰু সিহঁতৰ লেকাম মাটিত পৰি থকা ঘোঁৰাটোৰ লেকামৰ লগত জট লাগি গ'ল। কিন্তু সুদক্ষ বৰ্শাচালক অটমিডনে শীঘ্ৰে এটা উপায় বিচাৰি পালে। তেওঁ সবল উৰুদেশৰপৰা অসি আকৰ্ষণ কৰি ৰথৰপৰা নামি গ'ল আৰু উপকৰাকৈ জুটি অন্য ঘোঁৰাটো কাটি জটটো মুকলি কৰি দিলে। ঘোঁৰাহাল থিতাপি লাগিল আৰু সিহঁতে পুনৰ ৰথ টানিব পৰা হ'ল। যোদ্ধা দুজনে ভয়ংকৰ দ্বন্দ্বযুদ্ধ আৰম্ভ কৰিলে।

ছাৰ্পিডনে জিলমিলাই থকা এপাট বৰ্শা নিক্ষেপ কৰিলে, কিন্তু লক্ষ্যভ্ৰষ্ট হ'ল। বৰ্শাৰ জোংটো পেট্ৰক্লাছৰ বাওঁকান্ধৰ ওপৰেদি নিৰীহভাৱে পাৰহৈ গ'ল। এইবাৰ পেট্ৰক্লাছে পুনৰ বৰ্শা নিক্ষেপ কৰিলে। তেওঁৰ হাতৰ এই অস্ত্ৰ অথলে নগ'ল। স্পন্দনশীল হৃৎপিণ্ডৰ ওপৰত থকা পাতল আচ্ছাদনখন বিদীৰ্ণ হোৱাত, কাঠকটীয়াই ঢোকা কুঠাৰেৰে পাহাৰৰপৰা ফালবাই দিয়া ওক, পপলাৰ বা অন্য সবল গছৰ দৰে ছাৰ্পিডন ভূপতিত হ'ল। তেওঁ আৰ্তনাদ কৰি নিজৰ তেজেৰে ৰাঙলী হোৱা মাটি খামুচি ধৰিলে। সিহঁতৰ

স্যমৰিক বাহিনীৰ সেনাপতি অশ্বসংযুক্ত ৰথৰ সন্মুখত এইদৰেই ধৰাশায়ী হ'ল। কিন্তু পেট্রক্লাছৰ হাতত প্ৰাণ বিসৰ্জন দিয়াৰ এই চৰম মুহূৰ্ত্ততো তেওঁ সম্পূৰ্ণ অবজ্ঞা প্ৰদৰ্শন কৰি থাকিল। ভয়ত চুপচুপাই থকা গৰুৰ পাল এটাৰ মাজত আক্ৰান্ত হোৱা হৃষ্টপুষ্ট তামৰণীয়া ষাঁড়গৰু এটাই সিংহটোৱে তাক কামুৰি ধৰোতে সুনিশ্চিত মৃত্যুৰ মুখামুখী হৈয়ো গুৰু-গম্ভীৰ গৰ্জন কৰাৰ দৰেই ছাৰ্পিডনো সৰৱ হৈ ৰ'ল।

প্ৰিয়তম বন্ধুৰ নাম উচ্চাৰণ কৰি তেওঁ চিঞৰিলে, "গ্লকাছ, প্ৰিয় গ্লকাছ তুমি যোগ্যতম পুৰুষ, বৰ্শা চালনাৰ দক্ষতা আৰু দুৰ্বাৰ সাহসৰ পৰিচয় দিয়াৰ এয়ে সুবৰ্ণ সুযোগ। যদিহে তোমাৰ দেহত এতিয়াও বলবীৰ্য আছে, তেন্তে এই অমংগলীয়া যুদ্ধখনৰ প্ৰতি অনুৰাগ প্ৰদৰ্শন কৰা। যিয়ে য'তেই নাথাকক আমাৰ সেনাপতি-সকলৰ ওচৰলৈ দৌৰি গৈ তেওঁলোকক ছাৰ্পিডনৰ চতুৰ্দিশে একত্ৰিত হ'বলৈ আহ্বান জনাবা। আৰু তাৰ পিছত ব্ৰঞ্জৰ শক্তিশেল ধাৰণ কৰি মোক মাজত লৈ যুদ্ধ কৰা। যদিহে শত্ৰুৰ ৰণতৰীৰ সন্নিকট এই ৰণাংগণত একীয়ানবিলাকে তোমালোকৰ চকুৰ আগতে মোৰ বৰ্ম-কবচাদি লুণ্ঠন কৰিবলৈ সমৰ্থ হয়, তেন্তে জীয়াই থকাৰ প্ৰতিটো দিনতেই মোৰ চিন্তাই তোমালোকৰ মস্তক লজ্জাৱনত কৰিব। সমস্ত শক্তিৰে শত্ৰুক প্ৰতিৰোধ কৰা, আমাৰ প্ৰতিজন সৈন্যকেই যুদ্ধত নিয়োগ কৰা।"

ছাৰ্পিডনৰ কণ্ঠৰোধ হ'ল, কাৰণ মৃত্যু তেওঁৰ নয়নলৈ নামি আহিছিল। তেওঁৰ শ্বাস-প্ৰশ্বাস বন্ধ হ'ল। পেট্ৰক্লাছে তেওঁৰ বুকুৰ ওপৰতে ভৰি থৈ বৰ্শাপাট মগজুৰ মাজৰপৰা আঁজুৰি উলিয়ালে। মধ্যচ্ছদাখনো তাতে লাগি আহিল। বৰ্শাৰ আগটো আকৰ্ষণ কৰাৰ লগেলগেই তেওঁৰ আত্মাও মুক্ত হ'ল। মাৰ্মিডন-বিলাকে ওচৰতে ফোপাই থকা ঘোঁৰাহাল আটক কৰি আছিল। ৰথখনত ৰথী, সাৰথি কাকো নেদেখি সিহঁত আতংকিত হৈছিল।

ছাৰ্পিডনৰ আহ্বানত গ্লকাছ উন্মাদ হৈ পৰিল। তেওঁক সাহায্য কৰাৰ অসামৰ্থ্যই তেওঁৰ কলিজাটোত মোচৰ মাৰিলে। তেওঁ আহত হাতখন আনটো হাতেৰে খামুচি ধৰিলে, কাৰণ একীয়ান প্ৰাচীৰ আক্ৰমণ কৰাৰ সময়ত সংগীসকলৰ প্ৰাণ ৰক্ষাৰ্থে যুদ্ধ কৰা টিউছাৰৰ বাবা শৰাহত হৈ তেওঁ অতিশয় যন্ত্ৰণা ভোগ কৰিছিল। তেতিয়া তেওঁ ধনুৰ্দ্ধাৰী দেৱতা এপলোক প্ৰাৰ্থনা কৰিলে, "হে দেৱতা, সমৃদ্ধ লিছীয়া অথবা ট্ৰয়, য'তেই তুমি নাথাকো কিয়, মোৰ কথা শুনা। কাৰণ মোৰ দৰে বিপন্ন মানুহৰ মিনতি সকলো ঠাইতেই তোমাৰ শ্ৰুতিগোচৰ হয়। মোৰ এই বেদনাদায়ক ক্ষতস্থানৰ চোৱা। মোৰ হাতখন বিষত টনটনাইছে।

তেজ এতিয়াও শুকাই যোৱা নাই। মোৰ কান্ধখনৰ লখচৰ কৰিব নোৱাৰা অৱস্থা। মই স্থিৰভাৱে বৰ্শাপাটো ল'ব নোৱাৰো, শত্ৰুৰ লগত ৰণ কৰাটো দূৰৰ কথা। আমাৰ শ্ৰেষ্ঠবীৰ, জুছ-পুত্ৰ ছাৰ্পিডন নিহত হৈছে। কিন্তু নিজৰ পুত্ৰৰ হকেও জুছে আঙুলি এটাকে নলৰায়। হে এপলো, একমাত্ৰ তোমাকহে মই মোৰ এই নিদাৰুণ ক্ষতটো নিৰাময় কৰিবলৈ কাকুতি কৰিছো। মোৰ যন্ত্ৰণাৰ উপশম কৰা, সংগীসকলক একত্ৰিত কৰি আমাৰ ৰজাৰ মৃতদেহটোৰ কাৰণে অনুধাৱণ কৰিবলৈ মোক শক্তি দিয়া।"

তেওঁৰ প্ৰাৰ্থনা অতি শীঘ্ৰে ফিবাছ এপলোৰ শ্ৰুতিগোচৰ হ'ল। তেওঁৰ বেদনাৰ উপশম হ'ল আৰু নিদাৰুণ ক্ষত ডোখৰৰ ক'লাতেজ গোট মাৰিলে। তেওঁ অন্তৰতো শক্তি লাভ কৰিলে। গ্লকাছে এপলোৰ অনুগ্ৰহৰ কথা ভালকৈ জানিব পাৰিছিল। তেওঁৰ প্ৰাৰ্থনা যে এই মহীয়ান দেৱতাজনে ইমান সোনকালে মঞ্জুৰ কৰিলে তাকে ভাবি তেওঁ আনন্দিত হ'ল। তেওঁ তুৰন্তে লিছীয়ান সেনাপতি-সকলৰ ওচৰ চাপি তেওঁলোকক ছাৰ্পিডনৰ চতুৰ্দিশে একত্ৰিত হ'বলৈ সনিৰ্বন্ধ অনুৰোধ কৰিলে। তেওঁ ক্ষিপ্ৰগতিৰে ট্ৰজানসকলৰো সন্ধান কৰি পেন্থাছ-পুত্ৰ পলিডামাছ আৰু মহানুভৱ অজিনৰৰ ওচৰ চাপিল। ইনিয়াছ আৰু ব্ৰঞ্জবিভূষিত হেক্টৰকো তেওঁ বিচাৰি উলিয়ালে। তেওঁ ক'লে, "হেক্টৰ তুমি তোমাৰ মিত্ৰসকলক একেবাৰে পাহৰি গৈছা। অথচ তেওঁলোকে আত্মীয়-স্বজন আৰু ঘৰ-দুৱাৰ এৰি তোমালোকৰ কাৰণে ইয়াত প্ৰাণ বিসৰ্জন দিছেহি। অন্ততঃ তুমি তেওঁলোকক সহায় কৰিবলৈ অলপো আগ্ৰহ দেখুওৱা নাই। লিছীয়ান যোদ্ধাসকলৰ অধ্যক্ষ ছাৰ্পিডনে প্ৰাণত্যাগ কৰি ৰণাংগণত পৰি আছে। তেওঁ লিছীয়া দেশৰ ন্যায়পৰায়ণ আৰু শক্তিশালী শাসক আছিল। আৰু এতিয়া নৃশংস ৰণদেৱতাই পেট্ৰক্লাছৰ বৰ্শাৰ দ্বাৰা তেওঁৰ পতন ঘটাইছে। বন্ধুসকল, তেওঁৰ কাৰণে অলপ হাত উজান দিয়াহঁক। সুনিৰ্মিত তৰীসমূহৰ কাষত আমাৰ বৰ্শাৰ দ্বাৰা নিহত হোৱা অগণন ডানান-সৈন্যৰ কাৰণে প্ৰতিশোধ ল'বলৈ প্ৰস্তুত হৈ থকা মাৰ্মিডনবিলাকে যদি ছাৰ্পিডনৰ অস্ত্ৰ-শস্ত্ৰ লুণ্ঠন কৰি তেওঁৰ মৃতদেহ অপবিত্ৰ কৰে, তেন্তে কি লজ্জাৰ কথা হ'ব ভাবি চোৱাচোন।"

এই বাতৰি পাই ট্ৰজানসকলৰ অন্তৰ ভাগি পৰিল। সংবাদটো আছিল অসহনীয়। বিদেশৰপৰা আহিছিল যদিও ছাৰ্পিডন আছিল তেওঁলোকৰ নগৰখনৰ ৰক্ষীস্বৰূপ, তেওঁৰ লগত অহা বিৰাট সৈন্যবাহিনীটোৰো তেৱেঁই আছিল শ্ৰেষ্ঠবীৰ। তেওঁলোক শোকত অভিভূত হ'ল। এতিয়াও ল'বৰ কাৰণে যাত্ৰীকে,

হৈ তেওঁলোকে প্ৰবলভাৱে ডানানবিলাকক আক্ৰমণ কৰিলে। ছাৰ্পিডনৰ মৃত্যুত অতিশয় ক্ৰুদ্ধ হৈ হেক্টৰে তেওঁলোকক পৰিচালনা কৰিছিল।

ইতিমধ্যে মিনটিয়াছ-তনয়, বন্ধুৰ-বৎস পেট্ৰক্লাছে একীয়ানবিলাকক উৎসাহিত কৰি আছিল। অনুৰোধ কৰাৰ বিশেষ প্ৰয়োজন নাছিল যদিও তেওঁ আয়াছদ্বয়ক সম্বোধন কৰি ক'লে, "মহোদয়সকল, এই বাৰ্তাটোৱে আপোনালোকৰ ৰণস্পৃহা তীব্ৰতৰ কৰিব বুলি মোৰ বিশ্বাস। আপোনালোক বীৰ, এতিয়া ঠিক তেনেকুৱাই বা ততোধিক বীৰত্বৰ পৰিচয় দিবলৈ সক্ষম হ'ব। ছাৰ্পিডনৰ মৃত্যু হৈছে। একীয়ান প্ৰাচীৰ লংঘন কৰোতাসকলৰ ভিতৰত তেৱেঁই আছিল অগ্ৰগণ্য। তেওঁৰ মৃতদেহ হস্তগত কৰি কলংকিত কৰিবলৈ সমৰ্থ হওঁ নে নহওঁ আমি চেষ্টা কৰি চাওঁহক। আমি তেওঁৰ পিঠিৰপৰা বৰ্ম-কবচাদি সোলোকাই লম আৰু তেওঁৰ শৱ ৰক্ষা কৰিবলৈ আগবাঢ়ি অহা বন্ধুবৰ্গক কচুকটা দিম।"

পেট্ৰক্লাছে পাতনি মেল্লাৰ পূৰ্বেই তেওঁলোক সংগ্ৰামৰ কাৰণে উদগ্ৰীৱ হৈ আছিল। আৰু এতিয়া এফালে ট্ৰজান আৰু লিছীয়ান, আনফালে একীয়ান আৰু মাৰ্মিডন, এই বাহিনী দুটাৰ সৈন্যসকলে যথোচিত শক্তি সঞ্চয় কৰাৰ ফলত, ছাৰ্পিডনৰ মৃতদেহ অধিকাৰ কৰাৰ কাৰণে দুয়োপক্ষৰ যুদ্ধ আৰম্ভ হ'ল। সৈন্য-সকলৰ দেহ আবৃত কৰি ৰখা বৰ্ম-কবচাদিৰ ঝনঝননি উঠিল। প্ৰিয়তম পুত্ৰৰ মৃতদেহৰ কাৰণে হোৱা সংগ্ৰাম ভয়ংকৰ কৰি তুলিবলৈ জ্যুছে যুদ্ধক্ষেত্ৰ নৈশ অন্ধকাৰেৰে আবৃত কৰিলে।

জয়জয়তে ট্ৰজানবিলাকে প্ৰদীপ্তনয়না একীয়ানবিলাকক পৰাস্ত কৰিবলৈ সক্ষম হৈছিল। মহান হৃদয় আগাক্লিছৰ পুত্ৰ, মাৰ্মিডন বাহিনীৰ বিশিষ্ট বীৰ, সদাশয় এপিজিউছ ৰণত পৰিল। এসময়ত তেওঁ আছিল বুডিয়ন নামৰ সুৰম্য নগৰ এখনৰ শাসক। কিন্তু সম্ভ্ৰান্ত আত্মীয় এজনক হত্যা কৰি তেওঁ পেলিউছ আৰু শ্বেতচৰণা থিটিছৰ আশ্ৰয় গ্ৰহণ কৰে। তেওঁলোকে তেওঁক ট্ৰজানবিলাকৰ লগত ৰণ কৰিবৰ নিমিত্তে মানুহক বশ কৰিব পৰা একিলিছৰ লগত চমৎকাৰ অশ্বেৰে সমৃদ্ধ ইলিয়ামলৈ প্ৰেৰণ কৰে। মানুহজনে মৃতদেহটো হাতেৰে ধৰিছিল মাথোন, এনেতে হেক্টৰে এটা পাথৰেৰে তেওঁৰ মূৰত আঘাত কৰিলে। গধুৰ শিৰস্ত্ৰাণৰ ভিতৰতে মূৰটো দুফাল হ'ল। মৃতদেহটোৰ ওপৰতে তেওঁ মুখ ঠেকেছা খাই পৰিল। আত্মবিলোপকাৰী মৃত্যুৱে তেওঁক গ্ৰাস কৰিলে। বন্ধুৰ মৃত্যুত পেট্ৰক্লাছে [illegible] বা [illegible] চুৰ কৰা [illegible] চৰাই যেনি যোৱা [illegible] তেওঁ তড়িৎগতিৰে [illegible] উপস্থিত হ'লহি। [illegible] মৃত্যুক অতিশয় ক্ৰুদ্ধ হৈ [illegible] পেট্ৰক্লাছে [illegible] লিছীয়ান আৰু ট্ৰজানবিলাকৰ [illegible] হৈছিল।

তেওঁ এটা প্ৰকাণ্ড পাথৰ হাতত লৈ ইঠায়েমিনিছৰ সন্তান ঠেনিলাছক আঘাত কৰাত তেওঁৰ ডিঙিৰ পেশীবিলাক ঠেতেলা খাই গ'ল। তেওঁৰ এই প্ৰচণ্ড আক্ৰমণত স্বয়ং কীৰ্তিমান হেক্টৰকে ধৰি আগশাৰীত থকা সৈন্যসকল পিছ হুঁহকিবলৈ বাধ্য হ'ল।

প্ৰতিযোগিতাত বা ৰক্তলোলুপ শত্ৰুৰ লগত হোৱা সমৰত এজন সৈনিকে সমস্ত শক্তি প্ৰয়োগ কৰি নিক্ষেপ কৰা এপাট সুদীৰ্ঘ বল্লমে যিমানদূৰ অতিক্ৰম কৰিব পাৰে, একীয়ানবিলাকৰ হেঁচাত তেওঁলোকেও সিমানখিনি দূৰলৈহে পশ্চাদপসৰণ কৰিছিল। ঢালধাৰী লিছীয়ানবিলাকৰ সেনাপতি গ্লকাছেই প্ৰথমে ৰৈ গ'ল। উভতি ধৰি তেওঁৱেই কলকন পুত্ৰ পৰাক্ৰমী বেথিক্লিছক বধ কৰিলে। কলকনৰ হেলাছত এটা ঘৰ আছিল আৰু মাৰ্মিডনসকলৰ ভিতৰত তেওঁৱেই আছিল অতুল ঐশ্বৰ্যৰ অধিকাৰী। বেথিক্লিছৰ দ্বাৰা আক্ৰান্ত হোৱাৰ ঠিক আগমুহূৰ্ততে তেওঁ অনুসৰণকাৰীজনক আকস্মিকভাৱে উভতি ধৰি তেওঁৰ বুকুৰ মাজত বৰ্শা বহুৱাই দিলে আৰু বেথিক্লিছ সশব্দে বাগৰি পৰিল। এই সুদক্ষ সৈনিকজনক হেৰুৱাই একীয়ানবিলাক অতিশয় ক্ষতিগ্ৰস্ত হ'ল। কিন্তু ট্ৰজানবিলাকে উল্লাসেৰে তেওঁৰ মৃতদেহ আগুৰি ধৰিলে।

যি নহওক, একীয়ানবিলাকৰ উৎসাহৰ অকণো হ্ৰাস নহ'ল। তেওঁলোকে বিপুল পৰাক্ৰমেৰে শত্ৰুৰ সন্মুখীন হ'ল। এতিয়া মেৰিয়নিছৰ পাল পৰিল। তেওঁ অনিটৰৰ বাহুবলী পুত্ৰ, ট্ৰজান বীৰ লাওগনাছক হত্যা কৰিলে। অনিটৰ আছিল ইডা নগৰত থকা জ্যুছ মন্দিৰৰ পূজাৰী। সকলোৱে তেওঁক যথোচিত সন্মান কৰিছিল। মেৰিয়নিছে তেওঁৰ কাণ আৰু হনুৰ ঠিক তলতে আঘাত কৰিলে। তেওঁ বেছি সময় মৃত্যু যন্ত্ৰণা ভোগ কৰিব লগা নহ'ল। অমংগলীয়া আন্ধাৰে তেওঁক আবৰি ধৰিলে। ঢালৰ আশ্ৰয় লৈ মেৰিয়নিছ আগবাঢ়ি আহি থাকোতে ইনিয়াছে তেওঁলৈ বৰ্শা নিক্ষেপ কৰি পোটক তুলিবলৈ চেষ্টা কৰিছিল। তেওঁক হানিব পাৰিব বুলি ইনিয়াছে আশা কৰিছিল। কিন্তু মেৰিয়নিছ সতৰ্ক হৈ আছিল আৰু তেওঁ বাগি দিয়াত ব্ৰঞ্জৰ বৰ্শা ব্যৰ্থ হ'ল। তেওঁৰ পিছফালেই মাটিত পৰি বৰ্শাৰ আগটো সোমাই গ'ল আৰু দীঘল নালডাল কঁপি থাকিল। অৱশেষত ৰণ-দেৱতাই সজোৰে হেঁচি দিয়াত নালডাল স্থিৰ হৈ ৰ'ল। খঙত জ্বলি-পকি ইনিয়াছে মেৰিয়নিছক চিঞৰি চিঞৰি ক'লে, "তুমি নাচত বৰ পটু, কিন্তু গাত লগা হ'লে মোৰ বৰ্শাই তোমাৰ নাচ চিৰদিনৰ কাৰণে বন্ধ কৰি দিলেহেঁতেন।" খ্যাতিমান বৰ্শাচালক মেৰিয়নিছে উত্তৰ দিলে, "ইনিয়াছ, তুমি পৰাক্ৰমী হ'ব পাৰা, কিন্তু সেই বুলিয়েই সন্মুখত বাকে পোৱা তেওঁকে যে তুমি হত কৰাব পাৰিবা

তেনে আশা নকৰিবা। আমাৰদৰে তোমাৰ দেহো নশ্বৰ পদাৰ্থৰে গঠিত। ময়ো ক'ব পাৰো, যে তোমাৰ পেটটো যদি মোৰ বৰ্শাই শালি পেলায়, তেন্তে তুমিও মায়াবী ঘোঁৰাৰ মালিক হেডিছৰ হাতত প্ৰাণ সমৰ্পণ কৰিবা। তোমাৰ পেশীবহুল শৰীৰৰ সমস্ত শক্তিৰ ওপৰত সম্পূৰ্ণ আস্থা থাকিলেও ময়েইহে যশস্যাৰ ভাগী হম।"

এই কথা মহান পেট্ৰক্লাছৰ কাণত পৰিল। তেওঁ ভৰ্ংসনা কৰি ক'লে, "মেৰিয়নিছ তুমি এজন সুনিপুণ যোদ্ধা, এইদৰে যিহকে মন যায় তাকে বলকা তোমাৰ উচিত হোৱা নাই। বিশ্বাস কৰা বন্ধু, এনেকুৱা দুই-এষাৰ টান কথা শুনি ট্ৰজানবিলাক ছাৰ্পিডনৰ মৃতদেহৰ ওচৰৰপৰা আঁতৰি নাযায়। তেওঁলোকে বিদায় লোৱাৰ আগতে ভালেমান লোকৰেই পতন ঘটিব। কাৰ্যৰ দ্বাৰাহে ৰণত জয়লাভ কৰিব পাৰি, বক্তৃতা দিয়াৰ ঠাই হ'ল সভাকক্ষ। সেইকাৰণে আমি এতিয়া বাক্যব্যয় নকৰি যুদ্ধহে কৰিব লাগে।" এই বুলি কৈ তেওঁ আগে আগে গ'ল আৰু মেৰিয়নিছেও দেৱতাৰদৰে তেওঁক অনুসৰণ কৰিলে।

তৰোৱাল আৰু দুমুখীয়া বৰ্শাৰ আঘাত প্ৰতিহত কৰোতে তেওঁলোকৰ ব্ৰঞ্জ আৰু চৰ্মনিৰ্মিত কৱচ তথা সুদৃঢ় ঢালবিলাকৰপৰা নিৰ্গত হোৱা প্ৰচণ্ড শব্দত, পদদলিত পৃথিৱী মুখৰিত হৈছিল। কোনো উপত্যকাত কাঠ কাটি থাকোতে সুদূৰ পৰ্বতত ঠেকা খাই সেই শব্দ যেনেকৈ ধ্বনিত প্ৰতিধ্বনি হয়, এতিয়া তেনে ধৰণেৰেই তুমুল কোলাহলৰ সৃষ্টি হৈছিল। অতি তীক্ষ্ণ দৃষ্টিৰেও এতিয়া প্ৰশংসনীয় ছাৰ্পিডনক মানিব নোৱাৰা হৈছিল। তেজ, ধূলি আৰু অগণন অস্ত্ৰ-শস্ত্ৰই তেওঁক ভৰিৰপৰা মূৰলৈকে সম্পূৰ্ণ আবৰি ধৰিছিল। বসন্তকালৰ দিন এটাত গোহালিৰ ভিতৰত গাখীৰেৰে চপচপীয়া কৰীয়া এটা জাক জাক মাখিয়ে ভোনভোনাই বেৰি ধৰাৰদৰে ছাৰ্পিডনৰ মৃতদেহৰ ওপৰতো জাউৰিয়ে জাউৰিয়ে অস্ত্ৰ-শস্ত্ৰ বৰ্ষণ হৈছিল। জিয়ুছে এই দৃশ্যৰপৰা তেওঁৰ প্ৰদীপ্তনয়ন আঁতৰাই নিয়া নাছিল। তেওঁৰ দৃষ্টি ৰণত প্ৰবৃত্ত হৈ থকা এই জনসমুদ্ৰৰ ওপৰত নিবদ্ধ হৈ আছিল। পেট্ৰক্লাছৰ মৰণৰ বিষয়ে তেওঁ ভাবি-গুণি চালে। বহুত সময় তেওঁ দুই নাও দুই ভৰি হৈ আছিল। দেৱোপম ছাৰ্পিডনৰ নিমিত্তে চলি থকা ৰণথনতে হেক্টৰৰ বৰ্শাৰ আঘাতত তেওঁৰ পতন ঘটিব আৰু তেওঁৰ বৰ্ম-কৱচাদি হেক্টৰৰ দ্বাৰা লুণ্ঠিত হ'ব, নতুবা পেট্ৰক্লাছৰ হাতত আৰু বহুতো শত্ৰুৰ মৰণ মিলিব, এই দুটা পন্থাৰ ভিতৰত কোনটো প্ৰযোজ্য হয় তাকে তেওঁ বিবেচনা কৰি আছিল। অৱশেষত জিয়ুছে সিদ্ধান্ত কৰিলে যে সহৰুণজাত একিলিছৰ এই সাহসী সহচৰজনে

ট্ৰজান আৰু ত্ৰজবিভূষিত হেক্টৰক নগৰৰকালে হটাই নি আৰু বহুতকে বিনাশ কৰক। সেইকাৰণে তেওঁ হেক্টৰৰ মনত ভয়ৰ সঞ্চাৰ কৰিলে।

হেক্টৰে ৰথত তৎপৰতাৰে আৰোহণ কৰি পলায়নৰ উপক্ৰম কৰিলে। তেওঁ অন্যান্য ট্ৰজানবিলাককো পৃষ্ঠ প্ৰদৰ্শন কৰিবলৈ চিঞৰি চিঞৰি সকীয়াই দিলে। জুছৰ সিদ্ধান্ত তেওঁৰ প্ৰতিকূল বুলি তেওঁ জানিব পাৰিছিল। ইয়াৰ পিছত পৰাক্ৰমী লিছীয়ানবিলাকো বিচলিত হ'ল। তেওঁলোক সকলোটি পলাই পত্ৰং দিলে। তেওঁলোকৰ ৰজাজন যে বিদাৰিত বক্ষেৰে মৃতদেহৰ স্তূপৰ মাজত ভূতলশায়ী হৈ আছে, তেওঁলোকে দেখা নাছিলনে? কাৰণ ক্ৰনছ নন্দনৰ দ্বাৰা সংঘটিত সেই প্ৰচণ্ড সংগ্ৰামত বহুলোকৰ মৃতদেহে ছাৰ্পিডনক ঢাকি ধৰিছিল।

এইদৰেই একীয়ানবিলাকে ছাৰ্পিডনৰ কান্ধৰপৰা ত্ৰজৰ বৰ্মখন খুলি ল'বলৈ সমৰ্থ হ'ল। মিনটিয়াছৰ পৰাক্ৰমী পুত্ৰই জাখৰখন শূন্যগৰ্ভ জাহাজলৈ লৈ যাবলৈ সৈনিকসকলক আদেশ দিলে। কিন্তু মেঘনিয়ন্ত্ৰক জুছৰ কাৰ্যকলাপৰ তেতিয়াও ওৰ পৰা নাছিল। এপলোৰ ফালে চাই তেওঁ ক'লে, "প্ৰিয় ফিবাছ, তুমি তুৰন্তে ছাৰ্পিডনক আঁতৰাই নিয়া। ক'লা তেজবিলাক মোহাৰি তুমি তেওঁক দূৰলৈ লৈ গৈ সোঁত বলি থকা পানীত ভালকৈ পখালিবা আৰু তেওঁৰ শৰীৰ দিব্য গন্ধেৰে অনুলেপন কৰিবা। তাৰ পিছত এখনি দিব্যবস্ত্ৰ গাত মেৰিয়াই দিবা অতিশীঘ্ৰে যাতে তেওঁক নিব পৰা হয়, তাৰ কাৰণে নিদ্ৰা আৰু মৃত্যু, এই যমজ ভাতৃদ্বয়ৰ হাতত তেওঁক সমৰ্পণ কৰিবা। তেওঁলোকে তেওঁক তুৰন্তে বিস্তীৰ্ণ আৰু উৰ্বৰ লিছীয়ভূমিলৈ কঢ়িয়াই নিব। তাতে তেওঁৰ আত্মীয়-কুটুম্ব আৰু ভৃত্যসকলে অন্ত্যেষ্টিক্ৰিয়া সম্পাদন কৰি মৃতকৰ প্ৰতি সন্মান দেখুৱাই এটি মৈদাম আৰু এটি স্মৃতি-সৌধ নিৰ্মাণ কৰিব।

এপলোৱে পিতাকৰ কথা সাৰোগত কৰি তেতিয়াই ইডা পৰ্বতৰপৰা তুমুল সংগ্ৰাম চলি থকা ৰণভূমিলৈ প্ৰয়াণ কৰিলে। তেওঁ তৎক্ষণাৎ শৰ-শেল আদিৰ মাজৰপৰা অভিজাত ছাৰ্পিডনক বুটলি লৈ দূৰ দূৰণিলৈ লৈ গ'ল, তাতে তেওঁ সোঁতবলি থকা পানীত তেওঁৰ মৃতদেহ প্ৰক্ষালন কৰিলে আৰু দিব্যগন্ধেৰে অনুলেপন কৰি এখনি দিব্যবস্ত্ৰ গাত মেৰিয়াই দিলে। তাৰ পিছত তেওঁ নিদ্ৰা আৰু মৃত্যু, এই যমজ ভাতৃদ্বয়ৰ হাতত তেওঁক গতাই দিলে। তেওঁলোকেও তেওঁক বিস্তীৰ্ণ আৰু উৰ্বৰ লিছীয়ভূমিলৈ অতিশীঘ্ৰে কঢ়িয়াই লৈ গ'ল।

ইতিমধ্যে পেট্ৰোক্লছে [illegible] অটোমিডন আৰু [illegible] সকীয়াই [illegible]

আৰু লিচীয়ানবিলাকক অনুসৰণ কৰিলে। মূৰ্খৰ দৰে তেওঁ এটা মাৰাত্মক ভুল কৰিলে। একিলিছৰ আদেশ উলংঘা নকৰাহ'লে তেওঁ মৃত্যুৰ কৰাল আন্ধাৰৰপৰা ৰক্ষা পৰিলহেঁতেন। কিন্তু জ্যুছৰ উদ্দেশ্যই মানুহৰ বিচাৰ বুদ্ধি অতিক্ৰম কৰি যায়। এজন দেৱতাই নিমিষতে এজন সাহসীলোককো যুদ্ধত পৰাজয় বৰণ কৰি পলাই যাবলৈ বাধ্য কৰিব পাৰে। পিছদিনা হয়তো তেওঁ সেই মানুহজনক পুনৰ যুদ্ধ কৰিবলৈ উদগাই দিব। এতিয়া তেওঁ পেট্ৰক্লাছক অসীম সাহসেৰে অনুপ্ৰাণিত কৰিলে।

দেৱতাসকলে যেতিয়া তোমাক মৰণৰ মুখলৈ মাতি নিছিল, তেতিয়া হে পেট্ৰক্লাছ! তোমাৰ হাতত নিহত হোৱা প্ৰথমজন বীৰ কোন আছিল, শেষজনেই বা আছিল কোন? প্ৰথমে পৰিল অদ্ৰিষ্টাজ, অটনাছ আৰু ইকিলাছ। ইয়াৰ-পিছত ইলেচাছ, মুনিয়াছ আৰু পাইলাৰ্টিছে প্ৰাণ হেৰুৱালে। এওঁলোকক পেট্ৰক্লাছে বধ কৰিলে, আনবিলাক ছেগবুজি পলাল। পেট্ৰক্লাছৰ বৰ্শাৰ প্ৰচণ্ড পৰাক্ৰম ইমান সৰ্বসংহাৰী হৈ পৰিছিল যে পেট্ৰক্লাছ আৰু একীয়ানসকলৰ আক্ৰমণত উচ্চতোৰণ বিশিষ্ট ট্ৰয়নগৰৰ পতন ঘটিলহেঁতেন। কিন্তু ট্ৰজানবিলাকক সাহায্য কৰাৰ অসীম আগ্ৰহ লৈ ফিবাছ এপলো সুনিৰ্মিত প্ৰাচীৰৰ ওপৰত দণ্ডায়মান হৈ যুদ্ধৰ এটি করুণ পৰিণতি সংঘটিত কৰিবলৈ সচেষ্ট হ'ল। পেট্ৰক্লাছে তিনিবাৰ প্ৰাচীৰৰ এটা কোণ লংঘন কৰিবলৈ প্ৰয়াস কৰিলে, কিন্তু তিনিওবাৰেই এপলোৱে দিব্যহস্তেৰে তেওঁৰ প্ৰদীপ্ত ঢালখন সজোৰে ঠেলি দি তেওঁক পিছ হোঁহোকাই দিছিল। কিন্তু চতুৰ্থবাৰ যেতিয়া তেওঁ রুদ্ৰমূৰ্তি ধৰি আগবাঢ়ি আহিল, তেতিয়া দেৱতাজনে ভীষণ নিনাদ কৰি তেওঁক বাধা দিলে। তেওঁ চিঞৰি চিঞৰি ক'লে, "কুমাৰ পেট্ৰক্লাছ, মহান ট্ৰয়বাসীসকলৰ এই নগৰখন তোমাৰ বৰ্শাৰদ্বাৰা অধিকৃত নহয়, আনকি তোমাতকৈ বহুগুণে শ্ৰেষ্ঠ একিলিছৰ হাততো ইয়াৰ পতন নঘটিব।" ইয়াকে শুনি, ধনুৰ্দ্ধাৰী দেৱতা এপলোৰ ক্ৰোধৰ-পৰা পৰিত্ৰাণ পাবলৈ পেট্ৰক্লাছে যথেষ্ট পিছ হুঁহকি গ'ল।

হেক্টৰে ছীয়ান তোৰণৰ ওচৰত চেকুৰি যোৱা ঘোঁৰাহালৰ লেকাম টানিলে। পৰিত্যক্ত যুদ্ধক্ষেত্ৰলৈ আকৌ এবাৰ উভতি যাবনে, সেনাসকলক নগৰৰ ভিতৰত আশ্ৰয় ল'বলৈ আদেশ দিব তাকে তেওঁ ভাবি-গুণি চালে। তেওঁ দ্বিধাগ্ৰস্ত হৈ আছিল, এনে সময়তে ফিবাছ এপলো, অশ্বদমন হেক্টৰৰ মোমায়েক বাহুবলী উচ্চ শিৰ আছিয়াছৰ ৰূপত সেই ঠাইত উপস্থিত হ'ল। আছিয়াছ আছিল হ্যাংগৰিটাছ নদীৰ পাৰত অৱস্থিত ফ্ৰিজিয়া দেশত বাস কৰা ডাইমাছৰ পুত্ৰ আৰু হিকেবীৰ ভায়েক। এইদৰে তেওঁৰ ৰূপ ধৰি জ্যুছপুত্ৰ এপলোৱে মাত লগালে, "হেক্টৰ, যুদ্ধৰ

সামৰথি মাৰি তুমি কিয় কৰ্তব্য অৱহেলা কৰিছা ? মই যদি তোমাতকৈ সকলো-প্ৰকাৰে শ্ৰেষ্ঠ হ'লো হয়, তেতিয়াহ'লে মই তোমাক কাণত ধৰি শিকালোহেঁতেন যে যুদ্ধৰপৰা পলায়ন কৰিলে কোনো লাভ নহয়। এতিয়া তুৰন্তে আগবাঢ়ি যোৱা, এই চমৎকাৰ ঘোঁৰাহালেৰে পেট্ৰক্লাছক অনুসৰণ কৰা। এপলোৰ অনুগ্ৰহ হ'লে এতিয়াও তুমি তেওঁৰ ওচৰ চাপিবলৈ সমৰ্থ হ'বা।"

ইয়াকে কৈ দেৱতাজন যুদ্ধ কৰি থকা লোকসকলৰ মাজত সোমাল। কীৰ্তিমান হেক্টৰে বলিষ্ঠ চেব্ৰিয়নিছক ঘোঁৰাহাল যুদ্ধক্ষেত্ৰাভিমুখে খেদি লৈ যাবলৈ আদেশ দিলে। সেনাবিলাকৰ সৈতে মিলি গৈ এপলোৱে আৰ্গিভ-বিলাকৰ মাজত এটা বিশৃংখল পৰিস্থিতিৰ সৃষ্টি কৰিলে। যুদ্ধৰ গতি হেক্টৰ আৰু ট্ৰজানসকলৰ কাৰণে অনুকূল হ'ল। কিন্তু হেক্টৰে ডানানসকলৰ কোনো এজনকে বধ কৰিবলৈ চেষ্টা নকৰি শক্তিশালী ঘোঁৰাহাল পোনে পোনে পেট্ৰক্লাছৰ সন্মুখলৈ পৰিচালনা কৰি লৈ গ'ল। ইফালে পেট্ৰক্লাছেও বাঁওহাতত এপাট বৰ্শা লৈ ৰথৰপৰা জঁাপ মাৰি মাটিত নামিল। আনটো হাতেৰে তেওঁ ধহটা আৰু চিকচিকীয়া শিল এটা কোনোমতে খামোচ মাৰি ধৰি নিৰ্ভীকভাৱে হেক্টৰৰ প্ৰতি সমস্ত শক্তিৰে নিক্ষেপ কৰিলে। তেওঁৰ নিক্ষেপ অথলে যোৱা নাছিল, কাৰণ শিলটো প্ৰায়ামৰ অবৈধ সন্তান, হেক্টৰৰ সাৰথি চেব্ৰিয়নিছৰ কপালত লাগিল। ঘোঁৰাৰ বলগা তেতিয়াও তেওঁৰ হাততে আছিল। তেওঁৰ চেলাউৰি আৰু কপালৰ হাড় ভাগি চূৰমাৰ হ'ল। চকু দুটা ওলাই মাটিত বাগৰি গ'ল। পানীলৈ জঁাপ মৰা মানুহৰদৰে তেওঁ ৰথৰপৰা সৰি পৰিল আৰু তেওঁৰ প্ৰাণবায়ু নিমিষতে বাহিৰ হ'ল।

বীৰ পেট্ৰক্লাছে তেওঁক বিদ্ৰূপ কৰি ক'লে, "বাঃ বেছ খেলোৱাৰ তো! ডুবাৰীৰদৰে কি ধুনীয়া জঁাপ মাৰিলে! ৰথৰপৰা যিটো মানুহে এনেকৈ জললৈ মূৰকৈ পৰিব পাৰে, সি নিশ্চয় যি কোনো বতৰতে জাহাজৰপৰা সাগৰলৈ জঁাপ মাৰি বুৰ মাৰি গৈ খাবৰ কাৰণে অপাৰ শামুক বিচাৰি আনিব পাৰে।" তেওঁ গড়াল এটা আক্ৰমণ কৰি বুকুত আঘাত পাই নিজৰ দুঃসাহসৰ নিজে বলি হোৱা এটা সিংহৰ হিংস্ৰভাৱে চেব্ৰিয়নিছৰ ওপৰত জঁপিয়াই পৰিল। পেট্ৰক্লাছ, এইদৰেই তুমি চেব্ৰিয়নিছৰ ওপৰত জঁপিয়াই পৰিছিলা।

আনফালেদি হেক্টৰ জঁাপ মাৰি ৰথৰপৰা নামিল। মৰা শৰপাহ এটাৰ কাৰণে পৰ্বতৰ ওপৰত যুঁজ কৰা এহাল ভোকাতুৰ আৰু সমানে শক্তিশালী সিংহৰদৰে দুয়ো চেব্ৰিয়নিছৰ কাৰণে সংগ্ৰামত প্ৰবৃত্ত হ'ল। এইদৰে চেব্ৰিয়নিছৰ মাজত লৈ পেট্ৰক্লাছ আৰু কীৰ্তিমান হেক্টৰ এই দুজন মহাবীৰ যোদ্ধাই নিদাৰুণ ৰূপৰ বৰ্শা হাতত লৈ ইজনে সিজনৰ শৰীৰত আঘাত হানিবলৈ ব্যগ্ৰ হ'ল।

হেক্টৰে চেব্রিয়নিছৰ মূৰত খামোচ মাৰি ধৰিলে। তেওঁৰ মুঠি শিথিল নহ'ল। পেট্রক্লাছে আনফালেদি ভৰিত ধৰিলে। এনেতে বাকীবিলাক ট্রজান আৰু ডানান সৈন্যও শীঘ্রে ওচৰ চাপি আহি টনা-আঁজোৰা লগালে। পূব আৰু দক্ষিণ ফালৰপৰা বলা বতাহে পাৰ্বত্য উপত্যকাত অৱস্থিত ওখ গছ-গছনিত ঠেকা খাই বীছ, এছ আৰু মিহিছালৰ কৰ্ণেল গছবিলাকৰ দীঘল ডালবিলাকৰ সংঘৰ্ষ ঘটায়, আৰু এইদৰে গছৰ ডাল ভঙা শব্দত এক আদিম আৰু উৎকট বাজনাৰ সৃষ্টি হয়। ট্রজান আৰু একীয়ানবিলাকে এইদৰেই পৰস্পৰক আক্রমণ কৰি বিনষ্ট হৈছিল। কাপুৰুষৰদৰে পলায়ন কৰাৰ চিন্তা কোনোপক্ষৰেই মনত উদয় হোৱা নাছিল। চেব্রিয়নিছ পৰি থকা ঠাইখনত তীক্ষ্ণ বৰ্শা আৰু ধনুৰ্গুণৰপৰা বৰ্ষিত হোৱা পাখিলগা কাঁড়বিলাক ঠৰঙা-ঠৰঙ হৈ সোমাই গৈছিল। তেওঁৰ মৃতদেহৰ চাৰিওফালে যুদ্ধ কৰা সৈন্যসকলৰ ঢালত প্রকাণ্ড প্রকাণ্ড শিলৰ সংঘৰ্ষ ঘটিছিল। ৰথ পৰিচালনাৰ অনাবিল আনন্দ পাহৰি গৈ তেওঁ তাতে ধূলিৰ আৱৰ্তৰ মাজত ধৰাশায়ী হৈ আছিল, কিন্তু মৃত্যুৱেও তেওঁৰ মহিমা ম্লান কৰিব পৰা নাছিল।

মাৰ্তণ্ডদেৱ মধ্যগগণত বিৰাজ কৰি থকা পৰ্যন্ত আক্রমণ আৰু প্রত্যাক্রমণ চলি আছিল। অস্ত্রাঘাতত বহুলোকৰ পতন ঘটিছিল। কিন্তু বেলি লহিয়াবলৈ ধৰোতে, যি পৰত হালোৱাই যুৱঁলিৰপৰা গৰু মুকলি কৰি দিয়ে, তেনেকুৱা সময়ত একীয়ানবিলাকে নিয়তিৰ চকুত ধূলি দি নিজৰ শ্রেষ্ঠতা প্রতিপন্ন কৰিবলৈ সমৰ্থ হ'ল। তেওঁলোকে চিঞৰি থকা ট্রজানবিলাকৰ চকুৰ আগতে অস্ত্র-শস্ত্রেৰে ভৰি থকা ঠাইখনৰপৰা চেব্রিয়নিছক টানি লৈ গ'ল আৰু তেওঁৰ শৰীৰৰপৰা বৰ্ম-কৱচাদি খুলি ল'লে।

কিন্তু পেট্রক্লাছৰ জিঘাংসাৰ তেতিয়াও অৱসান হোৱা নাছিল। তেওঁ তীব্রবেগে শত্রুসৈন্যৰ মাজত প্রৱেশ কৰিলে। দুৰ্মদ ৰণদেৱতাৰদৰে ভৈৰৱ নিনাদ কৰি তেওঁ তিনিবাৰ আক্রমণ চলালে আৰু প্রতিবাৰেই তেওঁ নজন লোকৰ প্রাণ ল'লে। কিন্তু যেতিয়া তেওঁ দানৱৰদৰে চতুৰ্থবাৰ শত্রুসৈন্যৰ ওপৰত জঁপিয়াই পৰিল,—হায়! পেট্রক্লাছ—তেতিয়াই তেওঁৰ মৰণ ওচৰচাপি আহিল। যুদ্ধক্ষেত্রৰ অভ্যন্তৰত তেওঁ অতি ভয়ঙ্কৰ মূৰ্তি ধৰি থকা ফিবাছৰ সম্মুখীন হ'ল। পলৰীয়া সেনাৰ মাজেদি তেওঁক আহি থকা পেট্রক্লাছে দেখা পোৱা নাছিল। এই নিদাৰুণ সাক্ষাতৰ অভিলাষেৰে ৰণ দেৱতাজনে নিজকে ডাঠ কুঁৱলীৰে আবৰি লৈছিল। কিন্তু এতিয়া ফিবাছ এগৰাকৈ তেওঁৰ পিছফালে থিয় হৈ তেওঁৰ পিঠিত আৰু বিশাল কান্ধত হাতৰ তলুৱাৰে চৰ মাৰি দিলে। ফলত পেট্রক্লাছৰ চকুহাল

টেলেকা টেলেক হৈ পৰিল আৰু তেওঁৰ মুখা সংযুক্ত শিৰস্ত্ৰাণটো মূৰৰপৰা খুলকি গ'ল। শিৰস্ত্ৰাণটো ঝনঝনাই বাগৰি গৈ ঘোঁৰাৰ খুৰাৰ তলত সোমাল আৰু তাৰ পাখিডাল তেজ আৰু ধূলিৰে লেটি-পেটি হ'ল। একিলিছৰ শিৰ আৰু সুন্দৰ মুখ আবৰি থকা যি চূড়াবিশিষ্ট শিৰস্ত্ৰাণ স্থানচ্যুত কৰা সকলোৰে সাধ্যাতীত আছিল, এতিয়া সেই শিৰস্ত্ৰাণ হেক্টৰৰ হস্তগত হ'ল। জ্যুছৰ অনুমোদন ক্ৰমে তেওঁ অলপ সময়ৰ কাৰণে হ'লেও শিৰস্ত্ৰাণটি পৰিধান কৰিলে, কাৰণ তেওঁৰ মৃত্যুও নিচেই ওচৰচাপি আহিছিল।

অকল সেয়েই নহয়, দীৰ্ঘছায়া বিশিষ্ট, সুদৃঢ়, গধুৰ আৰু ব্ৰঞ্জৰ বিশাল বৰ্শাপাটো পেট্ৰক্লাছৰ হাততে ভাগি থাকিল। চৰ্মবন্ধনীৰ সৈতে সূতাৰ ফুল ওলমি থকা ঢালখনো তেওঁৰ কান্ধৰপৰা মাটিত পৰিল। জ্যুছ-তনয়, ৰাজকুমাৰ এপলোৱে তেওঁৰ বুকুৰ কবচখনো খুলি পেলালে। পেট্ৰক্লাছ একেবাৰে হতভম্ব হ'ল, তেওঁৰ সুঠাম চৰণদুটিও জঠৰ হৈ পৰিল। তেওঁ এইদৰে হতবুদ্ধি হৈ থিয় হৈ থাকোতে ইউফৰবাছ নাম ডাৰ্ডানীয় এজনে ওচৰ চাপি আহি পিছফালৰপৰা তেওঁৰ দুয়ো কান্ধৰ সোঁমাজতে শাণিত বৰ্শাৰে আঘাত কৰিলে। পন্থাছ-পুত্ৰ এই ইউফৰবাছ আছিল সমনীয়াসকলৰ মাজত শ্ৰেষ্ঠ বৰ্শাচালক, ধাৱক আৰু অশ্বাৰোহী। এই যুদ্ধখনতে (ৰথী হিচাপে এই ৰণতে তেওঁ পোন প্ৰথমে যুদ্ধকৌশল শিকিছিল)। তেওঁ কুৰিজন লোকক ৰথচ্যুত কৰি ধৰাশায়ী কৰিবলৈ সমৰ্থ হৈছিল। বীৰবৰ পেট্ৰক্লাছৰ প্ৰতি অস্ত্ৰ নিক্ষেপ কৰা তেৱেঁই প্ৰথম লোক আছিল। কিন্তু তেওঁ তেওঁক বধ কৰিব নোৱাৰিলে। এছ কাঠৰ বৰ্শাপাট মঙহৰপৰা আজোৰ মাৰি উলিয়াই তেওঁ লৰি লৰি মানুহৰ মাজত সোমাল, নিৰস্ত্ৰ পেট্ৰক্লাছৰ সন্মুখীন হোৱাৰ সাহসো তেওঁৰ নাছিল। আৰু এতিয়া দেৱতাৰ হাতৰ আৰু ইউফৰবাছৰ আঘাতত নিবীৰ্য হৈ পেট্ৰক্লাছে, মিত্ৰ মাৰ্মিডনসকলৰ মাজত সন্তৰ্পণে প্ৰবেশ কৰি নিশ্চিত মৃত্যুৰ কবলৰপৰা ৰক্ষা পাবৰ কাৰণে প্ৰয়াস কৰিলে।

মহান পেট্ৰক্লাছে ক্ষত-বিক্ষত হৈ যুদ্ধক্ষেত্ৰৰপৰা চুচৰি-বাগৰি যাবলৈ চেষ্টা কৰা হেক্টৰৰ দৃষ্টিগোচৰ হ'ল। তেওঁ সৈন্যসকলৰ মাজেদি তেওঁৰ ওচৰলৈ গৈ বৰ্শা নিক্ষেপ কৰিলে। ব্ৰঞ্জৰ জোংটো তলপেটত আমূলবিদ্ধ হ'ল। পেট্ৰক্লাছ সশব্দে বাগৰি পৰিল। সমগ্ৰ একীয়ান বাহিনী স্তম্ভিত হ'ল। পানী খাবলৈ আহি পৰ্বতীয়া জুৰি এটাৰ পাৰত ভীষণ যুদ্ধত প্ৰবৃত্ত হোৱা এটা সিংহই অৰণ্য বৰাগাহৰি এটাক পৰাভূত কৰিলে যেনে হয়, এতিয়া ঠিক তেনেকুৱাই হৈছিল। সিংহটোৰ শক্তি অটুট হৈ থাকে আৰু তাৰ শত্ৰুটোৱে কোলাই জোপাই অৱশেষত পৰাজয় বৰণ কৰে। সেইদৰেই মিলটিয়াডৰ পৰাক্ৰমী পুত্ৰই নিজৰ অসংখ্য শত্ৰুক

বিনাশ কৰি অৱশেষত প্ৰায়াম-পুত্ৰ হেক্টৰে নিচেই কাষৰপৰা নিক্ষেপ কৰা বৰ্শাৰ আঘাতত ভূতলশায়ী হ'ল। বিজেতাৰ গৰ্ব্বেৰে হেক্টৰে তেওঁক সম্বোধন কৰি ক'লে, "পেট্ৰক্লাছ, ভাবিছিলা, তুমি আমাৰ নগৰখন অধিকাৰ কৰি ট্ৰয়ৰ ৰমণীসকলক দাসী হিচাপে জাহাজত তোমাৰ নিজৰ দেশলৈ পঠিয়াই দিবা। তুমি মূৰ্খৰদৰে আচৰণ কৰিছিলা। তেওঁলোকক ৰক্ষা কৰিবৰ কাৰণে হেক্টৰৰ দ্ৰুতগামী অশ্ব ক্ষিপ্ৰগতিৰে যুদ্ধক্ষেত্ৰলৈ আহিছিল। সেইদৰে হেক্টৰো আহিছিল। ময়েই সেই ৰণপ্ৰিয় ট্ৰজানসকলৰ শ্ৰেষ্ঠ বৰ্শাচালক হেক্টৰ, তেওঁলোকৰ দাসত্বৰ দিনটো ময়েই আশভেটি আছো। এতিয়া শগুণবিলাকে তোমাক ভক্ষণ কৰিব। হতভগীয়া, একিলিছিৰ বলিষ্ঠ বাহুৱেও তোমাক ৰক্ষা কৰিব নোৱাৰিলে। নিজে ওলাই নাহি তেওঁ তোমাক ৰণলৈ পঠিয়াওঁতে কি কৈছিল মই কল্পনা কৰিব পাৰো। 'অশ্বপাল পেট্ৰক্লাছ, নৰহন্তা হেক্টৰৰ ৰক্ষাবৰণ বিদীৰ্ণ কৰি ৰক্তৰঞ্জিত কৰাৰ আগেয়ে তুমি শূন্যগৰ্ভ জাহাজলৈ উভতি নাহিবা।' নিশ্চয় এয়ে আছিল তেওঁৰ উক্তি আৰু তুমিও উন্মাদৰ দৰে তেওঁৰ আদেশ পালন কৰিছিলা।"

ইয়াৰ উত্তৰত বীৰবৰ পেট্ৰক্লাছে কি কৈছিল? সেহাই সেহাই তেওঁ কৈছিল, "হেক্টৰ, সময় থাকোতেই ডাংকোপ মাৰি লোৱা। তুমি জয়লাভ কৰিছা, এয়া ক্ৰণছ-নন্দন জ্যুছ আৰু এপলোৰ উপহাৰ। তেওঁলোকেহে মোক পৰাভূত কৰিছে। এই কাম সহজ আছিল, তেওঁলোকে মোৰ দেহৰপৰা বৰ্ম-কবচ খুলি লৈ গ'ল। যদি কুৰিজন হেক্টৰো মোৰ সন্মুখীন হ'লহেঁতেন, তেওঁলোক সকলোৱেই মোৰ বৰ্শাৰ আঘাতত প্ৰাণ হেৰুৱালেহেঁতেন। নহয়, এয়া দুৰ্ভাগ্য আৰু লিটো-তনয়ৰ কাৰ্য। তেওঁলোকেহে মোক হত্যা কৰিছে। তাৰ পিছত আহিল ইউফৰবাছ নামৰ যোদ্ধা। আমি তৃতীয় ব্যক্তিহে, কিন্তু মোৰ কথালৈ কাণ দিয়া, ভালকৈ ভাবি-গুণি চাবা। মই শপত খাই কৈছো, তোমাৰো আয়ুস বেছি দিন নাই। ইতিমধ্যেই সৰ্বশক্তিমান অদৃষ্ট আৰু মৃত্যু তোমাৰ সন্নিকট। পেলিউছৰ অতুলনীয় পুত্ৰ একিলিছৰ হাতত তোমাৰ নিধন অনিবাৰ্য।"

পেট্ৰক্লাছ নীৰৱ হ'ল। তেওঁ শেষ নিশ্বাস ত্যাগ কৰিলে। তেওঁৰ মুক্ত আত্মাই হেডিছৰ প্ৰাসাদলৈ উৰা মাৰিলে। নিয়তিৰ নিৰ্বন্ধত নিহত বীৰজনৰ তৰু-যৌৱন আৰু পৌৰুষৰ কাৰণে অনুশোচনা কৰি তেওঁৰ আত্মা নিৰ্গত হ'ল। তেওঁ প্ৰাণত্যাগ কৰাৰ পিছতো হেক্টৰে তেওঁক সম্বোধন কৰি ক'লে, "পেট্ৰক্লাছ, অচিৰে মোৰ মৃত্যু হ'ব বুলি তুমি ইমান সুনিশ্চিত কিয়? কোনে ক'ব পাৰে? সুকেশিনী থিটিছৰ সন্তান একিলিছো মোৰ বৰ্শাৰ আঘাতত আগতীয়াকৈ মৃত্যুৰ মুখত পৰিব পাৰে।"

হেক্টৰে পেট্ৰক্লাছক ভৰিৰে গছকি ধৰি ব্ৰঞ্জৰ বৰ্শাপাট ক্ষতস্থানৰপৰা আজুৰি আনিলে। ভৰিৰ হেঁচাত বৰ্শাপাটৰপৰা এৰাই গৈ মৃতদেহটো ওপৰলৈ মুখ কৰি মাটিত পৰিল। তাৰ পিছত সেই একেপাট বৰ্শাকে হাতত ধাৰণ কৰি তেওঁ পেলিউছৰ ক্ষিপ্ৰ সন্তানৰ সম্ভ্ৰান্ত সহচৰ অটমিডনৰ সন্ধানত আগবাঢ়ি গ'ল। তেওঁক বন্দী কৰিবলৈ তেওঁ অতিশয় ব্যগ্ৰ হৈ পৰিছিল। কিন্তু দিব্য শক্তিসম্পন্ন অশ্বদ্বয়ে অটমিডনক বিপদৰপৰা আঁতৰাই লৈ গ'ল। এই ঘোঁৰাহাল আছিল পেলিউছে দেৱতাসকলৰপৰা লাভ কৰা চমৎকাৰ উপহাৰ।

# সোতৰ

# পেট্ৰক্লাছ পৰ্ব (২)

আবিছৰ প্ৰিয়পাত্ৰ, আট্ৰিউছ-নন্দন মেনিলাছে অতিশীঘ্ৰে গম পালে যে পেট্ৰক্লাছ ট্ৰজানবিলাকৰ দ্বাৰা পৰাভূত হ'ল। ব্ৰঞ্জৰ অস্ত্ৰ-শস্ত্ৰেৰে দীপ্তিমান হৈ তেওঁ অগ্ৰবৰ্তী সৈন্যসকলৰ মাজেদি ক্ষিপ্ৰগতিৰে আগবাঢ়ি গ'ল আৰু নতুনকৈ বিয়ন দিয়া খণ্ডাল গাইগকৰে প্ৰথম পোৱালিটোক আৱৰি ধৰি থিয় হৈ থকাৰ দৰে মৃতদেহটোৰ চুকালে চুই ভৰি দি থিয় হৈ ৰ'ল। এইদৰেই ৰক্তকেশী মেলিনাছ পেট্ৰক্লাছৰ মৃতদেহৰ ওপৰত থিয় হৈ বৰ্শা আৰু ঘূৰণীয়া ঢালেৰে তেওঁক আৱৰি আছিল। কোনোবা ওচৰ চাপি আহিলে তেওঁক হত্যা কৰিবলৈ তেওঁ প্ৰস্তুত হৈ আছিল। কিন্তু এছকাঠৰ বৰ্শাধাৰণ কৰা পেন্থাছপুত্ৰ ইউফৰবাছৰো অতুলনীয় পেট্ৰক্লাছৰ মৃতদেহটোৰ ওপৰত চকু পৰিছিল, আৰু ওচৰলৈ আহি তেওঁ যুঁজাৰু মেনিলাছক ক'লে, "আট্ৰিউছ-নন্দন, মহাৰাজ মেনিলাছ, আপুনি মৃতক আৰু তেওঁৰ ৰক্তাক্ত অস্ত্ৰ-শস্ত্ৰবিলাক পৰিত্যাগ কৰি ইয়াৰপৰা আঁতৰি যাওক। ট্ৰজান আৰু তেওঁলোকৰ সুবিখ্যাত সমৰ্থকসকলৰ ভিতৰত ময়েই পোন প্ৰথমে এই যুদ্ধত পেট্ৰক্লাছক বৰ্শাৰে আঘাত কৰিছিলো। গতিকে ট্ৰয় নগৰত এই জয়লাভৰ যশস্যা ময়ে লাভ কৰা উচিত। অন্যথা, মই বৰ্শা নিক্ষেপ কৰি আপোনাৰ মূল্যবান জীৱনৰ ওৰ পেলাম।"

ৰক্তকেশী মেনিলাছৰ এই মানুহজনৰ ওপৰত অতিপাত খং উঠিল। তেওঁ চিঞৰি চিঞৰি ক'লে, "হে পিতা জ্যুছ, তুমি এনে ধৃষ্টতা কেতিয়াবা দেখিছানে? আমি বাঘ, সিংহ অথবা পশুৰ ভিতৰত অতি আত্মনিৰ্ভৰশীল আৰু তেজস্বী, হিংস্ৰ বৰাগাহৰিৰ কথা নজনা নহয়। কিন্তু বিখ্যাত এছকাঠৰ বৰ্শাধাৰণ কৰা পেন্থাছৰ পুতেকবিলাকৰ শৌৰ্য-বীৰ্যৰ তুলনাত সেই সাহস একেবাৰেই সামান্য যেন লাগে। তথাপি এবাৰ মোক জোকাই লৈ অশ্বদমন হাইপাৰ্ণৰি, জীৱন-যৌৱনৰ আনন্দ উপভোগ কৰিবৰ কাৰণে বেছিদিন জীয়াই নাথাকিল। তেওঁ কৈছিল, মই হেনো ডানান যোদ্ধাসকলৰ ভিতৰত অতি জঘন্য। কিন্তু মোৰ মনত আছে, তেওঁ প্ৰিয়তমা পত্নী আৰু স্নেহময় জনক-জননীৰ মনত আনন্দ দিবলৈ সেইদিনা নিজৰ ভৰিৰ ওপৰত ভৰ দি ঘৰলৈ যাব পৰা নাছিল। তেওঁৰ দৰে মই তোমাৰো খোলা মুখটো ছিঙি পেলাম, যদিহে তই মোৰ লগত কেৱলমাত্ৰ ওচৰ চাপি আহ। যা, যা, পিছলৈ যা, আৰু সেই অপদাৰ্থবিলাকৰ লগত যোগ দেগৈ। মোৰ

লগত লাগি ল'লে বিপদত পৰিবি। সময় পাব হৈ যোৱাৰ পিছত জ্ঞান লাভ কৰাটো চৰম মূৰ্খামী।"

কিন্তু ইউফৰবাছে অলপো ভয় নাখালে। তেওঁ উত্তৰ দিলে, "মেনিলাছ, তুমি মোৰ ভাইক হত্যা কৰি এতিয়া তাকে লৈ ডাংকোপ মাৰিছা। তেওঁৰ বিধবা পত্নী নবনিৰ্মিত শয়নকক্ষত আজি অকলশৰীয়া। তেওঁৰ মাক-বাপেককো তুমি অবৰ্ণনীয় দুখ-কষ্টত জৰ্জৰিত কৰিলা, তেওঁলোকে ধাৰাসাৰ চকুলো টুকিছে। কিন্তু এতিয়া তুমি তাৰ প্ৰতিফল পাবা। অস্ত্ৰ-শস্ত্ৰেৰে সৈতে তোমাৰ মূৰটো যদি পন্থাছ আৰু মাননীয়া ফ্ৰন্টিছক উপহাৰ দিব পাৰো, তেতিয়াহ'লে তেওঁলোকে অলপ সান্ত্বনা পাব। কিন্তু আমাৰ এই কামকেৰাত বেছি সময় নেলাগে। এই জীৱন-মৰণ সমস্যাটো যুদ্ধৰ দ্বাৰা অতি শীঘ্ৰে সমাধান কৰিব পৰা হ'ব।"

এইবুলি কৈ তেওঁ মেনিলাছৰ ঘূৰণীয়া ঢালখনত আঘাত কৰিলে। কিন্তু তেওঁৰ বৰ্শা বেছি দূৰ অগ্ৰসৰ নহ'ল। সুদৃঢ় ঢালখনত লাগি জোংটো বেঁকা হৈ গ'ল। এতিয়া আট্ৰিউছ-নন্দন মেনিলাছে জনক জ্যুছক প্ৰাৰ্থনা জনাই লক্ষ্য স্থিৰ কৰি বৰ্শা হাতত ল'লে। ইউফৰবাছ পিছ হুঁহকি যাওঁতেই তেওঁ তেওঁৰ ডিঙিৰ নিম্নাংশত বৰ্শা বহুৱাই দি গাৰ জোৰেৰে হেঁচি দিলে। বৰ্শাৰ নালটো তেওঁ দৃঢ় মুষ্টিৰে ধৰি আছিল। মানুহজনৰ ডিঙিৰ কোমল মঙহৰ মাজেদি জোংটো আগটো পাৰ হৈ গ'ল। তেওঁ সশব্দে ভূতলশায়ী হ'ল আৰু তেওঁৰ বৰ্ম-কৱচাদি ঝনঝনাই উঠিল। অপ্সৰাসকলৰ কেশৰাশিৰ দৰেই তেওঁৰ চুলিবিলাক শুৱনি আছিল। সোণ-ৰূপৰ সূতাৰে তেওঁ সক সৰুকৈ বেণী বান্ধিছিল। এতিয়া সকলো তেজেৰে লুতুৰি-পুতুৰি হ'ল। উবালি পৰা গছৰদৰে তেওঁ মাটিত পৰি থাকিল। মালী এজনে জলকাই গছৰ ডাল এটা জীপ থকা মাটিত গুজি থয়। লাহে লাহে ডালটো বাঢ়ি গৈ এজোপা লহপহীয়া সৰু গছত পৰিণত হৈ বতাহত হালি জালি থাকে আৰু শুকুলা ফুলেৰে সুশোভিত হয়। কিন্তু কোনো এদিন ধুমুহা বতাহ বলে আৰু গছপুলিটো উভাল খাই মাটিত বাগৰি পৰে। পেন্থাছ-পুত্ৰ এইকাৰণ বৰ্শাধাৰী ইউফৰবাছো এইদৰেই ধৰাশায়ী হৈছিল আৰু আট্ৰিউছ-পুত্ৰ মেনিলাছে তেওঁৰ অস্ত্ৰ-শস্ত্ৰ সোলোকাই লৈছিল।

কণৰ্থী মেনিলাছৰ কাষ চাপিবলৈ কোনো এজন ট্ৰজানেই সাহস কৰিব নোৱাৰিলে। তেওঁ আছিল চৰি থকা পাহাৰ এটাৰ ৰাজকলৰা নিৰ্ভীক চৌখী গাই এজনী থপিয়াই লৈ যোৱা, নিজৰ শক্তিৰ বিষয়ে সচেতন এটা পৰ্বতীয়া সিংহৰ সমতুল্য। সিংহটোৱে শক্তিশালী দাঁতেৰে চৌখীজনীৰ ডিঙিটো [illegible] তেজ পিয়ে আৰু তাইৰ চিৰাচিৰ কৰি নাড়ী-ভুৰুকে ভক্ষণ কৰে। [illegible]

বিলাকে তাক বেৰি ধৰি আটাহ পাৰে, কুকুৰবিলাকে ভুকে, কিন্তু দূৰৰপৰাহে। ভয়তে সিহঁতে তাৰ কাষ নাচাপে। সেইদৰে আট্ৰিউছ-নন্দনেও এতিয়া ইউফৰবাছৰ বৰ্ম-কবচাদি হেলাৰঙে খুলি ল'ব পাৰিলেহেঁতেন, যদিও ফিবাছ এপলোৱে উজ্জ্বল অস্ত্ৰ-শস্ত্ৰবিলাক দেখি হিংসাত তেওঁক উন্মত্ত ৰণদেৱতাৰ দৰে আক্ৰমণ কৰিবলৈ হেক্টৰক পঠিয়াই নিদিলেহেঁতেন। চিছনীবিলাকৰ নেতা মেন্টিছ নামৰ মানুহ এজনৰ ছদ্মবেশ ধাৰণ কৰি এপলোৱে হেক্টৰৰ ওচৰলৈ গৈ ক'লে, "হেক্টৰ, তুমি একিলিছৰ ঘোঁৰাহালৰ কাৰণে ইমান আশা কৰিছা কিয়? সিহঁতক সহজে বলাব নোৱাৰি, মেলাবলৈও টান। অন্ততঃ পেলিউছৰ পুতেকৰ বাহিৰে অন্যমানুহৰ কাৰণে। কাৰণ তেওঁৰ মাক এগৰাকী দেৱী। তুমি এই মৰীচিকাৰ কাৰণে ব্যস্ত হৈ থাকোতে সিফালে বাহুবলী মেনিলাছে পেট্ৰক্লাছৰ মৃতদেহৰ ওপৰত থিয় হৈ ট্ৰয়ৰ শ্ৰেষ্ঠ যোদ্ধা এজনক হত্যা কৰিছে। পেন্থাছ-পুত্ৰ ইউফৰবাছে আৰু কোনোদিন ৰণ কৰিব নোৱাৰিব।

এইবুলি কৈ দেৱতাজনে যুদ্ধৰ কেন্দ্ৰস্থললৈ যাত্ৰা কৰিলে। হেক্টৰৰ অন্তৰাত্মা শোকত জৰ্জৰিত হ'ল। কিন্তু অলপ পিছতে তেওঁ সেনাবিলাকৰ মাজেদি ভুমি চাই দেখিলে কথাটো নিৰ্ঘাত সত্য। উভয়েই তেওঁৰ দৃষ্টিগোচৰ হ'ল। মেনিলাছে চমৎকাৰ অস্ত্ৰ-শস্ত্ৰবিলাক খুলি লৈছিল। ইউফৰবাছ মাটিত পৰি আছিল আৰু তেওঁৰ ব্যাপক ক্ষতস্থানৰপৰা তেজৰ সোঁত বলিছিল। ভৈৰব নিনাদ কৰি হেক্টৰে অগ্ৰৱৰ্তী সৈনিকসকলৰ মাজেদি ক্ষিপ্ৰ গতিৰে আগবাঢ়ি গ'ল। তেওঁ ধাৰণ কৰা অস্ত্ৰবিলাক কমাৰৰ ভাটিত জ্বলি থকা জুইৰ দৰে জিলমিলাই উঠিছিল। তেওঁৰ হুংকাৰ মেনিলাছে নিচিনাকৈ থকা নাছিল। তেওঁ নিৰাশ মনেৰে নিজৰ অদম্য অন্তৰত পৰিস্থিতিটোৰ পৰ্যালোচনা কৰিলে। অতিশয় আৰ্তভাৱে তেওঁ নিজকে সুধিলে, "এতিয়া মই কৰো কি? যদি মই এই সুন্দৰ অস্ত্ৰবিলাক আৰু পেট্ৰক্লাছৰ মৃতদেহটো পৰিত্যাগ কৰি যাওঁ, তেন্তে মই ডানান-বিলাকৰ ঘৃণাৰ পাত্ৰ হম। মোৰ দোষ-ত্ৰুটিৰ ক্ষতিপূৰণ আদায় কৰিবৰ কাৰণেই পেট্ৰক্লাছে যুদ্ধত নিজৰ জীৱন আহুতি দিলে। কিন্তু সন্মানৰ খাতিৰত যদিহে মই অকলে অকলে হেক্টৰ আৰু ট্ৰজানবিলাকৰ লগত যুদ্ধ কৰিব লগা হয়, তেন্তে হয়তো মোৰ যোগাযোগ বিচ্ছিন্ন হৈ যাব আৰু মই একেবাৰে নিঠৰুৱা হৈ পৰিম। কাৰণ উজ্জ্বল শিৰস্ত্ৰাণৰ অধিকাৰী হেক্টৰৰ পিছে পিছে সমস্ত ট্ৰজান সৈন্য আহিছে। কিন্তু এই বিষয়ে ভাবা-গুণা কৰি লাভ কি? দেৱতাসকলৰ ইচ্ছাৰ বিৰুদ্ধে যদি এজন মানুহে দৈৱানুগ্ৰহপ্ৰাপ্ত আন এজন লোকৰ লগত যুদ্ধ কৰিবলৈ সিদ্ধান্ত লয়, তেন্তে তেওঁৰ বিপৰ্যয় অনিবাৰ্য। সেইকাৰণে এতিয়া

মই হেক্টৰৰ ভয়ত পলায়ন কৰিলে ডানানসকলে নিশ্চয় মোৰ দায় নধৰিব। কাৰণ হেক্টৰে দেৱতাৰ সাহায্য লাভ কৰিছে। মহান আয়াছ এতিয়া ক'ত আছে জানিব পৰা হ'লে, আমি দুয়োজনে মিলিতভাৱে আকৌ এবাৰ কুমাৰ একিলিছৰ কাৰণে মৃতদেহটো উদ্ধাৰ কৰিবলৈ চেষ্টা কৰি চাব পাৰিলোহেঁতেন লাগিলে দেৱতাসকল আমাৰ প্ৰতিকূলেই হওক। সেইখিনি কৰিব পাৰিলেও যথেষ্ট লাভ হ'ব।"

তেওঁ মনে মনে এইদৰে চিন্তা কৰি থাকোতেই হেক্টৰৰ দ্বাৰা পৰিচালিত হৈ ট্ৰজান সৈন্যসমূহ ওচৰ পালেহি। শৱটো পৰিত্যাগ কৰি মেনিলাছে উভতি খোজ ল'লে। কিন্তু কুকুৰ আৰু হাতত বৰ্ছালৈ আটাহ পাৰি যোৱা ভেৰাৰখীয়াৰ খেদাত সাহসী অন্তৰতো সন্ত্ৰাসৰ শীতলতা অনুভৱ কৰি নিতান্ত অনিচ্ছা সত্ত্বেও ছাগলী গড়াল থকা পামৰপৰা পলাই যোৱা ডট্টৰা সিংহৰদৰে তেওঁ বাৰে বাৰে পিছলৈ চাই গৈছিল। এইদৰেই বক্তকেশী মেনিলাছ পেট্ৰক্লাছৰ মৃতদেহৰ কাষৰ-পৰা আঁতৰি গৈছিল। কিন্তু নিজৰ সৈন্যদলৰ ওচৰ চাপি তেওঁ পুনৰ টেলামনিয় আয়াছৰ সন্ধানত চাৰিওফালে দৃষ্টিপাত কৰিলে আৰু পিছলৈ ঘূৰি চাই থিয় হৈ ৰ'ল। অৱশেষত তেওঁ আয়াছক দেখা পালে। বাওঁফালে এমূৰত তেওঁ সৈন্য-সকলক সনিৰ্বন্ধভাৱে উৎসাহিত কৰি আছিল। কাৰণ ফিবাছ এপলোৱে অলৌকিকভাৱে তেওঁলোকক আতংকিত কৰিছিল। মেনিলাছ একেলৰে তেওঁৰ ওচৰত উপস্থিত হ'ল। তেওঁ মাত লগালে, "আয়াছ, বন্ধু মোৰ, সোঁ আহঁ যাওঁ আহা, মৃত পেট্ৰক্লাছৰ কাৰণে এখুন্দা মাৰি চাওঁ। অন্ততঃ একিলিছৰ কাৰণে হ'লেও আমি লুণ্ঠিত মৃতদেহটো উদ্ধাৰ কৰিবলৈ সমৰ্থ হ'ব পাৰো। অৱশ্যে অস্ত্ৰ-শস্ত্ৰবিলাক হেক্টৰৰ হস্তগত।" এই আবেদনত বাহুবলী আয়াছ সক্ৰিয় হৈ উঠিল। তেওঁ বক্তকেশী মেনিলাছৰ সৈতে অগ্ৰবৰ্তী অঞ্চলৰ মাজেদি আগবাঢ়ি গ'ল।

হেক্টৰে পেট্ৰক্লাছৰ মৃতদেহটো টানি-আজুৰি আনিছিল। তেওঁ তেওঁৰ শৰীৰৰপৰা চমৎকাৰ আখৰখন খুলি পেলাইছিল। আৰু এতিয়া তেওঁ তীক্ষ্ণ তৰোৱালেৰে পেট্ৰক্লাছক শিৰচ্ছেদ কৰি তেওঁৰ কবন্ধটো চোচোৰাই লৈ গৈ ট্ৰয়ৰ কুকুৰবিলাকক খাবলৈ দিবৰ কাৰণে ইচ্ছা কৰিছিল। কিন্তু যেতিয়া দুৰ্গ সদৃশ ঢালখন লৈ আয়াছ সেই ঠাইত উপস্থিত হ'লহি, তেতিয়া তেওঁ সতৰ্পণে [illegible] কৰি নিজৰ সৈন্যসকলৰ মাজত সোমালগৈ আৰু ৰথত জঁপ মাৰি উঠিল। [illegible] [illegible] তেওঁ ট্ৰজান সৈন্যৰ হাতত লোৱাই দি [illegible] [illegible] [illegible] দিলে। তেওঁ আশা কৰিছিল যে [illegible] [illegible] [illegible] [illegible] [illegible] তেওঁৰ [illegible] [illegible]

আহ্বান কৰি ৰাখিব। ইতিমধ্যে আয়াছে বহল ঢালখনেৰে পেট্ৰক্লাছক আবৰি ধৰি এই ঘোৰ সংকটত নিৰ্ভীকভাৱে থিয় হৈ থাকিল। হাবিৰ মাজেদি পোৱালি লৈ যাওঁতে চিকাৰীৰ দ্বাৰা আক্ৰান্ত হোৱা সিংহই অসহায় প্ৰাণীকেইটা আবৰি ধৰি নিমিলিত নয়নেৰে, নিতান্ত অৱজ্ঞা প্ৰদৰ্শন কৰি, 'যুদ্ধং দেহি' মনোভাৱেৰে থিয় হৈ থাকে। ঠিক এইদৰেই আয়াছো কুমাৰ পেট্ৰক্লাছৰ সমুখত খোপনি পুতি ৰ'ল। তেওঁৰ কাষতে আছিল আৰিছৰ প্ৰীতিভাজন আট্ৰিউছ-নন্দন মেনিলাছ। প্ৰতি মুহূৰ্ত্ততে বিপদে তেওঁক আগুৰি ধৰিছিল।

হিপলকাছ-নন্দন, লিছীয়ান বাহিনীৰ অধ্যক্ষ, গ্লকাছ হেক্টৰৰ ওপৰত অসন্তুষ্ট হ'ল। তেওঁ তেওঁৰফালে ঘোপাকৈ চাই তিৰস্কাৰ কৰি ক'লে, "হেক্টৰ, কুচকাৱাজতহে তুমি পাকৈত। যুদ্ধক্ষেত্ৰত তুমি অপদাৰ্থ। মুঠতে চমৎকাৰ যশ-গৌৰৱৰ অন্তৰালত তুমি এটা ভীৰু, কাপুৰুষ। এই নগৰখন আৰু দুৰ্গটো তুমি কেনেকৈ অকল এমুঠি ট্ৰজান সৈন্যৰ সহায়ত ৰক্ষা কৰিব পাৰিবা? কাৰণ ট্ৰয় নগৰৰ হৈ কোনো লিছীয়ান সৈনিকেই ডানানবিলাকৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ নকৰিব, যিহেতু তেওঁলোকে বুজিব পাৰিছে যে অহৰহ শত্ৰুৰ লগত সংগ্ৰাম কৰিও তেওঁলোকে কিঞ্চিৎ মাত্ৰও কৃতিত্ব অৰ্জন কৰিব পৰা নাই। নিম্ন থাপৰ সৈনিক এজনে সংকটাপন্ন অৱস্থাত তোমাৰপৰা কি সাহায্য আশা কৰিব পাৰে? তোমাৰ অতিথি আৰু সহযোদ্ধা ছাৰ্পিডনকেই তুমি অতি নিৰ্ম্মমভাৱে গলিত মাংসপিণ্ডৰদৰে আৰ্গিভবিলাকৰ হাতত বিসৰ্জন দিছা। তেওঁ জীয়াই থাকোতে তোমাৰ নগৰখন আৰু তুমি নিজে তেওঁৰ ওচৰত ঋণী আছিলা। তথাপি শ্বাপদ জন্তুৰপৰা তেওঁক ৰক্ষা কৰিবলৈ তোমাৰ কলিজা নাই। সেইদেখি এতিয়া ইমানকে ক'ব খোজো যে যদি লিছীয়ানসকলৰ ওপৰত অলপো প্ৰতিপত্তি আছে, তেনেহ'লে আমি গৃহাভিমুখে যাওনা হমহঁক। তাৰ পৰিণতি হ'ব ট্ৰয়ৰ পতন। কিয়? ট্ৰজানবিলাকৰ প্ৰকৃততে যদি কিছু সাহস থাকিলহেঁতেন, যি অদম্য সাহসৰ বলত আজি সেনানীবৃন্দই তেওঁলোকৰ দেশৰ প্ৰতিৰক্ষাৰ কাৰণে শত্ৰুৰ লগত দেহেকেহে তুমুল সংগ্ৰাম কৰিছে, তেন্তে আমি পেট্ৰক্লাছক ইলিয়ামলৈ চোঁচোৰাই নিব পাৰিলো হয়। সেই মানুহজনৰ মৃতদেহ যুদ্ধক্ষেত্ৰৰপৰা আনি প্ৰায়ামৰ বিশাল পুৰীত ৰাখিব পৰা হ'লে, আৰ্গিভবিলাকে অনতিপলমে ছাৰ্পিডনৰ চমৎকাৰ অস্ত্ৰ-শস্ত্ৰসমূহ প্ৰত্যাৰ্পণ কৰিলেহেঁতেন, আমি তেওঁৰ মৃতদেহো ইলিয়ামলৈ আনিব পাৰিলোহেঁতেন মৃতকৰ পদমৰ্যাদাৰ ওপৰত বহুতো নিৰ্ভৰ কৰে। পেট্ৰক্লাছ যাৰ সহচৰ আছিল তেওঁ হৈছে আৰ্গিভ শিবিৰৰ সৰ্বশ্ৰেষ্ঠ বীৰ আৰু তেওঁৰ অধীনস্থ আছে এটি উৎকৃষ্ট সৈন্যবাহিনী।" কিন্তু তুমি আয়াক্স বিৰোধিতা কৰিব নোৱাৰা। শত্ৰুৰ অহংকাৰ তোমাৰ

কাণত বাজি থকা সত্বেও তুমি সিংহবদৰে পৰাক্ৰমী আয়াছৰ সন্মুখীন হ'বলৈ সাহস কৰিব নোৱাৰিলা, তেওঁৰ চকুলৈ চাব নোৱাৰিলা, তেওঁৰ লগত যুদ্ধ কৰিবলৈয়ো তোমাৰ শক্তিয়ে নুকুলালে—কাৰণ তেওঁ তোমাতকৈ শ্ৰেষ্ঠ।"

উজ্জ্বল শিৰস্ত্ৰাণৰ অধিকাৰী হেক্টৰে কুটিল দৃষ্টিৰে তেওঁৰ ফালে চাই ক'লে, "গ্লকাছ, তোমাৰ নিচিনা মানুহ এটাৰ ইমান স্পৰ্দ্ধা দেখি মই আচৰিত হৈছো। নিম্নভূমি বিশিষ্ট সমগ্ৰ লিছীয়াৰ ভিতৰতে মই তোমাকেই জ্ঞানত শ্ৰেষ্ঠ বুলি বিবেচনা কৰিছিলো। কিন্তু তুমি এইদৰে যিহকে তিহকে বলকাত আৰু বিশেষকৈ বিশাল বপু আয়াছৰ সন্মুখীন হ'বলৈ মোৰ সাহস নাই বুলি পৰোক্ষভাৱে ইঙ্গিত কৰাত তোমাৰ বিচাৰ বুদ্ধিৰ ওপৰত মোৰ আস্থা হেৰাই গৈছে। বিশ্বাস কৰা, যুদ্ধ আৰু ৰথৰ ঘৰঘৰণিয়ে মোক ভয় খুৱাব নোৱাৰে। কিন্তু ছত্ৰধাৰী জ্যুছৰ হাতত আমি পুতলা মাত্ৰ। নিমিষতে জ্যুছে সাহসী মানুহ এজনকো যুদ্ধত পৰাজয় বৰণ কৰি পলাই যাবলৈ বাধ্য কৰিব পাৰে। আকৌ পিছদিনাই সেই একেজন দেৱতায়েই তেওঁক ৰণ কৰিবলৈ উদ্‌গনি দিব পাৰে। কিন্তু বন্ধু, এতিয়া অলপ ধৈৰ্য ধৰা। মোৰ কাষতে থাকি মই কি কৰিব পাৰো চোৱা। মই গোটেই দিনটো কাপুৰুষৰ দৰে আচৰণ কৰি তোমাৰ উক্তিৰ সত্যতাকে প্ৰতিপন্ন কৰো নে দুৰ্ধৰ্ষ ডানানবিলাকক পেট্ৰক্লাছৰ মৃতদেহৰ কাৰণে যুদ্ধ কৰাৰপৰা বিৰত কৰিব পাৰো তাকে চাই লোৱা।"

তাৰ পিছত তেওঁ উচ্চৈঃস্বৰে সৈন্যসকলক আদেশ দি ক'লে, "ট্ৰজান, লিছীয়ান আৰু হতাহতি যুদ্ধত সুনিপুণ ডাৰ্ডানীয় বন্ধুসকল, মানুহৰ দৰে মানুহ হোৱা। শৰীৰৰ সমস্ত শক্তি উজাৰি দিয়া; পেট্ৰক্লাছক বধ কৰি মই অতুলনীয় একিলিছৰ অস্ত্ৰ-শস্ত্ৰ হস্তগত কৰিছিলো, এতিয়া মই তাৰেই সজ্জিত হ'ম।"

এইবুলি কৈ উজ্জ্বল শিৰস্ত্ৰাণ বিভূষিত হেক্টৰে ৰণাঙ্গন ত্যাগ কৰি পেলিউছ পুত্ৰৰ বৰ্ম-কৱচাদি লগবলৈ লৈ যোৱা মানুহবিলাকৰ পিছে পিছে দৌৰি গৈ শীঘ্ৰে তেওঁলোকক লগ ধৰিলে। কাৰণ তেওঁলোক বেছিদূৰ অগ্ৰসৰ হ'ব পৰা নাছিল আৰু তেঁৱো ক্ষিপ্ৰগতিৰে লৰি গৈছিল। যুদ্ধৰ বিষাদে স্পৰ্শ কৰিব নোৱাৰা ঠাই এডোখৰত তেওঁ অস্ত্ৰ-শস্ত্ৰবিলাক সলাই ল'লে। পিতাক পেলিউছক স্বৰ্গৰ দেৱতাসকলে প্ৰদান কৰা একিলিছৰ অজেয় কৱচ পৰিধান কৰি তেওঁ নিজৰ অস্ত্ৰ-শস্ত্ৰবিলাক পৱিত্ৰ ইলিয়ামলৈ লৈ যাবলৈ ৰণপ্ৰিয় ট্ৰজানসকলক নিৰ্দেশ দিলে। বাৰ্ধক্যত উপনীত হৈ পেলিউছে এই অজেয় কৱচ পুতেকৰ হাতত সমৰ্পণ কৰিছিল। কিন্তু পিতাকৰ কৱচ বৃদ্ধাকাললৈকে ধাৰণ কৰা পুতেকৰ কপালত নাছিল।

মেঘবিলাসক জ্যুছে দূৰৰপৰাই হেক্টৰক দেৱোপম একিলিছৰ অস্ত্ৰসজ্জাৰে

সুসজ্জিত হোৱা দেখি মূৰ জোকাৰি নিজে নিজেই ক'লে, "দুৰ্ভগীয়া মানুহ, মৰণ যে তোমাৰ নিচেই ওচৰ চাপিছে তাকে গম নাপাই তুমি এজন অমিত বিক্ৰম বীৰৰ অক্ষয় কবচ পৰিধান কৰিছা, তেওঁৰ সম্মুখত সকলোৱেই ভয়ত কম্পমান। আৰু তুমিয়েই তেওঁৰ সহচৰ, সাহসী আৰু প্ৰিয় গুণবিশিষ্ট পেট্ৰক্লাছক বধ কৰি অপবিত্ৰ হাতেৰে তেওঁৰ শিৰ আৰু কান্ধৰপৰা এই বৰ্ম-কবচ খুলি লৈছিলা। বাৰু, আপাততঃ তুমি অমিতশক্তিৰ অধিকাৰী হ'বা। কিন্তু তাৰ পৰিণাম তুমি ভোগ কৰিব লাগিব। যুদ্ধৰপৰা তুমি ঘৰলৈ উভতি যাব নোৱাৰিবা। এণ্ড্ৰমেকীয়ে একিলিছৰ এই সুশোভন অস্ত্ৰ-শস্ত্ৰ তোমাৰ হাতৰপৰা গ্ৰহণ কৰিবলৈ সমৰ্থ নহ'ব।" নিজৰ উক্তিৰ সমৰ্থনত ক্ৰনছ-নন্দনে তেওঁৰ কলীয়া চেলাউৰি অবনত কৰিলে। তেওঁৰ ইচ্ছামত বৰ্ম-কবচবিলাক হেক্টৰৰ গাত সহজে খাই পৰিল।

ভয়ঙ্কৰ ৰণদেৱতাৰ প্ৰচণ্ড উদ্দীপনাৰে হেক্টৰৰ অন্তৰ অনুপ্ৰাণিত হ'ল। তেওঁৰ অঙ্গে অঙ্গে নতুন শক্তি, নতুন তেজ সঞ্চাৰিত হ'ল। ভৈৰৱ নিনাদেৰে দশোদিশ বিদীৰ্ণ কৰি তেওঁ খ্যাতিমান সমৰ্থকসকলৰ সন্ধানত নিষ্ক্ৰান্ত হ'ল আৰু সিংহৰদৰে সাহসী একিলিছৰ কবচ পৰিধান কৰি জ্যোতিৰ্ময় ৰূপত তেওঁলোকৰ সমুখত উপস্থিত হ'ল। তেওঁলোকক উৎসাহিত কৰিবলৈ তেওঁ প্ৰতিজনৰ ওচৰলৈ গৈ দুই-এষাৰ কথা ক'লে। মেষ্ঠনিছ, গ্লকাছ, মিডন, থাৰ্ছিলকাছ, এষ্টেৰপিয়াছ ডেইছেনৰ, হিপ্‌পথাছ, ফৰ্চিছ, ক্ৰমিয়াছ আৰু দৈবজ্ঞ ইনমাছক তেওঁ লগ ধৰিলে। তেওঁলোকক উদগনি দিবলৈ তেওঁ এটা বক্তৃতাও দিলে। তেওঁ ক'লে, "মিত্ৰপক্ষৰ লোকসকল আৰু প্ৰতিবেশী বন্ধুবৰ্গ, আপোনালোকে সদলবলে মোৰ কথা শুনক। আপোনালোকৰ প্ৰতিজনকে যেতিয়া মই নিজ নিজ নগৰৰপৰা ইয়ালৈ নিমন্ত্ৰণ কৰিছিলো, তেতিয়া মই মানুহৰ সংখ্যা বৃদ্ধি কৰাটোকে বিচৰা নাছিলো বা আৱশ্যক বুলিও ভবা নাছিলো। মোৰ প্ৰয়োজন হৈছিল এনে কিছুমান লোকৰ যিসকলে ট্ৰয়ৰ শিশু আৰু নাৰীসকলক ৰক্ষা কৰিবৰ কাৰণে দুৰ্দ্ধৰ্ষ একীয়ানবিলাকৰ লগত নিঃশঙ্কচিত্তে যুদ্ধ কৰিব। সেই উদ্দেশ্য সিদ্ধি কৰিবৰ কাৰণেই আমাৰ প্ৰজাবিলাকে দাৰিদ্ৰ বৰণ কৰিব লগা হৈছে, কাৰণ তেওঁলোকে আপোনালোকক বিনামূল্যে সকলো বস্তুৰ যোগান ধৰি আপোনালোকৰ সাহস অক্ষুণ্ণ কৰি ৰাখিছে। তেন্তে জীৱন মৰণ পণ কৰি বীৰৰদৰে শত্ৰুক আক্ৰমণ কৰক। এয়ে সৈনিকৰ উপযুক্ত স্থান। আয়াছক পৰাস্ত কৰি যিজন বীৰে নিহত পেট্ৰক্লাছক ট্ৰজান সৈন্যৰ মাজলৈ লৈ আহিবলৈ সমৰ্থ হ'ব, তেওঁক মই লুণ্ঠিত সামগ্ৰীৰ আধাভাগ দিম আৰু বাকী আধা মই নিজে গ্ৰহণ কৰিম, যাতে তেওঁ 'মোৰ সমানে সমানে গৌৰৱৰ ভাগী হ'ব পাৰে।"

ইয়াৰ উত্তৰত তেওঁলোকে বৰ্শা উত্তোলন কৰি প্ৰবলভাৱে ডানানবিলাকক আক্ৰমণ কৰিলে, টেলামনীয় আয়াছৰ হাতৰপৰা মৃতদেহটো কাঢ়ি আনিব পাৰিব বুলি তেওঁলোকে বৰ আশা কৰিছিল। কিন্তু তেওঁলোকে ভুল কৰিলে। পেট্ৰক্লাছৰ মৃতদেহৰ হকে আয়াছে বহুতকে বধ কৰাটো সুনিশ্চিত আছিল। কিন্তু তেওঁ খন্তেকৰ কাৰণে ভৈৰব নিনাদ কৰা মেনিলাছৰ ফালে চাই ক'লে, "জ্যুছৰ দ্বাৰা পালিত বন্ধু মেনিলাছ, মৃতদেহটোৰ কথাই নকওঁ, তুমি আৰু ময়ো এই ৰণৰপৰা নিৰাপদে ঘৰলৈ উভতি যাব নোৱাৰিম, তাকেই মই চিন্তা কৰি আছো। প্ৰকৃততে মই পেট্ৰক্লাছৰ শৰটোৰ কাৰণেও সিমান ভৰা নাই, ট্ৰয়ৰ পশু-পক্ষীয়ে সেইটো খাই পেলাব। কিন্তু তোমাৰ আৰু মোৰ আগন্তুক বিপদৰ কাৰণেহে শঙ্কিত হৈছো। কলীয়া মেঘবদৰে হেক্টৰে আমাক ঢাকি ধৰিব। তেওঁ প্ৰস্তুত। মৃত্যু আমাৰ আসন্ন। তৎক্ষণাৎ ডানান সামন্তসকলক আহ্বান কৰা। কোনোবাই শুনিলেও শুনিব পাৰে।"

ভৈৰব নিনাদ কৰা মেনিলাছে তেওঁৰ কথামতেই উচ্চৈঃস্বৰে ডানানসকলক আহ্বান কৰিলে। তেওঁ চীৎকাৰ কৰি ক'লে, "আৰ্গিভ মন্ত্ৰণাদাতা আৰু সেনাপতিসকল, আট্ৰিউছ-নন্দন আগামেমনন আৰু মেনিলাছৰ লগত তোমালোকে ৰাজছুৱা খৰচত সুৰাপান কৰাহঁক। সৈন্য পৰিচালনাৰ মহান দায়িত্বত তোমালোকেও অংশ গ্ৰহণ কৰিছা; স্বয়ং জ্যুছৰপৰাই তোমালোকে ৰাজকীয় মৰ্যাদা লাভ কৰিছা। যুদ্ধৰ এই হুলস্থুল পৰিস্থিতিত মই তোমালোকক গাই-গুটীয়াকৈ বিচাৰি উলিওৱা অসম্ভৱ। নাম ধৰি মাতিব পৰা নাই যদিও তোমালোক প্ৰতিজনেই আগবাঢ়ি আহা। ট্ৰয়ৰ কুকুৰবিলাকে পেট্ৰক্লাছক লৈ ধেমালি কৰিব, এই কথা কিমান অপমানজনক চিন্তা কৰি চোৱা।"

অইলিউছ-পুত্ৰ, ধাৱক আয়াছে প্ৰতিটো শব্দ স্পষ্টভাৱে শুনিলে আৰু তেওঁ পোন প্ৰথমেই সেই বিশৃংখল অৱস্থাৰ মাজেদি মেনিলাছৰ ওচৰলৈ লৰি আহিল। তেওঁক অনুসৰণ কৰিলে আইডমিনিউছে আৰু তেওঁৰ সহচৰ, নৰহন্তা ৰণদেৱতাৰ সমকক্ষ মেৰিয়নিছে। একীয়ান সৈন্যবিন্যাস শক্তিশালী কৰিবৰ কাৰণে যিসকল পিছে পিছে আহিল, তেওঁলোকৰ নাম স্মৰণ কৰিব পৰা মানুহ ক'ত আছে?

হেক্টৰৰ দ্বাৰা পৰিচালিত হৈ ট্ৰজানবিলাক সদলবলে আহিল। প্ৰকাণ্ড ঢৌ এটাৰ, বৰষুণৰ পানীৰে উপচি পৰা নদী এখনৰ মোহনাত প্ৰবল সোঁতৰ লগত যেতিয়া সংঘৰ্ষ হয় আৰু ছুৱোপাৰৰ স্থলভাগে যেতিয়া চেৰেকনিৰদৰে শব্দ কৰা সমুদ্ৰৰ দুৰ্বাৰ আক্ৰমণ প্ৰতিহত কৰে, তেতিয়া বোঁৱেৰুৱা গৰ্জনৰ সৃষ্টি হয়, ট্ৰজান-

বিলাকৰ আক্ৰমণতো তেনেকুৱা গৰ্জনৰ সৃষ্টি হৈছিল। কিন্তু দৃঢ় প্ৰতিজ্ঞাত ঐক্যবদ্ধ হৈ একীয়ানবিলাকে তেওঁলোকক বাধা দিলে আৰু ব্ৰঞ্জ নিৰ্মিত ঢালৰ বেৰাবে পেট্ৰক্লাছক আবৰি ধৰিলে। তদুপৰি ক্ৰনছনন্দনে তেওঁলোকৰ চিকমিকীয়া শিৰস্ত্ৰাণবিলাক ঘন কুঁৱলীৰে আচ্ছাদিত কৰিলে। একিলিছৰ সহচৰ হৈ জীৱিত থকা অৱস্থাত পেট্ৰক্লাছৰ প্ৰতি তেওঁৰ কোনো বিদ্বেষ নাছিল। শত্ৰুভাৱাপন্ন ট্ৰয়ৰ কুকুৰবিলাকে তেওঁৰ গৰ্বিত শৱটো চিৰাচিৰ কৰিব, এই সম্ভাৱনাটো তেওঁ অতিশয় অপছন্দ কৰিছিল। সেইকাৰণে এতিয়া তেওঁ পেট্ৰক্লাছৰ মৃতদেহটো ৰক্ষা কৰিবৰ কাৰণে সঙ্গীবৃন্দৰ মনত সাহসৰ সঞ্চাৰ কৰিছিল।

প্ৰথমতে ট্ৰজানবিলাকে প্ৰদীপ্তনয়ন একীয়ানবিলাকক পিছ হোঁহোকাই পঠাইছিল। মৃতদেহটো এৰি থৈ তেওঁলোকে পশ্চাদপসৰণ কৰিবলৈ বাধ্য হ'ল। তথাপি গৰ্বিত ট্ৰজানবিলাকে যথেষ্ট কষ্ট কৰিও তেওঁলোকৰ এজনকো বৰ্শাৰে বধ কৰিব নোৱাৰিলে। কিন্তু ট্ৰজানবিলাকে মৃতদেহটো চোঁচোৰাই নিবলৈ আৰম্ভ কৰিলে। যি নহওক, একীয়ানবিলাকেও মৃতদেহটো তেওঁলোকৰ হাতত বেছি সময় থাকিবলৈ দিয়াৰ পক্ষপাতী নাছিল। আয়াছে তেওঁলোকক শৃঙ্খলাবদ্ধ কৰিলে। পেলিউছৰ অদ্বিতীয় পুত্ৰৰ পিছতে চেহেৰাই-পাতিয়ে তেৱেঁই আছিল ডানানসকলৰ মাজত চমৎকাৰ আৰু যুদ্ধতো আছিল শ্ৰেষ্ঠ। পৰ্বতৰ ওপৰত ঠেকত পৰি একে চোঁচাই চিকাৰী কুকুৰ আৰু খামিডাঠ চিকাৰীবিলাকক চিটিকি যাবলৈ বাধ্য কৰা বৰাগাহৰিৰ হিংস্ৰতাৰে তেওঁ সমুখৰ শাৰীলৈ তীব্ৰ বেগে আগবাঢ়ি গ'ল। এইদৰেই টেলামনৰ গৰ্বিত-পুত্ৰ কীৰ্তিমান আয়াছে ট্ৰজান সৈন্যসকলক আক্ৰমণ কৰিলে আৰু পেট্ৰক্লাছৰ ওচৰত সমবেত হোৱা লোক-সকলক ছেদেলি-ভেদেলি কৰিলে। এই মানুহবিলাকে সগৌৰৱে পেট্ৰক্লাছৰ মৃতদেহ ট্ৰয় নগৰলৈ লৈ যাবলৈ মন বান্ধিছিল।

পেলজ্জিয়ান লেঠাছৰ অভিজাত পুত্ৰ হিপ্‌পথাছে তেওঁৰ টঙালীডাল পেট্ৰক্লাছৰ ভৰিৰ সৰুগাঁঠিত বান্ধি লৈছিল আৰু যুদ্ধৰত লোকসকলৰ মাজেদি তেওঁক চোঁচোৰাই লৈ গৈছিল। হেক্টৰ আৰু ট্ৰজানবিলাকক এইৰূপ উপকাৰ কৰিবলৈ তেওঁ আশা কৰিছিল। কিন্তু তেওঁ নিজৰ অনিষ্টহে কৰিলে। তেওঁ বিপদত পৰিল। আন্তৰিক শুভেচ্ছা থকা সত্ত্বেও তেওঁক বন্ধু-বান্ধৱবিলাকে ৰক্ষা কৰিব নোৱাৰিলে। টেলামন-তনয়ে যুঁজাৰুবিলাকৰ মাজেদি দৌৰি গৈ তেওঁৰ ব্ৰঞ্জৰ মুখাবৰণ সংযুক্ত শিৰস্ত্ৰাণত আঘাত কৰিলে। বিশাল হাতেৰে নিক্ষেপ কৰা গধুৰ বৰ্শাপাটে পাখিলগা শিৰস্ত্ৰাণটো বিদীৰ্ণ কৰিলে। ফলত তেওঁৰ ক্ষতস্থানৰপৰা হোলোকা হোলোকে তেজ আৰু মূৰৰ ঘিউ ওলাবলৈ ধৰিলে। হিপ্‌পথাছৰ

পতন হ'ল। তেওঁৰ হাতৰপৰা মহান পেট্ৰক্লাচৰ ভৰিটো মাটিত সৰি পৰিল আৰু লগতে তেৰোঁ শৰটোত মুখথেকেছা খাই পৰিল। আয়াছৰ বৰ্শাঘাতত মৃত্যুবৰণ কৰাৰ সময়ত তেওঁ নিম্নভূমিৰে ভৰা লেৰিছাৰপৰা বহুত দূৰত আছিল। অতি কম বয়সতে মৰাৰ কাৰণে তেওঁ পিতৃ-মাতৃৰ ঋণ পৰিশোধ কৰিব নোৱাৰিলে।

এই ক্ষণতে ছেগ চাই আয়াছক লক্ষ্য কৰি চিকমিকীয়া বৰ্শা এপাট হেক্টৰে মাৰি পটিয়ালে। কিন্তু আয়াছৰ দৃষ্টি তেওঁৰ ওপৰত নিবদ্ধ হৈ আছিল আৰু তেওঁ থিতাতে আঁতৰি দিয়াত ব্ৰঞ্জৰ বৰ্শাপাট তেওঁৰ গাত নেলাগি ছিডিয়াছ নামৰ লোক এজনৰ শৰীৰত বিদ্ধ হ'ল। তেওঁ আছিল সাহসী ইফিটাছৰ পুত্ৰ আৰু ৰুছীয়ানসকলৰ শ্ৰেষ্ঠ বীৰ। তেওঁ এজন ক্ষমতাপন্ন ৰাজকুমাৰ আছিল আৰু তেওঁৰ ঘৰ আছিল পেনপিউছ নামৰ বিখ্যাত নগৰখনত। হেক্টৰৰ বৰ্শাই তেওঁৰ ডিঙিৰ তলৰ হাড়ডালৰ মাজভাগতে আঘাত কৰিলে। ব্ৰঞ্জৰ জোংটোৱে তেওঁক কান্ধৰ তললৈকে শালি পেলালে। তেওঁ সশব্দে ভূতলশায়ী হ'ল আৰু তেওঁৰ অস্ত্ৰ-শস্ত্ৰ ঝনঝনাই উঠিল। ইফালে আয়াছে ফিনপ্সৰ বাহুবলী পুত্ৰ ফৰ্ছিছৰ ঠিক পেটতে বৰ্শা বহুৱাই দিলে। সেই সময়ত তেওঁ হিপ্‌পথাছৰ মৃতদেহ দুই ভৰিৰ মাজত লৈ থিয় হৈ আছিল। বৰ্শা বিদাৰিত পেটৰপৰা নাড়ী-ভুকবিলাক বাহিৰ ওলাল। ধৰাশায়ী হৈ তেওঁ মাটিকে খামুচি ধৰিলে। হেক্টৰ প্ৰমুখ্যে অগ্ৰবৰ্তী ট্ৰজানবিলাক পিছ হুইকিবলৈ বাধ্য হ'ল। আনহাতে আৰ্গিভবিলাকে জয়ধ্বনি কৰি ফৰ্ছিছ আৰু হিপ্‌পথাছৰ মৃতদেহ টানি লৈ গ'ল আৰু শৰীৰৰপৰা অস্ত্ৰ-শস্ত্ৰ বিলাক খুলি ল'লে।

বিজয়ী একীয়ানবিলাকে এতিয়া পৰাভূত আৰু হতাশ ট্ৰজানবিলাকক ইলিয়াম পৰ্যন্ত খেদি নি, স্বকীয় পৰাক্ৰম আৰু পৰিশ্ৰমৰ দ্বাৰা জুছে ভবাতকৈও বেছি সাফল্য অৰ্জন কৰিব পাৰিলেহেঁতেন। কিন্তু এনেতে এপলোৱে ইনিয়াছক উদ্দীপিত কৰিলে। দেৱতাজনে ইপিটাছ পুত্ৰ পেৰিফাছ নামৰ ঘোষক এজনৰ ৰূপ ধাৰণ কৰিলে। তেওঁ ইনিয়াছৰ প্ৰতি অনুৰক্ত আছিল আৰু বৃদ্ধপিতৃৰ ঘোষক হিচাপে কাম কৰি কৰি নিজেও বাৰ্দ্ধক্যত উপনীত হৈছিলগৈ। জুছ পুত্ৰ এপলোৱে এই ছদ্মবেশত তেওঁৰ ওচৰলৈ গৈ ক'লে, "ইনিয়াছ, দেৱতাসকল যদি তোমাৰ প্ৰতিকূল হয়, তেন্তে তুমি ইলিয়াম দুৰ্গ ৰক্ষা কৰিবলৈ কেনেকৈ আশা কৰিবা'? মই এনে কিছুমান লোকৰ কথা জানো যিসকলে জুছৰ বিৰোধিতা সত্বেও নিজৰ বাহুবল, সাহস আৰু অসংখ্য সেনাৰ ওপৰত ভৰসা কৰি নিজৰ দেশ ৰক্ষা কৰিবলৈ সমৰ্থ হৈছিল। কিন্তু জুছ যে আমাৰ ফালেই। আমি তালাল-

বিলাকক পৰাস্ত কৰাটো তেওঁ ইচ্ছা কৰে। তথাপি তুমি ভয়ত বিচাৰ বুদ্ধি হেৰুৱাই যুদ্ধ কৰিবলৈ অসন্মত হৈছা।"

ইনিয়াছে তেওঁৰ মুখৰ ফালে চাই বুজিব পাৰিলে যে বক্তাজন ধনুৰ্দ্ধৰ ৰজা এপলোৰ বাহিৰে আন কোনো নহয়। তেওঁ হেক্টৰৰ সমৰ্থনত হুংকাৰ কৰিলে। তেওঁ চিঞৰি চিঞৰি ক'লে, "হেক্টৰ, ট্ৰজান আৰু মিত্ৰপক্ষৰ সেনাপতিসকল, বিজয়ী আৰ্গিভবিলাকে আমাক কাপুৰুষৰদৰে ইলিয়ামলৈ খেদি লৈ যাব, ই লজ্জাৰ কথা। তদুপৰি এইমাত্ৰ এজন দেৱতা আহি মোক কৈছেহি যে সৰ্বশ্ৰেষ্ঠ মন্ত্ৰণাদাতা জ্যুছে এই ৰণত এতিয়াও আমাৰ পক্ষ সমৰ্থন কৰি আছে। সেইকাৰণে আমি অবিলম্বে ডানানবিলাকৰ সন্মুখীন হৈ চাই লওঁ যে সিহঁতে পেট্ৰক্লাছক জাহাজলৈ সহজে লৈ যাবলৈ সমৰ্থ নহয়।"

এইবুলি কৈয়েই তেওঁ তৎক্ষণাৎ আগবাঢ়ি গৈ অগ্ৰবৰ্তী সৈন্যসকলৰ সন্মুখত অৱস্থিত হ'ল। ফলত ট্ৰজানবিলাকে একীয়ানবিলাকক আকৌ উভতি ধৰিলে। তাৰ পিছত ইনিয়াছে বৰ্শা নিক্ষেপ কৰি আৰিছবাছৰ পুতেক লেইয়ক্ৰিটাছক আঘাত কৰিলে। এই মানুহজন আছিল লাইকমিডিছৰ সাহসী অনুগামী। তেওঁৰ পতনত লাইকমিডিছ অতিশয় ব্যথিত হ'ল। তেওঁ দৌৰি গৈ তেওঁৰ ওচৰত থিয় হ'ল আৰু চিকমিকীয়া বৰ্শা এপাট নিক্ষেপ কৰিলে। বৰ্শাপাট হিপ্‌পথাছ পুত্ৰ আপিছাওন নামৰ সামন্ত এজনৰ কামিহাড়ৰ তলতে আগমণ্ডহত প্ৰবেশ কৰিলে। লগে লগে তেওঁ মাটিত বাগৰি পৰিল। আপিছাওন আছিল উৰ্বৰ পিয়নিয়া প্ৰদেশৰপৰা অহা লোকসকলৰ অন্যতম। প্ৰকৃততে তেওঁ আছিল সেই দলটোৰ শ্ৰেষ্ঠ যোদ্ধা, ৰণদেৱতাৰ সমকক্ষ এষ্টেৰপিয়াছৰ পিছতে তেওঁৰ স্থান আছিল। তেওঁক ধৰাশায়ী হোৱা দেখা পাই এষ্টেৰপিয়াছে মনত বৰ আঘাত পালে, এতিয়া তেওঁ ডানানবিলাকক প্ৰচণ্ডভাৱে আক্ৰমণ কৰিলে। কিন্তু তেওঁৰ অতি পলম হ'ল, তেওঁ বিশেষ একো কৰিব নোৱাৰিলে। ডানানবিলাকে ঢাল আৰু উদ্যত বৰ্শাৰে বেষ্ট নিৰ্মাণ কৰি পেট্ৰক্লাছক আবৰি ধৰিলে। বিশাল বপু আয়াছে চাৰিওফালে ঘূৰি ঘূৰি সকলোকে কঠোৰ নিৰ্দেশ দিলে যে মৃতদেহটোৰ-পৰা কোনেও এখোজা লৰচৰ নকৰিব আৰু দলৰপৰা আঁতৰি গৈ কোনেও আগবাঢ়ি যুদ্ধ নকৰিব। তেওঁলোক সকলোটিয়ে পেট্ৰক্লাছক আগুৰি ধৰি অচল অটলভাৱে অৱস্থিত হৈ থাকিব।

আয়াছৰ এই যুদ্ধকৌশলৰ ফলস্বৰূপে ধৰণী তেজেৰে ৰাঙলী হ'ল, মৃতদেহেৰে দ'ম বান্ধিলে। ট্ৰজান আৰু তেওঁলোকৰ গৰ্বিত সমৰ্থকসকলৰ মৃতদেহ মৃত ডানানসকলৰ লগত একাকাৰ হ'ল। কাৰণ ডানানবিলাকেও ৰণত ৰক্তক্ষয়

নকৰাকৈ থকা নাছিল। কিন্তু তথাপি তেওঁলোকৰ বেছি লোক ৰণত নপৰিল। পৰস্পৰৰ প্ৰতি নিজ নিজ কৰ্তব্য বুজি সেই হৈ চৈ অৱস্থাৰ মাজতে বন্ধুৱে বন্ধুক মৃত্যুৰপৰা ৰক্ষা কৰিছিল।

গতিকে যুদ্ধখন জুইৰদৰে জ্বলি উঠিছিল। সেই সময়ত চন্দ্ৰ-সূৰ্য যে নিজ নিজ কক্ষপথত আছিল সেই কথা আপোনালোকে ভাবিবই নোৱাৰিব। কাৰণ পেট্ৰক্লাছৰ মৃতদেহৰ কাৰণে অৰিয়া অৰি কৰি ৰাছকবনীয়া লোকসকল ৰণাঙ্গনৰ যি অংশত ব্যস্ত হৈ আছিল, সেই ঠাই কুঁৱলীয়ে আবৰি ধৰিছিল। অৱশ্যে সেই ঠাইৰ বাহিৰে বাকী অংশত ট্ৰজান আৰু একীয়ান যুঁজাৰুসকলে মুক্ত আকাশৰ তলত অলপো অসুবিধা নোহোৱাকৈ যুদ্ধ কৰিব পাৰিছিল। সকলোৰে গাত সূৰ্যৰ উজ্জ্বল কিৰণ পৰিছিল আৰু পাহাৰ, ভৈয়াম ক'তো ডাৱৰৰ লেশ মাত্ৰও নাছিল। এনে ধৰাকৈ যুদ্ধ চলিছিল। সৈন্যবিলাক আঁতৰে আঁতৰে থাকি পৰস্পৰৰ বৰ্শা গাত নলগাকৈ বাগি দি ফুৰিছিল। যুদ্ধক্ষেত্ৰৰ কেন্দ্ৰস্থলতহে কুঁৱলীৰ আবৰণ, শত্ৰুসৈন্য আৰু ব্ৰঞ্জৰ অস্ত্ৰ-শস্ত্ৰৰ ভৰত শ্ৰেষ্ঠ একীয়ানসকলো জৰ্জৰিত হৈছিল। তেওঁলোকৰ মাজত দুজন লোক আছিল থ্ৰেচীমিডিছ আৰু এন্টিলকাছ, তেওঁলোক উভয়ে গমেই পোৱা নাছিল যে অতুলনীয় পেট্ৰক্লাছ নিহত হৈছে। তেওঁলোকে ভাবিছিল যে তেওঁ তেতিয়াও জীয়াই আছিল আৰু দুয়ো পক্ষ মিলিত হোৱা ঠাইতেই তেওঁ ট্ৰজানবিলাকৰ লগত যুদ্ধ কৰি আছিল। সেইদেখি তেওঁলোকে যুদ্ধ কৰি থকা ঠাইতেই থাকি নিজ নিজ বাহিনীৰ হতাহত সকলক লক্ষ্য কৰি আছিল আৰু আতংকৰ লক্ষণে দেখা দিছেনেকি তাৰো বুজ লৈ আছিল। তেওঁলোকক কলীয়া জাহাজৰপৰা যুদ্ধক্ষেত্ৰলৈ যোৱা দেখা পাই নেষ্টৰে তাকে কৈ পঠাইছিল।

কিন্তু ক্ষিপ্ৰ একিলিছৰ সম্ভ্ৰান্ত অনুচৰজনৰ কাৰণে গোটেই দিনটো অবিৰাম-ভাৱে ভীষণ যুদ্ধ চলি আছিল। কঠোৰ পৰিশ্ৰমৰ ফলত সৈন্যসকলৰ প্ৰতিজন লোকৰে আঁঠু, আঁঠুৰনিম্নাংশ, ভৰি-হাত আনকি চকুবিলাকেৰেও ঘামৰ সোঁত বলিছিল। সেই সংকীৰ্ণ ঠাইডোখৰতে মৃতদেহটো টনা-আঁজোৰা কৰি তেওঁলোকৰ চামৰাৰ ব্যৱসায়ী এজনে প্ৰকাণ্ড ষাঁড়গৰু এটাৰ ছালখন চৰ্বীত ডুবাই টানিবলৈ দিয়া মানুহবিলাকৰ নিচিনা অৱস্থা হৈছিল। মানুহবিলাকে ছালখন লৈ এডোখৰ গোলাকাৰ ঠাইৰ চাৰিওকালে ঘিৰি হৈ অসংখ্য হাতেৰে টনাটনি কৰোতে ছালখনৰ ভাঁজবিলাক সমান হৈ যায় আৰু চৰ্বীখিনি শুহি গ'লে ভিতৰত পনীয়া পদাৰ্থ-বিলাক ওলাই আহে। প্ৰত্যেক পক্ষই উচ্চাশাৰে অনুপ্ৰাণিত হৈছিল, ট্ৰজান-বিলাকে পেট্ৰক্লাছক ইলিয়ামলৈ লৈ যাবলৈ আৰু ডানানবিলাকে খুলকৰ্ত জাহাজ-

লৈ নিবলৈ অতিশয় আশা কৰিছিল। ফলত মৃতদেহটো লৈ এনে এটা বিশৃঙ্খল অৱস্থাৰ সৃষ্টি হ'ল যিটো দেখি যুদ্ধ লগাই ৰংচোৱা আৰিছে বা এথেনীয়েও তেওঁলোকৰ ৰণলিপ্সাৰ চৰম ক্ষণতো আনন্দ লাভ নকৰাকৈ নেথাকিলহেঁতেন। কঠোৰ পৰিশ্ৰম আৰু যন্ত্ৰণাই এনে ভয়াবহ ৰূপ ধাৰণ কৰিছিল যে জ্যুছে সেইদিনটো পেট্ৰক্লাছৰ মৃতদেহৰ কাৰণে মানুহ আৰু ঘোঁৰা উভয়কে সমানে ভগাই দিছিল।

অভিজাত একিলিছে তেতিয়ালৈকে পেট্ৰক্লাছৰ মৃত্যুৰ শুং-সূত্ৰও গম পোৱা নাছিল। সুনিৰ্মিত জাহাজবিলাকৰপৰা বহু আঁতৰত, ট্ৰয়ৰ প্ৰাচীৰৰ প্ৰায় তলতেই যুদ্ধ চলি আছিল। পেট্ৰক্লাছ নিহত হৈছে বুলি তেওঁ কল্পনাই কৰিব পৰা নাছিল। তেওঁ ভাবিছিল পেট্ৰক্লাছ নগৰৰ দুৱাৰ পৰ্যন্ত আগবাঢ়ি গৈ পুনৰ নিৰাপদে উভতি আহিছে। কাৰণ তেওঁ আশা কৰা নাছিল যে তেওঁ নোহোৱাকৈ বা তেওঁ লগত থাকিলেও পেট্ৰক্লাছ নগৰখন ধ্বংস কৰিবলৈ সমৰ্থ হ'ব। তেওঁৰ মাকে তেওঁক প্ৰায়ে কৈছিল যে সেইটো কোনো দিনে সম্ভৱ নহ'ব, কাৰণ মাকে সৰ্বশক্তিমান জ্যুছৰ পৰিকল্পনাৰ গোপন বাতৰিৰ ভাগ তেওঁকো দিছিল। অৱশ্যে এতিয়া মাকে তেওঁৰ অতি অন্তৰঙ্গ বন্ধুজনৰ মৃত্যু বা অন্যান্য ভয়ঙ্কৰ ঘটনাৰ বিষয়ে তেওঁক একোকে কোৱা নাছিল।

ইতিমধ্যে নিহত বীৰজনক মাজত লৈ অন্যান্য যোদ্ধাসকলে হাতত শাণিত বৰ্শা ধাৰণ কৰি এখন বিৰামহীন সংগ্ৰামত প্ৰবৃত্ত হৈছিল আৰু হত্যালীলা চলি আছিল। ব্ৰঞ্জবিভূষিত একীয়ানবিলাকে অনুভৱ কৰিছিল যে যুদ্ধত হাৰি শূন্যগৰ্ভ জাহাজলৈ উভতি যোৱাটো তেওঁলোকৰ কাৰণে অতি অপযশৰ কথা হ'ব। নিজৰ ভিতৰতে তেওঁলোকে কোৱা-কুই কৰিছিল, "বন্ধুসকল, আমি যদি অশ্বদমন ট্ৰজানবিলাকক পেট্ৰক্লাছৰ মৃতদেহ সগৰ্বে নগৰলৈ লৈ যাবলৈ এৰি দিওঁ, তেনেহ'লে আমি য'তে আছো ত'তে আই বসুমতীৰ অন্ধকাৰ গৰ্ভত প্ৰবেশ কৰাই ভাল।" ইফালে পৰাক্ৰমী ট্ৰজানবিলাকেও অনুৰূপ চিন্তাই কৰিছিল। তেওঁলোকৰ এজনে মাত লগাইছিল, "বন্ধুসকল, এই মৃতদেহটোৰ কাষতেই যদি আমি সকলোটি মৰি হাজি জাহ যাওঁ, তথাপি পিছ হুইঁকি নাযাওঁ।" এইদৰেই তেওঁলোকে মনৰ কথাকেই ব্যক্ত কৰিছিল আৰু পৰস্পৰে পৰস্পৰক উৎসাহ দিছিল। গতিকে যুদ্ধ চলি থাকিল আৰু ধাতৱ ধ্বনিয়ে নিম্ন বায়ুস্তৰ ভেদ কৰি তামবৰণীয়া আকাশ মুখৰিত কৰিছিল।

যুদ্ধক্ষেত্ৰৰপৰা বহু আঁতৰত একিলিছৰ ঘোঁৰাহালে, হত্যাকাৰী হেক্টৰে ৰথীজনক ভূপতিত কৰাৰ সময়ৰপৰাই চকুপানী টুকি আছিল। ডায়ৰিছৰ বাহুবলী সন্তান অটমিডনে সিহঁতক বশ কৰিবলৈ যথাসাধ্য চেষ্টা কৰিছিল। তেওঁ সিহঁতক

সোঁ সোঁৱাই থকা চাবুকেৰে বাৰে বাৰে প্ৰহাৰ কৰিছিল, ফুচুলাইছিল আৰু অনৰ্গল শাও-শপনি দিছিল। কিন্তু ঘোঁৰাহালে লৰচৰ নকৰিলে। সিহঁত জাহাজলৈ উভতি ন'গল, বিস্তীৰ্ণ হেলিস্পণ্টৰ ফালেও চেকুৰ নেমেলিলে, একীয়ানবিলাকৰ পিছে পিছে যুদ্ধলৈ যাবলৈও অমান্তি হ'ল। মৃতকৰ মৈদামৰ ওপৰত পুতি থোৱা এছটা শিলৰদৰেই সিহঁতে সুৰম্য ৰথখনৰ সমুখত তললৈ মূৰ কৰি স্থিৰ হৈ থাকিল। নিহত ৰথীজনৰ শোকত সিহঁতৰ চকুৰপৰা তপত চকুলো ওলাই মাটিত পৰিছিল। সিহঁতৰ লহপহীয়া কেশৰবিলাক যুঁৱলিৰ খোপৰপৰা আউলি-বাউলি হৈ ওলমি পৰি ধূলিৰে মলিন হৈছিল। সিহঁতৰ শোক দেখি ক্ৰনছ-নন্দনো ব্যথিত হ'ল। তেওঁ মস্তক সঞ্চালন কৰি নিজে নিজে ক'লে, "বেচেৰা পশুহঁত ! তহঁত অমৰ, বয়সে তহঁতক স্পৰ্শ কৰিব নোৱাৰে। তেনেহ'লে কিয় আমি তহঁতক মৰণশীল পেলিউছৰ হাতত সমৰ্পণ কৰিছিলো ? তহঁতেও যে দুৰ্ভগীয়া মানুহৰ দুখৰ ভাগ লবি সেয়া জানো আমাৰ অভিপ্ৰায় আছিল ? আই বসুমতীৰ ওপৰত বগাই ফুৰা জীৱিত প্ৰাণীবিলাকৰ ভিতৰত মানুহৰ সমান দীনদুখী আৰু কোনো নাই। এটা কাম মই কেতিয়াও হ'বলৈ নিদিওঁ। কুমাৰ হেক্টৰে তহঁতে টনা চমৎকাৰ ৰথত আৰোহণ কৰিব নোৱাৰিব। অস্ত্ৰ-শস্ত্ৰ আৰু অল্প ক্ষণস্থায়ী উল্লাস তেওঁৰ কাৰণে যথেষ্ট নহ'বনে ? নহয় মই তহঁতৰ ঠেঙত জোৰ আৰু বুকুত সাহস দিম, যাতে তহঁতে অন্ততঃ অটমিডনক ৰক্ষা কৰি তেওঁক ৰণৰপৰা শূন্যগৰ্ভ জাহাজলৈ লৈ আহিব পাৰ। কাৰণ বেলি মাৰ গৈ শান্তিময় অন্ধকাৰ নামি নহা পৰ্যন্ত ট্ৰজানবিলাকে মনোবল লাভ কৰি একীয়ানবিলাকক সুনিৰ্মিত জাহাজৰ ওচৰলৈ খেদি লৈ যাওক, এয়ে মোৰ ইচ্ছা।"

এইবুলি কৈ জ্যুছে ঘোঁৰাহালৰ দেহত নতুন শক্তিৰ সঞ্চাৰ কৰিলে। সিহঁতে কেশৰবপৰা ধূলিবোৰ জোকাৰি দ্ৰুতগামী ৰথখন টানি লৈ ট্ৰজান আৰু একীয়ানবিলাকৰ অভিমুখে চেকুৰ মেলিলে। অটমিডন ৰথৰ আসনত বহিল। তেওঁ সঙ্গীজনৰ অনুপস্থিতি অতি তীব্ৰভাৱে অনুভৱ কৰিছিল। শগুণে হাঁহ ধৰিবলৈ যোৱাৰদৰে তেওঁ যুদ্ধক্ষেত্ৰৰ ফালে বায়ুবেগে যাবলৈ ধৰিলে। ঘোঁৰাহালৰ ক্ষিপ্ৰতাৰ বলত তেওঁ সহজে জনতাৰ মাজেদি শত্ৰুসৈন্যৰ পিছে পিছে ধাৱিত হৈছিল। অৱশ্যে তেওঁ খেদি গৈ কোনো এজন লোককেই বধ কৰিব নোৱাৰিলে। পবিত্ৰ ৰথখনত তেওঁ আছিল অকলশৰীয়া আৰু সেইকাৰণে বেগী ঘোঁৰাহাল চলালি একে সময়তে বৰ্শাচালনা কৰা তেওঁৰ পক্ষে অসম্ভৱ আছিল। অৱশেষত যেনিবা তেওঁৰ দলৰে এজন বন্ধুৱে তেওঁক দেখা পালে। তেওঁ আছিল লাৰ্চিছৰ পুতেক আৰু হিমনৰ নাতি আলছিমিডন। আলছিমিডনে তেওঁক অস্থিবিধাত

পৰা দেখি ৰথখনৰ পিছলৈ আহি ক'লে, "অটমিডন, কোন দেৱতাই তোমাৰ বিচাৰ বিবেচনা লোপ কৰি মূৰত এই দুৰ্বুদ্ধি সুমুৱাই দিছে? অকলে অকলে অগ্ৰবৰ্তী ট্ৰজানবিলাকক এইদৰে খেদি যোৱাৰ অৰ্থ কি? তোমাৰ ৰথীজন নিহত হ'ল আৰু হেক্টৰে নিজে একিলিছৰ কবচ পৰিধান কৰি আস্ফালন কৰিছে। এই কথা গম পোৱা নাইনেকি?"

ডায়ৰিছ পুত্ৰ অটমিডনে উত্তৰ দিলে, "আলছিমিডন জীয়াই থাকোতে পেট্ৰক্লাছৰ বাহিৰে এই ঘোঁৰাহাল বশ কৰি পৰিচালনা কৰাত তোমাৰ সমকক্ষ কোনো নাছিল। পেট্ৰক্লাছে দেৱতাসকলৰপৰাই সেই চমৎকাৰ বিদ্যা আয়ত্ত কৰিছিল। কিন্তু এতিয়া আৰু তেওঁ নাই। সেইকাৰণে তুমিয়েই মসৃণ ৰল্‌গা আৰু চাবুক হাতত লোৱা। মই ৰথৰপৰা নামি ৰণ কৰিম"। এইবুলি কৈ অটমিডনে ৰথৰপৰা অবতৰণ কৰিলে। আলছিমিডনে যুদ্ধৰ ৰথখনত জঁাপ মাৰি উঠি চাবুক আৰু লেকাম হাতত তুলি ল'লে।

তেওঁলোক যশস্বী হেক্টৰৰ দৃষ্টিগোচৰ হৈছিল। তেওঁ ওচৰতে থকা ইনিয়াছৰ ফালে চাই ক'লে, "ব্ৰঞ্জবিভূষিত ট্ৰজানসকলৰ পৰামৰ্শদাতা ইনিয়াছ, দুজন দুৰ্বল সাৰথিৰে সৈতে কুমাৰ একিলিছৰ ঘোঁৰাহাল ৰণাঙ্গনলৈ অহা মই দেখা পাইছো। তুমি সহযোগিতা কৰিলে আমি সিহঁতক আটক কৰিব পাৰিম বুলি মই ভাবো। আমি দুয়ো আক্ৰমণ কৰিলে সৌ মানুহ দুটা ৰণত থাৰবিব নোৱাৰিব।"

এংকাইচিছৰ সাহসী পুত্ৰ অনিচ্ছুক নাছিল। গতিকে ঢালেৰে নিজৰ স্কন্ধদেশ আবৃত কৰি দুয়ো আগবাঢ়ি গ'ল। ষাড়গৰুৰ পকা চামৰাৰে তৈয়াৰী কৰা ঢাল দুখনত ব্ৰঞ্জ খটোৱা আছিল। ক্ৰমিয়াছ আৰু দেবোপম আৰিটাছো তেওঁলোকৰ সঙ্গী হ'ল। সাৰথি দুজনক হত্যা কৰি উচ্চগ্ৰীৱ অশ্বদ্বয় হস্তগত কৰাৰ উচ্চাশা তেওঁলোকে পোষণ কৰিছিল। কিন্তু তেওঁলোকে নিজকে প্ৰতাৰিত কৰিছিল। ৰক্তপাত নোহোৱাকৈ অটমিডনক নিৰস্ত কৰা তেওঁলোকৰ পক্ষে সম্ভৱ নাছিল।

ইতিমধ্যে অটমিডনে জনক জ্যুছক প্ৰাৰ্থনা কৰিলে। তেওঁৰ দৃপ্ত হৃদয়ত দুৰ্বলতা বা সংশয়ৰ স্থান নাছিল। বিশ্বস্ত বন্ধু আলছিমিডনৰ ফালে ক্ষিপ্ৰগতিৰে ঘূৰি চাই তেওঁ ক'লে, "আলছিমিডন, ঘোঁৰাহাল লৈ মোৰ ওচৰে ওচৰে থাকা, সিহঁতৰ উশাহ মোৰ পিঠিত পৰিব লাগিব। মোৰ ভয় হৈছে, যদিহে আগশাৰীতে তেওঁ নিজে নিহত নহয়, তেন্তে দুৰ্দ্ধৰ্ষ হেক্টৰক প্ৰতিৰোধ কৰা সম্ভৱপৰ নহ'ব। তেওঁ আমাৰ দুয়োকে বধ কৰি একিলিছৰ দীৰ্ঘকেশী ঘোঁৰাহালৰ পিছফালে

আৰোহণ কৰিব আৰু আৰ্গিভ পদাতিকসকলক পলাই যাবলৈ বাধ্য কৰিব।"

তাৰ পিছত তেওঁ ছুয়োজন আয়াছ আৰু মেনিলাছক সম্বোধন কৰি ক'লে, "আৰ্গিভসকলৰ সেনাপতি হে আয়াছদ্বয় আৰু মেনিলাছ, তোমালোকে আমাক সহায় কৰাহিহঁক। থিতাতে বিচাৰি পোৱা বাছকবনীয়া বীৰসকলক পেট্ৰক্লাছৰ মৃতদেহ ৰক্ষা কৰিবলৈ আদেশ দিয়া। এই অদ্ভুত যুদ্ধখনৰ নিবিড়তাৰ মাজতো জীয়াই আছো সঁচা, কিন্তু আমাৰ সন্মুখত মাৰাত্মক বিপদ। ট্ৰজানসকলৰ শ্ৰেষ্ঠ-বীৰ হেক্টৰ আৰু ইনিয়াছে পূৰ্ণগতিৰে আমাৰ ফালে আগবাঢ়ি আহিছে। নিজৰ ভাগ্যৰ কথা কোনেও ক'ব নোৱাৰে। তথাপি মই এবাৰ বৰ্শা নিক্ষেপ কৰিম। ফলাফল জ্যুছৰ হাতত।"

এইদৰে কোৱাৰ লগে লগে তেওঁ দীৰ্ঘছায়া বিশিষ্ট বৰ্শা আন্দোলিত কৰি নিক্ষেপ কৰিলে। ব্ৰঞ্জৰ জোংটো আৰ্টিটাছৰ ঘূৰণীয়া ঢালখনত লাগিল। ঢালখনে তাৰ গতিৰোধ কৰিব নোৱাৰিলে। ঢালখন বিদীৰ্ণ কৰি জোংটো টঙালীয়েদি পাৰ হৈ গৈ তলপেটত সোমাল। পাম এখনত শক্তিশালী মানুহ এজনে চোকা কুঠাৰেৰে শিঙৰ তলতে ঘাপ মাৰি ডিঙিৰ মাংসপেশী ছেদন কৰাৰ পিছত আগলৈ জঁাপ এটা মাৰি মাটিত পৰি যোৱা ষঁাড়গৰ এটাৰদৰে আৰ্টিটাছো আগফালে উফৰি গৈ মাটিত পিঠি দি বাগৰি পৰিল। তীক্ষ্ণ বৰ্শাই তেওঁৰ নাড়ী-ভুঁৰু নিদাৰি পেলালে আৰু তেওঁৰ মৃত্যু হ'ল।

তেতিয়া হেক্টৰে চিকমিকীয়া বাঠিপাট অটমিডনৰ ফালে মাৰি পঠিয়ালে। কিন্তু অটমিডনে সতৰ্কতাৰে লক্ষ্য কৰি থকাত তৎক্ষণাৎ আগফালে হাউলি বৰ্শাপাটৰপৰা ৰক্ষা পৰিল। দীঘল নালটো তেওঁৰ পিছফালে মাটিত পোট খাই বল আৰু ৰণদেৱতাই শক্তিশালী হাতেৰে হেঁচুকি নিদিয়া পৰ্যন্ত আগটো কঁপি থাকিল। আৰু এতিয়া দুয়ো হাতত তৰোৱাল লৈ পৰস্পৰৰ ডিঙি লক্ষ্য কৰি আক্ৰমণ আৰম্ভ কৰিলেহেঁতেন, পিছে এনেতে আয়াছদ্বয় বন্ধুৰ আমন্ত্ৰণ ক্ৰমে সেই সঙ্কুল অৱস্থাত উপস্থিত হ'ল আৰু প্ৰচণ্ডভাৱে তেওঁলোকক বিচ্ছিন্ন কৰি দিলে। তেওঁলোক দুজনৰ ভয়ত হেক্টৰ, ইনিয়াছ আৰু সদাশয় ক্ৰমিয়াছ পিছ হুঁহকি গ'ল। বৰ্শাবিদ্ধ আৰ্টিটাছ য'তে আছিল ত'তে পৰি ৰ'ল। আবিছৰদৰে জঁাপ মাৰি অটমিডনে তেওঁৰ অস্ত্ৰ-শস্ত্ৰ খুলি ল'লে আৰু মনৰ আনন্দ প্ৰকাশ কৰি ক'লে, "কুমাৰ পেট্ৰক্লাছৰ মৃত্যুৰ কাৰণে ইয়াকে কৰি তেওঁ অলপ সকাহ পাইছো—যদিও মোৰ হাতত প্ৰাণ হেৰুৱা মানুহজনতকৈ তেওঁ শ্ৰেষ্ঠ আছিল।" তাৰ পিছত তেওঁ তেজ লাগি থকা অস্ত্ৰবিলাক ৰথত তুলি লৈ নিজেও আৰোহণ কৰিলে।

এটা ষাঁড়গৰু ভক্ষণ কৰা সিংহৰদৰে তেওঁৰ হাত-ভৰিও তেজেৰে ৰাঙলী হৈ আছিল।

পেট্ৰক্লাছৰ চাৰিওফালে পুনৰ যুদ্ধ আৰম্ভ হ'ল। এইবাৰ এথেনীয়ে এই যুদ্ধ পৰিচালনা কৰিছিল। ফলত ৰণখনে অতি প্ৰচণ্ড আৰু ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিছিল। সৰ্বদৰ্শী জ্যুছৰ আদৰ্শত তেওঁ স্বৰ্গৰপৰা নামি আহি ডানানবিলাকক উৎসাহিত কৰিছিল। কাৰণ জ্যুছৰ মনৰ পৰিবৰ্তন ঘটিছিল। বিভীষিকাময় কুঁৱলীৰে নিজকে আবৰি লৈ, জনগণক যুদ্ধৰ বিষয়ে, শীতল ধুমুহাৰ আগমনিৰ বাবে ( যি ধুমুহাত পথাৰৰ কাম-কাজ বন্ধ হৈ যায় আৰু ভেড়া-ছাগলীবিলাকৰ অপাৰ দুৰ্গতি হয় ) সতৰ্ক কৰি জ্যুছে আকাশত এখন ভীতিপ্ৰদ ৰামধেনুৰ সৃষ্টি কৰাবদৰে, তেওঁ একীয়ান সৈন্যসকলৰ মাজত উপস্থিত হ'ল আৰু তেওঁলোকৰ প্ৰতিজনকে নতুন বলেৰে বলীয়ান কৰিলে। আট্ৰিউছ-নন্দন বাহুবলী মেনিলাছ ওচৰতে আছিল। এথেনীয়ে প্ৰথমে তেওঁকেই লগ ধৰি সনিৰ্বন্ধভাৱে অনুৰোধ কৰিলে। ফিনিক্সৰ বিৰামবিহীন কণ্ঠস্বৰ আৰু আকৃতি অনুকৰণ কৰি তেওঁ ক'লে, "মেনিলাছ, যদিহে ট্ৰয়ৰ প্ৰাচীৰৰ ভিতৰত তজবজীয়া কুকুৰবিলাকে গৰ্বিত একিলিছৰ বন্ধুৰ মৃতদেহ চিৰাচিৰ কৰে, তেন্তে তাৰবাবে তুমিয়েই দোষী আৰু অপযশৰ ভাগী হ'বা। নিৰ্মমভাৱে প্ৰতিৰোধ কৰা আৰু তোমাৰ সৈন্যসকলক যুদ্ধ কৰিবলৈ আদেশ দিয়া।"

সিংহনাদকাৰী মেনিলাছে ক'লে, "শ্ৰদ্ধেয় সামন্ত আৰু মোৰ পুৰাতন বন্ধু ফিনিক্স, মই ইমানকো আশা কৰো যেন এথেনীয়ে মোৰ শৰীৰত শক্তিৰ সঞ্চাৰ কৰি নিক্ষিপ্ত প্ৰহৰণসমূহ আঁতৰাই ৰাখে। তেতিয়াহ'লে মই আনন্দ মনেৰে অংশ গ্ৰহণ কৰি পেট্ৰক্লাছৰ হকে যুদ্ধ কৰিম। তেওঁৰ মৃত্যুত মোৰ অন্তৰ ব্যথিত হৈছে। কিন্তু হেক্টৰৰ ৰুদ্ৰৰূপ অগ্নিৰদৰে প্ৰজ্বলিত হৈছে, তেওঁৰ ব্ৰঞ্জৰ বৰ্শা অমোঘ হৈ পৰিছে। তেওঁৰ বিজয় জ্যুছৰ অভিপ্ৰেত।"

অন্য দেৱ-দেৱীসকলৰ আগতে তেওঁকেই প্ৰাৰ্থনা কৰা দেখি প্ৰদীপ্তনয়না এথেনী অতিশয় আনন্দিত হ'ল। তেওঁ মেনিলাছৰ স্কন্ধ আৰু জানুদেশ সবল কৰিলে আৰু অন্তৰত সঞ্চাৰ কৰিলে এটা মাখিৰ নিচিনা দুৰ্বাৰ সাহস। মাখিটোৱে মানুহৰ তেজৰ সোৱাদ ইমান ভাল পায় যে মানুহ এজনে তাক মুখৰ আগৰপৰা হাতেৰে আঁতৰাই থাকিলেও সি ঘূৰি ঘূৰি গাত পৰিবলৈ চেষ্টা কৰি থাকে। সেইদৰে তেওঁৰ কলিজাৰ আঁহে আঁহে এনেকুৱা নিৰ্ভীকতা সঞ্চাৰিত কৰাত, তেওঁ পেট্ৰক্লাছৰ মৃতদেহৰ ওচৰত অৱস্থিত হৈ চিকমিকীয়া বৰ্শা নিক্ষেপ কৰিলে।

পডিছ নামৰ এজন ট্ৰজান আছিল। তেওঁ আছিল ইটিয়নৰ পুতেক।

তেওঁ আচ্যৱন্ত আৰু সুৰুচিসম্পন্ন লোক আছিল। ট্ৰজানসকলৰ ভিতৰত তেওঁ আছিল হেক্টৰৰ প্ৰিয়পাত্ৰ। সুৰাপানৰ সুবিধা লৈ তেওঁলোকৰ বন্ধুত্ব গঢ়ি উঠিছিল। এতিয়া এই মানুহজনেই পলাই যাবলৈ উপক্ৰম কৰোতেই ৰক্তকেশী মেনিলাছৰ বৰ্শা তেওঁৰ টঙালীত লাগিল। বৰ্শাপাট আমূলবিদ্ধ হ'ল আৰু তেওঁ সশব্দে মাটিত বাগৰি পৰিল। অট্ৰিউছনন্দন মেনিলাছে তেওঁৰ শৱটো ট্ৰজানবিলাকৰ মাজৰপৰাই টানি লৈ গ'ল আৰু নিজপক্ষৰ সৈন্যৰ হাতত সোধাই দিলে।

কিন্তু এতিয়া এপলোৱে হেক্টৰক সক্ষম কৰি তুলিলে। আচিয়াছ-পুত্ৰ ফিনপ্সৰ ৰূপ ধাৰণ কৰি তেওঁ হেক্টৰৰ ওচৰত উপস্থিত হ'ল। ফিনপ্স আহিছিল আবিডাছৰপৰা আৰু বিদেশী অতিথিসকলৰ ভিতৰত তেৱেঁই আছিল হেক্টৰৰ প্ৰীতি-ভাজন। এপলোৱে ক'লে, "হেক্টৰ, মেনিলাছৰ নিচিনা মানুহকে যদি তুমি ভয় কৰা, তেন্তে কোনজন একীয়ানে তোমাক ভয়ৰ চকুৰে চাব? মেনিলাছে যে বৰ ভালকৈ যুদ্ধ কৰিব পাৰে এনে নহয়। তথাপি তেওঁ অলপতে আমাৰ বেহুৰ মাজলৈ আহি অকলে নিহত লোক এজনক টানি লৈ গ'ল। তেওঁৰ হাতত প্ৰাণ হেৰুওৱা লোকজন হ'ল তোমাৰ প্ৰিয়বন্ধু, ইটিয়ন-পুত্ৰ পডিছ। তেওঁ আমাৰ পক্ষৰ এজন বাছকবনীয়া বীৰ আছিল।"

এই বাতৰিয়ে হেক্টৰক মাৰাত্মকভাৱে আঘাত কৰিলে। কিন্তু তথাপি তেওঁ ব্ৰঞ্জৰ বৰ্ম-কবচেৰে দীপ্তিমান হৈ ব্যূহৰ প্ৰথম পংক্তি অতিক্ৰম কৰি গ'ল। আৰু এই ক্ষণতে মেঘাবৃত ইডা পৰ্বতত থকা ক্ৰনছ-নন্দনে ভীষণ বিজুলী ঢেৰেকনিৰ সৃষ্টি কৰিলে আৰু ওলমি থকা সূতাৰ ফুলেৰে শোভিত উজ্জ্বল ছত্ৰ আন্দোলিত কৰি ট্ৰজানবিলাকৰ বিজয় সূচনা কৰিলে। একীয়ানবিলাক আতঙ্কত অভিভূত হ'ল।

বিয়'টিয়াবাসী পেনিলিয়ছেই পোন প্ৰথমে পলায়ন কৰিলে। তেওঁ সুস্থিৰভাৱে শত্ৰুৰ সন্মুখীন হৈ আছিল, এনেতে পলিডামাছে আগবাঢ়ি আহি নিচেই কাষৰপৰা মাৰি পঠিওৱা বৰ্শা এপাট তেওঁৰ কান্ধৰ ওপৰত লাগিল। ওপৰে ওপৰে আঁচুৰি যোৱা সত্বেও জোংটোৱে হাড়ডাল চুই গ'ল। ইয়াৰ পিছত হেক্টৰেও ওচৰ চাপি আহি মহান হৃদয় অলেক্‌ট্ৰিয়নৰ পুত্ৰ লাইটাছক আহত কৰিলে। ফলত যুদ্ধৰ কাৰণে তেওঁ অক্ষম হৈ পৰিল। শত্ৰুৰ বিৰুদ্ধে অস্ত্ৰ ধাৰণ কৰাৰ উপায় নেদেখি লাইটাছে এবাৰ চাৰিওফালে চাই লৈ পলায়ন কৰিলে। হেক্টৰে তেওঁক খেদি যাওঁতে আইডমিনিউছে পুতেক ডিউকেলিয়নে তেওঁৰ স্তনাগ্ৰৰ ঠিক ওপৰত আধৰণত আঘাত কৰিলে। কিন্তু দীৰ্ঘ বৰ্চাপাট ভোঙাতে ভাগি গ'ল

আৰু ট্ৰজানবিলাকে নিনাদ কৰিলে। প্ৰত্যুত্তৰ স্বৰূপে হেক্টৰে আইডমিনিউছক লক্ষ্য কৰি বৰ্শা নিক্ষেপ কৰিলে। তেতিয়া তেওঁ ৰথত উঠি ৰণ কৰিছিল। বৰ্শাপাট অলপমানৰ কাৰণে তেওঁৰ গাত নেলাগি মেৰিয়নিছৰ সহচৰ আৰু সাৰথি কৰেণাছৰ শৰীৰত বিদ্ধ হ'ল। তেওঁ মেৰিয়নিছৰ লগতে লিক্টাছ নগৰৰপৰা ৰণলৈ আহিছিল। সেইদিনা আইডমিনিউছ পৰিপাটি জাহাজৰপৰা পদব্ৰজে ওলাই আহিছিল আৰু কৰেণাছ নামৰ এই মানুহজনে বেগী ঘোঁৰাৰে চেকুৰি গৈ উদ্ধাৰ নকৰাহ'লে তেওঁ শত্ৰুৰ কবলত পৰিলহেঁতেন। আইডমিনিউছৰ কাৰণে তেওঁ পৰম সৌভাগ্য স্বৰূপ আছিল, কাৰণ তেৱেঁই তেওঁৰ জীৱন ৰক্ষা কৰিলে। কিন্তু নৰহন্তা হেক্টৰৰ হাতত তেওঁ নিজৰ প্ৰাণ বিসৰ্জন দিলে। হেক্টৰৰ বৰ্শা তেওঁৰ হনু আৰু কাণৰ মাজনিতে বিদ্ধ হ'ল। আঘাতত তেওঁৰ দাঁতবিলাক সৰি পৰিল আৰু জিভাখন দোছোৱা হ'ল। কৰেণাছ ৰথৰপৰা ভূপতিত হ'ল। তেওঁ হাতেৰে ধৰি থকা বাঘজৰিও মাটিত পৰিল। মেৰিয়নিছে মাটিলৈ চাপৰি বাঘজৰি নিজ হাতেৰে তুলি ল'লে। তেওঁ আইডমিনিউছক ক'লে, "জাহাজৰ ওচৰ নাপাওঁগৈ মানে আপুনি বহি থাকক। আমি যে আজি পৰাজয় বৰণ কৰিছো সেইকথা মই দোহাৰিবৰ প্ৰয়োজন আছে জানো? আইডমিনিউছে দীৰ্ঘকেশৰযুক্ত ঘোঁৰাহালক চাবুকেৰে কোবাই শূন্যগৰ্ভ জাহাজ অভিমুখে ৰাওনা হ'ল। তেওঁ বৰ ভয় খাইছিল।

মেনিলাছ আৰু সিংহৰদৰে সাহসী আয়াছেও গম পাইছিল যে জ্যুছে ট্ৰজানসকলক জয়যুক্ত কৰিবলৈ নিজৰ শক্তি প্ৰয়োগ কৰিছিল। টেলামনীয় আয়াছে বিৰক্তিত চীৎকাৰ কৰি মেনিলাছৰফালে চালে। তেওঁ ক'লে, "যি কোনো মূৰ্খয়ো জানিব পাৰিছে যে জনক জ্যুছে ট্ৰজানবিলাকক সহায় কৰিছে। তেওঁলোকে নিক্ষেপ কৰা প্ৰতিপাট বৰ্শাই লক্ষ্যভেদ কৰে। অভিজ্ঞ বা অনভিজ্ঞ যি কোনো লোকেই সন্ধান নকৰক লাগে, জ্যুছৰ অনুগ্ৰহত সি লক্ষ্যস্থলত উপনীত হয়। আমাৰবিলাক হ'লে সাহেকৈ মাটিত পৰে আৰু তাৰপৰা কাৰো একো অনিষ্ট নহয়। তেওঁৰ ওপৰত ভাৰসা নকৰি আমি নিজেই কিবা এটা উপায় উদ্ভাৱন কৰিব লাগিব। আমি চাব লাগিব যাতে মৃতদেহটোৰ সৈতে আমি নিজেও বন্ধু-বান্ধৱৰ মাজলৈ নিৰাপদে উভতি গৈ তেওঁলোকৰ মনত ৰং লগাব পাৰো। তেওঁলোকে উৎকণ্ঠিত হৈ নিশ্চয় আমাৰ গতিবিধি লক্ষ্য কৰি থাকিব। তেওঁলোকে বিস্মিতভাৱে চিন্তা কৰিছে, হত্যাকাৰীবদৰে ক্ৰোধত উন্মত্ত হৈ আমাৰ কলীয়া জাহাজবিলাক তৰিৎগতিৰে আক্ৰমণ কৰিলে হেক্টৰক বাধা দিবলৈ কোনোবা সমৰ্থ হ'ব নে নহয়। একিলিছৰ কাষলৈ এজন দূত পঠিওৱাৰ প্ৰয়োজন হ'ল! নিজৰ বন্ধু ৰণত পৰা অৱস্থাৰ বাতৰিটো যোদ্ধাজনৰ এতিয়াও তেওঁৰ কাণত পৰা

নাই। কিন্তু সেই কামৰ কাৰণে উপযুক্ত মানুহ এজন মই এতিয়াও বিচাৰি উলিয়াব পৰা নাই, মানুহ আৰু ঘোঁৰা, সকলোটি কুঁৱলীৰ মাজত লুকাই আছে। হায়, পিতা জ্যুছ, কুঁৱলী আঁতৰাই আকাশখন মুকলি কৰি দিয়া, যাতে আমি দৃষ্টিশক্তিৰ ব্যৱহাৰ কৰিব পাৰো। আৰু যদিহে আমাৰ মৃত্যু তোমাৰ অভিপ্ৰেত, তেন্তে অন্ততঃ দিনৰ পোহৰতে মৰিবলৈ দিয়া।"

এই অশ্ৰুপূৰ্ণ প্ৰাৰ্থনাত অভিভূত হৈ পিতৃপুৰুষে তৎক্ষণাৎ অন্ধকাৰৰ অৱসান ঘটাই কুঁৱলীৰ আবৰণখন গুচাই দিলে। সকলোৰে গাত বেলিৰ পোহৰ পৰিল, আৰু যুদ্ধক্ষেত্ৰখন দৃশ্যমান হ'ল। আয়াছে সিংহনাদী মেনিলাছক ক'লে, "মহাৰাজ মেনিলাছ, এতিয়া নেষ্টৰ-নন্দন এন্টিলকাছক বিচাৰি পাব পাৰিনেকি চাওক। যদি তেওঁ এতিয়াও জীয়াই আছে, তেন্তে তেওঁক তুৰন্তে মহান একিলিছৰ ওচৰলৈ গৈ প্ৰিয়তম বন্ধুৰ মৰণৰ সংবাদটো দিবলৈ আদেশ দিয়ক।"

সিংহনাদী মেনিলাছে আপত্তি নকৰিলে। কিন্তু তেওঁ অনিচ্ছাৰেহে গৈছিল। ওৰে ৰাতি উজাগৰে কটাই নিপোটল চেউৰী গাইকেইজনীক ৰখি থকা মানুহ আৰু কুকুৰৰ লগত অৰিয়া-অৰি কৰি ক্লান্তিত পাম এখনৰপৰা আঁতৰি যোৱা সিংহ এটাৰ দৰেই তেওঁৰ অৱস্থা হৈছিল। মাংসৰ লোভত সি চেউৰী-কেইজনী মাৰিবলৈ গৈছিল, পিছে তাৰ চেষ্টা অথলে যায়। শক্তিশালী হাতেৰে নিক্ষেপ কৰা অস্ত্ৰ আৰু জলাজোৰৰ আক্ৰমণত ভয় খাই সি সকলো আশা জলাঞ্জলি দি চোৰৰদৰে গোপনে গুচি যায়। সিংহনাদী মেনিলাছেও এইদৰেই পেট্ৰক্লাছৰ মৃতদেহৰ ওচৰৰপৰা গুচি গৈছিল। যাবলৈ তেওঁৰ অলপো ইচ্ছা নাছিল, কাৰণ তেওঁ সন্দেহ কৰিছিল যে একীয়ানবিলাকে আতঙ্কিত হৈ শত্ৰুৰ হাতত মৃতদেহটো সোধাই দিব পাৰে। যি নহওক, যাবৰ সময়ত তেওঁ এৰি থৈ যোৱা শ্ৰেষ্ঠবীৰ-সকলক তেওঁলোকৰ যোগ্যতাৰ বিষয়ে যথাসাধ্য সকীয়াই গ'ল। তেওঁ ক'লে, "আৰ্গিভৰ সেনাপতি আয়াছৰয় আৰু মেৰিয়নিছ, পেট্ৰক্লাছ আমাৰ কিমান স্নেহ-ভাজন আছিল এতিয়া তাকে সুঁৱৰিবৰ সময় হৈছে। জীয়াই থাকোতে তেওঁ আমাৰ প্ৰতিজনৰে কাৰণে মৰমত পৰি গৈছিল। এতিয়া মৃত্যু আৰু অদৃষ্টই তেওঁক গ্ৰাস কৰিছে।"

এইবুলি কৈ বক্তকেশী মেনিলাছে যাত্ৰা কৰিলে। তেওঁ ঈগল চৰাইৰদৰেই চাৰিওকালে লক্ষ্য কৰি গৈছিল। আকাশত বিচৰণ কৰা পক্ষীবিলাকৰ ভিতৰত ইয়াৰে দৃষ্টিশক্তি অতি প্ৰখৰ, বহুত ওখত উৰি ফুৰিলেও ইয়াৰ দৃষ্টিভ্ৰম নহয় আৰু পাতে ছাটি যোৱা ডাঠ জোপা এটাৰ তলত লুকাই থকা ক্ষিপ্ৰ শহাপহু এটাও সি সোঁতোৱাই [illegible] নামি তৈ খাপ মাৰি ধৰি আনি পেলাব পাৰে। মহাৰাজ

মেনিলাছ, নেষ্টৰ নন্দন জীয়াই আছে নে নাই নিৰ্ণয় কৰিবলৈ তোমাৰ প্ৰদীপ্ত নয়ন যুগলৰ দৃষ্টি চতুৰ্দিশে থকা অগণন লোকৰ ওপৰত নিবদ্ধ আছিল।

ৰক্তকেশী মেনিলাছে অতি শীঘ্ৰে মানুহজনৰ সন্ধান পালে। তেওঁ যুদ্ধক্ষেত্ৰৰ বাওঁফালে বহু আঁতৰত সৈন্যবিলাকক যুদ্ধত যোগ দিবলৈ উদগনি দি আছিল। তেওঁ ওচৰলৈ গৈ মাত লগালে, "কুমাৰ এন্টিলকাছ, ইয়ালৈ আহা, মই তোমাক এটা সাংঘাতিক খবৰ দিওঁ। হে ভগৱান, এই ঘটনাটো যদি নঘটিলহেঁতেন! তুমি নিজেই দেখিছা যে দেৱতাসকলে ডানান সৈন্যসকলক বিপৰ্যস্ত কৰি ট্ৰজানসকলক সাফল্যমণ্ডিত কৰিছে। আৰু এতিয়া আমাৰ শ্ৰেষ্ঠবীৰ পেট্ৰক্লাছ নিহত হৈছে। ডানানসকলে মৰ্মে মৰ্মে এই ভয়ানক আঘাত অনুভৱ কৰিব। তুমি তুৰন্তে জাহাজলৈ গৈ একিলিছক এই বাতৰি দি তেওঁৰ মৃতদেহ অতি শীঘ্ৰে নিৰাপদে জাহাজলৈ নিয়াৰ ব্যৱস্থা কৰিবলৈ তেওঁক অনুৰোধ কৰিবানে? মৃতদেহটোৰ গাত অৱশিষ্ট একো নাই। উজ্জ্বল শিৰস্ত্ৰাণৰ অধিকাৰী হেক্টৰে সকলো অস্ত্ৰ-শস্ত্ৰ সোলোকাই ল'লে।"

এই কথা শুনি এন্টিলকাছে বৰ ভয় খালে। অলপ সময় তেওঁৰ মুখৰ মাত হৰিল। তেওঁৰ চকু চকুলোৰে চলচলীয়া হ'ল। তেওঁৰ কথাবোৰ ডিঙিত লাগি ধৰিল। কিন্তু তথাপি তেওঁ মেনিলাছৰ আদেশৰ প্ৰতি মনোযোগ দিলে আৰু সুযোগ্য সহচৰ লাওডেকাছৰ হাতত অস্ত্ৰ-শস্ত্ৰবিলাক চমজাই থৈ বেগেৰে বাট বুলিবলৈ ধৰিলে। লাওডেকাছে তেওঁৰ ঘোঁৰাকেইটা ইফালে-সিফালে ঘূৰাই ফুৰিছিল। পেলিউছ-পুত্ৰ একিলিছৰ কাৰণে এই অশুভ বাৰ্তা বহন কৰি যেতিয়া তেওঁ ক্ষিপ্ৰগতিৰে যুদ্ধক্ষেত্ৰৰপৰা গৈ আছিল, তেতিয়া এন্টিলকাছে উচুপি উচুপি কান্দিছিল।

মহাৰাজ মেনিলাছে তাতে থাকি এন্টিলকাছে এৰি থৈ যোৱা ক্লান্ত পাইলিয়ানবিলাকক সাহায্য কৰিবলৈ ইচ্ছা কৰা নাছিল। অথচ তেওঁলোকে নেতাজনৰ অনুপস্থিতি অতি দুখেৰে অনুভৱ কৰিছিল। তাৰ পৰিবৰ্তে তেওঁ সদাশয় থ্ৰেছিমিডিছক নেতৃত্বৰ ভাৰ দি নিজে কুমাৰ পেট্ৰক্লাছ পৰি থকা ঠাইলৈ যাত্ৰা কৰিলে। দৌৰি গৈ আয়াছদ্বয়ক লগ ধৰি তেওঁ ততালিকে সকলো কথা বিবৃত কৰি ক'লে, "আমি নিৰ্বাচন কৰা মানুহজনক মই একিলিছক খবৰ দিবৰ কাৰণে জাহাজলৈ পঠাইছো। কিন্তু আশা কৰিবলৈ মোৰ সাহস নাই যে তেওঁ ততালিকে ওলাই আহিব। হেক্টৰৰ ওপৰত তেওঁ যিমানেই ক্ৰুদ্ধ নহওক, বিনা অস্ত্ৰে তেওঁ ট্ৰজানবিলাকৰ লগত যুদ্ধ কৰিব নোৱাৰিব। তেওঁ নহ'লেও আমি যিমানখিনি পাৰো কৰিব লাগিব। শৱদেহটো নিৰাপদ ঠাইলৈ অনা আৰু এই চিৰকাল-বান্ধৱ

কৰি থকা ট্ৰজানবিলাকৰপৰা আত্মৰক্ষা কৰা, এই দুয়োটা কামেই কেনেকৈ কৰিব পাৰো চেষ্টা কৰি চাওঁহক।"

মহান টেলামনীয় আয়াছে উত্তৰ দিলে, "সদাশয়, মহাৰাজ মেনিলাছ, আপুনি উচিত কথাই কৈছে। আপুনি আৰু মেৰিয়নিছ উভয়ে মৃতদেহটো তুলি লৈ এই হৈ-চৈৰ মাজৰপৰা যিমান মোনকালে পাৰে আঁতৰাই লৈ যাবনে? আমি দুয়ো ইয়াতে থাকি কুমাৰ হেক্টৰ আৰু ট্ৰজানবিলাকক আবদ্ধ কৰি ৰাখিম। আয়াছ আৰু মোৰ নাম একেটাই, আমাৰ শক্তিও অনুৰূপ। এনে শ'লঠেকত পৰি যুদ্ধ কৰাৰ এয়ে আমাৰ প্ৰথম অভিজ্ঞতা নহয়।"

দুয়োজন মানুহে পেট্ৰক্লাছক মাটিৰপৰা তুলি লৈ সমস্ত শক্তিৰে চেষ্টা কৰি মৃতদেহটো মূৰৰ ওপৰলৈ দাঙি ধৰিলে। একীয়ানবিলাকে মৃতদেহটো অপসৰণ কৰা দেখি ট্ৰজানবিলাকে আটাহ পাৰিবলৈ ধৰিলে। ডেকা চিকাৰীৰ দল এটাৰ সন্মুখত এজাক কুকুৰে আহত বৰা-গাহৰি এটাক আক্ৰমণ কৰে আৰু তাক যেন চিৰাচিৰ কৰি পেলাব এনে ভাবত কিছু সময় দৌৰি ফুৰে, কিন্তু বৰা-গাহৰিটোৱে আক্ৰমণৰ ভঙ্গীত জাকটোৰ মাজত সোমাই মণ্ডলীয়া হৈ পৰিলে, কুকুৰবোৰে যেয়ে যেনিয়ে পাৰে সেইফালেই পলাই যায়। এইদৰেই কিছু সময় ট্ৰজানবিলাকে সদলবলে আক্ৰমণ চলাই তেওঁলোকৰ তৰোৱাল আৰু দুমুখীয়া বৰ্শাৰে আঘাত হানিছিল। কিন্তু যেই আয়াছদ্বয়ে তেওঁলোকক উভতি ধৰি মাজত সোমাল, তেওঁলোকৰ বৰণ সলনি হ'ল আৰু কোনেও আগবাঢ়ি গৈ মৃতদেহটোৰ কাৰণে যুঁজ কৰিবলৈ সাহস কৰিব নোৱাৰিলে।

গতিকে মেনিলাছ আৰু মেৰিয়নিছে পেট্ৰক্লাছৰ মৃতদেহ যুদ্ধক্ষেত্ৰৰপৰা উদ্ধাৰ কৰি জাহাজলৈ লৈ যাবলৈ চেষ্টা কৰি আছিল। তেওঁলোকৰ চতুৰ্দিশে চলিছিল তুমুল সংগ্ৰাম। ভয়ঙ্কৰ অগ্নিকাণ্ডৰ ফলত নগৰ এখনৰ ঘৰ-দুৱাৰবিলাক ভস্মসাৎ কৰা প্ৰচণ্ড দাবানলৰ দৰে যুদ্ধখনে দুৰ্যোৰ ৰূপ ধাৰণ কৰিছিল। হোহোৱাই বলা বতাহে অগ্নিশিখা প্ৰসাৰিত কৰাৰ দৰেই ৰণুৱা আৰু ঘোঁৰা-বিলাকৰ বিৰামহীন কোলাহলে তেওঁলোকক উত্যক্ত কৰিছিল। জাহাজ নিৰ্মাণৰ কাৰণে শিলাময় ওখোৰা-মোখোৰা বাটেৰে পৰ্বতৰপৰা গাগছ বা ছেও দিয়া প্ৰকাণ্ড কাঠ কঢ়িয়াই, কঠোৰ পৰিশ্ৰমত ঘামি জামি, বুকুৰ টপটপনিত লাল-কাল হৈ পৰা খচ্চৰবদৰে তেওঁলোকে বোজাটোৰ সৈতেই ৰণ কৰিব লগা হৈছিল। তেওঁলোকৰ পিছফালে আয়াছদ্বয়ে শত্ৰুৰ গতিৰোধ কৰি আছিল। প্ৰান্তাঞ্চলৰ ফালে আগবাঢ়ি ওলাই অহা, গছ-গছনিৰে ভৰা পাহাৰ এটাই যেনেকৈ বানপানীক ভেটা দি ৰাখে আৰু কেনে-কোটোকাৰে বাঢ়ি অহা ৰবনৈ এখনৰ পানীৰ সোঁতো

পাহাৰটোৰ গাত ঠেকা খাই তাৰ কোনো ক্ষতি সাধন কৰিব নোৱাৰি পতিৰ্ব্তন কৰি ভৈয়ামলৈ বৈ যাব লগা হয়, সেইদৰেই আয়াছদ্বয়ে সেই সময়ছোৱাত পিছফালৰপৰা আক্ৰমণ কৰা ট্ৰজানবিলাকক বাধা প্ৰদান কৰি আছিল। কিন্তু তেওঁলোকক এংকাইচিছৰ পুত্ৰ ইনিয়াছ আৰু যশস্বী হেক্টৰ, এই দুজন বীৰে বিশেষভাৱে বেৰি ধৰি আক্ৰমণ কৰিছিল। সৰু সৰু পখীৰ যম শেন এটা দেখিলে কাউৰী, শালিকা আদি চৰায়ে ভয়ত ৰমলিয়াই জাকে জাকে সেই ঠাই এৰি উৰি যোৱাৰ দৰে একীয়ান যোদ্ধাসকলেও ইনিয়াছ আৰু হেক্টৰৰ ভয়ত আৰ্তনাদ কৰি পলাই গৈছিল। তেওঁলোকৰ যুদ্ধ কৰাৰ মনোবল নিঃশেষ হৈ পৰিছিল। অবিৰামভাৱে আক্ৰান্ত ডানানবিলাকে পলায়ন কৰোতে গড়খাৱৈ আৰু তাৰ কাষৰেপাজৰে হাজাৰ-বিজাৰ অস্ত্ৰ-শস্ত্ৰ পেলাই থৈ গৈছিল।

## ওঠৰ

# একিলিছৰ কবচ

অনিৰ্বাণ অগ্নিশিখাৰদৰে যুদ্ধ চলি আছিল। ইতিমধ্যে এন্টিলকাছে খৰ-খেদাকৈ একিলিছক খবৰ দিবলৈ গৈ তেওঁক চৰাইঠুঁটীয়া জাহাজৰ সমুখতে লগ পালে। একিলিছে ঘটনাটোৰ বিষয়ে আগতীয়াকৈ অলপ আভাস পাইছিল। উৎকণ্ঠিত হৈ তেওঁ নিজৰ মহান অন্তৰৰ মাজতে চিন্তা-ভাৱনা কৰি আছিল। তেওঁ করুণ কণ্ঠেৰে নিজকে জিজ্ঞাসা কৰিলে, "সমতল ভূমি পাৰ হৈ দীৰ্ঘকেশী একীয়ান-বিলাক পুনৰ জাকে জাকে জাহাজৰফালে পলাই আহিছে কিয়? মোৰ আয়ে এটা ভৱিষ্যৎবাণী কৰিছিল। সেই বাণী ফলিয়াইছে বুলি মোৰ মনত এটা ধাৰণা হৈছে। ভগৱন্তই মোক এই দুৰ্দশাৰপৰা ৰক্ষা কৰক। আয়ে মোক কৈছিল যে মোৰ জীৱিত অৱস্থাতে ট্ৰজানবিলাকৰ হাতত মাৰ্মিডনসকলৰ শ্ৰেষ্ঠবীৰ এজন নিহত হ'ব, দিনৰ পোহৰৰপৰা তেওঁ চিৰদিনৰ কাৰণে বিদায় ল'ব। এতিয়া মই নিশ্চিত যে মিনটিয়াছৰ পৰাক্ৰমী পুত্ৰৰ মৃত্যু হৈছে। দুঃসাহসী মানুহ। জাহাজ-বিলাক ৰক্ষা কৰাৰ পিছত হেক্টৰৰ লগত ৰণ নকৰি ইয়ালৈ উভতি আহিবলৈ মই তেওঁক আদেশ দিয়া নাছিলোনে?"

এইবিলাক চিন্তাৰে তেওঁৰ মন চঞ্চল হৈ থাকোঁতেই ৰজা নেষ্টৰৰ পুত্ৰ তেওঁৰ আগত উপস্থিত হ'ল। তেওঁৰ দুগালেদি ধাৰাসাৰে তপত চকুলো বৈ আছিল। তেওঁ দুঃসংবাদটো প্ৰকাশ কৰি ক'লে, "হায়, হায়, ৰাজকুমাৰ একিলিছ; মই আপোনাৰ কাৰণে এটি অতি অশুভ বাৰ্তা বহন কৰি আনিছো। হে ভগৱান এই কথা যদি সত্য নহ'ল হয়। পেট্ৰক্লাছ ৰণত পৰিল। তেওঁৰ নগ্ন মৃতদেহটোৰ কাৰণে যুদ্ধ চলি আছে। উজ্জ্বল শিৰস্ত্ৰাণধাৰী হেক্টৰে আপোনাৰ কবচ ধাৰণ কৰিছে।"

এই কথা শুনি একিলিছ নিৰাশাৰ অন্ধকাৰ গহ্বৰত নিমজ্জিত হ'ল। তেওঁ দুয়োহাতেৰে আঁজলিয়ে আঁজলিয়ে ক'লীয়া ধূলি বুটলি লৈ মূৰত ঢালিলে। ধুনীয়া মুখখনতো তেওঁ ধূলি মোহাৰিলে। তেওঁৰ সুবাসিত বস্ত্ৰও লেতেৰা ছাই-মাকতিৰে মলিন হ'ল। তেওঁ মাটিত বাগৰি বাগৰি ভূপতিত দৈত্যৰদৰে নিজ হাতেৰে মূৰৰ চুলি ছিঙিবলৈ ধৰিলে। তেওঁ আৰু পেট্ৰক্লাছে ধৰি অনা দাসীবিলাক ভয় খাই বাহিৰলৈ ওলাই আহি হাহাকাৰ লগালে। সিহঁতে হিয়া ভুকুৱাই সিহঁতৰ প্ৰভু ৰাজকুমাৰৰ কাষতে মাটিত চলি পৰিল। ইকালে এন্টিলকাছে গভীৰ বেদনাত

চকুলো টুকি আছিল যদিও একিলিছে হিয়া ধাকুৰি বিনাই থাকোঁতে তেওঁৰ হাত দুখনত ধৰি আছিল। তেওঁ ছুৰি কটাৰি এখন লৈ নিজৰ ডিঙিত ৰেপ দিব পাৰে বুলি তেওঁ ভয় কৰিছিল।

অকস্মাতে একিলিছে ভয়ঙ্কৰ চীৎকাৰ কৰিলে। বৃদ্ধ পিতাকৰ কাষত সমুদ্ৰৰ অটল গৰ্ভত বহি থকা তেওঁৰ পূজনীয়া জননীয়েও সেই আৰ্তনাদ শুনিবলৈ পালে। তেওঁ নিজেও শোকত বিলাপ কৰিবলৈ ধৰিলে আৰু গভীৰ লৱণ সাগৰত বাস কৰা প্ৰতিগৰাকী দেৱী আৰু জল কুঁৱৰীক নিজৰ কাষত গোটখুৱাই ল'লে। তাত আছিল গ্লছি, ঠেলীয়া আৰু ছাইডছী; নিছীয়া, স্পেয়', ঠ' আৰু বৃষভনেত্ৰা হেলী, ছাইমঠ', অক্টেয়ী আৰু লিম্‌নৰীয়া; মেলিটী, ঈৰা, এম্ফিঠ' আৰু আগাউ; ডট', প্ৰট', ফেৰুছা আৰু ডাইনামিনী, ডেক্সামিনী, এম্ফিনমি আৰু কেলীয়োনিৰা; ডৰিছ, পেনপি আৰু বিশ্ববন্দিতা গেলেটীয়া, নিমাৰ্টিছ, অপ্‌চিউডিছ, কেলীয়ানাছা। ইয়ানীৰা, ইনাছা, মীৰা, অৰিঠুয়া, সুকেশীনী আমাঠিয়া। লৱণ সাগৰৰ গৰ্ভত বাস কৰা অন্যান্য জলকুঁৱৰীসকলৰ সৈতে ক্লাইমিনীও উপস্থিত আছিল। ৰূপালী গহ্বৰটো জলকুঁৱৰীসকলেৰে পৰিপূৰ্ণ হৈছিল। সকলোটিয়ে মিলিতভাৱে হিয়া ভুকুৱাবলৈ ধৰিলে। বিলাপ আৰম্ভ কৰি ঠিটিছে ক'লে, "জল-কুঁৱৰী ভনীটিহঁত মোৰ কথালৈ কাণ দিয়া মোৰ অন্তৰৰ ব্যথা যেন তোমালোক সকলোটিয়েই জানিব পাৰা, সেয়ে মোৰ অভিলাষ। শ্ৰেষ্ঠ পুৰুষজনৰ জননী হৈয়ো মোৰ যে কিমান দুখ! এটি নিখুঁট সন্তানক মই জন্ম দিছিলো, তেৱেঁই এদিন মহাপৰাক্ৰমী বীৰ হৈ তেওঁৰ সমকক্ষসকলৰ মহিমা ম্লান কৰি দিব। উদ্যানত প্ৰতিপালিত এটা গছপুলিৰ দৰেই মই তেওঁক তুলি তালি ডাঙৰ দীঘল কৰিছিলো। তেওঁ গছপুলিটিৰ দৰেই লহপহকৈ বাঢ়ি আহিল। ট্ৰজানসকলৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰিবলৈ ময়েই তেওঁক চৰাইঠুঁটীয়া জাহাজত ইলিয়ামলৈ পঠাইছিলো। কিন্তু এতিয়া আৰু মই তেওঁক পেলিউছৰ ঘৰলৈ আদৰি নিব নোৱাৰো। তথাপি যিমান দিন জীয়াই থাকিব, যিমান দিন তেওঁ বেলিৰ পোহৰ দেখা পাব, সিমান দিন তেওঁ দুখ ভোগ কৰিবই লাগিব। তেওঁৰ কাষত থাকিও মই তেওঁৰ কোনো উপকাৰ কৰিব নোৱাৰিম। কিন্তু তথাপি মই যাম। মোৰ চেনেহৰ সন্তানটিক মই এবাৰ চাম আৰু যুদ্ধৰপৰা বিৰত থাকিও তেওঁনো কি দুখ-দুৰ্দশা ভুগিছে শুনিমগৈ।"

এইবুলি কৈ তেওঁ গুহাটোৰপৰা ওলাই গ'ল। বাকীবিলাকেও কান্দি কান্দি তেওঁক অনুসৰণ কৰিছিল, তেওঁলোকৰ দুয়োকাষে তৰঙ্গায়িত মহাসমুদ্ৰই বাট এৰি দিছিল। নিজভূমিৰে ভৰা ট্ৰয়দেশত উপস্থিত হৈ তেওঁলোক এজনী

এজনীকৈ উপকূললৈ আহিল। তাতে ক্ষিপ্রগতি একিলিছক বেষ্টন কৰি ৰণতৰী-সমূহ থূপ খাই আছিল। কান্দি কান্দি তেওঁ য'ত পৰি আছিল, তেওঁৰ পূজনীয়া মাক তালৈকে আহিল। তীব্রভাৱে চিএৰি তেওঁ পুতেকৰ মূৰটো হাতেৰে তুলি ল'লে আৰু করুণাবিগলিত কণ্ঠেৰে ক'লে, "মোৰ পুতাই, তুমি কিয় চকুপানী টুকিছা? কি কাৰণে তুমি শোকত আতুৰ হৈ পৰিছা? তোমাৰ শোকৰ ভাগ মোকো দিয়া। তোমাৰ হাত ওপৰলৈ তুলি জ্যুছক যি প্রার্থনা কৰিছিলা, তাৰ একাংশ তেওঁ পূর্ণ কৰিছে। তুমি নোহোৱাত একীয়ানবিলাক জাহাজৰ ভিতৰত আৱদ্ধ হৈ ভীষণ দুর্দশাত জর্জৰিত হৈছে।"

ক্ষিপ্রচৰণ একিলিছে এটি দীঘল হুমুনিয়াহ পেলালে। তেওঁ ক'লে, "আই, অলিম্পাছৰ দেৱতাসকলে মোৰ কাৰণে সেইখিনি যে কৰিছে সেয়া সত্য। কিন্তু তাৰপৰা মোৰ কি লাভ হ'ব? পেট্রক্লাছ মোৰ প্রিয়তম বন্ধু আছিল। তেওঁৰ স্থান আছিল মোৰ অন্যান্য সকলো সহচৰতকৈ বহুতো ওপৰত। তেওঁক মই নিজৰ প্রাণতকৈয়ো অধিক ভাল পাইছিলো। কিন্তু এতিয়া মোৰ সেই প্রিয়তম বন্ধুজনে প্রাণ বিসর্জন দিলে? হেক্টৰে তেওঁক হত্যা কৰি চমৎকাৰ কৱচবিলাক অধিকাৰ কৰিছে। তোমাক এজন মৰণশীল মানৱৰ লগত বিয়া দিয়াৰ দিনা বৈবাহিক উপহাৰ হিচাপে এই বিশাল আৰু আশ্চর্য বর্ম কৱচসমূহ দেৱতাসকলে পেলিউছক প্রদান কৰিছিল। হায় হায়, তুমি যদি লৱণ সমুদ্রৰ মৃত্যুহীনা জলকুঁৱৰীসকলৰ লগতে থাকিলাহেঁতেন! আৰু এগৰাকী মৰণশীলা মানৱীৰ লগতে পেলিউছৰ বিয়া হ'ল হয়! কিন্তু তুমি মোৰ মাতৃ হ'লা আৰু এতিয়া তোমাৰ শোক শতগুণে বর্দ্ধিত হ'ব, কাৰণ তুমি তোমাৰ পুত্রকো হেৰুৱাবা। তেওঁক পুনৰ ঘৰলৈ আদৰি নিয়া তোমাৰ কপালত নাই। যদিহে জয়জয়তে মোৰ বর্শাৰ আঘাতত নিহত হৈ হেক্টৰে মিনটিয়াছৰ পুত্রক হত্যা কৰাৰ সমুচিত প্রতিফল ভোগ নকৰে, তেনেহ'লে মোৰ আৰু এই মর্ত্ত জগতত জীয়াই থকাৰ অলপো ইচ্ছা নাই।"

ঠিটিছে উচুপি উচুপি কান্দি মাত লগালে, "মোৰ পুতাই, তেনেহ'লে তুমি আৰু বেছিদিন জীয়াই নাথাকিবা। কাৰণ হেক্টৰৰ মৃত্যুৰ পিছত অচিৰে তুমিও প্রাণ হেৰুৱাবা, এয়ে নিয়তিৰ নির্বন্ধ।"

"তেন্তে অচিৰেই মোৰ মৃত্যু হওক।" একিলিছে ক্রুদ্ধভাৱে উত্তৰ দিলে। "কাৰণ মই মোৰ সুহৃদক মৰণৰপৰা ৰক্ষা কৰিব নোৱাৰিলো। নগৰৰ সমৰত মোৰ সাহায্য বিচাৰি তেওঁ স্বদেশৰপৰা বহু দূৰত প্রাণত্যাগ কৰিছে। মই ঘৰলৈ কোনোদিনে উভতি যাব নোৱাৰিম, হেক্টৰৰ হাতত নিহত পেট্রক্লাছ আৰু অন্যান্য সহচৰসকলক মই কুটা এগছমানো সহায় কৰিব নোৱাৰিলো। ইয়াত

জাহাজৰ কাষতে মই অলসভাৱে বহি থাকিলো। মই আই বসুমতীৰ এটা মহাভাৰ ! মই যিজন একীয়ান সৈন্যবাহিনীৰ শ্ৰেষ্ঠবীৰ, সংগ্ৰামত যি দুৰ্দ্ধৰ্ষ, বাক-যুদ্ধৰ বাহিৰে অস্ত্ৰযুদ্ধত যিজন কোনো দিনে পৰাভূত হোৱা নাই ! মই পৃথিৱীৰ এটা অপ্ৰয়োজনীয় বোজা। দেৱতা আৰু মানৱৰ এই জগতখনৰপৰা বাদ-বিসম্বাদবিলাকক যদি নিৰ্বাসন দিব পৰা হ'লহেঁতেন। তাৰ লগতে ক্ৰোধক, যি ক্ৰোধ টোপা টোপে পৰি থকা মৌৰ দৰেই ছলনাৰে ভৰা, যি ক্ৰোধে জ্ঞানী পুৰুষকো অগ্নিৰদৰে জ্বলন্ত কৰি তেওঁৰ শৰীৰৰ ৰন্ধ্ৰে ৰন্ধ্ৰে ধোঁৱাৰদৰে বিয়পি পৰে, সেইদিনা ৰজা আগামেমননে, মোৰ অন্তৰত যি ক্ৰোধ জ্বলাই দিছিল ! তথাপি গতস্য শোচনা নাস্তি। আমাৰ মনত অসন্তোষে ক্ৰিয়া কৰি থাকিলেও, আমি তাক বলেৰে দমন কৰিব লাগিব। মই এতিয়া যাত্ৰা কৰিম আৰু মোৰ প্ৰিয়তম বন্ধুৰ হত্যাকাৰী হেক্টৰক বিচাৰি উলিয়াম। মোৰ মৰণৰ বিষয়ে ইয়াকে ক'ব খোজো যে জ্যুছ প্ৰমুখ্যে মৃত্যুহীন দেৱতাসকলে নিৰ্দিষ্ট কৰা মতেই ই এদিন মোক আলিঙ্গন কৰিবই। ক্ৰনছ-নন্দন, দেৱৰাজ জ্যুছৰ প্ৰিয়পাত্ৰ হৈয়ো মহা পৰাক্ৰমী হেৰাক্লিছে মৃত্যুৰ কবলৰপৰা সাৰিব নোৱাৰিলে। হিৰীৰ বিপুল বৈৰিতা আৰু নিয়তিৰ নিৰ্বন্ধত তেৰোঁ অধোগামী হ'ল। মৃত্যুৰ পিছত মোৰো অনুৰূপ অৱস্থাই হ'ব, যদিহে মোৰ কপালত বিধাতাই তাকেই লেখিছে। কিন্তু আপাততঃ মোৰ উদ্দেশ্য হৈছে যশ-গৌৰৱৰ অধিকাৰী হোৱা। যুদ্ধত কিমান দিন মই অংশ গ্ৰহণ কৰা নাই তাকে জনাই দিবৰ কাৰণে ট্ৰয়ৰ ৰমণী আৰু ডাৰ্ডেনাছৰ গভীৰ বক্ষা দুহিতাসকলক, অন্ত্যেষ্টিক্ৰিয়াকালীন কীৰ্তনৰ সময়ত, দুয়ো হাতেৰে কোমল গালেদি বৈ যোৱা দুধাৰি চকুলো মচিবলৈ বাধ্য কৰিম। আৰু আই, তুমি মোক ভালপোৱা, গতিকে তুমি মোক যুদ্ধক্ষেত্ৰলৈ যাবলৈ বাৰণ নকৰিবা। এতিয়া আৰু তুমি মোক বাধা দি লাভ নাই।"

শ্বেতচৰণা থিটিছে উত্তৰ দিলে, "ঠিকেই কৈছা বাছা, তোমাৰ ক্লান্ত সঙ্গী-সকলক মৃত্যুৰপৰা উদ্ধাৰ কৰাত কোনো দোষ নাই। কিন্তু তোমাৰ সুৰম্য আৰু সুচিক্কণ কৱচসমূহ ট্ৰজানৰ হাতত। উজ্জ্বল শিৰস্ত্ৰাণৰ অধিকাৰী হেক্টৰে সেইবিলাক পিন্ধি আস্ফালন কৰি ফুৰিছে। অৱশ্যে বেছি সময় যে তেওঁ সেইবিলাক বাখিব পাৰিব সেইটো নহয়, কাৰণ মৃত্যু তেওঁৰ নিকটৱৰ্তী। সেইকাৰণে মই পুনৰ ইয়ালৈ অহাৰ আগতে তুমি যুদ্ধত জঁপিয়াই নপৰিবা। কালিলৈ সূৰ্যোদয়ৰ সময়তে মই এযোৰ চমৎকাৰ কৱচ লৈ ইয়ালৈ আহিম। হিফিষ্টাছদেৱে তাকে নিৰ্মাণ কৰি দিব।"

এইবুলি কৈ তেওঁ পুতেকৰপৰা বিদায় লৈ লগৰ জলকুঁৱৰীসকলক সম্বোধন

কৰিলে। তেওঁ তেওঁলোকক পিতাকৰ প্ৰাসাদলৈ প্ৰত্যাৱৰ্তন কৰাৰ সময়ত বাৰিধিৰ বিস্তীৰ্ণ গৰ্ভত প্ৰবেশ কৰি বৃদ্ধ সমুদ্ৰদেৱৰ লগত সাক্ষাৎ কৰিবলৈ নিৰ্দেশ দিলে। তেওঁ ক'লে, "মই নিজে অলিম্পাছৰ উচ্চ শিখৰলৈ গমন কৰিম। বিচক্ষণ কাৰিকৰ হিফিষ্টাছক সুধিম তেওঁ মোৰ পুত্ৰৰ কাৰণে এসাজ চমৎকাৰ কবচ নিৰ্মাণ কৰি দিব নে নিদিয়ে।"

এতিয়া জলকুঁৱৰীসকল সাগৰৰ অশান্ত জলত প্ৰবেশ কৰি অদৃশ্য হ'ল। শ্বেতচৰণা দেৱী ঠিটিছে পুতেকৰ কাৰণে জ্যোতিৰ্ময় বৰ্ম-কবচ সংগ্ৰহ কৰাৰ নিমিত্তে স্বৰ্গলৈ যাত্ৰা কৰিলে।

তেওঁ স্বৰ্গলৈ যাত্ৰা কৰাৰ সময়ত একীয়ান যোদ্ধাসকলে ভয়ত আৰ্তনাদ কৰি নৰহন্তা হেক্টৰৰ সমুখৰপৰা পলাই গৈ হেলিস্পণ্টৰ উপকূলত বান্ধি থোৱা ৰণতৰীসমূহৰ ওচৰ চাপিল। একিলিছৰ সহচৰ পেট্ৰক্লাছৰ মৃতদেহ ট্ৰজানবিলাকৰ হাতত নপৰাকৈ অপসৰণ কৰিব পৰা নাছিল। ট্ৰজান পদাতিক আৰু অশ্বাৰোহী সহ প্ৰায়াম পুত্ৰ হেক্টৰে ক্ৰোধত অলস্ত হৈ আকস্মিকভাৱে শৱটো বেৰি ধৰিছিল। যশস্বী হেক্টৰে তিনিবাৰ পিছফালৰপৰা আহি সৈন্যবিলাকক সহযোগিতা কৰিবলৈ আদেশ দি মৃতদেহটোৰ ভৰিত ধৰি টানি নিবলৈ চেষ্টা কৰিছিল আৰু তিনিওবাৰেই আয়াছদ্বয়ে দেওলগা মানুহৰ দৰে যুঁজ কৰি তেওঁক তাৰপৰা বিতাৰিত কৰিছিল। কিন্তু হেক্টৰৰ সঙ্কল্প অবিচলিত হৈ ৰ'ল। প্ৰচণ্ডভাৱে আক্ৰমণ কৰাৰ আগমুহূৰ্তত তেওঁ সৈন্যবিলাকক সৰবে আহ্বান জনাই নিজৰ অৱস্থানত স্থিৰভাৱে থাকিছিল। তেওঁ এবাৰো পিছ হোঁহকা নাছিল। ভোকাতুৰ সিংহ এটাক শস্যক্ষেত্ৰত থকা মেষপালকবিলাকে চিকাৰটোৰ কাষৰপৰা যেনেকৈ বিতাৰিত কৰিব নোৱাৰে সেইদৰে ৰণবিভূষিত আয়াছদ্বয়েও হেক্টৰক মৃতদেহটোৰ কাষৰপৰা ভয় খুৱাই খেদি পঠিয়াব পৰা নাছিল। বাস্তৱিকতে হেক্টৰে মৃতদেহটো অধিকাৰ কৰি অতুল যশ-গৌৰৱ লাভ কৰিব পাৰিলেহেঁতেন। কিন্তু এনেতে বা-মাৰলিৰদৰে ক্ষিপ্ৰচৰণা আইৰিছে একিলিছক যুদ্ধৰ কাৰণে সজ্জিত কৰিবলৈ অলিম্পাছৰপৰা নামি আহিল। (জিয়ুছ আৰু অন্যান্য দেৱতাসকলৰ লগত আলোচনা নকৰাকৈয়ে হিৰীয়ে তেওঁক প্ৰেৰণ কৰিছিল) একিলিছৰ ওচৰত উপস্থিত হৈ তেওঁ বাতৰিটো দি ক'লে, "বীৰ শ্ৰেষ্ঠ একিলিছ, উঠা, জাগ্ৰত হোৱা পেট্ৰক্লাছক ৰক্ষা কৰা। তেওঁৰ কাৰণে তুমুল যুদ্ধ চলিছে। জাহাজৰ ওচৰত নৰমেধযজ্ঞ সম্পন্ন হৈছে। একীয়ান-বিলাকে তেওঁৰ মৃতদেহ ৰক্ষা কৰাৰ চেষ্টাত আৰু ট্ৰজানবিলাকে তাক বাতাহ ইলিয়ামলৈ লৈ যোৱাৰ আশাত এই হত্যাকাণ্ডত অংশগ্ৰহণ কৰিছে। বিশেষকৈ দুৰ্বাৰ হেক্টৰ পেট্ৰক্লাছক হত্যাত কৰাত দৃঢ়প্ৰতিজ্ঞ। তেওঁক শিৰচ্ছেদ কৰি মূৰটো

হেঙাৰৰ ওপৰত খুঁচি থ'বলৈ তেওঁ হাবিয়াস কৰিছে। সেইকাৰণে তুমি সন্ত্রম হোৱা, এইদৰে অলসভাৱে নাথাকিবা। পেট্রক্লাছক লৈ ইলিয়ামৰ কুকুৰবিলাকে খেলা কৰিব, এই সম্ভাৱনাটোৱেই তোমাক স্তম্ভিত কৰা উচিত। যদিহে মৃতদেহটো অপবিত্র হৈ তোমাৰ হাতত পৰেহি, তেতিয়া তুমিয়েহে লাজত পৰিবা।"

প্রশংসনীয়, ক্ষিপ্রগতি একিলিছে এটা প্রশ্নেৰে উত্তৰ দিলে, "দেৱী আইৰিছ, কোন দেৱতাৰপৰা এই বার্তা বহন কৰি তুমি মোৰ ওচৰলৈ আহিছা জানিব পাৰোনে?"

ধুমুহাৰদৰে ক্ষিপ্রচৰণা আইৰিছে উত্তৰ দিলে, "জ্যুছৰ সন্মানিতা পত্নী হিৰীয়ে মোক পঠাইছে। ক্রনছৰ মহিমান্বিত পুত্রৰ লগত এই বিষয়ে পৰামর্শ কৰা হোৱা নাই। তুষাৰাবৃত অলিম্পাছৰ অন্য কোনো দেৱতাকো জনোৱা হোৱা নাই।"

মহান ধাৱক একিলিছে ক'লে, "কিন্তু মই কেনেকৈ ৰণলৈ যাম? মোৰ বর্ম-কবচ শত্রুৰ কবলত। মোৰ আয়ে হিফিষ্টাছৰপৰা অস্ত্র-শস্ত্র সংগ্রহ কৰিবলৈ গৈছে। তেওঁ উভতি নহা পর্যন্ত মোক যুদ্ধৰ কাৰণে সজ্জিত হ'বলৈ বাৰণ কৰিছে। অন্য কোন বীৰৰ কবচ মই পৰিধান কৰিব পাৰো মই ক'ব নোৱাৰো; অৱশ্যে টেলামনীয় আয়াছৰ ঢালখন ব্যৱহাৰ কৰিব পাৰো। পিছে তেওঁ হাতত বর্শালৈ যুদ্ধৰ একেবাৰে আগভাগত আছেগৈ। মৃত পেট্রক্লাছৰ কাৰণে তেওঁ সংগ্রাম কৰিছে।"

বায়ুবেগী আইৰিছে ক'লে, "আমি দেৱতাসকলে ভালকৈয়ে জানো যে তোমাৰ জ্যোতির্ময় বর্ম-কবচ পৰহস্তগত। তথাপি যেনে আছা তেনেদৰেই গড়খাৱৈৰ পাৰলৈ যোৱা আৰু ট্রজানবিলাকক দর্শন দিয়াগৈ। সিহঁতে আতংকিত হৈ ৰণভংগ দিব পাৰে আৰু তেতিয়া একীয়ানবিলাকে উশাহ ল'বলৈ অকণমান সময় পাব। ৰণত ক্ষণিক বিশ্রামৰো বিশেষ মূল্য আছে।"

ক্ষিপ্রচৰণা আইৰিছে বিদায় ল'লে। জ্যুছৰ স্নেহভাজন একিলিছো জাগি উঠিল। তেওঁৰ সবল স্কন্ধদেশ এথেনীয়ে সূত্রগুচ্ছ শোভিত ছত্রেৰে আবৰি ধৰিলে। মহিমান্বিতা দেৱী গবাকীয়ে তেওঁৰ মস্তক সোণালী কুঁৱলীৰে মণ্ডিত কৰিলে। তেওঁৰ শৰীৰপৰা জ্যোতি বিচ্ছুৰিত হ'ল। এইদৰেই দূৰসমুদ্রত অৱস্থিত কোনো এটা অৱৰুদ্ধ দ্বীপৰপৰা, মানুহবিলাকে নগৰৰ প্রাচীৰৰপৰা যুঁজ কৰি থাকোঁতে, ধোঁৱাৰ কুণ্ডলীয়ে আকাশ স্পর্শ কৰে। কিন্তু বেলি মাৰ যোৱাৰ লগে লগেই আলোকস্তম্ভবিলাকৰপৰা জিৰণি পৰা পোহৰে আকাশ উদ্ভাসিত কৰে। ওচৰৰ দ্বীপত বাস কৰা লোকসকলক সতর্ক ...

জাহাজবিলাক ৰক্ষা কৰে। একিলিছৰ শিৰৰপৰা বিচ্ছুৰিত জ্যোতিয়ে এইদৰেই আকাশ লঙ্ঘিছিল।

প্ৰাচীৰ অতিক্ৰম কৰি তেওঁ গড়খাৱৈৰ পাৰত থিয় হ'ল। কিন্তু মাকৰ কঠোৰ নিৰ্দেশ স্মৰণ কৰি তেওঁ একীয়ান সৈন্যসকলৰ লগত যোগদান নকৰিলে। সেই ঠাইত থিয় হৈ তেওঁ উচ্চৈঃস্বৰে চিঞৰিবলৈ ধৰিলে। দূৰত পালাছ এথেনীয়েও ভৈৰৱ নিনাদ কৰি উঠিল। ট্ৰজানবিলাক একেবাৰে হতভম্ব হ'ল। হিংসাংসু শত্ৰুৱে অৱৰোধ কৰিলে নগৰ এখনত যেনেকৈ ৰণভেৰী বাজি উঠে, একিলিছৰ নিনাদো সেইদৰে তীব্ৰ হৈ উঠিছিল। এই তুমুল শব্দত তেওঁলোকৰ কলিজাৰ তেজ পানী হৈ গ'ল। আনকি দীঘল কেশৰযুক্ত ঘোঁৰাবিলাকেও কিবা এটা অমঙ্গলীয়া আভাস পাই ৰথবিলাক অথালি-পথালিকৈ টানিবলৈ ধৰিলে। প্ৰদীপ্তনয়না এথেনীৰ ইন্ধনত জ্বলি উঠা অগ্নিশিখা চকুত পৰাত ৰথীসকলৰো মুখৰ মাত হৰিল। প্ৰচণ্ড অনলৰ নিষ্কম্প শিখাই সিংহৰদৰে সাহসী, পেলিউছ-পুত্ৰৰ উচ্চ শিৰ উদ্ভাসিত কৰিছিল। তিনিবাৰ সুমহান একিলিছে গড়খাৱৈৰ কাষৰপৰা আকাশ বতাহ ৰজনজনাই যোৱাকৈ চীৎকাৰ কৰিলে, প্ৰতিবাৰেই ট্ৰজান আৰু তেওঁলোকৰ প্ৰসিদ্ধ মিত্ৰপক্ষৰ মাজত হৈ চৈ লাগিল। নিজ পক্ষৰে ৰথৰ চেপাত আৰু ট্ৰজান বৰ্শাৰ আঘাততে তেওঁলোকৰ বাৰজন বাছকবনীয়া বীৰৰ মৃত্যু হ'ল।

ইতিমধ্যে একীয়ানবিলাকে কৃতজ্ঞচিত্তে পেট্ৰক্লাছক নিৰাপদ দূৰত্বলৈ অপসাৰণ কৰিলে। তেওঁক চাঙি এখনৰ ওপৰত শুৱাই থোৱা হ'ল। শোকত ব্যাকুল হৈ তেওঁৰ সেনাবিলাকে কান্দি কান্দি তেওঁক বেৰি ধৰিলে। মহান ধাৱক একিলিছেও তাত যোগ দিলে। নিৰ্মম বৰ্শাৰ ঘাৰ বিদাৰিত হৈ চাঙিৰ ওপৰত নিশ্চলভাৱে পৰি থকা বিশ্বস্ত বন্ধুজনক দেখা পাই তেওঁৰ দুগালেদি দুধাৰি তপত চকুলো বৈ গ'ল। একিলিছৰ ৰথত আৰোহণ কৰি তেওঁ ৰণলৈ গৈছিল। কিন্তু পুনৰ অভ্যৰ্থনা লাভ কৰিবলৈ তেওঁ আৰু উভতি নাহিল।

স্বৰ্গৰ বৃষভনেত্ৰা সম্ৰাজ্ঞী হিৰীয়ে এতিয়া ক্লান্তিহীন সূৰ্যদেৱতাক সমুদ্ৰ গৰ্ভত মাৰ যাবলৈ আদেশ দিলে। আৰু কিছু সময় অপেক্ষা কৰিবলৈ ইচ্ছা আছিল যদিও অনুৰোধত দিনমণি অস্ত গ'ল। সাহসী একীয়ানবিলাকে ভয়ানক সংগ্ৰামৰ দ্বিপাক্ষিক অস্ত্ৰ বৰ্ষণৰপৰা অব্যাহতি পালে। ট্ৰজান পক্ষই শত্ৰু সংসৰ্গ পৰিত্যাগ কৰি ৰথৰপৰা ঘোঁৰাবিলাক খুলি দিলে আৰু সান্ধ্যভোজনৰ বিষয়ে চিন্তা নকৰি বিতৰ্কৰ কাৰণে সমবেত হ'ল। কোনেও বহিবলৈ সাহস নকৰি থিয়ে থিয়ে সভাত যোগ দিলে, কাৰণ বুদ্ধৰপৰা সুদীৰ্ঘ অনুপস্থিতিৰ পিছত পুনৰ

একিলিছৰ আবিৰ্ভাৱত তেওঁলোক স্তম্ভিত হৈছিল। পেন্থাছপুত্ৰ সুবিজ্ঞ পলিডামাছে আলোচনাৰ পাতনি মেলিলে। তেওঁলোকৰ মাজত তেৱেঁই আছিল একমাত্ৰ ব্যক্তি যি ভূত-ভৱিষ্যতৰ বিষয়ে সম্যক ৰূপে বিচাৰ কৰিব পাৰিছিল। তেওঁ আছিল হেক্টৰৰ সংগী ; একে ৰাতিয়ে দুয়ো জন্মগ্ৰহণ কৰিছিল, তদুপৰি তেওঁ হেক্টৰৰ দৰেই বিতৰ্ক আৰু যুদ্ধ দুয়োটা বিষয়তে সমানে পাৰদৰ্শী আছিল। স্বদেশবাসীৰ নিৰাপত্তাৰ বিষয়ে যথেষ্ট চিন্তিত হৈ তেওঁ মাত লগালে, "বন্ধুসকল, সতৰ্কভাৱে গমিপিতি চোৱাঁহঁক। প্ৰাচীৰৰপৰা ইমান আঁতৰত, জাহাজবিলাকৰ কাষত ৰাতিপুৱালৈ অপেক্ষা নকৰি আমি নগৰলৈ উভতি যোৱাই ভাল হ'ব, অন্ততঃ এয়ে মোৰ অভিমত। নৃপতি আগামেমননৰ লগত যিমান দিন একিলিছৰ বিৰোধ আছিল, সিমান দিন একীয়ানবিলাকৰ লগত যুদ্ধ কৰা সহজ আছিল। মই নিজেই দুলি থকা জাহাজবিলাক অধিকাৰ কৰাৰ আশাত ৰণতৰীসমূহৰ কাষত ৰাতি এটা অতিবাহিত কৰি আনন্দ লাভ কৰিছিলো। কিন্তু এতিয়া মোৰ মানুহজনলৈ ভীষণ ভয় হৈছে। আমি একীয়ানবিলাকৰ লগত যি সমতল ভাগৰ মধ্যাংশত সমানে সমানে যুদ্ধ কৰিছিলো, এতিয়া এই অগ্নিগৰ্ভ পুৰুষজনে তাতে আৱদ্ধ হৈ থাকি সন্তুষ্ট নহ'ব। আমাৰ নগৰখন আৰু পুৰললনাসকল এতিয়া তেওঁৰ লক্ষ্য হ'ব। সেইকাৰণে মই কওঁ আমি ট্ৰয়লৈ উভতি যোৱাই মংগল হ'ব। নহ'লে কি অঘটন ঘটিব মই জানো। এই মুহূৰ্তত ৰাতিৰ আন্ধাৰেই আমাৰ কাৰণে আশীৰ্বাদ স্বৰূপ হৈ ক্ষিপ্ৰ একিলিছৰ গতি ব্যাহত কৰিছে। কিন্তু যদি তেওঁ কালিলৈ অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত হৈ অভিযান আৰম্ভ কৰি আমাক ইয়াতে পায়হি, তেন্তে তেওঁৰ পৰিচয় পোৱাত আমাৰ অসুবিধা নহ'ব। তেওঁৰ কবলৰপৰা মুক্ত হৈ যিজন ইলিয়ামত উপনীত হ'ব পাৰে, তেওঁ নিশ্চয় শুভগ্ৰহৰ শলাগ ল'ব লাগিব। কাৰণ কুকুৰ আৰু শগুনৰ ভোজ হ'ব—ট্ৰজানসকলৰ মগহ ! তাকে মই নদি ক'ব পাৰো। ঈশ্বৰে কৰক মোৰ কথা যেন মিছা হয়। কিন্তু মনোমত নহ'লেও মোৰ উপদেশ মানিলে আমি বজাৰৰ কাষতে শিবিৰ পাতি শক্তি সঞ্চয় কৰিব পাৰিম। প্ৰাচীৰ আৰু কাষ্ঠকপাটেৰে উচ্চ তোৰণৰ দ্বাৰা নগৰখন সুৰক্ষিত হৈ থাকিব। ৰাতিপুৱা আমি সুসজ্জিত হৈ দুৰ্গ প্ৰাকাৰত অৱস্থিত হম আৰু যদি একিলিছে আমাক আক্ৰমণ কৰিবলৈ জাহাজ থকা ঠাইৰপৰা আহি প্ৰাচীৰৰ নিকটৱৰ্তী হয়, তেতিয়া তেওঁহে বিপদত পৰিব। প্ৰাচীৰৰ তলত ইফালে সিফালে চেকুৰি ঘোঁৰাবিলাক ভাগৰি পৰিব আৰু তেওঁ সিহঁতক য'ৰপৰা আহিছিল তালৈকে ওভোতাই নিবলৈ বাধ্য হ'ব। বলেৰে নগৰৰ ভিতৰত প্ৰৱেশ কৰিবলৈ তেওঁৰ সাহসে নুকুলায়। তেওঁ নগৰখন অধিকাৰ কৰিবলৈ

কেতিয়াও সমর্থ নহয়। তাৰ আগতে তেওঁক তজবজীয়া কুকুৰবিলাকে ভক্ষণ কৰিব।"

কিন্তু উজ্জ্বল শিৰস্ত্ৰাণৰ অধিকাৰী হেক্টৰে এই উপদেশ অগ্ৰাহ্য কৰিলে। তেওঁ ক'লে, "যিজন লোকে আমাক উভতি গৈ নগৰত সোমাই থাকিবলৈ পৰামর্শ দিয়ে মই তেওঁৰ লগত একমত নহয়। সেই গড়টোৰ ভিতৰত সদায় আবদ্ধ হৈ থাকি তোমাৰ আমনি লগা নাইনে? মই নজনা নহয় যে এসময়ত ধন-সোণেৰে সমৃদ্ধ প্ৰায়ামৰ নগৰখন সমগ্ৰ বিশ্বৰ কাৰণে আলোচনাৰ বিষয়-বস্তু হৈ পৰিছিল। কিন্তু সেইদিন আৰু নাই। শিল্পকলাৰ আপুৰুগীয়া সম্পত্তি-বিলাক এতিয়া আৰু আমাৰ ঘৰবিলাকত নাই। আমাৰ গচ্ছিত বস্তুবাজিৰ অধিকাংশ ফ্ৰিজিয়া আৰু সুৰম্য মিয়নীয়া দেশত বেচিব লগা হ'ল। কাৰণ আমি জ্যুছৰ ৰোষত পৰিলো। কিন্তু এই বিশেষ ক্ষণটোত সেই সৰ্বশক্তিমান দেৱতাজনেই একীয়ানবিলাকক খেদাখেদি কৰি ৰণতৰীসমূহ জয় কৰিবলৈ মোক অনুপ্ৰাণিত কৰিছে। আৰু তুমি যথামূৰ্খৰদৰে কৈছা আমি নগৰখন ৰক্ষা কৰিব লাগে। সৈন্যবিলাকৰ মূৰত এনেবিলাক ভাব সুমুৱাবলৈ মই তোমাক নিষেধ কৰিছো। অৱশ্যে কোনো ট্ৰজানেই তোমাৰ কথামতে নচলে—অন্ততঃ মই তেওঁক অনুমতি নিদিওঁ।

"তোমালোক সকলোৱে তাৰ সলনি মোৰ কথা শুনাহঁক। আমাৰ সমগ্ৰ সৈন্যবাহিনীয়ে ভোজনৰ ব্যৱস্থা কৰা বেলেগ বেলেগ ঠাইত ৰাতিৰ সাজ খাই বৈ লওক। পহৰা দিয়াৰ কথা পাহৰিব নেলাগে। তদুপৰি প্ৰতিজন লোকেই সতৰ্ক হৈ থাকিব। ইতিমধ্যে যিসকল ট্ৰজান নিজ নিজ সম্পত্তিৰ বিষয়ে অতিশয় চিন্তিত হৈ পৰিছে, মই কওঁ তেওঁলোকে সম্পত্তিখিনি সংগ্ৰহ কৰি ৰাজহুৱা ব্যৱহাৰৰ কাৰণে ৰাজকোষলৈ দান কৰক। একীয়ানবিলাকতকৈ আমাৰ প্ৰজা-সকলে সেইবোৰ ভোগ কৰা বেছি ভাল হ'ব। তাৰ পিছত দোকমোকালিতে আমি অস্ত্ৰ ধাৰণ কৰি সিহঁতক জাহাজৰ কাষতে প্ৰচণ্ডভাৱে আক্ৰমণ কৰিম। আৰু যদি মহান একিলিছে নিজৰ শিবিৰৰপৰা ওলাই আহি সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ সিদ্ধান্ত কৰে, তেতিয়ানো কিটো হ'ব? তোমালোকে কোৱাৰদৰে তেনে কৰিলে তেওঁৰ বিপদৰ সম্ভাৱনাইহে অধিক। যুদ্ধৰপৰা কালবি কাটি তেওঁৰ ভয়ত পলাই যোৱাত মই নাই। মই তেওঁৰ সন্মুখীন হ'ম আৰু কোনে জয়লাভ কৰে চাই ল'ম। ৰণদেৱতা কাৰো প্ৰতি প্ৰসন্ন নহয়। যি মানুহে আনক মাৰিবলৈ যায় তেনেকুৱা মানুহৰ মৰণ মাতি আনে বুলিছে তেওঁ জনাজাত।

হেক্টৰে তেওঁৰ বক্তৃতাৰ সামৰণি মাৰিলে। নিৰ্বোধৰদৰে ট্ৰজানবিলাকেও

সমস্বৰে তেওঁৰ কথা অনুমোদন কৰিলে। পালাছ এথেনীয়ে তেওঁলোকৰ বিচাৰ বুদ্ধি লোপ কৰিছিল। পলিডামাছৰ যুদ্ধনীতি নিৰ্ভুল আছিল যদিও তেওঁক কোনেও সমৰ্থন নকৰিলে। কিন্তু তেওঁলোকে ত্ৰুটিপূৰ্ণ পৰামৰ্শ সহৰ্ষে মানি ল'লে। আৰু এতিয়া সমগ্ৰ সৈন্যবাহিনীয়ে সান্ধ্যভোজনৰ আয়োজন কৰিলে।

ওৰে ৰাতি একীয়ানবিলাকে পেট্ৰক্লাছৰ কাৰণে ইনাই-বিনাই কান্দি থাকিল। এই শোকাবহ সংগীতৰ মুখ্য অংশ গ্ৰহণ কৰিছিল পেলিউছ-পুত্ৰই বহুতো পলমকৈ অহাৰ ফলত, কোনোবা চিকাৰীয়ে ডাঠ জোপা এটাৰ মাজৰপৰা পোৱালিকেইটা লৈ গ'লে ডৰ্হীয়া সিংহ এটাই যেনেকৈ শোকে বেজাৰে গুজৰিবলৈ ধৰে, সেইদৰেই কৰুণ ক্ৰন্দন কৰি তেওঁ নিজৰ নৰঘাতী হাত দুখন বন্ধুৰ বুকুত স্থাপন কৰিছিল। সিংহটোৱে নিজৰ ক্ষতিটো আৱিষ্কাৰ কৰি অতি দুখৰ মাজতো মানুহটোক ধৰাৰ আশাত হাবি-বন ভাঙি তাক অনুসৰণ কৰে। এইদৰেই একিলিছে মাৰ্মিডনবিলাকৰ মাজত আৰ্তনাদ কৰিছিল। পেট্ৰক্লাছৰ অভিজাত পিতৃক আশ্বস্ত কৰিবৰ অভিপ্ৰায়েৰে এদিন ঘৰত তেওঁৰ আগত কোৱা তুচ্ছ কথাবিলাকে তেওঁৰ মনত জুমুৰি দি ধৰিছিল। তেওঁ নিজে নিজে কৈছিল, "মই মিনটিয়াছক কৈছিলো যে ইলিয়াম অধিকাৰ কৰাৰ পিছত অতুল যশস্যা আৰু লুণ্ঠিত সামগ্ৰীৰ এটা বুজন অংশৰ সৈতে তেওঁৰ পুতেকক অপাছ নগৰলৈ নিজে লগত লৈ উভতি যাম। কিন্তু মানুহে পাঙে, ঈশ্বৰে ভাঙে। আৰু এতিয়া ট্ৰয়দেশৰ এছিটা মাটি আমাৰ কলিজাৰ তেজেৰে ৰাঙলী কৰাটোকে আমাৰ উভয়ৰে কপালত বিধাতা পুৰুষে লেখি থৈছে। ঘৰলৈ উভতি যোৱা মোৰ ভাগ্যত নাই। বৃদ্ধৰথী পেলিউছ আৰু জননী ঠিটিছে মোক আদৰি নিবলৈ নাপাব, মই থিয় হৈ থকা এই মাটিয়েই এদিন মোক গ্ৰাস কৰিব। তেনেহ'লে পেট্ৰক্লাছ, তোমাৰ লগতে ময়ো মাটিৰ তলত সোমাম, কিন্তু তোমাৰ পিছত। মহান হৃদয় বন্ধু মোৰ, মই তোমাৰ নিহন্তা হেক্টৰৰ মূৰ আৰু বৰ্ম-কবচ ইয়ালৈ আনিবলৈ সমৰ্থ নহওঁ মানে তোমাৰ অন্ত্যেষ্টি-ক্ৰিয়াও সম্পন্ন নকৰো। তোমাৰ চিতাত মই ট্ৰয়ৰ বাৰজন অভিজাত যুৱকক বলি দিম আৰু এইদৰেই তোমাৰ মৃত্যুৰ প্ৰতিশোধ ল'ম। এতিয়ালৈকে তুমি মোৰ চৰাইঠুঁটীয়া জাহাজৰ কাষত এইদৰেই পৰি থাকিবা। জনপূৰ্ণ সমৃদ্ধ নগৰ-বিলাক হাতত বৰ্শা লৈ অহোপুৰুষাৰ্থ কৰি অধিকাৰ কৰোঁতে বন্দী হোৱা ট্ৰয়ৰ ৰমণী আৰু গভীৰ বক্ষা ডাৰ্ডানীয় দুহিতাসকলে তোমাৰ কাষত ইনাই-বিনাই কান্দি থাকিব।"

কুমাৰ একিলিছে তেওঁৰ সহচৰসকলক তিনিঠেঙীয়া টৌ এটাত পানী

তপতাই পেট্ৰক্লাছৰ গাত গোট মাৰি লাগি থকা তেজবোৰ ধুৱাই দিবলৈ আদেশ দিলে। তেওঁলোকে প্ৰকাণ্ড টৌ এটাত পানী ভৰাই জ্বলি থকা আণ্ঠাৰ ওপৰত পাতি লৈ তলত জ্বাল দিলে। জুইৰ শিখাবিলাকে টৌটোৰ পেটলৈকে চেলেকি যোৱাত পানী তপত হ'ল, তামৰ মিহি পাত্ৰটোত পানী উতলিলত তেওঁলোকে মৃতদেহটো ভালকৈ ধুই তাত জলফাই তেল ঘঁহিলে। ঘাবিলাকত নবছৰীয়া পুৰণি মলম লগাই দিলে। তাৰ পিছত চাঙি এখনত শুৱাই ভৰিৰপৰা মূৰলৈকে কোমল কাপোৰ এখনেৰে ঢাকি থ'লে আৰু তাৰ ওপৰত এখন বগা বৰকাপোৰ পাৰিলে। ৰাতিটোৰ বাকীছোৱা সময় মহান ধাৱক একিলিছৰ সৈতে মাৰ্মিডন-বিলাকে কান্দি কান্দি কটাই দিলে।

জ্যুছে তেওঁৰ ভাৰ্যা আৰু ভগিনী হিৰীৰে সৈতে এই দৃশ্য চাই আছিল। তেওঁ হিৰীৰফালে চাই ক'লে, "বৃষভনেত্ৰা মহিষী, পুনৰ তোমাৰ ইচ্ছামতেই কাম হৈছে। ক্ষিপ্ৰ একিলিছক তুমি জাগ্ৰত কৰিছা। যি কোনো লোকেই ভাবিব পাৰে যে দীৰ্ঘকেশী একীয়ানবিলাক তোমাৰ নিজৰ সন্তান।" বৃষভনেত্ৰা কুঁৱৰী হিৰীয়ে উত্তৰ দিলে, "ক্ৰনছৰ বিভীষণ পুত্ৰ, মই কি জগৰ লগালো? আমাৰ সমান জ্ঞান নথকা সামান্য মৰণশীল মানুহেও নিজৰ বন্ধুৰ কাৰণে এইখিনি কৰিব। তেন্তে, জন্মগত অধিকাৰৰ দ্বাৰা আৰু তোমাৰ স্বীকৃত মহিষীস্বৰূপ স্বৰ্গৰ সম্ৰাজ্ঞী বুলি অভিহিত হৈ মই কিয় ট্ৰজানবিলাকক বিপদাপন্ন কৰাৰপৰা বিৰত থাকিম?"

তেওঁলোক উভয়ে এইদৰে কথোপকথন কৰি থাকোঁতেই ৰজতচৰণা ঠিটিছে হিফিষ্টাছৰ প্ৰাসাদত প্ৰবেশ কৰিলে। খঞ্জ দেৱতাজনে অক্ষয় ব্ৰঞ্জেৰে নিজ হাতে এই প্ৰাসাদ নিৰ্মাণ কৰিছিল। দেৱতাসকলৰ অট্টালিকাসমূহৰ মাজত এই কাৰেংটি তৰাৰদৰে জিলিকি থাকে। হিফিষ্টাছে জুহালত ভাটি মাৰি ঘামি জামি কাম কৰি থাকোঁতেই তেওঁ তাত উপস্থিত হ'ল। তেওঁ সুনিৰ্মিত কক্ষটো সজাবৰ কাৰণে একুৰি তিনিটা খুড়া থকা মেজ তৈয়াৰ কৰি আছিল। দেৱতাৰ সভালৈ স্বয়ংক্ৰিয়ভাৱে চলি গৈ পুনৰ নিজ কক্ষলৈ উভতি আহি যাতে সকলোৰে চকুত চমক লগাব পাৰে; তাৰবাবে হিফিষ্টাছে মেজৰ খুড়াবিলাকত সোণৰ চকা লগাই দিছিল। কামটো তেতিয়াও সম্পূৰ্ণ হোৱা নাছিল। কাৰুকাৰ্যখচিত নাল লগাবলৈ তেতিয়াও বাকী আছিল আৰু তেওঁ সেইবিলাক জোৰা লগাবৰ কাৰণে এবিধ বস্তু সাজি আছিল।

এই কামত হিফিষ্টাছৰ সকলোখিনি নিপুণতাৰ প্ৰয়োজন হৈছিল আৰু তেওঁ নিবিষ্টভাৱে তাকে কৰি আছিল। এনেতে ৰজতচৰণা দেৱী ঠিটিছ আহি পালেহি। কীৰ্তিমান খঞ্জদেৱতাজনৰ পত্নী কেৰিছে চিকমিকীয়া ওৰণি এখনেৰে সুশোভিতা

হৈ ওলাই আহি তেওঁক দেখা পালে। তেওঁ দুয়োখন হাতেৰে তেওঁৰ হাতখন আকোঁৱালি ধৰি মাত লগালে, "দীৰ্ঘবসনা ঠিটিছ, তুমি আমাৰ ঘৰলৈ কিয় আহিলা? তুমি আমাৰ সন্মানিতা আৰু বাঞ্ছিতা অতিথি। অৱশ্যে আগেয়ে তুমি কেতিয়াৰা কাচিৎহে আহিছিলা। কিন্তু আহা, মোৰ লগত ভিতৰলৈ আহা, তোমাক কিবা এটা মুখত ল'বলৈ দিওঁ।"

এইবুলি কৈ সদয়া দেৱী গৰাকীয়ে তেওঁক আদৰ-সাদৰ কৰি ভিতৰলৈ লৈ গৈ ৰূপৰ ফুলজালি কৰা সোণৰ আসন এখনত বহিবলৈ দিলে আৰু এখনি পাদপীঠ তলত ৰাখিলে। তাৰ পিছত তেওঁ সুদক্ষ কাৰিকৰজনক মাতি ক'লে, "হিফিষ্টাছ, ওলাই আহাঁচোন। কিবা এটা কামৰ কাৰণে ঠিটিছে তোমাক লগ পাবলৈ আহিছে।" কীৰ্তিমান খঞ্জদেৱতাজনে আচৰিত হৈ ক'লে, "ঠিটিছ আহিছে! এই দেৱী গৰাকীক মই কিমান শ্ৰদ্ধা আৰু সন্মান কৰো! মই খোৰা কাৰণে, মোৰ দুৰ্নীতি পৰায়ণা জননীয়ে মোক বিনাশ কৰিবৰ মানসেৰে ঘটোৱা দুৰ্বাৰ পতনৰ ফলত সৃষ্টি হোৱা তীব্ৰ যন্ত্ৰণাৰ সময়ত, তেৱেঁই মোক উদ্ধাৰ কৰিছিল। আৰু ঠিটিছে তেওঁৰ বুকুত মোক আশ্ৰয় নিদিয়া হ'লে মোৰ কি শোচনীয় অৱস্থা হ'লহেঁতেন; ঠিটিছ আৰু বৃত্তাকাৰে ঘূৰি থকা সমুদ্ৰৰ কন্যা ইউৰিনমি! তেওঁলোকৰ লগত মই ন বছৰ কটালো। ফেনিল সমুদ্ৰৰ চিৰন্তন সোঁতে পখালি থকা সেই গভীৰ গহ্বৰটোত থাকি মই ব্ৰঞ্জৰ অলংকাৰ, বকলছ, জোংখাৰু, কৃত্ৰিম গোলাপ আৰু গলপতা আদি গঢ়িছিলো। মোক উদ্ধাৰ কৰা ঠিটিছ আৰু ইউৰিনমিৰ বাহিৰে দেওমনিছ কোনেও এই গোপন কথা গম পোৱা নাছিল। আৰু এতিয়া সেই ঠিটিছ আমাৰ ঘৰলৈ আহিছে! সুকেশিনী ঠিটিছ। মোৰ পৰম উপকাৰ কৰা দেৱীগৰাকীৰ ঋণ মই নিশ্চয় পৰিশোধ কৰিম। মই সঁজুলিবিলাকৰে সৈতে ভাটিটো সামৰো মানে তুমি তেওঁক সোধ-পোছ কৰা।"

হিফিষ্টাছে নিয়াৰিৰ ওপৰৰপৰা পৰ্বত-প্ৰমাণ বস্তুৰ দমটো তুলি ল'লে। তেওঁ খোৰাইছিল যদিও সক সক ভৰি দুটাৰে খৰটকীয়াকৈ খোজ দিছিল। তেওঁ জুহালৰপৰা ভাটিটো আঁতৰাই থ'লে আৰু ব্যৱহাৰ কৰা সঁজুলিবোৰ গোটাই ৰূপৰ পেৰা এটাত ভৰালে। তাৰ পিছত তেওঁ মুখ-হাত ধুই বলিষ্ঠ ডিঙিটো আৰু লোমশ বুকুখন পানীৰে মোহাৰি নিকা কৰি চাপকণ এটা পিন্ধি ল'লে আৰু হাতত লাখুটি এডাল লৈ কমাৰশালৰ ওচৰৰপৰা খোৰাই খোৰাই ওলাই আহিল। সুবৰ্ণ নিৰ্মিত পৰিচাৰিকাবিলাকে গৰাকীজনক সহায় কৰিবলৈ খৰধৰকৈ লগালে। তেওঁলোক দেখাত সঁচাসঁচি ছোৱালীৰদৰেই আছিল। তেওঁলোকে যে সকলো কথা ক'ব বা বুজিব পাৰিছিল তেনে নহয়। তেওঁলোকৰ বুদ্ধি থকাৰ বাবে

অমৰদেৱতাসকলে শিকোৱা মতে সকলো কাম-কাজ কৰিব পাৰিছিল। পৰিশ্ৰমী পৰিচাৰিকাবিলাকৰ দ্বাৰা পৰিবৃত হৈ প্ৰভু হিফিষ্টাছে ঠিটিছ বহি থকা ঠাইলৈ আঁভজাভাৱে ওচৰ চাপি আহিল। তেওঁ নিমজ আসন এখনত বহি ঠিটিছৰ হাত দুখনি নিজৰ হাতত লৈ তেওঁক আদৰ সাদৰ কৰি ক'লে, "দীৰ্ঘবসনা ঠিটিছ, তুমি কিয়বা আমাৰ ঘৰলৈ আহিলা? তুমি আমাৰ সন্মানিতা আৰু বাঞ্ছিতা অতিথি। অৱশ্যে আগেয়ে তুমি কেতিয়াবা কাচিৎহে আহিছিলা। কিন্তু তোমাৰ মনৰ ইচ্ছা মোৰ আগত প্ৰকাশ কৰা। অসম্ভৱ নহয় যদি পৰাপক্ষত মই তোমাৰ কিবা এটা উপকাৰ কৰিবলৈ পালে ধন্য হ'ম।"

ঠিটিছে হুকহুকাই কান্দিবলৈ ধৰিলে। তেওঁ ক'লে, "হিফিষ্টাছ অলিম্পাছত এনে এগৰাকী দেৱী আছেনে যি ক্ৰনছনন্দনৰ হাতত মোৰ দৰে অপদস্থ হৈ সকলো সহি সামৰি থাকিব লগা হৈছে? আৱন্তীৰেপৰা ক'বলৈ হ'লে মই আছিলো এজনী জলকুঁৱৰী। তেওঁ মোক আনবিলাকৰ মাজৰপৰা বাছি আনি আয়াকাছ তনয় পেলিউছ নামৰ মানুহ এজনলৈ বিয়া দিলে, যদিও মৰণশীল স্বামী এজনক গ্ৰহণ কৰিবলৈ মই ঘোৰ আপত্তি কৰিছিলো। বয়সৰ ভৰত তেওঁ এতিয়া ঘৰৰপৰা ওলাব নোৱাৰে। কিন্তু তেতিয়াও বহুতখিনি বাকী আছিল। জ্যুছৰ ইচ্ছামতে মই এটি সন্তানৰ জননী হ'লো আৰু তাক তুলি তালি ডাঙৰ দীঘল কৰিলো। সি আছিল জাকত জিলিকা। ফুলনিৰ গছপুলি এটাৰ দৰেই মই তাক আপদাল কৰিছিলো। সিও গছপুলিটোৰ দৰেই লহপহকৈ বাঢ়ি আহিল। ট্ৰজানবিলাকৰ লগত ৰণ কৰিবলৈ মই তাক চৰাইঠুঁটীয়া জাহাজত ইলিয়ামলৈ পঠাইছিলো। কিন্তু এতিয়া মই আৰু তাক পেলিউছৰ ঘৰলৈ আদৰি নিব নোৱাৰো। তথাপি সি যিমান দিন জীয়াই থাকে, আৰু বেলিৰ পোহৰ দেখা পায় সিমান দিন দুখ-দুৰ্গতি ভোগ কৰিব। তাৰ ওচৰত থাকিও মই একো উপকাৰ কৰিব নোৱাৰো। একীয়ান সৈন্যবাহিনীয়ে মাননি হিচাপে তাক ছোৱালী এজনী উপহাৰ দিছিল। তাইকো ৰজা আগামেমননে তাৰ হাতৰপৰাই কাঢ়ি লৈ গ'ল। তাইৰ বিৰহত সি মনত বৰ কষ্ট পাই বলিয়াৰ দৰে হ'ল। পৰিণতি স্বৰূপে এতিয়া ট্ৰজানবিলাকে একীয়ানবিলাকক জাহাজ পৰ্যন্ত খেদি দিছে। তাৰ পৰা যাতে সিহঁত ওলাব নোৱাৰে তাৰ ব্যৱস্থাও লৈছে। প্ৰচুৰ উপঢৌকন আগবঢ়াই একিলিছক কাকুতি-মিনতি কৰিবলৈ আৰ্গিভ দূতমণ্ডলক প্ৰেৰণ কৰা হৈছিল। কিন্তু তেওঁ মান্তি নহ'ল। নিজে কোনো চেষ্টা কৰি তেওঁলোকক বিপৰ্যয়ৰপৰা উদ্ধাৰ কৰিবলৈ তেওঁ অনিচ্ছুক আছিল। তথাপি তেওঁ পেট্ৰোক্লছক নিজৰ আসোঁৱাহ একাষ কৰি

এটি শক্তিশালী সৈন্যবাহিনীৰ সৈতে ৰণলৈ পঠাইছিল। ওৰে দিনটো তেওঁলোকে ছীয়ান তোৰণৰ ওচৰত যুদ্ধ কৰিলে আৰু সন্ধ্যাৰ আগতে বোধহয় ট্ৰয় নগৰ অধিকাৰ কৰিলেহেঁতেন। কিন্তু তেওঁ ট্ৰজানসৈন্য মৰিমূৰ কৰি থাকোঁতে এপলোৱে হেক্টৰক প্ৰাধান্য দি তেওঁৰ হতুৱাই সাহসী পেট্ৰক্লাছক বধ কৰোৱালে। সেই-কাৰণে এতিয়া মই তোমাৰ ভৰিত পৰি ক'বলৈ আহিছো, মোৰ অল্পায়ু ল'ৰাটোৰ কাৰণে এখন ঢাল আৰু এটা শিৰস্ত্ৰাণ সৰুগাঁঠিত ফিটা লগাই পিন্ধিব পৰা এজোৰ জংঘাত্ৰাণ আৰু এখন বৰ্ম নিৰ্মাণ কৰি দিয়া। তেওঁৰ আগৰ অস্ত্ৰ-শস্ত্ৰ-বিলাক ট্ৰজানবিলাকে পেট্ৰক্লাছক পৰাভূত কৰাৰ সময়তে হেৰাল। এতিয়া একিলিছে শোক বেজাৰত মাটিত পৰি আছে।"

কীৰ্তিমান খঞ্জ দেৱতাজনে উত্তৰ দিলে, "নিজক আৰু কষ্ট নিদিবা। সকলো মোৰ ওপৰতে এৰি নিশ্চিন্তমনেৰে থাকিব পাৰা। মই তেওঁক মানুহৰ চকুত চমক লগাব পৰা চমৎকাৰ অস্ত্ৰ-শস্ত্ৰ গঢ়ি দিম। যদি মই সিমান সহজে তেওঁক আসন্ন মৃত্যুৰ পৰাও ৰক্ষা কৰিব পাৰিলোহেঁতেন।

এইবুলি কৈ হিফিষ্টাছে তেওঁক তাতে এৰি পুনৰ কমাৰশাললৈ গ'ল। তাতে তেওঁ ভাটিবিলাক জুহালৰ কাষত থ'লে আৰু সিহঁতক কামত লাগি যাবলৈ আদেশ দিলে। ভাটিৰ সংখ্যা আছিল একুৰি, সিহঁতে ধাতু গলোৱা পাত্ৰবিলাকত জাল দিবলৈ ধৰিলে। হিফিষ্টাছৰ প্ৰয়োজন আৰু কামৰ ক্ৰম অনুসৰি কম-বেছি পৰিমাণে জাল দিয়া হৈছিল, নিৰ্দিষ্ট সময়ত উত্তাপ বেছি হৈছিল আৰু অন্য সময়ত কমিছিল। তেওঁ চিৰস্থায়ী ব্ৰঞ্জ, টিন, মূল্যবান সোণ-ৰূপ আদি ধাতু উত্তপ্ত কৰিছিল। তাৰ পিছত তেওঁ নিয়াৰি এটা নিৰ্দিষ্ট ঠাইত ৰাখি এহাতে এটা মজবুত হাতুৰী আৰু আনহাতে এডাল চিমটা ধৰিছিল।

পোন প্ৰথমে তেওঁ সম্পূৰ্ণ কাৰুকাৰ্য কৰা উজ্জ্বল ধাতুৰ তিনিটা চিক্‌মিকীয়া বলয় থকা আৰু ৰূপৰ পেটী লগোৱা এখন বিশাল আৰু সুদৃঢ় ঢাল নিৰ্মাণ কৰিলে। ঢালখনৰ পাঁচটা তৰপ আছিল। ঢালখনৰ সমুখ ভাগত অপৰিসীম নিপুণভাবে কিছুমান চিত্ৰ অংকিত কৰা হৈছিল। তাত আঁকা আছিল পৃথিৱী, আকাশ আৰু সাগৰ; শ্ৰান্তি ক্লান্তিহীন সূৰ্য, পূৰ্ণিমাৰ জোন আৰু অন্তৰীক্ষত তিৰবিৰাই থকা অগণন তাৰকাৰাশি; কৃত্তিকা, ৰোহিণী প্ৰমুখ্যে বৃষৰাশিষ্ঠ নক্ষত্ৰ মণ্ডলী, কালপুৰুষ আৰু 'সাতভাই' বুলি জনাজাত সপ্তৰ্ষিমণ্ডল, যি সাগৰত কেতিয়াও ডুব নাযায় আৰু একেটা কেন্দ্ৰকে প্ৰদক্ষিণ কৰি সতৰ্ক দৃষ্টিৰে চিকাৰী কালপুৰুষক নিৰীক্ষণ কৰি থাকে।

ইয়াৰ পিছত তেওঁ দুখন জনপূৰ্ণ নগৰ আঁকিলে। এখনত বিবাহ আৰু ভোজ আদি উৎসৱ চলি আছিল। বৈবাহিক সংগীতৰ তালে তালে জ্বলি থকা জোৰৰ পোহৰত নগৰৰ ৰাজপথেদি কন্যাসকলক নিজ নিজ ঘৰৰপৰা উলিয়াই অনা হৈছিল। বাঁহী আৰু বীণাৰ সুৰত যুৱকসকলে বৃত্তাকাৰে নৃত্য কৰিছিল, নাৰীসকলে দুৱাৰমুখলৈ আহি সেই দৃশ্য চাই আমোদ পাইছিল? কিন্তু পুৰুষবিলাকে সমদলে গৈছিল মেল এখনলৈ। দুজন বিচাৰ প্ৰাৰ্থীৰ মাজত এখন গোচৰ চলিছিল নৰহত্যাৰ ক্ষতিপূৰণ সম্পৰ্কে। প্ৰতিবাদীয়ে সম্পূৰ্ণ ক্ষতিপূৰণ আদায় কৰাৰ অভিপ্ৰায়েৰে তেওঁৰ উদ্দেশ্য মানুহবিলাকৰ আগত প্ৰকাশ কৰিছিল, কিন্তু আনজনে তেওঁৰ দাবী সাব্যস্ত কৰি ক্ষতিপূৰণ প্ৰত্যাখ্যান কৰিছিল। দুয়োপক্ষই দৃঢ়ভাৱে অনুৰোধ কৰিছিল যেন এজন নিৰপেক্ষ বিচাৰকৰ দ্বাৰা এই গোচৰটো মীমাংসা কৰা হয়। জনতাৰ মাজৰপৰা সমৰ্থকসকলে প্ৰতিপক্ষক উৎসাহিত কৰিছিল আৰু ঘোষকসকলে তেওঁলোকৰ চিঞৰ-বাখৰ বন্ধ কৰিবলৈ চেষ্টা কৰিছিল। এটা অৰ্দ্ধবৃত্তাকাৰ নিমজ শিলৰ পবিত্ৰ আসনত মুখিয়ালসকল বহিছিল। প্ৰতিজনেই মুক্তকণ্ঠৰ ঘোষকৰ ন্যায়দণ্ড হাতত লৈ বিচাৰৰ ৰায় দিবলৈ নিজৰ পালমতে আগবাঢ়ি আহিছিল। মাজত আছিল দুটা সোণৰ মোহৰ, যিজনৰ আইনসংগত বিচাৰ শ্ৰেষ্ঠ বুলি পৰিগণিত হ'ব, তেওঁৰ কাৰণেই পাৰিশ্ৰমিক হিচাপে এই মোহৰ দুটা ৰখা হৈছিল।

আনখন নগৰ দুটা সৈন্যবাহিনীয়ে অৱৰোধ কৰিছিল। তেওঁলোকক চিক্‌মিকীয়া অস্ত্ৰৰে সুসজ্জিত হৈ থকা দেখা গৈছিল। নগৰখন ধ্বংস কৰাৰ বিষয়ত অৱৰোধকাৰীসকলৰ ভিতৰত মতান্তৰ ঘটিছিল, কাৰণ নগৰখন সুৰম্য আছিল। অস্থাৱৰ সম্পত্তিবিলাক তেওঁলোক আৰু নগৰৰ বাসিন্দাবিলাকৰ মাজত ভাগ কৰাৰ বিষয়েও মতানৈক্য ঘটিছিল। কিন্তু পুৰবাসীসকলে তেতিয়াও বশ্যতা স্বীকাৰ কৰা নাছিল। তেওঁলোকে গোপনে আক্ৰমণ কৰিবলৈ চক্ৰান্ত কৰিছিল। নাৰী, শিশু আৰু বৃদ্ধসকলক প্ৰাচীৰ ৰক্ষাৰ ভাৰ দি তেওঁলোকে আৰিছ আৰু পালাছ এথেনীৰ নেতৃত্বত দুৰ্গৰপৰা ক্ষিপ্ৰগতিৰে ওলাই আহি আক্ৰমণ চলালে। এই দেৱদেৱী দুজন স্বৰ্ণাংকিত আছিল। সুবৰ্ণ বস্ত্ৰ পৰিহিত আৰু অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত এই দেৱতা দুজন, ঠিক দেৱতাৰ দৰেই বিশাল আৰু সুদৰ্শন আছিল, আৰু কৃশকায় সৈন্যবিলাকৰ মাজত তেওঁলোক জিলিকি উঠিছিল। গৰু-ম'হে পানী খাবলৈ অহা নদী এখনৰ বাজিত গোপন আক্ৰমণৰ কাৰণে সুবিধাজনক স্থান এটুকুৰা নিৰ্বাচন কৰি তেওঁলোক ভিৰৰিবাই থকা ৰূপৰ অস্ত্ৰ-শস্ত্ৰৰেই তাতে উপবেশন কৰিছিল। পাক খোৱা, বেঁকা শিঙৰ গৰু-

ছাগলী অহা চাই থাকিবলৈ তেওঁলোকে আঁতৰত দুজন প্ৰহৰী থৈছিল। দুজন গৰখীয়াই শিঙা বজাই গৰু-ছাগলীলৈ বিপদৰ আশংকা নকৰি তালৈ আহি আছিল। লুকাই থকা মানুহ দুজনে সিহঁতক দেখা পাই খেদি গৈ ৰখীয়া দুজনক বধ কৰি গৰু-ছাগলীৰ ধুনীয়া পালটো ঘূৰাই পঠিয়ালে। ইফালে অৱৰোধকাৰী-বিলাকে আলোচনা কৰি থাকোঁতে গৰু-ছাগলীৰ কাৰণে হোৱা হুলস্থুলৰ শব্দ শুনিবলৈ পালে আৰু জোৰকদমত যাব পৰা ঘোঁৰাত উঠি ঘটনাস্থলীলৈ যাত্ৰা কৰিলে, আৰু শীঘ্ৰে তাত উপস্থিত হ'ল। নদীৰ পাৰত এখন সংকুল সমৰৰ সূচনা হ'ল। দুয়ো পক্ষৰপৰাই ব্ৰঞ্জৰ বৰ্শা বৰ্ষণ কৰা হ'ল। সংগ্ৰাম আৰু বিভীষিকাৰ অধিষ্ঠাত্ৰী দেৱী ডুগৰাকীক নিজ নিজ কৰ্তব্যত প্ৰবৃত্ত হৈ থকা দেখুওৱা হৈছিল। আৰু তাত বিৰাজ কৰিছিল মৃত্যুৰ অধিষ্ঠাত্ৰী ভয়ংকৰী দেৱী গৰাকী। গুৰুতৰভাৱে আহত হোৱা লোক এজনক তেওঁ শীতল হাতেৰে স্পৰ্শ কৰিছিল; অক্ষত দেহৰ লোক এজনৰ গাতো তেওঁ হাত দিছিল। তেওঁ জনতাৰ মাজেদি এটা মৃতদেহ ভৰিত ধৰি চোঁচোৰাই নিছিল। তেওঁ কান্ধত পেলাই লোৱা বস্ত্ৰখন নৰ ৰক্তেৰে ৰঞ্জিত হৈছিল। সংগ্ৰামৰত সৈনিকসকলে শত্ৰুৰ মৃতদেহ সঁচাসঁচি মানুহৰ দৰেই টানি নিছিল।

ইয়াৰ পিছত তেওঁ অংকন কৰিলে কোমল, সাৰুৱা মাটিৰ বহল পথাৰ এখন। পথাৰখন তৃতীয়বাৰ চহোৱা হৈছিল। ভালেমান হালোৱাই যুঁৱলিত জুটি থোৱা গৰুবোৰ পথাৰৰ মাজেদি ইফালে সিফালে খেদাই লৈ গৈছিল। পথাৰৰ সীমাত থকা টিলা এটাৰ ওচৰ পাই হালখন ঘূৰোৱাৰ সময়ত মানুহ এজন আহি তেওঁলোকক সুস্বাদু সুৰাৰে আপ্যায়িত কৰিছিল। তাৰ পিছত তেওঁলোকে হালখন ওভোতাই লৈ শিৰলুবিলাকৰ মাজে মাজে নাঙল চলাই চন পৰি থকা দ মাটিডৰা ভালকৈ চহাই আনটো মূৰ পাইছিলগৈ। পথাৰখন সোণৰ আছিল যদিও, প্ৰকৃততে হাল বাই চহালে মাটিবিলাক যেনেকৈ ক'লা পৰি যায়, সেইদৰে তাৰো চহোৱা মাটিবোৰ ক'লা পৰিছিল। শিল্পীজনে অলৌকিক শক্তিৰ পৰিচয় দিছিল।

ৰজাৰ খাট এখনৰ দৃশ্য এটাও তেওঁ ফুটাই তুলিছিল। হাজিৰা কাম কৰা দাৱনীবিলাকে হাতত চোকা কাচি লৈ তাত কাম কৰি আছিল, মুঠিয়ে মুঠিয়ে শস্য পটিটোৰ দুকালে দুশাৰীকৈ পৰি গৈছিল। কিছুমানে ডাঙৰি বান্ধিছিল। তিনিজন লোক ওচৰতে থিয় হৈ আছিল! ল'ৰাবিলাকে লেহেৰি বুটলিছিল আৰু হাতত এমুঠি শস্য গোট খালে দৌৰি গৈ সেইখিনি তেওঁলোকৰ হাতত চমজাই দিছিল। মানুহ তিনিজনে অবিৰাম শস্যৰ যোগান পাই আছিল।

তেওঁলোকৰ মাজত ৰজাজন নিজেও উপস্থিত আছিল। হাতত লাঠি এডাল লৈ তেওঁ ৰংমনেৰে ডাঙৰি বন্ধা ঠাইত থিয় হৈ আছিল। পিছফালে ওক গছ এজোপাৰ তলত তেওঁৰ লগুৱাবিলাকে ভোজৰ আয়োজন কৰিছিল। ডাঙৰ ষাঁড়গৰু এটা মাৰি তাৰ মাংস তেওঁলোকে ৰান্ধিছিল। তিৰোতাবিলাকে, কাম কৰা মানুহবিলাকে খাবৰ কাৰণে, মঙহৰ ওপৰত আঁজলিয়ে আঁজলিয়ে বগা পিঠাগুড়ি চটিয়াইছিল।

ইয়াৰ পিছৰ দৃশ্যপটটো আছিল ফলৰ ভৰত দোঁ খাই থকা আঙুৰৰ উদ্যান এখনৰ। এই দৃশ্যও সোণৰ ওপৰত খোদিত কৰা হৈছিল। কিন্তু আঙুৰৰ থোপা-বিলাকৰ বৰণ আছিল ক'লা আৰু চাঙৰ খুঁটাবোৰ আছিল ৰূপৰ। উদ্যানখনৰ চতুৰ্দিশে তেওঁ এটা গড়খাৱৈ নীলা ৰঙেৰে কলাই কৰি দিছিল। তাৰ সিফালে আছিল টিনৰ টাটি এখন। ৰস উলিওৱা বতৰত আঙুৰ ছিঙিবলৈ যোৱা মানুহ সোমাবৰ কাৰণে তাত এটা মাত্ৰ বাট আছিল। ৰঙীয়াল ল'ৰা-ছোৱালীয়ে উলাহেৰে এই মধুৰ ফলবিলাক পাছিত ভৰাই ছিঙি আনিছিল। সিহঁতৰ মাজৰে ল'ৰা এটাই লাইনাছ ৰচিত শুৱলা গীত গাইছিল। বাঁহীৰ সুললিত সুৰৰ তালে তালে খোজ মিলাই সিহঁত নাচি নাচি আহি আছিল।

তেওঁ এজাক থিয়শিঙীয়া গৰুৰ ছবিও আঁকিছিল। গৰুবিলাক সোণ আৰু টিনেৰে খোদাই কৰিছিল। কুলু কুলু ধ্বনিৰে বৈ থকা নিজৰা এটাৰ পাৰত হালিজালি থকা ঘাঁহবন খাবলৈ সিহঁতে হেম্বেলিয়াই গোহালিৰপৰা ঢপলিয়াই-আহিছিল। চাৰিটা সোণৰ গৰখীয়া সিহঁতৰ পিছে পিছে আহিছিল আৰু লগে লগে চেকুৰি আহিছিল এটা কুকুৰ। কিন্তু জাকটোৰ আগত এহাল দুৰ্দান্ত সিংহই গুজৰি থকা ষাঁড় এটা ধৰিছিল আৰু তাক চোঁচোৰাই নিওঁতে তাৰ গোজৰণিত গছৰ পাত সৰিছিল। তাক ৰক্ষা কৰিবলৈ ডেকা ল'ৰাকেইটা কুকুৰ-বিলাকেৰে সৈতে দৌৰি গৈছিল। কিন্তু সিংহ দুটাই প্ৰকাণ্ড গৰুটোৰ ছালখন চিৰি তাৰ ক'লা তেজ আৰু নাড়ীভুকবিলাক চেলেকি আছিল। ৰখীয়াকেইটাই বেগী কুকুৰকেইটাক উচটাই লগাই দিবলৈ বৃথা চেষ্টা কৰিছিল। কাৰণ সিংহহালক কামুৰিবলৈ সিহঁতৰ অলপো মন নাছিল। সাহসে আঁটে মানে ওচৰ চাপি গৈ ভুকিছিল যদিও সিহঁতৰ সিংহ দুটাক জোকাই লোৱাৰ ইচ্ছা নাছিল।

এই ছবিটোৰ লগতে কীৰ্তিমান খঞ্জ দেৱতাজনে শুকুলা নোমৰ ভেড়া-ছাগলী চৰিবৰ কাৰণে এটা উপত্যকাত এখন বিস্তীৰ্ণ চাৰণ ভূমি সংযোগ কৰি দিছিল। পামঘৰ, গড়াল আৰু ডাঠ ছালৰ সৰু সৰু পঁজা কিছুমানো তাত আছিল।

ইয়াৰ পিছত দেৱতাজনে এখন নৃত্যাংগণ অংকন কৰিলে। সুকেশিনী এৰিয়াড্নীৰ কাৰণে বিস্তীৰ্ণ নচাছ নগৰত ডিডেলাছৰ দ্বাৰা পৰিকল্পিত নৃত্যশালাৰ লগত ইয়াৰ সাদৃশ্য আছিল। বিবাহযোগ্য ডেকা-গাভৰুসকলে ইজনে সিজনৰ কঁকালত সাবটি ধৰি নৃত্য কৰিছিল। গাভৰুহঁতে সুন্দৰকৈ সাজি-কাচি খোপাত ধুনীয়া ফুলৰ মালা পিন্ধিছিল, ডেকাবিলাকে ঘনকৈ বোৱা চাপকন পিন্ধিছিল, তাত সামান্য তেল বিৰিঙিছিল। সিহঁতৰ ৰূপৰ টঙালীৰপৰা ওলমি আছিল সোণৰ চুৰি। এঠাইত তেওঁলোকে সুনিপুণ চৰণ মৃদুভাৱে সঞ্চালন কৰি বৰ্তুল গতিত নৃত্য কৰিছিল; কুমাৰ এজনে বহি লৈ নিজহাতে পৰীক্ষা কৰি চলাই চোৱা চাক এখনৰ দৰেই তেওঁলোকে অংগীভংগী কৰিছিল। আন এডোখৰ ঠাইত তেওঁলোকে ইজনে সিজনৰ লগত মিলিত হ'বৰ কাৰণে শাৰী শাৰী হৈ ক্ষিপ্ৰভাৱে নাচিছিল। এই চিত্তাকৰ্ষক নৃত্য দৰ্শন কৰিবলৈ এটি বিৰাট জনতা সমবেত হৈছিল, তেওঁলোকৰ মাজত এজন চাৰণে বাঁহীৰ সুৰে সুৰে স্বৰ্গীয় গীত পৰিবেশন কৰিছিল। তেওঁৰ সংগীতৰ লগত তাল ৰাখি দুজন মল্লবীৰে মানুহ-বিলাকৰ মাজেৰে বাহিৰ আৰু ভিতৰৰপৰা গাড়ীৰ চকা দলিয়াইছিল।

সৰ্বশেষত তেওঁ এই অপূৰ্ব ঢালখনৰ মেৰটোত বিপুল সমুদ্ৰৰ জলধাৰা চিত্ৰিত কৰিলে।

ঢালখন নিৰ্দিষ্ট জোখত, সুদৃঢ়ভাৱে গঢ়ি তেওঁ একিলিছৰ কাৰণে প্ৰজ্বলিত বহ্নিশিখাতকৈয়ো দীপ্তিমান এখন বৰ্ম নিৰ্মাণ কৰিলে। তাৰ পিছত তেওঁ তেওঁৰ মূৰত খাই পৰাকৈ এটা প্ৰকাণ্ড শিৰস্ত্ৰাণ সাজিলে। ইয়াৰ আকৃতি মনোৰম আছিল আৰু শীৰ্ষত সোণৰ চূড়া সংযুক্ত কৰা হৈছিল। টিনপাতৰ জংঘাত্ৰাণ এজোৰো তেওঁ তৈয়াৰ কৰি দিছিল।

প্ৰসিদ্ধ খঞ্জ দেৱতাজনে প্ৰতিটো বস্তু গঢ়ি শেষ কৰাৰ পিছত তেওঁ সকলোটি গোটাই লৈ একিলিছৰ মাকৰ আগত ৰাখিলে। তেৱোঁ হিফিষ্টাছৰ-পৰা চিক্‌মিকাই থকা বৰ্ম-কবচাদি গ্ৰহণ কৰি তুষাৰাবৃত অলিম্পাছৰপৰা শেনৰ-দৰে তীব্ৰগতিৰে ধৰাতললৈ অৱতৰণ কৰিলে।

## ঊনৈশ

# বিবাদৰ অৱসান

গেৰুৱা বসনেৰে সাজি-কাচি উষাদেৱীয়ে দেৱতা আৰু মানৱক দিবালোক বিতৰণ কৰিবলৈ সমুদ্ৰগৰ্ভৰপৰা ওলাই অহাৰ লগে লগে দেৱদত্ত উপহাৰ হাতত লৈ ঠিটিছ জাহাজৰ ওচৰত উপস্থিত হ'লহি। পেট্ৰক্লাছক সাৱটি ধৰি পৰি থকা অৱস্থাতে তেওঁ একিলিছক দেখা পালেহি। তেওঁ তীব্ৰবেদনাত বিলাপ কৰি আছিল আৰু তেওঁৰ সহচৰবিলাকেও কান্দি কান্দি তেওঁক বেৰি আছিল। সহৃদয়া দেৱীগৰাকী তেওঁলোকৰ ওচৰলৈ গ'ল আৰু পুতেকৰ হাতখনত ধৰি ক'লে, "বাছা, ইয়াত পৰি থকা মানুহজনে ঈশ্বৰৰ ইচ্ছাতহে প্ৰাণ হেৰুৱালে। আমাৰ শোক-বেজাৰে তাৰ কোনো পৰিবৰ্তন সাধন কৰিব নোৱাৰে। সেইকাৰণে তেওঁৰ কথা পাহৰি গৈ এতিয়া মই হিফিষ্টাছৰপৰা অনা এই চমৎকাৰ বৰ্ম-কৱচ গ্ৰহণ কৰা। এনে মনোহৰ অস্ত্ৰ-শস্ত্ৰ কোনো মানুহেই ধাৰণ কৰা নাই।"

এইবুলি কৈ দেৱীগৰাকীয়ে অপূৰ্ব সুন্দৰ অস্ত্ৰবাজি তেওঁ সমুখত থ'লে। সেইবিলাকৰ ঝনঝননিত মাৰ্মিডনসকলৰ অন্তৰ সন্ত্ৰমেৰে পৰিপূৰ্ণ হ'ল। তেওঁলোকে সেইবিলাকৰ প্ৰতি দৃষ্টিপাত কৰিবলৈ সাহস নকৰিলে। তেওঁলোক পিছ হুঁহকি গ'ল। কিন্তু একিলিছে প্ৰাণভৰি কৱচবিলাক চালে আৰু তেওঁৰ ক্ৰোধাগ্নি প্ৰবলভাৱে প্ৰজ্বলিত হ'ল। পতাৰ আঁৰৰপৰা তেওঁৰ চকু দুটা জুইৰ দৰে জ্বলি উঠি ভয়ংকৰ ৰূপ ধাৰণ কৰিলে। তেওঁ দেৱতাৰ এই উৎকৃষ্ট উপহাৰ তুলি লৈ আনন্দত হাত ফুৰালে। সেইবিলাকৰ সৌন্দৰ্যৰ অৱশেষখিনিও নিঃশেষ কৰি চাই তেওঁ ঠিটিছৰ ফালে ঘূৰি ক'লে, আই, দেৱতা প্ৰদত্ত এই কৱচবিলাক অতুলনীয়, এনে কাৰুকাৰ্য দেৱতাৰপৰাহে আশা কৰিব পাৰি। কোনো মৰণশীল মানৱৰ পক্ষেই এইবিলাক নিৰ্মাণ কৰা সম্ভৱপৰ নহয়। এইবিলাক পৰিধান কৰি মই এতিয়া যুদ্ধযাত্ৰা কৰিম। কিন্তু মোৰ ভীষণ ভয় হৈছে জানোচা ইতিমধ্যে মাখিয়ে ঘাবিলাকত কণী পাৰিলে পেট্ৰক্লাছৰ মৃতদেহত পোক লাগিব পাৰে। তেতিয়া ই অপবিত্ৰ হৈ পৰিব। তেওঁৰ প্ৰাণবায়ু বাহিৰ হৈছে আৰু তেওঁৰ শৰীৰটো গেলি-পচি যাব।"

ৰজতচৰণা দেৱী ঠিটিছে উত্তৰ দিলে, "এই বিষয়ে কোনো চিন্তা কৰিব নেলাগে। মাখি খেদোৱাৰ ব্যৱস্থা মই কৰিম। তদুপৰি যুদ্ধত নিহত হোৱা লোকৰ মাংস খোৱা পোকবিলাকৰপৰাও মই তেওঁক ৰক্ষা কৰিম। তেওঁ ইয়াত

বছৰৰ আটাইকেইটা ঋতুতে পৰি থাকিলেও তেওঁৰ মৃতদেহ সংৰক্ষিত হৈ থাকিব, বৰং এতিয়াতকৈয়ো বেছি ভালহে হ'ব। সেইকাৰণে তুমি যোৱা আৰু একীয়ান সৈন্য-সামন্তসকলক সভালৈ আহ্বান কৰা। সৰ্বাধিনায়ক আগামেমননৰ লগত মিত্ৰতা স্থাপন কৰা। তাৰ পিছত শীঘ্ৰে ৰণসজ্জা কৰি সমস্ত শক্তি প্ৰয়োগ কৰিবলৈ প্ৰস্তুত হোৱা।

এইবুলি কৈ তেওঁ পুতেকক অদম্য সাহসেৰে উদ্বুদ্ধ কৰিলে। পেট্ৰক্লাছৰ মৃতদেহ গেলি-পচি নাযাবৰ কাৰণে তেওঁ তাত দিব্যানুলেপন আৰু ৰক্তামৃত প্ৰয়োগ কৰিলে। এই দ্ৰব্য তেওঁৰ নাসাৰন্ধ্ৰৰ মাজেদি সুমুৱাই দিয়া হৈছিল। ইতিমধ্যে একিলিছে টেটুফালি চিঞৰি একীয়ান সৈন্যবাহিনীক আহ্বান কৰিছিল। ফলত জাহাজত এনেয়ে অনাই বনাই ফুৰা মানুহো ( গুৰি ব'ঠা ধৰা মানুহবিলাক, যিবিলাকে জাহাজতে থাকি খোৱা বস্তুৰ যোগান ধৰিছিল ) সভালৈ আহিল, যিহেতু সুদীৰ্ঘ বিৰতিৰ পিছত এতিয়া একিলিছৰ পুনৰ আবিৰ্ভাৱ ঘটিল। আৰিছৰ সেৱকদ্বয়, দৃঢ়চেতা টিডিউছ-তনয় আৰু বিচক্ষণ ওডিচ্যুছ খৰক বৰকৈ আহিল, কাৰণ ক্ষতবিলাকৰপৰা তেওঁলোকে কষ্ট পাইছিল। তেওঁলোকে বৰ্শাকে লাখুটিৰ দৰে লৈ আহিছিল। প্ৰথম পংক্তিতে তেওঁলোক উপবিষ্ট হ'ল। সৰ্বশেষত আহিল নৰপতি আগামেমনন। যুদ্ধ অতি প্ৰবল গতিত চলি থাকোঁতে, এণ্টিনৰ পুত্ৰ কূণৰ বৰ্শাঘাতৰ ফলত হোৱা ক্ষত ডোখৰৰ বিষত তেওঁ জৰ্জৰিত হৈছিল।

একীয়ানসকল একেলগে সমবেত হোৱাৰ পিছত সুমহান ধাৱক একিলিছে থিয় হৈ ক'লে, "মহাৰাজ আট্ৰিউছ-তনয়, আমাৰ সম্বন্ধ অহি-নকুলৰ-দৰে, কিন্তু এজনী গাভৰুৰ কাৰণে এইদৰে বিবাদ কৰি আপুনি বা মই লাভবান হ'ব পাৰিছোনে ? লাৰ্নিচাছ নগৰ অধিকাৰ কৰাৰ সময়ত যিদিনা তেওঁক মই বাছি লৈছিলো, সেইদিনা জাহাজৰ ওপৰতে দেৱী আৰ্টিমিছে যদি তেওঁক শৰাহত কৰি বধ কৰিলেহেঁতেন, তেনেহ'লে ভালেই হ'ল হয়। ক্ৰোধৰ বশবৰ্তী হৈ মই আঁতৰি থকা হ'লে শত্ৰুৰ দ্বাৰা কমসংখ্যক একীয়ানহে এই বিস্তীৰ্ণ ধৰণীৰ ধূলিত লীন গ'লহেঁতেন। আমাৰ বিবাদৰ কাৰণে হেক্টৰ আৰু ট্ৰজানবিলাকৰহে লাভ হ'ল। একীয়ানসকলে সুদীৰ্ঘ দিন ধৰি এই ঘটনা সুঁৱৰি থকাৰ থল থাকিব। কিন্তু এতিয়া অতীতৰ কথা পাহৰি যোৱাই মংগল। আমাৰ মান-অভিমান, অসন্তোষ আৰু বাদ-বিসম্বাদ পৰিহাৰ কৰি আমি বলেৰে আমাৰ মনৰ বিদ্বেষ-বিলাক দমন কৰিব লাগিব। মোৰ আখেজবিলাক ধৰি থকা নিতান্ত অবান্তৰ। আৰু এতিয়া মোৰকালৰপৰা বিবাদৰ মাৰবনি পৰিছে। মই পৰামৰ্শ দিব খোজো,

আপুনি দীৰ্ঘকেশী একীয়ানবিলাকক অতি শীঘ্ৰে যুদ্ধলৈ আহ্বান কৰক যাতে শত্ৰুপক্ষই জাহাজৰ কাষত শিবিৰ স্থাপন কৰিবলৈ সিদ্ধান্ত কৰিলে মই সিহঁতৰ শক্তিৰ বিৰুদ্ধে নিজকে পুনৰ প্ৰতিষ্ঠিত কৰিব পাৰো। মই নিশ্চিতভাৱে ঘোষণা কৰিছো, যদি কোনো ট্ৰজানে মোৰ বৰ্শাৰপৰা পৰিত্ৰাণ পাই এই সংগ্ৰামৰ অন্তত বাচি থাকি ভৰি দুটাক অকণমানো বিশ্ৰাম দিব পাৰে, তেন্তে তেওঁ নিজকে ভাগ্যবান বুলি বিবেচনা কৰা উচিত হ'ব।"

পেলিউছৰ উদাৰ হৃদয় পুত্ৰই এইদৰে বিবাদ বৰ্জন কৰা দেখি একীয়ান যোদ্ধাসকলে হৰ্ষধ্বনি কৰিলে। কিন্তু নৃপতি আগামেমননৰ তেতিয়াও ক'বলৈ বাকী আছিল। তেওঁ আসনৰপৰা গাত্ৰোত্থান কৰিলে। কিন্তু সভাৰ মাজলৈ নাগৈ থিয় হৈ থকা ঠাইৰপৰাই ক'লে।

তেওঁ ভাষণ আৰম্ভ কৰিলে, "বন্ধুবৰ্গ, ডানান যোদ্ধাসকল আৰু আৰিছৰ সেৱকবৃন্দ। কোনো এজন লোকে থিয় হৈ কিবা ক'লে, ভদ্ৰতাৰ খাতিৰত তেওঁক মাজত বাধা নিদি তেওঁৰ সকলো কথা শুনা উচিত। এনেকুৱা বিশৃংখল অৱস্থা অতি বাকপটু লোকেও কাচিৎহে চম্ভালিব পাৰে। সকলোৱে এইদৰে কোৰ্হাল কৰি অতি ডাঙৰ মাত এটাও যদি শুনিব নোৱাৰা কৰি পেলায়, তেন্তে ক'বনো কোনে আৰু শুনিবনো কোনে? মই কুমাৰ একিলিছক সম্বোধন কৰিছো, কিন্তু মই ইচ্ছা কৰো আপোনালোক প্ৰতিজনেই শুনক আৰু মোৰ কথা গমি পিতি চাওক।"

"মহাশয়, যিটো বিষয় লৈ আপুনি ভাষণ আৰম্ভ কৰিলে সেইটো বিষয়তেই একীয়ানবিলাকে প্ৰায়েই মোৰ বিৰুদ্ধে সমালোচনা কৰে। কিন্তু দোষ মোৰ নাছিল। ইয়াৰ বাবে দায়ী আছিল জ্যুছ আৰু অদৃষ্ট; অন্ধকাৰত বিচৰণ কৰা হিংসাৰ অধিষ্ঠাত্ৰী দেৱীসকলে মোৰ হিতাহিত জ্ঞান লোপ কৰিলে। তাৰ ফলস্বৰূপে সেইদিনা, সেই সভাত মই নিজ ক্ষমতাৰ বলত একিলিছৰ সম্পত্তি বাজেয়াপ্ত কৰিছিলো। এনে মুহূৰ্তত এটা অদৃশ্য শক্তিয়ে সম্পূৰ্ণ ৰাজত্ব কৰে। জ্যুছৰ জেষ্ঠ্য দুহিতা আতীয়ে আমাক অন্ধ কৰি পেলায়, ৰসাতললৈ যাওক সেই কুহকিনী, অবাস্তৱ চৰণযুগলেৰে সংগত কাৰণসমূহ স্পৰ্শ নকৰি মানুহৰ মস্তিষ্কৰ মাজত প্ৰবেশ কৰে আৰু তেওঁলোকক প্ৰমাদগ্ৰস্ত কৰি নকৰিব লগা কাম কৰোৱায়। কিয়, এবাৰ স্বয়ং জ্যুছকো তেওঁ অন্ধ কৰিছিল, অথচ দেৱতা আৰু মানুহৰ ভিতৰত তেৱেঁই সৰ্বশ্ৰেষ্ঠ। হিৰীয়ে নাৰী সুলভ ছলা কলাৰে তেওঁক প্ৰতাৰিত কৰিছিল। সেইদিনা উচ্চ প্ৰাচীৰ বেষ্টিত টিৰ্‌হ নগৰত আল্‌কুমিনীয়ে পৰাক্ৰমী হেৰেক্লিছৰ জন্ম সময়ত প্ৰসৱবেদনা ভোগ

কৰিছিল। সমবেত দেৱতাসকলৰ আগত তেওঁ গুৰুগম্ভীৰভাৱে ঘোষণা কৰিছিল, "দেৱ-দেৱীসকল মোৰ কথালৈ কাণ দিয়া, মই তোমালোকৰ অৱগতিৰ কাৰণে জনাওঁ যে আজি প্ৰসৱবেদনাৰ অধিষ্ঠাত্ৰী দেৱী ইলিঠীয়াই, শিৰে শিৰে মোৰ ৰক্ত প্ৰবাহিত হোৱা মোৰ বংশধৰ এটি সন্তানক ভূমিষ্ঠ কৰিব। তেওঁ সকলো প্ৰতিবেশীৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিব।" দেৱী হিৰীয়ে এই কথাতে জ্যুছক ফান্দত পেলাবলৈ চেষ্টা কৰিলে। তেওঁ ক'লে "এইটো মিছা কথা। সময়ৰ মূৰত প্ৰমাণিত হ'ব যে তোমাৰ এই ভৱিষ্যৎ বাণী সফল নহয়। হে অলিম্পাছৰ অধীশ্বৰ, তুমি মোক শপত খাই কোৱা যে তোমাৰ বংশৰ, তোমাৰ তেজ ধমনীত ধাৰণ কৰি আজি যিটি সন্তান মাতৃগৰ্ভৰপৰা ভূমিষ্ঠ হ'ব, সেই সন্তানে প্ৰতিবেশী-সকলৰ ওপৰত প্ৰাধান্য বিস্তাৰ কৰিব।" জ্যুছে কোনো অনিষ্টৰ আশংকা নকৰি বিধিসম্মতভাৱে শপত খালে। তেওঁ একেবাৰে অন্ধ হৈ পৰিছিল। কিন্তু হিৰীয়ে অলিম্পাছৰ উচ্চ শিখৰৰপৰা তড়িৎ গতিৰে উৰি গৈ একিয়া দেশৰ আৰ্গছ নগৰত উপস্থিত হ'ল। তাতে পাৰ্ছিউছ-পুত্ৰ ষ্টেনিলাছৰ সন্মানিতা কুঁৱৰীয়ে এটি সাতমহীয়া সন্তান গৰ্ভত ধাৰণ কৰিছিল বুলি তেওঁ জানিছিল। হিৰীৰ হস্তক্ষেপত অসময়তে সন্তানটি ভূমিষ্ঠ হ'ল। ইফালে তেওঁ প্ৰসৱবেদনাৰ অধিষ্ঠাত্ৰী দেৱীক নিষেধ কৰি আল্‌কৃমিনীৰ প্ৰসৱ স্থগিত ৰাখিলে। তাৰ পিছত তেওঁ জ্যুছৰ ওচৰলৈ গৈ বাতৰিটো দি ক'লে, "জনক জ্যুছ, হে বজ্ৰনিয়ন্ত্ৰক, মই লৰালৰিকৈ তোমাক জনাবলৈ আহিছো যে, আজি এটি অভিজাত শিশুৰ জন্ম হৈছে। তেৱেঁই আৰ্গিভবিলাকৰ ৰজা হ'ব। তেওঁ ইউৰিষ্টিউছ নামেৰে অভিহিত হৈছে। তেওঁৰ পিতৃ পাৰ্ছিউছ-পুত্ৰ ষ্টেনিলাছ। গতিকে তেওঁ তোমাৰেই বংশধৰ। তেৱেঁই আৰ্গিভবিলাকৰ অধীশ্বৰ হোৱাটো উচিত কথা।" জ্যুছে মনত বৰ দুখ পালে। ক্ৰোধত অভিভূত হৈ আতীৰ চিক্‌চিকীয়া চুলিকোছাত ধৰিলে। মানসিক চঞ্চলতাৰ চৰম সৃষ্টিকাৰিণী এই দেৱী গৰাকী কোনোদিন অলিম্পাছ আৰু নক্ষত্ৰ-খচিত নভোমণ্ডলত বাস কৰিব নোৱাৰিব বুলি ভয়ানক শপত খাই জ্যুছে তেওঁক মূৰৰ ওপৰত ঘূৰ্ণীত ধৰি তাৰকামণ্ডিত দেৱলোকৰপৰা নিক্ষেপ কৰিলে। কিন্তু যেতিয়া জ্যুছে নিজৰ প্ৰিয়পুত্ৰ হেৰক্লিছক, ইউৰিষ্টিউছে অতিশয় কঠোৰ কাৰ্যত নিয়োগ কৰা দেখা পাইছিল, তেতিয়া তেওঁ মনত যন্ত্ৰণা অনুভৱ নকৰাকৈ আতীৰ বিষয়ে চিন্তা কৰিব পৰা নাছিল। মোৰো একে দশাই হ'ল। উজ্জ্বল শিৰস্ত্ৰাণৰ অধিকাৰী হেক্টৰে যেতিয়া পুনৰ্বাৰ জাহাজৰ পশ্চাদংশত আৰ্গিভবিলাকক নিপাত কৰিছিল, মই আতীক পাহৰিব পৰা নাছিলো, কাৰণ তেৱেঁই মোৰ বুদ্ধিশক্তি হৰণ কৰিছিল। কিন্তু যিহেতু মোক অন্ধ কৰা হৈছিল আৰু জ্যুছে মোৰ

হিতাহিত জ্ঞান লোপ কৰিছিল, মই এতিয়া প্ৰচুৰভাৱে আপোনাৰ ক্ষতিপূৰণ কৰিবলৈ সম্মতি জ্ঞাপন কৰিছো। সেইকাৰণে এতিয়া আপুনি কঁকালত টঙালী বান্ধি সমগ্ৰ সৈন্যবাহিনীক পৰিচালনা কৰি যুদ্ধত যোগ দিয়ক। যোৱাকালি আপোনাৰ শিবিৰলৈ গৈ ওডিচ্যুছে যিবিলাক উপঢৌকণ আপোনাক প্ৰদান কৰিবলৈ প্ৰতিশ্ৰুত হৈছিল, সেই সকলোবিলাক সামগ্ৰী আপোনাক দিবলৈ মই প্ৰস্তুত। আপুনি ইচ্ছা কৰিলে অপেক্ষা কৰিব পাৰে, কিন্তু মই জানো যে আপুনি যুদ্ধৰ কাৰণে অতিশয় অধীৰ হৈ পৰিছে, আৰু সেইকাৰণে মোৰ ভৃত্য-বিলাকে এতিয়াই জাহাজৰপৰা সকলো বস্তু লৈ আহিব। তথাপি বস্তুবিলাক যে উৎকৃষ্ট সেই কথা মই নদি ক'ব পাৰো।"

ক্ষিপ্ৰচৰণ একিলিছে উত্তৰ দিলে, "আট্ৰিউছ-নন্দন, নৰপতি, মহাৰাজ আগামেমনন, উপহাৰবিলাক এতিয়াই আনিবৰ প্ৰয়োজন নাই। আপোনাৰ সুবিধামতে দিব, নহ'লে আপোনাৰ লগতে ৰাখক। কিন্তু আমি আৰু অপেক্ষা নকৰি যুদ্ধৰ প্ৰতি মনোনিবেশ কৰাই উচিত হ'ব। আমাৰ সমুখত এটা অতি ডাঙৰ কাম আছে, গতিকে আমি ইয়াতে বৈ থাকি সময়ৰ অপব্যয় কৰা ঠিক নহয়। ব্ৰঞ্জৰ বৰ্শাৰে ট্ৰজান সৈন্য সংহাৰ কৰি একিলিছ পুনৰ্বাৰ যুদ্ধক্ষেত্ৰৰ সমুখত উপস্থিত হ'ব। শত্ৰুক হাতৰ মুঠিত পালে আপোনালোকে সেই কথাই চিন্তা কৰিব।"

বিচক্ষণ ওডিচ্যুছে আপত্তি কৰি ক'লে, "পূজনীয় একিলিছ, আমাৰ সৈন্য-সকল এতিয়াও অনাহাৰে আছে। আপুনি মহা পৰাক্ৰমী সন্দেহ নাই। কিন্তু সেইবুলি আপুনি তেওঁলোকক এই অৱস্থাত ট্ৰয়লৈ আগবাঢ়ি গৈ শত্ৰুক আক্ৰমণ কৰিবলৈ আদেশ দিয়া উচিত হোৱা নাই। উভয়পক্ষৰ ৰণস্পৃহা জাগি উঠিলে যি যুদ্ধৰ সূচনা হ'ব, সেই যুদ্ধ শীঘ্ৰে শেষ নহয়। বৰং সৈন্যসকলক জাহাজলৈ গৈ পানাহাৰ কৰিবলৈ নিৰ্দেশ দিয়ক, কাৰণ তেওঁলোকৰ সাহস আৰু শক্তি শাৰীৰিক পৰিপুষ্টিৰ ওপৰত নিৰ্ভৰ কৰে। ক্ষুধাৰ নিবৃত্তি নহ'লে এজন সৈনিকে বেলি পৰালৈকে দিনৰ দিনটো শত্ৰুক প্ৰতিৰোধ কৰা অসম্ভৱ। ৰণৰ কাৰণে তেওঁৰ অন্তৰত ইচ্ছা থাকিব পাৰে কিন্তু অজানিতে তেওঁ ভাগৰি পৰে। ক্ষুধা আৰু পিপাসাত জৰ্জৰিত হ'লে তেওঁৰ ভৰিৰ কঁপনি উঠে। কিন্তু ওৰে দিনটো যুদ্ধত প্ৰবৃত্ত হোৱাৰ আগেয়ে যদি তেওঁ পানাহাৰ কৰি লয়, তেন্তে যুদ্ধৰ অৱসান নোহোৱা পৰ্যন্ত তেওঁৰ মনোবল আৰু শাৰীৰিক শক্তি অটুট হৈ থাকে। সেইকাৰণে মই আপোনাক অনুৰোধ কৰিছো, আহাৰ প্ৰস্তুত কৰিবলৈ সৈন্যসকলক অনুমতি দিয়ক। উপহাৰবিলাকৰ বিষয়ে ইয়াকে কওঁ, মহাৰাজ আগামেমননে সমূহীয়া

বয়বস্তু সভাৰ মাজলৈ লৈ আহক, তেতিয়াহ'লে সকলোৱে দেখিব আৰু আপুনিয়ো মনত সন্তোষ পাব। তদুপৰি তেওঁ সমগ্ৰ সৈন্যবাহিনীৰ সমুখত থিয় হৈ আপোনাক সমুচিতভাৱে শপত খাই কওক যে তেওঁ গাভৰুজনীৰ লগত কেতিয়াও শয়ন কৰা নাই। তাৰ উত্তৰ স্বৰূপে আপুনিয়ো ক্ষমাশীল মনোভাবৰ পৰিচয় দিব। ইয়াৰ পিছত এটি শান্তিময় পৰিস্থিতিৰ খাতিৰত তেওঁ নিজৰ শিবিৰত আপোনাক এটি উৎকৃষ্ট ভোজেৰে আপ্যায়িত কৰি আপোনাৰ যথাৰ্থতা প্ৰতিপাদন কৰক। আৰু মই আপোনাক সকীয়াই থ'ব খোজো, আট্ৰিউছ-নন্দন, ভৱিষ্যতে আচৰণ আদিত আপুনি অধিক সতৰ্ক হ'ব। নিজে কিবা জগৰ লগাই, তাৰ প্ৰতিবিধানৰ কাৰণে আগবাঢ়ি আহিলে, ৰজাৰো সন্মান হানি নহয়।"

ৰজা আগামেমননে ক'লে, "ওডিছ্যুছ মহোদয়, আপোনাৰ হস্তক্ষেপত মই বৰ সন্তোষ পাইছো। আপুনি প্ৰতিটো বিষয়ে বিতংভাৱে আলোচনা কৰিছিল। একো বাদ পৰি যোৱা নাই। আপুনি কোৱামতে শপত গ্ৰহণ কৰিবলৈ মই অকল প্ৰস্তুতেই নহয়, উৎকণ্ঠিতো হৈ পৰিছো। মিছাকৈয়ে শপতখোৱা মোৰ অভ্যাস নাই। কিন্তু ৰণৰ কাৰণে ব্যাকুল হৈ পৰিছে যদিও একিলিছ খন্তেক ইয়াতে থাকক, আপোনালোকেও নিজ নিজ আসনত অপেক্ষা কৰক, সমুদায় উপঢৌকণ মোৰ শিবিৰৰপৰা ইয়ালৈ অনা হওক আৰু আনুষ্ঠানিকভাৱে এখন চুক্তিও সম্পাদন কৰোহঁক। ওডিছ্যুছ, আপোনাৰ ওপৰতে এই কামৰ ভাৰ দিব খোজো। সৈন্যসকলৰ মাজৰপৰা বাছকবনীয়া ডেকাকেইজনমান সংগ্ৰহ কৰি আপুনি মোৰ জাহাজলৈ যাওক আৰু আমি একিলিছক অৰ্পণ কৰিবলৈ প্ৰতিশ্ৰুত হোৱা সকলোবিলাক সামগ্ৰী ইয়ালৈ লৈ আহক। গাভৰুকেইগৰাকীৰ কথাও পাহৰি নাযাব। এই বিপুল একীয়ানবাহিনীৰ চকুৰ আগতে জ্যুছ আৰু সূৰ্য দেৱতাৰ প্ৰতি নিবেদন কৰিবৰ কাৰণে টলথিবিয়াছে তুৰন্তে এটা বৰাগাহৰি সংগ্ৰহ কৰক।"

কিন্তু সুমহান ধাৱক একিলিছ পুনৰ থিয় হ'ল। তেওঁ মাত লগালে, "আত্ৰিউছ-পুত্ৰ, নৰপাল, মহাৰাজ আগামেমনন, আপুনি প্ৰকৃত পথ অনুসৰণ কৰিছে সন্দেহ নাই। কিন্তু মোৰ শিৰে শিৰে এতিয়া উত্তপ্ত শোণিত সঞ্চালিত হৈছে। অন্য সময়ত যেতিয়া যুদ্ধৰ গতি অলপ শিথিল হ'ব আৰু তেজ অলপ চেঁচা পৰিব, তেতিয়াই আপুনি বস্তুবিলাক অনা বুদ্ধিমানৰ কাম হ'ব। বিজয়দৃপ্ত হেক্টৰে নিহত কৰা আমাৰ বন্ধুসকলৰ মৃতদেহ এতিয়াও সমতল ৰণভূমিত গলিত অৱস্থাত পৰি আছে। আৰু এই মুহূৰ্তত ওডিছ্যুছ আৰু আপুনি ভোজৰ

আয়োজন কৰিবলৈ যো-জা কৰিছে। মোৰ পদ্ধতি বেলেগ। লখোনে-ভোকে থকা সৈন্যবিলাকক মই এতিয়া সংগ্ৰামত প্ৰবৃত্ত কৰিম আৰু সূৰ্য অস্ত যোৱাৰ পিছত যেতিয়া আমি আমাৰ লাজ-অপমান মচি পেলাবলৈ সমৰ্থ হ'ম, তেতিয়া তেওঁলোকক উপাদেয় আহাৰ পৰিবেশন কৰিম। সেই কাৰ্য সম্পন্ন নহয়মানে মই মুখত খুদকণ এটাও নিদিওঁ। মোৰ বন্ধু শাণিত ব্ৰহ্মৰ আঘাতত ক্ষত-বিক্ষত হৈ মৃত্যু বৰণ কৰি দুৱাৰৰ ফালে ভৰি দি মোৰ শিবিৰত পৰি আছে আৰু তেওঁক বেৰি ধৰি সহচৰসকলে বিলাপ কৰি আছে। তেনে এটা অৱস্থা সুঁৱৰি, মই আপোনাৰ কাৰ্য-সূচীত আসক্ত হ'ব নোৱাৰো। মোক লাগে ৰক্ত, নৰহত্যা আৰু মৃত্যুমুখী মানৱৰ করুণ আৰ্তনাদ।"

সুচতুৰ ওডিচ্যুছে উত্তৰ দিলে, "পেলিউছ পুত্ৰ, একীয়ান বীৰসকলৰ কুসুম স্বৰূপ একিলিছ, আপুনি মোতকৈ অধিক শক্তিশালী, বৰ্শাচালনাত আপুনি মোতকৈ শ্ৰেষ্ঠ। কিন্তু বয়স আৰু অভিজ্ঞতাৰ ফালৰপৰা মোৰ অধিক বিচাৰ-বিবেচনা আছে বুলি মই ন-দি ক'ব পাৰো। সেইকাৰণে আপুনি অনিচ্ছা সত্ত্বেও মোৰ সিদ্ধান্ত মানি ল'ব লাগিব। খণ্ড যুদ্ধৰ বাহিৰে আন একোৱেই মানুহক সোনকালে ভাগৰত লালকাল কৰিব নোৱাৰে। তৰোৱালখনে বাঁটিবলৰেই শস্যৰ আশাত পথাৰথনত থকা সকলো খেৰ-বন দাই দবাদৰ কৰে। যুদ্ধৰ ফলাফল নিৰ্দ্ধাৰণ কৰা জ্যুছে তেওঁৰ তৰ্জ্জনত অলপ ফেৰ ৰাখিছে। এজন মানুহৰ মৃত্যুত শোক প্ৰকাশ কৰিবৰ কাৰণে সৈন্যবিলাক অভুক্ত হৈ থকাটো আপুনি কামনা কৰিছে! এইটো অসম্ভৱ। প্ৰতিদিনেই শ-শ সৈন্য নিহত হৈছে। তেনেহ'লে এনে কঠোৰতাৰ প্ৰয়োজনৰ কোনোদিনেই ওৰ নপৰিব। নহয়, আমি আমাৰ অন্তৰ তীখাৰ দৰে কঠিন কৰিব লাগিব, মৃতকক সমাধিস্থ কৰিব লাগিব; এদিন চকুলো টুকিয়েই যথেষ্ট হ'ব। তদুপৰি এই ধ্বংসলীলাৰপৰা যিসকল ৰক্ষা পৰে, তেওঁলোকৰ পানাহাৰৰ প্ৰতি মনোযোগ দিব লাগিব। যদিহে আমি নিদাৰুণ পৰিণতি এটা নঘটা পৰ্যন্ত সশস্ত্ৰ সংগ্ৰাম চলাই থাকিব খোজো। সেইদেখি আপোনালোক কোনেও দ্বিতীয়বাৰ নিৰ্দেশ দিয়াৰ কাৰণে অপেক্ষা কৰি থাকিব নালাগে। আপোনালোকৰ প্ৰতি এয়ে আহ্বান। যদি কোনোবা জাহাজত পিছ পৰি ৰয়, তেনেহ'লে তেওঁৰ বিৰুদ্ধে কঠোৰ ব্যৱস্থা গ্ৰহণ কৰা হ'ব। আমি প্ৰতিজন লোককেই কামত খটাই অশ্বদমন ট্ৰোজানবিলাকৰ বিৰুদ্ধে আমাৰ সমগ্ৰ বাহিনী সহ এক বিৰাট অভিযান আৰম্ভ কৰিম।"

ইমানতে আলোচনাৰ সামৰণি মাৰি ওডিচ্যুছে তেওঁৰ ওপৰত ভাৰ দিয়া কামৰ কাৰণে যুৱক কেইজনমান বাছি ল'লে। তেওঁলোক আছিল বৰ্জ্জা নেষ্টৰ

পুত্ৰসকল, ফীলিউচ নন্দন মেজিছ, ঠোৱাছ, মেৰিয়নিছ, ক্ৰিয়ন-তনয় লাইকমিডিছ আৰু মেলনিপ্পাছ। তেওঁলোক সকলোটি মহাৰাজ আগামেমননৰ শিবিৰ অভিমুখে ৰাওনা হ'ল। তাত উপস্থিত হৈ টানকৈ হুকুম দিয়াৰ লগে লগে কামটো সমাপ্ত হ'ল। একিলিছক প্ৰতিশ্ৰুতি দিয়া মতে সাতডাল জঁাতি, তামৰ চকচকীয়া একুৰি কলহ আৰু বাৰটা ঘোঁৰা শিবিৰৰপৰা উলিয়াই আনিলে। তাৰ অলপ পিছতে তেওঁলোকে সাতগৰাকী ব্ৰিচীছক ধৰি আঠগৰাকী সুনিপুণা নাৰীকো লৈ আহিল। তাৰ পিছত ওডিচ্যুছে দহতোলা সোণ জুখি লৈ আগে আগে উভতি আহিল আৰু তেওঁক সম্ভ্ৰান্ত একীয়ান তৰুণসকলে উপহাৰবোৰ লৈ অনুসৰণ কৰিলে। সভাৰ সোঁমাজতে তেওঁলোকে সামগ্ৰীসমূহ থ'লে আৰু মহাৰাজ আগামেমনন থিয় হ'ল। ৰজাৰ কাষতে থিয় হৈছিল ঐশ্বৰিক কণ্ঠস্বৰৰ অধিকাৰী টলঠিবিয়াছ। তেওঁ এটা বৰাগাহৰি হাতেৰে ধৰি আছিল। তৰোৱালৰ খাপটোৰ লগতে সদায় লৈ ফুৰোৱা ছুৰীখন অট্ৰিউছ-নন্দনে টান মাৰি উলিয়ালে। গাহৰিটোৰ মূৰৰপৰা নোম কেইডালমান কাটি আৰু জ্যুছক প্ৰাৰ্থনা কৰিবৰ কাৰণে ওপৰলৈ হাত তুলি তেওঁ শাস্ত্ৰীয় অনুষ্ঠানটো আৰম্ভ কৰিলে। প্ৰচলিত প্ৰথা অনুযায়ী আৰ্গিভসকল নিজ নিজ আসনত নীৰৱে বহি থাকি ৰজাৰ কথালৈ কাণ দিলে। তেওঁ বিস্তীৰ্ণ আকাশলৈ দৃষ্টিপাত কৰি এইদৰে প্ৰাৰ্থনা কৰিলে, "পোন প্ৰথমে মই শ্ৰেষ্ঠ দেৱতা জ্যুছৰ নাম লৈছো। তাৰ পিছত স্মৰণ কৰিছো পৃথিৱী, সূৰ্য আৰু হিংসাৰ অধিষ্ঠাত্ৰী দেৱীসকলক যিসকলে শপত ভংগ কৰাৰ কাৰণে সিপুৰীত মানুহক শাস্তি দিয়ে। তেওঁলোকক সাক্ষী কৰি মই ঘোষণা কৰিছো যে মই গাভৰু ব্ৰিচীছৰ গাত কোনো দিনে হাত দিয়া নাই, মোৰ শয্যাশায়িনী কৰিবলৈয়ে বা অন্য যি কোনো অভিপ্ৰায়েৰেই নহওক মোৰ শিবিৰত থকা সময়ছোৱাত তেওঁক স্পৰ্শ কৰা নাছিলো। যদি মোৰ এষাৰ কথাও অসত্য হয়, তেন্তে তেওঁলোকৰ নাম মিছাকৈয়ে লোৱা মানুহৰদৰে তেওঁলোকে মোক সমুচিত দণ্ড বিহক।"

এইদৰে কোৱাৰ পিছত তেওঁ নিদাৰুণ ব্ৰঞ্জৰ অস্ত্ৰেৰে বৰাটোৰ ডিঙিটো কাটি পেলালে। টলঠিবিয়াছে শটো দাঙি লৈ সজোৰে ধূসৰ সমুদ্ৰ বক্ষলৈ নিক্ষেপ কৰিলে। সি মাছৰ আহাৰ হ'ল। তাৰ পিছত একিলিছ উঠিল। তেওঁ আৰ্গিভ বীৰসকলক সম্বোধন কৰি ক'লে, "জনক জ্যুছে কেনেকৈ যে এজন মানুহৰ হিতাহিত জ্ঞান ৰহিত কৰিব পাৰে! জ্যুছে একীয়ানবিলাকক নিৰ্বিচাৰে দলে দলে হত্যা কৰিবলৈ পৰিকল্পনা নকৰা হ'লে, মহাৰাজ আগামেমননে যে সুদীৰ্ঘ সময় ব্যাপী মোক এইদৰে বেদনাত ব্যাকুল কৰিব আৰু নিতান্ত অবিবেচকৰদৰে শক্তি প্ৰয়োগ কৰি গাভৰু গৰাকীও মোৰপৰা কাঢ়ি নিব, এইবিলাক ঘটনা

ভাবিবই নোৱাৰি। বাৰু, এতিয়া দিহাদিহি খাবলৈ যোৱা আৰু তাৰ পিছত যুদ্ধৰ কাৰণে প্ৰস্তুত হোৱাহঁক।"

সৈন্যসকলে সভাভংগৰ পিছত লৰালৰিকৈ নিজ নিজ জাহাজলৈ গমন কৰিলে। গৰ্বিত মাৰ্মিডনসকলে উপহাৰসমূহৰ ভাৰ লৈ সকলোবিলাক একিলিছৰ বাসস্থানলৈ কঢ়িয়াই নি তাত থৈ দিলেগৈ। গাভৰুকেইগৰাকী শিবিৰতে থাকিল। অভিজাত সহচৰসকলে ঘোঁৰাকেইটা একিলিছৰ বাকীবিলাক ঘোঁৰাৰ লগত বান্ধি থ'লে।

অৱশেষত ব্ৰিচীছ উভতি আহিল; কেঁচাসোণ বৰণৰ আফ্ৰোদাইটিৰ দৰেই তেওঁ দীপ্‌লিপ্‌ আছিল। কিন্তু তাত শাণিত ব্ৰঞ্জাস্ত্ৰৰ দ্বাৰা খণ্ড-বিখণ্ড হোৱা পেট্ৰক্লাছক পৰি থকা দেখি তেওঁ যন্ত্ৰণাত আৰ্তনাদ কৰিলে আৰু তেওঁৰ মৃত-দেহটোৰ ওপৰত পৰি নিজ হাতে নিজৰ সুঠাম বুকু, সুকোমল ডিঙি আৰু সুচাৰু গাল আঁকুহি-বাঁকুহি ক্ষত-বিক্ষত কৰিলে। গভীৰ বেদনাত দেৱীৰ দৰে সুদৰ্শনা ৰূপত তেওঁ কান্দি কান্দি ক'লে, "হায় পেট্ৰক্লাছ, মোৰ বুকুৰ ধন' মই কি হতভাগিনী! মই এই শিবিৰৰপৰা যাওঁতে তুমি জীয়াই আছিলা। মোৰ জীৱনটো এনেকুৱাই, যেন দুখৰ এডাল অন্তহীন শিকলি। মোৰ পিতা আৰু পূজনীয়া আয়ে যাৰ হাতত মোক অৰ্পণ কৰিছিল, সেই মোৰ স্বামীক নিষ্ঠুৰ ব্ৰঞ্জাস্ত্ৰৰ দ্বাৰা খণ্ডিত বিখণ্ডিত হৈ নগৰত পৰি থকা দেখিছিলো। আৰু মোৰ তিনিজন ভাই, একেজনী আইৰে পেটৰ তিনিটি মৰমৰ সহোদৰ ভাই, তেওঁলোকো মৃত্যুৰ মুখত পৰিল। কিন্তু তুমি, যেতিয়া ক্ষিপ্ৰ একিলিছে মোৰ আত্মীয় কুটুম্ব-সকলক হত্যা কৰি মাইনিছৰ নগৰী ধ্বংস কৰিছিল, তেতিয়া তুমি মোক চকুপানী টুকিবলৈয়ো দিয়া নাছিলা। তুমি কৈছিলা, তুমি মোক একিলিছৰ বিবাহিতা স্ত্ৰীৰ মৰ্যাদা দিবা, আৰু তোমাৰ জাহাজত ঠায়ালৈ লৈ গৈ মাৰ্মিডনবিলাকক এটি বৈবাহিক প্ৰীতিভোজেৰে আপ্যায়িত কৰিবা। তুমি চিৰদিন মোৰপ্ৰতি ইমান অমায়িক আছিলা! এতিয়া মই তোমাৰ কাৰণে কেনেকৈ নকন্দাকৈ থাকিম?"

এইদৰেই ব্ৰিচীছে বিলাপ কৰিছিল। বাকী কেইজনীয়েও তাত যোগ দিছিল। দেখাত পেট্ৰক্লাছৰ কাৰণে, কিন্তু প্ৰকৃততে নিজৰ দুৰ্ভাগ্যৰ বাবে। একীয়ান সামন্তবিলাকে একিলিছক বেৰি ধৰি তেওঁক আহাৰ গ্ৰহণ কৰিবলৈ সনিৰ্বন্ধ অনুৰোধ কৰিছিল। কিন্তু নিদাৰুণ শোক-বেজাৰত তেওঁ একো এটা মুখত দিবলৈ মান্তি নহ'ল। তেওঁ ক'লে, "দৰদী বন্ধুসকল, মোৰ মনোভাৱৰ প্ৰতি আপোনালোকৰ যদি শ্ৰদ্ধা আছে, তেনেহ'লে মোৰ এই ভয়ানক শোকৰ সময়ত ভোকপিয়াহ নিবাৰণ কৰিবলৈ মোক আৰু নক'ব, এয়ে মোৰ আপোনা-

লোকৰ প্ৰতি মিনতি। মোৰ যি অৱস্থাই নহওক, বেলি মাৰ নোযোৱালৈকে মই উপবাসে থাকিম।"

এই কথাত সকলোৱে তেওঁক এৰি গুচি গ'ল, কিন্তু আট্ৰিউছৰ পুত্ৰ দুজন, নেষ্টৰ, আইডমিনিউছ আৰু বৃদ্ধ সাৰথি ফিনিক্সৰ সৈতে প্ৰশংসনীয় ওডিচ্যুছ তাতে থাকিল। তেওঁৰ মৰ্মভেদী যন্ত্ৰণাৰ উপশম কৰিবলৈ তেওঁলোকে চেষ্টা কৰিছিল। কিন্তু ৰণাংগনৰ ৰক্তাক্ত প্ৰবেশপথত জঁাপ দি পৰাৰ আগমুহূৰ্তলৈকে কোনো সান্ত্বনাবাণী যে তেওঁৰ মৰমত নপশিব, সেইটো সুনিশ্চিত আছিল। অতীতৰ স্মৃতিবিলাকে তেওঁৰ মনত ভুমুকি মাৰিলে আৰু তেওঁ পুনৰ কথাৰ পাতনি মেলিলে, "দুৰ্ভগীয়া বন্ধু, প্ৰিয়তম সুহৃদ, কতদিন তুমি এই শিবিৰত মোৰ কাৰণে উপাদেয় আহাৰৰ আয়োজন কৰিছিলা, ক্ষিপ্ৰভাৱে অলপো আসোঁৱাহ নোহোৱাকৈ কৰিছিলা। তেতিয়া অশ্বদমন ট্ৰজানবিলাকক আক্ৰমণ কৰাৰ সকলো প্ৰস্তুতি শেষ হৈছিল। আৰু তুমি খণ্ড-বিখণ্ড হৈ এতিয়া ইয়াত পৰি আছা, মই কৰিছো অনশন। শিবিৰত প্ৰচুৰ খাদ্যদ্ৰব্য আছে, কিন্তু খাবলৈ মোৰ সত যোৱা নাই, তোমাৰ অভাৱ মই ইমান অনুভৱ কৰিছো! ইয়াতকৈ দাৰুণ বিপদ মোৰ হ'ব নোৱাৰে, আনকি এতিয়া ঠায়া নগৰত মোৰ কাৰণে চকুপানী টুকি থকা বৃদ্ধ পিতাৰ মৃত্যু সংবাদেও মোক ইমান ব্যথিত কৰিব নোৱাৰিব। তেওঁ প্ৰিয়পুত্ৰক হেৰুৱাইছে আৰু মই এই বিদেশৰ মাটিত হতভাগিনী হেলেনৰ কাৰণে ট্ৰজানবিলাকৰ লগত যুদ্ধ কৰিছোহি। স্কাইৰছত ডাঙৰ দীঘল হৈ থকা মোৰ পুত্ৰ অভিজাত নিয়প্টলিমাছৰ মৃত্যু হৈছে বুলি যদি মোক কোনোবাই কয়, অৱশ্যে হ'বও পাৰে, তথাপি মই ইমান বিচলিত নহওঁ। অথচ মই ভাবি সন্তোষ পাইছিলো যে আৰ্গছৰপৰা বহুদূৰত অৱস্থিত. অশ্বচাৰণ ভূমিৰে সমৃদ্ধ এই ট্ৰয়দেশত একমাত্ৰ মইহে মৃত্যু মুখত পৰিম আৰু তুমি ঠায়া নগৰস্থ গৃহলৈ গৈ, এখন কলীয়া আৰু দ্ৰুতগামী জাহাজত মোৰ পুত্ৰক স্কাইৰছৰপৰা আনি মোৰ সকলো সম্পত্তি তেওঁক দেখুৱাব পাৰিবা; মোৰ দাস-দাসীবোৰ ওখ চালৰ প্ৰকাণ্ড ঘৰটো, এই সকলোবিলাক। কাৰণ মোৰ সন্দেহ হৈছে যে ইতিমধ্যে যদি মৰা নাই, তেন্তে পেলিউছ আধামৰা হৈহে জীয়াই আছে। বাৰ্দ্ধক্যৰ বোজাই তেওঁক পীড়িছে আৰু মোৰ মৃত্যুৰ দুঃসংবাদটো শুনাৰ আতংকত দিনে দিনে হতি গৈছে।"

এইদৰে কৈ থাকোঁতে একিলিছে কান্দি আছিল, সহানুভূতিৰ সুৰত সামন্ত-সকলে অস্ফুট শব্দ কৰিছিল, প্ৰতিজনেই ঘৰত এৰি থৈ অহা প্ৰিয়জন আৰু ধন-সম্পত্তিৰ কথা চিন্তা কৰিছিল। তেওঁলোকৰ আতুৰ অৱস্থা দেখি ক্ৰনাছ-নন্দনো ব্যথিত হৈছিল। তেওঁ তৎক্ষণাৎ এথেনীৰফালে চাই ক'লে, "মাতৃ, তুমি

তোমাৰ স্নেহভাজন লোকজনক পৰিত্যাগ কৰিলানেকি ? একিলিছে চৰাইঠুঁটীয়া ওখ জাহাজবিলাকৰ কাষত বহি প্ৰিয়তম বন্ধুৰ কাৰণে শোকত ম্ৰিয়মান হৈ উপবাসে আছে। খুদকণ এটা মুখত দিবলৈও তেওঁৰ ৰুচি নাই। বাকী সকলোবিলাক খাবলৈ গৈছে। তেওঁৰ কাৰণে তোমাৰ অন্তৰত অলপমান ঠায়ো নাইনে ? দ্ৰুতগতিৰে গৈ অলপ অমৃত আৰু সুস্বাদু পানীয় তেওঁৰ পেটত সোমাই অনশনৰপৰা তেওঁক ৰক্ষা কৰা।"

প্ৰয়োজন নাছিল যদিও, জ্যুছৰ দ্বাৰা এইদৰে উৎসাহিত হৈ এথেনী অমৰাৱতীৰপৰা বায়ুমণ্ডলৰ উচ্চস্তৰৰ মাজেদি চিঞৰি থকা, দীঘল পখীয়া, চিকাৰী চৰাইৰদৰে সোঁ সোঁৱাই নামি আহিল। একীয়ানবিলাকে ৰণৰ সাজ-সজ্জা কৰি থকাৰ সময়ত তেওঁ একিলিছক ক্ষুধাৰ তাড়নাৰপৰা ৰক্ষা কৰিবৰ কাৰণে তেওঁৰ হৃদয়ত অমৃত আৰু মধুৰ পানীয় সঞ্চাৰিত কৰিলে। এই কাম কৰাৰ পিছত তেওঁ, সৈন্যসকল সুদৃঢ় জাহাজবিলাকৰপৰা দলে দলে ওলাই অহাৰ সময়ত পুনৰ সৰ্বশক্তিমান পিতাকৰ প্ৰাসাদলৈ উভতি গ'ল।

উত্তৰ দিশৰপৰা বলা বায়ুৰ হেঁচাত পয়োদৰাশিৰপৰা সজোৰে বিচ্ছিন্ন হোৱা হিমশীতল, মেঘখণ্ডৰ প্ৰবল বৰ্ষণৰ দৰেই, তৰীসমূহৰপৰা উজ্জ্বল শিৰস্ত্ৰাণ কাৰুকাৰ্য-খচিত ঢাল, ফলকযুক্ত বৰ্ম আৰু এছকাঠৰ নিৰ্মিত বৰ্শাৰ সোঁত বলিছিল। অস্ত্ৰৰাশিৰ দীপ্তিত আকাশ উদ্ভাসিত হৈছিল। ব্ৰঞ্জৰ তিৰবিৰণি হাঁহিৰ লহৰৰ-দৰে সমতল ভূমিত ঢৌ খেলি গৈছিল। অগ্ৰসৰ হোৱা সৈন্যদলৰ সুদৃঢ় পদক্ষেপত ধৰণী ধ্বনিত প্ৰতিধ্বনিত হৈছিল।

এই পৰিস্থিতিৰ মাজতে প্ৰশংসনীয় একিলিছ অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হ'ল। এক অসহনীয়, প্ৰচণ্ড শক্তিত উন্মত্ত হৈ তেওঁ দন্ত-ঘৰ্ষণ কৰিছিল আৰু হিফিষ্টাছে নিৰ্মাণ কৰা দিব্য কবচ পৰিধান কৰোঁতে তেওঁৰ চক্ষু যুগলৰপৰা অগ্নিবৃষ্টি হৈছিল। ট্ৰজানবিলাকৰ ওপৰত প্ৰতিশোধ ল'বলৈ অন্তৰ উদ্দাম হৈ পৰিছিল। প্ৰথমে তেওঁ সৰুগাঁঠিত সংযোগ কৰা ৰূপৰ ফিটাৰ সহায়ত ভৰিত জংঘাত্ৰাণ পৰিধান কৰিলে। ইয়াৰ পিছত তেওঁ বক্ষদেশ বৰ্মাবৃত কৰি ৰূপৰটোৱা নালৰ ব্ৰঞ্জৰ তৰোৱালখন কান্ধত ধাৰি ল'লে। তাৰ পিছত তেওঁ দূৰৰপৰা জোনৰদৰে জিলিকি থকা প্ৰকাণ্ড, ডাঠ ঢালখন ধাৰণ কৰিলে। প্ৰতিকূল বতাহত মহাসমুদ্ৰৰ মৎস্যসংকুল পথেদি, ঘৰৰপৰা ক্ৰমে আঁতৰি যোৱা নাবিকসকলে পাহাৰৰ নিৰ্জন পাম এখনত দেখিবলৈ পোৱা জুইৰ এচমকা পোহৰৰ দৰে একিলিছৰ কাৰুকাৰ্য খচিত ঢালখনৰ জ্যোতিয়ে আকাশ স্পৰ্শ কৰিছিল। ইয়াৰ পিছত তেওঁ একাজ শিৰস্ত্ৰাণটো তুলি লৈ মূৰত পিন্ধিলে। ই তৰাৰদৰে তিৰবিৰাইছিল আৰু ঝাল

শিখৰত হিক্সিটাছে উদাৰভাৱে সংযোগ কৰি দিয়া সোণৰ পাখিবিলাক হালিজালি আছিল। এইদৰে সুসজ্জিত হৈ একিলিছে অস্ত্ৰ-শস্ত্ৰবিলাক ভালকৈ গাত খাইছে নে নাই আৰু অংগ-প্ৰত্যংগবিলাক ইচ্ছামতে লৰাচৰা কৰিবলৈ সক্ষম হয় নে নহয় পৰীক্ষা কৰি চালে। কবচবিলাক তেওঁৰ পাখিৰদৰে পাতল যেন লাগিল, তেওঁৰ দেহটো দেওদি উঠিল। সৰ্বশেষত তেওঁ পিতাকৰ বৰ্শাপাট খাপৰপৰা উলিয়াই ল'লে। তেওঁৰ বাহিৰে অন্য কোনো একীয়ানৰ এই বৰ্শা ধাৰণ কৰাৰ শক্তি নাছিল। তেওঁহে ইয়াক কেনেকৈ চলাব লাগে জানিছিল। পিলিয়ন পৰ্বতৰ এজোপা এছগছৰ কাঠেৰে এই বৰ্শা নিৰ্মাণ কৰা হৈছিল। সেইকাৰণে তেওঁৰ পিতাক পেলিউছক অভিজাত শত্ৰুক সংহাৰ কৰিবৰ কাৰণে এই বৰ্শা দান কৰিছিল।

ইতিমধ্যে অটমিডন আৰু আলছিমাছে অশ্বসংযোগ কৰাৰ তত্ত্বাৱধান লৈছিল। তেওঁলোকে সিহঁতৰ বুকু চামৰাৰ ফিটাৰে বান্ধি মুখত লেকাম লগাইছিল। লেকাম কেইডাল সুনিৰ্মিত ৰথৰ ওপৰলৈ টানি লৈ গৈছিল। তাৰ পিছত অটমিডনে চিকমিকাই থকা চাবুকডালৰ নালটো হাতত লৈ ঘোঁৰাহালৰ পিছফালে জঁাপ মাৰি উঠিল। যুদ্ধৰ কাৰণে সুসজ্জিত একিলিছে তেওঁৰ লগতে ৰথত আৰোহণ কৰিলে। জ্যোতিৰ্ময় সবিতাৰদৰে তেওঁৰ কবচৰ দীপ্ত প্ৰসাৰিত হৈছিল। তেওঁ পিতাকৰ ঘোঁৰাহালক ভীষণ কণ্ঠেৰে সকীয়নি দি ক'লে, "পোৰ্ডাজিৰ সুবিখ্যাত সন্তান, জেন্থাছ আৰু বালিয়াছ, এইবাৰ আগতকৈ বেছি দক্ষতাৰে ৰথ চলাবলৈ চেষ্টা কৰিবি, যাতে তহঁতৰ ৰথীজন যুদ্ধ শেষ হোৱাৰ পিছত বন্ধুবৰ্গৰ মাজলৈ জীৱিত অৱস্থাতে উভতি আহিব পাৰে। পেট্ৰক্লাছৰদৰে তেওঁক মৃত অৱস্থাত এৰি থৈ নাহিবি।"

যুঁৱলিৰ তলৰপৰা এটা ঘোঁৰাই উত্তৰ দিলে। সি আছিল পক্ষীৰাজৰদৰে নাচিত ভৰি নেপেলোৱা জেন্থাছ। শ্বেতহস্তা দেৱী হিৰীৰ অনুগ্ৰহত সি মানুহৰদৰে কথা ক'ব পাৰিছিল। জেন্থাছে তলমূৰ কৰাত তাৰ দীঘল কেশৰবিলাক যুঁৱলিৰ কাকেদি ওলাই আহি ভূমি স্পৰ্শ কৰিছিল। সি ক'লে, "হে ৰুদ্ৰমূৰ্তি প্ৰভু, আজি আপোনাক নিশ্চয় নিৰাপদে শিবিৰলৈ লৈ আহিম। কিন্তু মৰণ আপোনাৰ ওচৰ চাপিছে। অৱশ্যে তাৰবাবে আমি দায়ী নহওঁ, হ'ব এজন দেৱতা আৰু নিয়তিৰ নিৰ্মম হাত। ট্ৰজানবিলাক পেট্ৰক্লাছৰ অস্ত্ৰ-শস্ত্ৰ লুণ্ঠন কৰিবলৈ সমৰ্থ হৈছিল, আমাৰ অলসতা বা মন্থৰতাৰ কাৰণে নহয়। সুকেশিনী লিটোৰ পুত্ৰ এপোলো দেৱতাজনেহে তেওঁক ৰণভূমিৰ সন্মুখভাগত হত্যা কৰি হেক্টৰক যশৰ ভাগী কৰিলে। পশ্চিমা বতাহৰদৰে আমি তীব্ৰ বেগেৰে [illegible] এই

পৃথিৱীত আমাতকৈ বেছি বেগী আন কোনো নাই—তথাপি এজন দেৱতা আৰু এজন মানুহৰ হাতত যুদ্ধক্ষেত্ৰত আপোনাৰ মৃত্যু হোৱাটো বিধাতাৰ নিৰ্বন্ধ।"

প্ৰতিহিংসাৰ অধিষ্ঠাত্ৰী দেৱীসকলে তাৰ মুখৰ মাত বন্ধ কৰিলে। তাৰ ওপৰত ক্ৰুদ্ধ হৈ ক্ষিপ্ৰচৰণ একিলিছে ক'লে, "জেন্থাছ, মোৰ মৃত্যুৰ ভৱিষ্যৎ বাণী কৰি তই তোৰ শক্তিৰহে অপচয় কৰিছ। মই ভালকৈয়ে জানো যে মোৰ মৰণ ইয়াতে হ'ব। মৰমৰ আই-বোপাইৰপৰা বহুত দূৰত। কিন্তু তথাপি ট্ৰোজান-বিলাকৰ হেপাহ পলুৱাব পৰাকৈ যুদ্ধ নকৰো মানে মই ক্ষান্ত নহওঁ।"

এইবুলি কৈ তেওঁ ৰণহুংকাৰ কৰিলে আৰু শক্তিশালী ঘোঁৰাহালক যুদ্ধ-ক্ষেত্ৰলৈ খেদাই লৈ গ'ল।

# বিশ

## দেৱতাসকলৰ যুদ্ধযাত্ৰা

এইদৰেই চৰাইঠুঁটীয়া জাহাজবিলাকৰ কাষত অক্লান্ত পেলিউছ-পুত্ৰক পৰিবৃত কৰি একীয়ানসকল শ্ৰেণীবদ্ধভাৱে অৱস্থিত হ'ল আৰু ইফালে ট্ৰজান-বিলাকে সমতল ভূমিৰ উচ্চাংশত শাৰী পাতিলে। একে সময়তে জ্যুছেও খলাবমা অলিম্পাছৰ শিখৰৰপৰা, দেৱতাসকলক সভা এখনলৈ আহ্বান কৰিবলৈ ঠেমিছক আদেশ দিলে। তেওঁ ঘৰে ঘৰে গৈ দেৱতাসকলক জ্যুছৰ প্ৰাসাদলৈ আমন্ত্ৰণ কৰিলে। সমুদ্ৰদেৱৰ বাহিৰে কোনো এজন নদীৰ দেৱতা নহাকৈ নেথাকিল। সুৰম্য উপবন, নিজৰাৰ উহ আৰু ঘাঁহবনে ছাটিথোৱা পানীৰ শ্যামল উপবিভাগত বিচৰণ কৰা অপেস্বৰী সকলো আহিল। তেওঁলোক সকলোটি মেঘ নিয়ন্ত্ৰক জ্যুছৰ প্ৰাসাদত উপস্থিত হৈ সুনিপুণ ভাস্কৰ হিফিষ্টাছে পিতাকৰ কাৰণে নিৰ্মাণ কৰা শিলৰ বেদীত উপৱেশন কৰিলে।

কাৰেণ্ডত সকলোটি উপনীত হোৱাৰ লগে লগে ভূমিকম্পৰ সৃষ্টিকাৰী পছাইডনে (দেৱী গৰাকীৰ আহ্বান উপেক্ষা নকৰি তেৱোঁ সমুদ্ৰ গৰ্ভৰপৰা ওলাই আহি সমজুৱাসকলৰ মাজতে বহি আছিল) জ্যুছৰ মনোভিলাষ অৱগত হ'বৰ কাৰণে ইচ্ছা প্ৰকাশ কৰিলে। তেওঁ সুধিলে, "বিজুলী ঢেৰেকনীৰ দেৱতা, আপুনি দেৱতাসকলক সমবেত হ'বলৈ কিয় আদেশ দিছে? আপুনি ট্ৰজান আৰু একীয়ানবিলাকৰ কাৰণে চিন্তিত হৈছেনেকি? তেওঁলোকৰ যুদ্ধ আৰম্ভ হওঁ হওঁ।"

মেঘ নিয়ন্ত্ৰক জ্যুছে উত্তৰ দিলে, "ভূমিকম্পৰ অধিপতি, তুমি মোৰ মনৰ ভাব ঠিকেই অনুমান কৰিছা আৰু এই সভা কিয় আহ্বান কৰা হৈছে তাকো জানা। মই তেওঁলোকৰ কাৰণে সঁচাকৈয়ে উদ্বিগ্ন হৈছো, আনকি, যদিও তেওঁলোক ধ্বংসৰ পথত। তত্ৰাচ মই ইয়াতে থাকি অলিম্পাছৰ কোনো এটা উপত্যকাৰপৰা সেই দৃশ্য উপভোগ কৰিবলৈ মন মেলিছো। আপোনালোকে ইচ্ছামতে ট্ৰজান বা একীয়ান যি কোনো পক্ষত যোগ দি নিজৰ সহানুভূতিৰ অনুশাসন মানি, তেওঁলোকক সহায় কৰিব পাৰে। মই অনুমতি দিছো কাৰণ একিলিছ অপ্ৰতিহতভাৱে ট্ৰজানসকলৰ লগত ৰণ কৰিবলৈ সমৰ্থ হ'লে, সেই অগ্নিময় শক্তিক তেওঁলোকো খন্তেকৰ বাবেও প্ৰতিৰোধ কৰিব নোৱাৰিব। আনকি পূৰ্বে তেওঁৰ দৰ্শন পায়েই তেওঁলোক ভয়ত কঁপি কঁপি পলাই গৈছিল। আৰু

এতিয়া বন্ধুক হেকৰাই তেওঁ মৰ্মাহত হৈছে। সেইদেখি মোৰ আশংকা হৈছে যে তেওঁ নিয়তিৰ চকুত ধূলি দি ট্ৰয়ৰ প্ৰাচীৰ লংঘন কৰিব।"

ক্ৰনছ-নন্দনৰ এই উক্তিয়ে সকলোৰে মনত যুদ্ধৰ হিংস্ৰতা জগাই তুলিলে। পৰস্পাৰৰ প্ৰতি শত্ৰুভাবাপন্ন দুটা দলত বিভক্ত হৈ দেৱতাসকল ৰণভূমিলৈ ৰাওনা হ'ল। হিৰী আৰু এথেনীয়ে একীয়ান নৌবাহিনীৰ অভিমুখে যাত্ৰা কৰিলে। তেওঁলোকক অনুসৰণ কৰিলে বসুধা বেষ্টনকাৰী পছাইডন আৰু ভাগ্যবাহী, বিপুল বিস্ময়ৰ সৃষ্টিকৰ্তা, তীক্ষ্মধী হাৰ্মিছে। নিজৰ প্ৰচণ্ড শক্তিত নিজে উল্লাসিত হিফিষ্টাছো তেওঁলোকৰ লগত গ'ল। কাৰণ খোৰা আছিল যদিও তেওঁ ক্ষীণ চৰণদুটিৰেই যথেষ্ট কাৰ্যদক্ষ আছিল। ট্ৰজান-পক্ষৰ ফালে অগ্ৰসৰ হ'ল উজ্জ্বল শিৰস্ত্ৰাণধাৰী আৰিছ, বৈ পৰা চুলিৰে গুৱনি ফিবাছ, ধনুৰ্দ্ধাৰিণী আৰ্টিমিছ, লিটো, নদীদেৱতা জেন্থাছ আৰু হাস্যপ্ৰিয় আফ্ৰোডাইটি।

দেৱতাসকল মানুহৰ মাজলৈ নামি অহাৰ মুহূৰ্তলৈকে একীয়ানসকল সদলবলে আগতীয়াকৈয়ে আগবাঢ়ি গৈছিল। যুদ্ধৰপৰা সুদীৰ্ঘ অনুপস্থিতিৰ পিছত একিলিছৰো পুনৰাবিৰ্ভাৱ হ'ল আৰু ৰণদেৱতাৰ দৰে ভীষণমূৰ্তি পেলিউছ-পুত্ৰক চমৎকাৰ বৰ্ম-কৱচেৰে সুসজ্জিত হৈ অহা দেখি ট্ৰজানবিলাকৰ ভৰিৰ আঁঠুৰ খিলা কঁপিবলৈ ধৰিলে। কিন্তু দেৱ-দেৱীসকলৰ আগমনৰ লগে লগে পৰিস্থিতিৰ পৰিবৰ্তন ঘটিল। যুদ্ধৰ সৃষ্টিকৰা মহীয়সী ৰণদেৱী অতুল শক্তিত জাগি উঠিল। কাৰণ যদিও এথেনীয়ে এবাৰ গড়খাৱৈৰ ওচৰৰপৰা আৰু আনবাৰ উপকূল প্ৰতিধ্বনিত কৰি ৰণহুংকাৰ কৰিছিল, আনফালে তাৰ প্ৰত্যুত্তৰ দিছিল আৰিছে। তেওঁ অন্ধকাৰ ঝঞ্ঝাৰ দৰে দুৰ্বাৰ আবেগত তীব্ৰ নিনাদ কৰি ট্ৰজানবিলাকক উত্তেজিত কৰিছিল। কেলিকলনৰ অৱনত অংশইদি অহা-যোৱা কৰি তেওঁ কোনো সময়ত দুৰ্গ শিখৰৰপৰা আৰু সময়ে সময়ে চিমইছ নদীৰ পাৰৰপৰা এইদৰে চীৎকাৰ কৰিছিল।

এইদৰেই মহিমান্বিত দেৱতাসকলে দুয়োটা সৈন্যবাহিনীকে পৰস্পৰৰ প্ৰতি জিঘাংসাৰে প্ৰণোদিত কৰিছিল, আৰু একে সময়তে তেওঁলোকৰ নিজৰ মাজতো শোচনীয় বিৰোধৰ সৃষ্টি হৈছিল। ওপৰৰপৰা দেৱতা আৰু মানৱৰ পিতৃপুৰুষে অমংগলীয়া বজ্ৰধ্বনিৰ সৃষ্টি কৰিছিল আৰু তলত পছাইডনে বিস্তীৰ্ণ ভূমণ্ডল আৰু পৰ্বতৰ উচ্চ শিখৰ কঁপাই তুলিছিল। নিজৰা বিধৌত ইডা পৰ্বতৰ প্ৰতিটো শাখা আৰু শৃংগ কঁপি উঠিছিল। ট্ৰয়নগৰ আৰু একীয়ান সৈন্যবাহিনীও কম্পমান হৈছিল। ৰসাতলত প্ৰেতাত্মাৰ অধিপতি হেডিছো আতংকগ্ৰস্ত হৈ আৰ্তনাদ কৰি সিংহাসনৰপৰা জাঁপ মাৰি নামিছিল। তেওঁ আশংকা কৰিছিল যে পছাইডন আৰু তেওঁৰ সৃষ্ট ভূমিকম্পই তেওঁৰ মূৰৰ ওপৰতে পৃথিৱীখন দুফাল কৰিব আৰু

ফলত স্বয়ং অমৰ সকলকো সন্ত্রস্ত কৰা বীভৎস প্রেতাগাৰসমূহ, দেৱতা আৰু মানুহৰ দৃষ্টিগোচৰ হ'ব।

দেৱতাসকলৰ যুদ্ধ আৰম্ভ হোৱাৰ সময়ত এনেকুৱা এটা প্রচণ্ড আলোড়নৰ সৃষ্টি হৈছিল। প্রভু পছাইডনৰ লগত পাখি লগা কাঁড় লৈ ফিৰাছ এপলোৱে ৰণ কৰিছিল, প্রদীপ্তনয়না এথেনী আৰিছৰ সন্মুখীন হৈছিল, সুবর্ণ দণ্ডধাৰিণী মৃগয়াদেৱী এপলোৰ ভগিনী আৰ্টিমিছে হিৰীক আগচি ধৰিছিল, লিটো ভাগ্যবাহী, ভয়ংকৰ হাৰ্মিছৰ সন্মুখীন হৈছিল আৰু হিফিষ্টাছক আক্রমণ কৰিছিল, খৰস্রোতা নদীৰ দেৱতাই, যাক দেৱতাসকলে জেন্থাছ বুলি অভিহিত কৰে, আৰু মানুহে বোলে স্কেমেণ্ডাৰ। গতিকে ইয়াত আচৰিত হ'বলগীয়া কি আছে?

এইদৰেই দেৱতাই দেৱতাৰ বিৰুদ্ধে অস্ত্রধাৰণ কৰিছিল। একিলিছে আশা কৰিছিল জনস্রোতৰ মাজত একমাত্র প্রায়াম-পুত্র হেক্টৰক লগ পাবলৈ। হেক্টৰৰ তেজেৰে ৰণদেৱতাক তৃপ্ত কৰিবলৈ তেওঁ কামনা কৰিছিল। কিন্তু নক্ষত্র-মণ্ডলীৰ নিয়ন্ত্রক এপলোৱে হস্তক্ষেপ কৰি পেলিউছ-পুত্রৰ সন্মুখীন হ'বলৈ তুৰন্তে ইনিয়াছক সাহসেৰে অনুপ্রাণিত কৰিছিল। প্রায়ামৰ অন্যতম পুত্র লিকাওনৰ ছদ্মবেশত আৰু তেওঁৰ মাত অনুকৰণ কৰি মহান দেৱতাজনে তেওঁক ক'লে, ট্রজানসকলৰ পৰামর্শদাতা ইনিয়াছ, তুমি যে বৰ ডাংকোপ মাৰি ভাবুকি দি আছিলা, এতিয়া পিছে কি হ'ল? সুৰাপান কৰোঁতে তুমি ট্রয়ৰ ৰাজকুমাৰ-সকলৰ আগত ঘোষণা কৰা নাছিলানে যে তুমি সমানে সমানে পেলিউছ-পুত্র একিলিছৰ সন্মুখীন হ'ব পাৰিবা?"

ইনিয়াছে উত্তৰ দিলে, "লিকাওন, পেলিউছৰ দৃপ্ত সন্তানক জোকাই ল'বলৈ তুমি কিয় মোক পীড়াপীড়ি কৰিছা? এই ভাবটোতে মোৰ বিতৃষ্ণা আহিছে। কাৰণ একিলিছৰ লগত ভেটাভেটি হোৱা মোৰ কাৰণে এইবাৰেই প্রথম নহ'ব। পূর্বে এবাৰ তেওঁ হাতত বর্শা লৈ মোক ইডাৰপৰা ভালকৈয়ে এখেদা দিছিল। তেওঁ আমাৰ গৰু-ম'হবিলাক আক্রমণ কৰিছিল, লীর্নিচাছ আৰু পেডাচাছ নগৰ উচ্ছন্ন কৰিছিল। সেইবাৰ মোক জ্যুছেহে ৰক্ষা কৰিলে। তেওঁৰ অনুগ্রহতে মই ভৰিত বল পাই বেগেৰে দৌৰিব পাৰিলো। নহ'লে সেইবাৰেই একিলিছ আৰু এথেনীয়ে মোক শেষ কৰিলেহেঁতেন। কাৰণ এথেনীয়ে তেওঁৰ আগে আগে গৈ নিৰাপদ অৱস্থা এটাৰ সৃষ্টি কৰিছিল আৰু লিলিজী আৰু ট্রজান-বিলাকক বর্শাৰে খুঁচি খুঁচি মাৰিবলৈ তেওঁক উচটাই দিছিল। সেইকাৰণেই মই বিবেচনা কৰো যে যি কোনো মানুহৰে একিলিছৰ লগত যুদ্ধ কৰাৰ সাধ্য নাই। তেওঁক বিপদত আৱৰি ধৰিবলৈ এজন নহয় এজন দেৱতা আছেই। আৰু তাৰ

বাহিৰেও আন এটা কথা হৈছে এয়ে যে তেওঁৰ বৰ্শাপাট সদায় পোনে পোনে যায় আৰু মানুহৰ গাত নালাগে মানে ক'তো নবয়। যি নহওক, যদি দেৱতা-সকল ন্যায়যুদ্ধৰ পক্ষপাতী হয়, তেনেহ'লে তেওঁ সহজে জয়লাভ কৰিব নোৱাৰিব, যদিও নিজকে ব্ৰঞ্জ-মানৱ বুলি তেওঁ বিবেচনা কৰে।"

জ্যুছ-নন্দন ৰজা এপলোৱে ক'লে, "মহোদয়, অমৰ দেৱতাসকলক আহ্বান নকৰা কিয়? তুমিও জ্যুছ-তনয়া আফ্ৰোডাইটিৰ পুত্ৰ বুলি জনাজাত নহয় জানো? আনহাতে একিলিছৰ মাক দেৱী হ'লেও পদমৰ্যাদাত হীন। কাৰণ ক'ত বৃদ্ধ সমুদ্ৰদেৱ আৰু ক'ত জ্যুছ? তেওঁলোকৰ তুলনা নহয়। তেন্তে কঠিন ব্ৰঞ্জৰ সৈতে তেওঁৰ ফালে ধাবমান হোৱা। তেওঁৰ ভাবুকি আৰু ভৎ‍ৰ্সনা শুনি উভতি নাহিবা।"

এইবুলি কৈ এপলোৱে ইনিয়াছৰ হৃদয়ত সাহসৰ সঞ্চাৰ কৰিলে। তেওঁ এতিয়া ব্ৰঞ্জৰ কবচেৰে দীপ্তিমান হৈ ৰণভূমিৰ সমুখ প্ৰান্তৰেদি আগবাঢ়ি গ'ল। কিন্তু শ্বেতহস্তা দেৱী হিৰীয়ে সকলো লক্ষ্য কৰি আছিল আৰু অকুস্থলৰ মাজেদি পেলিউছ-পুত্ৰৰ সন্ধানত এংকাইচিছ তনয়ক অগ্ৰসৰ হোৱা দেখি তেওঁ বন্ধুবৰ্গক নিজৰ ওচৰলৈ ইংগিত দি মাতি আনি মাত লগালে, "পছাইডন আৰু এথেনী, মই কাম এটাৰ ভাৰ তোমালোকৰ ওপৰত দিব খুজিছো। সৌৱা ব্ৰঞ্জৰ অস্ত্ৰেৰে দীপ্তিমান হৈ ইনিয়াছে একিলিছক আক্ৰমণ কৰিবলৈ এইফালে আহি আছে। তেওঁক ফিবাছ এপলোৱে সহায় কৰিছে। আঁহা আমি তেওঁক শীঘ্ৰে সঠিক পথ প্ৰদৰ্শন কৰোঁহক। নতুবা আমাৰ বিৰোধীসকলৰ মনোভাব বুজি লৈ আমাৰ যেই সেই এজনে একিলিছৰ ওচৰত থাকি তেওঁৰ শক্তি বৃদ্ধি কৰিব লাগিব। তেওঁৰ মনোবল অটুট থাকিব লাগিব। তেওঁ উপলব্ধি কৰিব লাগিব যে শ্ৰেষ্ঠ অমৰসকলে তেওঁক মৰম কৰে আৰু যিসকলে ইমান দিন ট্ৰজানবিলাকক পৰাজয়ৰপৰা ৰক্ষা কৰি আহিছে তেওঁলোক আমাৰ তুলনাত অতি হীন। আমি সকলোটি অমৰাৱতীৰপৰা আহি ৰণভূমিত সমবেত হৈছো যাতে অন্ততঃ আজি দিনটোৰ কাৰণে একিলিছৰ ট্ৰজানবিলাকৰ হাতত একো অনিষ্ট নহয়, অৱশ্যে মাতৃগৰ্ভৰপৰা ওলাই অহাৰ পিছত নিয়তিয়ে জন্মৰ দিনৰপৰাই যিভাল সূতাৰে মেৰিয়াই তেওঁৰ ভাগ্য নিৰূপণ কৰিছে সেইমতেই তেওঁ ফলভোগ কৰিব লাগিব। কিন্তু এইবিলাক কথা দেৱতাৰ বাণী বুলি যদি তেওঁক অৱগত কৰিব পৰা নহয়, তেন্তে দেৱতা এজনৰ সন্মুখীন হৈ তেওঁ আতংকিত হ'ব পাৰে। দেখাদেখিকৈ সন্মুখত উপস্থিত হ'লে এজন দেৱতাৰ লগত কাজিয়াৰ কৰা যি কোনো মানুহৰ পক্ষেই কঠিন।"

কিন্তু ভূমিকম্পৰ সৃষ্টিকাৰী পচাইডনে তেওঁক বিৰত কৰি ক'লে, "হিৰী তুমি নিজকে সংযত কৰা উচিত। ইমান প্ৰকটভাৱে আত্মপ্ৰকাশ কৰা শোভনীয় নহয়। মই নিজে হ'লে দেৱতাসকলৰ মাজত বিৰোধৰ সৃষ্টি কৰিবলৈ ব্যগ্ৰ নহয়। মোৰ পৰামৰ্শ হ'ল, আমি ইয়াৰপৰা আঁতৰি যাওঁহক। মানুহবিলাকে নিজৰ ভিতৰতে যুঁজি থাকক। এড়োখৰ সুবিধাজনক ঠাইত বহি লৈ আমি ৰণৰ গতিবিধি লক্ষ্য কৰি থাকিম। অৱশ্যে যদি আৰিছ বা এপলোৱে যুদ্ধ আৰম্ভ কৰে, নাইবা একিলিছৰ গাত হাত দিয়ে, আমি তেওঁক ৰণৰপৰা নিৰস্ত কৰিম আৰু তৎক্ষণাৎ নিজে যুদ্ধত অংশগ্ৰহণ কৰিম। আমাৰ অপৰিসীম শক্তিত অভিভূত হৈ শত্ৰুপক্ষই ছত্ৰভংগ দি অমৰাৱতীৰ অন্য কোনো দেৱতাৰ সহায় ভিক্ষা কৰিবগৈ লাগিব।"

আৰু এঁকো নকৈ কৃষ্ণকেশী দেৱতাজনে সংগীসকলৰ সৈতে মাটিৰ ওখ টিলা এটাৰ ওপৰলৈ যাত্ৰা কৰিলে। সাগৰৰ প্ৰকাণ্ড জন্তু এটাই সাগৰৰ উপকূলৰ-পৰা আহি শুকান মাটিত আশ্ৰয় ল'ব পৰাকৈ ট্ৰজানসকলে পালাছ এথেনীৰ লগ লাগি এই টিলাটো বান্ধিছিল। তাতে অন্যান্য দেৱ-দেৱীসকলৰ সৈতে উপবেশন কৰি পচাইডনে তেওঁলোকৰ চতুৰ্দিশে অভেদ্য কুঁৱলীৰ সৃষ্টি কৰিলে। তেওঁলোকৰ বিৰোধী দেৱতাসকলেও ফিবাছ, এপলো আৰু নগৰী উচ্ছন্নকাৰী আৰিছক মাজত লৈ কেলিকলন পাহাৰৰ কাষত বহিল। এইদৰে দুয়োপক্ষই পুনৰ আলোচনা কৰিবৰ কাৰণে বিভিন্ন স্থানত মিলিত হ'ল। যুদ্ধৰ বিভীষিকাৰ মাজত প্ৰবেশ কৰিবলৈ তেওঁলোকৰ প্ৰতিজনেই ইতস্ততঃ কৰিছিল, আৰু জ্যুছে শৈল শিখৰস্থ আসনৰপৰাই সকলো নিয়ন্ত্ৰণ কৰি আছিল।

ইতিমধ্যে সমতলভূমি যুদ্ধকৰা মানুহেৰে পৰিপূৰ্ণ হ'ল আৰু পদাতিক আৰু অশ্বাৰোহীৰ ব্ৰঞ্জাস্ত্ৰেৰে জিলিকি উঠিল। দুয়ো পক্ষ পৰস্পৰৰ প্ৰতি ধাৱিত হওঁতে তেওঁলোকৰ খোজৰ ভৰত মেদিনী তলমল কৰিছিল। আৰু এতিয়া দুয়োটা দলৰ মাজৰ শূন্যস্থানত এংকাইচিছ-পুত্ৰ ইনিয়াছ আৰু দেৱোপম একিলিছ, এই দুজন মহাবীৰে যুদ্ধ কৰিবৰ অভিপ্ৰায়েৰে উপস্থিত হৈছিল। অৱজ্ঞাৰ ভংগীৰে ইনিয়াছেই প্ৰথমে অগ্ৰসৰ হ'ল। তেওঁৰ প্ৰকাণ্ড শিৰস্ত্ৰাণটো মূৰত দুলি উঠিছিল; উৎকৃষ্ট ঢালখন সন্মুখত ধাৰণ কৰি তেওঁ দুডাল বৰ্চাপাট আন্দোলিত কৰিছিল। অন্য-দিশৰপৰা পেলিউছ-পুত্ৰই তেওঁক আক্ৰমণ কৰিবলৈ উদ্যত হৈছিল। তেওঁ আহিল এটা সিংহৰ নিচিনা, যাৰ ধ্বংসলীলাত উত্যক্ত হৈ গোটেই গাঁওখনৰ ৰাইজে তাক মাৰিবলৈ ওলাই যায়। প্ৰথমতে সিংহটোৱে তেওঁলোকক আমল নকৰি নিজবাটে আগুৱাই যায়, কিন্তু যেই সাহসী ডেকা এজনে তাক বৰ্চাৰে

আঘাত কৰে তেতিয়াই সি সক্ষম হৈ দাঁত নিকটায়, তাৰ মুখখন ফেনায় আৰু দাৰুণ ক্ৰোধত সি গৰ্জন কৰে। সি নেজডালেৰে পাৰ্শ্ব আৰু বক্ষদেশ মাৰ্জন কৰি আক্ৰমণাত্মক হিংস্ৰতাৰে নিজকে প্ৰস্তুত কৰি লয় আৰু তাৰ পিছত, মাৰিম নাইবা মৰিম এই দুৰ্বাৰ সংকল্পেৰে অনুপ্ৰাণিত হৈ আক্ৰমণ কৰে। মহান ইনিয়াছক আক্ৰমণ কৰিবলৈ শক্তি আৰু গৰ্বৰ প্ৰচণ্ডতাই একিলিছকো প্ৰণোদিত কৰিছিল। অস্ত্ৰেৰে চুকিপোৱা দূৰত্বলৈ আহি মহান ধাৱক একিলিছেই প্ৰথমে ক'লে, "ইনিয়াছ, সৈন্যৰ মাজৰপৰা মোক লক্ষ্য কৰি সাহসেৰে অগ্ৰসৰ হ'বলৈ তোমাক কোনে সকীয়াই দিছে? প্ৰায়ামৰ পিছত অশ্বদমন ট্ৰজানবিলাকৰ ৰজা হোৱাৰ আশাতে তুমি মোৰ লগত যুদ্ধ কৰিবলৈ ইচ্ছা কৰিছানেকি? কিন্তু তুমি মোক নিঃত কৰিলেও প্ৰায়ামে তোমাক সিংহাসন এৰি নিদিয়ে। তেওঁৰ নিজৰ কেইবাজনো পুতেক আছে। তেওঁৰ শৰীৰ আৰু মন সম্পূৰ্ণ সুস্থ। নহ'লে, মোক বধ কৰিবলৈ যদি তুমি সমৰ্থ হোৱা, তেন্তে ট্ৰজানবিলাকে, তোমাৰ ব্যক্তিগত ব্যৱহাৰৰ কাৰণে, আঙুৰৰ বাগিচা আৰু শস্যৰে ভৰপূৰ মাটিবাৰী কিছুমান তোমাক বোধহয় দান কৰিব? পিছে কামটো তোমাৰ কাৰণে কঠিন হ'ব। মোৰ যেন মনত পৰিছে, এবাৰ মোৰ বৰ্শাৰ ভয়ত তুমি পলাই গৈছিলা। আৰু এবাৰ যে মই তোমাক অকলশৰে পাই, গৰু-ম'হবিলাকৰপৰা বিচ্ছিন্ন কৰি ইডা পৰ্বতৰ হেলনীয়া অংশইদি ঢপলিয়াই যাবলৈ বাধ্য কৰিছিলো, সেই কথাও পাহৰিলানেকি? সেইবাৰ তুমি সাপৰ নেগুৰ হিঙা বেগত দৌৰি যাওঁতে পিছফালে এবাৰ উভতি চাবলৈয়ো তোমাৰ সময় নাছিল। আৰু মোৰ হাতৰপৰা সাৰি যাব পাৰিছিলা। তুমি লীৰ্নিচাছত আশ্ৰয় ল'লা, মই অনুসৰণ কৰিলো, এথেনী আৰু জনক জ্যুছৰ সহায়ত সেই নগৰ অধিকাৰ কৰি বন্দিনী নাৰীসকলক মোৰ দাসী কৰিলো, কিন্তু জ্যুছ আৰু অনান্য দেৱতাসকলৰ সহায়ত সেইবাৰো তুমি মোৰ চকুত ধূলি মাৰি পলাই গ'লা। কিন্তু মোৰ বিশ্বাস, তুমি নিৰ্বোধৰদৰে আশা কৰিলেও এইবাৰ তেওঁ তোমাক ৰক্ষা নকৰে। প্ৰকৃততে মই পৰামৰ্শ দিওঁ যে তুমি উভতি গৈ সৈন্যবিলাকৰ মাজত আশ্ৰয় লোৱাগৈ। মোৰ লগত লাগি ল'লে তোমাৰ বিপদ অনিবাৰ্য। চোৰ গ'লে বুদ্ধি হোৱাৰদৰে বৰ পলমকৈ জ্ঞানলাভ কৰাটো চৰম মূৰ্খামি।"

ইনিয়াছে উত্তৰ দিলে, "কুমাৰ একিলিছ, তুমি নাভাবিবা যে তোমাৰ দুৰ্বল কথাতেই মই নিতান্ত শিশুৰদৰে ভয়ত আতুৰ হৈ পৰিম। কাৰণ অপমান আৰু তিৰস্কাৰেই যদি তোমাৰ লক্ষ্য, তেনেহ'লে মইয়ো তোমাক কথাৰে একেটাই দিবলৈ সাজু হৈ আছো। আমি দুয়ো পিতৃবংশৰ মৰ্যাদাৰ কথা জানো; দুয়োৰে জনক-জননীও আমাৰ পৰিচিত। যদিও তুমি মোৰ আৰু মই তোমাৰ পিতৃ-মাতৃক

দেখা নাই, তথাপি তেওঁলোকৰ নাম ঘৰুৱা শব্দৰ দৰেই আমাৰ চিনাকি। এই কথা সৰ্বজন বিদিত যে তুমি প্ৰশংসনীয় পেলিউছ আৰু লৱণ সমুদ্ৰৰ কন্যা সুকেশিনী ঠিটিছৰ পুত্ৰ, আৰু মই দাবী কৰো যে মহান হৃদয় এংকাইচিছ মোৰ পিতা আৰু আফ্ৰোডাইটী মোৰ জননী। এই দুই দম্পতীৰ ভিতৰত কোনো এটি আজি পুত্ৰশোকত ম্ৰিয়মান হ'ব, কাৰণ এইদৰে লাপি লুপা কথাৰেই একো এটা মীমাংসা নোহোৱাকৈয়ে যে আমি যুদ্ধক্ষেত্ৰ ত্যাগ কৰিম, সেইটো সম্ভৱ নহ'ব বুলি তুমি নিশ্চিতভাৱে জানা। কিন্তু তুমি যদি আমাৰ ঘৰখনৰ গোটেই কাহিনীটো শুনিবলৈ মন কৰা, তেনেহ'লে সেই সুবিদিত কাহিনীটো হ'ল এয়ে, ডাৰ্ডানাছ আছিল মেঘ নিয়ন্ত্ৰক জ্যুছৰ পুত্ৰ। যি সময়ত ডাৰ্ডানাছে ডাৰ্ডানীয়া নগৰ প্ৰতিষ্ঠা কৰিছিল, সেই সময়ত সমতল ভূমিত বাস কৰা লোকসকলৰ আশ্ৰয়ৰ কাৰণে পবিত্ৰ ইলিয়াম নগৰী নিৰ্মিত হোৱা নাছিল। বাৰি বিধৌত ইডা পৰ্বতৰ অৱনত অংশত তেওঁলোকে তেতিয়াও বাস কৰিছিল। ডাৰ্ডানাছৰ এজন পুতেক আছিল, নাম ইৰিঠ্‌নিয়াছ। সমগ্ৰ পৃথিৱীৰ ভিতৰতে তেওঁ আছিল ঐশ্বৰ্যশালী লোক। তেওঁৰ তিনিহেজাৰ মাইকী ঘোঁৰা আছিল। সিহঁতে পোৱালিৰ সৈতে আনন্দ মনেৰে বিলৰ পাৰত চৰিছিল। এদিন সিহঁত চৰি থাকোঁতে, সিহঁতৰ সৌন্দৰ্যত মুগ্ধ হৈ স্বয়ং উত্তৰ পৱনে ক'লা ঘোঁৰা এটাৰ ৰূপ ধাৰণ কৰি সিহঁতৰ লগত সহবাস কৰিলে। নিৰ্দিষ্ট সময়ত বাৰটা ঘোঁৰা পোৱালিৰ জন্ম হ'ল। স্থলভাগত সিহঁতে ধেমালি কৰোঁতে শস্যক্ষেত্ৰৰ মাজেদি শস্যৰ ঠোক এটাৰো অনিষ্ট নকৰাকৈ চেকুৰি যাব পাৰিছিল। উত্তাল সমুদ্ৰত যেতিয়া সিহঁতে জলকেলি কৰিছিল তেতিয়া ফেনিল তৰংগ শীৰ্ষৰ ওপৰেদি সিহঁত অনায়াসে পাৰ হৈ যাব পাৰিছিল। ইৰিক্‌থনাছৰ ট্ৰছ নামেৰে এজন পুত্ৰ আছিল, তেওঁৱেই আছিল ট্ৰজান-বিলাকৰ ৰজা। ট্ৰছৰো তিনিজন গুণধৰ সন্তান আছিল, তেওঁলোক হ'ল ইলাছ, আছাৰকাছ আৰু দেৱতুল্য গেনিমিডিছ। গেনিমিডিছ ইমান ৰূপবান যুৱক আছিল যে তেওঁক দেৱতাসকলে তেওঁৰ অপৰূপ সৌন্দৰ্যৰ কাৰণেই ধৰি নি জ্যুছৰ মদিৰা পৰিবেশকৰূপে নিযুক্ত কৰি অমৰসকলৰ লগত সমানে বহিবলৈ সক্ষম কৰিছিল। ইলাছ আছিল অভিজাত লাওমিডনৰ জনক আৰু তেওঁৰ তনয় আছিল টিঠনাছ, প্ৰায়াম লেম্পাছ, ক্লীটিয়াছ আৰু আৰিছৰ বংশধৰ হিছিটাওন। আছাৰকাছৰ পুত্ৰ আছিল কেপীছ আৰু তেওঁৰ পুত্ৰ এংকাইচিছেই হ'ল মোৰ পিতা। আনহাতে কুমাৰ হেক্টৰ প্ৰায়ামৰ পুত্ৰ। মহোদয়, এয়ে মোৰ বংশৰ আভিজাত্য, আৰু এই তেজেৰেই মোৰ ধমনীত প্ৰবাহিত হৈছে বুলি মই দাবী কৰো।

ৰণত প্ৰদৰ্শন কৰা শৌৰ্য-বীৰ্যৰ বিষয়ে ইমানকে ক'ব পাৰি যে এয়া হৈছে সৰ্বশক্তিমান জ্যুছ প্ৰদত্ত বস্তু। তেওঁ উচিত অনুচিত বিচাৰ কৰি মানুহক কম-বেছি পৰিমাণে এই বস্তু দান কৰে। কিন্তু শুনা, ৰণাংগনৰ কেন্দ্ৰস্থলত আমি নিৰ্বোধ শিশুৰদৰে কথাৰ মহলা মাৰি বৈ থকা ঠিক হোৱা নাই। আমি দুয়ো দুয়োকে দেখাৰ গালি শপনি পাৰিব পাৰো, সেই গালিত হয়তো সদাগৰৰ জিঙা এখনো ডুবিব পাৰে। জিভাৰ গতি সাবলীল। বহুতো শব্দ আয়ত্ত কৰি ল'ব পাৰিলে ই যি কোনো প্ৰকাৰেই আমাৰ মনৰ ভাব প্ৰকাশ কৰিব পাৰে। আৰু যাৰ যেনে প্ৰাপ্য সেইদৰেই উত্তৰ পায়। কিন্তু দুজনী দন্দুৰী তিৰোতাই খঙৰ ভমকত সঁচা-মিছা বাছ-বিচাৰ নকৰি পদূলি মূৰলৈ ওলাই আহি ইজনীয়ে সিজনীক গালিৰে থকা-সৰকা কৰাবদৰে তুমি আৰু মই এইদৰে পৰস্পৰক তিৰস্কাৰ কৰাৰ প্ৰয়োজন কি? মুঠতে মোৰ উদ্দেশ্য যুদ্ধ কৰা, আৰু বৰ্শাৰেহে ইয়াৰ মীমাংসা হ'ব, কথাৰে নহয়। যথেষ্ট হৈছে, এতিয়া ব্ৰঞ্জৰ সোৱাদ লোৱা হওক।"

এইবুলি কৈ ইনিয়াছে ইজনৰ ভয়ানক ঢালখন লক্ষ্য কৰি প্ৰকাণ্ড বৰ্শা এপাট নিক্ষেপ কৰিলে। বৰ্শাৰ আগটো অলৌকিক ঢালখনত লাগি ঝনঝনাই উঠিল। মহান হৃদয় ইনিয়াছৰ দীৰ্ঘছায়া বিশিষ্ট বৰ্শাই ভেদ কৰি যাব পাৰে বুলি ভয়ত একিলিছে ঢালখন আগুৱাই দিছিল। তেওঁৰ আশংকা আছিল অমূলক। তেওঁ পাহৰি গৈছিল যে মানুহে দেৱতা প্ৰদত্ত এই চমৎকাৰ উপহাৰ-বিলাকৰ কোনো ক্ষয় ক্ষতি সাধন কৰিব নোৱাৰে। আৰু এতিয়া সেইকথা প্ৰমাণিত হ'ল। বাহুবলী ইনিয়াছে নিক্ষেপ কৰা বিশাল বৰ্শাই বিৰাট ঢালখন বিদীৰ্ণ কৰিব নোৱাৰিলে; হিফিষ্টাছে সংযুক্ত কৰা সুবৰ্ণ নিৰ্মিত অংশই তাৰ গতি প্ৰতিৰোধ কৰিলে। জোংটোৱে দুটা তৰপ ভেদ কৰি গ'ল যদিও আৰু তিনিটা তৰপ বাকী আছিল। ফেৰেকো ভৰিৰ দেৱতা জনে পাঁচটা তৰপেৰে ঢালখন গঢ়িছিল, দুটা তৰপ ব্ৰঞ্জৰ, ভিতৰৰ তৰপ দুটা টিনৰ আৰু এটা সোণৰ। এতিয়া এই সোণৰ স্তৰটোৱেই এছকাঠৰ বৰ্শা ওফৰাই দিলে।

এতিয়া একিলিছৰ পাল। তেওঁ দীৰ্ঘছায়া বিশিষ্ট বৰ্শা এপাট নিক্ষেপ কৰিলে। বৰ্শাপাট ইনিয়াছৰ গোলাকাৰ ঢালখনৰ সেই অংশত লাগিল য'ত ব্ৰঞ্জ আৰু চামৰাৰ আবৰণ আটাইতকৈ পাতল। পিলিয়নৰ সেই বিখ্যাত বৰ্শা বিৰাট অনুৰণনেৰে বিদ্ধ হ'ল। সন্ত্ৰস্ত ইনিয়াছে নিজকে আবৰি থকা ঢালখন উত্তোলন কৰি আঁতৰি দিলে। বৰ্শাপাট ব্ৰঞ্জ আৰু চামৰাৰ মাজেদি পাৰ হৈ গৈ ইনিয়াছৰ পিছফালে মাটিত সোমাল। স্পৰ্শ কৰিব নোৱাৰিলেও তীক্ষ্ণ বৰ্শাপাট তেওঁৰ শৰীৰৰ ইমান ওচৰেদি গৈছিল যে ইনিয়াছ একেবাৰে হতভম্ব হ'ল আৰু

চকুৰে ধোঁৱা-কোঁৱা দেখি অতি অসহায়ভাৱে তাতে দৰক লাগি থাকিল। কিন্তু ভয়ংকৰ চীৎকাৰ কৰি উন্মত্ত অগ্নিৰে একিলিছে তেওঁক আক্ৰমণ কৰিবলৈ আগবাঢ়ি আহিল। তেতিয়া ইনিয়াছে এডোখৰ শিল বুটলি ল'লে। আজিকালিৰ দুজন মানুহেও সেই শিল দণ্ডাটো উলা-মুলা কাম নহয়, কিন্তু তেওঁ অনায়াসে সেইটো হাতত তুলি ল'লে। ইনিয়াছে এই প্ৰকাণ্ড পাথৰটোৰে তেওঁৰ শিৰস্ত্ৰাণ বা ঢালখনলৈ (যিখন ঢালে ইতিমধ্যে একিলিছৰ প্ৰাণৰক্ষা কৰিলে) আঘাত কৰিব পাৰিলেহেঁতেন, নতুবা একিলিছেও ওচৰ চাপি আহি ইনিয়াছক তৰোৱালেৰে বধ কৰিবলৈ সক্ষম হ'ল হয়, কিন্তু এনে সময়তে তাত পছাইডনৰ শেনচকু পৰিল। ভূমিকম্পৰ সৃষ্টিকৰ্তাই নিৰীক্ষণ কৰি আছিল আৰু এই মুহূৰ্ততে তেওঁ উদ্বিগ্নভাৱে চিঞৰি ওচৰত থকা দেৱ-দেৱীসকলৰ ফালে চালে। তেওঁ ক'লে, "সদাশয় ইনিয়াছৰ কাৰণে মই দুঃখিত নহৈ নোৱাৰো। নিমিষতে একিলিছৰ হাতত নিহত হৈ তেওঁ হেডিছৰ প্ৰাসাদলৈ প্ৰস্থান কৰিব। কাৰণ নিতান্ত নিৰ্বোধৰদৰে তেওঁ এপলোক বিশ্বাস কৰিছিল যে কাৰ্মুকধাৰী ৰজাজনে তেওঁক ৰক্ষা কৰিব। বিস্তীৰ্ণ অমৰাৱতীৰ দেৱতাসকলক অলপো হাত নধৰাকৈ পূজা-পাতল দিয়া এই নিৰপৰাধ মানুহজনে একমাত্ৰ আনৰ লগত জড়িত হৈ কিয় এই বিপদ বৰণ কৰিব লাগে? আমি সক্ৰিয় হৈ তেওঁক ৰক্ষা কৰা উচিত। একিলিছে ইনিয়াছক বধ কৰিলে ক্ৰনছ-নন্দনো ক্ৰুদ্ধ হ'ব পাৰে। কাৰণ ডাৰ্ডানাছৰ বংশত বস্তি জ্বলাবলৈ বাচি থকাটো অকল ইনিয়াছৰ কপালতহে আছে। এই বংশৰ প্ৰতিষ্ঠাতা জ্যুছে তেওঁৰ ঔৰষত মানৱীৰ গৰ্ভজাত শিশুবিলাকৰ ভিতৰত ডাৰ্ডানাছক সকলোতকৈ ভাল পাইছিল। প্ৰায়ামৰ বংশৰ প্ৰতি ক্ৰনছ-নন্দনো অপ্ৰসন্ন হৈছে। এতিয়া মহান ইনিয়াছ ট্ৰয়ৰ ৰজা হ'ব আৰু তেওঁৰ পুত্ৰ-পৌত্ৰসকল তেওঁৰ উত্তৰাধিকাৰী হ'ব।"

বৃষভনেত্ৰা কুঁৱৰী হিৰীয়ে মাত লগালে, "ভূমিকম্পৰ সৃষ্টিকৰ্তা, ইনিয়াছক ৰাখা নে মাৰা তুমি নিজেই ঠিক কৰা। দেৱতাসকলৰ আগত এথেনী আৰু মই বাৰে বাৰে শপত খাইছো যে আমি ট্ৰজানসকলক কেতিয়াও ৰক্ষা নকৰো, আনকি যিদিনা একীয়ান যোদ্ধাসকলে অগ্নিসংযোগ কৰাৰ ফলত সমস্ত ট্ৰয়নগৰী ভস্মীভূত হ'ব, সেইদিনাও আমাৰ এই প্ৰতিজ্ঞাৰ লৰচৰ নহয়।"

ভূমিকম্পৰ অধিকাৰীয়ে তেওঁৰ কথা শুনি অস্ত্ৰবৰ্ষণৰ ফলত উদ্ভৱ হোৱা এই হুলস্থূল পৰিস্থিতিৰ মাজেদি ইনিয়াছ আৰু পেলিউছৰ খ্যাতিমান পুত্ৰই যুদ্ধ কৰি থকা ঠাইলৈ যাত্ৰা কৰিলে। তাত উপস্থিত হৈ তেওঁ তেতিয়াই একিলিছৰ চকুৰ আগত কুঁৱলীৰ সৃষ্টি কৰিলে, তাৰ পিছত তেওঁ ইনিয়াছৰ ঢালখনত সোমাই

থকা এছকাঠৰ বৰ্শাপাট মুক্ত কৰি একিলিছৰ ভৰিৰ ওচৰত থ'লে আৰু ইনিয়াছক ওপৰলৈ সজোৰে ঠেলি দিলে। দেৱতাজনৰ হাতৰ ঠেলাৰ কোবত ইনিয়াছ মধ্যবৰ্তী পদাতিক অশ্বাৰোহীসকলৰ ওপৰেদি উৰি যোৱাৰ পিছত ককনিবিলাকে ৰণাংগনৰ যি অংশত যুদ্ধৰ আয়োজন কৰি আছিল তাতে অৱতৰণ কৰিলে। ভূমিকম্পৰ সৃষ্টিকাৰী পছাইডনো লগে লগে আহি তেওঁৰ ওচৰ চাপিল আৰু কঠোৰ তিৰস্কাৰ কৰি ক'লে, "ইনিয়াছ, তোমাৰ এই অসতৰ্কতাৰ অৰ্থ কি? একিলিছৰ লগত যুদ্ধ কৰিবলৈ তোমাক কোন দেৱতাই নিৰ্দেশ দিছে? তেওঁ যে তোমাতকৈ শ্ৰেষ্ঠবীৰ অকল সেয়েই নহয়, তেওঁ দেৱসমাজৰো অধিক স্নেহ-ভাজন। যদি কেতিয়াবা তুমি সেই মানুহজনৰ মুখামুখি হোৱা, তেন্তে তৎক্ষণাৎ আঁতৰি যাবা, নহ'লে তুমি অকালতে হেডিছৰ প্ৰেতপুৰীলৈ প্ৰয়াণ কৰিব লাগিব। কিন্তু তেওঁৰ মৃত্যুৰ পাছত তুমি সাহসেৰে প্ৰথম শাৰীত থাকি ৰণত অংশ গ্ৰহণ কৰিব পাৰিবা, কাৰণ একীয়ান পক্ষৰ কোনো বীৰেই তোমাক বধ কৰিবলৈ সক্ষম নহ'ব।"

এইদৰে বিতংভাৱে কৈ পছাইডনে ইনিয়াছক তাতে এৰি একিলিছৰ ওচৰত উপস্থিত হৈ তেওঁৰ চকুৰ আগৰপৰা কুঁৱলীৰ আৱৰণ আঁতৰাই দিলে। এতিয়া একিলিছে সমস্ত শক্তি সংগ্ৰহ কৰি চতুৰ্দিশে দৃষ্টি নিক্ষেপ কৰিলে। তেওঁ এই সিদ্ধান্তত উপনীত হ'ল যে এক অলৌকিক ঘটনাৰ তেওঁ এজন দৰ্শক মাথোন। কাৰণ তেওঁৰ বৰ্শাপাট তাতে মাটিৰ ওপৰত পৰি আছিল আৰু তেওঁ যাক হত্যা কৰিবলৈ উদ্যত হৈছিল সেই মানুহজনৰ ক'তো নাম গোন্ধেই নাই। বিৰক্তি আৰু বিস্ময়ত তেওঁ চিঞৰি উঠিল। তেওঁ মনতে গুণাগঁথা কৰিলে, "অমৰ দেৱতাসকলে ইনিয়াছকো নিশ্চয় ভালপায়। অথচ মই তেওঁ বহু কৰি কোৱা কথাবিলাকৰ সত্যতাৰ বিষয়ে সন্দিহান আছিলো। বাক, তেওঁ গৈছে যাওক। এইবাৰ মোৰ হাতৰপৰা পৰিত্ৰাণ পাই তেওঁ কৃতজ্ঞতাত গদগদ হৈ, আকৌ এবাৰ মোৰ লগত যুদ্ধ কৰিবলৈ নিশ্চয় উত্ৰাৱল নহয়। এতিয়া মই ডানানবিলাকক সাহসেৰে উদ্বুদ্ধ কৰিম আৰু ট্ৰজানবিলাকৰ বিৰুদ্ধে কি কৰিব পাৰো চেষ্টা কৰি চাম।"

একিলিছ সৈন্যসকলৰ সমীপৱৰ্তী হ'ল। প্ৰতিজন লোককেই তেওঁ সনিৰ্বন্ধভাৱে উৎসাহিত কৰিলে। তেওঁ ক'লে, "মহান একীয়ান বৃন্দ, ট্ৰজান-বিলাকৰ অপেক্ষাত বৈ থাকিব নেলাগে। প্ৰতিজনেই একোজন শত্ৰুক বাছি লৈ আন্তৰিকতাৰে যুদ্ধ কৰক। মই শক্তিশালী হ'ব পাৰো, তথাপি এনে এটা সৈন্যবাহিনীৰ সন্মুখীন হৈ সকলোৱে লগত অকলশৰে যুদ্ধ কৰা মোৰ কাৰণেও সম্ভৱপৰ নহয়। এই অগণন শত্ৰুৰ বিৰুদ্ধে আমি বাহান কৰি আছিলো, এজনী

আদি অমৰসকলেও বিশেষ কোনো ক্ষতি সাধন কৰিব নোৱাৰে। অৱশ্যে কথাটো যে মই নিতান্ত সহজভাৱে গ্ৰহণ কৰিছো, সেইটো নহয়, কেতিয়াও নহয়। ক্ষিপ্ৰচৰণ আৰু বলিষ্ঠ বাহুৰ সহায়ত যিখিনি কৰিব পাৰি সেইখিনি মই কৰিম। মই এতিয়াই তেওঁলোকৰ বেহু আক্ৰমণ কৰিম। কোনো ট্ৰজান যদি মোৰ সন্মুখীন হয়, তেন্তে তেওঁৰ প্ৰতি মই ঈৰ্ষান্বিত নহওঁ।"

এইদৰেই একিলিছে সৈন্যসকলক অনুপ্ৰাণিত কৰিলে। কিন্তু ইটো পক্ষত কীৰ্তিমান হেক্টৰেও সৈন্যবিলাকক উত্তেজিত কৰি আছিল। তেওঁ উচ্চৈঃস্বৰে কৈছিল, "সাহসী ট্ৰজানসকল, পেলিউছ-পুত্ৰক ভয় নকৰিবা। মুখেৰে ময়ো দেৱতাসকলৰ লগত ৰণ কৰিব পাৰো। কিন্তু অস্ত্ৰেৰে নহয়, কাৰণ তেওঁলোক আমাতকৈ বহুগুণে শক্তিশালী। একিলিছৰো কথা যিমান, কাম সিমান নহয়। কোনো এটা বিশেষ অৱস্থালৈকে তেওঁ কৃতকাৰ্য হ'ব পাৰে, কিন্তু সিমানেই, তাৰ বেছি নহয়। আৰু তেওঁৰ মুখামুখী হ'বলৈ মই ইচ্ছা কৰিছো, যদিও তেওঁৰ হাত দুখনত জুই আছে আৰু তেওঁৰ হৃদয় নিমজ তীখাৰদৰেই টান।"

হেক্টৰৰ দ্বাৰা এইদৰে উৎসাহিত হৈ ট্ৰজানসকলে বৰ্শাবিলাক প্ৰস্তুত কৰিলে। ভীষণ ৰণ হুংকাৰ কৰি দুয়োপক্ষ যুদ্ধত জঁপিয়াই পৰিল। কিন্তু ফিবাছ এপলো হেক্টৰৰ ওচৰলৈ গৈ দঢ়াই দঢ়াই ক'লে যেন তেওঁ কেতিয়াও একিলিছৰ সন্মুখীন নহয়। তেওঁ নিৰ্দেশ দিলে, "তুমি সৈন্যসকলৰ মাজতে থাকিবা, তেওঁ তোমাৰ সন্ধান কৰি থাকক। নহ'লে তেওঁ বৰ্শা নিক্ষেপ কৰি তোমাৰ পতন ঘটাব পাৰে, নতুবা নিচেই কাষৰপৰা তৰোৱালেৰে তোমাৰ প্ৰাণ ল'ব পাৰে।" এই সতৰ্ক বাণীত হেক্টৰে সৈন্যৰ মাজত প্ৰৱেশ কৰিলে, কাৰণ দেৱতাজনৰ কথাত তেওঁৰ অন্তৰত ভয় সোমাল।

কিন্তু একিলিছৰ অন্তৰত ভয়ৰ স্থান নাছিল। তেওঁ ভৈৰৱ নিনাদ কৰি দুৰ্বাৰ গতিত ট্ৰজানবিলাকক আক্ৰমণ কৰিলে। তেওঁৰ হাতত প্ৰথমে নিহত হোৱা লোকজন আছিল অট্ৰিন্টিউছৰ পৰাক্ৰমী পুত্ৰ ইফিটন। এটা বিশাল সৈন্যবাহিনীৰ তেওঁ সেনাপতি আছিল। তেওঁৰ মাক আছিল এগৰাকী অপেশ্বৰী। সমৃদ্ধিশালী হাইড ৰাজ্যৰ তুষাৰাবৃত গিৰিশৃংগ মৈলাছৰ নামনিত তেওঁৰ নগৰ ধ্বংসকাৰী আট্ৰিন্টিউছৰ লগত হোৱা মিলনৰ ফল স্বৰূপে তেওঁৰ জন্ম হয়। এই মানুহজন আগত পৰাত একিলিছে বৰ্শাঘাতেৰে তেওঁৰ শিৰ বিদীৰ্ণ কৰি দ্বিখণ্ডিত কৰিলে। সশব্দে তেওঁ ধৰাশায়ী হ'ল। একিলিছে বিদ্ৰূপ কৰি ক'লে, "দুৰ্ধৰ্ষ [illegible] পুত্ৰ, তুমি ৰব তলত পৰিলা। ইয়াতেই তুমি প্ৰাণত্যাগ কৰিব লগা [illegible] কৈছিল পিতাৰৰ ৰাজ্যত অৱস্থিত গাইজিয়ান [illegible]

পাৰত, তাৰ কাষেদিয়েই বৈ গৈছে খৰস্ৰোতা হাৰমাছ আৰু হাইলাছ নদী, য'ত মাছে কণী পাৰে।"

একিলিছে বিজয়োল্লাস কৰি থাকোঁতেই মৃত্যুৰ অন্ধকাৰ ইফিটনৰ নয়নলৈ নামি আহিল। একীয়ানবিলাকৰ ৰথচক্ৰৰ দ্বাৰা পিষ্ট হ'বলৈ তেওঁক ছুৰোপক মিলিত হোৱা ঠাইতে এৰি থৈ এণ্টিনৰৰ অন্যতম পুত্ৰ, পৰাক্ৰমী আৰু বিচক্ষণ ডিমলিয়নক হত্যা কৰিবলৈ অগ্ৰসৰ হ'ল। ব্ৰঞ্জাবৰণ সংযুক্ত শিৰস্ত্ৰাণ বিদীৰ্ণ কৰি তেওঁ তেওঁৰ কপাল আৰু কাণৰ মাজত আঘাত কৰিলে। লোলুপ বৰ্শাৰ নিদাৰুণ আঘাত শিৰস্ত্ৰাণৰ ধাতবীয় আৱৰণে নিবাৰণ কৰিব নোৱাৰিলে। জোংটো সোমাই গ'ল আৰু হাড়ৰ মাজত প্ৰবেশ কৰাৰ ফলত শিৰস্ত্ৰাণৰ আভ্যন্তৰ ভাগ মগজুৰে পৰিপূৰ্ণ হ'ল। ডিমলিয়নৰ উদ্দীপনাৰ অৱসান হ'ল। ইয়াৰ পিছৰ-জন লোক হ'ল হিপ্পডামাছ। ৰথৰপৰা জঁাপ মাৰি নামি তেওঁ সমুখেদিয়েই পলাই যাওঁতে একিলিছে বৰ্শা এপাটেৰে তেওঁৰ পিঠি শালি পেলালে। পজা-পাতলেৰে ভূমিকম্পৰ সৃষ্টিকাৰীক আনন্দিত কৰিব পৰা যুৱকসকলে হেলিকন দেৱতাৰ বেদীলৈ টানি নিয়া ষঁাড়গৰু এটাৰদৰে তেওঁ গুজৰি গুমৰি প্ৰাণত্যাগ কৰিলে। প্ৰাণপক্ষী উৰি যোৱাৰ সময়ত হিপ্পডামাছে এইদৰেই গৰ্জন কৰিছিল। কিন্তু ইতিমধ্যে একিলিছে বৰ্শা হাতত লৈ পলিডৰাছৰ পিছ ল'লেই। এই কুমাৰজন আছিল প্ৰায়ামৰ পুত্ৰসকলৰ এজন আৰু তেওঁলোকৰ ভিতৰত শ্ৰেষ্ঠ ধাৱক। অতি মৰমৰ সুমলীয়া সন্তান কাৰণে পিতাকে তেওঁক যুদ্ধ কৰিবলৈ মানা কৰিছিল। কিন্তু নিৰ্বোধ ল'ৰাটোৱে অগ্ৰৱৰ্তী লোকসকলৰ মাজেদি দৌৰি যাওঁতে মৃত্যুৰ মুখত পৰিল। কাৰণ একিলিছ ক্ষিপ্ৰতৰ আছিল আৰু এই তৰুণ যোদ্ধাজনে প্ৰাণটাকি পলায়ন কৰোঁতে একিলিছে তেওঁৰ পিঠিৰ সোঁমাজতে বৰমেৰে আঘাত কৰিলে। তেওঁৰ পেটীডালৰ সোণালী বকলছ্‌ কেইটা তাতে অন্তৰ্বাসৰ লগত সংলগ্ন হৈ আছিল। জোংটোৱে পিঠি ভেদ কৰি নাভিয়েদি ওলাই আহিল। তেওঁ আৰ্তনাদ কৰি ভূতলশায়ী হ'ল। তেওঁৰ দুচকুত যৱনিকা পৰিল আৰু ঘোৰ অন্ধকাৰে ধৰণী আবৰি ধৰিলে। হাতেৰে নাড়ী-ভুৰুবিলাক হেঁচি ধৰি তেওঁ বাগৰি পৰিল।

হেক্টৰে ভায়েক পলিডৰাছক হাতেৰে অন্ত্ৰবিলাক ধৰি ভূপতিত হোৱা দেখা পাই অশ্ৰু সম্বৰণ কৰিব নোৱাৰিলে। তেওঁৰ দৃষ্টি অস্পষ্ট হৈ পৰিল। তেওঁ অনুভৱ কৰিলে যে তেওঁ আৰু আঁতৰি থাকিব নোৱাৰে। শাণিত বৰ্শা আন্দোলিত কৰি তেওঁ প্ৰজ্বলিত বহ্নিৰ দৰে একিলিছৰ অভিমুখে ধাবিত হ'ল। একিলিছে তেওঁক দেখামাত্ৰকে তেওঁৰ কাঁহ টোঁচা দ'লে। তেওঁ উল্লাসত

স্বগতোক্তি কৰিছিল, "মোৰ প্ৰিয়তম বন্ধুক হত্যা কৰি এই মানুহটোৱেই মোক নিৰ্মমভাৱে আঘাত কৰিলে। ৰণাংগনৰ সংকীৰ্ণ পথত আমি ইমান সময় ইজনে সিজনক বাগি দি আছিলো। এতিয়া তাৰ সামৰণি পৰিল।" হেক্টৰৰ প্ৰতি কুটিল দৃষ্টি নিক্ষেপ কৰি তেওঁ ক'লে, "আহা, সোনকালে আহা, তোমাৰ নিয়তিক শীঘ্ৰে আলিংগন কৰাহি।"

উজ্জ্বল শিৰস্ত্ৰাণ পৰিহিত হেক্টৰে অবিচলিতভাৱে উত্তৰ দিলে, "কুমাৰ একিলিছ, নেভাবিবা যে মুখৰ কথাৰেই তুমি মোক সৰু ল'ৰাৰ দৰে ভয় খুৱাব পাৰিবা। গালি-শপনিৰ সময়ত ময়ো চুণা চাই সোপা দিব পাৰো। মই নজনা নহয় যে তুমি এজন প্ৰসিদ্ধ বীৰ, মোতকৈয়ো বহুগুণে শ্ৰেষ্ঠ। কিন্তু এনেকুৱা ঘটনাবিলাক দেৱতাসকলে নিয়ন্ত্ৰণ কৰে আৰু মই তোমাৰ সমান শক্তিধৰ নহ'লেও হয়তো তেওঁলোকৰ ইচ্ছা অনুযায়ী মোৰ বৰ্শাৰ আঘাততে তোমাৰ মৃত্যু হ'ব পাৰে। মোৰ বৰ্শাও যে আন যিকোনো বৰ্শাৰ দৰেই তীক্ষ্ণ, সেই কথা প্ৰমাণিত হৈছে।"

এইবুলি কৈ তেওঁ লক্ষ্য স্থিৰ কৰি বৰ্শা নিক্ষেপ কৰিলে। কিন্তু এথেনীয়ে অৱলীলাক্ৰমে বৰ্শাপাট যশস্বী একিলিছৰ আগৰপৰা উৰুৱাই লৈ গৈ হেক্টৰৰ ভৰিৰ ওচৰত পেলাই দিলে। হত্যাৰ কাৰণে উন্মত্ত হৈ একিলিছে ভৈৰৱ নিনাদ কৰি আক্ৰমণ কৰিলে। কিন্তু এপলোৱে ঘন কুঁৱলীৰে হেক্টৰক আবৃত কৰি তেওঁক থাপ মাৰি উৰুৱাই লৈ গ'ল। দেৱতাসকলৰ কাৰণে এই কাম নিতান্ত সহজ। ব্ৰঞ্জৰ বৰ্শা ধাৰণ কৰি অভিজাত আৰু তৎপৰ একিলিছে তিনিবাৰ আক্ৰমণ কৰিলে, কিন্তু তিনিওবাৰ কুঁৱলীৰ শূন্যগৰ্ভত তেওঁৰ বৰ্শা প্ৰবিষ্ট হ'ল। চতুৰ্থবাৰ তেওঁ দানৱৰদৰে দাৰুণভাৱে আক্ৰমণ কৰি ভয়ংকৰ কণ্ঠস্বৰেৰে হেক্টৰক তিৰস্কাৰ কৰি ক'লে, "ঘৃণিত কুকুৰ, তই আকৌ সাৰিলি, কিন্তু কাণে কাণ মাৰিহে। ফিবাছ এপলোৱে পুনৰ তোক ৰক্ষা কৰিলে। বৰ্শাৰ সন্মুখীন হোৱাৰ আগতে তই তেওঁক প্ৰাৰ্থনা কৰ, তাত কোনো সন্দেহ নাই। কিন্তু পুনৰ আমাৰ দেখাদেখি হ'ব আৰু সেইবাৰ দেৱতা এজনৰ সহায় পালে মই তোক শেষ কৰিম। এই মুহূৰ্তত মই বাকীবিলাকৰ বিৰুদ্ধে ভাগ্য পৰীক্ষা কৰি চাওঁ।"

আনকি এইদৰে কৈ থাকোঁতেই তেওঁ ড্ৰায়পছৰ গ্ৰীৱা বৰ্শাবিদ্ধ কৰিলে। ড্ৰায়পছ সশব্দে তেওঁৰ ভৰিত বাগৰি পৰিল। একিলিছে তেওঁক তাতে এৰি ফিলেটৰৰ দীৰ্ঘদেহী আৰু সুদৰ্শন তনয় ডিমাকাছক লক্ষ্য কৰি বৰ্শা নিক্ষেপ কৰিলে। আঁঠুত বৰ্শাই আঘাত কৰাত তেওঁ পৰি গ'ল আৰু তেতিয়া সুদীৰ্ঘ অসিৰে তেওঁক বধ কৰিলে। ইয়াৰ পিছত তেওঁ বায়াছৰ পুত্ৰদ্বয় লাওগোনাছ

আৰু ডাৰ্ডানাছক আক্ৰমণ কৰিলে। এজনক বৰ্শাৰে আৰু ইজনক ওচৰৰপৰা তৰোৱালেৰে নিধন কৰি তেওঁলোকক ৰথৰপৰা ভূপাতিত কৰিলে। আলাষ্টৰ-তনয় ট্ৰছৰ পাল পৰিল ইয়াৰ পিছত। তেওঁ আহি একিলিছৰ ভৰিত দীঘলদি পৰিল। তেওঁ আশা কৰিছিল যে একিলিছে সমনীয়া ডেকা এজনক হত্যা কৰাৰপৰা বিৰত হ'ব আৰু তেওঁক মাথোন বন্দী কৰি পিছত জীয়াই এৰি দিব। এই মূৰ্খ তৰুণজনে জনা উচিত আছিল যে তেওঁৰ প্ৰাৰ্থনা বিফল হ'ব। একিলিছ মৰমিয়াল বা কোমল মনৰ মানুহ নাছিল। তেওঁৰ ক্ৰোধ আছিল প্ৰচণ্ড। যেতিয়া ট্ৰছে করুণা ভিক্ষাৰ কাৰণে ব্যাকুল হৈ তেওঁৰ ভৰিত ধৰিলে, তেতিয়া একিলিছে তেওঁৰ যকৃতত তৰোৱাল বহুৱাই দিলে। যকৃতটো বাহিৰ হৈ আহি ক'লা তেজেৰে তেওঁৰ কোলা তুমৰলি কৰিলে। তেওঁ সংজ্ঞাহীন হৈ ঢলি পৰিল আৰু তেওঁৰ চকুলৈ নৈশ অন্ধকাৰ নামি আহিল। তাৰ পিছত একিলিছে মুলিয়াছৰ নিকটবৰ্তী হৈ তেওঁৰ কাণত বৰ্শাৰে এনেদৰে হানিলে যে ব্ৰঞ্জৰ জোংটো আনখন কাণেদি ওলাই গ'ল। ইয়াৰ পিছৰ চিকাৰ আছিল আজিনৰৰ পুত্ৰ ইকিলাছ। একিলিছে নাল লগা তৰোৱালেৰে তেওঁৰ মাজমূৰতে পূৰ্ণহতীয়া কোব সোধালে। তৰোৱালখন তেজেৰে তপত হৈ পৰিল। নিয়তিৰ নিৰ্বন্ধত ইকিলাছৰ নয়ন মৃত্যুৱে নিমিলিত কৰিলে। ইয়াৰ পিছত একিলিছে বৰ্শাৰ ব্ৰঞ্জৰ আগটো ডিউকেলিয়নৰ হাতটোৰ যি অংশত কিলাকুটিৰ পেশীবিলাক লাগি থাকে সেই-ঠাইতে বহুৱাই দিলে। বৰ্শাৰ ভৰত ওলমি থকা হাতটোৰে ডিউকেলিয়নে তেওঁৰ কাৰণে অপেক্ষা কৰি মৃত্যুৰ দৰ্শন পালে। একিলিছে তেওঁৰ ডিঙিত তৰোৱালেৰে ঘাপ মাৰি দিলে আৰু তেওঁৰ মূৰটো শিৰস্ত্ৰাণৰে সৈতে উফৰি গ'ল। বাজহাড়ৰ-পৰা মজ্জা বহিৰ্গত হ'ল আৰু মৃতদেহটো মাটিত পৰি থাকিল। ইয়াৰ পিছত একিলিছৰ হাতত নিহত হ'ল পেইৰছৰ সম্ভ্ৰান্ত সন্তান ৰিগমাছ। তেওঁ আহিছিল নিম্নভূমিৰে ভৰা থ্ৰেছৰপৰা। একিলিছে তেওঁক লক্ষ্য কৰি বৰ্শা নিক্ষেপ কৰিলে আৰু বৰ্শা তেওঁৰ শৰীৰত আমূলবিদ্ধ হ'ল। ব্ৰঞ্জৰ জোংটো তেওঁৰ হাঁওকাঁওত সোমাল আৰু তেওঁ ৰথৰপৰা সৰি পৰিল। তাৰ পিছত একিলিছে শাণিত বৰ্শাৰে ৰিগমাছৰ সহচৰ এৰিথাছৰ পিঠিত আঘাত কৰিলে। এৰিথাছে তেতিয়া ঘোঁৰাহাল ঘূৰাইছিল। কিন্তু তেৰোঁ ৰথচ্যুত হোৱাত ঘোঁৰাহাল চেকুৰি গ'ল।

এইদৰেই হাতত বৰ্শা ধাৰণ কৰি একিলিছ উন্মত্ত হৈ পৰিছিল। বৌদ্ৰদগ্ধ গিৰিখাটত অৱস্থিত উচ্চ অৰণ্যমালা দাহ কৰা দাবানলৰ শিখা ঘূৰ্ণিত কৰা প্ৰবল ৰটিকাৰ দৰে তেৰোঁ কৰ্কশ ধৰিছিল। পৈশাচিক প্ৰচণ্ডতাৰে তেওঁ অসহায় সৈন্যবোৰক খেদি খেদি হত্যা কৰিছিল আৰু ধৰণী ৰক্তাপ্লুত হৈছিল। যোদ্ধাচাৰী

প্ৰভুৰ ইচ্ছানুযায়ী একিলিছৰ ঘোঁৰাহালেও মৰা মানুহ আৰু ঢাল/শ্লাক প্ৰকাণ্ড খুড়াৰে এফালৰপৰা গচকি গৈছিল। মৰণা মৰা ঠাইত খেতিয়ক এজনে জুটি দিয়া লাওমূৰা গৰু এহালে হেম্বেলিয়াই শস্যবিলাক যেনেকৈ গচকি মহতিয়াই পেলায়, সেইদৰেই সিহঁতেও মৃতদেহবিলাক দলি পেলাইছিল। তেওঁৰ ৰথৰ ধুৰা আৰু ডাংগড়া ঘোঁৰাৰ খুড়া আৰু চকাৰপৰা ছিটিকি অহা তেজেৰে ৰঙা হৈ পৰিছিল। অজেয় হাতদুখন তেজেৰে বোলাই পেলিউছ-পুত্ৰই যশ-গৌৰৱৰ সন্ধানত ৰণভূমি উজাৰ কৰিছিল।

## একৈশ

# একিলিছ আৰু জেন্থাছৰ যুদ্ধ

ইতিমধ্যে ট্ৰজান সৈন্যবাহিনী ঘূৰ্ণিত স্ৰোতা জেন্থাছ নদীৰ অগভীৰ অংশত উপনীত হ'ল। এই আকৰ্ষণীয় নদীখনৰ জনক মৃত্যুহীন জ্যুছ। এই ঠাইতে একিলিছে তেওঁলোকক দুটা দলত বিভক্ত কৰিলে। এটা দলক সমতলৰ মাজেদি নগৰলৈ খেদি পঠিয়ালে। আগদিনা এই ঠাইতে কীৰ্তিমান হেক্টৰে কদ্ৰমূৰ্তি ধৰি একীয়ানবিলাকক আতঙ্কিত কৰিছিল আৰু তেওঁলোকক পশ্চাদপসৰণ কৰিবলৈ বাধ্য কৰিছিল। নগৰাভিমুখে পলায়ন কৰা দলটো বিস্তীৰ্ণ সমতল ভূমিত ছেদেলি-ভেদেলি হৈ পৰিছিল। হিৰীয়ে তেওঁলোকৰ পথ নিবিড় কুঁৱলীৰে ঢাকি ধৰিলে।

আনটো দলক নদীৰ কেঁকুৰি এটালৈ খেদি নিয়া হ'ল। এই ঠাইত ৰজত সলিলা জেন্থাছ সুগভীৰ আছিল। জপং জপংকৈ শব্দ কৰি তেওঁলোক পানীত পৰিল। নদীখনৰ তলৰপৰাও সেই শব্দ প্ৰতিধ্বনিত হ'ল। পানীৰ পকনিয়াত কৰবকাই থাকোঁতে তেওঁলোকৰ আৰ্তনাদত দুয়োপাৰ ৰজনজনাই গৈছিল। কাকতি ফৰিঙৰ দল এটাহে যেন হঠাতে ঘটা অগ্নিকাণ্ডৰ ফলত জুইৰ পৰাহবপৰা ৰক্ষা পৰিবৰ কাৰণে খেলিমেলি অৱস্থাত জাকে জাকে পানীত পৰিছিলহি। কিন্তু এই ক্ষেত্ৰত সেই শক্তি আছিল স্বয়ং একিলিছ আৰু তেওঁৰ দ্বাৰা বিতাৰিত হৈ মানুহ আৰু ঘোঁৰাৰ দল হিল-বল ভাঙি পানীৰ সোঁতত জঁাপ দিয়াৰ ফলত জেন্থাছৰ বক্ষতো এক অভূতপূৰ্ব কলৰৱৰ সৃষ্টি হ'ল।

ৰাজকুমাৰে বৰ্শাপাট নদীৰ পাৰত থকা ঝাউবন এজোপাত আওজাই থৈ হাতত মাথোন তৰোৱালখন ল'লে আৰু দানৱৰ দৰে পানীৰ মাজত জঁপিয়াই পৰি প্ৰচণ্ড জিঘাংসাত উন্মত্ত হৈ সোঁৱে বাঁৱে অথালি পথালিকৈ ঘপিয়াবলৈ ধৰিলে। তেওঁৰ অসিৰ আঘাতত মানুহবিলাকে ভয়ানক যন্ত্ৰণাত আৰ্তনাদ কৰিবলৈ ধৰিলে আৰু নদীৰ পানী তেজেৰে ৰাঙলী হ'ল। এটা প্ৰকাণ্ড তিমি মাছ আগত পৰিলে ক্ষুদ্ৰ পুঠিমাছ এটাই প্ৰাণৰ ভয়ত পলাই গৈ সুৰক্ষিত গুহা এটাৰ একোণে আশ্ৰয় লয়, কাৰণ ধৰা পৰিলেই মৰা পৰা বুলি সি বুজি পায়। সেইদৰে ট্ৰজানবিলাকেও সেই ভয়ৰ নদীখনৰ থিয় পৰাহৰ তলত আতংকিত হৈ আশ্ৰয় লৈছিল। তেওঁলোকক হত্যা কৰি হাত অৱশ হৈ পৰাত, একিলিছে বাৰজন যুৱকক বাছি লৈ পেট্ৰোক্লাছৰ মৃত্যুৰ প্ৰতিশোধ ল'বৰ কাৰণে তেওঁলোকক পানীৰপৰা পাৰলৈ

তুলি নিলে। তেওঁলোকৰ পৰিচ্ছদত সংযুক্ত মজবুত চামৰাৰ ৰচিৰেই তেওঁলোকৰ হাতবোৰ পিছফালে বান্ধি পেলালে। ইয়াৰ পিছত তেওঁ তেওঁলোকক শৃঙ্খলেৰে জাহাজলৈ লৈ যাবলৈ সহচৰসকলক নিৰ্দেশ দি, প্ৰতিহিংসাত উন্মত্ত হৈ পুনৰ শত্ৰুক আক্ৰমণ কৰিলে।

তেওঁ প্ৰথমেই ডাৰ্ডানাছ বংশীয় প্ৰায়ামৰ পুত্ৰসকলৰ অন্যতম লীকাওনক লগ পালে। তেওঁ নদীৰপৰা পলাই যাবলৈ উপক্ৰম কৰিছিল। তেওঁ এই মানুহজনক এবাৰ এটা নৈশ অভিযানত পিতাকৰ আঙুৰৰ বাগানৰপৰা বন্দী কৰি আনিছিল। তেতিয়া লীকাওনে ৰথৰ ডাংগড় সাজিবৰ কাৰণে চোকা দা এখনেৰে ডিমৰু গছৰ ডাল দলি আছিল। এনে সময়তে বিনামেঘে বজ্ৰপাতৰ দৰে একিলিছে তেওঁক আটক কৰিলে। সেইবাৰ একিলিছে তেওঁক জাহাজত তুলি নি লেমনছত বিক্ৰী কৰিলে, জেছনৰ পুতেকে তেওঁক কিনি লৈছিল। এই সময়তে ইমব্ৰছৰ ইটিয়ন নামৰ মানুহ এজনৰ লগত তেওঁৰ বন্ধুত্ব ঠন ধৰি উঠে আৰু সেই মানুহজনেই প্ৰচুৰ অৰ্থৰ বিনিময়ত তেওঁক মুক্ত কৰে। ইটিয়নে তেওঁক পবিত্ৰ আৰিছবিলৈ প্ৰেৰণ কৰে, কিন্তু তেওঁ ত্ৰাণকৰ্তাসকলৰ চকুত ধূলি দি ট্ৰয় ৰাজ্যত থকা নিজৰ ঘৰলৈ উভতি আহিবলৈ সমৰ্থ হয়। পিছে লেমনছৰপৰা উভতি আহি তেওঁ মাত্ৰ এঘাৰ দিনহে বন্ধু-বান্ধৱৰ লগত সুখেৰে থাকিবলৈ পালে, কাৰণ দ্বাদশ দিনত নিয়তিয়ে তেওঁক পুনৰ একিলিছৰ হাতত চমজাই দিলে। এইবাৰ একিলিছে বাধ্য হৈ তেওঁক হেডিছৰ প্ৰেতপুৰীলৈ পঠিওৱাৰ দিহা কৰিলে। ক্ষিপ্ৰ আৰু সুমহান একিলিছে তেওঁক দেখামাত্ৰকে চিনি পালে, কাৰণ তেওঁ একেবাৰে নিৰস্ত্ৰ অৱস্থাত আছিল। নদীখনৰপৰা নিষ্কৃতি পাবলৈ কঠোৰ চেষ্টা কৰোঁতে অৱশ আৰু ক্লান্ত হৈ তেওঁ ঢাল-বৰ্শা, শিৰস্ত্ৰাণ আদি খুলি মাটিত পেলাই দিছিল। তেওঁক দেখা পাই একিলিছে ক্ৰোধ আৰু বিস্ময়ত চিঞৰি উঠিল। তেওঁ স্বগত-ভাৱে ক'লে, "দেখিছো, অবিশ্বাস্য ঘটনাৰ অন্ত নাই! এই মানুহটোৰপৰা 'সন্দেহ পালে মোৰ হাতত নিহত হোৱা প্ৰতিটো ট্ৰজান সৈন্য অস্তাচলৰ অন্ধকাৰৰ-পৰা ওলাই আহি মোক আক্ৰমণ কৰিবহি! এইটো এটা পলৰীয়া দাস, লেমনছত ইয়াক বিক্ৰী কৰা হৈছিল, অথচ ইয়াৰো আৱিৰ্ভাৱ হ'ল। কোনোবাই যাত্ৰা কৰিব খুজিলে যেন উত্তাল সমুদ্ৰই একো বাধাৰেই সৃষ্টি কৰিব নোৱাৰে। যাক, এইবাৰ ইয়াৰ কাৰণে অলপ বেছিকৈ ব্যৱস্থা ল'ম। মোৰ বৰ্শাৰ চোকা জোংটোৰ সোৱাদ সি পাব। এইবাৰ সি তাৰ গন্তব্য স্থানৰপৰা সহজে আহিবলৈকে সমৰ্থ হয় নে নুৱাৰা ধৰিত্ৰীয়ে আন আন শক্তিশালী মানুহৰ লগতে তাক নিজৰ গৰ্ভত সামৰি লয়, সেই বিষয়ে মই নিশ্চিত হ'বলৈ চেষ্টা কৰিম।"

একিলিছে আশ্চৰিত হৈ সেইদৰে থিয় হৈ চাই থাকোঁতেই লীকাওনে ওচৰ চাপি হেক্টৰ ভৰিত ধৰিবলৈ চেষ্টা কৰিলে। তেওঁ ভয়ত অভিভূত হৈ পৰিছিল আৰু এটাই মাথোন তেওঁৰ অভিলাষ আছিল, অদৃষ্টক লংঘন কৰি ভয়ানক মৃত্যুৰপৰা পৰিত্ৰাণ পোৱা। মহান একিলিছে দীঘল বৰ্শাপাট দাঙি লৈ তেওঁৰ কালে টোৱালে। কিন্তু লীকাওনে বাগি দি একেলৰে তেওঁৰ ভৰিত দীঘল দি পৰিল, বৰ্শাপাট তেওঁৰ পিঠিৰ ওপৰেদি পাৰ হৈ গৈ মাটিত খোঁচ খালে। নৰ-মাংসৰ কাৰণে তেতিয়াও তাৰ ক্ষুধাৰ নিবৃত্তি হোৱা নাছিল। এহাতে একিলিছৰ ভৰিত ধৰি আৰু আনটো হাতেৰে বৰ্শাপাট খামুচি লৈ লীকাওনে কাকুতি-মিনতি কৰি ক'লে, "একিলিছ, মই তোমাৰ চৰণত শৰণ লৈছোঁ। কৰুণা কৰা, মোক নামাৰিবা। তোমাৰ কৃপা ভিক্ষা কৰিবলৈ মোৰ থলো আছে, কাৰণ আমাৰ মনোৰম আঙুৰৰ উদ্যানখনত যেতিয়া তুমি মোক বন্দী কৰিছিলা, মোৰ পিতা আৰু বন্ধু-বান্ধৱৰ মাজৰপৰা তেতিয়া তুমি মোক অপহৰণ কৰিছিলা, তেতিয়া তুমিয়েই একমাত্ৰ একীয়ান আছিলা যাৰ লগত মই একেলগে আহাৰ গ্ৰহণ কৰিছিলোঁ। মোক বিক্ৰী কৰি তুমি প্ৰচুৰ অৰ্থ লাভ কৰিছিলা। কিন্তু মোৰ মুক্তিপণ আছিল তাৰ তিনিগুণ। বহুতো দুখ-দুৰ্গতি ভোগ কৰি মাত্ৰ বাৰ দিনৰ আগতহে মই ইলিয়ামত উপস্থিত হৈছোহি। কিন্তু এতিয়া দুৰ্ভাগ্যই মোক পুনৰ তোমাৰ কবলত পেলাইছে। জনক জ্যুছে কিমান যে বিৰূপ হৈ মোক দুবাৰকৈ তোমাৰ হস্তগত কৰিছে। মই লাওঠীৰ পুত্ৰ (বোধকৰো তেওঁ বেছিদিন জীয়াই নেথাকিব) ছাট্নি অইছ নদীৰ পাৰত অৱস্থিত পেডাকাছৰ উচ্চ দুৰ্গত বাস কৰা, যুঁজাৰু লিলিজীবিলাকৰ অধিপতি আলটিছৰ তেওঁ কন্যা। প্ৰায়ামৰ পত্নীসকলৰ ভিতৰত তেৰোঁ এগৰাকী। তেওঁৰ দুটি সন্তানৰ তুমি বধৰ ভাগী হ'বা, কাৰণ ৰণাংগণৰ সমুখ ভাগতে অভিজাত পলিডৰাছ তোমাৰ বৰ্শাঘাতত নিহত হ'ল। মোৰো অন্তিম কাল আসন্ন। কাৰণ দেৱতাই মোক তোমাৰ হাতত সমৰ্পণ কৰিছে, মোৰ পৰিত্ৰাণৰ আশা নাই। কিন্তু আৰু এটা কাৰণত তুমি মোৰ জীৱন ৰক্ষা কৰিব লাগে। মই তোমাক মিনতি কৰিছোঁ, তুমি কথাটো আওকাণ নকৰিবা। তোমাৰ সাহসী আৰু অমায়িক বন্ধুৰ নিহন্তা হেক্টৰৰ মই সহোদৰ ভাই নহয়।"

এইদৰেই অভিজাত প্ৰায়াম পুত্ৰই একিলিছৰ ওচৰত কৰুণা ভিক্ষা কৰিছিল। কিন্তু তাৰ প্ৰত্যুত্তৰ হিচাপে নিহত হোৱা কণ্ঠস্বৰত দয়ামায়া নাছিল। একিলিছে কোৱা তেওঁৰ শ্ৰুতিগোচৰ হৈছিল, "মূৰ্খ, মোৰ আগত মুক্তিপণৰ কথা নুলিয়াবা। বক্তৃতা শুনিবলৈ মোৰ ৰুচি নাই। পেট্ৰোক্লছৰ মৃত্যুৰ আগতে মই

ট্ৰজানবিলাকক অব্যাহতি দিবলৈ অসন্মত নাছিলো। বহুতকে মই বন্দী কৰি দেশ বিদেশত বেচিছিলো। কিন্তু এতিয়া ইলিয়ামৰ যুদ্ধক্ষেত্ৰত ঈশ্বৰে মোৰ হস্তগত কৰা কোনো লোকেই নিষ্কৃতি নাপাব। সকলো ট্ৰজানৰ বেলিকাই এই কথা প্ৰযোজ্য, বিশেষকৈ প্ৰায়ামৰ পুতেকহঁতৰ ক্ষেত্ৰত। হয় বন্ধু, তোমাৰো অন্তিমকাল উপস্থিত। তাকে লৈ সংগীতৰ সৃষ্টি কৰিছা কিয়? পেট্ৰক্লাছো মৰিল, যদিও তেওঁ তোমাতকৈ সকলো গুণে শ্ৰেষ্ঠ আছিল। আৰু মোৰ ফালে চোৱাঁ। মই দীৰ্ঘদেহী আৰু সুদৰ্শন নহয়নে? মোৰ পিতা এজন মহৎ লোক, মোৰ আই এগৰাকী দেৱী, তথাপি মৃত্যু আৰু সৰ্বশক্তিমান অদৃষ্টই মোৰ কাৰণে অপেক্ষা কৰি আছে। এদিন ৰাতিপুৱা, হয়তো দুপৰীয়া বা সন্ধ্যাও হ'ব পাৰে; যুদ্ধত কোনো লোকৰ দ্বাৰা বৰ্শাবিদ্ধ বা শৰাহত হৈ ময়ো প্ৰাণত্যাগ কৰিম।"

ইয়াকে শুনি লীকাওন নিৰাশাত অভিভূত হৈ ঢলি পৰিল। বৰ্শাপাট মুঠিৰপৰা এৰি তেওঁ দুয়োখন হাত মেলি দি মাটিত বহিল। কিন্তু একিলিছে তীক্ষ্ণ অসি হাতত লৈ তেওঁৰ ডিঙিত ঘাপ মাৰি দিলে। দুফালে চোক থকা তৰোৱালখন তেওঁৰ মঙহত সোমাল। সমুখৰ ফালে হাউলি গৈ তেওঁ মাটিত বাগৰি পৰিল। তেওঁৰ ডিঙিৰপৰা হোলোকা হোলোকে ওলোৱা ক'লা তেজেৰে মাটিত সোঁত বলিল। একিলিছে তেওঁক ভৰিত ধৰি পানীৰ মাজলৈ দলিয়াই দিলে আৰু তীব্ৰ বিদ্ৰূপেৰে বিদায় দি ক'লে, "তাতে মাছৰ মাজত পৰি থাকা। সিহঁতে মনৰ সুখেৰে তোমাৰ তেজ চেলেকিব পাৰিব। তোমাৰ জননীয়ে তোমাক চাঙিত শুৱাই শোক প্ৰকাশ কৰিবলৈ সুবিধা নাপাব। কিন্তু খৰস্ৰোতা স্কেমেণ্ডাৰে তোমাক সমুদ্ৰৰ বহল বুকুলৈ উটুৱাই নিব। অসংখ্য মাছে পানীৰ মাজৰপৰা উপৰিভাগৰ কলীয়া ঢৌৰ কাষলৈ উঠি আহি লীকাওনৰ বগা মঙহ ভক্ষণ কৰিব। তোমালোকৰ সৰ্বনাশ হওক। আমি পবিত্ৰ ইলিয়ামৰ নগৰ দুৰ্গৰ ওচৰ চাপি যাম। তোমালোকে ছত্ৰভঙ্গ দিবা আৰু মই পিছে পিছে সংহাৰ কৰি যাম। কোনেও তোমালোকক ৰক্ষা কৰিব নোৱাৰে। আনকি যাৰ পূজাত তোমালোকে ষাঁড় বলি দিয়া আৰু যাৰ জলত জীৱিত অশ্ব বিসৰ্জন দিয়া, সেই ৰূপালী চাকনৈয়াৰে ভৰা, মনোৰম স্কেমেণ্ডাৰেও তোমালোকক উদ্ধাৰ কৰিবলৈ সমৰ্থ নহ'ব। মই আঁতৰি থাকোতে তোমালোকে পৰাভূত একীয়ানবিলাকক জাহাজৰ কাষত হত্যা কৰিছিলা, পেট্ৰক্লাছক বধ কৰিছিলা। তাৰ প্ৰতিফল ভোগ নকৰা পৰ্যন্ত তোমালোক প্ৰত্যেকৰে নিদাৰুণ পৰিণতি অনিবাৰ্য।"

আগৰেপৰা নদীখন অসন্তুষ্ট হৈ আছিল। তদুপৰি তেওঁৰ নাম উল্লেখ কৰাত তেওঁ অতিশয় কষ্ট হ'ল। তেওঁ কুমাৰ একিলিছৰ এই অভিযানৰ অৱসান

ঘটোৱাৰ আৰু ট্ৰজান লোকক ৰক্ষা কৰাৰ উপায় চিন্তিবলৈ ধৰিলে। ইতিমধ্যে পেলিউছ পুত্ৰই হত্যাৰ লালসাত, দীৰ্ঘছায়া বিশিষ্ট বৰ্শাপাট হাতত লৈ তীব্ৰগতিৰে অষ্টেৰপিউছৰ ওপৰত জঁপিয়াই পৰিল। এই মানুহজন আছিল পেলিগনৰ পুত্ৰ। পেলিগন অচ্ছোমিনাছ আৰু খৰস্ৰোতা বিস্তীৰ্ণ নদী অক্সিয়াছৰ প্ৰথমা কন্যা পেৰীবীয়াৰ অবৈধ সন্তান। একিলিছে আক্ৰমণ কৰোঁতে অষ্টেৰপিউছ পানীৰ মাজৰপৰা ওলাই আহিছিল মাথোন। দুহাতে দুপাট বৰ্শা লৈ তেওঁ একিলিছক ফেৰপাতি ধৰিলে। জেন্থাছে তেওঁক উৎসাহিত কৰিছিল। কাৰণ একিলিছে পানীৰ সোঁতত তৰুণবীৰসকলক নিৰ্মমভাৱে হত্যা কৰাৰ কাৰণে তেওঁ অসন্তুষ্ট হৈ আছিল। অষ্টেৰপিউছৰ ওচৰত উপস্থিত হৈ ক্ষিপ্ৰ আৰু সুমহান একিলিছে তেওঁক ৰণলৈ আহ্বান কৰি সুধিলে, "তুমিনো কোনহে? একিলিছৰ সন্মুখীন হ'বলৈ ইমান সাহস ক'ৰপৰা পালা? তোমাৰ আত্মীয়-কুটুম্ব কোন? মই ৰুদ্ৰমূৰ্তি ধৰোঁতে যিবিলাক লোক মোৰ আগত পৰে, তেওঁলোকৰ পিতাকহঁতে চকুপানী টুকিব লগা হয়।"

অভিজাত অষ্টেৰপিউছে উত্তৰ দিলে, "ৰজা পেলিউছৰ পুত্ৰ, মোৰ বংশ পৰিচয় কিয় বিচাৰিছা? পিয়নীয়ালৈ বহুত বাট, দেশখন দ মাটিৰে ভৰা। দীৰ্ঘ বৰ্শাধাৰী পিয়নীয়সকলৰ নেতৃত্ব কৰি মাত্ৰ এঘাৰ দিনৰ আগতে মই ইলিয়ামত উপস্থিত হৈছো। মই বিস্তীৰ্ণ বক্ষ অক্সিয়াছৰ বংশধৰ। অক্সিয়াছ বিখ্যাত বৰ্শাচালক পেলিগনৰ পিতাক আছিল। মানুহে কয় মই পেলিগনৰে সন্তান। কিন্তু যথেষ্ট হৈছে, কুমাৰ একিলিছ, এতিয়া আমি যুদ্ধ কৰাই শ্ৰেয়।"

তেওঁ অৱজ্ঞাৰ সুৰত কথা কৈছিল। একিলিছে পিলিয়নৰপৰা সংগ্ৰহ কৰা এছকাঠৰ বৰ্শা উত্তোলন কৰিলে। কিন্তু সাহসী অষ্টেৰপিউছ সব্যসাচী আছিল। তেওঁ একেসময়তে দুয়োপাট বৰ্শা নিক্ষেপ কৰিলে। এপাট একিলিছৰ ঢালখনত লাগিল, কিন্তু ভেদ কৰি যাব নোৱাৰিলে। কাৰণ ঢালখনত দেৱতাজনে সংযুক্ত কৰা সোণৰ তৰপটোৱে বৰ্শাগ্ৰ প্ৰতিহত কৰিলে। আনপাট বৰ্শাই একিলিছৰ কিলাকুটিৰ ছাল একৰালে মাত্ৰ। ফলত কিছু ৰক্তপাত হ'ল যদিও শেলপাট তেওঁৰ ওপৰেদি পাৰ হৈ গৈ মাটিত সোমাল। তাৰ নৰমাংসৰ ক্ষুধা নিবৃত্ত নহ'ল। এতিয়া একিলিছৰ পাল পৰিল। তেওঁ এছকাঠৰ পোন আৰু ভেৰিয়া বৰ্শাপাট অষ্টেৰপিউছৰ প্ৰতি মাৰাত্মক মনোভাৱেৰে মাৰি পঠিয়ালে। কিন্তু লক্ষ্যভ্ৰষ্ট হোৱাত বৰ্শাপাট নদীৰ ওখ পাৰত ইমান জোৰেৰে লাগিল যে তাৰ আধা অংশ মাটিত পোত খাই গ'ল। কাষৰপৰা তীক্ষ্ণ তৰোৱাল আকৰ্ষণ কৰি পেলিউছ পুত্ৰই অষ্টেৰপিউছক আক্ৰমণ কৰিলে। তেওঁ বিশাল হাতেৰে মাটিত পোতখাই

থকা বৰ্শাপাট টানি উলিয়াবলৈ বৃথা চেষ্টা কৰি আছিল। তিনিবাৰ বৰ্শাপাট উদ্ধাৰ কৰাৰ প্ৰচেষ্টা কৰি তেওঁ অলপমান মাত্ৰ লৰচৰ কৰিবলৈহে সক্ষম হ'ল, কিন্তু প্ৰতিবাৰেই এই চেষ্টা পৰিত্যাগ কৰিবলৈ তেওঁ বাধ্য হ'ল। তেওঁ পুনৰ প্ৰয়াস কৰিলে, আৰু এইবাৰ পেলিউছৰ এছকাঠৰ নালটো বেঁকা কৰি জোৰাতে ভাঙি পেলাবলৈ তেওঁ যত্ন কৰিছিল। কিন্তু কামটো শেষ কৰাৰ আগতে একিলিছে তেওঁৰ ওচৰ চাপি তৰোৱালেৰে তেওঁক বধ কৰিলে। নাভিৰ তলতে পেটত তৰোৱালখন বহুৱাই দিয়াত নাড়ী-ভুৰুবিলাক বাহিৰ হৈ মাটিত পৰিল। তেওঁৰ নাভিশ্বাস আৰম্ভ হ'ল আৰু পৰি থকা অৱস্থাতে তেওঁৰ চকুলৈ নৈশ অন্ধকাৰ নামি আহিল। একিলিছে তেওঁৰ বুকুত গচকি ধৰি বৰ্মখন খুলি ল'লে আৰু বিজয় গৌৰৱত মত্ত হৈ পৰিল। তেওঁ ক'লে, "তাতে পৰি থাকা, নদী দেৱতাৰ সতি-সন্ততিয়েও সৰ্বশক্তিমান জ্যুছৰ বংশধৰসকলৰ লগত যুদ্ধ কৰা কিমান কঠিন শিকি লোৱা। তুমি কৈছিলা, এখন সুমহান নদ তোমাৰ উপৰিপুৰুষ। কিন্তু মই মোৰ বংশ জ্যুছৰপৰা সম্ভূত বুলি নিৰ্ণয় কৰিব পাৰো। অসংখ্য মাৰ্মিডন প্ৰজাৰ অধিপতি আয়েকাছ পুত্ৰ পেলিউছ মোৰ পিতা। আয়েকাছ আছিল জ্যুছৰ তনয়। সমুদ্ৰাভিমুখী নদ-নদীবিলাকৰ ভিতৰত জ্যুছ যেনেকৈ শ্ৰেষ্ঠ সেইদৰেই জ্যুছৰ বংশধৰ সকলো নদ-নদীৰ সতি-সন্ততিতকৈ শ্ৰেষ্ঠ। তোমাৰ কাষেদি বৈ যোৱা নদটোলৈ লক্ষ্য কৰা। তেঁৱো বিপুল শক্তিৰ অধিকাৰী আৰু পৰাহ'লে এতিয়া তেওঁ তোমাক সহায় কৰিলেহেঁতেন। কিন্তু ক্ৰনছ নন্দন জ্যুছৰ লগত যুদ্ধ কৰিবলৈ কোনো সক্ষম নহয়। আনকি নদ-নদীসকলৰ অধীশ্বৰ একিলাছো জ্যুছৰ সমকক্ষ নহয়। সেইদৰে সুগভীৰ আৰু শক্তিশালী মহা সমুদ্ৰও। যদিও তেৰেঁই সমস্ত নদ-নদী, প্ৰতিখন সাগৰ, সকলো বিলাক নিজৰা আৰু জগতৰ সমস্ত সুগভীৰ জলাশয়ৰ একমাত্ৰ উৎপত্তিৰ স্থল, আনকি তেৰোঁ আকাশত গৰ্জন কৰা জ্যুছৰ বজ্ৰ আৰু বিদ্যুতক অতিশয় ভয় কৰে।"

একিলিছে ব্ৰঞ্জৰ বৰ্শাপাট মাটিৰপৰা উঘালি ল'লে। তেওঁৰ হাতত নিহত হোৱা লোকজন বালিতে পৰি আছিল আৰু জলধাৰাই তেওঁক স্পৰ্শ কৰিছিল। বামী আদি মাছবিলাকে কামুৰি কামুৰি তেওঁৰ বৃক্ক আৰু চৰ্বি ভক্ষণ কৰিছিল। তেওঁক তাতে এৰি থৈ একিলিছ পাখিলগা শিৰস্ত্ৰাণ পৰিহিত পিয়নীয়সকলৰ সন্ধানত নিক্ৰান্ত হ'ল। সেনাপতিজনক যুদ্ধত পেলিউছ পুত্ৰৰ হাতৰ তৰোৱালৰ দ্বাৰা নিহত হোৱা দেখি আতংকিত হৈ তেওঁলোক চাকনৈয়াৰে ভৰা নদটোৰ পাৰতে আছিল। ঠাৰ্ছিলকাছ, মীডন, অষ্টিপাইলাছ, নিচাছ, থ্ৰেছিয়াছ, আয়েনিয়াছ আৰু অফিলিটিছ, এওঁলোক সকলোটি তেওঁৰ হাতত নিহত হ'ল। তেওঁ আৰু

পিয়নীয় সৈন্যৰ প্ৰাণ ল'লেহেঁতেন, কিন্তু ঘূৰ্ণিত জলৰাশিৰ নদটোৱে অতিশয় কষ্ট হৈ মানৱৰ ৰূপ ধাৰণ কৰি তেওঁক বাধা দিবৰ কাৰণে গভীৰ পানীৰ মাজৰপৰা চিঞৰি চিঞৰি ক'লে, "একিলিছ, তুমি অতিমানৱ, তোমাৰ শক্তি আৰু প্ৰচণ্ডতাৰ তুলনা নহয়। তদুপৰি দেৱতাসকলো তোমাৰ পক্ষপাতী। কিন্তু ক্ৰনছ-নন্দনে যদি সঁচাকৈয়ে ট্ৰজানবিলাকক তুমি নিশ্চিহ্ন কৰাটোকে অভিলাষ কৰে, তেন্তে মই তোমাক অনুৰোধ কৰিছো তুমি অন্ততঃ সিহঁতক মোৰ চকুৰ আগৰপৰা খেদি নি সমতল ভূমিতে তোমাৰ কুকাৰ্য সম্পন্ন কৰাগৈ। মোৰ সুৰম্য সুঁতিবিলাক মৃতদেহেৰে ভৰি পৰিছে। মৰা শবিলাকৰ হেঁচাত মোৰো গতি প্ৰায় বন্ধ হৈছে। পবিত্ৰ সাগৰলৈ এতিয়া মোৰ জলৰাশি বৈ যাব নোৱাৰা হৈছে। অথচ তুমি এতিয়াও হত্যা লীলাত লিপ্ত হৈ আছা। মোক আৰু ইমানতে এৰি থৈ যোৱা, মই হতভম্ব হৈছো, মহোদয়।"

মহান ধাৰক একিলিছে উত্তৰ দিলে, "জ্যুছ সন্তান স্কেমেণ্ডাৰ, তোমাৰ অভিলাষ পূৰ্ণ কৰা হ'ব। কিন্তু তাৰ আগতে মই এই গৰ্বিত ট্ৰজানবিলাকক হত্যা কৰি সিহঁতক নগৰখনত আটক কৰি ৰাখিম, হেক্টৰৰ লগতো কিবা এটা মীমাংসা কৰিব লাগিব। আমাৰ ভিতৰত কোনজন বিজয়ী হয় আৰু কোন নিহত হয় তাকো নিৰ্ণয় কৰিব লাগিব।"

এইবুলি কৈ তেওঁ পৈশাচিক প্ৰচণ্ডতাৰে ট্ৰজানবিলাকক আক্ৰমণ কৰিলে। কিন্তু এইবাৰ গভীৰ আৰু ঘূৰ্ণিত জলৰাশিৰ অধিপতি স্কেমেণ্ডাৰে এপলোক প্ৰাৰ্থনা কৰি উচ্চৈঃস্বৰে ক'লে, "ৰূপালী ধনুৰ অধিকাৰী, জ্যুছৰ তনয়, তোমাৰ লাজ লগা নাইনে? এইদৰেই তুমি পিতাৰাৰ আদেশ পালন কৰিছানে? সুফলা শস্যক্ষেত্ৰবিলাকলৈ সন্ধ্যাৰ ছায়া নামি নহা পৰ্যন্ত ট্ৰজানবিলাকক ৰক্ষা কৰিবলৈ তেওঁ তোমাক বাৰে বাৰে সকীয়াই থকা নাছিলনে?"

এই কথা কৰ্ণগোচৰ হোৱাত সুমহান বৰ্শাচালক একিলিছে পাৰৰপৰা জাপ মাৰি জলৰাশিৰ মাজ পালেগৈ। স্কেমেণ্ডাৰে ফেনে-ফোটোকাৰে বাঢ়ি তেওঁক খেদি আহিল। তেওঁৰ সুঁতিবিলাক ফেনিল জলতৰঙ্গৰে প্লাবিত হ'ল আৰু ষাঁড়ৰ দৰে গৰ্জন কৰি তেওঁ একিলিছৰ হাতত নিহত হোৱা লোকৰ অগণন মৃতদেহ পাৰলৈ উটুৱাই দিলে। এই মৃতদেহবিলাকে তেওঁৰ গতি প্ৰায় বন্ধ কৰি পেলাইছিল। অটল আৰু অকুল বাৰিধাৰাই তেওঁৰ বল বিস্তীৰ্ণ কৰি তুলিছিল আৰু এই জলৰাশিৰ গৰ্ভত জীৱিত লোকসকলক আশ্ৰয় দি তেওঁ তেওঁলোকক ৰক্ষা কৰিছিল। ক্ৰুদ্ধ সলিল ৰাশিৰ ফেনিল প্লাৱনে একিলিছক চতুৰ্দিশৰপৰা আক্ৰমণ কৰিলে। তেওঁৰ ঢালখন ঢৌৰ আঘাতত দুলি উঠিল আৰু তেওঁ থাকিব

নোপোৱা হ'ল। স্থিৰ হৈ থাকিব নোৱাৰি তেওঁ পৈণত এলম্ গছ এজোপা গৰা মাৰি ধৰিলে। কিন্তু গছজোপা শিপাৰে সৈতে উঘাল খাই পাৰৰপৰা খহি আহি পানীৰ মাজত পৰিল। এতিয়া গছজোপাই সাঁকো এডালৰ নিচিনা হৈ অসংখ্য ডাল-পাতেৰে পানীৰ সোঁত ভেটি ধৰিলে। একিলিছে অতিশয় কষ্টেৰে পানীৰ-পৰা উঠি আহি আতঙ্কত পাৰৰ ফালে দৌৰি যাবলৈ চেষ্টা কৰিলে। তেওঁৰ দ্ৰুতগামিতায়েই তেওঁক ৰক্ষা কৰিব বুলি তেওঁ ভাবিছিল। কিন্তু মহান দেৱতা-জনে তেতিয়াও একিলিছৰ পিছ এৰা নাছিল। একিলিছৰ জয়যাত্ৰাৰ অৱসান ঘটাই ট্ৰজানবিলাকক মৃত্যুৰ মুখৰপৰা পবিত্ৰাণ কৰাই তেওঁৰ উদ্দেশ্য আছিল। তেওঁ পুনৰ বাঢ়ি আহিল আৰু পানীৰ অন্ধকাৰ প্ৰাচীৰ এখনেৰে একিলিছক আতঙ্কিত কৰিলে। পেলিউছ পুত্ৰৰ পলায়ন কৰাৰ বাহিৰে অন্যপথ নাছিল। তেওঁ বিহংগকুলৰ ক্ষিপ্ৰতম, শ্ৰেষ্ঠ চিকাৰী, কৃষ্ণ ঈগল পক্ষীৰ দৰে সবেগে ধাৱন কৰি বৰ্শা এপাট নিক্ষেপ কৰিব পৰা দূৰত্ব অতিক্ৰম কৰি গ'ল। প্ৰসাৰিত তৰংগ-ৰাশিৰ কৰাল গ্ৰাসৰপৰা পৰিত্ৰাণ পাবলৈ তেওঁ বায়ুবেগে ধাবিত হওঁতে তেওঁৰ স্কন্ধদেশৰ ব্ৰঞ্জাবৰণ ভয়ানকভাৱে বাজি উঠিছিল আৰু তেওঁক অনুধাৱন কৰা স্কেমেণ্ডাৰে প্ৰচণ্ড ক্ৰোধত গৰজি উঠিছিল।

একিলিছ মহান ধাবক আছিল সঁচা, কিন্তু দেৱতাসকল মানুহতকৈ শ্ৰেষ্ঠ। মাজে মাজে বন্যাৰ সমুখৰ বাৰিধাৰাই তেওঁক ঢুকি পাইছিল। এজন মালীয়ে জলসিঞ্চনৰ কাৰণে উদ্যানৰ গছ-লতাবিলাকৰ মাজেদি এটা খাল খান্দি জুৰি এটাৰ পৰিষ্কাৰ পানী আনিবলৈ চেষ্টা কৰে। কোৰ এখন হাতত লৈ তেওঁ শিলমাটি আদি গুচাই বন্ধ নলাটো মুকলি কৰি দিয়ে আৰু পানীৰ সোঁত বয়। বাটৰ শিলগুটিবিলাক উটুৱাই পানী নামনিমুৱা হৈ কুলুকুলু কৰি বৈ আহে আৰু খন্তেকতে মালীজনক অতিক্ৰম কৰি যায়। একিলিছৰো তদ্ৰূপ অৱস্থাই হৈছিল।

মাজে মাজে ক্ষিপ্ৰ আৰু সুমহান একিলিছে অনন্ত আকাশৰ সকলোটি দেৱতাই তেওঁক খেদি আহিছেনেকি নিৰ্ণয় কৰিবলৈ খন্তেক থমকি ৰৈছিল। কিন্তু বোৱা মাত্ৰকে দিব্য জলেৰে পৰিপুষ্ট নদটিৰ একোটা প্ৰকাণ্ড ঢৌৱে তেওঁৰ কান্ধত খুন্দা মাৰিছিল। অতিষ্ঠ হৈ তেওঁ পুনৰ প্ৰাণটাকি খোজ চলাইছিল। কিন্তু প্ৰচণ্ড গতিৰে পানীৰ সোঁতো বৈ আহিছিল। পানীয়ে সময়ে সময়ে তেওঁৰ আঁঠু পৰ্যন্ত বুৰাই তেওঁৰ ভৰিৰ তলৰ কোমল মাটি খান্দি দিছিল। পেলিউছ পুত্ৰই উচ্চৈঃস্বৰে আৰ্তনাদ কৰি অনন্ত আকাশৰ কালে চাই চিঞৰি চিঞৰি ক'লে, "হে জনক জ্যুছ, মোৰ প্ৰতি কৰুণাশীল হৈ কোনো দেৱতাই মোক এই নদীগৰ্ভ-

পৰা উদ্ধাৰ নকৰিবনে? তেতিয়াহ'লে মই ইয়াৰ বাহিৰে অন্য কি কোনো দশাকে আদৰি ল'ম। মোৰ জননীৰ বাহিৰে স্বৰ্গৰ অন্যান্য দেৱতা বৃন্দক যে মই দোষাৰোপ কৰিছো এনে নহয়। মিছা ভৱিষ্যৎবাণী কিছুমানেৰে তেওঁ মোক আভুৱা ভাবিলে। তেওঁ কৈছিল যে অৱৰুদ্ধ ট্ৰয়নগৰীৰ প্ৰাচীৰৰপৰা সন্ধান কৰা এপলোৰ শৰতহে মোৰ মৰণ হ'ব। হায়, হেক্টৰেনো কিয় মোক বধ কৰিব নোৱাৰে? ট্ৰয়ত জন্মলাভ কৰা লোকসকলৰ ভিতৰত তেৱেঁই সৰ্বশ্ৰেষ্ঠ। তেতিয়াহ'লে নিহত আৰু নিহন্তা দুয়োজনেই সদ্বংশজাত হ'ল হয়। কিন্তু এতিয়া দেখিছো গাহৰী ৰখীয়া ল'ৰা এটা পৰ্বতীয়া জুৰি এটাৰ বাঢ়নি পানীয়ে উটাই নিয়াৰ দৰে, এই বিশাল নদটোৰ ঢলত উটি গৈ আওমৰণে মৰাটোহে মোৰ কপালত আছে।"

তেওঁৰ আবেদনৰ উত্তৰত পছাইডন আৰু এথেনী তুৰন্তে তাত উপস্থিত হৈ তেওঁৰ কাষত থিয় হ'ল। মানৱৰ ৰূপ ধাৰণ কৰি লেওঁলোকে একিলিছৰ হাতত ধৰিলে আৰু তেওঁক আশ্বাস দি পছাইডনে প্ৰথমে মাত লগালে, "কুমাৰ একিলিছ, মাভৈঃ। তুমি এইদৰে নিতান্ত অনুচিতভাৱে আতংকিত হোৱাৰ কোনো কাৰণ নাই। পালাছ, এথেনী আৰু মই তোমাৰ মিত্ৰ। জুছৰ আশীৰ বাণী লৈ আমি দুয়ো তোমাৰ সাহাযাৰ কাৰণে নামি আহিছো। মোক বিশ্বাস কৰা নদীখনৰ দেৱতাৰ দ্বাৰা পৰাভূত হোৱাটো তোমাৰ অদৃষ্টত নাই। এই নদী শীঘ্ৰে শুকাই যাব। তুমি এতিয়াই দেখিবলৈ পাবা। আৰু আমি তোমাক কেইটামান হিতোপদেশ দিওঁ শুনা। তেতিয়া তোমাৰ মঙ্গল হ'ব। কোনো বিপদ-আপদৰ কাৰণে চিন্তা নকৰি তুমি যুদ্ধ কৰি যোৱা, যাতে তোমাৰ হাতৰপৰা সাৰি যোৱা প্ৰতিজন ট্ৰজানেই ইলিয়ামৰ সুবিখ্যাত প্ৰাচীৰৰ ভিতৰত আবদ্ধ হয়গৈ। আৰু হেক্টৰক বধ নকৰাকৈ তুমি জাহাজলৈ উভতি নাযাবা। আমি প্ৰতিশ্ৰুতি দিছো, তুমি জয়লাভ কৰিবা।"

উদ্দেশ্য সিদ্ধি হোৱাৰ পিছত দেৱতা দুজনে তেওঁৰপৰা বিদায় লৈ অমৰ সমাজত যোগ দিলেগৈ। দেৱতাসকলৰপৰা উৎসাহ পাই একিলিছে অন্তৰত নতুন বল লাভ কৰিলে আৰু সমতল পথাৰৰ মাজেদি গৈ থাকিল। এই অংশ পানীত সম্পূৰ্ণ ডুবি আছিল আৰু তাত চমৎকাৰ অস্ত্ৰ-শস্ত্ৰৰ লৈতে নিহত লোকসকলৰ মৃতদেহবিলাক ভাহি আছিল। কিন্তু একিলিছে উজনিমুৱা হৈ ক্ৰমাত ওখ ঠাইবফালে বাবলৈ ধৰিলে। এথেনীয়ে তেওঁক ইমান শক্তিশালী কৰি তুলিছিল যে এই বিপুল বন্যায়ো তেওঁৰ গতি ৰুদ্ধ কৰিব নোৱাৰিলে। অন্যহে স্কেমেণ্ডাৰৰ প্ৰচণ্ড ক্ৰোধ তেতিয়াও শাম কটা নাছিল। প্ৰকৃততে, লেলিহৰ

পুত্ৰৰ ওপৰত উঠা খণ্ডৰ ভমকত তেওঁ বক্ৰশীৰ্ষ প্ৰকাণ্ড ঢৌ এটাৰে তেওঁক কোবাই, চিমইছক সম্বোধন কৰি উচ্চৈঃস্বৰে ক'লে, "প্ৰিয় ভ্ৰাতা, আমি মিলিত শক্তিৰে এই মানুহটোক পৰাভূত কৰো আহাঁ। নহ'লে সি শীঘ্ৰে প্ৰায়ামৰ ৰাজপুৰী অধিকাৰ কৰিব। তাক বাধা দিবলৈ এজন ট্ৰজানো জীয়াই নাথাকিব। সোনকালে আহি মোক সহায় কৰাহি। তোমাৰ স্মৃতিবিলাক নিজৰাৰ পানীৰে ওপচাই দিয়া, পৰ্বতীয়া জুৰিবিলাকতো বান আহক, যাতে এটা প্ৰচণ্ড প্লাবনে কাঠৰ টুকুৰা আৰু প্ৰকাণ্ড প্ৰস্তৰখণ্ড সহ পাহাৰৰপৰা দুৰ্বাৰ গতিত প্ৰবাহিত হৈ এই বৰ্বৰটোৰ অগ্ৰগতি ব্যাহত কৰিব পাৰে। নহ'লে তাৰ আগত একো তিষ্ঠিব নোৱাৰে। সি নিজকে দেৱতাৰ সমকক্ষ বুলি ভাবে। কিন্তু শক্তি বা সৌন্দৰ্যই যাতে তাক ৰক্ষা কৰিব নোৱাৰে মই তাৰে ব্যৱস্থা ল'ম। সেই চমৎকাৰ কবচেও তাক পৰিত্ৰাণ কৰিব নোৱাৰিব। মোৰ বানপানীৰ পলসত তাৰ স্থান হ'ব। আৰু মোৰ ক'বলত পৰি সি বালিত বাগৰি থাকিব, তাৰ ওপৰত ওখকৈ শিলৰ স্তৰ এটা জাপি দিম। একীয়ানবিলাকে তাৰ হাড় কেইডালনো ক'ত পৰি আছে তাকো জানিব নোৱাৰিব, কাৰণ মই অতি গভীৰ পংকৰ তলত তাক পুতি থ'ম। তাৰ মৈদামটো লগে লগে নিৰ্মিত হ'ব। তাৰ অন্ত্যেষ্টিক্ৰিয়াৰ সময়ত বেলেগ এটা বন্ধাৰ প্ৰয়োজন নহয়।"

এইদৰে কোৱাৰ পিছত স্বৰ্গীয় সলিলেৰে পৰিপূৰ্ণ নদীখনে বাঢ়ি বাঢ়ি ওখ হৈ বিৰাট ঢৌ এটাৰে একিলিছক খেদি গ'ল। ঢৌটোত আছিল ফেন, ৰক্ত আৰু মৃতদেহৰ স্তূপ। অন্ধকাৰ ঢৌটোৱে পেলিউছ পুত্ৰতকৈ বহুতো ওখ হৈ তেওঁক গ্ৰাস কৰাৰ উপক্ৰম কৰিছিল। কিন্তু ইতিমধ্যে হিৰীয়ে, পাক খাই খাই বৈ অহা নদীখনে একিলিছক উটুৱাই নিব বুলি আশংকা কৰি ভয়ত চিঞৰ মাৰি পুতেক হিফিষ্টাছৰ ফালে তৎক্ষণাৎ মুখ ঘূৰাই ক'লে, "বাছা, বক্ৰপদী দেৱতা, অস্ত্ৰধাৰণ কৰা। যুদ্ধত তুমিয়েহে জেন্থাছক বলে পাৰিবা বুলি আমাৰ ধাৰণা। শীঘ্ৰে উদ্ধাৰ কাৰ্যত ব্ৰতী হোৱা, তোমাৰ অগ্নিবাণ প্ৰয়োগ কৰা। মই এতিয়া যাওঁ, পশ্চিম আৰু দক্ষিণ পৱনক নিৰ্দেশ দিওঁগৈ যেন তেওঁলোকে সাগৰৰপৰা প্ৰচণ্ড বেগেৰে বলি, মৃত ট্ৰজানবিলাকৰ শৱ আৰু অস্ত্ৰ-শস্ত্ৰবিলাক দগ্ধ নোহোৱা পৰ্যন্ত দিগন্ত ব্যাপি দাবানলৰ লেলিহান শিখা প্ৰসাৰিত কৰে। তুমি নিজে জেন্থাছৰ পাৰত থকা গছ-গছনিবিলাক ভস্মসাৎ কৰিবা, আৰু সেই নদীখনতো জুই লগাই দিবা। সি বিড়ম্বনাত তোমাৰ কৰুণা ভিক্ষা কৰিব। কিন্তু কুণ্ঠিত নহ'বা। মোৰ এটা চীৎকাৰ তোমাৰ কৰ্ণগোচৰ নহয় মানে যেন তোমাৰ প্ৰকোপৰ উপশম নহয়। তাৰ পিছতহে তুমি অনলশিখা নিৰ্বাপিত কৰিবা।"

জননীৰ নির্দেশৰ সঁহাৰি জনাই হিফিষ্টাছে ভয়ানক অগ্নিকাণ্ডৰ সৃষ্টি কৰিলে। সমতল পথাৰত এই অগ্নিকাণ্ডৰ সূচনা হ'ল। তাত হেলেলি-তেলেলি হৈ পৰি থকা একিলিছৰ চিকাৰৰ মৃতদেহবিলাক ভস্মীভূত হ'ল। চিকৃমিকাই থকা বানপানীৰ গতি ব্যাহত হ'ল। শৰত কালত উত্তৰ পৱনে খেতিয়ক এজনক আনন্দিত কৰি বৰষুণত তিতি থকা মৰণামৰা চোতাল এখন শুকাই পেলোৱাৰ দৰে সমস্ত সমতল ভূমি শুকান হৈ পৰিল। এইদৰে সমতল ভূমিৰ ব্যৱস্থা লৈ আৰু মৃতদেহবিলাক দাহ কৰি হিফিষ্টাছে জ্যোতির্ময় বহ্নিশিখাৰে নদীখনক আক্ৰমণ কৰিলে। এলম, উইল' আৰু ঝাওবনবিলাক জ্বলি গ'ল; পদুম, নলখাগৰি আৰু ৰমণীয় নদীখনৰ পাৰ ছাটি যোৱা সুগন্ধি বনবিলাকো অগ্নিয়ে দাহ কৰিলে। পানীৰ তলতো, নিজৰ মনোৰম বাসস্থানত নাচি-বাগি ফুৰা বামী আদি মাছবিলাকো সুদক্ষ কাৰিকৰজনৰ উত্তপ্ত নিশ্বাসত উৎপীড়িত হ'ল। নদীখনো আধাপোৰা হ'ল। তেওঁ চিঞৰি উঠিল, "হিফিষ্টাছ, যি কোনো দেৱতাতকৈ তুমি শ্ৰেষ্ঠ। তোমাৰ এই প্ৰচণ্ড উত্তাপ মই সহ্য কৰিব নোৱাৰো। যুদ্ধ শেষ হৈছে। মহান একিলিছে অব্যাহত গতিৰে গমন কৰি ট্ৰজানবিলাকক নগৰৰপৰা খেদি দিয়ক। আনৰ কাজিয়াত মই ভাগ লোৱাৰ প্ৰয়োজন কি?"

তেওঁ এইদৰে কৈ থাকোঁতে হুতাশনে তেওঁক গ্ৰাস কৰিছিল। তলত শুকান খৰিবিলাক ভালকৈ জ্বলিলে তপত কেৰাহীত চাপি দিয়া নিপোটল গাহৰি পোৱালিৰ তেলবিলাক উতলি যেনেকৈ বক্‌বকাবলৈ ধৰে, সেইদৰে কটিকৰ ধাৰ যেন নদীৰ পানীবো উতল আহিছিল। অগ্নিয়ে ৰমণীয় জেহাহক দগ্ধ কৰিছিল আৰু পানী উতলি ভাপ হৈ পৰিছিল। সুমহান শিল্পীজনৰ অগ্নি সংযোগত তেওঁ উত্তম হেক্বালে, সোঁতো বন্ধ হ'ল। আৰ্তভাৱে তেওঁ হিৰীৰ কৃপা ভিক্ষা কৰি ক'লে, "হিৰী, তোমাৰ পুত্ৰই কিয় মোৰতো সোঁতক এইদৰে উৎপীড়ন কৰিছে? ট্ৰজান পক্ষৰ হৈ যুদ্ধ কৰাসকলৰ লগত তুলনা কৰি চালে, এই শাস্তি মোৰ প্ৰাপ্য নহয়। যি নহওক, তুমি আদেশ দিলে মই সকলো বাদ দিম, কিন্তু হিফিষ্টাছেও তাকে কৰিব লাগিব। মই আৰু এটা কাম কৰিম, মই অঙ্গীকাৰ কৰি কৈছো, ধ্বংসমুখী ট্ৰজানবিলাকক ৰক্ষা কৰিবলৈ মই কেতিয়াও চেষ্টা নকৰো। আনকি যিদিনা একীয়ান বীৰ সন্তানসকলে তেওঁলোকৰ সমস্ত নগৰখন সৰ্বগ্ৰাসী হুতাশনৰদ্বাৰা ভস্মীভূত কৰিব, সেই দিনাও মই তেওঁলোকক সহায় কৰাৰপৰা বিৰত হৈ থাকিম।"

বোৱজনতো হিৰীয়ে জেহাহৰ এই আৰ্তনাদ শুনি তৎক্ষণাৎ পুত্ৰেকক ক'লে, "হিফিষ্টাছ, মহিমান্বিত পুত্ৰ মোৰ, যথেষ্ট হৈছে। একমাত্ৰ মানুহৰ কাৰণে অমৰ দেৱতাক

কৰাৰ কাৰণেই দেৱতা এজনৰ প্ৰতি ইমান নিৰ্দয় হোৱা উচিত হোৱা নাই।" হিফিষ্টাছে এই কথা শুনা মাত্ৰকে অগ্নিশিখা নিৰ্বাপিত কৰিলে আৰু সুদৃশ্য পাৰ দুটাৰ মাজেদি পুনৰ নদীখন প্ৰবাহিত হ'ল।

জেন্থাছৰ এই বিড়ম্বনাৰ পিছত দুয়োজনৰ সংগ্ৰামৰ সামৰণি পৰিল। অসন্তুষ্ট হৈ আছিল যদিও হিৰীয়ে তালৈ লক্ষ্য ৰাখিলে। কিন্তু এতিয়া আবেগৰ বশৱৰ্তী হৈ বিৰোধী পক্ষ দুটাৰ লগত যোগদান কৰা দেৱতাসকলৰ মাজৰ বিবাদ চৰম পৰ্যায়ত উপনীত হ'ল। তেওঁলোকে প্ৰকাশ্যভাৱে হিংসাত্মক কাৰ্যত লিপ্ত হৈ ভয়ঙ্কৰ গৰ্জন কৰি পৰস্পৰক আক্ৰমণ কৰিবলৈ আৰম্ভ কৰিলে। এই গৰ্জনত অনন্ত আকাশ মুখৰিত হ'ল আৰু বিপুলা বসুন্ধৰা পুনৰ যন্ত্ৰণাত কাতৰ হৈ পৰিল। অলিম্পাছত বহি থকা জ্যুছেও এই তুমুল ধ্বনি শুনিবলৈ পালে। অমৰসকলক সংগ্ৰামৰত অৱস্থাত দেখা পাই তেওঁ উল্লাসত অট্টহাস্য কৰিলে। কাৰণ তেওঁলোকে পৰস্পৰৰ নিকটৱৰ্তী হওঁতে সময়ৰ অলপো অপব্যৱহাৰ কৰা নাছিল। ঢাল ভংগকাৰী আৰিছে এথেনীৰ ফালে ধাবিত হৈ ৰণৰ সূচনা কৰিলে। তেওঁৰ ওচৰ চাপোতে এথেনীয়ে হাতত ব্ৰঞ্জৰ বৰ্শা ধাৰণ কৰি তেওঁক উচ্চৈঃস্বৰে তিৰস্কাৰ কৰি আছিল। নলগা কামত লাগি ফুৰা শিয়ালী বুলি তেওঁক আৰিছে নিন্দা কৰিলে; তেওঁৰ অসীম স্পৰ্দ্ধা আৰু উদ্ধত হস্তক্ষেপৰ কাৰণেই যে দেৱতাসকলৰ মাজত এই কন্দলৰ সৃষ্টি হ'ল তাকো ক'লে, তেওঁ সোঁৱৰাই দিলে যে এবাৰ তেওঁক আহত কৰিবৰ কাৰণে এথেনীয়ে টিডিউছ তনয় ডায়মিডিছক উচটাই দিছিল। তেওঁ চিঞৰি চিঞৰি ক'লে, "তুমি কথাটো লুকাই ৰখাও নাছিলা, তেওঁৰ হাতৰ বৰ্শাপাট লৈ মোৰ গালৈ পোনে পোনে মাৰি পঠিয়াইছিলা। ফলত মোৰ গাত ঘা লাগিল। সেইদিনা তোমাৰপৰা যি কষ্ট পাইছিলো, আজি তাৰ পোতক তুলিম।"

এইবুলি কৈ তেওঁ এথেনীৰ সূতাৰ ফুল ওলমি থকা ঢালটো বৰ্শাৰে হানিলে। জ্যুছৰ বজ্ৰও প্ৰতিহত কৰিব পৰা মায়ালগা প্ৰচ্ছদত জিবাংসু ৰণ দেৱকাজনৰ দীঘল বৰ্শাপাট লাগিল যদিও একো অনিষ্ট কৰিব নোৱাৰিলে। এথেনীয়ে অলপ পিছ হুঁহকি গৈ মাটিৰপৰা শিল এটা বুটলি ল'লে। আগৰ দিনত এনেকুৱা প্ৰকাণ্ড আৰু খহটা পাথৰ মানুহে সীমা চিহ্নিত কৰিবৰ কাৰণে ব্যৱহাৰ কৰিছিল। তেওঁ নিক্ষেপ কৰাত শিলটো উন্মাদ ৰণ দেৱতাজনৰ ডিঙিতে লাগিল। তেওঁ ধৰাশায়ী হ'ল। তেওঁৰ বৰ্মকবচ ঝনঝনাই উঠিল। নডাল দণ্ডৰ ওপৰত তেওঁ পৰি থাকিল, তেওঁৰ কেশদাম ধূলিয়ে ঢাকি ধৰিলে। পালাছ এথেনীয়ে হাঁহি হাঁহি তেওঁক অপমান কৰি ক'লে, "তই এটা গণ্ডমূৰ্খ। মোক কেলেৰি পাত্তি ধৰাৰ আগতে, মই যে তোতকৈ বলী, সেইকথা তোৰ মগজত

নেখেলালেনেকি ? তই ধৰি ল'ব পাৰ যে তোৰ মাৰ হিৰীৰ শাও-শাপনিতে তোৰ এই অৱস্থা হৈছে। একীয়ানবিলাকক এৰি থৈ তই উদ্ধত ট্ৰজানবিলাকৰ কাৰণে যুদ্ধ কৰাত তেওঁ খঙত তোৰ অমঙ্গলকে চিন্তি আছে।"

তেওঁক এইদৰে অপদস্থ কৰি এথেনীয়ে উজ্জ্বল নয়ন যুগলেৰে আঁতৰলৈ দৃষ্টিপাত কৰিলে। জ্যুছে-তনয়া আফ্ৰোডাইটীয়ে আৰিছক হাতত ধৰি যুদ্ধক্ষেত্ৰৰপৰা লৈ গ'ল ! তেওঁ তেতিয়াও সম্পূৰ্ণভাৱে চেতনা পোৱা নাছিল আৰু যন্ত্ৰণাত চিঞৰি আছিল। কিন্তু শ্বেতহস্তা দেৱী হিৰীয়ে আফ্ৰোডাইটীৰ এই কাৰ্যকলাপ লক্ষ্য কৰি উত্তেজনাত এথেনীক মাতিলে। তেওঁ চিঞৰি চিঞৰি ক'লে, "ছত্ৰধাৰী জ্যুছৰ নিদ্ৰাহীনা জীয়াৰী, সৌ বাউনীজনীয়ে সেই আৰিছ বোলা কচাইটোক ধৰি ধৰি ভীৰৰ মাজেদি ৰণ পথাৰৰপৰা গৈ আছে। তত্তালিকে তাইৰ পিছে পিছে যোৱা।" এথেনীৰ হৃদয় নাচি উঠিল। তেওঁ আফ্ৰোডাইটীৰ পিছে পিছে দৌৰি গৈ তেওঁক লগ ধৰিলে আৰু হাত মুঠিৰে বুকুত ভুকুৱাই দিলে। আফ্ৰোডাইটীৰ যুদ্ধ কৰাৰ শক্তি নাছিল। তেওঁ তৎক্ষণাৎ ঢলি পৰিল। আৰিছেও উদাৰ ধৰণীৰ কোলাত আশ্ৰয় ল'লে। এথেনীয়ে দুয়োবো মূৰৰ ওপৰত কাউৰীৰ দৰে ৰমলিয়াই ক'লে, "যেয়ে আৰ্গিভ যোদ্ধাবিলাকৰ বিৰুদ্ধে ট্ৰজান-বিলাকক সহায় কৰে আৰু আফ্ৰোডাইটীয়ে আৰিছৰ ওচৰলৈ দৌৰি যাওঁতে যি সাহস আৰু দৃঢ়তাৰ পৰিচয় দিছিল, তাৰ অনুকৰণ কৰে, তেওঁবো এনে দুৰ্দশাই হওক। মোৰ ক্ৰোধ অৱজ্ঞা কৰাৰ এয়ে ফল। আৰু যদি সেয়ে হয়, আমি অতি শীঘ্ৰেই এই যুদ্ধ শেষ কৰি সুৰম্য ট্ৰয় নগৰ উচ্ছন্ন কৰিব পাৰিম।"

এথেনীৰ এই বাক-চাতুৰ্যত শ্বেতহস্তা হিৰীয়ে ঈষৎ হাস্য কৰিলে। এফালে ভূকম্পনৰ সৃষ্টিকাৰী পছাইডনে এপলোক আহ্বান কৰিলে। তেওঁ ক'লে, "আমি দুয়ো কিয় অলসভাৱে আঁতৰা-আঁতৰি হৈ আছো ? আনবিলাকে আৰম্ভ কৰিছেই, তেনেহ'লে আমি এইদৰে থকা উচিত হৈছেনে ? এপুনা যুঁজ নকৰাকৈ অলিম্পাছ আৰু জ্যুছৰ ব্ৰঞ্জনিৰ্মিত প্ৰাসাদলৈ উভতি যোৱা লাজৰ কথা হ'ব। তুমি মোতকৈ বয়সত সৰু। মোৰ বয়স বেছি আৰু সেইদেখি অভিজ্ঞতাও অধিক। গতিকে মই আগতে আৰম্ভ কৰাটো অন্যায় হ'ব। কিন্তু তুমি কি মূৰ্খ আৰু তোমাৰ স্মৃতিশক্তি ইমান কম ! জ্যুছে আমাক অন্যান্য দেৱতাসকলৰপৰা বিচ্ছিন্ন কৰি মৰ্ত্যবাসী লাওমিডনৰ কাৰণে এবছৰ খাটি দিবলৈ পঠিয়াই দিছিল; আমি ইলিয়ামত কিমান দুখ-দুৰ্গতি ভোগ কৰিছিলো, তুমি সকলো পাহৰি গ'লা। তেওঁ আমাক কেৱল নিয়াৰ কথা আছিল আৰু আমি সম্পূৰ্ণ তেওঁৰ আজ্ঞাধীন আছিলো। মোৰ কাম আছিল ট্ৰজানবিলাকৰ নগৰৰ চাৰিওফালে গড় এটা

নির্মাণ কৰা। ঠাইখন সুৰক্ষিত কৰিবলৈ গড়টো সুদৃঢ়ভাৱে আৰু উত্তমৰূপে বান্ধিব লগা হৈছিল। ফিবাছ, তুমি সেই সময়ত ইডা পৰ্বতমালাৰ অৰণ্যঘন শাখা-প্ৰশাখাত কেঁকোৰা শিঙীয়া, ফেৰেকা খুজীয়া গৰু-ম'হ ৰাখিব লগা হৈছিল। আমি পূৰা এবছৰ গেবাৰি খাটিলো, কিন্তু পইছা-পাতি দিবৰ বেলিকা সেই অবিবেকী লাওমিডনে আমাক ফুটাকড়ি এটা দিবলৈয়ো অমান্তি হৈ টালি-টোপোলা বান্ধি পঠিয়াই দিলে। আমাক একেলগে হাত-ভৰিত সোকাৰে কোবাই কৰবাৰ দূৰ-দূৰণিত থকা দ্বীপত বেচি দিব বুলিও সি ভয় খুৱাইছিল। আনকি সি আমাৰ কাণকেইখন কাটি পেলাব বুলিও ভাবুকি দিছিল। লাওমিডনে কথা দি পিছত আমাক দৰমহা পাতি নিদিয়াকৈ খেদি দিয়াত বৰ দুখ পাই, অপদস্থ হৈ আমি উভতি আহিছিলো। আৰু এতিয়া সেই মানুহটোৰ সতি-সন্ততি আৰু প্ৰজাবিলাকক অনুগ্ৰহ কৰিবলৈ তুমি একেবাৰে অধীৰ হৈ পৰিছা। অথচ তুমি আমাৰ লগত যোগ দি, এই উদ্ধত ট্ৰজানবিলাক মৰমৰ ল'ৰা-তিৰোতাৰে সৈতে যাতে সমূলঞ্চে বিনষ্ট হয় তাৰ কাৰণে চকু দিয়াহে উচিত আছিল।

কাৰ্মুকধাৰীসকলৰ অধিপতি এপলোৱে উত্তৰ দিলে, "মানুহৰ হৈ যদি মই তোমাৰ লগত যুঁজিবলৈ যাওঁ, তেন্তে তুমি মোক নিতান্ত মূৰ্খ বুলিহে জ্ঞান কৰিবা। মানুহ দুৰ্ভগীয়া জীৱ। গছপাতৰ দৰে সিহঁত উৰ্বৰ ধৰাত কিছুদিন ঠন ধৰি জিলিকি উঠে আৰু এদিন শুকাই সৰি পৰে। নহয় বেছি দেৰি হোৱাৰ আগতেই আমি যুদ্ধ পৰিত্যাগ কৰাই মংগল। মানুহবিলাক লাগি থাকক।"

এইবুলি কৈ এপলো উভতি গুচি গ'ল। খুড়াকৰ লগত যুদ্ধ কৰা অনুচিত বুলি তেওঁ বিবেচনা কৰিছিল। কিন্তু এতিয়া তেওঁ ভনীয়েকৰ বাক্যবাণত জৰ্জৰিত হ'বলগীয়া হ'ল। ভনীয়েক আৰ্টিমিছ অৰণ্য আৰু পশু-পক্ষীৰ দেৱী। তেওঁৰ পেটত কথা নেথাকে। তেওঁ মাত লগালে, "অ' পছাইডনৰ হাতত হাৰি। আমাৰ ধনুৰ্দ্ধৰ বীৰজনে পলায়ন কৰিছে! বৰ বেয়াকৈ হাৰিল দেই। মূৰ্খ, ব্যৱহাৰত যদি নেলাগেই তেনেহ'লে হাতেৰে ধেনুখন ধৰি থকাৰ দৰকাৰ কি? আমাৰ পিতাৰ ঘৰত দেৱতাসকলৰ মাজত তুমি সদায় ফুটনি কৰি থাকা যে তুমি পছাইডনৰ লগত এখুন্দা লাগিবাহি। পুনৰ তোমাৰ মুখত তেনে কথা শুনিবলৈ মই নিবিচাৰো।" ভনীয়েকৰ কথাৰ উত্তৰ দিবলৈ ধনুৰ্দ্ধৰ বজাজনৰ ভাষা নাছিল। কিন্তু জ্যুছৰ কুঁৱৰী হিৰীয়ে ধনুৰ্ধাৰিণী দেৱীৰ প্ৰতি ক্ৰুদ্ধিতা হৈ তেওঁকেই দোষ দিলে। তেওঁ চিংকাৰ কৰি ক'লে, "উদণ্ড হোৱালী, তই মোৰ লগতো লাগিবিনেকি? তোৰ ধেনু-কাড়ৰ মহিমা মই জানো। তিৰোতাৰ মাজত তই বোলিবা একনী সিংহীহে। "জ্যুছেই তোৰ খুটীনতে সিহঁতক মাৰিবলৈ

তোক অনুমতি দিয়ে। কিন্তু মোৰ লগত ফেগেৰি পাতিলে তোৰ গতি বিষম হ'ব। তোতকৈ ভাণ্ডৰবিলাকৰ লগত যুঁজ-বাগৰ নকৰি তই পৰ্বতে পৰ্বতে পহু চিকাৰ কৰাই ভাল। কিন্তু যিহেতু তই মোক নডৰাৰ আৰু কিবা এটা হেস্তনেস্ত কৰিবলৈ বিচাৰ, সেইকাৰণে মোৰ যে তোতকৈ বল বেছি তাকে তোক বঢ়িয়াকৈ শিকাম।"

মুখৰ কথা শেষ কৰি হিৰীয়ে বাওঁ হাতেৰে আৰ্টিমিছৰ হাত দুখন খামোচ মাৰি ধৰিলে আৰু সোঁহাতেৰে তেওঁৰ কান্ধত থকা ধনুখন আৰু কাঁড়বিলাক দলিয়াই দিলে। তাৰ পিছত তেওঁ নিজৰ অস্ত্ৰৰ সহায়ত আৰ্টিমিছক কাণচেপা দিলে। আৰ্টিমিছে ছটফটাইছিল আৰু তেওঁৰ তোণৰপৰা কাঁড়বিলাক জোকাৰ খাই মাটিত পৰিছিল। হিৰীয়ে তেতিয়া মিচিকিয়াই হাঁহিছিল। আৰ্টিমিছৰ সৰসৰকৈ চকুপানী ওলাল আৰু শেনৰ খেদাত উৰি উৰি সৌভাগ্যবশতঃ শিলৰ খোপ বা খোৰোঙত সোমাই প্ৰাণ ৰক্ষা কৰা কপৌজনীৰ দৰেই তেওঁ হিৰীৰ কাষৰপৰা পলাই গ'ল। এইদৰেই দেৱী গৰাকীয়ে ধনু-কাঁড় মাটিতে পেলাই থৈ পলায়ন কৰিলে। কিন্তু দৈত্যদমন আৰু পথপ্ৰদৰ্শক হাৰ্মিছে আৰ্টিমিছৰ মাক লিটোক আশ্বস্ত কৰি, আঁতৰৰপৰাই মাত লগালে, "লিটো ভয় নাখাবা। মই তোমাৰ লগত যুদ্ধ নকৰো। মেঘ নিয়ন্ত্ৰক জ্যুছৰ মহিষীসকলৰ লগত যুদ্ধ কৰাটো পাহাৰ বগোৱাৰ দৰেই কঠিন কাম। নহয়, তুমি দেৱতাসকলক মুকলি মনেৰে ডাংকোপ মাৰি ক'ব পাৰা যে গাৰ বলেৰেই তুমি মোক পৰাস্ত কৰিলা।"

গতিকে লিটোৱে ধূলিয়ৰি হৈ থকা ঠাইখনৰ অ'ত ত'ত পৰি থকা বেঁকা ধনুখন আৰু কাঁড়বোৰ বুটলি ল'লে। জীয়েকৰ অস্ত্ৰবিলাক নিজৰ হাতত লৈ তেওঁ তাৰপৰা গুচি গ'ল। ইতিমধ্যে কুমাৰী গৰাকী অলিম্পাছত উপস্থিত হ'ল আৰু জ্যুছৰ ব্ৰঞ্জ-প্ৰাসাদলৈ গৈ উচুপি উচুপি পিতাকৰ কোলাত বহিল। তেওঁ পৰিধান কৰা দিব্য বসনখনিও বুকুৰ ওপৰত কঁপি আছিল। ক্ৰনছ নন্দনে জীয়েকক সাৱটি ধৰিলে আৰু ৰংমনেৰে হাঁহি মাৰি সুধিলে, "মোৰ আলসুৱা ছোৱালীজনীক কোন দেৱতাইনো বাৰু এইদৰে কিলালে?" সুৱম্য কিৰীটমণ্ডিতা মৃগয়াদেৱীয়ে উত্তৰ দিলে, "পিতা, তোমাৰ ঘৈণীৰ বাহিৰে কোন হ'ব আৰু? হিৰীয়েই মোক প্ৰহাৰ কৰিছে। অমৰসকলৰ এই খৰিয়ালৰ কাৰণে তেৱেঁই জগৰীয়া।"

তেওঁলোকে এইদৰে কথোপকথন কৰি থাকোতে ফিবাছ এপলো পৱিত্ৰ ইলিয়ামত উপনীত হ'ল। প্ৰাচীৰৰ বিষয়ে তেওঁ অলপ সন্দিহান হৈছিল। তেওঁ আশংকা কৰিছিল যে একীয়ানসকলে হয়তো নিয়তিৰে নিৰ্দ্ধাৰণ কৰা দিনটোৰ

আগতেই এই মনোৰম নগৰখন ধ্বংস কৰিব। কিন্তু বাকী দেৱতাসকলৰ কেইজনমান বিষাদত আৰু অন্যান্যসকল উল্লাসত অলিম্পাছলৈ উভতি গৈ কলীয়া ডাৱৰৰ অধিপতি, পিতৃপুৰুষৰ লগত উপবেশন কৰিলে।

ইতিমধ্যে একিলিছ সংহাৰলীলা চলাই আছিল। ৰণুৱাৰ লগতে সিহঁতৰ বলিষ্ঠ ঘোঁৰাবিলাকো তেওঁৰ হাতত নিপাতিত হৈছিল। কুপিত দেৱতাসকলে কেতিয়াবা কোনো এখন নগৰত অগ্নিসংযোগ কৰে, নাগৰিকসকল দুৰ্দশাগ্ৰস্ত হয়, বহুতেই প্ৰিয়জনৰ মৃত্যুত শোকাভিভূত হয়, বিস্তীৰ্ণ আকাশলৈ ধোঁৱা উৰি যায়। এই দেৱতাসকলৰ দৰেই একিলিছেও ট্ৰজানবিলাকৰ মাজত বিপৰ্যয় আৰু অপৰিসীম বিলৈ-বিপত্তিৰ সৃষ্টি কৰিছিল।

বৃদ্ধ ৰজা প্ৰায়ামে পছাইডনে নিৰ্মাণ কৰা প্ৰাকাৰ এটাৰ শীৰ্ষত আৰোহণ কৰি বিশাল বপু একিলিছ আৰু শক্তি সামৰ্থ্য হেৰুৱাই তেওঁৰ আগে আগে পলাই যোৱা সন্ত্ৰস্ত ট্ৰজানবিলাকক দেখা পালে। তেওঁ আতঙ্কত চিঞৰি উঠিল আৰু প্ৰাচীৰত অৱস্থিত হৈ নগৰৰ দুৱাৰবিলাকত পহৰা দি থকা ক্লান্ত দুৱৰী-বিলাকক নতুন নিৰ্দেশ দিবলৈ প্ৰাকাৰৰপৰা নামি আহিল। তেওঁ ক'লে, "আমাৰ পৰাজিত সৈন্যসকলে নগৰত প্ৰবেশ নকৰে মানে দুৱাৰবিলাক মুক্ত কৰি ৰাখা। তেওঁলোকক একিলিছে খেদি আহিছে আৰু এটা ভয়ংকৰ হত্যাকাণ্ড অনুষ্ঠিত হ'ব পাৰে বুলি মোৰ ভয় হৈছে। দুৰ্গৰ ভিতৰত প্ৰবেশ কৰি উশাহ ল'বলৈ অকণমান সকাহ পোৱাৰ লগে লগেই কাঠৰ দুৱাৰবিলাক বন্ধ কৰি দিবা। সেই বৰ্বৰটোক নগৰত আবদ্ধ কৰি ৰখাৰ লক্ষণ দেখা পাই মই কিংকৰ্তব্যবিমূঢ় হৈ পৰিছো।" দুৱৰীসকলে দুৱাৰবিলাক মুকলি কৰি অৰ্গলবিলাক আঁতৰাই থলে। কপাটসমূহ মুক্ত হোৱাৰ লগে লগে সৈন্যবাহিনীটোক উদ্ধাৰ কৰাৰ অকণমান আশাৰ ৰেঙণি দেখা গ'ল। তদুপৰি হত্যাকাণ্ড নিবাৰণ কৰিবৰ মানসেৰে এপলোৱেও তেওঁলোকক লগ ধৰিবলৈ দ্ৰুতগতিৰে যাত্ৰা কৰিলে। নগৰ আৰু উচ্চ প্ৰাচীৰৰ অভিমুখে তেওঁ পোনে পোনে আহি আছিল। সমতল অঞ্চলেদি পলাই আঁহোতে পিয়াহত তেওঁলোকৰ অণ্ঠ-কণ্ঠ শুকাইছিল আৰু গাত ধূলি-মাকতি লাগিছিল। তেওঁলোকৰ অলপ পিছে পিছেই হাতত বৰ্শা লৈ একিলিছ আহি আছিল। তেওঁৰ উদ্দেশ্য আছিল যশ-গৌৰৱৰ অধিকাৰী হোৱা। তেওঁক উন্মত্ত কৰা সেই প্ৰচণ্ড ক্ৰোধ তেতিয়াও শাম কটা নাছিল। বাস্তৱিকতে উচ্চ তোৰণযুক্ত ট্ৰয়নগৰ এতিয়া একীয়ান সন্তানসকলৰ দ্বাৰা অধিকৃত হ'লহেঁতেন, পিছে কিবাহ এপলোৱে হস্তক্ষেপ কৰি এণ্টিনৰৰ মহানুভৱ পুত্ৰ, শ্ৰেষ্ঠ আৰু মহাপৰাক্ৰমী বীৰ এজিনৰক অনুপ্ৰাণিত কৰিলে। দেৱতাজন তেওঁৰ [illegible]

সাহসৰ সঞ্চাৰ কৰিলে আৰু তেওঁক মৃত্যুৰ নিদাৰুণ কবলৰপৰা পৰিত্ৰাণ কৰিবৰ নিমিত্তে তেওঁ নিজেও এজোপা ওক গছত আউজি থাকিল। অৱশেষে ঘন কুঁৱলীয়ে তেওঁক আবৰি ধৰিছিল। ইয়াৰ ফলস্বৰূপে অজিনৰে নগৰী ধ্বংসকাৰী একিলিছক ওচৰ চাপি অহা দেখা পাই তেওঁলৈ অপেক্ষা কৰি থিয় হৈ থাকিল। কিন্তু তেওঁৰ মহৎ অন্তৰত অমংগলৰ বহুতো আশংকাই তোলপাৰ লগাইছিল। বিষণ্ণ মনেৰে তেওঁ নিজৰ অৱস্থাটো বিবেচনা কৰি চালে। তেওঁ চিন্তা কৰিলে, "যদি মই একিলিছৰ আগে আগে পলাই গৈ ছত্ৰভংগ হোৱা সাধাৰণ সৈনিকসকলৰ মাজত সোমাওঁগৈ, তথাপি মোৰ নিস্তাৰ নাই। তেওঁ মোক ধৰিবই আৰু তেতিয়া মই কাপুৰুষৰ দৰে মৰিম। আনহাতে আৰু এটা কাম কৰিব পাৰি। পেলিউছ পুত্ৰই এই সাধাৰণ সৈন্যবোৰ খেদি ব্যস্ত হৈ থাকোতেই মই গোপনে প্ৰাচীৰৰ কাষৰপৰা আঁতৰি যাম আৰু আনটো বাটেদি খোজকাঢ়ি গৈ আইনিয়ান উপত্যকাত উপস্থিত হম। ইডা পৰ্বতৰ নামনি অংশ পাই মই নদীখনত গা ধুই, গাৰ ঘামবোৰ পখালি হাবিৰ মাজত লুকাই থাকিবলৈ সমৰ্থ হম। সন্ধ্যাৰ লগে লগে মই ইলিয়ামলৈ উভতি আহিব পাৰিম। কিন্তু এইবিলাক চিন্তাৰ প্ৰয়োজন কি? মই নগৰৰ কাষৰপৰা মনে মনে মুকলি ঠাইলৈ পলাই যাওঁতে একিলিছৰ চকুত পৰিমেই। তেওঁ দুৰন্ত গতিৰে খেদি আহি মোক ধৰিবহি। তেতিয়া মোৰ মৃত্যু অনিবাৰ্য। ময়েই হওঁ বা পৃথিৱীৰ যি কোনো মানুহেই হওক, কোনেও তেওঁক বলে নোৱাৰে। তেওঁ সকলোৰে বহুতো ওপৰত। তেন্তে এটা কামকে কৰিব পাৰো। ইয়াতে নগৰৰ সন্মুখতে মই তেওঁক আগচি ধৰিম। যুঁঠেৰে তেওঁকো আঘাত কৰিব পাৰি। তেওঁৰো আয়ুস থাকে মানেহে জীয়াই থাকিব। আনকি জ্যুছে তেওঁৰ জয়যাত্ৰা অব্যাহত কৰি ৰাখিলেও, তেওঁ অজৰ অমৰ বুলি কোনেও বিশ্বাস নকৰে।"

এই সিদ্ধান্তত উপনীত হৈ অজিনৰে সাহস সঞ্চয় কৰি অকম্পিতভাৱে একিলিছৰ কাৰণে অপেক্ষা কৰি বল। তেওঁৰ লগত অকলশৰে যুদ্ধ কৰিবলৈ তেওঁ স্থিৰ কৰিছিল। এইদৰে এজনী বাঘিনী হাবিৰ মাজৰপৰা ওলাই আহি চিকাৰীৰ সন্মুখীন হয় আৰু চিকাৰী কুকুৰৰ ভুকভুকনি তাইৰ কাণত পৰে। কিন্তু কোনেও ভয় দেখায় বা ভয়ৰ লক্ষণো প্ৰকাশ নকৰে। আনকি চিকাৰীজনে প্ৰথমেই সুযোগ বুজি তাইক যাঠিৰে খোঁচ মাৰি ধৰিলেও তাই সাহস নেহেৰুৱাকৈ আৰু মানুহজনৰ লগত যুঁজ-বাগৰ কৰে বা কৰিবৰ চেষ্টা কৰি মৰণৰ মুখত পৰে। এইদৰেই এটিনৰৰ সুলতান, প্ৰশংসনীয় অজিনৰ পেলিউছ পুত্ৰৰ লগত কিবা এটা মীমাংসাৰ কাৰণে প্ৰয়াস নকৰে মানে পলাই যাবলৈ সন্মত নহ'ল। তেওঁ

গোলাকাৰ ঢালখন সমুখত লৈ আৰু বৰ্শাপাট একিলিছৰ ফালে টোৱাই সাহসেৰে তেওঁক ৰণলৈ আহ্বান কৰি উচৈঃস্বৰে ক'লে, "কুমাৰ একিলিছ, তুমি নিঃসন্দেহে ভাবিছিলা, তুমি আজিয়েই গৌৰৱমণ্ডিত ট্ৰয়নগৰী অধিকাৰ কৰিবা। কিন্তু তুমি ভুল কৰিছা, মূৰ্খৰ দৰে ভুল কৰিছা। আৰু বহুতো কঠোৰ সংগ্ৰাম দৰ্শন কৰিবলৈ ট্ৰয় জীয়াই থাকিব। আমি আছো মানে, ট্ৰয়ৰ বহুতো বাহুবলী সন্তানে, নিজৰ পিতৃ-মাতৃ আৰু পুত্ৰ-ভাৰ্যাৰ চকুৰ আগত যুদ্ধ চলাই থাকিব। তুমি দুৰ্ধৰ্ষ, দুঃসাহসী হ'ব পাৰা, কিন্তু তোমাক মৃত্যুৱে চুলিত ধৰি টানিছে।"

এইবুলি কৈ তেওঁ শাণিত বৰ্শাপাট নিক্ষেপ কৰিলে। সুনিশ্চিতভাৱে বৰ্শাগ্ৰ একিলিছৰ আঁঠুৰ তলত লাগিল। আঁঠুৰ নিম্নাংশ আৱৰি থোৱা টিনৰ পাতচটা ভয়ানকভাৱে বাজি উঠিল। কিন্তু দেৱতা নিৰ্মিত এই আৱৰণে আঘাত প্ৰতিহত কৰিলে। ব্ৰঞ্জৰ জোংটো উফৰি গ'ল। বৰ্শাপাট লাগিল যদিও তেওঁ আহত নহ'ল। এতিয়া পেলিউছ পুত্ৰই দেৱোপম অজিনৰক আক্ৰমণ কৰিলে। কিন্তু এপলোৰ হস্তক্ষেপত তেওঁ জয়লাভৰপৰা বঞ্চিত হ'ল। ঘন কুঁৱলীৰে আবৰি তেওঁ অজিনৰক অক্ষত অৱস্থাত যুদ্ধক্ষেত্ৰৰপৰা দ্ৰুতগতিৰে অপসৰণ কৰিলে। ধনুৰ্দ্ধাৰী ৰজাজনে তাৰ পিছত পেলিউছপুত্ৰক ট্ৰজান সৈন্যসকলৰ কাষৰপৰা আঁতৰাই নিবলৈ এটা কৌশলৰ আশ্ৰয় ল'লে। তেওঁ অবিকল অজিনৰৰ ৰূপ ধৰি একিলিছৰ সন্মুখত আত্মপ্ৰকাশ কৰিলে। একিলিছে অতি আগ্ৰহেৰে তেওঁক অনুসৰণ কৰিলে আৰু য-ধানৰ পথাৰৰ মাজে মাজে দেৱতাজনক খেদি খেদি গভীৰ সলিলা স্কেমেণ্ডাৰৰ ফালে অগ্ৰসৰ হ'ল। এপলো অলপ আগে আগে গৈ আছিল। আৰু অধিক বেগেৰে দৌৰিলে তেওঁক ধৰিব পাৰিব বুলি একিলিছৰ মনত অলীক ধাৰণা এটাৰ সৃষ্টি কৰি তেওঁক ছলনা কৰিছিল। ইতিমধ্যে পলৰীয়া ট্ৰজানসৈন্য-সকলেও হিলদল ভাঙি কৃতজ্ঞচিত্তেৰে নগৰত প্ৰবেশ কৰিলে। তেওঁলোক সোমাওঁতে যথেষ্ট ভীৰ হৈছিল। প্ৰাচীৰৰ বাহিৰত নগৰীয়াসকলৰ কাৰণে বাট চাই কোন ৰবিল, কোন মৰিল তাৰ আঁতিগুৰি ল'বলৈ তেওঁলোকৰ ধৈৰ্য নাছিল। অতি খৰ খেদাকৈ তেওঁলোকে দলে দলে ভিতৰলৈ গৈছিল। চৰণেহে যেন তেওঁলোকক মৰণৰপৰা বচালে।

## বাইশ

# হেক্টৰ বধ

ভয়াতুৰ হৰিণৰ জাক এটাৰ দৰে পলাই আহি নগৰত আশ্ৰয় লোৱা ট্ৰজান সৈন্যসকলে গাৰ ঘাম মচি হেপাহ পলুৱাই সুৰাপান কৰিলে। তেওঁলোকে সুবিশাল প্ৰাচীৰত আউজি আছিল। ইফালে একীয়ানসকলেও হাতত ঢাল-বিলাক ওলোমাই লৈ প্ৰাচীৰ পৰ্যন্ত আগবাঢ়ি আহিল। কিন্তু নিয়তিৰ অশুভ উদ্দেশ্যবশতঃ হেক্টৰ নগৰৰ বহিৰাংশত, দীঘল তোৰণৰ সমুখত য'তে আছিল তাতেই ৰ'ল।

ইতিমধ্যে ফিবাছ এপলোৱে পেলিউছ পুত্ৰ একিলিছৰ ওচৰত আত্মপ্ৰকাশ কৰি ক'লে, "কুমাৰ একিলিছ, তুমি মোক কিয় খেদি আহিছা? তোমাৰ মন ইমান আছন্ন হৈ নথকা হ'লে তুমি জানিব পাৰিলাহেঁতেন যে তুমি মানুহহে আৰু মই এজন মৃত্যুহীন দেৱতা। তোমাৰ ভয়ত পলাই যোৱা ট্ৰজানবিলাকৰ প্ৰতি থকা তোমাৰ কৰ্তব্য তুমি অৱহেলা কৰা নাইনে? তুমি এইফালে আতাৰ অহাৰ সুবিধা লৈ তেওঁলোক নগৰৰ ভিতৰত সোমাল। তুমি দেখা পোৱা নাইনে? তুমি মোক বধ কৰিব নোৱাৰা। মই অমৰ।

ক্ষিপ্ৰচৰণ একিলিছ ক্ৰোধত জ্বলি উঠিল। তেওঁ ধনুৰ্দ্ধৰ বজ্ৰজনক তীব্ৰ গৰিহণা দি তেওঁক দেৱতাসকলৰ ভিতৰত অতিশয় দুষ্টবুদ্ধি বুলি অভিহিত কৰিলে। তেওঁ ক'লে, "প্ৰাচীৰৰ ওচৰৰপৰা ইয়ালৈ ছলনা কৰি আনি তুমি মোক প্ৰতাৰিত কৰিছা। নহ'লে বহুতো ট্ৰজানেই ইলিয়ামত আশ্ৰয় ল'বলৈ অসমৰ্থ হৈ ধূলিত পৰি থাকিল হয়। তেওঁলোকৰ জীৱন ৰক্ষা কৰি তুমি মোক বিজয় গৌৰৱৰপৰা বঞ্চিত কৰিলা। কামটো তোমাৰ কাৰণে অতি সহজ, কাৰণ তাৰ বাবে তোমাৰ শাস্তি নহয়। মোৰ শক্তি থকা হ'লে তোমাক ভালকৈয়ে এলেকো দিলোহেঁতেন।

আৰু একো নেমাতি একিলিছে সকলোৰে চকুত চমক লগাৰ পৰা কৃতিত্ব লাভ কৰাৰ কিবা চিন্তা কৰিলে আৰু নগৰাভিমুখে ধাবিত হ'ল। ৰথ প্ৰতিযোগিতাত অকস্মাতে প্ৰচণ্ডবেগে লক্ষ্যস্থানত উপনীত হৈ জয়লাভ কৰা ঘোঁৰাৰ আয়াসবিহীন গতিত তেওঁ লৈ আহিল। যুদ্ধক্ষেত্ৰৰ মাজেদি দ্ৰুতগতিৰে আঁহোতে প্ৰায়ামেই তেওঁক প্ৰথমে দেখা পাইছিল। তেওঁ ধাৱমান হওঁতে বুকুত থকা ব্ৰঞ্জৰ বৰ্মখন শৰতকালত নভোমণ্ডলত আবিৰ্ভাব হোৱা নক্ষত্ৰটোৰ দৰে তিৰবিৰাই

আছিল। ৰাতিৰ আকাশত ইয়েই উজ্জ্বলতম তাৰকা কালপুৰুষৰ কুকুৰ বুলিও ই জনাজাত। এই লুব্ধক নক্ষত্ৰ তৰাবিলাকৰ ভিতৰত অতি দীপ্তিমান যদিও ই অমংগলৰহে সূচনা কৰে। ই মৰ্তবাসীসকলৰ কাৰণে জ্বৰ আদি শাৰীৰিক পীড়া সৃষ্টি কৰে। বৃদ্ধজনে আৰ্তনাদ কৰিলে। তেওঁ হাত দুখন ভাঙি মূৰত থপৰিয়ালে। আতংকিত কণ্ঠস্বৰেৰে তেওঁ বাহিৰৰ তোৰণৰ সমুখত একিলিছৰ লগত যুদ্ধ কৰিবলৈ সাজু হৈ থকা প্ৰিয়তম পুত্ৰক কাবৌ-কাকুতি কৰি মাতিলে।

করুণ আকৃতিত হাত দুখন মেলি বৃদ্ধজনে চিঞৰিলে, "হেক্টৰ, মই তোমাক কাকুতি কৰিছো, প্ৰিয়তম পুত্ৰ মোৰ, তুমি অকলশৰে আৰু কাৰো সাহায্য লাভ নকৰাকৈ সৌ মানুহটোৰ সন্মুখীন নহ'বা। সি তোমাতকৈ শক্তিশালী, তদুপৰি, সি এটা বৰ্বৰ। এই মানুহটোৱে মোৰ বহুতো সুযোগ্য সন্তানক হত্যা কৰিলে, ভালেমানক দূৰদূৰণিৰ দ্বীপত দাস হিচাপে বিক্ৰী কৰিলে। তাক যদি দেৱতা-সকলেও মোৰ দৰে ভাল নেপালে হয়, তেতিয়াহ'লে তাৰ মৃতদেহ কাউৰী-শগুণে খালেহেঁতেন (উস্, তেতিয়া মোৰ বুকুখনৰপৰা কিমান ডাঙৰ বোজা এটা পাতলিলহেঁতেন)। নগৰত আশ্ৰয় লোৱাসকলৰ মাজত আজি মই দুজন পুত্ৰক বিচাৰি পোৱা নাই। মোৰ ঔৰসত কুঁৱৰী লাৱঠীৰ গৰ্ভজাত লীকাওন আৰু পলিডৰাছ। সিহঁত মোৰেই সন্তান। শত্ৰুৰ হাতত বন্দী হৈ তেওঁলোক যদি জীয়াই আছে, তেনেহ'লে মই যথেষ্ট ব্ৰঞ্জ আৰু সুবৰ্ণেৰে তেওঁলোকৰ মুক্তিপণ আদায় কৰিম। মাকৰ হাতত সেইবিলাক বস্তু প্ৰচুৰ পৰিমাণে আছে, কাৰণ মাননীয় বৃদ্ধ আল্টিছে জীয়েকৰ লগত অতুল সম্পত্তি যৌতুক দিছিল। কিন্তু সিহঁত যদি নিহত হৈ হেডিছৰ প্ৰেতপুৰীলৈ প্ৰয়াণ কৰিলে, তেতিয়াহ'লে সিহঁতৰ জন্মদাত্ৰী জননী আৰু মোৰ কাৰণে আৰু এটা শোক বাঢ়িব। অৱশ্যে অন্যান্য ইলিয়ামবাসীসকলে বেছিদিন বেজাৰ কৰি নেথাকে, যদিহে তুমিও একিলিছৰ হাতত প্ৰাণ হেৰুৱাই সিহঁতৰ লগত মিলিত নোহোৱা। বাছা, সেইকাৰণে তুমি প্ৰাচীৰৰ ভিতৰলৈ আঁহা, ট্ৰয় আৰু ট্ৰয়বাসীসকলৰ ত্ৰাণকৰ্তা হোৱা। নিজৰ মূল্যবান জীৱন বিসৰ্জন দি পেলিউছৰ পুত্ৰক জয়লাভৰ সুযোগ নিদিবা। তোমাৰ হতভগীয়া পিতাৰকো অলপ পুতৌ কৰা, কাৰণ অনুভৱ শক্তি মোৰ এতিয়াও লোপ পোৱা নাই। বৃদ্ধ বয়সত জ্যুছে মোৰ কাৰণে সাঁচি থোৱা ভয়ংকৰ অদৃষ্টৰ কথা চিন্তা কৰা। মৰাৰ আগতে মই কি বীভৎস দৃশ্য দেখিবলৈ পাম। মোৰ পুত্ৰসকলক হত্যা কৰিব, কন্যাকেইটি প্ৰহৃত হৈ ক্ষতবিক্ষত হ'ব, তেওঁলোকৰ শোৱনি কোঠা লুণ্ঠিত হ'ব, শিশুসন্তানক পশুতুল্য শত্ৰুৱে মাটিত থেকেচি মাৰিব আৰু মোৰ বোৱাৰীহঁতক জঘন্য একীয়ান সৈন্যই চোঁচোৰাই লৈ যাব। সৰ্বশেষত

ব্ৰঞ্জৰ আঘাতত মোৰ মৃত্যু হ'ব, কোনোবাই বৰ্শা বা তৰোৱালেৰে মোক হত্যা কৰিব। মোৰ নিজৰ দুৱাৰ মুখতে নৰমাংস লোলুপ কুকুৰে মোৰ মৃতদেহ খণ্ড-বিখণ্ড কৰিব। যিবিলাক কুকুৰক মই খুৱাই বুৱাই মই দুৱাৰ মুখত পহৰা দিবলৈ শিকাই বুজাই লৈছো, সেইবিলাক কুকুৰেই গৰাকীৰ তেজৰ গোন্ধ পাই মতলীয়া হ'ব। হায়, ক্ষত-বিক্ষত দেহেৰে যুদ্ধক্ষেত্ৰত নিহত হৈ পৰি থকা যুৱক এজনক চালে চকু ৰৈ যায়। মৃত্যুৱে দৃশ্যমান কৰা শৰীৰৰ প্ৰতি অংগতেই সৌন্দৰ্যৰ সমাৰোহ। কিন্তু বৃদ্ধলোক এজনক হত্যা কৰিলে, যেতিয়া কুকুৰে তেওঁৰ মূৰৰ পকাচুলি, পকাডাড়ি আৰু গুপ্তাংগ প্ৰভৃতি অশুচি কৰি পেলায়, মানুহৰ পদমৰ্যাদাৰ, সন্মানৰ তাতকৈ শোচনীয় অধঃপতন আৰু কি হ'ব পাৰে ?"

এইদৰে খেদ কৰি প্ৰায়ামে মূৰৰ পকাচুলিবোৰ টানি-আজুৰি ছিঙিবলৈ ধৰিলে। কিন্তু হেক্টৰৰ সংকল্পৰ পৰিবৰ্তন নহ'ল। এতিয়া তেওঁৰ মাকেও বিননিৰ ৰোল তুলিলে। গাৰ কাপোৰখন আংশিকভাৱে খহাই তেওঁ স্তন এটি অনাবৃত কৰি আন হাতেৰে ধৰিলে। তেওঁৰ গাল দুখনি চকুলোৰে তিতি গৈছিল। তেওঁ হেক্টৰক কাকুতি-মিনতি কৰি ক'লে, "হেক্টৰ, বাছামোৰ, মোৰ এই স্তনটোৰ কথা বিবেচনা কৰি মোৰ মনৰ দুখ অকণমান পতিয়াবলৈ মাত্তি হচোন। কিমান দিন এই স্তন তোৰ মুখত দিছিলো, পিয়াহ খুৱাই তোক শাঁত কৰিছিলো। সেই দিনবিলাক সুঁৱৰি চাচোন। মোৰ বোপাই, গড়ৰ ভিতৰৰপৰাই শত্ৰুৰ লগত যুঁজি থাক, অকলে সেই মানুহটোক জোকাই নলবি। সি এটা বৰ্বৰ। সি যদি তোক মাৰে, তেনেহ'লে আমি যে তোক চিতাত শুৱাই লৈ অকণমান কান্দিব পাৰিম, তাৰ আশা নকৰিবি মোৰ বোপাই। বহুতো সা-সম্পত্তি লগত লৈ অহা তোৰ ঘৈণীয়েৰেও নোৱাৰিব। আমাৰপৰা বহুত আঁতৰত, আৰ্গিভ জাহাজবিলাকৰ কাষত, তোৰ শটো কুকুৰে খাব।"

এইদৰেই তেওঁলোকে শোকত ব্যাকুল হৈ পুতেকক অনুনয়-বিনয় কৰিছিল। কিন্তু তেওঁলোকৰ আকুল আবেদন অথলে গ'ল। তেওঁ নিজৰ ঠাইতে স্থিৰভাৱে থাকি দানৱ সদৃশ একিলিছক অপেক্ষা কৰিলে। পৰ্বতীয়া সাপ এটাই বিষাক্ত বনগাত গিলি, বেজনাত অস্থিৰ হৈ, মানুহ এটাক সি যেন খাই পৰি থকা ঠাইডোখৰলৈ যাবলৈ দি অমংগলত ভিৰবিৰাই থকা চকুৰে মানুহটোৰ গতিবিধি লক্ষ্য কৰি থকাৰদৰে হেক্টৰে অলৰঅচৰ হৈ নিৰ্ভীকভাৱে তাতে থিয় হৈ থাকিল। গড়ৰ একাংশত আউজাই থোৱা ঢালখনো জিলিকি উঠিছিল। কিন্তু তথাপি তেওঁ আতংকিত হৈছিল। নিজৰ অন্তৰাৰ কাৰণে পৰিতাপ কৰি, অথচ অদম্য মনোবলেৰে তেওঁ বিবেচনা কৰি চালে, "এতিয়া যদি

মই প্ৰাচীৰৰ ভিতৰত প্ৰৱেশ কৰো, তেন্তে পোন প্ৰথমে পলিডামাছেই মোক কথাৰে থকাসৰকা কৰি ক'ব যে যোৱাৰাতি একীয়ানবিলাকৰ দুৰ্যোগৰ সময়ত একিলিছ যেতিয়া জাগি উঠিল, তেতিয়া নগৰলৈ উভতি যোৱাৰ কাৰণে তেওঁ আগবঢ়োৱা পৰামৰ্শ মই অগ্ৰাহ্য কৰিছিলো। অৱশ্যে তেওঁৰ উপদেশ গ্ৰহণ কৰা উচিত আছিল। কিন্তু আমাৰ সৈন্যবাহিনী মোৰ স্বেচ্ছাচাৰিতাৰ বলি হ'ল আৰু এতিয়া মই দেশবাসী আৰু দীৰ্ঘবসনা ট্ৰজান মহিলাসকলৰ আগত মুখ উলিয়াব নোৱাৰো। কোনো সাধাৰণ প্ৰজাৰ মুখত এনেকথা শুনিবলৈ পালে মই বৰ লাজ পাম। হেক্টৰে নিজৰ সৌহাতখনৰ ওপৰত ভাৰসা কৰি সৈন্যবাহিনী এটা হেৰুৱালে। কিন্তু মানুহে এইদৰে কোৱাকুই কৰিবই। আৰু তেতিয়া মই উপলব্ধি কৰিম যে একিলিছৰ সন্মুখীন হৈ হয় তেওঁক হত্যা কৰি নগৰলৈ উভতি অহা, নহয় ট্ৰয়ৰ ৰণাংগনতে সগৌৰৱে মৃত্যুবৰণ কৰাই শ্ৰেয় আছিল। অৱশ্যে মই কাৰুকাৰ্যখচিত ঢাল আৰু বিশাল বৰ্মখন খুলি, বৰ্শাপাট প্ৰাচীৰৰ গাত আউজাই থৈ, নিজ কৰ্তৃত্বতে একিলিছৰ আগত শান্তিৰ প্ৰস্তাৱ দাঙি ধৰিব পাৰিলোহেঁতেন। শূন্যগৰ্ভ জাহাজত যিবিলাক সামগ্ৰী ট্ৰয়লৈ অপহৰণ কৰি পেৰিছে এই একীয়ান যুদ্ধৰ বীজ ৰপণ কৰিলে, প্ৰকৃততে এই সকলোবিলাক বস্তু মই প্ৰত্যাৰ্পণ কৰিম, সকলো সা-সম্পত্তিৰে সৈতে হেলেনক আট্ৰিউছ-নন্দনৰ হাতত সমৰ্পণ কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ হম। তদুপৰি আমাৰ সকলো সম্পদ শত্ৰুৰ লগত সমানে ভাগবটাই ল'বলৈয়ো মই গাত ল'ব পাৰো। মন্ত্ৰণাসভাত মই আমাৰ দেশবাসীসকলক এই শপত খাবলৈ সন্মত কৰাম যেন তেওঁলোকে অলপো লুকঢাক নকৰি আমাৰ সুৰম্য নগৰখনৰ সকলো অস্থাৱৰ সম্পত্তি দুটা সমান অংশত ভাগ কৰে। কিন্তু মই এইদৰে আলাসত চাংপাতি আছো কিয়? এই আশংকা কৰিবলৈ মোৰ যথেষ্ট যুক্তি আছে যে মই একিলিছৰ ওচৰ চাপিলে তেওঁ অলপো সহানুভূতি নেদেখুৱাই আৰু মোৰ ব্যক্তিত্বৰ প্ৰতি সশ্ৰদ্ধ নহৈ নিৰস্ত্ৰ অৱস্থাত মোক এজনী তিৰোতাৰ দৰে হত্যা কৰিব। নহয়, এই মুহূৰ্তত মই আৰু একিলিছ, পূৰ্ব নিৰ্দিষ্ট স্থানত মিলিত হ'বলৈ আহি ইজনে সিজনক প্ৰণয় সম্ভাষণেৰে কৃতাৰ্থ কৰা প্ৰেমিক-প্ৰেমিকা নহওঁ। সময়ৰ অপচয় নকৰি যুদ্ধৰ কাৰণে প্ৰস্তুত হোৱাই ভাল। অলিম্পাছৰ অধিপতিয়ে কাক জয়যুক্ত কৰাৰ অভিলাষ কৰিছে তেতিয়াহে আমি জানিব পাৰিম।"

এই অন্তৰ্দ্বন্দ্বত হেক্টৰ নিৰ্বিষ্ট হৈ থাকোঁতে প্ৰদীপ্ত শিৰস্ত্ৰাণ পৰিহিত একিলিছে যুদ্ধৰ কাৰণে সুসজ্জিত হৈ ৰণদেৱতাৰদৰে তেওঁৰ ওচৰ পালেহি। তেওঁ সোঁহাতেৰে পেলিয়নৰ এডাকাঠৰ ভয়ংকৰ বৰ্শাপাট আন্দোলিত কৰিছিল

আৰু তেওঁৰ শৰীৰৰ ব্ৰজাস্ত্ৰসমূহ জ্বলন্ত অনল অথবা সদ্যোদিত সূৰ্যৰদৰে দ্যুতিমান হৈছিল। হেক্টৰে তেওঁক দেখা পাই কঁপিবলৈ ধৰিলে। নিজৰ ঠাইত স্থিৰভাৱে থকাৰ মনোবল হেৰুৱাই তেওঁ আতংকত তোৰণৰপৰা ধাবমান হ'ল। কিন্তু পেলিউছ-পুত্ৰই নিজৰ ক্ষিপ্ৰগামিতাৰ ওপৰত আস্থা ৰাখি তেওঁৰ পিছে পিছে তড়িৎ গতিৰে দৌৰিবলৈ ধৰিলে। ভয়াতুৰ কপৌ চৰাই এটালৈ চেঁচা লোৱা ক্ষিপ্ৰতম পক্ষী, পৰ্বতীয়া শেনৰদৰে লঘুদেহী একিলিছে অতিশয় ব্যগ্ৰভাৱে অনুসৰণ কৰিলে। শেনটোৱে চিকাৰটোৰ ওচৰ চাপি তীব্ৰভাৱে চিঞৰে আৰু তাইক ধৰিবৰ কাৰণে উত্ৰাৱল হৈ চোঁ মাৰি উৰি যায়। শত্ৰুৰ আগে আগে উৰি যোৱা কপৌজনীৰ দৰেই হেক্টৰেও ট্ৰয়ৰ প্ৰাচীৰৰ তলেদি তেওঁৰ আগে আগে প্ৰাণটাকি পলাই গৈছিল। পহৰাচকী আৰু বতাহে কোবোৱা ডিমৰু গছজোপা পাৰ হৈ প্ৰাচীৰৰ অলপ আঁতৰে আঁতৰে গাড়ী চলা বাটেদি তীব্ৰবেগে গৈ তেওঁলোকে ঘূৰ্ণিতস্ৰোতা স্কেমেণ্ডাৰৰ উৎস স্বৰূপ দুখনি মনোৰম নিজৰাৰ পাৰত উপস্থিত হ'ল। এটা নিজৰাৰ পানী গৰম, তাৰপৰা ভাপ উঠি জুলাজুইৰপৰা ওলোৱা ধোঁৱাৰদৰে ওলমি থাকে। কিন্তু আনটো পানী গ্ৰীষ্মকালতো, শিল, তুষাৰ বা পানী গোটমাৰি হোৱা বৰফৰ দৰেই শীতল। তাৰ কাষতে আছে, আহল বহল আৰু সুন্দৰ পাত্ৰ কিছুমান। তাতে ট্ৰয়ৰ বোৱাৰী আৰু দিপ্‌লিপ্‌ জীয়ৰীসকলে একীয়ানবিলাক অহাৰ আগৰ, শান্তিৰ সময়ছোৱাত জিলমিলাই থকা কাপোৰ ধুইছিল। ইয়াতো খেদাখেদি চলি আছিল, পিছত একিলিছ আৰু আগে আগে হেক্টৰ। তেওঁ শক্তিশালী পুৰুষ আছিল সঁচা, কিন্তু তেওঁক অনুধাৱন কৰাজন আছিল তেওঁতকৈ বহুগুণে শ্ৰেষ্ঠ। প্ৰচণ্ডবেগত এই কাৰ্য চলি আছিল। বলিৰ পশু অথবা চামৰাৰ ঢাল আদি পুৰস্কাৰৰ কাৰণে অনুষ্ঠিত হোৱাৰ দৰে এইখন সাধাৰণ ধৰণৰ ধাবন প্ৰতিযোগিতা নাছিল। এই দুজনৰ প্ৰতিযোগিতাৰ পণ আছিল অশ্বদমন হেক্টৰৰ জীৱন। এজন বীৰৰ অন্ত্যেষ্টিক্ৰিয়াত অনুষ্ঠিত হোৱা খেল-ধেমালিত আকৰ্ষণীয় পুৰস্কাৰ হিচাপে আগবঢ়োৱা এগৰাকী নাৰী বা এডাল জঁাতিৰ কাৰণে খুঁটা এটাৰ চৌপাশে প্ৰবলবেগে দৌৰি থকা বলিষ্ঠ ঘোঁৰাৰদৰে তেওঁলোক দুয়ো উৰন্তচৰণেৰে প্ৰায়ামৰ নগৰ তিনিবাৰ প্ৰদক্ষিণ কৰিলে।

দেৱতাসকলে নীৰৱে তেওঁলোকক নিৰীক্ষণ কৰি আছিল। অৱশেষত দেৱতা আৰু মানৱৰ পিতৃপুৰুষে অন্যান্য অমৰবৃন্দৰ ফালে চাই হুমুনিয়াহ কাঢ়ি ক'লে, "নগৰৰ চৌপাশে খেদা খাই যোৱা মোৰ প্ৰিয় লোকজনক মোৰ চকুৰ আগতে অনুধাৱিত হৈছে, তেওঁৰ কাৰণে মোৰ অন্তৰত স্নেহৰ উম থকা এডোখৰ ঠাই আছে। হেক্টৰৰ কাৰণে

মই শোক পাইছো। মোৰ পূজাৰ কাৰণে তেওঁ খলাবমা ইডা পৰ্বতৰ শিখৰত আৰু উচ্চ ট্ৰয়দুৰ্গত বহুতো ষাঁড় গৰুৰ পীৰা দাহ কৰিছে। কিন্তু এতিয়া একিলিছে পূৰ্ণবেগে প্ৰায়ামৰ নগৰৰ চৌহদেদি তেওঁক খেদি নিছে। দেৱতাসকল, বিবেচনা কৰি চাওক, আমি তেওঁৰ জীৱন ৰক্ষা কৰিমনে পেলিউছ-পুত্ৰ একিলিছৰ হাতত নিহত হ'বলৈ তেওঁক এৰি দিম, সেই বিষয়ে এটা সিদ্ধান্ত ল'বৰ কাৰণে আপোনা-লোকে মোক সহায় কৰক।"

দীপ্তলোচনা এথেনীয়ে চিৎকাৰ কৰি ক'লে, "পিতা' আপুনি এইবোৰ কি কথা কৈছে? জ্যোতিৰ্ময় বজ্ৰ আৰু কলীয়া মেঘৰ অধিপতি হৈ আপুনি সুদীৰ্ঘ দিন ধৰি যাৰ শেষ পৰিণতি অৱশ্যম্ভাৱী হৈ আছে, তেনে এজন সামান্য মৰ্তবাসীক মৃত্যু যন্ত্ৰণাৰপৰা পৰিত্ৰাণ কৰিবলৈ কিয় উদ্যত হৈছে? আপুনি যি ইচ্ছা তাকে কৰক, কিন্তু এই আশা পোষণ নকৰিব যে আমি আপোনাক সহৰ্ষে সমৰ্থন কৰিম।"

মেঘনিয়ন্ত্ৰক জ্যুছে উত্তৰ দিলে, "মোৰ মৰমৰ কন্যা, ট্ৰাইটৰ দেৱী, চিন্তা নকৰিবা। মই আচলতে তেওঁক ৰক্ষা কৰিব খোজা নাই। তুমি মোৰ শুভেচ্ছাৰ ওপৰত নিৰ্ভৰ কৰিব পাৰা। তুমি যি কৰা উচিত বুলি ভাবিছা, তাকে কৰা, তৎক্ষণাৎ কৰা।" নিজে কিবা এটা কৰিবলৈ উচপিচাই থকা এথেনীয়ে জ্যুছৰ এই উৎসাহ বাণীত অলিম্পাছৰ উচ্চ শিখৰৰপৰা বায়ুবেগে অৱতৰণ কৰিলে।

ইতিমধ্যে ক্ষিপ্ৰচৰণ একিলিছে নিদাৰুণভাৱে হেক্টৰক খেদি আছিল। পাহাৰৰ মাজৰ আশ্ৰয়ৰপৰা অপসৃত হোৱা হৰিণী এজনীক চিকাৰী কুকুৰ এটাই যেনেকৈ অৰণ্যবেষ্টিত উপত্যকা বা মুকলি অংশৰ মাজেদি খেদি লৈ যায় আৰু আনকি তাই জোপা এটাৰ মাজত লুকালেও গন্ধ অনুসৰণ কৰি তাইক আৱিষ্কাৰ কৰেগৈ, সেইদৰে হেক্টৰৰ কোনো কৌশলৰদ্বাৰা একিলিছ প্ৰতাৰিত নহ'ল। একাধিকবাৰ হেক্টৰে ডাৰ্ডানীয় তোৰণৰ অভিমুখে তীব্ৰবেগে অগ্ৰসৰ হৈছিল। তেওঁ আশা কৰিছিল যে প্ৰাচীৰৰ তলত উপনীত হ'ব পাৰিলে ওপৰত থকা কাঁড়ীবিলাকে তেওঁৰ অনুসৰণকাৰী জনৰ ওপৰত বাণ বৰ্ষণ কৰি তেওঁক উদ্ধাৰ কৰিবলৈ সমৰ্থ হ'ব। কিন্তু একিলিছে মাজৰ বাটটোৰেদি গৈ প্ৰতিবাৰেই তেওঁক আগচি ধৰিছিল আৰু তেওঁক মুকলি পথাৰৰফালে যাবলৈ বাধ্য কৰিছিল। কিন্তু হেক্টৰে যেনেকৈ একিলিছৰপৰা অব্যাহতি পোৱা নাছিল, সেইদৰে একিলিছেও হেক্টৰক ঢুকি পোৱা নাছিল। এইটো আছিল এটা বিভীষিকাময় স্বপ্নৰদৰে য'ত অনুসৰণকাৰী বা অনুসৃত কোনো এজনেই অংগ-প্ৰত্যংগ সঞ্চালন কৰিবলৈ সক্ষম নহয়। আপোনালোকে সুধিব পাৰে, মৃত্যু সন্নিকট হোৱা সত্ত্বেও

হেক্টৰে কেনেকৈ আত্মৰক্ষা কৰি আছিল ? এপলোৱে শেষবাৰৰ কাৰণে হস্তক্ষেপ কৰাৰ কাৰণেহে তেওঁ ইমান সময় তিষ্ঠি আছিল। চৰম মুহূৰ্ত্তত এপোলোৱে তেওঁৰ ওচৰলৈ আহি তেওঁক সতেজ কৰি তুলিছিল আৰু তেওঁৰ চৰণৰ ক্ষিপ্ৰতা বৃদ্ধি কৰিছিল। তদুপৰি একিলিছে শিৰ সঞ্চালন কৰি তেওঁৰ সৈন্যসকলক সংকেট দিছিল যেন তেওঁলোকে অস্ত্ৰ নিক্ষেপ কৰি হেক্টৰৰ কোনো অনিষ্ট নকৰে, জানোছা অন্য কোনো লোকে হেক্টৰক শৰাহত কৰি যশগৌৰৱৰ অধিকাৰী হ'ব আৰু ফলত তেওঁৰ অভিলাষ সিদ্ধি নহ'ব। যি নহওক, যেতিয়া তেওঁলোক চতুৰ্থবাৰ জুৰিটোৰ ওচৰত উপস্থিত হ'ল, জনক জ্যুছে সোণৰ তৰজু লৈ একালে একিলিছৰ আৰু আনফালে অশ্বদমন হেক্টৰৰ মৃত্যুদণ্ড স্থাপন কৰিলে আৰু দণ্ডডালৰ সোঁমাজত ধৰি তৰজুখন ওপৰলৈ দাঙি ধৰিলে। দণ্ডডাল হেক্টৰৰ ফালেদি দোঁ খাই গ'ল। তেওঁৰ মৃত্যু নিৰ্দ্ধাৰিত হ'ল। তেওঁৰ আয়ু শেষ হ'ল আৰু এপলোৱে তেওঁক পৰিত্যাগ কৰিলে। দীপ্তলোচনা দেৱী এথেনীয়ে একিলিছৰ ওচৰলৈ গৈ এই গুৰুত্বপূৰ্ণ শব্দকেইটা উচ্চাৰণ কৰিলে, "জ্যুছৰ প্ৰিয়পাত্ৰ, কীৰ্ত্তিমান একিলিছ, একীয়ান সৈন্যবাহিনীয়ে বিপুলভাৱে বিজয়ী হৈ জাহাজলৈ উভতি যোৱাৰ সময় সমুপস্থিত। এয়ে আমাৰ সুবৰ্ণ সুযোগ। শেষ পৰ্যন্ত হেক্টৰে যুদ্ধ কৰিব। কিন্তু তুমি আৰু মই তেওঁক বধ কৰিম। মহা ধনুৰ্দ্ধৰ এপলোৱে যিমানেই চেষ্টা নকৰক, যিমানেই তেওঁ পিতাক, ছত্ৰধাৰী জ্যুছৰ ভৰিত পৰি নাথাকক, হেক্টৰ আৰু এতিয়া আমাৰ হাতৰপৰা সাৰি যাব নোৱাৰে। তুমি খন্তেক ইয়াতে থাকি জিৰণি লোৱা ; মই হেক্টৰক তোমাৰ লগত যুদ্ধ কৰিবলৈ প্ৰৰোচিত কৰিম।"

একিলিছে আনন্দ মনেৰে তেওঁৰ নিৰ্দেশ পালন কৰিলে। ব্ৰঞ্জফলকযুক্ত বৰ্শাপাটত ভেজা দি তেওঁ তাতে থিয় হৈ থাকিল। এথেনীয়ে তাৰপৰা হেক্টৰৰ ওচৰলৈ যাত্ৰা কৰিলে। উদ্দেশ্য সিদ্ধিৰ কাৰণে তেওঁ ডেইফবাচৰ বেশত তেওঁৰ ক্লান্তিহীন কণ্ঠস্বৰ অনুকৰণ কৰি হেক্টৰক সম্বোধন কৰিলে। তেওঁ ক'লে, "মৰমৰ দাদা, নগৰৰ চৌপাশে ইমান বেগেৰে খেদি খেদি একিলিছে তোমাক পৰিশ্ৰান্ত কৰিছে। আমি দুয়ো ইয়াতে মিলিতভাৱে তেওঁৰ সন্মুখীন হওঁ আহা।"

সুপ্ৰভ শিৰস্ত্ৰাণধাৰী, মহান হেক্টৰে ক'লে, "হিকেবী আৰু প্ৰায়ামে মোক উপহাৰ দিয়া সহোদৰসকলৰ ভিতৰত মই তোমাকেই সকলোতকৈ বেছি ভাল পাওঁ। কিন্তু এতিয়াৰপৰা তোমাৰ বিষয়ে মোৰ ধাৰণা আৰু উন্নত হ'ব, কাৰণ মোৰ এই অৱস্থা দেখা পাই, সহায় কৰিবৰ কাৰণে তুমিহে প্ৰাচীৰৰ বাহিৰলৈ ওলাই আহিবলৈ সাহস কৰিছা। বাকীবিলাকতো নগৰত সোমাই আছে।"

দীপ্তলোচনা এথেনীয়ে উত্তৰ দিলে, "মৰমৰ দাদা, মই তোমাক কওঁ

নোৱাৰো যে পিতা আৰু পূজনীয়া জননীয়ে, এজন এজনকৈ, মই য'তে আছিলো তাতে থাকিবলৈ মোক দঢ়াই দঢ়াই কৈছিল। মোৰ সৈন্যবিলাকো তাতে আছিল আৰু সিহঁতেও মোক বাৰণ কৰিছিল। সিহঁতে একিলিছক যিমানহে ভয় কৰে! কিন্তু মই তোমাৰ কাৰণে অতিশয় উৎকণ্ঠিত হৈ পৰিলো। আহা, আমি তেওঁক সাহসেৰে আক্ৰমণ কৰো। বৰ্শাচালনাত কাৰ্পণ্য নকৰিবা, দেখা যাওক একিলিছেই আমাক বধ কৰি উভয়ৰে ৰক্তৰঞ্জিত কবচৰ সৈতে শূন্যগৰ্ভ জাহাজলৈ উভতি যায় নে তোমাৰ বৰ্শাঘাতত তেওঁৰেই পতন হয়।" এথেনীৰ কৌশল সফল হ'ল আৰু তেওঁ হেক্টৰক আগবঢ়াই লৈ গ'ল। হেক্টৰ আৰু একিলিছ মুখামুখী হ'ল।

জ্যোতিৰ্ময় শিৰস্ত্ৰাণধাৰী হেক্টৰেই প্ৰথমে ক'লে, "কুমাৰ একিলিছ, তোমাৰ দ্বাৰা অনুধাবিত হৈ মই তিনিবাৰ প্ৰায়ামৰ নগৰ প্ৰদক্ষিণ কৰিছো। তোমাক ওচৰ চাপিবলৈ সুবিধা দি মই ৰবলৈ সাহ কৰা নাছিলো। কিন্তু এতিয়া আৰু মোৰ পলায়ন কৰাৰ ইচ্ছা নাই। মই তোমাৰ লগত দ্বন্দ্বযুদ্ধ কৰিম। হয়তো মই তোমাক বধ কৰিম নহ'লে তোমাৰ হাতত নিহত হম। কিন্তু প্ৰথমেই তুমি তোমাৰ আৰু মই মোৰ ইষ্টদেৱতাসকলক সাক্ষী কৰি এটা চুক্তি কৰি লওঁ। এই চুক্তিৰ কাৰণে দায়িত্ব গ্ৰহণ কৰিবলৈ তেওঁলোকেই সৰ্বশ্ৰেষ্ঠ। জ্যুছে যদি মোক জীয়াই ৰাখে আৰু মই তোমাক বধ কৰো, তেন্তে মই কথা দিছো, প্ৰচলিত প্ৰথাৰ বিৰুদ্ধে মই তোমাৰ মৃতদেহ ধৰ্ষিতা নকৰো। একিলিছ, মই একমাত্ৰ তোমাৰ চমৎকাৰ কবচবিলাকহে খুলি ল'ম। তাৰ পিছত মই তোমাৰ মৃতদেহ একীয়ানবিলাকৰ হাতত সমৰ্পণ কৰিম। মোৰ প্ৰতি তুমি সেই আচৰণকে কৰিবানে?"

ক্ষিপ্ৰচৰণ একিলিছে তেওঁৰ ফালে উগ্ৰভাৱে চালে। তেওঁ উত্তৰ দিলে, "হেক্টৰ, তুমি উন্মাদ, সেই কাৰণেহে মোৰ আগত চুক্তিৰ কথা উল্লেখ কৰিছা। সিংহ আৰু মানুহৰ মাজত সন্ধি হ'ব নোৱাৰে, সেইদৰে বাঘ আৰু ছাগলীৰো মিত্ৰতা নহয়। শেষ পৰ্যন্ত সিহঁত শত্ৰুভাৱেই থাকে। তোমাৰ মোৰ বেলিকাও কথা একেটাই। আমাৰ মাজত বন্ধুত্ব অসম্ভৱ। আমাৰ এজন নিহত হৈ অদম্য ৰণদেৱতাৰ ৰক্তকৃষা নিবাৰণ নকৰা পৰ্যন্ত শান্তিৰ প্ৰশ্ন নুঠে। সেইকাৰণে সাহস সংগ্ৰহ কৰা। তোমাৰ যুদ্ধকুশলতা আৰু নিৰ্ভীকতা প্ৰদৰ্শন কৰাৰ এয়ে সময়। অৱশ্যে তুমি যে ৰক্ষা পৰিবা, এনে নহয়। মোৰ বৰ্শাৰে তোমাৰ পতন ঘটাবলৈ পালাছ এথেনী অপেক্ষা কৰি আছে। শক্তিশেলেৰে মোৰ মিত্ৰসকলক মৰিমূৰ কৰি মোক মনোকষ্ট দিয়াৰ ফল তুমি এতিয়াই ভোগ কৰিবা।"

এইবুলি কৈ একিলিছে টোঁৱাই ভিৰাই তেওঁৰ দীৰ্ঘছায়াবিশিষ্ট বৰ্শাপাট নিক্ষেপ কৰিলে। কিন্তু হেক্টৰে সকলো লক্ষ্য কৰি আছিল আৰু তাক পৰিহাৰ কৰিবলৈ সমৰ্থ হ'ল। অস্ত্ৰপাটলৈ দৃষ্টি ৰাখি তেওঁ অৱনত হ'ল। বৰ্শাপাট তেওঁৰ মূৰৰ ওপৰেদি পাৰ হৈ গৈ মাটিত বিদ্ধ হ'ল। কিন্তু পালাছ এথেনীয়ে আজুৰি আনি তাক একিলিছৰ হাতত সোধাই দিলে।

এই কাৰ্য সুমহান সেনাপতি হেক্টৰৰ দৃষ্টিগোচৰ হোৱা নাছিল। পেলিউছৰ অদ্বিতীয় পুত্ৰক সম্বোধন কৰি তেওঁ ক'লে, "দেৱোপম একিলিছ, লক্ষ্যভ্ৰষ্ট হৈছে। দেখা যায়, মোক বধ কৰিবৰ কাৰণে জ্যুছে তোমাক এটা ভুল তাৰিখ দিছে। তুমি দেখিছো একেবাৰে নিশ্চিত হৈ আছিলা। কিন্তু তুমি বৰ বাক্‌পটু, আৰু বহুবক্তী। ভয় খুৱাই মোৰ শক্তি নিঃশেষ কৰিবলৈ তুমি চেষ্টা কৰিছিলা। যি নহওক, মই নপলাওঁ আৰু মোৰ পিঠিত বৰ্শাৰে হানিবলৈ তোমাক সুবিধা নিদিওঁ। মই তোমাক আক্ৰমণ কৰিম আৰু তেতিয়া তুমি সুযোগ পালে মোৰ বুকুখনকে শালি পেলাবা। কিন্তু তাৰ আগতে মোৰ এই বৰ্শা তুমি পৰিহাৰ কৰিবলৈ চেষ্টা কৰা। ঈশ্বৰৰ অনুগ্ৰহত এই ব্ৰঞ্জফলক যেন তোমাৰ মঙহত আমূল বিদ্ধ হয়। ট্ৰজানবিলাকৰ তুমিয়েই যন্ত্ৰণাৰ মূল। তুমি মৰিলে তেওঁলোকে সুকলমে যুদ্ধ কৰিব পাৰিব।"

এইবুলি কৈ তেওঁ দীৰ্ঘছায়াবিশিষ্ট বৰ্শাপাট আন্দোলিত কৰি নিক্ষেপ কৰিলে। সুনিশ্চিতভাৱে তেওঁৰ বৰ্শা একিলিছৰ ঢালখনৰ সোমাজতে লাগিল। কিন্তু বৰ্শাপাট উফৰি গ'ল। তেওঁ বিচলিত হৈ পৰিল, কাৰণ দ্বিতীয় এপাট বৰ্শা তেওঁৰ হাতত নাছিল। শুকুলা ঢালধাৰী ডেইফবাছক তেওঁ উচ্চৈঃস্বৰে মাতি দীঘল বৰ্শা এপাট বিচাৰিলে। কিন্তু তেতিয়া ডেইফবাছ আৰু তেওঁৰ কাষত নাছিল। প্ৰকৃত ঘটনাটো বুজি পাই হেক্টৰে চিৎকাৰ কৰি ক'লে, "হায় হায়, দেৱতাই এইদৰেই মোক মৰণৰ মুখলৈ মাতি নিলে। সুশীল ডেইফবাছ কাষতে আছে বুলি মই ভাবি আছিলো। কিন্তু প্ৰকৃততে তেওঁ নগৰতহে আছে। এথেনীয়ে মোক ছলনা কৰিলে। মোৰ মৃত্যু সন্নিকট। তাৰ কুটিল দৃষ্টি মোৰ ওপৰত নিবদ্ধ। মোৰ পৰিত্ৰাণ নাই। সহায় আৰু ভভেচ্ছা আগবঢ়াইছিল যদিও জ্যুছ আৰু তেওঁৰ ধনুৰ্ধৰ পুত্ৰই বহুত আগতে ইয়াকে ঠিক কৰি থৈছিল। গতিকে এতিয়া মই নিয়তিৰ কবলত পৰিম। কিন্তু মই ইমান সহজে কাপুৰুষৰ দৰে মৃত্যুবৰণ নকৰো। মোৰ শেষ পৰিণতি যাতে অকীৰ্তিকৰ নহয় তাৰ বাবে মই চেষ্টা কৰিম। মই এনে বীৰত্ব প্ৰদৰ্শন কৰিম যাৰ কাৰণে উত্তৰ পুৰুষে মোৰ নাম শুনিবলৈ পাব।"

হেক্টৰৰ কঁকালত এখন তীক্ষ্ণ তৰোৱাল ওলমি আছিল। তেওঁ দৃঢ়ভাৱে তৰোৱালখন টান মাৰি লৈ, বহুত ওপৰত উৰি থকা ঈগল চৰাই এটাই কলীয়া ডাৱৰৰ মাজেদি তীব্ৰগতিৰে তললৈ নামি আহি ছাগলী পোৱালি বা কুঁচি-মুঁচি থকা শহাপহু এটা থাপ মাৰি নিয়াৰ দৰে ভীমবেগে ধাবিত হ'ল। শানিত অসিখন আন্দোলিত কৰি হেক্টৰে এইদৰেই আক্ৰমণ কৰিছিল। প্ৰচণ্ড ক্ৰোধত জ্বলন্ত হৈ একিলিছো অতিশয় ক্ষিপ্ৰতাৰে আগবাঢ়ি গ'ল। কাৰুকাৰ্যখচিত ঢালখনে তেওঁৰ সমুখৰ অংশ আবৰি আছিল। তেওঁ মূৰটো লৰচৰ কৰোঁতে চাৰিখন ফলকেৰে সৈতে তেওঁৰ শিৰস্ত্ৰাণটো ফুলি উঠিছিল আৰু তাৰ ফলত হিফিষ্টাছে অকৃপণভাৱে চূড়াত লগাই দিয়া সোণালী পাখিবোৰে হালি-জালি নাচিবলৈ ধৰিলে। আৰু সন্ধিয়া অন্যান্য জ্যোতিষ্কৰ সৈতে দেখা দিয়া নভোমণ্ডলৰ সুন্দৰতম নক্ষত্ৰ ভোটা তৰাটিৰদৰে, তেওঁ সোঁহাতত সুষমভাৱে ধাৰণ কৰা বৰ্শাৰ শানিত ফলক তিৰবিৰাই উঠিছিল। হেক্টৰক হত্যা কৰাই তেওঁৰ উদ্দেশ্য আছিল আৰু তেওঁৰ শৰীৰৰ মঙহ ভেদ কৰিব পৰা সম্ভাব্য স্থানৰ সন্ধান কৰি আছিল।

একিলিছে দেখিলে যে হেক্টৰৰ দেহ, নিহত পেট্ৰক্লাছৰপৰা অধিকাৰ কৰা ব্ৰঞ্জৰ উৎকৃষ্ট কৱচেৰে আবৃত হৈ আছিল। একমাত্ৰ কান্ধৰপৰা ডিঙিলৈকে জুৰি থকা হাড় ছুডাল কণ্ঠনলীৰ যি অংশত মিলিছে ঠিক সেই ঠাইতে অকণমান সুৰুঙা আছিল। মানুহক হত্যা কৰিবৰ কাৰণে এই ঠাইডোখৰেই অতি সুচল। হেক্টৰে আক্ৰমণ কৰিবলৈ আগবাঢ়ি আহোঁতে একিলিছে বৰ্শাৰে সেই ঠাইতেই আঘাত কৰিলে। হেক্টৰৰ ডিঙিৰ কোমল মঙহ ভেদ কৰি জোংটো সোমাই গ'ল। কিন্তু তেওঁৰ বায়ুনলী বিদিৰ্ণ নোহোৱাত, তেওঁ বিজেতাজনক সম্বোধন কৰাৰ সামৰ্থ্য নেহেৰুৱালে। হেক্টৰ ধূলিত বাগৰি পৰিল আৰু মহান একিলিছ বিজয় গৰ্বত উল্লাসিত হ'ল। তেওঁ ক'লে, "হেক্টৰ, পেট্ৰক্লাছক লুণ্ঠন কৰি তুমি নিৰাপদে থাকিব পাৰিবা বুলি কল্পনা কৰিছিলা, তাত অলপো সন্দেহ নাই। তুমি মোৰ কথা চিন্তা কৰা নাছিলা। কাৰণ মই আছিলো বহুত আঁতৰত। তুমি মূৰ্খ। শূন্যগৰ্ভ জাহাজবিলাকৰ নামনি অংশত পেট্ৰক্লাছতকৈ বহুগুণে শ্ৰেষ্ঠ এজন বীৰ তেতিয়াও অতিৰিক্তভাৱে অপেক্ষা কৰি আছিল। সেই বীৰজনৰ হাততেই এতিয়া তুমি ধৰাশায়ী হ'লা। গতিকে এতিয়া একীয়ানবিলাকে পেট্ৰক্লাছৰ অন্ত্যেষ্টিক্ৰিয়া সম্পন্ন কৰাৰ সময়ত কুকুৰ শগুণে তোমাক খণ্ড-বিখণ্ড কৰিব।"

সুপ্ৰভ শিৰস্ত্ৰাণধাৰী হেক্টৰে ক্ষীণ কণ্ঠেৰে ক'লে, "মই তোমাৰ চৰণত পৰি কাকুতি কৰিছো, তোমাৰ নিজৰ আৰু জনক-জননীৰ জীৱনৰ দোহাই দি মিনতি কৰিছো, মোৰ মৃতদেহ একীয়ান তৰীসমূহৰ কাষত জাক জাক কুকুৰৰ

মাজলৈ নিক্ষেপ নকৰিবা। মোৰ কাৰণে পণ গ্ৰহণ কৰা। মোৰ শ্ৰদ্ধেয় পিতা-মাতাই তোমাক প্ৰচুৰ পৰিমাণে ব্ৰঞ্জ আৰু সুবৰ্ণ প্ৰদান কৰিব। মোৰ দেহটো নগৰলৈ নিবলৈ অনুমতি দিবা, যাতে ট্ৰয়ৰ নৰনাৰীসকলে বিধিসম্মতভাৱে চিতা জুই জ্বলাই, মৃত্যুৰ পিছত মোৰ প্ৰতি যথোচিত সম্মান প্ৰদৰ্শন কৰিব পাৰে।"

ক্ষিপ্ৰ একিলিছে তীব্ৰ বিদ্বেষত তেওঁৰ প্ৰতি ভ্ৰূকুটি-কুটিল দৃষ্টি নিক্ষেপ কৰিলে। তেওঁ ক'লে, "কুকুৰ, তোৰ কাকুতি-মিনতিত মোৰ ভৰি বা মোৰ পিতা-মাতাৰ নাম উল্লেখ নকৰিবি। মই নিজেই যেন তোক ভোকত কেঁচাই কেঁচাই চোবাম তেনে ইচ্ছাহে হৈছে। কাৰণ তই মোৰ বহুত অপকাৰ কৰিলি। কিন্তু এই কথা অন্ততঃ সুনিশ্চিত যে কোনেও কুকুৰৰ জাক তোৰপৰা আঁতৰত ৰাখিবলৈ সক্ষম নহয়। আনকি ট্ৰজানবিলাকে যদি তোৰ প্ৰকৃত মূল্যতকৈ দহ বা কুৰিগুণ বেছি ধন-ৰত্ন জুখি আনে, আৰু তাৰ উপৰিও বেছি দিবলৈ প্ৰতিশ্ৰুতি দিয়ে, যদি ডাৰ্ডানীয় প্ৰায়ামে তোৰ শৰীৰৰ ওজনৰ সমান সোণো দিবলৈ প্ৰজা-বিলাকক নিৰ্দেশ দিয়ে; তেতিয়াও তোৰ পূজনীয়া মাতৃয়ে তোক চিতাত তুলি লৈ নিজ গৰ্ভজাত সন্তানৰ কাৰণে শোক প্ৰকাশ কৰিবলৈ সমৰ্থ নহ'ব। কুকুৰ আৰু শগুণেহে তোক খুলি খুলি খাব।"

অন্তিমকালত উজ্জ্বল শিৰস্ত্ৰাণধাৰী হেক্টৰে তেওঁক আকৌ এবাৰ সম্বোধন কৰিলে। তেওঁ ক'লে, "তোমাক মই কিমান ভালকৈ জানো, আৰু তোমাৰ মনটো কিমান বুজি পাওঁ! তোমাৰ অন্তৰ লোহাৰ দৰেই কঠিন, মই মিছাকৈয়ে তোমাক কাবৌ-কোকালি কৰিছো। তথাপি কিবা এটা কৰাৰ আগেয়ে খন্তেক থমকি ৰ'বা। কাৰণ পেৰিছ আৰু এপলোৱে স্কীয়ান তোৰণৰ কাষত তোমাক গৌৰৱমণ্ডিত অৱস্থাতে নিপতিত কৰাৰ সময়ত ক্ৰুদ্ধ দেৱতাসকলে তুমি মোৰ প্ৰতি কৰা আচৰণ সুঁৱৰিব পাৰে।"

মৃত্যুৱে হেক্টৰক নীৰৱ কৰিলে। তেওঁৰ মুক্ত আত্মা হেডিছৰ প্ৰেতপুৰীলৈ প্ৰয়াণ কৰিলে। অদৃষ্ট আৰু পৰিত্যক্ত লোকজনৰ ভৰযৌৱন আৰু পৌৰুষৰ কথা সুঁৱৰি তেওঁৰ আত্মাই বিলাপ কৰিছিল। কিন্তু মৰণে তেওঁক গ্ৰাস কৰাৰ পিছতো একিলিছে ক'লে, "মৰ, জিউছ আৰু অমৰ দেৱতাসকলৰ সিদ্ধান্ত অনুযায়ী ময়ো এদিন মৰিম।"

ইয়াৰ পিছত তেওঁ ব্ৰঞ্জৰ বৰ্শাপাটি মৃতদেহটোৰপৰা মুক্ত কৰি মাটিত থলে। তেওঁ হেক্টৰৰ ৰক্ত-ৰঞ্জিত বৰ্ম-কবচ খুলি থকাৰ সময়ত একীয়ান বীৰসকল বেগেৰে আহি তাত সমবেত হ'ল। তেওঁলোকে মুগ্ধচিত্তে হেক্টৰৰ অৱয়ব আৰু অনন্য সৌন্দৰ্য নিৰীক্ষণ কৰিলে। তাত গোটখোৱা সৈন্যসকলৰ প্ৰতিজনেই তেওঁৰ

আঘাত কৰিলে। ওচৰলৈ গৈ মৃতদেহটো হনাৰ সময়ত সকলোৱে ৰসিকতা কৰি কৈছিল, "জাহাজত জুই দিয়াৰ সময়তকৈ এতিয়াহে হেক্টৰৰ গাত হাত দিয়া সহজ হৈছে।"

হেক্টৰক নিৰাভৰণ কৰাৰ পিছত ক্ষিপ্ৰ আৰু নৰপুংগৱ একিলিছে থিয় হৈ একীয়ানসকলৰ আগত এটি ভাষণ দিলে। তেওঁ ক'লে, "আৰ্গিভ বাহিনীৰ সেনাপতি আৰু পৰামৰ্শদাতা বন্ধুসকল, দেৱতাসকলৰ অনুগ্ৰহত আমি এই মানুহটোক পৰাভূত কৰিবলৈ সমৰ্থ হৈছো। ইয়েই আমাৰ আটাইতকৈ অনিষ্ট কৰিছিল। এতিয়া আমি নগৰৰ চৌপাশে এটি সামৰিক পৰিক্ৰমা আৰম্ভ কৰিম আৰু ট্ৰজানবিলাকে ইয়াৰ পিছত কি ব্যৱস্থা লয় তাৰ বুজ লম। তেওঁলোকৰ সৰ্বাধিনায়কজন নিহত। এতিয়া তেওঁলোকে দুৰ্গটো পৰিত্যাগ কৰিবনে হেক্টৰৰ সাহায্যৰপৰা বঞ্চিত হৈয়ো নগৰখন ৰক্ষা কৰিবলৈ চেষ্টিত হ'ব, সেইটো আমি জনা উচিত। কিন্তু মই কি কৈছো? মোৰ নৌবাহিনীৰ কাষত পেট্ৰক্লাছৰ নশ্বৰ দেহ পৰি আছে। তেওঁক সমাধিস্থ কৰা হোৱা নাই, তেওঁৰ কাৰণে শোক প্ৰকাশ কৰা হোৱা নাই, শৰীৰত প্ৰাণ থাকে মানে, দেহৰ চলন শক্তি নেহেৰায় মানে মই পেট্ৰক্লাছক পাহৰিব নোৱাৰো। তেনেহ'লে মৃতদেহটো সেই অৱস্থাত পেলাই থৈ আন কামত কেনেকৈ হাত দিম? পেট্ৰক্লাছ, প্ৰাণৰ বন্ধু মোৰ, মৃত্যুৰ পিছতে যেতিয়া মৃতকে মৃতকক পাহৰি যায়, তেতিয়া হেডিছৰ প্ৰেতপুৰীতো মই তোমাক সুঁৱৰিম। তেনেহ'লে, একীয়ান সৈন্যসকল, আহাহঁক, আমি এই মৃতদেহ জাহাজলৈ বহন কৰি লৈ যাওঁ, আৰু লগে লগে জয়গান গাম, "আমি অতুল যশ গৌৰৱ আৰ্জিছো, ট্ৰয়ত দেৱতাৰ দৰে সমাদৃত সুমহান হেক্টৰক আমি বধ কৰিছো।"

ইয়াৰ পিছত একিলিছে নিহত ৰাজকুমাৰৰ মৃতদেহটোৰ ওপৰত নিলৰ্জ্জভাৱে অবৰ্ণনীয় অত্যাচাৰ কৰিলে। গোৰোৱাৰপৰা সৰু গাঁঠিলৈ থকা সিৰ ফুডাল কাটি, ভৰিছটা চামৰাৰ বটিৰে বান্ধি ৰথত জুটি দিলে যাতে মূৰটো চুচৰি যায়। তাৰ পিছত তেওঁ প্ৰসিদ্ধ বৰ্ম-কৱচ ৰথত তুলি নিজেও আৰোহণ কৰিলে আৰু চাবুকেৰে স্পৰ্শ কৰি ঘোঁৰাহাল চলাই দিলে। সিহঁতে নিজৰ ইচ্ছামতে চেকুৰিবলৈ ধৰিলে। পিছফালে হেক্টৰৰ মৃতদেহ চুচৰি যোৱাত গোটেইখন ধূলিৰে ধুঁৱলী-কুঁৱলী হ'ল। তেওঁৰ কলীয়া চুলিটাৰে দুভাগ হৈ দুয়োফালে সাৰি লৈ গৈছিল, তেওঁৰ মূৰ ধূলিৰে পোত খাইছিল। এই শোভনীয় শিৰ, জ্যুছৰ ইচ্ছাত এতিয়া নিজদেশৰ মাটিতেই শত্ৰুৰ হাতত কলুষিত হৈ পৰিল।

এইদৰেই হেক্টৰৰ মস্তক বাৰি বাৰি ধূলিৰ মাজেদি বাগৰি গৈছিল।

শত্ৰুৱে পুতেকৰ কি অৱস্থা কৰিলে দেখা পাই তেওঁৰ মাকে করুণ ক্ৰন্দন কৰি নিজৰ চুলি ছিঙি আউলি-বাউলি হ'ল, শিৰৰ চমৎকাৰ অৱগুণ্ঠন তেওঁ কালি ছিৰি পেলালে। তেওঁৰ পিতাকে তীব্ৰ যন্ত্ৰণাত আৰ্তনাদ কৰিলে. তেওঁলোকৰ ওচৰত থকা মানুহবিলাকেও শোকত ব্যাকুল হৈ কান্দিবলৈ ধৰিলে। গোটেই নগৰখন বিষাদে আৱৰি ধৰিলে। উচ্চ প্ৰাচীৰৰপৰা নিম্নতম পথ পৰ্যন্ত সমস্ত ইলিয়াম নগৰ অগ্নিয়ে ভস্মীভূত কৰা হ'লেও বিননিৰ ৰোল ইমান তীব্ৰ নহ'লহেঁতেন। আতংকগ্ৰস্ত হৈ বৃদ্ধ ৰজাজনে নগৰৰ বাহিৰলৈ ওলাই যাবলৈ সংকল্প কৰি ডাৰ্ডানীয় তোৰণৰ ওচৰ পালেগৈ। মানুহবিলাকে অতি কষ্টেৰে তেওঁক বাধা দি ধৰি ৰাখিলে। গোবৰ-জাবৰৰ দম এটাৰ ওপৰত তেওঁ লুটি খাই পৰিল। তেওঁ প্ৰতিজন লোককে নাম ধৰি মাতি তেওঁলোকক সনিৰ্বন্ধ অনুৰোধ কৰি ক'লে, "তোমালোকে বৰ বেছিকৈ মোক তদাৰক কৰিছা। মোক এৰি দিয়া, মই নগৰৰপৰা একীয়ান জাহাজৰ কাষলৈ অকলে অকলে যাম। সেই নৰঘাতী ৰাক্ষসটোক কাবৌ-কোকালি কৰি চাওঁ। সি হয়তো হেক্টৰৰ কোমল বয়স দেখি লাজ পাব পাৰে, নহ'লে মোৰ জৰাজীৰ্ণ অৱস্থা চকুত পৰিলে তাৰ মন মোৰ প্ৰতি অলপ কুমলিবও পাৰে। তাৰো এজন পিতৃ আছে। পেলিউছৰ বয়স মোৰ সমানেই হ'ব। তেৱেঁই তাক জন্ম দিলে আৰু তুলি-তালি ডাঙৰ দীঘল কৰিলে। কিন্তু ট্ৰজানবিলাকৰ কাৰণে সি অভিশাপ স্বৰূপহে হ'ল। তাৰ হাতত মই যি নিদাৰুণ যন্ত্ৰণা ভুগিব লগা হৈছে, আন কোনেও তেনেকৈ ভুগিবলগীয়া হোৱা নাই। মোৰ কেইবাটাও ল'ৰাই ভৰ ডেকা বয়সতে তাৰ হাতত প্ৰাণ হেৰুৱালে। সিহঁতৰ কাৰণে মই বেজাৰ কৰিছো সঁচা, কিন্তু আন এজনৰ কাৰণে মই আৰু বেছি শোক পাইছো। সেই শোকতে মই মৰিম। সি হৈছে হেক্টৰ। উস্, সি যদি মোৰ কোলাতে মৰিলেহেঁতেন তেতিয়াহ'লে আমি তাক জন্ম দিয়া বাপেক-মাকহালে হিয়া ধুনি কান্দিব পাৰিলোহেঁতেন।

চকুলো টুকি প্ৰায়ামে এইদৰে বিলাপ কৰিছিল। ট্ৰয়ৰ নাগৰিকসকলেও গভীৰ বিষাদেৰে তেওঁৰ লগত যোগ দিলে। আৰু এতিয়া ট্ৰয়ৰ ললনাসকলৰ লগত হিকেবীয়ে তীব্ৰ বেদনাত বিহ্বল হৈ করুণভাৱে কান্দি উঠিল। তেওঁ শোকত চিংকাৰ কৰি ক'লে, "হায়, মোৰ সোণ, মোৰ সমান অভাগিনী কোন আছে? তুমি মৰাৰ পিছত মই আৰু কোনমতে জীয়াই থাকিম? অহৰ্নিশে তুমিয়েই মোৰ চকুৰ মণি আছিলা, বুকুৰ ধন আছিলা। ট্ৰয়ৰ সকলো নৰনাৰীয়েই তোমাক ত্ৰাণকৰ্তা বুলি জ্ঞান কৰি দেৱতাৰ দৰে সন্মান কৰিছিল। জীৱিত অৱস্থাত তুমিয়েই তেওঁলোকৰ শ্ৰেষ্ঠ সম্পদ আছিলা। নিয়তিয়ে তোমাক লৈ গ'ল।"

এইদৰে হিকেবীয়ে হুকহুকাই কান্দিছিল। কিন্তু তেতিয়ালৈকে হেক্টৰৰ পত্নীয়ে এই সংবাদ শুনা নাছিল। প্ৰকৃততে তেওঁৰ স্বামী নগৰৰ বাহিৰত থকা বতৰাটো তেওঁৰ আগত কোনেও ভঙা নাছিল। তেওঁ ওখ কোঠাটোৰ এমূৰে বহি ছুডলীয়া বাণীৰ বেঙুনীয়া কাপোৰ এখন বৈ আছিল আৰু তাত ফুল বাছিছিল। অতি সৰলভাৱে তেওঁ হাতধৰা লিগিৰী কেইজনীক ডাঙৰ কেৰাহী এখনত পানী উতলাবলৈ কৈছিল, যাতে যুদ্ধৰপৰা ঘৰলৈ আহি হেক্টৰে গৰম পানীৰে গা ধুব পাৰে। তেওঁৰ স্বপ্নৰো অগোচৰ আছিল যে তেওঁৰ স্বামী, একিলিছ আৰু দীপ্ত-লোচনা এথেনীৰ হাতত নিহত হৈ স্নানাগাৰৰপৰা বহুতো বহুতো আঁতৰত পৰি আছে। কিন্তু এতিয়া দুৰ্গৰ প্ৰাকাৰৰপৰা ভাহি অহা করুণ বিননি, তেওঁৰ কৰ্ণগোচৰ হ'ল। তেওঁৰ সমস্ত শৰীৰ কঁপিবলৈ ধৰিলে আৰু মাকোটো তেওঁৰ হাতৰপৰা স্মৰি পৰিল। তেওঁ পুনৰ লিগিৰীকেইজনীক ক'লে, "তোমালোকৰ দুজনী মোৰ লগত আহা। কি ঘটনা ঘটিছে মই নিশ্চয় জনা উচিত। মোৰ পূজনীয়া শাহু আইৰ মাত মোৰ কাণত পৰিছে। মোৰ বুকুখন যেন ফাটি যাব খুজিছে। ভৰি দুটাও লৰচৰ কৰিব নোৱাৰা হৈছো। প্ৰায়ামৰ প্ৰাসাদত কিবা এটা অমংগলৰ সূচনা হৈছে। ঈশ্বৰে মোক এনেকুৱা দুঃসংবাদৰপৰা ৰক্ষা কৰক। কিন্তু মোৰ ঘোৰ আশংকা হৈছে যে নগৰৰ বাহিৰত মহান একিলিছে মোৰ স্বামীক ধৰা পেলাই তেওঁক মুকলি পথাৰৰ ফালে খেদি লৈ গৈছে। বোধকৰো তেওঁ ইতিমধ্যে হেক্টৰৰ অসীম গৰ্ব খৰ্ব কৰিছে। এই গৰ্বই তেওঁৰ মনৰ বিকাৰ হৈ পৰিছিল। কাৰণ হেক্টৰে কেতিয়াও সৈন্যসকলৰ পিছত নাথাকে। তেওঁ সদায় সকলোৰে আগত থাকি, তেওঁ যে সকলোতকৈ সাহসী তাকে প্ৰতিপন্ন কৰে।"

এইদৰে কৈ এণ্ড্ৰমেকীয়ে উন্মাদৰ দৰে কোঠাটোৰপৰা বেগেৰে ওলাই গৈছিল। তেওঁৰ বুকুখন ঢপঢপাইছিল। তেওঁৰ লিগিৰীবিলাকেও তেওঁক অনুসৰণ কৰিলে। প্ৰাচীৰৰ ওপৰত তেতিয়া মানুহৰ ভীৰ হৈছিল। তেওঁ প্ৰাকাৰত আৰোহণ কৰি ছিদ্ৰৰ মাজেৰে সমতল ভূমিলৈ চাই পঠিয়ালে। নগৰৰ সন্মুখত তেওঁৰ স্বামীক টানি নিয়া দৃশ্য তেওঁৰ চকুত পৰিল। বলিষ্ঠ ঘোঁৰাহালে আয়াসবিহীন গতিত তেওঁক একীয়ান জাহাজৰ ফালে আকৰ্ষণ কৰি লৈ গৈছিল। এণ্ড্ৰমেকীৰ চকুৰ আগত সমগ্ৰ জগতখন নৈশ অন্ধকাৰে ঢাকি ধৰিলে। তেওঁ মূৰ্চ্ছিত হৈ পিছফালে মাটিত বাগৰি পৰিল। তেওঁৰ শিৰৰ বিচিত্ৰ আভৰণসমূহ অৱলুণ্ঠিত হ'ল। সেই আভৰণসমূহৰ ভিতৰত আছিল তেওঁৰ মুকুট, কেশাবৰণ, ভাঁজ কৰা কেশবন্ধনী আৰু এখনি অৱগুণ্ঠন। উজ্জ্বল শিৰস্ত্ৰাণধাৰী হেক্টৰৰ

প্ৰচুৰ যৌতুক দি তেওঁক ঈটিয়নৰ ঘৰৰপৰা বিয়া কৰাই অনাৰ দিনা কেঁচা সোণ-বৰণৰ আফ্ৰোডাইটিয়ে তেওঁক এই ওৰণিখন উপহাৰ দিছিল। তেওঁ সংজ্ঞাহীনা হৈ মৰাৰ দৰে পৰি থাকোঁতে, তেওঁৰ ননদ আৰু জা-জোৱালিসকলে গোট খাই তেওঁক শুশ্ৰূষা কৰিলে। অৱশেষত তেওঁ চেতনা ঘূৰাই পালে আৰু হিয়া ঢাকুৰি কান্দি ট্ৰয়ৰ কুলবধূসকলৰ আগত বিলাপ কৰিবলৈ ধৰিলে।

তেওঁ ৰোদন কৰি ক'লে, "হাঁয় হাঁয় হেক্টৰ, অভাগিনী মই! আমি দুয়ো এটা পাপগ্ৰহৰ দৃষ্টিত উপজিছিলো। তোমাৰ জন্ম হৈছিল প্ৰায়ামৰ প্ৰাসাদত আৰু মোৰ বনবেষ্টিত প্লেকাছৰ নামনিত অৱস্থিত ঠিবিত ঈটিয়নৰ ঘৰত। তেৱেঁই মোক শৈশৱত লালন-পালন কৰিছিল। হাঁয়, হতভাগিনী কন্যাৰ দুৰ্ভগীয়া পিতৃ! দিনৰ আলোক যদি মই দেখা নাপালোহেঁতেন! হেক্টৰ, ৰসাতলত থকা হেডিছৰ অজ্ঞাত জগতখনলৈ তুমি যাত্ৰা কৰিছা। তুমি মোক ইয়াত এৰি থৈ গ'লা, বিধবা কৰি, অপাৰ দুখ-দুৰ্গতিৰ মাজত এৰি থৈ গ'লা। আমাৰ পুত্ৰ সন্তানটি এতিয়াও শিশু। দুৰ্ভগীয়া পিতা-মাতাই জন্ম দিয়া একেটি মাত্ৰ শিশু। তুমি মৃত, তোমাক লৈ আৰু এতিয়া সি আনন্দত কিৰীলি পাৰিব নোৱাৰে। তোমাৰো তথৈবচ। একীয়ান যুদ্ধৰ এই বিভীষিকাৰপৰা ৰক্ষা পালেও তাৰ কপালত কষ্টৰ বাহিৰে একো নাই। অপৰিচিত লোকে তাৰ সম্পত্তি ভোগ কৰিব। মাউৰা ল'ৰাৰ লগ সংগো নাই। সি তলমূৰা হৈ থাকে। তাৰ গালত থাকে চকুপানীৰ দাগ। অভাৱত পৰি সি পিতাকৰ বন্ধুবৰ্গই আয়োজন কৰা ভোজলৈ যায় আৰু তাৰ কাপোৰত ধৰি টানে। কোনোবাই হয়তো ভিক্ষুকক দিয়াৰ দৰে তাৰ মুখৰ আগত সুৰাৰ পাত্ৰ এটা দাঙি ধৰে, কিন্তু খন্তেকৰ কাৰণেহে। তাৰ ওঁঠ দুটা হয়তো অকণমান তিতে, কিন্তু জিভাখন শুকায়েই থাকে। তেনে সময়তে বাপেক-মাকৰ লগত আন এটা ল'ৰা আহি তাক কিলাই ভুকুৱাই খেদি দিয়ে আৰু চিঞৰি চিঞৰি কয়, "ইয়াৰপৰা বাহিৰ হ। তোৰ বাপেৰ ইয়ালৈ অহা নাই।" তেতিয়া ল'ৰাটোৱে কান্দি কান্দি বাৰী মাকৰ ওচৰ পায়গৈ— পোণাকণ এষ্টিয়ানক্স, সি পিতাকৰ আঁঠুৰ ওপৰত বহি মজ্জা আৰু ভেড়াৰ চৰ্বিৰ বাহিৰে আন একোকে মুখত নিদিয়ে, ধেমালি কৰি ভাগৰ লাগিলে, তাৰ টোপনি ধৰে আৰু তেতিয়া সি পৰিচাৰিকাৰ কোমল বুকুৰ উমত বংমনেৰে শেতেলিত শুই থাকে। কিন্তু এতিয়া পিতাকৰ মৃত্যুৰ পিছত এষ্টিয়ানক্সৰ দুখ কুলাই-পাছিয়ে নধৰা হ'ব ট্ৰজানসকলে তাৰ পিতাকক ট্ৰয়ৰ ত্ৰাণকৰ্তা বুলি অভিহিত কৰিছিল, কাৰণ তেওঁলোকৰ সুদীৰ্ঘ প্ৰাচীৰ আৰু তোৰণবিলাক ৰক্ষা কৰিবলৈ তুমিয়েহে সক্ষম হৈছিলা। আৰু তুমি পিতা-মাতাৰপৰা বহুতো আঁতৰত চৰাইঠুঁটীয়া জাহাজৰ

কাষত পৰি থাকিবা। কুকুৰে হেঁপাহ পলুৱাই খোৱাৰ পিছত তোমাৰ মৃতদেহৰ যিখিনি অৱশিষ্ট থাকিব সেইখিনি কিলবিলাই থকা পোকে খুলি খুলি খাব। তুমি উলংগ হৈ পৰি থাকিবা, অথচ শিপিনীসকলে হাতেৰে তৈয়াৰ কৰা তোমাৰ কিমান মিহি আৰু মনোৰম সাজ-পাৰ ঘৰতে পৰি আছে! সেইবোৰ মই পুৰি ছাই কৰিম। সেইবোৰ আৰু তোমাৰ কামত নেলাগে। তুমি কোনোদিনে সেইবিলাক বস্ত্ৰ পৰিধান নকৰা। কিন্তু ট্ৰয়ৰ নৰ-নাৰীসকলে তোমাৰ প্ৰতি শেষ সন্মান প্ৰদৰ্শন কৰিব।"

অশ্ৰু বৰ্ষণ কৰি এণ্ড্ৰমেকীয়ে এইদৰেই ক্ৰন্দন কৰিছিল। অন্যান্য নাৰী-সকলেও তেওঁৰ বিলাপত অংশ গ্ৰহণ কৰিছিল।

## তেইশ

# পেট্ৰক্লাছৰ অন্ত্যেষ্টিক্ৰিয়া

ট্ৰয়নগৰৰ অধিবাসীসকলে শোকত অভিভূত হৈ বিলাপ কৰি থকাৰ সময়ত একীয়ানবিলাক হেলিচপণ্টলৈ উভতি গ'ল। তৰীসমূহৰ ওচৰ পাই তেওঁলোক নিজ নিজ জাহাজলৈ দিহাদিহি গ'ল। মাত্ৰ ৰণপ্ৰিয় মাৰ্মিডনসকল তেতিয়াও তাতে থাকিল। একিলিছে তেওঁৰ অনুগামীসকলক নিজৰ লগতে ৰাখি তেওঁলোকক সম্বোধন কৰি ক'লে, "বেগবান তুৰংগৰ প্ৰতি অনুৰক্ত মাৰ্মিডনবৃন্দ, মোৰ বিশ্বস্ত সৈনিকসকল, আমি ৰথৰ ঘোঁৰা মুক্ত কৰাৰ এতিয়াও সময় হোৱা নাই। আমি এই পৰ্যন্ত ৰথত আৰোহণ কৰিয়েই আছোহঁক। আমি এতিয়া ৰথ চলাই পেট্ৰক্লাছৰ ওচৰেদি পাৰ হৈ যাম আৰু মৃতকৰ কাৰণে যেনেকৈ শোক প্ৰকাশ কৰা উচিত সেইদৰেই তেওঁৰ কাৰণেও শোক প্ৰকাশ কৰিম। আমি কান্দিম, আৰু চকুৰপানীয়ে যেতিয়া আমাৰ হিয়া শাঁত পেলাব, তেতিয়াহে আমি ৰথৰপৰা ঘোঁৰাবিলাক খুলি সান্ধ্যভোজনৰ আয়োজন কৰিম।"

মাৰ্মিডনবিলাকে সম্পূৰ্ণ একমত হৈ বিলাপ আৰম্ভ কৰিলে। ইয়াৰ গুৰি ধৰিলে একিলিছে। তেওঁক আগত লৈ শোকসন্তপ্ত বাহিনীটোৱে দীঘল কেশৰযুক্ত ঘোঁৰাবোৰ পৰিচালনা কৰি মৃতকক তিনিবাৰ প্ৰদক্ষিণ কৰিলে। স্বতঃস্ফূৰ্তভাৱে ৰোদন কৰিবলৈ থিটিছে তেওঁলোকক প্ৰণোদিত কৰিছিল। চকুৰপানীৰে বালিও তিতি গ'ল আৰু তেওঁলোকৰ সামৰিক সৰঞ্জামবিলাকো অশ্ৰু বিন্দুৰে অভিষিক্ত হ'ল। বিভীষিকাৰ সৃষ্টিকাৰী এজনৰ প্ৰতি এয়া আছিল যথাযোগ্য শ্ৰদ্ধাঞ্জলি। আৰু এতিয়া পেলিউছপুত্ৰই তেওঁৰ নৰঘাতী হাতদুখনি সহচৰজনৰ বুকুত থৈ বিষাদৰ গীত এটি জুৰিলে, "আনন্দ কৰা, পেট্ৰক্লাছ, হেডিছৰ প্ৰেতপুৰীতো আনন্দ কৰা। তোমাৰ কাৰণে কৰা সকলো প্ৰতিজ্ঞা মই ৰক্ষা কৰিছো। কুকুৰে কেঁচাই কেঁচাই চোবাবৰ কাৰণে হেক্টৰৰ মৃতদেহ ইয়ালৈ চোচোৰাই আনিছো। তোমাৰ চিতাত মই ট্ৰয়ৰ বাৰজন সম্ভ্ৰান্ত যুৱকক বলি দিম। তোমাক মৃত্যুৰ কাৰণে মোৰ প্ৰচণ্ড ক্ৰোধ এইদৰেহে প্ৰকাশ কৰিব পাৰিম।"

গীতৰ সামৰণি পৰাত একিলিছে পুনৰ হেক্টৰৰ মৃতদেহৰ ওপৰত পুনৰ অপমান আৰু অত্যাচাৰ কৰিবলৈ চিন্তা কৰিলে। মিনুটিয়াছ-নন্দনৰ বন্ধুশয্যাৰ কাষত মাটিত মৃতদেহটো মুখকৈ কছা খাই পৰাকৈ পেলাই দিলে। তেওঁৰ সৈন্যবিলাকে ইয়াৰ পিছত নিজৰ কবচ আৰু অস্ত্ৰবিলাক খুলি, চিতাৰ ঘোঁৰা

ঘোঁৰাবোৰ ৰথৰপৰা মুকলি কৰি দিলে। আৰু পেলিউছৰ ক্ষিপ্ৰগতিসম্পন্ন পুত্ৰৰ জাহাজৰ কাষত দলে দলে উপবেশন কৰিলে। সমাধিকালীন উৎকৃষ্ট ভোজ এটিৰে তেওঁলোকক আপ্যায়িত কৰা হ'ল। লৌহচুৰিকাঘাতত বহুতো শুকুলা ষাঁড়ে শেষ নিশ্বাস ত্যাগ কৰিলে, বহুতো ভেড়া আৰু বেবাই থকা ছাগলী হত্যা কৰা হ'ল, আৰু ঠৰঙা নোমবিলাক পুৰিবৰ কাৰণে অনেক নিপোটল গাহৰি জ্বলি থকা জুইত জাপি দিয়া হ'ল। পেট্ৰক্লাছৰ মৃতদেহৰ চৌপাশে বাটিয়ে বাটিয়ে তেজ ঢালি দিয়া হ'ল।

ইতিমধ্যে পেলিউছৰ ক্ষিপ্ৰগতিসম্পন্ন পুত্ৰ একিলিছক একিয়াৰ সামন্তসকলে মহাৰাজ আগামেমননৰ লগত একেলগে আহাৰ গ্ৰহণ কৰিবৰ কাৰণে নিমন্ত্ৰণ কৰি লৈ গ'ল। বন্ধুৰ কাৰণে তেওঁ বিমৰ্ষ হৈ থকাত তেওঁলোকে এই কাম সহজে সম্পন্ন কৰিব পৰা নাছিল। আগামেমননৰ শিবিৰত উপস্থিত হৈ তেওঁলোকে মুক্তকণ্ঠ ঘোষকসকলক তিনিটা খুড়াথকা প্ৰকাণ্ড কেৰাহী এখনত পানী তপতাবলৈ নিৰ্দেশ দিলে। গাত গোট মাৰি লাগি থকা তেজৰ চেকুৰাবোৰ ধুবলৈ একিলিছক সম্মত কৰাব পাৰিব বুলি তেওঁলোকে আশা কৰিছিল। কিন্তু এই প্ৰস্তাৱ তেওঁৰ কাণত নোসোমাল। বৰং তেওঁ প্ৰতিজ্ঞা কৰি ক'লে, "অনুত্তম আৰু সৰ্বশ্ৰেষ্ঠ দেৱতা জ্যুছৰ নামত মই শপত খাই কৈছো, যে পেট্ৰক্লাছক দাহ কৰি, তেওঁৰ সমাধিৰ ওপৰত এটি মৈদাম বান্ধি, মোৰ চুলিবিলাক চুটিকৈ কাটি নেপেলোৱা পৰ্যন্ত মোৰ শিৰ স্পৰ্শ কৰাজল অপবিত্ৰ হ'ব। যিমান দিনেই বাচি নাথাকো, এতিয়া মই যি কুৰা জীয়া জুইত জ্বলি মৰিছো, ভৱিষ্যতে তাৰ পুনৰাবৃত্তি হ'ব নোৱাৰে। খোৱাৰ কাৰণে মোৰ ৰুচি একেবাৰে নাই যদিও, প্ৰয়োজনৰ খাতিৰত কিছু আহাৰ কৰিম। মহাৰাজ আগামেমনন, কালিলৈ দোকমোকালিৰ সময়তে, অস্তাচলৰ অন্ধকাৰ দেশলৈ প্ৰয়াণ কৰোঁতে মৃতকৰ যিবিলাক সামগ্ৰীৰ প্ৰয়োজন হয়, কাঠখৰিকে ধৰি সেই সকলোবোৰ সংগ্ৰহ কৰিবলৈ আপুনি বোধকৰো আদেশ দিব। যিমান শীঘ্ৰে পৰা যায় পেট্ৰক্লাছক চিতাজুইত বিসৰ্জন দিব লাগে আৰু তেওঁৰ নশ্বৰ দেহ ভস্মীভূত হোৱাৰ লগে লগে সৈনিকসকলো নিজ নিজ কৰ্তব্যলৈ উভতি যোৱা উচিত।"

সকলোৱে সম্মতি জ্ঞাপন কৰিলে। এতিয়া তেওঁলোকে আগ্ৰহেৰে সান্ধ্য আহাৰৰ প্ৰতি মনোনিবেশ কৰিলে। প্ৰত্যেককে সমানে ভাগ দিয়া হৈছিল। তেওঁলোকে তৃপ্তিৰে ভোজন কৰিলে। ভোক পিয়াহ পলোৱাৰ পিছত তেওঁলোক বাতিটোৰ কাৰণে নিজ নিজ শিবিৰলৈ উভতি গ'ল। কিন্তু পেলিউছ-পুত্ৰই গৰজি থকা সাগৰৰ পাৰতে গভীৰ ক্লান্তি আৰু বিষাদত ছটফটাই পৰি থাকিল। তেওঁৰ

লগত আছিল অসংখ্য মাৰ্মিডন সৈন্য। এডোখৰ মুকলি ঠাইত তেওঁলোক আছিল, উপকূলত পানী খুন্দা খোৱাৰ ফলত কল্লোলধ্বনিৰ সৃষ্টি হৈছিল। বতাহে কোবোৱা ইলিয়ামৰ প্ৰাচীৰৰ কাষে কাষে হেক্টৰক খেদি ফুৰাৰ কাৰণে তেওঁৰ অংগ-প্ৰত্যংগ অৱশ হৈ পৰিছিল। কিন্তু গভীৰ নিদ্ৰাই তেওঁক অভিভূত কৰি, তেওঁৰ অৱসাদ আৰু উদ্বেগৰ অৱসান ঘটাবলৈ উপক্ৰম কৰোঁতেই দুৰ্ভগীয়া পেট্ৰক্লাছৰ প্ৰেতাত্মাই, অবিকল মানুহজনৰ ৰূপ লৈ, সেই সুন্দৰ চকুহালেৰে, তেওঁ সাধাৰণতে পিন্ধা সাজ-পাৰেৰে আৰু অনুৰূপ কণ্ঠস্বৰেৰে তেওঁক সপোনত দেখা দিলে।

প্ৰেতাত্মাই তেওঁৰ মূৰ শিতানত ৰৈ ক'লে, "একিলিছ তোমাৰ টোপনি ধৰিছে। তুমি মোক পাহৰি গ'লা। মই মৃত, আৰু সেইকাৰণে তুমি মোক এতিয়া অৱহেলা কৰিছা। মই জীয়াই থাকোঁতে তুমি তেনে কৰা নাছিলা। মোক সোনকালে সংকাৰ কৰা, তেহে মই হেডিছৰ তোৰণ পাৰ হ'ব পাৰিম। অশৰীৰী প্ৰেতাত্মাবোৰে মোক বাধা দিছে, নদীখনৰ পাৰত তেওঁলোকৰ লগত মিলিত হ'বলৈ মোক অনুমতি দিয়া নাই। মুক্ত তোৰণ মোৰ সিপাৰে। আৰু মই তোমাক মিনতি কৰিছো, মোক সেই হাতখন দিয়া, কাৰণ, চিতাজুইত বিসৰ্জন দিয়াৰ পিছত মই আৰু ৰসাতলৰপৰা ঘূৰি আহিব নোৱাৰো। এই পৃথিৱীত তুমি আৰু মই আকৌ এবাৰ একেলগে বহিব নোৱাৰিম। কাৰণ ওপজাৰ সময়তে বিধাতাই মোৰ কপালত লিখামতে কালৰ কৰাল গ্ৰাসত মই আজি বিলীন হ'লো। পূজনীয় একিলিছ, সমৃদ্ধ ট্ৰয় নগৰীৰ প্ৰাচীৰৰ কাষতে তোমাৰো পতন হ'ব; তোমাৰ অদৃষ্টতো সেয়ে আছে। এতিয়া তোমাক আৰু এটি অনুৰোধ কৰো। একিলিছ, তোমাকো যেন মোৰ ঠাইতে সমাধি দিয়া হয়। তোমাৰ ঘৰত তুমিয়ে ময়ে একেলগে ডাঙৰ দীঘল হৈছিলো, মোৰ শৈশৱতে মিনটিয়াছে মোক অপাছৰপৰা তোমালোকৰ ঘৰলৈ লৈ গৈছিল। কাৰণ দুৰ্ভাগ্যবশতঃ মই ধেমালি কৰি থাকোঁতে অকস্মাতে অম্ফিডামাছৰ পুত্ৰক হত্যা কৰিছিলো। বীৰ পেলিউছে মোক আদৰি ল'লে আৰু মৰম-চেনেহেৰে নিজৰ কাষেওত লালন পালন কৰিলে। মই তোমাৰ সহচৰৰূপে নিযুক্ত হ'লো। সেইকাৰণে তোমাৰ পূজনীয়া মাতৃয়ে তোমাক উপহাৰ দিয়া সোণৰ পাত্ৰটোত আমাৰ অস্থিবিলাক ভৰাই থ'ব লাগিব।"

ক্ষিপ্ৰ একিলিছে ক'লে, "প্ৰাণৰ বন্ধু মোৰ, তুমি ইয়ালৈ আহি মোক এইবিলাক নিৰ্দেশ দিয়াৰ কি প্ৰয়োজন আছিল? মই ঠিক তোমাৰ ইচ্ছামতেই সকলো কৰিম, চিন্তা নকৰিবা। কিন্তু এতিয়া মোৰ ওচৰ চাপি আহা, খন্তেকলৈ হ'লেও দুয়ো দুয়োকো সাবটি ধৰো। চকুৰ পানীৰে আমাৰ প্ৰাণ শীতল কৰিম।"

এইবুলি কৈ একিলিছে ছায়া মূৰ্তিটো সাৱটি ধৰিবলৈ হাতদুখন মেলি দিলে, কিন্তু কৃতকাৰ্য নহ'ল। অকণমান ধোঁৱাৰ দৰেই সি অদৃশ্য হৈ অস্পষ্ট শব্দ কৰি মাটিৰ তলত সোমাল। বিস্মিত একিলিছ জাঁপ মাৰি উঠি বহিল। তেওঁ হাতদুখন খুন্দিয়াই গভীৰ বেদনাত চিঞৰি উঠিল, "হায়, এইকথা তেনেহ'লে সত্য যে ৰসাতলতো আমাৰ কিবা এটা অস্তিত্ব থাকে। অৱশ্যে তাৰ বিচাৰ বুধি একো নেথাকে। মানুহৰ আকৃতিৰ লগত সাদৃশ্য থকা সি এটা প্ৰেতাত্মা মাত্ৰ। ওৰেৰাতি পেট্ৰক্লাছৰ আত্মা (তেওঁৰ লগত চেহেৰাৰ কিমান মিল আছে) মোৰ কাষতে থাকি, কন্দা-কটা কৰি মই কি কৰিব লাগে তাকে ইনাই-বিনাই আছে।" একিলিছৰ চিৎকাৰত সাৰপাই মাৰ্মিডনবিলাকে পুনৰ বিলাপ কৰিবলৈ ধৰিলে আৰু উষাদেৱীয়ে হেঙুলীয়া চৰণেৰে নিঃশব্দে তেওঁলোকৰ কাষ চাপোঁতে, তেওঁলোকক মৃতকৰ কাৰণে শোক কৰি থকা অৱস্থাতে পাইছিল।

ইতিমধ্যে আগামেমননে সৈন্যসকলৰ বাহৰৰ প্ৰতিটো অংশৰ পৰাই কাঠ-খৰি গোটাবৰ কাৰণে খচ্চৰ লগত দি মানুহ পঠিয়াই দিছিল। এওঁলোকৰ অধ্যক্ষ আছিল প্ৰীতিভাজন আইডমিনিউছৰ সহচৰ মেৰিয়নিছ। মানুহবিলাকৰ হাতত আছিল কাঠকটীয়াই ব্যৱহাৰ কৰা কুঠাৰ আৰু শকত ৰচি, খচ্চৰবিলাক সিহঁতৰ আগে আগে গৈছিল। সিহঁতে একাবেঁকা, পৰ্বতীয়া খলাবমা বাটেদি আগবাঢ়িছিল, আৰু অৱশেষত সিহঁত নিজৰা বিধৌত ইডা পৰ্বতৰ পাৰ্শ্বত উপনীত হ'ল। তাত সিহঁতে নিজৰ ইচ্ছামতে দীঘল ধাৰ থকা কুঠাৰেৰে ওখ ওখ ওকগছ কাটিবলৈ ধৰিলে। গছবোৰ হুৰহুৰাই বাগৰি পৰিছিল। একীয়ানবিলাকে গছবোৰ খণ্ড খণ্ড কৰি ৰচি লগাই খচ্চৰবিলাকত বান্ধি দিলে। সিহঁতে কাঠ-বোৰ হাবিবন ভাঙি ভৈয়ামলৈ চোচোৰাই নিওঁতে খুড়াৰে মাটি খান্দি গৈছিল। অস্থায়িক আইডমিনিছৰ সহচৰ মেৰিয়নিছৰ আদেশত কাঠকটীয়াবিলাকে ও কাঠৰ টুকুৰাবোৰ কঢ়িয়াই নিছিল। সাগৰৰ উপকূলত উপস্থিত হৈ সিহঁতে, একিলিছে সি ঠাইত পেট্ৰক্লাছ আৰু নিজৰ কাৰণে এটা প্ৰকাণ্ড মৈদাম নিৰ্মাণ কৰাৰ আঁচনি কৰিছিল, তাতে কাঠবোৰ নিয়াৰিকৈ জাপি থলে।

ঠাইডোখৰৰ চাৰিওকালে এইদৰে সংগ্ৰহ কৰা দেধাৰ কাঠ দম দম কৰি জাপি অটাই সিহঁত একেলগে তাতে বহিল। তেতিয়া একিলিছে ৰণপ্ৰিয় মাৰ্মিডনবিলাকক ব্ৰঞ্জৰ অস্ত্ৰ-শস্ত্ৰৰে সুসজ্জিত হ'বলৈ আৰু সাৰথিবিলাকক ৰথত ঘোঁৰা লগাবলৈ আদেশ দিলে। তেওঁলোকে তৎক্ষণাৎ বৰ্ম-কৱচাদি পৰিধান কৰিলে, ৰথী আৰু সাৰথিবিলাকে নিজ নিজ ৰথত উঠিল। অশ্বাৰোহীসকল আগ-বাঢ়িল আৰু তেওঁলোকক অনুসৰণ কৰিলে অগণন পদাতিক সৈন্যই। এই

শোভাযাত্ৰাৰ মাজত আছিল পেট্ৰক্লাছৰ বাহকসকল। তেওঁলোকে নিজৰ কেশ-গুচ্ছ ছেদন কৰি তাৰে পেট্ৰক্লাছক ঢাকি দিছিল। তেওঁলোকৰ পিছত আছিল কুমাৰ একিলিছ, মুখ্য শোককাৰীৰূপে তেওঁ আগে আগে আহিছিল, তেওঁৰ সম্ভ্ৰান্ত সঙ্গীজনক ৰসাতললৈ প্ৰেৰণ কৰাৰ উদ্দেশ্যত।

একিলিছে নিৰ্দিষ্ট কৰা ঠাইখনত উপস্থিত হৈ তেওঁলোকে পেট্ৰক্লাছক নমাই থ'লে আৰু প্ৰচুৰ কাঠ জাপি চিতা নিৰ্মাণ কৰিলে। কিন্তু এনে সময়তে ক্ষিপ্ৰ আৰু নৰপুংগৱ একিলিছৰ মনত এটা নতুন ভাৱৰ উদয় হ'ল। চিতাৰপৰা পিছ হুঁহকি আহি তেওঁ শিৰৰ সোণালী চুলিৰ গুচ্ছ এটা কাটি পেলালে। স্পাৰচিউছ নদীৰ প্ৰতি উৎসৰ্গিত হোৱাৰ পিছৰপৰা এই চুলিত তেওঁ হাত দিয়া নাছিল। তাৰ পিছত তেওঁ ক্ৰুদ্ধদৃষ্টিৰে মদিৰাকৃষ্ণ সমুদ্ৰৰফালে চাই পঠিয়ালে আৰু ক'লে, "স্পাৰচিউছ, পিতা পেলিউছৰ প্ৰাৰ্থনাৰ এয়েনেকি প্ৰতিদান? মই ট্ৰয়ৰপৰা ঘৰলৈ উভতি অহাৰ পিছত তেওঁ তোমাক প্ৰতিশ্ৰুতি দিছিল যে যি ঠাইত অট্টালিকাদিৰে পৰিবেষ্টিত তোমাৰ সুগন্ধী বেদী অৱস্থিত, সেইঠাইত, তোমাৰ জলধাৰাৰ ওচৰত, পঞ্চাশটা ভেড়াছাগলী বলি দি মোৰ এই চুলিকোছা কাটি তোমাৰ প্ৰতি নিবেদন কৰিব। এয়ে আছিল বৃদ্ধ ৰজাজনৰ অংগীকাৰ। কিন্তু তেওঁ যি প্ৰাৰ্থনা কৰিছিল সেইটোৰপৰা তেওঁক বঞ্চিত কৰিলা। আৰু এতিয়া যিহেতু মই নিজৰ জন্মভূমিত আৰু পুনৰ পদাৰ্পণ নকৰো, সেইকাৰণে মই এই কেশদাম বিচ্ছিন্ন কৰি কুমাৰ পেট্ৰক্লাছক অৰ্পণ কৰিবলৈ সংকল্প কৰিছো।"

এইবুলি কৈ তেওঁ চুলিকোছা প্ৰিয়তম সংগীজনৰ হাতত থ'লে। তেওঁৰ এই কাৰ্যত সমবেত লোকসকল বিচলিত হৈ পুনৰ চকুপানী টুকিবলৈ ধৰিলে। বেলি মাৰ যোৱাৰ পিছতো তেওঁলোক শোকত বিহ্বল হৈয়ে থাকিলহেঁতেন, কিন্তু একিলিছৰ মনত আন এটা ভাব খেলালে। তেওঁ আগামেমননৰ ওচৰলৈ গৈ ক'লে, "মহাৰাজ আট্ৰিউছ-নন্দন, আপোনাৰ কথা সৈন্যসকলে নিশ্চয় শুনিব। অৱশ্যে তেওঁলোকে ইচ্ছামতে শোক কৰিব পাৰে, এই মুহূৰ্তত আপুনি তেওঁলোকক চিতাৰ কাষৰপৰা আঁতৰি গৈ দুপৰীয়াৰ আহাৰ প্ৰস্তুত কৰিবলৈ আদেশ দিয়ক। আমি মুখ্য শোককাৰীসকলেই ইয়াৰ কাম-কাজ সমাধা কৰিম। অৱশ্যে মই একীয়ান সেনাপতিসকল ইয়াতেই থাকিলে আখৰ হ'ব।"

একিলিছৰ কথা শুনি নৰপতি আগামেমননে সৈন্যসকলক সুনিৰ্মিত জাহাজলৈ পঠিয়াই দিলে। কিন্তু শোক প্ৰকাশত অংশ গ্ৰহণ কৰা প্ৰধান লোকসকল তাতে থাকি খৰি জাপিবলৈ ধৰিলে। দীঘলে পুতলে একশফুট চিতা এটা নিৰ্মাণ কৰি শোকাকুল চিত্তেৰে মৃতদেহটো তাৰ ওপৰত থুৱিলে। চিতাৰ

তলত তেওঁলোকে বহুতো নিপোটল ভেড়াছাগলী আৰু কেঁকোবা শিঙৰ, ফেৰেকা খুজীয়া গৰুৰ ছাল চেলাই আয়োজন সম্পূৰ্ণ কৰিলে। মহান হৃদয় একিলিছে, সকলোটিবেপৰা চৰ্বি সংগ্ৰহ কৰি ভৰিৰপৰা মূৰলৈকে মৃতদেহটোত ঘঁহি দিলে। চেলোৱা পশুবোৰ পেট্ৰক্লাছৰ কাষত জাপিলে। এইবিলাকৰ উপৰিও তেওঁ তেল আৰু মৌৰ তুনলীয়া পাত্ৰ কিছুমান চাঙিখনত আউজাই থ'লে। তাৰ পিছত তেওঁ অতি আগ্ৰহেৰে দীঘল ডিঙিৰ চাৰিটা ঘোঁৰা চিতাৰ ওপৰত তুলিলে। ঘোঁৰা-কেইটাই ভয়ত আৰ্তনাদ কৰি আছিল। মৃত কুমাৰজনৰ নটা পোহনীয়া কুকুৰ আছিল। একিলিছে তাৰে দুটাৰ নেলু ছিঙি চিতাৰ ওপৰলৈ দলিয়াই দিলে। ইয়াৰ পিছত একিলিছে এটা জঘন্য কাম কৰিবলৈ অগ্ৰসৰ হ'ল। তেওঁ ট্ৰয়ৰ ডাঙৰীয়াসকলৰ বাৰজন সাহসী পুত্ৰক তৰোৱালেৰে হত্যা কৰি, তেওঁলোককো দাহ কৰিবৰ কাৰণে চিতাৰ জুই জ্বলাই দিলে। এই কাম শেষ কৰি তেওঁ পুনৰ বিষাদগ্ৰস্ত হৈ প্ৰিয়তম বন্ধুজনক উদ্দেশ্য কৰি ক'লে, "পেট্ৰকাছ, ৰসাতললৈ মহাপ্ৰস্থান কৰাৰ সময়ত মোৰ শুভেচ্ছা গ্ৰহণ কৰা। মই তোমাৰ কাৰণে কৰা সকলোবিলাক প্ৰতিজ্ঞা ৰক্ষা কৰিছো। ট্ৰয়ৰ ডাঙৰীয়াসকলৰ বাৰজন সাহসী পুত্ৰকো একে চিতাগ্নিয়েই তোমাৰ লগতে ভস্মীভূত কৰিব। প্ৰায়ামপুত্ৰ হেক্টৰৰ বাবে মোৰ আঁচনি সুকীয়া। তেওঁক মই চিতাজুইত বিসৰ্জন নিদিওঁ। তেওঁৰ দেহ সাৰমেয়কুলে ভক্ষণ কৰিব।"

কিন্তু একিলিছে এইদৰে নীতি প্ৰদৰ্শন কৰা সত্ত্বেও হেক্টৰৰ মৃতদেহৰ ওচৰত কোনো শ্বাপদৰ সমাগম নহ'ল। জ্যুছ দুহিতা আফ্ৰোডাইটিয়ে সিহঁতক অহৰ্নিশে আঁতৰ কৰি ৰাখিলে। একিলিছে টানি আজুৰি নিওঁতে যাতে উৰলি নাযায়, তাৰবাবে তেওঁ মৃতদেহটো দিব্যগন্ধ গোলাপতেলেৰে অনুলেপন কৰিলে, তদুপৰি ফিবাছ এপলোৰ ব্যৱস্থামতে আকাশৰপৰা এছটা কলীয়া ডাৱৰ নামি আহি মৃতদেহটো আৰু তাৰ আশে পাশে গোটেই ঠাইখন আবৰি পেলালে। যাতে ৰদৰ তাপ লাগিলেও তেওঁৰ অংগপ্ৰত্যংগ আৰু মাংসপেশীৰ ছালবিলাক অতি সোনকালে শুকাই নেযায়।

পেট্ৰক্লাছৰ মৃতদেহৰ বেলিকাও কিছু পলম হ'ল। কাৰণ চিতাৰ জুই নজ্বলা হ'ল। কিন্তু ক্ষিপ্ৰ আৰু বিশিষ্ট একিলিছে ইয়াৰ প্ৰতিবিধান বিচাৰি পালে। চিতাৰ আঁতৰত থিয় হৈ তেওঁ উত্তৰ পৱন বৰিয়াছ আৰু পশ্চিমা বায়ু জেফীৰক প্ৰাৰ্থনা কৰিলে আৰু তেওঁলোকৰ প্ৰতি উৎকৃষ্ট উপাচাৰ আগবঢ়ালে। তেওঁ সোণৰ পাত্ৰ এটাৰপৰা সুৰাৰ আহুতি দি তেওঁলোকক আহ্বান কৰিলে যাতে অগ্নিসংস্কাৰ শীঘ্ৰে সম্পন্ন হয়। তেওঁৰ প্ৰাৰ্থনা আইৰিছৰ কাণত পৰিল।

তেওঁ পবনসকলক সংবাদ দিবলৈ তুৰন্তে গমন কৰিলে। তেতিয়া তেওঁলোকে পশ্চিমা বায়ুৰ বাতলকক্ষত একেলগে আহাৰ কৰি আছিল। আইৰিছে চাপলি মেলি তেওঁলোকৰ কাষ চাপিলত, তেওঁলোকে একেলগে গাত্ৰোত্থান কৰি তেওঁক অভিবাদন জনালে, আৰু প্ৰত্যেকেই তেওঁক নিজৰ কাষত উপবেশন কৰিবলৈ অনুৰোধ কৰিলে। কিন্তু তেওঁ অজুহাত দেখুৱাই অসম্মতি জ্ঞাপন কৰিলে আৰু বাতৰিটো দি ক'লে, "মহাসমুদ্ৰৰ উপকূলস্থ ইথিয়'পিয়ালৈ মই এতিয়াই যাব লাগে। কাৰণ তাত দেৱতাসকলৰ পূজা-পাতল চলিছে। ভোজৰো আয়োজন কৰা হৈছে। এতিয়াই নগ'লে মই নাপামগৈ। কিন্তু বৰিয়াছ আৰু পশ্চিম পবন, একিলিছৰপৰা তোমালোকলৈ মই খবৰ এটা লৈ আহিছো। তেওঁ ডাঙৰ পূজা এভাগ আগকৰি তোমালোকক প্ৰাৰ্থনা কৰিছে যেন তোমালোকে পেট্ৰক্লাছৰ চিতাৰ জুই জ্বলাই দিয়া। সমগ্ৰ একীয়ান সৈন্যবাহিনী তেওঁৰ কাৰণে শোকাকুল।"

বাতৰিটো দি আইৰিছ গুচি গ'ল আৰু পবন দুজনে ডাৱৰবিলাক উৰুৱাই প্ৰবল গতিৰে হো-হোৱাই বলিবলৈ ধৰিলে। অতিশীঘ্ৰে তেওঁলোক সাগৰৰ ওপৰেদি প্ৰবাহিত হ'ল। তেওঁলোকৰ আঘাতত সাগৰত দুৰ্জয় ঢৌ উঠিল আৰু তুমুল কোলাহলৰ সৃষ্টি হ'ল। ট্ৰয়ৰ নিম্নভূমিত উপনীত হৈ তেওঁলোক চিতাৰ ওপৰত সজোৰে বলাত দপদপ কৰি জুই জ্বলি উঠিল। শ্মশানৰ চতুৰ্দিশে গৰজি থকা প্ৰভঞ্জনৰ ঐক্যবদ্ধ প্ৰবাহত ওৰে ৰাতি চিতাজুই জ্বলি থাকিল আৰু ওৰে ৰাতি একিলিছে সোণৰ ভৃঙ্গাৰ এটাৰপৰা দুনলীয়া পাত্ৰ এটা পূৰ্ণ কৰি সুৰাৰ তৰ্পণেৰে ভূমি অভিষিক্ত কৰিলে আৰু দুৰ্ভগীয়া পেট্ৰক্লাছৰ আত্মাক আৱাহন কৰি থাকিল। বিয়াৰ দিনা মাক-বাপেকৰ বুকু উদং কৰি মৃত্যুৰ কবলত পৰা পুত্ৰৰ অস্থি চিতাগ্নিত দাহ কৰি কান্দি থকা পিতৃৰ দৰেই, সংগীজনৰ অস্থি দাহ কৰি একিলিছে ৰোদন কৰিছিল। তেওঁ গভীৰ আৰ্তনাদ কৰি নচলা খোজেৰে চিতা প্ৰদক্ষিণ কৰিছিল।

পুৱতি তৰাই যেতিয়া পৃথিৱীলৈ নতুন দিন এটা আদৰি আনে আৰু তেওঁক অনুসৰণ কৰি উষাদেৱীয়ে গেৰুৱা বসনেৰে সাগৰখন আবৰি ধৰে, তেনেকুৱা সময়তে জুইকৰা প্ৰায় নুমাই গ'ল আৰু শিখাবোৰ অদৃশ্য হ'ল ; আৰু পবনসকল তৰংগোচ্ছল থ্ৰেছীয় সাগৰ পাৰ হৈ নিজ গৃহলৈ প্ৰত্যাবৰ্তন কৰিলে। একিলিছ একেবাৰে অৱসন্ন হ'ল। চিতাৰপৰা মুখ ঘূৰাই তেওঁ মাটিত বাগৰ দিলে আৰু তৎক্ষণাৎ গভীৰতাৰে টোপনি গ'ল। কিন্তু তেওঁৰ লগত থকা অন্যান্য সামন্ত-সকলে তেওঁক এনে অৱস্থাত ৰাখিবলৈ অনিচ্ছুক হৈ, মহাৰাজ আগামেমননৰ

সৈতে সদলে তেওঁৰ ওচৰত উপস্থিত হ'ল। তেওঁলোকৰ মাত আৰু খোজৰ শব্দ শুনি তেওঁ সাৰ পালে আৰু উঠি বহিল। কি কৰিবলৈ বাকী থাকিল তেওঁলোকক জনালে। তেওঁ ক'লে, "মহাৰাজ আট্ৰিউছনন্দন আৰু মিলিত একীয়ান সৈন্য-বাহিনীৰ অধ্যক্ষসকল, আপোনাসকলে ফটিকৰ ধাৰ যেন সুৰাৰ সহায়ত অৱশিষ্ট চিতাৰ জুই নিৰ্বাপিত কৰক। তাৰ পিছত পেট্ৰক্লাছৰ অস্থি সংগ্ৰহ কৰিব লাগিব। তেওঁৰ হাড় বাছি উলিওৱা বিশেষ টান নহ'ব, কাৰণ তেওঁক চিতাৰ সোমাজতে স্থাপন কৰা হৈছিল। তেওঁৰ লগত একেলগে দগ্ধহোৱা মানুহ আৰু ঘোঁৰাবিলাক সুকীয়াকৈ চিতাৰ কাষত একেলগে জ্বলা হৈছিল। আমি অস্থিবিলাক সোণৰ পাত্ৰ এটাৰ ভিতৰত ভৰাই ছুতৰপ চৰ্বিৰে পাত্ৰটো বন্ধ কৰিম। মই ৰসাতললৈ প্ৰয়াণ কৰা দিনটোলৈকে পাত্ৰটো বন্ধ হৈ থাকিব। মৈদামটোৰ বিষয়ে ইয়াকে কওঁ, বেছি ডাঙৰকৈ বান্ধিব নালাগে। দেখাত অলপ ভাল হ'লেই হ'ব, তাতকৈ বেছি নহয়। মোৰ মৃত্যুৰ পিছত এই সুনিৰ্মিত তৰীসমূহত যিসকল একীয়ান জীয়াই থাকে তেওঁলোকে ওখ ডাঙৰকৈ এটা বান্ধিলেই হ'ব।

পেলিউছৰ ক্ষিপ্ৰ সন্তানে নিৰ্দেশ দিয়ামতে তেওঁলোক দিহাদিহি গ'ল। প্ৰথমতে তেওঁলোকে চিতাটোৰ যিবিলাক অংশত জুই জ্বলি আছিল আৰু ছাইবিলাক তলত পৰিছিল, সেই অংশবিলাক তিৰবিৰাই থকা মদিৰাৰে নিৰ্বাপিত কৰিলে। তাৰ পিছত তেওঁলোকে চকুলোৰে গাল তিয়াই মৃত সংগীজনৰ অস্থি সংগ্ৰহ কৰি সোণৰ পাত্ৰ এটাত ভৰালে আৰু পাত্ৰটো ছুতৰপ চৰ্বিৰে বন্ধ কৰি, মিহি কাপোৰ এখনেৰে মেৰিয়াই তেওঁৰ শিবিৰত সন্তৰ্পণে থৈ দিলে। চিতাৰ চাৰিওফালে ঘূৰণীয়াকৈ শিলৰ মেৰ এটা দি তেওঁলোকে মৈদামটোৰ পৰিকল্পনা কৰিলে। তাৰ পিছত তেওঁলোকে মাটি আনি ভিতৰটো বান্ধিলে।

মৈদামটো বন্ধাৰ পিছত সৈন্যসকল যাবলৈ উপক্ৰম কৰিলে। কিন্তু একিলিছে তেওঁলোকক বাৰণ কৰি আহল বহলকৈ বৃত্তাকাৰে বহিবলৈ ক'লে। তাত খেল-ধেমালি পাতিবলৈ তেওঁ স্থিৰ কৰিছিল। তাৰ কাৰণে তেওঁ জাহাজৰ-পৰা বহুতো পুৰস্কাৰ সংগ্ৰহ কৰিলে—তাৰ ভিতৰত আছিল কেৰাহী, জঁাতি ঘোঁৰা, খচ্চৰ আৰু শকত-আৱত গৰু-ম'হ, মটীয়া বৰণৰ লোহা আৰু বন্ধনীযুক্ত দীঘল বসন পিন্ধা নাৰী।

প্ৰথমে আৰম্ভ হ'ল ৰথ প্ৰতিযোগিতা। ইয়াৰ কাৰণে তেওঁ এইবিলাকে চমৎকাৰ বঁটা আগবঢ়াইছিল। বিজয়ীজনৰ কাৰণে—সুকুমাৰ শিল্পত সুনিপুণ এগৰাকী নাৰী। কাণৰ আকৃতিৰ নাল লগোৱা জঁাতিৰে সৈতে এখন বাৰসেৰীয়া কেৰাহী; দ্বিতীয় স্থান লাভ কৰা জনৰ কাৰণে—এজনী ছবছৰীয়া শিকলি

দিয়া, সগৰ্ভা ঘুঁৰী ; তৃতীয় স্থান লাভ কৰাজনৰ কাৰণে—এটা ধুনীয়া, জুয়ে নোপোৰা, চিক্‌মিকাই থকা তিনিসেৰ ধৰা পাত্ৰ ; চতুৰ্থজনে লাভ কৰিব দুই মহা সোণ ; আৰু পঞ্চমজনৰ কাৰণে—অগ্নিয়ে স্পৰ্শ নকৰা দুফালে নাল লগোৱা এটা চছপেন।

আৰ্গিভসকলৰ আগত এই প্ৰতিযোগিতাৰ কথা ঘোষণা কৰিবলৈ একিলিছ থিয় হ'ল। তেওঁ ক'লে, "মহাৰাজ আগামেমনন আৰু একীয়ান বীৰসকল, জয়লাভ কৰা সাৰথিসকলৰ কাৰণে এই পুৰস্কাৰসমূহে অপেক্ষা কৰি আছে। অৱশ্যে, অন্য এজন লোকৰ সন্মানাৰ্থে আমি খেল-ধেমালিৰ আয়োজন কৰা হ'লে, প্ৰথম পুৰস্কাৰটো লাভ কৰি ময়েই নিজৰ শিবিৰলৈ বাট বুলিলোহেঁতেন। কাৰণ কোৱা বাহুল্য মাথোন যে মোৰ ঘোঁৰাহালেই সৰ্বশ্ৰেষ্ঠ। সিহঁত অমৰ। পছাইডনে সিহঁতক মোৰ পিতৃ পেলিউছক উপহাৰ দিছিল, আৰু সেই সূত্ৰে মই এতিয়া তাৰ গৰাকী। কিন্তু এই চমৎকাৰ ঘোঁৰাহালৰ সৈতে মই প্ৰতিদ্বন্দ্বিতাত অংশ গ্ৰহণ নকৰো। কাৰণ সাৰথি পেট্ৰক্লাছৰ কাৰণে সিহঁতো শোকত ব্যাকুল হৈ আছে। সিহঁতৰ প্ৰতি পেট্ৰক্লাছ কিমান যে মৰমিয়াল আছিল ; তেওঁ সিহঁতক পৰিষ্কাৰ পানীৰে গা ধুৱাই দিছিল, আৰু কেশৰত জলফাই তেল ঘঁহিছিল। সিহঁত যে তেওঁৰ কাৰণে বিষাদগ্ৰস্ত, তাত আচৰিত হ'বলগীয়া একো নাই। সিহঁতৰ কেশৰবিলাক মাটিত ওলমি পৰিছে, বজাৰত সিহঁতে এখোজো লৰচৰ কৰিব নোখোজে। যি নহওক, এই প্ৰতিদ্বন্দ্বিতা সমগ্ৰ সৈন্যবাহিনীৰ যি কোনো লোকৰ কাৰণেই মুকলি। যাৰ নিজৰ ঘোঁৰা আৰু ৰথৰ গঠনৰ ওপৰত আস্থা আছে তেৱেঁই ইয়াত যোগ দিব পাৰে। গতিকে এতিয়া আপোনালোকে নিজ নিজ ঠাইলৈ আগবাঢ়ি যাওক।"

একিলিছৰ এই ঘোষণা শুনি অতি সুদক্ষ সাৰথিসকল আগবাঢ়ি আহিল। সোন প্ৰথমেই যিজন জঁাপ মাৰি উঠিল, তেওঁ হ'ল আড্‌মিটাছৰ তনয় নৃপতি ইউমিলাছ। তেওঁ এজন বিশিষ্ট অশ্বাৰোহী আছিল। ইয়াৰ পিছত টিডিউছ তনয় মহাপ্ৰতাপী ডায়মিডিছ অগ্ৰসৰ হ'ল। তেওঁৰ ৰথ সংযুক্ত অশ্বযুগল আছিল ট্ৰছে পালন কৰা ঘোঁৰাৰ সঁচ, এপলোৱে গৰাকীৰ প্ৰাণ ৰক্ষা কৰাৰ সময়ত, তেওঁ ইনিয়াছৰপৰা এই ঘোঁৰাহাল লৈছিল। জ্যুছৰ বংশধৰ, আট্ৰিউছ নন্দন মেনিলাছে আগামেমননৰ অশ্বিনী আয়েঠী আৰু নিজৰ ঘোঁৰা পোডাগাছ ক ৰথত জুটিলে। এঙকাইছিৰ পুত্ৰ ইকিলপাছে আয়েঠী নামৰ ঘুঁৰীজনী আগামেমননক উপহাৰ দিছিল এটা বিশেষ চৰ্তত। চৰ্তটো আছিল এই যে তেওঁ ৰতাহ ঘাই ইলিয়ামলৈ নগৈ নিজৰ ঘৰতে সুখেৰে থাকিব। তেওঁ এজন অতি আঢ্যৱন্ত লোক আছিল

আৰু বাস কৰিছিল বহল বননি পথাৰেৰে ভৰা চিছিয়নত। এইজনী ঘুঁৰীকে এতিয়া মেনিলাছে ৰথত লগাইছিল, তায়ো চেকুৰীবৰ কাৰণে দাঁত কৰকৰাই আছিল। দীঘল কেশৰযুক্ত এহাল ঘোঁৰা ৰথত সংযুক্ত কৰা চতুৰ্থ লোকজন আছিল এন্টিলকাছ। তেওঁ আছিল নেলিউছ নন্দন, মহানুভৱ ৰজা নেষ্টৰৰ পুত্ৰ। তেওঁৰ ঘোঁৰাহাল আছিল পাইলছ দেশৰ। এতিয়া তেওঁৰ পিতাক তেওঁৰ ওচৰলৈ গৈ তেওঁক দুই-এটা লাগতিয়াল উপদেশ দিলে, যদিও তেওঁৰ নিজৰেই এই বিষয়ে যথেষ্ট জ্ঞান আছিল।

নেষ্টৰে ক'লে, "এন্টিলকাছ, তুমি তৰুণ, জ্যুছ আৰু পছাইডনৰ তুমি প্ৰিয়পাত্ৰ, তেওঁলোকে তোমাক অশ্বচালনাৰ সকলো কৌশল শিকাইছে। গতিকে তোমাক সঠিককৈ বুজাবলৈ একো নাই। কিন্তু মাজৰ খুঁটাটোৰ পৰা পাক লোৱাত তুমি যদিও পাৰদৰ্শী, তোমাৰ ঘোঁৰাহাল ক্ষিপ্ৰগামী নহয়। ইয়াৰপৰাই তোমাৰ অসুবিধা হ'ব বুলি মোৰ আশংকা হৈছে। তথাপি অন্য ঘোঁৰাবিলাক বেগবান হ'লেও সিহঁতৰ সাৰথিবিলাকে এনে কৌশল নেজানে যিটো তোমাৰ অৱগত নহয়। সেইকাৰণে মোৰ সোণাই, যদিহে তুমি পুৰস্কাৰবিলাকৰপৰা মেলানি মাগিবলৈ ইচ্ছা কৰা নাই, তেন্তে তুমি তোমাৰ সকলোখিনি নিপুণতা কামত লগাব লাগিব। শাৰীৰিক শক্তিতকৈ পটুতাৰেহে গছ বগৰাব পাৰি, গুৰিয়ালে দক্ষতাৰেহে মদিৰাৰ দৰে ক'লা সাগৰত, বতাহত টুলবুলু কৰা তৰীখন পোনাই নিব পাৰে দক্ষতাৰ দ্বাৰাহে এজন সাৰথিয়ে আন এজনক পৰাজিত কৰিবলৈ সক্ষম হয়। সৰ্বসাধাৰণ মানুহে ঘোঁৰা আৰু ৰথৰ ওপৰত বেছিকৈ ভাৰসা কৰি ঘূৰিবৰ সময়ত অসাৱধান হয়, আৰু যি কোনো এফালে পিছ পৰিব লাগে। তেওঁৰ ঘোঁৰাহাল পথচ্যুত হয়, আৰু তেওঁ সিহঁতক সংশোধন কৰিব নোৱাৰে। কিন্তু কুশল সাৰথি এজনে সদায় খুঁটাটোৰ ওপৰত লক্ষ্য ৰাখে আৰু লেহেম ঘোঁৰাৰ কাৰণে পিছপৰি থাকিব লগা হ'লেও খুঁটাটোৰ নিচেই কাষৰপৰা ক্ষিপ্ৰতাৰে আৱৰ্তন কৰে। চামৰাৰ লেকাম ব্যৱহাৰ কৰি ঘোঁৰাহাল মেলি দিয়াৰ সময়ত তেওঁ টোপনিয়াই নেথাকে। তেওঁ দৃঢ় মুষ্টিৰে বলগা ধৰি থাকি আগবাঢ়ি যোৱা মানুহজনৰ গতিবিধিলৈ লক্ষ্য ৰাখে।

"এতিয়া মই তোমাক ভালকৈ নিৰীক্ষণ কৰিবলগীয়া বিষয় এটা উল্লেখ কৰো। বিষয়টো অতি স্পষ্ট। তোমাৰ চকুৰপৰা সি সাৰি যাব নোৱাৰে। ওক নে সৰল, কি গছ ক'ব নোৱাৰো, তাৰে শুকান মুঢ়া এটা আছে। চাৰিহাতমান ওখ হ'ব। মুঢ়াটো বৰষুণত পচি যোৱা নাই। তাৰ দুকাষে আছে দুটাকৈ শুকুলা শিল। এইখিনিতে বাটটো বৰ ঠেক, কিন্তু তাৰ দুয়ো কাষেদি সুকলমে

যাব পাৰি। ই হয়তো পুৰণি কালৰ সমাধি স্তম্ভও হ'ব পাৰে, নতুবা আগৰ দিনৰ মানুহে তাকে আৱৰ্তন স্তম্ভৰূপে ব্যৱহাৰ কৰাও অসম্ভৱ নহয়। যিয়েই নহওক, এতিয়া কুমাৰ একিলিছে তাকে এই প্ৰতিযোগিতাত আৱৰ্তন স্তম্ভ হিচাপে নিৰ্বাচন কৰিছে। ইয়াতে ৰথখন ঘূৰাওঁতে তুমি একেবাৰে তাৰ লাগো লাগো হৈ যাব লাগিব। তোমাৰ পাতল ৰথখনৰ বাঁওফালে তুমি নিজেও অলপ হাউলি যাবা। তোমাৰপৰা আঁতৰত থকা ঘোঁৰাটো চাবকেৰে স্পৰ্শ কৰি লেকামডাল ঢিলাই দিবা, কিন্তু ওচৰৰ ঘোঁৰাটো খুঁটাটোৰ ইমান ওচৰেদি নিবা যেন চকাৰ ধুড়াৰে তাক খুন্দিয়ালা বুলিহে যি কোনো মানুহে ভাবে। অথচ সতৰ্ক হ'বা যেন শিলটোত খুন্দা নোখোৱা। নহ'লে তোমাৰ ঘোঁৰা আহত হ'ব আৰু ৰথখনো ভাগিব। সেয়ে হ'লে আনে আনন্দ পাব, কিন্তু তোমাৰ কাৰণে শোভনীয় নহ'ব। বন্ধু, সেইকাৰণে নিজৰ বুদ্ধি খটাবা আৰু আগগুৰি চাই ল'বা। তুমি যদি আনবিলাকক খুঁটাটোৰ ওচৰতে অতিক্ৰম কৰিব পাৰা, তেনেহ'লে আড্ৰিষ্টাছৰ সুশিক্ষিত ঘোঁৰা, উচ্চৈঃশ্ৰবাৰ বংশধৰ মহান অৰিয়ন বা লাওমিডনৰ সুবিখ্যাত ট্ৰয়জাত, শ্ৰেষ্ঠ অশ্ব, যিয়েই নহওক লাগিলে, অকস্মাতে গতিবেগ প্ৰচণ্ড কৰি দিয়ো তোমাক কোনেও পিছ পেলাই যাব নোৱাৰিব।"

অশ্বপৰিচালনাৰ সকলো কৌশল এইদৰে পুতেকক পুংখানুপুংখভাৱে কৈ, ৰজা নেষ্টৰে উভতি গৈ নিজৰ আসনত উপবেশন কৰিলে। নিজৰ ঘোঁৰা সাজু কৰি ৰথা পঞ্চমজন লোক হ'ল মেৰিয়নিছ। এতিয়া তেওঁলোক সকলোটিয়ে নিজ নিজ ৰথত আৰোহণ কৰিলে আৰু এটা শিৰস্ত্ৰাণৰ ভিতৰত ভাগ্য পৰীক্ষা কৰিবৰ কাৰণে চিঠিখেল খেলিলে। একিলিছে শিৰস্ত্ৰাণটো ভালকৈ জোকাৰি দিয়াত নেষ্টৰ নন্দন এণ্টিলকাছৰ নাম প্ৰথমেই তাৰপৰা উফৰি আহিল। তাৰ পিছত ক্ৰমে ৰজা ইউমিলাছ আৰু আট্ৰিউছ তনয় বৰ্শাবীৰ মেনিলাচৰ নাম ওলাল, চতুৰ্থ হ'ল মেৰিয়নিছ আৰু সৰ্বশেষ হ'ল সৰ্বশ্ৰেষ্ঠ, টিডিউছপুত্ৰ ডায়মিডিছ। ৰথবিলাক একে শাৰীতে ৰখা হ'ল আৰু একিলিছে সমতল ভূমিৰ বহুতো আঁতৰত অৱস্থিত আৱৰ্তন কৰিব লগা চিহ্নটো দেখুৱাই দিলে। সেই চিনটোত তেওঁ পিতাকৰ সহচৰ, দেৱতুল্য ফিনিক্সক বিচাৰক হিচাপে থাকিবলৈ ক'লে। তেওঁৰ কৰ্তব্য আছিল চলি যোৱা ৰথবিলাকৰ ওপৰত চকু ৰাখি, কি ঘটিছে বিবৰি কোৱা।

ঠিক একেমুহূৰ্ততে তেওঁলোকে ঘোঁৰাবিলাকক কশাঘাত কৰিলে আৰু সিহঁতৰ পিঠিৰ ওপৰত থকা লেকামবিলাক নিয়ন্ত্ৰিত কৰি আদেশসূচক ধ্বনিৰে সিহঁতক চলাই দিলে। সমতল অঞ্চলেদি ঘোঁৰাবিলাকে অব্যাহতভাৱে চেকুৰিবলৈ ধৰিলে আৰু জাহাজবিলাক পিছ পৰি ৰ'ল। সিহঁতৰ বুকুৰ তলৰপৰা

উৰা ধূলি ওন্দোলা ডাৱৰ বা ঘন কুঁৱলীৰদৰে বায়ুমণ্ডলত ভাহি উঠিল। বতাহত সিহঁতৰ কেশৰবিলাক উভতি উৰিবলৈ ধৰিলে। কোনো মুহূৰ্তত ৰথবিলাক সুফলা ধৰণীৰ সংস্পৰ্শলৈ আহিছিল আৰু পিচ মুহূৰ্ততে শূন্যলৈ উত্তোলিত হৈছিল। প্ৰত্যেকজন সাৰথিৰেই অন্তৰত একেটা মাথোন উদ্দেশ্য আছিল— প্ৰথম স্থান লাভ কৰা। তাৰ কাৰণে তেওঁলোকৰ কলিজাৰ ঢপঢপনি উঠিছিল। তেওঁলোকৰ প্ৰবল চিংকাৰত ধূলিৰ ডাৱৰৰ মাজেদি ঘোঁৰাবিলাক উৰন্ত গতিৰে ধাবিত হৈছিল।

কিন্তু নিৰ্ধাৰিত চিহ্নত উপনীত হৈ ধাৱমান সাৰথিসকলে আৱৰ্তন কৰি পুনৰ ধূসৰ সমুদ্ৰৰফালে তীব্ৰগতিৰে আগবাঢ়ি অহাৰ সময়তহে নিজৰ দক্ষতাৰ পৰিচয় দিব পাৰিছিল। ঘোঁৰাবিলাকৰো গতি অব্যাহত হৈ পৰিছিল। ইউমিলাছৰ বেগৱতী অশ্বিনীদ্বয়েই পাকটো প্ৰথমে ল'লে। প্ৰায় লগালগিকৈয়ে পিছত আহিল ডায়মিডিছ চালিত, ট্ৰছৰ দ্বাৰা লালিত ঘোটক বংশৰ সুবিশাল তুৰংগযুগল। যি কোনো মুহূৰ্ততে ইউমিলাছৰ ৰথৰ লগত সিহঁতৰ সংঘৰ্ষ হোৱাৰ সম্ভাৱনা দেখা গৈছিল। তেওঁক মূৰৰ তলত ৰাখি সিহঁত বায়ুবেগে ধাবিত হৈছিল আৰু সিহঁতৰ উত্তপ্ত নিশ্বাসে তেওঁৰ বিস্তীৰ্ণ পৃষ্ঠদেশ স্পৰ্শ কৰিছিল। প্ৰকৃততে ডায়মিডিছে তৎমুহূৰ্তেই ইউমিলাছক অতিক্ৰম কৰি যাব পাৰিলেহেঁতেন, নতুবা এক প্ৰচণ্ড উত্তেজনাপূৰ্ণ পৰিস্থিতিৰ সৃষ্টি হ'ল হয়, কিন্তু এনেকুৱাতে ফিবাচ এপলোৱে টিডিউছপুত্ৰৰ প্ৰতি পোষণ কৰি থকা ক্ৰোধৰ কাৰণে, চিক্‌মিকীয়া চাবুকডাল তেওঁৰ হস্তচ্যুত কৰিলে। ইউমিলাছৰ ঘুঁৰী দুজনী ইতিমধ্যে অধিক বেগেৰে গৈছিল। ইফালে চাবুকৰ অভাৱত তেওঁ নিজৰ ঘোঁৰাহালৰ গতিবেগ হ্ৰাস পাইছিল। খণ্ডত ডায়মিডিছৰ চকুপানী ওলাল। কিন্তু ডায়মিডিছৰ অন্যায় কৰাৰ সময়ত এথেনীয়েও এপলোক লক্ষ্য কৰি আছিল। তেওঁ শ্ৰেষ্ঠ পুৰুষজনৰ পিছে পিছে তীব্ৰগতিৰে গৈ তেওঁক চাবুকডাল ঘূৰাই দিলে আৰু তেওঁৰ ঘোঁৰাহালকো নতুন তেজেৰে তেজীয়ান কৰিলে। তদুপৰি তেওঁৰ ইমান ক্ৰোধৰ উদ্ৰেক হৈছিল যে তেওঁ ইউমিলাছকো খেদি গ'ল আৰু দৈৱিক শক্তিৰে তেওঁৰ ৰথৰ যুঁৱলি ভাঙি পেলালে। ফলত ঘুঁৰী দুজনী আপোনা আপুনি গৈ থাকিল আৰু ৰথৰ বমডাল মাটিত থেকেচা খাই ভাগি গ'ল। ইউমিলাছ নিজেও উফৰি গৈ চকাৰ কাষতে মাটিত লুটি খাই পৰিল। তেওঁৰ কিলাকুটি, মুখ আৰু নাকৰ ছাল এৰাল, কপালখনতো দুখ পালে তেওঁৰ চকুহাল চকুৰ পানীৰে ছলছলীয়া হ'ল আৰু তেওঁৰ মুখৰো মাত হেৰাল। ইতিমধ্যে এই অশ্বাৰোহৰ দাঁতিয়েদিয়েই বাকীবিলাকক বহুতো পিছ পেলাই বলিষ্ঠ ঘোঁৰা-

হালেৰে সৈতে ডায়মিডিছ পাৰ হৈ গ'ল। এথেনীয়ে ঘোঁৰাহালৰ শৰীৰৰ শক্তি সঞ্চাৰ কৰি সিহঁতৰ গৰাকীক জয়যুক্ত কৰিলে।

ডায়মিডিছৰ পিছতেই আহিছিল আট্ৰিউছ-নন্দন ৰক্তকেশী মেনিলাছ। তেওঁৰ পিছত আছিল এন্টিলকাছ। এন্টিলকাছে আটাহ পাৰি পিতাকৰ ঘোঁৰা-হালক ডায়মিডিছৰ ঘোঁৰাৰ দৰে আকস্মিকভাৱে প্ৰচণ্ড গতিবেগ আহৰণ কৰি আগবাঢ়ি যাবলৈ সকীয়নি দিছিল। তেওঁ চিএৰি চিএৰি কৈছিল, "তহঁতৰ বেগ কিমান এতিয়া তাৰ পৰিচয় দে হঁক। অৱশ্যে বাহুবলী ডায়মিডিছৰ ঘোঁৰাহালক পিছ পেলাবলৈ মই তহঁতক ক'ব খোজা নাই। এথেনীয়ে সিহঁতৰ গতি বৃদ্ধি কৰি তেওঁৰ প্ৰিয়পাত্ৰজনক বিজয়ী কৰিছে। কিন্তু তহঁতে আট্ৰিউছপুত্ৰৰ অশ্বদ্বয়ক লগ ধৰিবই লাগিব। সিহঁতৰ পিছত পৰি থাকিলে নচলিব। কিন্তু আৰু, আৰু খৰকৈ যা হঁক, নহ'লে আয়েঠীয়ে তহঁতক লাজত পেলাব, তাই যে মাইকী ঘোঁৰা তাৰ খবৰ তহঁতৰ নাইনেকি? তহঁতে এইদৰে পিছপৰি গৈছ কিয়? তহঁতৰ কি দশা হ'ব কওঁ শুনহঁক। ৰজা নেষ্টৰে তহঁতৰ ফালে উভতিও নাচায়। আৰু ভাল চাই পুৰস্কাৰ এটা লাভ কৰিবলৈ চেষ্টা নকৰি এইদৰে চিলাই দিলে তেওঁ তহঁতৰ নেলু ছিডি পেলাবলৈকো অলপো সংকোচ নকৰে। গতিকে প্ৰাণটাকি চেকুৰ, মোৰ ওপৰত আস্থা ৰাখিবি, সেই ঠেক ঠাইডোখৰতে সিহঁতৰ কাষেদি পাৰ হৈ যাম। এইটো সুযোগ এৰি দিয়াত মই নাই।"

তেওঁৰ ভাবুকি ঘোঁৰাহালৰ মনত লাগিল। সিহঁত কিছু সময় কোবেৰে যোৱাত বিচক্ষণ বীৰ এন্টিলকাছে, বাটটো খহি গৈ যত সংকীৰ্ণ হৈ পৰিছে, সেই ঠাইডোখৰ দেখা পালে। বাটটোৰ একাংশ শীতকালৰ বৰষুণত খহি গৈছিল আৰু হোলাৰ নিচিনা দ হোৱাত তাত পানী জমি আছিল। মেনিলাছে বাটটো জুৰি পেলাইছিল আৰু তেওঁৰে সৈতে একেশাৰীতে যাবলৈ কাৰো সাধ্য নাছিল। কিন্তু এন্টিলকাছে তালৈ ভ্ৰূক্ষেপ নকৰি সামান্য দাঁতিৰ ফালে গৈ মেনিলাছক অতিক্ৰম কৰিবৰ কাৰণে ৰথ দ্ৰুতগতিৰে চলাই দিলে। মেনিলাছে ভয় খাই চিএৰি চিএৰি ক'লে, "এন্টিলকাছ, তুমি আগ-পাছ নুগুণি বলিয়াৰ দৰে ৰথ চলাইছা। ঘোঁৰাহাল চম্ভালা। ৰাস্তাটো এইখিনিতে বৰ ঠেক। অকণমান গ'লে বহল বাট ওলাব, তেতিয়া তুমি মোক পিছ পেলাব পাৰিবা। কিন্তু এতিয়া সাৱধান, মোৰ ৰথখন খুন্দিয়ালে দুয়োৰে দুৰ্ঘোৰ অনিষ্ট হ'ব।" কিন্তু এন্টিলকাছে তেওঁৰ সতৰ্কবাণী নুশুনাৰ ভাও ধৰি চাবুক চলাই আৰু বেছি বেপৰোৱা হৈ যাবলৈ ধৰিলে। নিজৰ শক্তি পৰীক্ষা কৰি চাবৰ কাৰণে যুৱক এজনে দোঁহাৰ আঙঠি এটা যিমান দূৰলৈ দলিয়াব পাৰে, প্ৰায় সিমানদূৰ তেওঁলোক এইদৰে গৈ

থাকিল। তাৰ পিছত মেনিলাছৰ ঘোঁৰাই বগল দিলে আৰু পিছপৰি গ'ল। তেওঁ নিজ ইচ্ছাতে গতিবেগ কমাই দিছিল, কাৰণ তেওঁৰ আশংকা হৈছিল যে বাটত কেনেবাকৈ ঘোঁৰাকেইটাৰ সংঘৰ্ষ ঘটিলে পাতল ৰথ দুখনো ভাগি যাব পাৰে আৰু তেতিয়া অশ্বাৰোহী দুজনো জয়লাভৰ কাৰণে উত্ৰাৱল হৈ পৰোঁতে শেষত বোকাই বালিয়ে পোত খাব। কিন্তু ৰক্তকেশী মেনিলাছে ইজনক দোষাৰোপ কৰি ক'লে, "এন্টিলকাছ, পৃথিৱীৰ ভিতৰতে তুমি অতি ভয় লগা সাৰথি। আমি আগতে ভাবিছিলো তোমাৰ জ্ঞান-বুদ্ধি অলপ আছে, পিছে আমাৰ ভুল হৈছিল। বাৰু এতিয়া যি মন গৈছে তাকে কৰা। কিন্তু এই বিষয়ে শপত খাই উত্তৰ নিদিয়ালৈকে তুমি পুৰস্কাৰটো নিব নোৱাৰিবা।"

ইয়াৰ পিছত মেনিলাছে ঘোঁৰাহাললৈ চাই উচ্চৈঃস্বৰে ক'লে, "ৰ'ব নেলাগে, এইদৰে নিস্তেজভাৱে থিয় হৈ নেথাকিবি। তহঁতৰ আগে আগে যোৱা ঘোঁৰাহালৰ তহঁতকৈ আগতেই ঠেঙৰ জোৰ নাইকিয়া হ'ব। সিহঁত এতিয়া পূৰ্বৰ দৰে ডেকা হৈ থকা নাই।" তেওঁৰ তিৰস্কাৰ শুনি ঘোঁৰাহালে ভয় খালে আৰু দ্ৰুতগতিৰে গৈ আগৰ ৰথখনৰ ওচৰ চাপিলগৈ।

ইতিমধ্যে ৰংগভূমিত বহি থকা দৰ্শকসকলে নিজ নিজ আসনৰপৰাই ঘোঁৰাবোৰৰ ফালে লক্ষ্য কৰি আছিল। ধূলিৰে গোটেইখন ধুঁৱলি কুঁৱলি কৰি সিহঁত ক্ষিপ্ৰভাৱে ওচৰ চাপি আহিছিল। ক্ৰীটৰাজ আইডমিনিউছেই সিহঁতক প্ৰথমে দেখা পালে। তেওঁ বহি থকা ঠাইডোখৰ আনবিলাকতকৈ ভালেখিনি ওখ আছিল। কাৰণ তেওঁ বেৰাটোৰ বাহিৰত আছিল। এজন চালকৰ পৰিচিত চিৎকাৰ তেওঁৰ কাণত পৰিল। তদুপৰি আগতে অহা ঘোঁৰা এটাও চিনিব পাৰিলে। ঘোঁৰাটো বাদামী ৰঙৰ আছিল আৰু তাৰ কপালত পূৰ্ণিমাৰ জোনটোৰ দৰে, বগা কোঁট এটা আছিল। আইডমিনিউছে থিয় হৈ আনবিলাক দৰ্শকক সম্বোধন কৰি ক'লে, "আৰ্গিভ সেনাপতি আৰু উপদেষ্টা বন্ধুসকল, বোধকৰো একমাত্ৰ মইহে ঘোঁৰাবিলাক মণিব পাৰিছো, আপোনালোকেও দেখা পাইছে জানো? এতিয়া আগবঢ়া ঘোঁৰাহাল বেলেগ যেন লাগিছে। চালকজনো আগৰজন নহয়। প্ৰথমে ইউমিলাছৰ ঘোঁৰাহে আগে আগে আহিছিল, সিহঁতৰ নিশ্চয় কিবা অথন্তৰ ঘটিল। কাৰণ খুঁটাটোৰ ওচৰত পাক ল'বৰ সময়ত সিহঁত সকলোৰে আগত আছিল। কিন্তু এতিয়া সিহঁতৰ দেখাদেখি নাই। অথচ মই ট্ৰয়ৰ সমগ্ৰ ভূমিত সিহঁতৰ সন্ধান কৰিছো। হয়তো ইউমিলাছৰ হাতৰপৰা বাঘজৰি সৰি পৰিল। তেওঁ চিহ্নটো আৱৰ্তন কৰিব নোৱাৰিলে বা কৰাৰ সময়তে কিবা দুৰ্ঘটনা ঘটিল। হয়, তাতে তেওঁৰ ৰথ

চুৰমাৰ হৈছে, নিজেও উকাল খাই পৰিছে। ঘুঁৰী ছুজনী আবৰী হৈ ভাগি গ'ল। কিন্তু আপোনালোকে থিয় হৈ নিজে চাওকচোন। কাৰণ মই সঠিককৈ ক'ব পৰা নাই। পিছে আগত অহা মানুহজনক ইটলীয়া দেশৰ লোক যেন লাগিছে। হয় আৰ্গিভ ৰজা এজনেই। তেওঁ হৈছে টিডিউছৰ পুত্ৰ স্বয়ং ডায়মিডিছ।"

কিন্তু অইলিউছপুত্ৰ, ধাবক আয়াছে অশিষ্টভাৱে তেওঁক প্ৰতিবাদ কৰিলে। তেওঁ মাত লগালে, "আইডমিনিউছ, তুমি চিৰদিন এইদৰে নিজকে জাহিৰ কৰা কিয়? সৌ ওখ জঁাপ মাৰি অহা ঘুঁৰীকেইজনীৰ সমুখত এতিয়াও ভালেমানছোৱা বাট আছে। তুমি আমাৰ ভিতৰত কম বয়সীয়া মানুহ নোহোৱা, তোমাৰ দৃষ্টি শক্তিও সিমান প্ৰখৰ নহয়। কিন্তু তুমি সদায় ওকালতি আৰম্ভ কৰা। ইয়াত তোমাতকৈ শ্ৰেষ্ঠ লোক বহুতো আছে। তেওঁলোকৰ আগত তুমি জিভাখনত লেকাম লগোৱা উচিত। আগত আহি থকা ঘুঁৰী সেই আগৰ দুজনীয়েই। সিহঁতৰ মালিক ইউমিলাছেই। আৰু হাতত বাঘজৰি লৈ সেয়া ইউমিলাছেই হ'ব।"

এই কথাত ক্ৰীটৰ সেনাপতিজন অসন্তুষ্ট হ'ল। তেওঁ ওলোটাই উত্তৰ দিলে, "আয়াছ, তুমি বৰ খিঙখিঙিয়া, অশিষ্ট স্বভাৱৰ মানুহ। আনবিলাক আৰ্গিভৰ দৰে তোমাৰ সৌজন্যবোধ নাই। বাৰু আঁহা, আমি আগত অহা ঘোঁৰাহালৰ বিষয়ে বাজী মাৰো। আমাৰ পণ হ'ব এডাল জাঁতি আৰু এখন কেৰাহী। মহাৰাজ আগামেমনন আমাৰ বিচাৰক হ'ব। ভৰণি হোৱাৰ পিছতহে তুমি সত্যটো উপলব্ধি কৰিবা।"

ধাবক আয়াছে আইডমিনিউছক উদ্ধতভাৱে মুখে মুখে উত্তৰ দিবলৈ উদ্যত হৈছিল। একিলিছে শীঘ্ৰে আহি হস্তক্ষেপ নকৰা হ'লে কন্দলখন গুৰুতৰেই হ'লহেঁতেন। তেওঁ ক'লে, "আয়াছ আৰু আইডমিনিউছ, তোমালোকৰ কাজিয়া বন্ধ কৰা। অপমানজনক বাক্যৰ বিনিময়ে শিষ্টাচাৰ ভংগ কৰে, আনৰ ক্ষেত্ৰত তোমালোকেই তাৰ নিন্দা কৰিবা। জয়লাভ কৰিবৰ কাৰণে তেওঁলোক শীঘ্ৰে ইয়াত উপনীত হ'বহি। তোমালোকে বেৰাৰ ভিতৰৰপৰাই আলেখলেখ চাই থাকা। তেতিয়া তোমালোক প্ৰত্যেকেই তেওঁলোকক চিনিব পাৰিবা, প্ৰথম আৰু দ্বিতীয় স্থান অধিকাৰ কৰা ঘোঁৰা বাছিবলৈ সমৰ্থ হ'বা।"

ইতিমধ্যে ডায়মিডিছ অতি নিকটবৰ্তী হৈছিল। চাবুকডাল হাতত লৈ তেওঁ অশ্বচালনা কৰি আহিছিল আৰু কশাঘাত কৰোঁতে তেওঁৰ হাতখন প্ৰতিবাৰেই পিছফালে জোকাৰ খাই গৈছিল। ঘোঁৰাহালে শূন্যতে জঁাপ দি প্ৰতিদ্বন্দ্বিতাৰ শেষ পৰ্যায়লৈ চেকুৰি আহিছিল। চালকজনৰ গাতো অবিৰামভাৱে

ধূলি বৰষি আছিল। ঘোঁৰাহাল উৰন্ত গতিত মাটিৰ ওপৰে ওপৰে আহি থাকোঁতে সোণ আৰু টিনপাতেৰে বন্ধোৱা ৰথখন টাকুৰি ঘূৰাদি ঘূৰিছিল, চকাৰ চিন কাচিতহে ধূলিত বহিছিল।

ক্ৰীড়াংগণৰ কেন্দ্ৰত ডায়মিডিছে ৰথখন ৰাখিলে। তেওঁৰ ঘোঁৰাৰ গ্ৰীৱা আৰু বক্ষৰপৰা ঘামৰ সোঁত বৈছিল। চমৎকাৰ ৰথখনৰপৰা জঁাপ মাৰি নামি তেওঁ চাবুকডাল যুৱলিত আউজাই থ'লে। তেওঁৰ সুদক্ষ সহচৰ ষ্টেনিলাছে শীঘ্ৰে পুৰস্কাৰসমূহ সামৰি ল'লে। তেওঁ খৰতকীয়াকৈ চমজি লৈ জাঁতিৰে সৈতে কৰ্ণাকৃতি পাত্ৰটো উল্লসিত সংগীসকলৰ হাতত অৰ্পণ কৰিলে আৰু তিৰোতা-গৰাকীক লৈ যাবলৈ তেওঁলোকক নিৰ্দেশ দিলে। ইয়াৰ পিছত তেওঁ ঘোঁৰা-হাল ৰথৰপৰা মুক্ত কৰিলে।

ইয়াৰ পিছত উপস্থিত হ'লহি নেষ্টৰ-নন্দন এণ্টিলকাছ। তেওঁ মেনিলাছক পৰাভূত কৰিলে, বৰ্ধিত গতিবেগেৰে নহয়, কৌশলেৰেহে। তত্ৰাচ বেগবান ঘোঁৰাহালেৰে ঠিক তেওঁৰ পিছতে মেনিলাছো উপস্থিত হ'লহি। তেওঁলোকৰ ব্যৱধান আছিল নিতান্ত কিঞ্চিতকৰ। সজ্জিত ঘোঁৰা এটাই গৰাকীজন আৰোহণ কৰা ৰথখন টানি নিওঁতে চকাৰপৰা সি যিমান আঁতৰত থাকে সিমানেইহে। ঘোঁৰাটোৱে ৰথখনৰ সমুখ ভাগৰ ইমান ওচৰতে থাকে যে, যিমানেই চেকুৰি নেযাওক লাগে, নাম মাত্ৰহে ফাঁক থাকে আৰু তাৰ নেজডালে চকাটো কোবাই যায়। মেনিলাছ আৰু অতুলনীয় এণ্টিলকাছৰ মাজতো তাতকৈ বেছি ব্যৱধান নাছিল। এইটো অৱশ্যে সত্য যে ঘটনাটোৰ সময়ত কাঁহী এখনৰ নিচিনা ঘূৰণীয়া বস্তু এটা নিক্ষেপ কৰিলে যিমান দূৰত পৰেগৈ মেনিলাছো প্ৰায় সিমান দূৰ পিছপৰি আছিল। কিন্তু তেওঁ শীঘ্ৰে এই দূৰত্ব অতিক্ৰম কৰিলে, কাৰণ আগামেমননৰ ধুনীয়া ঘুঁৰী আয়েঠীৰ যোগ্যতা ইতিমধ্যে প্ৰতিপন্ন হ'ল। বেছি বাট যাবলৈ পোৱা হ'লে মেনিলাছে তেওঁক পৰাজিত কৰিলেহেঁতেন আৰু তেতিয়া সন্দেহৰ কোনো অৱকাশ নেথাকিলে হয়।

আইডমিনিউছৰ সুযোগ্য সহচৰ মেৰিয়নিছ যশস্বী মেনিলাছৰ পিছতে আহিল। বৰ্শা এপাট মাৰি পঠিয়ালে যিমান দূৰত পৰে, তেওঁলোকৰ ব্যৱধান সিমানেই আছিল। তেওঁৰ দীঘল কেশৰ থকা ঘোঁৰাহালেই প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰা সাৰথিসকলৰ ভিতৰত একেবাৰে অপটু আছিল।

সৰ্বশেষত উপনীত হ'ল আড্‌মিটাছ পুত্ৰ ইউমিলাছ। তেওঁ শুৱনি ৰথখন নিজে টানি লৈ আগে আগে ঘোঁৰাহাল খেদি আনিছিল। তেওঁক দেখা পাই ক্ষিপ্ৰ আৰু নৰপুংগৱ একিলিছ ব্যথিত হ'ল। তেওঁ বৃত্তাকাৰ ঠাইডোখৰত থিয়

হৈ এটা পৰামৰ্শ আগবঢ়ালে, "শ্ৰেষ্ঠ চালকজন একেবাৰে পিছ পৰিল। তেওঁক বঁটা এটা দিয়া যুক্তিযুক্ত হ'ব। দ্বিতীয়টো পুৰস্কাৰেই তেওঁক দিয়া হওক, কাৰণ ডায়মিডিছে প্ৰথমটো লাভ কৰিছে।"

এই পৰামৰ্শ সকলোৰে মনঃপূত হ'ল। তেওঁলোকৰ হৰ্ষধ্বনিত উৎসাহিত হৈ একিলিছে পুৰস্কাৰটো ইউমিলাছক প্ৰায় দিবলৈকে যো-জা কৰিছিল, পিছে এনেতে বজা নেষ্টৰৰ পুত্ৰ একিলকাছে সবালবিকৈ আহি যথাযথভাৱে তাৰ প্ৰতিবাদ কৰি বজা পেলিউছৰ পুত্ৰক উচ্চস্বৰে ক'লে, "কুমাৰ একিলিছ, আপুনি পৰামৰ্শ দিয়াৰ দৰেই যদি এই কাৰ্য সম্পাদন কৰা হয়, তেন্তে মই অতিশয় অসন্তোষ পাম। আপুনি মোক নায্য পুৰস্কাৰটোৰপৰা বঞ্চিত কৰিব খুজিছে, কাৰণ ইউমিলাছৰ দৰেই তেওঁৰ ৰথ আৰু ঘোঁৰাবোৰ অথন্তৰ ঘটিল, যদিও তেওঁ এজন সুদক্ষ সাৰথি। কথাটো হ'ল কি, তেওঁ স্বৰ্গৰ দেৱতাসকলক প্ৰাৰ্থনা কৰা উচিত আছিল। তেতিয়াহ'লে তেওঁ এই ৰথ প্ৰতিদ্বন্দ্বিতাত সৰ্বশেষ স্থান নেপালেহেঁতেন। যি নহওক, আপুনি যদি মানুহজনৰ কাৰণেই প্ৰকৃততে দুখ পাইছে, আৰু তেওঁক যদি আপুনি সঁচাকৈয়ে ভাল পায়, তেন্তে এয়াৰ কথা কওঁ। আপোনাৰ শিবিৰত অজস্ৰ সোণ, তাম আদি ধাতু আছে, ভেড়া-ছাগলী আছে। আপোনাৰ বহুতো পৰিচাৰিকা আছে, চমৎকাৰ ঘোঁৰাবো অভাৱ নাই। এইবিলাকৰ মাজৰপৰাই কিবা এটা বাছি লৈ তেওঁক পিচতপৰে দি থাকক, মই পাবলগাটোতকৈ ভাল হ'লেও আপত্তি নাই। নহ'লে এতিয়াই দি দিয়ক, লৈতে সকলে আপোনাৰ কাৰ্যত হৰ্ষধ্বনি কৰিব। কিন্তু এই ঘুঁৰীজনী মই এৰি নিদিওঁ, কোনোবাই তাইক মোৰপৰা কাঢ়ি নিব খোজে যদি আগবাঢ়ি আহি মোৰ লগত মুষ্টিযুদ্ধ কৰিব লাগিব।"

এই বচন শুনি ক্ষিপ্ৰ আৰু বিশিষ্ট একিলিছৰ ওঁঠত এটি মিচিকিয়া হাঁহি বিৰিঙিল। অন্তৰঙ্গ বন্ধু একিলকাছক তেওঁ চিৰদিন স্নেহ কৰিছিল, আৰু এতিয়া তেওঁ বিশেষভাৱে আনন্দ লাভ কৰিলে। তেওঁ সন্তুষ্টভাৱে উত্তৰ দিলে, "একিলকাছ, তুমি যদি সঁচাকৈয়ে ইচ্ছা কৰিছা, তেন্তে মই মোৰ শিবিৰৰপৰা উপৰঞ্চি হিচাপে কিছুমান বস্তু আনি ইউমিলাছক এটা দিচুকনি বঁটা দিম; তোমাৰ কাৰণে [illegible] কৰিবলৈ মই ৰাজী। মই তেওঁক [illegible] হস্তগত কৰা বৰ্মখনকে প্ৰদান কৰিম। [illegible] চিক্‌মিকীয়া [illegible] আছে।" তেওঁ এই [illegible] মোল [illegible]

• [illegible]

বস্তুটো লৈ আহিল। একিলিছে বৰ্মখন ইউমিলাছক উপহাৰ দিয়াত তেওঁ মনত বৰ সন্তোষ পালে। কিন্তু ইমানতে কথাৰ ওৰ নপৰিল। মেনিলাছে এন্টিলকাছক মাৰ্জনা কৰা নাছিল। এতিয়া তেওঁ খণ্ডত অলিপকি থিয় হ'ল। এজন ঘোষকে ভাষণদণ্ডডাল তেওঁৰ হাতত দি সকলোকে নীৰৱে থাকিবলৈ অনুৰোধ কৰিলে। তেতিয়া মেনিলাছে ধাজোচিতভাৱে তেওঁৰ বক্তৃতা আৰম্ভ কৰিলে। তেওঁ ক'লে, "এন্টিলকাছ, এসময়ত তোমাৰ মতিগতি ভালেই আছিল। পিছে তুমি কি কৰিলা কওঁ শুনা, তোমাৰ অতি লেহেম ঘোঁৰাহালেৰেই মোক পিছ পেলাই, তুমি মোক চালক হিচাপে নিতান্ত হেয় বুলি প্ৰতিপন্ন কৰিলা। তদুপৰি মোৰ ঘোঁৰাহালক জয়লাভ কৰাৰপৰা বঞ্চিত কৰিলা। আৰ্গিভ সেনাপতি আৰু মন্ত্ৰণাদাতা সামন্তমণ্ডলী, মোৰ গোচৰটো নিৰপেক্ষভাৱে বিচাৰ কৰিবলৈ আপোনা-লোকক মই আবেদন কৰিছো, যাতে কোনো বন্ধুৱাই এইদৰে ক'ব নোৱাৰে মিছা কথাৰ আশ্ৰয় লৈয়েই মেনিলাছে এন্টিলকাছক পৰাজিত কৰি তেওঁৰ ঘুঁৰীজনী লৈ গুচি গ'ল। তেওঁৰ ঘোঁৰাহাল প্ৰকৃত পক্ষেই বৰ মন্থৰ আছিল। ক্ষমতা আৰু পদমৰ্যাদাৰ বলতে তেওঁ শীৰ্ষস্থান অধিকাৰ কৰিলে। নহয়, মই চিন্তা কৰি চাইছো, গোচৰটো মই নিজে সোধাই ভাল হ'ব। মই অন্যায় আচৰণ কৰিছো বুলি কোনোবা ডানানে ক'ব পাৰিব, তেনে আশংকা মোৰ নাই। বিচাৰখন উচিত মতেই কৰা হ'ব। কুমাৰ এন্টিলকাছ, তুমি যথাবৰ্থভাৱে এইফালে আগবাঢ়ি আঁহা! তোমাৰ ৰথ আৰু ঘোঁৰাৰ সন্মুখত থিয় হৈ লেতুসেতু এছাৰি এডাল হাতত লোৱা ; ঘোঁৰাহাল চুই ভূমিকম্পৰ সৃষ্টিকাৰী, বসুধাবলয় পছাইডনৰ নামত শপত খাই কোৱা যে স্বেচ্ছাকৃতভাৱে, অন্যায় কৰি তুমি মোৰ ৰথখনৰ গতি ব্যাহত কৰা নাই।"

বিচক্ষণ এন্টিলকাছে ক'লে, "মহাৰাজ মেনিলাছ, যথেষ্ট হৈছে। মোৰ বয়স আপোনাতকৈ বহুত কম। আপুনি মোৰ জ্যেষ্ঠ আৰু শ্ৰেষ্ঠ। গতিকে আপুনি ভালকৈয়ে জানে যে ডেকাবিলাকে নিয়ম কাৰণ বৰকৈ নেমানে। তেওঁৰ বুদ্ধি প্ৰখৰ হ'ব পাৰে, কিন্তু বিচাৰশক্তি সিমান পৈণত নহয়। মোক আপুনি ক্ষমা কৰক, মই স্বেচ্ছাই ঘুঁৰীজনী আপোনাক অৰ্পণ কৰিম। আপোনাৰ অনুগ্ৰহৰপৰা বঞ্চিত হৈ দেৱতাসকলৰ অভিশাপ শিৰপাতি লোৱাতকৈ বৰং মই আপোনাক তাৰ ওপৰকি হিচাপেও কিবা এটা দিম।"

এইবুলি কৈ মহান নেষ্টৰ নন্দনে, ঘুঁৰীজনীক লৈ গৈ মেনিলাছৰ হাতত সমৰ্পণ কৰিলে। মেনিলাছ মৰমত পমি গ'ল। পকা ধানৰ সোণোৱালী পথাৰ এখনৰ মাজত এখোজা ধানৰ ওপৰত পৰি থকা নিয়ৰ কণিকা, [illegible] [illegible]

তেওঁৰ হৃদয় স্নেহোদ্দীপ্ত হৈ পৰিল। মেনিলাছ, এইদৰেই যৰযৰ উঁৱে তোমাৰ অন্তৰ মহান কৰি তুলিছিল আৰু তুমি এইদৰেই উত্তৰ দিছিলা।

"এন্টিলকাছ, তুমি মোৰ হৃদয় জয় কৰিলা। তোমাৰ ওপৰত আৰু মই খং কৰি থাকিব নোৱাৰো। তুমি কেতিয়াও অস্থিৰ বা আবেগ প্ৰৱণ নোহোৱা। কিন্তু এইবাৰ অল্পতে ডেকাতেজৰ পিৰ্‌পিৰণিত তুমি বিচাৰ বুদ্ধি বিসৰ্জন দিছিলা। কিন্তু ভৱিষ্যতে অলপ সতৰ্ক হ'বা, তোমাতকৈ শ্ৰেষ্ঠ লোকসকলক চেৰ পেলাবলৈ চেষ্টা নকৰিবা। আন এজন একীয়ানে মোক ইমান সহজে কোমলাব নোৱাৰিলে হয়। কিন্তু তুমি মোৰ হৈ বহুতো ভুগিছা আৰু কঠোৰ পৰিশ্ৰম কৰিছা; তোমাৰ মহানুভৱ পিতা আৰু ভ্ৰাতায়ো তাকেই কৰিছে। সেইকাৰণে মই তোমাৰ কথা প্ৰাৰ্থনা গ্ৰহণ কৰিলো। অকল সেয়েই নহয়, মই তোমাক মোৰ প্ৰাপ্য ঘুঁৰীজনীও ঘূৰাই দিছো। মোৰ অন্তৰত যে কোনো গৰ্ব বা বিদ্বেষ নাই তাকে, মই ইয়াত থকা দেশবাসীসকলৰ আগত প্ৰতিপন্ন কৰিম।"

ইয়াকে কৈ তেওঁ ঘুঁৰীজনী এন্টিলকাছৰ লগুৱা নিমনৰ হাতত দিলে আৰু নিজে জিলমিলাই থকা পাত্ৰটো গ্ৰহণ কৰিলে। চতুৰ্থ স্থান লাভ কৰা মেৰিয়নিছে দুমহা সোণ পুৰস্কাৰ পালে। পঞ্চম পুৰস্কাৰ, দুনলীয়া চছপেনটো ল'বলৈ কোনো নোলোৱাত, একিলিছে সেইটো নেষ্টৰক দিলে। তেওঁ বস্তুটো বংগভূমিৰ মাজেদি নেষ্টৰৰ ওচৰলৈ নিজে দাঙি লৈ গৈ ক'লে, "শ্ৰদ্ধেয় মহাশয়, স্মৃতিচিহ্ন হিচাপে এই উপহাৰটি আপোনাকো দিলো। পেট্ৰোক্লাছ আৰু আমাৰ মাজত নাই। এই বস্তুটোৱেই যেন আপোনাক তেওঁৰ কথা সোঁৱৰাই দিয়ে। এই পুৰস্কাৰটোৰ খেল প্ৰতিযোগিতাৰ লগত কোনো সম্পৰ্ক নাই। কাৰণ মই জানো যে আপুনি বয়োবৃদ্ধ আৰু সেয়ে আপুনি মুষ্টিযুদ্ধ, মালযুঁজ, ধাৱন বা বৰ্শানিক্ষেপ আদি একোতেই অংশ গ্ৰহণ কৰিবলৈ সমৰ্থ নহ'ব।"

এইদৰে কৈ একিলিছে পুৰস্কাৰটি নেষ্টৰৰ হাতত সমৰ্পণ কৰিলে। আনন্দত আপ্লুত হৈ নেষ্টৰে এটি ভাষণেৰে তেওঁক আপ্যায়িত কৰি ক'লে, "মোৰ সোণাই, হয়, তুমি উচিত কথাই কৈছা। মোৰ অংগ-প্ৰত্যংগ দুৰ্বল হৈ পৰিছে। মোৰ ভৰি দুটাতো এতিয়া স্থিৰতা নাই। হাত দুখনো কঠিন হৈছে, আগৰ দৰে কান্ধৰপৰা লৰচৰ কৰিব নোৱাৰো। হায়, ইপিয়ানবিলাকে যেতিয়া বুপ্ৰাছিয়ামত মহাৰাজ অমৰাক্তিছক সমাধিস্থ কৰিছিল আৰু তেওঁৰ পুত্ৰকইতে পিতাকৰ এটি ৰাজোচিত সন্মান প্ৰদৰ্শন কৰি খেল-ধেমালিৰ আয়োজন কৰিছিল, তেতিয়াৰ দৰে আজিও যদি মোৰ গাত তেনেকুৱা শক্তি থাকিলহেঁতেন! তেতিয়া মোৰ সমকক্ষ এজনো নাছিল; ইপিয়ান, পাইলিয়ান আৰু দুৰ্বৃত্ত ইটোলিয়ান এজনোৱেই

কোনো এজনেও মোৰ লগত ফেৰ মাৰিব পৰা নাছিল। মুষ্টিযুদ্ধত মই ইনপৰ পুত্ৰ ক্লাইটমিডিছক পৰাজিত কৰিছিলো। মালযুঁজতো প্লিউৰণৰ আংকাচিউছে মোৰ ওচৰত হাৰ মানিছিল। দৌৰত মই সুদক্ষ ইফিক্লাছক হৰুৱাইছিলো। বৰ্শা নিক্ষেপত মই ফিলিউছ আৰু পলিডৰাছতকৈ বেছি দূৰত পেলাব পাৰিছিলো। একমাত্ৰ ৰথ প্ৰতিযোগিতাতহে মই মলিয়নিছ ভাতৃদ্বয়ৰ হাতত পৰাজয় বৰণ কৰিছিলো। তেওঁলোকে এই প্ৰতিযোগিতাত মোক হিংসা কৰি বিৰাট হৈ-চৈৰ মাজেদিয়েই মোক পিছ পেলাই আগবাঢ়ি গ'ল। কাৰণ তেওঁলোকে জয়লাভ কৰাত প্ৰধান পুৰস্কাৰটো ঘৰতে ৰ'ল। এওঁলোক যঁজা আছিল। এজনে আৰম্ভৰপৰা শেষলৈকে ঘোঁৰা খেদাইছিল আৰু আনজনে চাবুক চলাইছিল।"

"মই এনেকুৱা মানুহেই আছিলো। এতিয়া মই এইবিলাক কাম ডেকা-বিলাকৰ হাতত এৰি দি নিজে বুঢ়া কালৰ বেথাভৰা শিকনি হৃদয়ঙ্গম কৰিম। কিন্তু সেই সময়ত মোৰ এটা নিজস্ব বৈশিষ্ট্য আছিল। বাৰু, তুমি তোমাৰ বন্ধুৰ অন্ত্যেষ্টিক্ৰিয়াকালীন খেল-ধেমালিবিলাক পৰিচালনা কৰা। ইতিমধ্যে মই তোমাৰ উপহাৰটি ৰং মনেৰে গ্ৰহণ কৰিছো। এটা কথা চিন্তা কৰি মই অতিশয় আনন্দলাভ কৰিছো। তোমাৰ প্ৰতি মোৰ কিমান মৰম আছে তুমি বুজি পোৱা আৰু দেশবাসীৰপৰা মোৰ যি সন্মান প্ৰাপ্য, তুমি সুবিধা পালেই মোৰ প্ৰতি সেই সন্মান প্ৰদৰ্শন কৰা। তোমাৰ এই কাৰ্যৰ কাৰণে দেৱতাসকলে তোমাক অকুণ্ঠভাৱে পুৰস্কৃত কৰক।"

শলাগ লোৱাৰ ছলেৰে নেষ্টৰে যিখিনি কথা ক'লে, সেই সকলোখিনি শুনি একাইই একিলিছে দৰ্শকমণ্ডলীৰ মাজেৰে গৈ মুষ্টিযুদ্ধৰ পুৰস্কাৰসমূহ আনিলে। এই যন্ত্ৰণাদায়ক ক্ৰীড়াৰ বিজয়ীজনৰ কাৰণে তেওঁ এজনী ছৰুছৰীয়া, বন লগোৱা বলিষ্ঠ খচ্চৰ আনি গোলাকাৰ স্থানডোখৰত এৰাল দি থ'লে। খচ্চৰক বন লগোৱা এটা কঠিন কাম। বিজিতজনৰ কাৰণে নিৰ্দিষ্ট হ'ল এটা দুনলীয়া পাত্ৰ। একিলিছে থিয় হৈ এই প্ৰতিদ্বন্দ্বিতাৰ বিষয়ে আৰ্গিভসকলৰ আগত ঘোষণা কৰিলে আৰু ক'লে, "মহাৰাজ আট্ৰিউছনন্দন আৰু একীয়ান যুঁজাৰুসকল, আমাৰ দুজন বিশিষ্ট বীৰে এটা বেষ্টিত এলেকাত মুষ্টিযুদ্ধ কৰা চাৰলৈ এই পুৰস্কাৰ-সমূহ আনা হৈছে। দৰ্শকমণ্ডলীৰ অভিমত অনুসাৰে এপলোৰ অনুগ্ৰহ লাভ কৰা যিজন লোকক বিজয়ী বুলি ঘোষণা কৰা হ'ব, তেওঁ এই বলিষ্ঠ খচ্চৰজনী নিজৰ শিবিৰলৈ লৈ যাব পাৰিব। পৰাজিতজনে এই দুনলীয়া পাত্ৰটো লাভ কৰিব।"

পেনপিয়াছৰ পুত্ৰ ইপেয়ছ নামৰ বিশাল বপু, সুদৰ্শন লোক এজন লগে লগে উঠিল। তেওঁ এজন বিশিষ্ট মুষ্টিযোদ্ধা [illegible]। এওঁ [illegible]

গাত হাতখন থৈ ক'লে, "পাত্ৰটো যাক লাগে তেওঁ আগবাঢ়ি আহিব পাৰে। খচ্চৰজনী মোৰ, মোক পৰাভূত কৰি কোনেও তাইক লাভ কৰিব নোৱাৰিব। কাৰণ মই ন-দি কওঁ যে ইয়াত ময়েই শ্ৰেষ্ঠ মুষ্টিযোদ্ধা। অৱশ্যে এইকথা সত্য যে মই আনবোৰ যুঁজত সিমান পাকৈত নহয়। সকলোবিলাক বিষয়ত সমানে পাৰদৰ্শিতা লাভ কৰা সম্ভৱ নহয়। কিন্তু এয়ে যথেষ্ট নহয়নে? মোৰ মনৰ কথা মুকলি কৰি কওঁ শুনক। মই প্ৰতিদ্বন্দ্বীৰ মঙহ নেফানেফ কৰিম। তেওঁৰ হাড় গুড়ি কৰি দিম। মই পৰামৰ্শ দিওঁ তেওঁ লগত এজাক মানুহ কন্দাকটা কৰিবলৈ লৈ আহক। তেতিয়াহ'লে সিহঁতে তেওঁক মোৰ কাম শেষ হোৱাৰ পিছত, দাঙি লৈ যাব পাৰিব।"

সকলোৱে সম্পূৰ্ণ নীৰৱভাবে এই আহ্বান শুনি থাকিল। একমাত্ৰ যিজন লোকে সাহসিকতাৰে তাক গ্ৰহণ কৰিলে, তেওঁ হ'ল ৰজা মেছিষ্টিউছৰ পুত্ৰ বীৰ ইউৰিয়েলাছ। মেছিষ্টিউছৰ পিতৃ টলাছ। ইডিপাছৰ পতনৰ পিছত তেওঁৱেই অন্ত্যেষ্টিক্ৰিয়াকালীন প্ৰতিযোগিতাত যোগদান কৰিবৰ কাৰণে থিবছলৈ যাত্ৰা কৰিছিল। তেওঁ কাড্‌মিয়ানবিলাকক পৰাজিত কৰিছিল। প্ৰতিদ্বন্দ্বিতাৰ কাৰণে ইউৰিয়েলাছ প্ৰস্তুত হ'ল আৰু তেওঁৰ আত্মীয় ডায়মিডিছে তেওঁক আন্তৰিকতাৰে উৎসাহিত কৰিলে। তেওঁ জয়যুক্ত হোৱা দেখা পাবলৈ ডায়মিডিছে অতিশয় আগ্ৰহ কৰিছিল। তেওঁ তেওঁক ৰণৰ কাৰণে সজ্জিত কৰি হাতত চামৰাৰ ফিটা বান্ধি দিলে। দুয়োজন যোদ্ধা সুসজ্জিত হৈ বৃত্তটোৰ কেন্দ্ৰলৈ আগবাঢ়ি গ'ল। বিশাল হস্ত উত্তোলন কৰি দুয়ো যুদ্ধত প্ৰবৃত্ত হ'ল। মুষ্টিৰ সংঘৰ্ষ ঘটিল আৰু আঘাতত বক্ষদেশৰপৰা সাংঘাতিকভাৱে শব্দ হ'বলৈ ধৰিলে। তেওঁলোকৰ অংগ-প্ৰত্যংগৰপৰা ঘামৰ সোঁত ববলৈ ধৰিলে। [illegible] পিছতে ইউৰিয়েলাছৰ অন্যমনস্কতাৰ সুযোগ লৈ, বিশিষ্ট ইপেয়ছে এক জঁপে তেওঁৰ মুখত প্ৰচণ্ড ঘোচা এটা মাৰিলে, ফলত ইউৰিয়েলাছ স্থানচ্যুত হ'ল। উত্তৰ বায়ুৱে সমুদ্ৰত সৃষ্টি কৰা তৰংগৰ আঘাতত উপকূলৰ বনে ছাটি খোৱা ঘাঁহনিৰ ছিটিকি পৰা মাছ এটা পুনৰ জঁাপ মাৰি কলীয়া পানীত পৰাৰ দৰে, তেওঁ মুষ্টিৰ আঘাতত চৰণহীন প্ৰাণীৰ নিচিনাকৈ ডাং খাই উফৰি পৰিল। তেওঁৰ বীৰ প্ৰতিদ্বন্দ্বীজনে শিষ্টতা সহকাৰে হাত উজান দি তেওঁক থিয় কৰি দিলে। তেওঁৰ সহচৰসকলে গোটখাই তেওঁক তাৰপৰা আথেবেথে ধৰি লৈ গ'ল। তেওঁৰ ভৰি চুচৰি গৈছিল আৰু মুখৰপৰা চেকুৰাচেকুৰে তেজ ওলাইছিল। মূৰটো এফালে ওলমি গৈছিল। সহচৰসকলে তেওঁক শিবিৰত থোৱাৰ সময়ত তেওঁ [illegible] অৱস্থাত আছিল। তেওঁলোকে তাৰপৰা উভতি আহি পাত্ৰটো [illegible]

সময়ৰ অপচয় নকৰি, পেলিউছপুত্ৰই তৃতীয় প্ৰতিযোগিতাটোৰ কাৰণে নতুন নতুন পুৰস্কাৰ শিবিৰৰপৰা আনিলে। এইবাৰ আছিল মল্লযুদ্ধ। বিজয়ীজনৰ কাৰণে আছিল এখন প্ৰকাণ্ড, তিনিটা খুড়া লগোৱা কেৰাহী, তলত জুই দিয়াৰ কাৰণে উপযুক্ত। একীয়ানসকলৰ লেখত কেৰাহীখনৰ মূল্য আছিল বাৰটা ষাঁড়-গৰুৰ সমান। বিজিতজনৰ কাৰণে নিৰ্দিষ্ট হ'ল ঘৰুৱা কামকাজত পাকৈত তিৰোতা এজনী, যাৰ মূল্য আছিল চাৰিটা ষাঁড়ৰ সমান। এই প্ৰতিদ্বন্দ্বিতাৰ কথা ঘোষণা কৰিবলৈ একিলিছ থিয় হ'ল। আৰ্গিভসকলৰ মাজৰপৰা তেওঁ দুজন প্ৰতিদ্বন্দ্বী বিচাৰিলে। সুমহান টেলামন-তনয় আয়াছ তৎক্ষণাৎ উঠি আহিল। লগে লগে আহিল উদ্ভাৱনা শক্তিসম্পন্ন ওডিচ্যুছ। তেওঁ সকলো কৌশল ভালকৈ জানিছিল। দুয়ো জাঙিয়া পিন্ধি ক্ৰিড়াংগণৰ মাজলৈ আহিল আৰু বলিষ্ঠ বাহুৰে ইজনে সিজনক গৰা মাৰি ধৰিলে। তেওঁলোকক সুনিপুণ কাৰিকৰ এজনে বতাহে উকৰাই নিব নোৱাৰাকৈ ঘৰৰ চালত একেলগে লগোৱা এজোৰ মাৰলিৰ দৰে দেখা গৈছিল। প্ৰকাণ্ড হাতৰ হেঁচাত তেওঁলোকৰ পিঠি ভাগো ভাগো হৈছিল, ঘামৰ সোঁত বৈছিল, আৰু কান্ধত তেজৰ দৰে ৰঙা সেৰা উঠিছিল। তথাপি দুয়োজনে যুদ্ধ কৰিছিল আৰু অলব্ধ চমৎকাৰ কেৰাহীখনৰ কথা চিন্তা কৰিছিল। ওডিচ্যুছ আৰু আয়াছ, দুয়ো সমানে সমানে লাগি আছিল, কোনেও কাকো কাবু কৰিব পৰা নাছিল। অলপ পিছত তেওঁলোকে লক্ষ্য কৰিলে যে দৰ্শকবিলাকৰ আমনি লাগিছে। তেতিয়া সুমহান টেলামনতনয় আয়াছে ক'লে, "ৰজা লাৰ্টিছৰ পুত্ৰ, সুচতুৰ ওডিচ্যুছ, আমাৰ যেই সেই এজনে আনজনক এছাৰ মাৰি বগৰাব পাৰিব লাগিব। তাৰ পিছত কি হয় সেয়া জ্যুছেহে জানে।"

এইবুলি কৈ তেওঁ ওডিচ্যুছক মাটিৰপৰা দাঙি ধৰিলে। কিন্তু ওডিচ্যুছে কৌশল পাহৰি যোৱা নাছিল। তেওঁ আয়াছৰ আঁঠুৰ পিছফালে ভৰিৰে আঘাত কৰিলে। তেওঁ ভাৰসাম্য ৰাখিব নোৱাৰি লুটিখাই পৰিল আৰু ওডিচ্যুছো তেওঁৰ বুকুৰ ওপৰত পতিত হ'ল। দৰ্শকসকলৰ মন প্ৰভাৱিত হ'ল। কিন্তু এইবাৰ এছাৰ মৰাৰ পাল পৰিল বাহুবলী, প্ৰশংসনীয় ওডিচ্যুছৰ। তেওঁ আয়াছক মাটিৰপৰা অলপ দাঙিলে হয়, কিন্তু ঠেলা মাৰি দিবলৈ সক্ষম নহ'ল। সেইকাৰণে তেওঁ ভৰিৰে আয়াছৰ আঁঠু এটা পাক মাৰি ধৰিলে। দুয়ো গাত লগালগিকৈ মাটিত পৰিল আৰু ধূলিত পোত গৈ উশাহ-নিশাহ ল'ব নোৱাৰা হ'ল। তেওঁলোক জাঁপ মাৰি থিয় হ'ল আৰু তৃতীয়বাৰ চেষ্টা কৰিলে হয়, কিন্তু একিলিছে নিজে উঠি আহি তেওঁলোকৰ মাজত সোমাল। তেওঁ তেওঁলোকক ক'লে যে দুয়ো

যথেষ্ট যুঁজ কৰিলে আৰু যুদ্ধ কৰি ভাগৰিপৰা উচিত নহয়। তেওঁ ক'লে, "তোমালোক দুয়ো জয়ী হৈছা, পুৰস্কাৰৰ অৰ্ধাংশ লৈ উভতি যোৱা। আৰু কেইটামান প্ৰতিযোগিতা এতিয়াও বাকী আছে।" একিলিছৰ সিদ্ধান্ত তেওঁলোকে সাগ্ৰহে গ্ৰহণ কৰিলে আৰু গাৰ ধূলি-বালি মোহাৰি নিজ নিজ সাজ-পাৰ পৰিধান কৰিলে।

পেলিউছপুত্ৰই অবিলম্বে ধাবন প্ৰতিযোগিতাৰ ঘোষণা কৰিলে। প্ৰথমটো আছিল এটা ছয়সেৰীয়া, ৰূপ খটোৱা, সুৰামিশ্ৰণ কৰা পাত্ৰ। এইটো আছিল পৃথিৱীৰ ভিতৰতে এটা অতিশয় মনোৰম বস্তু, চিডনীয়ান শিল্পৰ এক অভূতপূৰ্ব নিদৰ্শন। ফিনিচীয় সদাগৰসকলে কুঁৱলীৰে আবৰি থকা সাগৰত পাৰি দি ঘাটত জাহাজ লগাওঁতে ৰজা ঠোৱাছক এই পাত্ৰটি উপহাৰ দিছিল। প্ৰায়ামপুত্ৰ লিকাওনৰ মুক্তিপণ স্বৰূপে জেছন-পুত্ৰ ইউনিউছে বস্তুটো দিছিল কুমাৰ পেট্ৰক্লাছক। আৰু এতিয়া একিলিছে মৃতবন্ধুৰ সন্মানাৰ্থে ধাবন প্ৰতিযোগিতাত প্ৰথম স্থান লাভ কৰা লোকজনৰ প্ৰতি এই পুৰস্কাৰ আগবঢ়াইছিল। দ্বিতীয় পুৰস্কাৰ আছিল এটা ডাঙৰ-দীঘল, নিপোটল ষাঁড় গৰু। তৃতীয় বা সৰ্বশেষ প্ৰতিযোগিতাৰ কাৰণে আছিল আদভৰি সোণ। একিলিছে থিয় হৈ এই পুৰস্কাৰ কেইটা ঘোষণা কৰি প্ৰতিযোগীসকলক আমন্ত্ৰণ কৰিলে। প্ৰথমেই আগবাঢ়ি আহিল অইনিউছপুত্ৰ ধাবক আয়াছ। লগে লগে উঠিল সুচতুৰ ওডিচ্যুছ। তাৰ পিছত আহিল তৰুণসকলৰ ভিতৰত শ্ৰেষ্ঠ ধাবক নেষ্টৰ-নন্দন এণ্টিলকাছ, তেওঁলোক তিনিও চিহ্নিত ৰেখাডাল ভৰিৰ আঙুলিৰে গছকি ধৰিলে আৰু একিলিছে আৰম্ভণি চিহ্নটো দেখুৱাই দিলে।

ৰেখাডালৰপৰা তিনিওজনে একেলগে দৌৰ মাৰিলে। আয়াছ খৰকৈ আগবাঢ়ি গ'ল। তেওঁৰ পিছতে আছিল সুযোগ্য ওডিচ্যুছ। কঁকালত পেটী এডাল মেৰিয়াই লোৱা তিৰোতা এজনীয়ে তাঁত বওঁতে মহুৰাটো সূতাৰ মাজেদি পাৰ কৰি দিওঁতে মাকোটো বুকুৰ যিমান ওচৰলৈ নিয়ে, তেওঁলোকৰ ব্যৱধান আছিল সিমানেই, মাত্ৰ সিমানেই। ধূলিখিনি মাৰ যোৱাৰ আগতেই আয়াছৰ খোজত ওডিচ্যুছৰ খোজ পৰিছিল। তেওঁ ইমান ওচৰ চাপিছিল যে তেওঁৰ নিশ্বাস আয়াছৰ মূৰত লাগিছিল। তেওঁ জয়লাভৰ কাৰণে স্নায়ুমণ্ডলীৰ ওপৰত তীব্ৰ চাপ দিছিল, একীয়ানসকলে হৰ্ষধ্বনি কৰি তেওঁক উৎসাহিত কৰিছিল, যদিও তেওঁৰ আৰু অধিক চেষ্টা কৰা সম্ভৱ নাছিল। প্ৰতিযোগিতা শেষ হোৱাৰ অলপ আগতে ওডিচ্যুছে নীৰৱে দীপ্তলোচনা এথেনীক প্ৰাৰ্থনা কৰি ক'লে, "হে দেৱী, তোমাৰ বদান্যতাপূৰ্ণ সহায় মোৰ অতি প্ৰয়োজন হৈছে। তুমি অনুগ্ৰহ কৰা আৰু

মোৰ চৰণ ক্ষিপ্রতৰ কৰা।" তেওঁৰ প্রার্থনা পালাছ এথেনীৰ কর্ণগোচৰ হ'ল। তেওঁ ওডিচ্যুছৰ অংগ-প্রত্যংগবিলাকৰ জড়তা নাশ কৰিলে। তেওঁৰ হাত-ভৰিবিলাক পাতল হৈ পৰিল।

৮। তেওঁলোক তীব্রগতিৰে আগবাঢ়ি আহি যাই চিনটোৰ ওচৰ চাপিছিল। অলপ পিছতেই কোনে কি পুৰস্কাৰ পাব তাৰো এটা মীমাংসা হৈ গ'লহেঁতেন। কিন্তু এনেকুৱাতে বায়ুবেগে দৌৰি অহা আয়াছ পিছল খাই পৰিল। এয়া আছিল এথেনীৰ কর্ম। পেট্রক্লাছক খৰি দিয়াৰ সময়ত ক্ষিপ্র একিলিছে হত্যা কৰা, হেম্বেলিয়াই থকা গৰু-ম'হবিলাকৰ গোবৰেৰে পোত খাই থকা ঠাইডোখৰতে ঘটনাটো ঘটিল। আয়াছৰ মুখ আৰু নাকত গোবৰ সোমাল আৰু সেই অৱসৰতে, অতিশয় সহনশীল, বিশিষ্ট ওডিচ্যুছে আয়াছক অতিক্রম কৰি ৰূপৰ পাত্রটো লাভ কৰিলে। যশস্বী আয়াছৰ ভাগত পৰিল গাঁৱলীয়া ষাঁড়টো। তেওঁ থিয় হৈ গৰুটোৰ শিং এটা হাত দুখনেৰে ধৰি মুখৰ গোবৰবোৰ থুৱাই দিলে আৰু দর্শকসকলক উদ্দেশ্য কৰি মাত লগালে, "পোৰা কপাল! মই শপথ খাই কব পাৰো সেই দেৱীজনীৰ কাৰণেহে মই পিছল খালো। তেওঁ সদায় মাকৰ দৰে ওডিচ্যুছৰ আলপৈচান ধৰি থাকে।"

৯। কিন্তু তেওঁৰ কথাত দর্শকসকলে ৰং পাই গির্জনি মাৰি হাঁহিলে। ইয়াৰ পিছত এন্টিলকাছ পালেহি। তেওঁ মিচিকিকৈ হাঁহি এটি মাৰি সর্বশেষ পুৰস্কাৰটো গ্রহণ কৰিলে। তেওঁ ক'লে, "বন্ধুসকল, মই যিকথা ক'ব খুজিছো আপোনালোকে জানাই। আমাৰ প্রবীণসকলকহে দেৱতাই অনুগ্রহ কৰে। আয়াছ বয়সত মোতকৈ অলপহে ডাঙৰ, কিন্তু সৌ ওডিচ্যুছৰ লগত আমাৰ এপুৰুষৰ ব্যৱধান। তেওঁ সৰহি যোৱা অতীতৰ স্মৃতিচিহ্ন। কিন্তু বয়সে আঁচুৰিলেও তেওঁ চিৰনবীন। একমাত্র একিলিছৰ বাহিৰে কোনেও তেওঁক দৌৰত পৰাস্ত কৰা সহজ কথা নহয়।"

১০। মহান ধাৱক একিলিছৰ প্রতি জনোৱা এই প্রশস্তিত ৰাজকুমাৰজনে নিজেই উত্তৰ দিলে, "এন্টিলকাছ, তোমাৰ এই প্রশংসা অপুৰস্কৃত হৈ থাকিব নোৱাৰে। তুমি আদতৰি সোণ পাইছা। আৰু আদতৰি তাৰ লগত যোগ দিছো।" তেওঁ সোণখিনি তেওঁৰ হাতত দিলে আৰু এন্টিলকাছে অতি আনন্দেৰে গ্রহণ কৰিলে।

১১। পেলিউছপুত্রই এতিয়া এপাট দীর্ঘছায়াবিশিষ্ট বর্শা, এখন ঢাল আৰু এটা শিৰস্ত্রাণ আনি ক্রীড়াংগনত থ'লে। এই অস্ত্র-শস্ত্রবিলাক পেট্রক্লাছে চার্পিডনৰ পৰা সংগ্রহ কৰিছিল। তাৰ পিছত তেওঁ থিয় হৈ আৰ্গিভজনৰ আগত ইয়াৰ পিছৰ প্রতিযোগিতা ঘোষণা কৰিলে। তেওঁ ক'লে, "আমাৰ সৈন্যবাহিনীৰ শ্রেষ্ঠতম

দুজন বিশিষ্ট বীৰে এই পুৰস্কাৰসমূহৰ কাৰণে যুদ্ধ কৰক, এয়ে মোৰ কামনা। তেওঁলোকে বর্ম-কবচাদিৰে সুসজ্জিত হৈ শাণিত অস্ত্র ধাৰণ কৰি সমৰ কৰক। প্ৰতিদ্বন্দ্বীক অতর্কিতে হৈকত পেলাই যিজনেই তেওঁৰ ৰক্তপাত কৰিবলৈ সমর্থ হয়, তেওঁকেই মই এপ্টেৰপিউছৰপৰা অনা এই ৰূপখটোৱা হৈছায় তৰোৱালখন প্ৰদান কৰিম। এই কবচবিলাক যোদ্ধা দুজনে ভাগ কৰি ল'ব। তদুপৰি তেওঁলোকক মোৰ শিবিৰত এটি নৈশ ভোজনেৰে আপ্যায়িত কৰিম।”

তেওঁৰ এই আহ্বান গ্ৰহণ কৰিলে মহান টেলামন-তনয় আয়াছ আৰু টিডিউছ-পুত্র পৰাক্রমী ডায়মিডিছে। মণ্ডলটোৰ দমাৰে দুয়ো নিজকে অস্ত্ৰ-শস্ত্ৰেৰে সজ্জিত কৰি যুদ্ধ দেহি মনোভাৱেৰে কেন্দ্ৰৰ ফালে আগবাঢ়ি গ'ল। তেওঁলোকৰ ভাষণ মতি দেখি দর্শকসকলে ত্ৰবৰ মানিলে। দুয়ো অস্ত্রেৰে ঢুকি পোৱা দূৰত্বত উপনীত হ'ল। তেওঁলোকে তিনিবাৰ পৰস্পৰক আক্ৰমণ কৰিলে আৰু প্ৰত্যেকেই পাল পাতি তিনিবাৰকৈ অস্ত্ৰ চালনা কৰাৰ পিছত আয়াছে ডায়মিডিছৰ বৃত্তাকাৰ ঢালখন বিদীৰ্ণ কৰিবলৈ সমর্থ হ'ল কিন্তু বৰ্শাৰ ফলকে বম ভেদ কৰিব নোৱাৰিলে, গতিকে তেওঁ ৰক্ষা পালে। এইবাৰ ডায়মিডিছৰ পাল পৰিল। আয়াছৰ বৃহৎ ঢালখনৰ ওপৰেদি বাৰে বাৰে আঘাত কৰি অৱশেষত তেওঁ চিকমিকীয়া বর্শাৰ জোংটোৰে আয়াছৰ গ্ৰীৱা স্পর্শ কৰিলে। আয়াছৰ কাৰণে আতংকিত হৈ দর্শকসকলে তেওঁলোকক যুদ্ধ সম্বৰণ কৰি পুৰস্কাৰ ভগাই ল'বলৈ অনুৰোধ কৰিলে। যিনহওক, কুমাৰ একিলিছে প্ৰকাণ্ড তৰোৱালখন ডায়মিডিছক প্ৰদান কৰিলে, লগতে তৰোৱালৰ খাপটো আৰু চমৎকাৰ টঙালী এটাও তেওঁৰ হাতত অর্পণ কৰিলে।

ইয়াৰ পিছত পেলিউছ-পুত্রই পুৰস্কাৰ হিচাপে আগবঢ়ালে এটি লৌহপিণ্ড। আগতে ইটিয়নে বিশাল হাতেৰে এই বস্তুটো ধাৰণ কৰি খেলা কৰিছিল। তেওঁক হত্যা কৰি ক্ষিপ্ৰ আৰু বিশিষ্ট একিলিছে অন্যান্য সামগ্ৰীৰ সৈতে ইয়াকো জাহাজত লৈ আহিছিল। একিলিছে থিয় হৈ প্ৰতিদ্বন্দ্বিতাটো ঘোষণা কৰি প্ৰতিযোগীসকলক আহ্বান কৰিলে। তেওঁ লৌহপিণ্ডটোলৈ আঙুলিয়াই ক'লে, “এই গোলকটো যথেষ্ট ডাঙৰ। যিজনে ইয়াক লাভ কৰিবলৈ সক্ষম হয়, তেওঁৰ পামখন সুদূৰ অৰণ্যৰ মাজত অৱস্থিত হ'লেও, অন্ততঃ পাঁচ বছৰৰ কাৰণে তেওঁ লোহাৰ অভাৱত নপৰে। লোহা আনিবৰ কাৰণে তেওঁ ছাগলী ৰখীয়া বা হালোৱাক নগৰলৈ পঠাবলগীয়া নহয়। বৰঞ্চ পৰিমাণ এটি তেওঁৰ হাতত থাকিব।”

নির্ভীক পলিপয়েটিছে সঁহাৰি জনাই লৌহ গোলকটো নিক্ষেপ কৰিবলৈ

আগবাঢ়ি আহিল। লগে লগে আহিল অভিজাত, পৰাক্ৰমী লিয়ন্টিউছ, টেলামন-তনয় আয়াছ আৰু মহানুভৱ ইপেয়াছ। তেওঁলোক একেশাৰীতে থিয় হ'ল আৰু বিশিষ্ট ইপেয়াছে গোলকটো তুলি লৈ টেঁৱাই ভিৰাই দলি মাৰি পঠিয়ালে। কিন্তু তেওঁৰ এই প্ৰচেষ্টা দেখি দৰ্শকৰ মাজত হাঁহিৰ ৰোলহে উঠিল। আৰিছৰ বংশধৰ লিয়ন্টিউছে অংশ গ্ৰহণ কৰিলে তেওঁৰ পিছতেই। তৃতীয়জন প্ৰতিদ্বন্দ্বী হ'ল মহান টেলামন-তনয় আয়াছ। তেওঁ বিৰাট হাতেৰে গোলকটো নিক্ষেপ কৰি আন দুজনতকৈ বেছি দূৰত পেলালে। কিন্তু যেতিয়া নিৰ্ভীক পলিপয়েটিছৰ পাল পৰিল, তেওঁ গোলকটো পথাৰৰ বহুদূৰলৈকে মাৰি পঠিয়ালে। গৰখীয়া এজনে হাতৰ কেঁকোৰা লাঠিডাল গৰু-গাই বিলাকৰ মাজলৈ দলিয়াই দিলে যিমান দূৰত পৰে, তেওঁৰ নিক্ষেপত গোলকটো সিমান দূৰতেই পৰিছিলগৈ। বিপুল হৰ্ষধ্বনিৰ মাজত পৰাক্ৰমী পলিপয়েটিছৰ ভৃত্যবৰ্গই তেওঁলোকৰ ৰজাজনে লাভ কৰা পুৰস্কাৰটি জাহাজলৈ কঢ়িয়াই লৈ গ'ল।

ইয়াৰ পিছত আৰম্ভ হ'ল ধনুকাঁড় প্ৰতিযোগিতা। পুৰস্কাৰ স্বৰূপে একিলিছে আগবঢ়ালে দহখন দুমুখীয়া আৰু সমান সংখ্যক এমুখীয়া কুঠাৰ। লোহাৰ বৰণ আছিল বেঙুনীয়া। তেওঁ নীলাগ্ৰ তৰীৰপৰা এটা মাস্তুল আনি ভালেখিনি আঁতৰত, বালিত পুতিলে আৰু লক্ষ্য হিচাপে ঠেঙত সৰু ৰচি এডাল লগাই এজনী পাৰ তাত বান্ধি দিলে। পাৰজনী চপচপাই আছিল। একিলিছে ক'লে, "যিজন লোকে পাৰজনী শালিব পাৰিব, তেওঁক দুমুখীয়া কুঠাৰবিলাক দিয়া হ'ব আৰু যাৰ কাঁড় ৰচিডালত লাগে, তেওঁ লাভ কৰিব এমুখীয়াবিলাক।"

মহান ৰাজকুমাৰ টিউছাৰ আৰু আইডমিনিউছৰ সুযোগ্য সহচৰ মেৰিয়নিছ প্ৰতিযোগী হিচাপে আগবাঢ়ি আহিল। এটা শিৰস্ত্ৰাণত তেওঁলোকে ভাগ্যপৰীক্ষা কৰিলে। প্ৰথমেই শৰ সন্ধান কৰাৰ সুবিধা পালে টিউছাৰে। তেওঁ প্ৰচণ্ড শক্তিৰে কাঁড় এটা মাৰি পঠিয়ালে। কিন্তু ধনুৰ্ধাৰী ৰজাজনক প্ৰথম বিয়নৰ ভেড়াপোৱালি বলি দি সন্তুষ্ট কৰাৰ কথা তেওঁ পাহৰি গ'ল। এপলোৱে তেওঁক কৃতকাৰ্যতাৰপৰা বঞ্চিত কৰিলে। তত্ৰাচ তেওঁৰ তীক্ষ্ণ শৰটো চৰাইজনী বান্ধি থোৱা ৰচিডালত লাগিল। ফলত ৰচিডাল ছিগি গ'ল আৰু ওলমি পৰিল। পাৰজনীয়ে আকাশলৈ উৰা মাৰিলে। একীয়ানবিলাকে হৰ্ষধ্বনি কৰিলে। কিন্তু টিউছাৰে লক্ষ্য স্থিৰ কৰাৰ সময়ত মেৰিয়নিছো কাঁড় এপাট লৈ সাজু হৈ আছিল। তেওঁ তৎক্ষণাৎ ধনুখন টিউছাৰৰ হাতৰপৰা আঁজোৰ মাৰি ল'লে আৰু ধনুৰ্ধাৰী ৰজা এপলোৰ সন্তুষ্টিৰ কাৰণে প্ৰথম বিয়নৰ ভেড়াপোৱালি বলি দিবলৈ মানস কৰিলে। পাৰজনী বহুতো ওপৰলৈ উৰি গৈছিল আৰু ডাৱৰৰ প্ৰায় ওচৰ

চাপিছিল। তেওঁ চৰাইজনী লক্ষ্য কৰিলে আৰু তাই অকাই-পকাই উৰি থাকোঁতেই শৰ সন্ধান কৰিলে। কাঁড় পাখিৰ মাজেদি সম্পূর্ণ সৰকি গ'ল আৰু আকাশৰপৰা নামি আহি মাটিত পৰিল। চৰাইজনী পৰিল নীলাগ্ৰ জাহাজৰ মাস্তুলটোৰ ওপৰত। তাইৰ মূৰটো ওলমি পৰিছিল আৰু পাখিবিলাক তেনেই আহৰি হৈছিল। নিমিষতে তাই প্ৰাণত্যাগ কৰি, তাইক শৰাহত কৰা মানুহজনৰপৰা বহুতো আঁতৰত, মাটিলৈ সৰি পৰিল। মুগ্ধ-বিস্ময়ে দর্শকসকলক অভিভূত কৰিলে। মেৰিয়নিছে দহখন দুমুখীয়া কুঠাৰ, আৰু টীউছাৰে এমুখীয়া দহখন শূন্যগৰ্ভ জাহাজলৈ লৈ গ'ল।

সৰ্বশেষত পেলিউছ-পুত্ৰই মণ্ডলৰ ভিতৰলৈ এপাট দীৰ্ঘছায়াবিশিষ্ট বৰ্শা আৰু এখন ফুলজাৰি কৰা, অব্যৱহৃত কেৰাহী লৈ আহিল। কেৰাহীখনৰ মূল্য ষাঁড়গৰু এটাৰ সমান আছিল। তেওঁ বক্তৃকেইটা তাত থোৱাৰ পিছত প্ৰতিযোগিতালৈ আগবাঢ়ি আহিল দুজন বৰ্শাচালক। এজন আছিল সম্ৰাট আগামেমনন আৰু আনজন আইডমিনিউছৰ সুযোগ্য সহচৰ মেৰিয়নিছ। কিন্তু ক্ষিপ্ৰ আৰু প্ৰশংসনীয় একিলিছে এইবুলি কৈ তেওঁলোকক নিবৃত্ত কৰিলে। "মহাৰাজ আট্ৰিউছ-নন্দন, বৰ্শা নিক্ষেপত আপুনি আমাতকৈ কিমান বেছি পাৰদৰ্শী, সেইকথা আমাৰ অগোচৰ নহয়। আপোনাৰ শক্তি অতুলনীয়। আপোনাৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ কাৰো সাধ্য নাই। এই পুৰস্কাৰ অনুগ্ৰহ কৰি গ্ৰহণ কৰি শূন্যগৰ্ভ জাহাজলৈ লৈ যাওক। কিন্তু আপোনাৰ সন্মতি সাপেক্ষে কুমাৰ মেৰিয়নিছক এই বৰ্শাপাটকে উপহাৰ দিওঁ। তাকেই মাথোঁ মই পৰামৰ্শ দিব খোজো।"

এই সিদ্ধান্তত নৃপতি আগামেমননে অলপো আপত্তি নকৰিলে। গতিকে একিলিছে ব্ৰঞ্জৰ বৰ্শাপাট মেৰিয়নিছক দিলে আৰু সম্ৰাটে তেওঁৰ মনোৰম পুৰস্কাৰটি ঘোষক টলথিবিয়াছৰ হাতত অৰ্পণ কৰিলে।

## চৌবিশ

# প্ৰায়াম আৰু একিলিছ

প্ৰতিযোগিতাৰ সামৰণি পৰিল। সৈন্যসকলে ৰংগভূমি পৰিত্যাগ কৰি নিজ নিজ জাহাজলৈ দলে দলে উভতি গ'ল। তেওঁলোকে সান্ধ্যভোজন সমাপ্ত কৰি ৰাতিটো সুখেৰে জিৰণি ল'বলৈ চিন্তা কৰিলে। কিন্তু একিলিছ তেতিয়াও বন্ধুৰ কাৰণে বিষণ্ণ হৈ আছিল। তেওঁক তেওঁৰ মনৰপৰা আঁতৰাব পৰা নাছিল বিজয়িনী নিদ্ৰাদেৱীয়ে তেওঁক আঁকোৱালী লোৱা নাছিল। তেওঁ ইচাট-বিছাট কৰি তেওঁৰ অপূৰণীয় ক্ষতিৰ কথা অনবৰত চিন্তা কৰি আছিল। তেওঁৰ মনত ভুমুকি মাৰিছিল পেট্ৰক্লাছৰ পুৰুষোচিত শৌৰ্য-বীৰ্যৰ কথা, তেওঁলোকে একেলগে কটোৱা দিনবিলাক আৰু দুয়োৰো সমূহীয়া বিপদ-আপদ, শত্ৰুৰ লগত ৰণ আৰু সমুদ্ৰৰ বুকুৰ দুঃসাহসিক কাৰ্যবিলাকৰ কাহিনী। এই স্মৃতিবিলাকে তেওঁৰ মনত জুমুৰি দি ধৰোঁতে তেওঁৰ চকুলো দুগালেদি বৈ গৈছিল। সময়ে সময়ে তেওঁ পাৰ্শ্বদেশ আৰু সময়ত তেওঁৰ পিঠিও তিতি গৈছিল। আকৌ হয়তো মুখখন অশ্ৰুৰে অভিষিক্ত কৰিছিল। অৱশেষত তেওঁ উঠি গৈ লৱণ-সমুদ্ৰৰ উপকূলত উদ্দেশ্যবিহীনভাৱে অনাই-বনাই ফুৰিছিল।

দোকমোকালিতে যেতিয়া সমুদ্ৰ আৰু উপকূলৰেখা উদ্ভাসিত হয়, তেতিয়া একিলিছে ভ্ৰমি ফুৰিছিল। তেওঁ ৰথত বেগবান ঘোঁৰাহাল সংযুক্ত কৰি, পিছফালে হেক্টৰৰ মৃতদেহ শিথিলভাৱে বান্ধি লৈ, পেট্ৰক্লাছৰ সমাধিৰ চাৰিওফালে তিনিবাৰ চোচোৰাইহে বিশ্ৰামৰ কাৰণে নিজৰ শিবিৰলৈ উভতি গৈছিল। মৃতদেহটো তলমূৱাকৈ ধূলি-বালিৰ ওপৰত পেলাই থৈছিল। হেক্টৰ মৰিল যদিও, এপলোৱে করুণা কৰি তেওঁৰ দেহটো গেলি-পচি নোযোৱাকৈ ৰাখিছিল। তদুপৰি তেওঁ সোণালী ছত্ৰটোৰে তেওঁক আবৰি ৰাখিছিল, যাতে একিলিছে চোচোৰাই নিওঁতে তেওঁৰ গাৰ ছাল ছিগি নেযায়।

একিলিছে প্ৰচণ্ড ক্ৰোধত কুমাৰ হেক্টৰৰ প্ৰতি এই নিৰ্লজ্জ আচৰণ কৰিছিল। সুখী দেৱতাসকলে এই দৃশ্য দেখি হেক্টৰৰ প্ৰতি সহানুভূতিশীল হৈছিল। তেওঁলোকে তীক্ষ্ণদৃষ্টি সম্পন্ন হাৰ্মিছক মৃতদেহটো অপহৰণ কৰিবৰ কাৰণেও ইংগিত দিছিল। এই কথাত সকলোৱে সন্মতি প্ৰকাশ কৰিছিল কিন্তু হিৰী, পছাইডন আৰু দীপ্তলোচনা এথেনীয়ে বিৰোধিতা কৰিছিল। তেওঁলোকে পবিত্ৰ ইলিয়াম, প্ৰায়াম আৰু তেওঁৰ প্ৰজাসকলক ঘৃণা কৰিছিল। ভেড়া ৰখীয়াৰ কুটীৰত সাক্ষাৎ হওঁতে

পেৰিছে এই দেৱী দুগৰাকীক অৱজ্ঞা কৰি, প্ৰ- যৰ মিশ্ৰি- মাধুৰ্যৰ প্ৰতি প্ৰলুব্ধ হৈ তৃতীয় গৰাকীক শ্ৰেষ্ঠা বুলি নিৰ্বাচিতা কৰিছি ন। এইটো আছিল এট নাৰাত্মক প্ৰমাদ। তাৰেই ফল স্বৰূপে ইলিয়াম- অপাৰ অম গল আৰম্ভ হ'ল আৰু সেই দিন ধৰি দেৱী দুগৰাকীৰ বিদ্বেষৰ কিঞ্চিতো পৰিৱ-- নহ'ল।

এঘাৰ দিন পাৰ হৈ গ'ল। দ্বাদশ দিনৰ পুৱাবেলাতে ফিবাচ এপোলোৱে অমৰ বৃন্দৰ আগত নিজৰ মনৰ কথা ব্যক্ত কৰি ক'লে, "দেৱতাসকল, তোমালোক বৰ কাঠচিতীয়া। নিৰ্মমতা- তোমালোক দা-ৰতুল্য। ম'হ আৰু নিপোটল ছাগলীৰ পীৰা দাহ কৰি হেক্টৰে তোমালোকক পূজা দিয়া নাছিলনে? অথচ এতিয়া তোমালোকে তেওঁৰ মৃতদেহটোও ৰক্ষা কৰিবলৈ ইচ্ছা কৰা নাই। তেওঁৰ মাক, বিধবাপত্নী আৰু অকণমান শিশুটিয়ে মৃতদেহটোকে চাই সান্ত্বনা লভিব, পিতাক প্ৰায়ামে প্ৰজাসকলৰ সৈতে আহি শীঘ্ৰে সসন্মানে তেওঁৰ সৎকাৰ কৰিব, কিন্তু তোমালোকে সেইটো হ'বলৈ নিদিয়া। তোমালোকে সেই একিলিচ নামৰ পশুটোকহে সমৰ্থন কৰা। তাৰ মনটো উদণ্ড। কৰুণা বা দয়া মনতাৰ সি নামকে নুশুনে। ক্ষুধাতুৰ সিংহ এটাই গাৰ জোৰত এনেকৈ নগনি, ধাতি ভেড়া ৰখীয়াৰ পাল এটাৰ ওপৰত জঁপিয়াই পৰাৰ দৰেই, সিও জীৱনত যিহকে মন যায় তাকে কৰি আছে, অসভ্য, বৰ্বৰৰ দৰে কৰি আছে। সিংহটোৰ দৰে একিলিচৰ অন্তৰতো দয়ামায়া লেশ মাত্ৰ নাই। জনমণ্ডৰ ওচৰত বহুতেই ভাল-বেয়া কলাফল বিচাৰ নকৰি আঁঠু দোঁৱায়, কিন্তু একিলিছে তাকো পৰোৱায় নকৰে। বহুতেই নিজৰ প্ৰিয়জনক হেৰুৱাইছে। তেওঁলোকে বহুতো আপোনজনক, সহোদৰ ভাই অথবা পুত্ৰক হেৰুৱাব লগা হৈছে। তেওঁলোকে কন্দা-কটা কৰে, কিন্তু সিমানতেই শেষ। কাৰণ বিধাতাই মানুহৰ অন্তৰত সহ্য কৰিব পৰা শক্তি দিছে। কিন্তু প্ৰিয়বন্ধুৰ কাৰণে একিলিছে কি কৰিছে? কুমাৰ হেক্টৰক বধ কৰি, তেওঁৰ মৃতদেহ ৰথত বান্ধি, সমাধিৰ চাৰিওফালে চোচোৰাই লৈ ফুৰিছে। সেইটো যেনিবা বৰ সন্মানজনক কামহে, আৰু তাৰপৰা যেন বন্ধুজনৰ সদগতি হ'ব। মানুহ হিচাপে তেওঁ মহান হ'ব পাৰে, কিন্তু আমাৰ ক্ৰোধৰ কাৰণে তেওঁ সতৰ্ক হোৱা উচিত। খঙত জ্বলন্ত হৈ তেওঁ কি কৰিছে? ক্ৰেন্ত, জড়পদাৰ্থ এটা মাথোন লাঞ্ছনা কৰিছে।"

শ্বেতহস্তা হিৰীয়ে নিজকে সংযত কৰিলে। তেওঁ মত দিলে, "ৰূপালী-ধনুৰ দেৱতা, অমৰ বৃন্দই একিলিছক যি মূল্য দিয়ে, সেইদৰে যদি তেওঁলোকে হেক্টৰকো যোগ্যতা নিৰ্ধাৰণ কৰিবলৈ সন্মত হ'ল হয়, তেতিয়াহ'লেহে তোমাৰ মতামতৰ জোৰ থাকিলহেঁতেন। কিন্তু হেক্টৰ মাতৃদুগ্ধ পান কৰা এটা সামান্য

মানুহ। একিলিছ এগৰাকী দেৱীৰ সন্তান। সেই দেৱীগৰাকীক ময়েই আশ্ৰয় দি, তুলি তালি ডাঙৰ দীঘল কৰি, এজন মানুহলৈ বিয়া দিছিলো। তেওঁ হৈছে পেলিউছ, আমাৰ অতিশয় স্নেহভাজন। কিয়? সকলো দেৱতা বিয়ালৈ আহিছিল দেখোন। আৰু এপলো, তুমি তাত যোগ দি ভোজনমেলত বাঁহী বজাইছিলা। আজিকালি তোমাৰ লগ-সংগ বেয়া হ'ল। কিন্তু বন্ধু হিচাপে তোমাৰ আনুগত্য চিৰদিন সন্দেহজনক।"

মেঘ নিয়ন্ত্ৰক জ্যুছে কুঁৱৰীক ভৰ্ৎসনা কৰি ক'লে, "হিৰী, দেৱতাসকলৰ ওপৰতো তুমি ইমান ক্ৰুদ্ধ হৈ পৰা কিয়? মানুহ দুজনক সমান বুলি ভবাৰ কোনো প্ৰশ্নই উঠা নাই। কিন্তু এই কথাও সত্য যে দেৱতাসকল হেক্টৰৰ প্ৰতিও প্ৰসন্ন আছিল। ইলিয়ামত তেৱেঁই আছিল তেওঁলোকৰ প্ৰিয়পাত্ৰ। অন্ততঃ মই তেওঁক স্নেহ কৰিছিলো। মই যি ভাল পাওঁ সেই দ্ৰব্য মোৰ প্ৰতি নিবেদন কৰিবলৈ তেওঁ কোনোদিনেই পাহৰা নাছিল। ভোজ আদি অনুষ্ঠিত হ'লে মোৰ বেদীত মদিৰা আৰু চৰ্বিৰ নৈবেদ্য উপযুক্তভাৱে নিবেদন কৰা হৈছিল। কাৰণ এইবিলাক উপাচাৰত আমাৰ বিশেষ অধিকাৰ আছে। কিন্তু বীৰ হেক্টৰৰ মৃতদেহ অপহৰণ কৰাৰ প্ৰস্তাৱটো আমি পৰিত্যাগ কৰিব লাগিব। অন্ততঃ একিলিছৰ অগোচৰে সেই কাৰ্য কৰাৰ সম্ভাৱনাও নাই। কাৰণ তেওঁৰ মাক অহৰ্নিশে তেওঁৰ কাষতে থাকে। যি নহওক, কোনো এজন দেৱতাই ঠিটিছক মোৰ ওচৰলৈ আহিবলৈ নিৰ্দেশ দিয়ক। এটা সুসমাধান মই তেওঁৰ আগত দাঙি ধৰিম। একিলিছে প্ৰায়ামৰপৰা পণ গ্ৰহণ কৰি হেক্টৰৰ মৃতদেহ সমৰ্পণ কৰিব লাগিব।"

এই উদ্দেশ্যে ধুমুহাৰ দৰে ক্ষিপ্ৰচৰণা আইৰিছে তৎক্ষণাৎ যাত্ৰা কৰিলে। ছামছ আৰু ইমব্ৰছৰ মধ্যৱৰ্তী অঞ্চলত তেওঁ সমুদ্ৰৰ অন্ধকাৰ গৰ্ভত ডুব দিলে। পানীত জঁাপ দি পৰোঁতে যথেষ্ট শব্দ হৈ দশোদিশ মুখৰিত হৈছিল। লুভীয়া মাছ বৰশিত গাঁথিবৰ কাৰণে, বৰশিবোৱা মানুহ এজনে গৰু শিঙৰ টোপটোৰ ওপৰত লগাই দিয়া সীহৰ গুড়া ডোখৰৰ দৰে তেওঁ টুপুক কৰে পানীৰ তল পালেগৈ। তেওঁ ঠিটিছক ধেনুভিৰীয়া গুহাটোৰ ভিতৰতে লগ পালে। লৱণ সমুদ্ৰৰ জল-কুঁৱৰীসকলো তেওঁৰ ওচৰত সমবেত হৈছিল। তেওঁলোকৰ আগত ঠিটিছে তেওঁৰ অতুলনীয় পুত্ৰৰ অদৃষ্টৰ কথা কৈ বিলাপ কৰি আছিল। কাৰণ স্বদেশৰপৰা বহু আঁতৰত নিৱভূমিৰে ভৰা ট্ৰয় ৰাজ্যত মৃত্যু বৰণ কৰাই তেওঁৰ ললাটত লেখা আছিল। ক্ষিপ্ৰচৰণা আইৰিছে দেৱীগৰাকীৰ ওচৰলৈ গৈ ক'লে, "আহা, ঠিটিছ, পৰম জ্ঞানী জ্যুছে তোমাক মাতিছে।" ৰজতচৰণা ঠিটিছে উত্তৰ দিলে, "সুমহান দেৱতাজনে মোক কিয় বিচাৰিছে? শোকত মই ইমান বিহ্বল হৈ পৰিছো যে

দেৱতাসকলক লগ ধৰিবলৈও মই কোঁচ খাই যাওঁ। তথাপি মই যাম। নিসন্দেহে মোৰ লগত তেওঁৰ গুৰুত্বপূৰ্ণ আলোচনা আছে।"

ইয়াকে কৈ মহানুভৱা দেৱী গৰাকীয়ে গাঢ় নীল বঙৰ আলোৱান এখন গাত ল'লে। তাতকৈ বেছি ক'লা, পিন্ধিব পৰা কাপোৰ তেওঁৰ লগত আৰু এখন নাছিল। ক্ষিপ্ৰচৰণা আইৰিছক আগত লৈ তেওঁ যাত্ৰা কৰিলে। সমুদ্ৰৰ জলে তেওঁলোকক বাট এৰি দিলে আৰু উপকূলত উপস্থিত হৈ দুয়ো অমৰাৱতীলৈ উৰা মাৰিলে। সুখী আৰু অবিনশ্বৰ দেৱতাসকলৰ সৈতে আলোচনা কৰি থকা অৱস্থাতে তেওঁলোক সৰ্বদ্ৰষ্টা জ্যুছৰ সমীপৱৰ্তী হ'ল। ঠিটিছ জনক জ্যুছৰ কাষতে বহিল। এথেনীয়ে নিজৰ আসনখন তেওঁক এৰি দিলে। হিৰায়ে বংমনেৰে তেওঁক আদৰ সাদৰ কৰি মনোৰম সোণৰ পাত্ৰ এটি তেওঁৰ হাতত দিলে আৰু ঠিটিছেও পান কৰাৰ পিছত পাত্ৰটি তেওঁক ঘূৰাই দিলে। দেৱতা লোক মানুহৰ পিতৃ পুৰুষে তেতিয়া এইবুলি আৰম্ভ কৰিলে।

"কুঁৱৰী ঠিটিছ, নিজৰ দুখ-বেজাৰ মনত দি তুমি অ'লিম্পাছলৈ আহিছা। শোকত তুমি উন্মাদিনীৰ দৰে হৈছা—সেই কথা তুমিও জানা, ময়ো জানো। তথাপি, তোমাক ইয়ালৈ কিয় মাতি আনিলো কওঁ শুনা। আজি ন-দিন ধৰি দেৱতাসকলে হেক্টৰৰ মৃতদেহ আৰু নগৰী ধ্বংসকাৰী একিলিছক লৈ বাদ-বিসম্বাদ কৰি আছে। দৈত্যহন্তা হাৰ্মিছক মৰাশৰটো চুৰ কৰি আনিবলৈ বহুতেই উছটাই আছে। কিন্তু একিলিছৰ সন্মান অক্ষুণ্ণ ৰাখি কেনেকৈ ইয়াৰ সমাধান কৰিব পাৰি আৰু কি কৰিলে ভৱিষ্যতে মোৰ প্ৰতি তোমাৰ মৰম আৰু ভক্তি অটুট হৈ থাকিব, তাকে তোমাৰ আগত ব্যক্ত কৰিব খুজিছো। তুমি এতিয়াই শিবিৰলৈ গৈ পুতেৰাক মোৰ অভিপ্ৰায়ৰ কথা ক'বা। তেওঁক জনাবা যে তেওঁ নিৰৰ্থক ক্ৰোধত হেক্টৰৰ মৃতদেহটো পৰিত্যাগ কৰিবলৈ অসন্মত হৈ চকাইঠুঁটীয়া জাহাজৰ কাষতে পেলাই থোৱাত দেৱতাসকল আৰু বিশেষকৈ মই অসন্তুষ্ট হৈছো। মই আশা কৰিছো, অন্ততঃ মোৰ প্ৰতি সম্ভ্ৰম দেখুৱাই তেওঁ মৃতদেহটো এৰি দিব। ইতিমধ্যে মই আইৰিছক উচ্চমনা প্ৰায়ামৰ ওচৰলৈ প্ৰেৰণ কৰিম আৰু তেওঁ যাতে একিলিছৰ ওচৰত কৰুণাৰ উদ্ৰেক কৰিবৰ কাৰণে উপহাৰসহ একীয়ান তৰীসমূহৰ ওচৰলৈ গৈ পণৰ বিনিময়ত পুতেকৰ মৃতদেহ উদ্ধাৰ কৰে তাৰ পৰামৰ্শ দিম।"

জ্যুছৰ আদেশ সাৰোগত কৰি ৰজতচৰণা দেৱী ঠিটিছে অলিম্পাছৰ উচ্চ শিখৰৰপৰা পুতেকৰ শিবিৰলৈ ত্বৰিৎ গতিৰে অৱতৰণ কৰিলে। তেতিয়া একিলিছে কৰুণভাৱে কান্দি আছিল আৰু তেওঁৰ সহচৰসকলে তেওঁৰ চাৰিওফালে খৰমৰম

লগাই ব্যস্তভাৱে পুৱাৰ আহাৰ প্ৰস্তুত কৰিছিল। সেই উপলক্ষে শিবিৰত এটা প্ৰকাণ্ড, দীঘলনোমৰ ভেড়া ছাগলী মৰা হৈছিল। একিলিছিৰ পূজনীয়া জননীয়ে তেওঁৰ কাষতে বহি, গাত হাত ফুৰাই মাত লগালে, "বোপাইটো মোৰ, শোক বেজাৰত তই আৰু কিমান দিন এইদৰে নিজৰ বুকুখন খুলি খুলি খাবি? খাবলৈ, শুবলৈও তই পাহৰিলি। মৃত্যু আৰু নিয়তিৰ কৰাল ছাঁ তোৰ কাষ চাপি আহিছে, তোৰ জীৱন বস্তি নিৰ্বাপিত হ'বলৈ বেছি দিন নাই, এনে অৱস্থাত নাৰীৰ বাহুৰ মাজত তই অকণমান শান্তিও বিচাৰি নেপাবিনে? এতিয়া মোৰ কথা কাণ পাতি শুন, মই জ্যুছৰ ওচৰৰপৰা আহিছো। তেওঁ ইচ্ছা কৰিছে যে তই এই কথা জনা উচিত। দেৱতাসকল তোৰ প্ৰতি অসন্তুষ্ট হৈছে, জ্যুছ সকলোতকৈ বেছি রুষ্ট। কাৰণ তই হেক্টৰৰ মৃতদেহটো পৰিত্যাগ কৰিবলৈ অসম্মত হৈ চৰাইঠুঁটীয়া জাহাজৰ কাষতে পেলাই ৰাখিছ। মোৰ উপদেশ মানি, পণৰ বিনিময়ত শৱটো ওভোতাই দে।"

ক্ষিপ্ৰচৰণ একিলিছে উত্তৰ দিলে, "তেন্তে সেয়ে হওক যদি অলিম্পাছৰ অধিপতিয়ে বাস্তৱিকতে, নিজেই মোক এই আদেশ দিছে, তেনেহ'লে সিহঁতে পণৰ বিনিময়ত মৃতদেহটো লৈ যাওক।"

তেওঁলোক দুয়ো এইদৰে কথোপকথন কৰি আছিল, মাক-পুতেকৰ ক'বলগীয়া বহুতো কথা আছিল। ইতিমধ্যে জ্যুছে আইৰিছক পবিত্ৰ ইলিয়ামলৈ পঠিয়াই দিলে। তেওঁ ক'লে, "আইৰিছ, তুমি যিমান বেগেৰে পাৰা যোৱা, অমৰাৱতীৰ গৃহৰপৰা ৰাওনা হৈ ৰজা প্ৰায়ামক ইলিয়ামত এই সংবাদ দিয়াগৈ। একিলিছৰ অন্তৰত করুণাৰ উদ্ৰেক কৰিবৰ কাৰণে উপহাৰসহ একীয়ান তৰীসমূহৰ ওচৰলৈ গৈ পণৰ বিনিময়ত তেওঁ পুতেকৰ মৃতদেহ উদ্ধাৰ কৰক। তেওঁ অকলে যাব লাগিব। কোনো ট্ৰজান তেওঁৰ লগত যাব নোৱাৰিব। অৱশ্যে বৃদ্ধ ঘোষক এজনে লগে লগে খচ্চৰে টনা গাড়ী এখন লৈ যাব আৰু উভতি আহোঁতে মহান একিলিছৰ হাতত নিহত হোৱা মানুহজনৰ মৃতদেহটো ট্ৰয়লৈ তাতে তুলি আনিব পাৰিব। তেওঁক ক'বা, তেওঁ মৃত্যুৰ কাৰণে চিন্তা বা ভয় সংকোচ একোকেই কৰিব নেলাগে। আমি এজন ভালৰো ভাল ৰক্ষী তেওঁৰ লগত দিম। দৈত্যহন্তা হাৰ্মিছে একিলিছৰ সমুখলৈ অহালৈকে তেওঁৰ তত্ত্বাৱধান ল'ব। শিবিৰত প্ৰৱেশ কৰাৰ পিছত একিলিছ বা আন কোনেও তেওঁক বধ কৰিব নোৱাৰে। একিলিছ সেই বিষয়ে সজাগ হৈ থাকিব। তেওঁ মূৰ্খ নহয়। তেওঁৰ কৰ্তব্য তেওঁ নজনা নহয়। ঈশ্বৰ নমনা মানুহো তেওঁ নহয়। তাৰ বদলি তেওঁ দীনহীন প্ৰাৰ্থীজনক ৰক্ষা কৰিব আৰু তেওঁৰ প্ৰতি সৌজন্যও প্ৰদৰ্শন কৰিব।"

জ্যুছৰ আদেশ মতে ধুমুহাৰ দৰে ক্ষিপ্ৰচৰণা আইৰিছে যাত্ৰা কৰিলে আৰু প্ৰায়ামৰ প্ৰাসাদত উপস্থিত হ'ল। করুণ ক্ৰন্দনৰ ধ্বনি তেওঁৰ কাণত পৰিছিল। চোতালত প্ৰায়ামৰ পুত্ৰসকলে তেওঁক বেৰি ধৰি বহি আছিল। তেওঁলোকৰ চকুৰ পানীৰে কাপোৰ-কানি তিতি গৈছিল, তেওঁলোকৰ মাজত শিলৰ মূৰ্তিৰ দৰে বুঢা মানুহজন বহি আছিল। তেওঁ গাত কাপোৰ এখন মেৰিয়াই লৈছিল, তেওঁ মাটিত বাগৰি থাকোঁতে হাতত লগা গোবৰেৰে তেওঁৰ মূৰ আৰু ডিঙি অপৰিষ্কাৰ হৈ পৰিছিল। ঘৰৰ ভিতৰত জীয়েক-বোৱাৰীয়েকহঁতে বিননিৰ ৰোল তুলিছিল। তেওঁলোকে সুঁৱৰিছিল সেই সাহসী বীৰসকলৰ কথা যিসকলে আৰ্গিভবিলাকৰ হাতত প্ৰাণ বিসৰ্জন দিছিল।

জ্যুছৰ দূতী গৰাকীয়ে প্ৰায়ামৰ ওচৰলৈ গৈ তেওঁক সম্বোধন কৰিলে। তেওঁ গুৱলা মাতেৰে কথা কৈছিল যদিও ভয়ত প্ৰায়ামৰ হাত-ভৰিৰ কঁপনি উঠিছিল। আইৰিছে ক'লে, "ডাৰ্ডানীয় প্ৰায়াম, নিজক সংযত কৰা, ভয় নকৰিবা। জ্যুছে মোক তোমাৰ ওচৰলৈ প্ৰেৰণ কৰিছে। দূৰত আছে যদিও তেওঁ তোমাৰ কাৰণে চিন্তিত হৈছে, তেওঁ তোমাক পুতৌ কৰে। অলিম্পাছৰ অধিপতিয়ে আদেশ দিছে, তুমি উপহাৰ লৈ একিলিছৰ ওচৰলৈ যোৱা, তেওঁৰ অন্তৰ বিগলিত হ'ব। পণৰ বিনিময়ত তুমি হেক্টৰৰ মৃতদেহ উদ্ধাৰ কৰিব পাৰিবা। তুমি অকলে যাব লাগিব, কোনো ট্ৰজানেই তোমাৰ লগত যাব নোৱাৰিব। অৱশ্যে বৃদ্ধ ঘোষক এজনে লগে লগে খচ্চৰে টনা গাড়ী এখন লৈ যাব আৰু উভতি আহোঁতে মহান একিলিছৰ হাতত নিহত হোৱা তোমাৰ পুত্ৰৰ মৃতদেহ তাতে তুলি ট্ৰয়লৈ আনিব পাৰিব। মৃত্যুৰ কাৰণে চিন্তা বা ভয়-সংকোচ একোকে নকৰিবা। কাৰণ ভালৰো ভাল ৰক্ষী, দৈত্যহন্তা হাৰ্মিছ তোমাৰ লগত যাব আৰু একিলিছৰ সমুখত উপস্থিত নোহোৱা পৰ্যন্ত তেওঁ তোমাৰ তত্বাৱধান ল'ব। শিবিৰত প্ৰবেশ কৰাৰ পিছত একিলিছ বা আন কোনেও তোমাক বধ কৰিব নোৱাৰে। একিলিছ সেই বিষয়ে সজাগ হৈ থাকিব। তেওঁ মূৰ্খ নহয়, আৰু তেওঁ নিজৰ কৰ্তব্য জানে। ঈশ্বৰ নমনা মানুহো তেওঁ নহয়। নহয়, তেওঁ প্ৰাৰ্থীজনক ৰক্ষা কৰিব আৰু তোমাৰ প্ৰতিও সৌজন্য দেখুৱাব।"

এই বাৰ্তা দিয়াৰ পিছত ক্ষিপ্ৰচৰণা আইৰিছ অদৃশ্য হ'ল। প্ৰায়ামে পুতেকহঁতক তৎক্ষণাৎ স্নিগ্ধ গতিৰে চলা খচ্চৰে টনা গাড়ী এখন, ওপৰত বাঁহ-বেতৰ চঁচালি এখন দি প্ৰস্তুত কৰিবলৈ নিৰ্দেশ দিলে। ইয়াৰ পিছত তেওঁ ওখ শোৱনি কোঠাটোলৈ গ'ল। কোঠাটো ছিডাৰ কাঠেৰে নিৰ্মাণ কৰা হৈছিল আৰু তাত অপাৰ বহুমূলীয়া অলংকাৰ আছিল। তেওঁ পত্নী হিকেবীক ক'লে,

"প্রিয়ে, অলিম্পাছৰপৰা জ্যুছৰ দূত এজন আহি একীয়ান জাহাজৰ কাষলৈ গৈ উপঢৌকণৰ দ্বাৰা একিলিছৰ অন্তৰ বিগলিত কৰি, হেক্টৰৰ মৃতদেহ পণৰ বিনিময়ত মুক্ত কৰিবলৈ মোক আদেশ দিছে। তোমাৰ মনোভাৱ মোৰ আগত ব্যক্ত কৰা। জাহাজৰ ওচৰলৈ গৈ বৃহৎ একীয়ান শিবিৰত পদাৰ্পণ কৰিবলৈ মই নিজে প্ৰেৰণা পাইছো।"

প্রায়ামৰ ভাৰ্যাই এই কথা শুনি কান্দি কান্দি ক'লে, "হায় হায়, যি বিচক্ষণতাৰ কাৰণে তোমাক দেশ-বিদেশৰ মানুহে আৰু নিজৰ প্ৰজায়ো প্ৰশংসা কৰে, এতিয়া তাৰ অৱশেষ ক'ত? একীয়ান জাহাজৰ কাষলৈ, আৰু যিজন মানুহে তোমাৰ ইমানবিলাক সাহসী সন্তানক হত্যা কৰিলে, তেওঁৰ সমুখলৈ অকলশৰে যাবলৈ তোমাৰ মতি হ'ল কিয়? তোমাৰ অন্তৰখন লোহাৰ নিচিনা টান। এবাৰ যদি তেওঁৰ কবলত পৰা, এবাৰ যদি তেওঁৰ দৃষ্টি তোমাৰ ওপৰত নিবদ্ধ হয়, তেন্তে সেই হিংস্ৰ পশুটোৱে, সেই বিশ্বাসঘাটকী জন্তুটোৱে তোমাক অকণমানো কৰুণা নেদেখুৱাব, তোমাৰ ব্যক্তিত্বৰ প্ৰতিও তেওঁৰ কোনো শ্ৰদ্ধা নেথাকিব। নহয়, আমি এতিয়া মাত্ৰ এটা কামেই কৰিব পাৰো, সেইটো হৈছে ইয়াতে, নিজৰ ঘৰতে থাকি পুত্ৰৰ কাৰণে শোক কৰা। মই তাক জন্ম দিয়াৰ মুহূৰ্ততেই অমোঘ নিয়তিয়ে প্ৰথমেই যিডাল সূতাৰে তাৰ ভাগ্য নিয়ন্ত্ৰণ কৰিলে, এয়া তাৰেই পৰিণতি। ক্ষিপ্ৰ সাৰমেয় কুলে তাক খণ্ড-বিখণ্ড কৰিব। মাক-বাপেকৰপৰা বহুতো আঁতৰত সেই দানৱটোৰ কবলত সি আজি পৰি আছে। এবাৰ দাঁত বহুৱাব পৰা হ'লে সেই নিশাচৰটোৰ কলিজাটো মই কেঁচাই কেঁচাই চোবালো হয়। মোৰ পুত্ৰৰ প্ৰতি কৰা নিদাৰুণ আচৰণৰ সেয়ে হ'ব প্ৰতিশোধ। মোৰ পুত্ৰ ভীৰু কাপুৰুষৰদৰে একিলিছৰ হাতত নিহত হোৱা নাছিল। ট্ৰয়ৰ ডেকা আৰু গভীৰ বক্ষা গাভৰুইঁতক ৰক্ষা কৰিবৰ কাৰণে সি পলায়ন বা আত্ম-ৰক্ষাৰ কথা চিন্তা নকৰি যুদ্ধ কৰিছিল।"

শ্ৰদ্ধেয় দেৱতুল্য প্রায়ামে উত্তৰ দিলে, "মই যামেই, মোক হকা-বধা কৰি ধৰি নাৰাখিবা—নহ'লে তুমি অমংগলীয়া পখী এজনীৰ দৰে ঘৰতে ঘূৰি পকি থাকা, তুমি মোক বিৰত কৰিব নোৱাৰা। সৰবজ্ঞানেই হওক বা পূজাৰীয়েই হওক, কোনোবা মানুহে যদি মোক এই কথা ক'লেহেঁতেন, মই তেওঁৰ সদ্‌বিশ্বাস সন্দেহৰ চকুৰে চালোহেঁতেন আৰু ভিতৰতে সোমাই থাকিলোহেঁতেন। কিন্তু মই দেৱী-গৰাকীৰ মাত শুনিছিলো, মোৰ সমুখত মই তেওঁৰ দৰ্শন পাইছিলো। সেই কাৰণে মই যাওঁ, তেওঁৰ কথাত ভৰসা কৰিহে যাব খুজিছো। যদিহে ব্ৰঞ্জবিভূষিত *একীয়ানবিলাকৰ হাতত, জাহাজৰ ওচৰতে মই মৰিব লাগে, তেন্তে মৰিমেই।*

মই মৃত্যুকে বাছি লৈছো। ল'ৰাটোক এবাৰ সাবটি লৈ যদি মই এসোঁতা কান্দিব পাৰো, তেতিয়া একিলিছে মোক হত্যা কৰিলেও মোৰ কোনো আপত্তি নাই।"

প্ৰায়ামে বৰপেৰাবিলাকৰ কাৰুকাৰ্য কৰা ঢাকনিবিলাক খুলিলে তেওঁ বাৰখন উৎকৃষ্ট উত্তৰীয়, বাৰটা চাপকন, সমান সংখ্যক বস্ত্ৰ, শুকুলা বসন আৰু বহুতো অন্তৰ্বাস ভিতৰৰপৰা উলিয়ালে। তেওঁ দহতোলা সোণ জুখি ল'লে। তদুপৰি দুডাল চিকমিকাই থকা জাঁতি, চাৰিটা জকা আৰু এটা মনোৰম পাত্ৰ ল'লে। ৰাজকাৰ্য উপলক্ষে থ্ৰেছীয় ৰাজালৈ ভ্ৰমণ কৰিবলৈ যাওঁতে সেইদেশৰ লোকসকলে তেওঁক এই পিয়লাটি উপহাৰ দিছিল। ই আছিল ঘৰখনৰ এক আপুৰুগীয়া সম্পদ আৰু বৃদ্ধজনে বস্তুটো অতিশয় আদৰ কৰিছিল। কিন্তু প্ৰিয়তম পুত্ৰক উদ্ধাৰ কৰিবলৈ তেওঁ ইমান ব্যাকুল হৈ পৰিছিল যে তেওঁ এই বহুমূলীয়া বস্তুটি ত্যাগ কৰিবলৈ অলপো কুণ্ঠিত হোৱা নাছিল।

বাহিৰৰ চ'ৰাত নগৰৰ বহুতো মানুহ গোটখাই আছিল। প্ৰায়ামে তেওঁলোকক কেটেৰা জেঙেৰা কৰি নিজৰ নিজৰ কামলৈ দিহাদিহি পঠিয়াই দিলে। তেওঁ চিঞৰি ক'লে, "এই আপদীয়া, উকলিপুঙাবোৰ ইয়ালৈ আহিছে কিয়? তহঁত ইয়াৰপৰা আঁতৰি যা। ঘৰত তহঁতৰ একো অপায়-অমংগল হোৱা নাই-নেকি? তালৈকে গৈ চকুপানী টোকহঁক। ইয়াত মোক আমনি কৰি নাথাকিবি। ক্ৰনছ-নন্দন জ্যুছে মোৰ আটাইতকৈ ভাল ল'ৰাটো মাৰি নি মোক যি পাট শেলেৰে শালিলে, সেয়া তহঁতৰ কাৰণে অতি টুলুঙা কথা নহয়নে? এতিয়া একীয়ানবিলাকে তহঁতক কচুকটা দিব। মই হ'লে নগৰখন লুটপাট কৰি উজাৰ কৰাৰ আগেয়েই যাতে যমপুৰীলৈ যাব পাৰো, তাকে আশা কৰি আছো।"

কোৱাৰ লগে লগে তেওঁ লাখুটিডালেৰে মানুহবোৰক টঙনিয়াবলৈ ধৰিলে। মাৰপিট কৰা বুঢ়াজনৰ আগেদিয়েই সিহঁত পলাই পিয়াপি দিলে। ইয়াৰ পিছত তেওঁ পুতেকহঁতকো এপালি দিলে। হেলেনাছ, পেৰিছ, বিশিষ্ট আগাঠন, পামনন্, এন্টিফনাছ, যুঁজাৰু পলাইটিছ, ডেইফ'বাছ, হিপ্পঠাছ আৰু গহীন গম্ভীৰ ডায়াছ, সকলোৰে আগত তেওঁ খঙত বলকিবলৈ ধৰিলে। নজন পুতেককেই ভালকৈ প্ৰহাৰ কৰি, তেওঁলোকে কি কৰিব লাগে তাকে লোহাৰিলে। তেওঁ আটাহ পাৰি ক'লে, "অকামিলা, নিষকৰ্হত, এতিয়া খমখমকৈ বহি নাথাকিবি। গাবোৰ লৰাহঁক। হায়! বিপদে মোৰ লগ নেৰা হ'ল। এই

আহল-বহল ট্রয় ৰাজ্যত মোৰ ল'ৰাকেইটাই বাছকবনীয়া আছিল। এতিয়া সিহঁত আৰু নাই। দেৱতুল্য মেষ্টৰ, ৰথ চলাই সুখ পোৱা ট্ৰইলাছ আৰু হেক্টৰ, সকলোটি গ'ল। উস্ আমাৰ মাজত হেক্টৰেই আছিল দেৱতাৰ নিচিনা, মানুহৰ ল'ৰাতকৈ তাক দেৱতাৰ ল'ৰা বুলিলেহে শুৱায়। এই যুদ্ধখনত সিহঁত মৰিল, আৰু থাকিল এই কুলাংগাৰবোৰ। তহঁতে হাড়ে হাড়ে বজ্জাত, খালী নাচ-গানত তহঁত ওস্তাদ। লোকৰ গৰু-ছাগলী যেতিয়া চুৰ কৰিবলৈ নেথাকে, তেতিয়া তহঁতে নাচ-শালত পাক দি বৰ কেবামতি দেখুৱাবগৈ। মহাপুৰুষসকল, কিবা এটা কাম অনুগ্ৰহ কৰি কৰিবনে? গাড়ীখনত সকলো বয়বস্তু তুলি দি ঠিক ঠাক কৰগৈ। মই যাবলৈ ওলাই বৈ আছো।"

পিতাকৰ এই বিস্ফোৰণত প্ৰায়ামৰ পুত্ৰসকল আতংকিত হ'ল। তেওঁলোকে অবিলম্বে ধুনীয়া, নতুন, খচ্চৰে টনা গাড়ী এখন উলিয়াই আনিলে। গাড়ীখনৰ চকাকেইটা বেছ মজবুত আছিল। তাত তেওঁলোকে বাঁহ-বেতৰ ঢাৰি এখন পাৰি দিলে। শলখাডালৰপৰা ঝাউগছৰ যুঁৱলিখন খুলি ল'লে। তাৰ মাজতে এটা গোলাকাৰ হাঁতল আছিল আৰু লেকাম চলাবৰ কাৰণে উপযুক্ত ব্যৱস্থা আছিল। যুঁৱলিখনৰ লগতে ন-হাত দীঘল এডাল চামৰাৰ ৰচিও ল'লে। তেওঁলোকে যুঁৱলিখনৰ নিমজ বমডাল মূৰৰ খাঁজটোত লগাই, বেৰিটো শলখাত বহুৱাই দিলে, চামৰাৰ ৰচিডাল হাঁতলটোত তিনিপাক মেৰিয়াই, বমডালৰ লগত আঁটি আঁটি বান্ধি দিলে। ৰচিডালৰ বাঢ়ি থকা আগটো ঠেলি ঠেলি ভিতৰ সুমুৱাই দিলে। এইখিনি কৰি অঁটাই তেওঁলোকে শোৱনি কোঠালৈ গৈ হেক্টৰৰ মৃতদেহ মুক্ত কৰিবৰ কাৰণে ৰাজকীয় সম্ভাৰখিনি কঢ়িয়াই আনি গাড়ীখনত থানথিত লগাই থ'লে। তাৰ পিছত গাড়ী চলোৱাত অভ্যস্ত এহাল বলিষ্ঠ খচ্চৰ আনি ৰথত সংযোগ কৰিলে। মিছিয়ানসকলে খচ্চৰহাল প্ৰীতি উপহাৰ হিচাপে প্ৰায়ামক প্ৰদান কৰিছিল। সৰ্বশেষত তেওঁলোকে প্ৰায়ামৰ ৰথখনত ঘোঁৰা লগালে। বৃদ্ধৰজাই এই ঘোঁৰাহাল নিজৰ ব্যৱহাৰৰ কাৰণে ৰাখিছিল আৰু নিমজ চৰিয়াত সিহঁতক নিজে দানা খুৱাইছিল।

কাৰেঙৰ ওখচালৰ তলত গাড়ী দুখন প্ৰস্তুত কৰি থকাৰ সময়ত প্ৰায়াম আৰু ঘোষকজন গভীৰ চিন্তা আৰু উৎকণ্ঠাত অভিভূত হৈ থাকোঁতে, হিকেবীয়ে অতি আতুৰভাৱে, তেওঁলোকে যাত্ৰা কৰাৰ আগমুহূৰ্তত তৰ্পণ কৰিবৰ কাৰণে সুস্বাদু মদিৰাৰে পূৰ্ণ, সোণৰ ভৃংগাৰ এটা সোঁহাতেৰে ধৰি, তেওঁলোকৰ ওচৰত উপস্থিত হ'ল। ৰথৰ কাষ চাপি তেওঁ প্ৰায়ামক সম্বোধন কৰিলে। তেওঁ ক'লে, "জনক জ্যুছৰ উদ্দেশ্যে তৰ্পণ কৰা আৰু প্ৰাৰ্থনা কৰা যাতে, শত্ৰুৰ

কবলৰপৰা নিৰাপদে উভতি আহিব পাৰা। কাৰণ যাবলৈ তুমি ঠিক কৰিলাই। তুমি মোৰ ইচ্ছাৰ বিৰুদ্ধে যাত্ৰা কৰিছা—কিন্তু যদি নিতান্ত যোৱাই, তেন্তে ক্ৰনচ-নন্দনক উপাসনা কৰা। তেওঁ কলীয়া মঘৰ অধিপতি. ইডাৰ ঈশ্বৰ—তেওঁ ওপৰৰপৰা সমগ্ৰ ট্ৰয় ৰাজ্য নিৰীক্ষণ কৰি আছে। কামনা কৰা যেন সুমংগল সূচাবৰ কাৰণে তেওঁৰ বাৰ্তাবহ এটি বিহংগই তুৰন্তে ইয়াত দেখা দিয়ঁহি। আৰু কটকী হওক তেওঁৰ চেনেহৰ, সেই ভৱিষ্যতৰ জাননী দিয়া পক্ষী, যি টৰন্তু প্ৰাণীৰ ভিতৰত আটাইতকৈ শক্তিশালী। তুমি যেন এই চৰাইটো তোমাৰ সোঁফালেদি উৰি যোৱা স্বচক্ষে দেখিবলৈ পোৱা যাতে ডানানবিলাকৰ তৰীসমূহৰ ওচৰলৈ যাওঁতে তুমি তাৰ ওপৰত আস্থা স্থাপন কৰিব পাৰা। কিন্তু যদিহে সৰ্বদ্ৰষ্টা জ্যুছে তেওঁৰ দূতক প্ৰেৰণ কৰিবলৈ অসন্মত হয়, তেন্তে তোমাৰ যিমানেই ইচ্ছা নাযাওক, আৰ্গিভবিলাকৰ জাহাজৰ ওচৰলৈ যাত্ৰা নকৰিবলৈকে মই তোমাক উপদেশ দিওঁ।"

দেৱতুল্য প্ৰায়ামে উত্তৰ দিলে, "প্ৰিয়ে, তোমাৰ পৰামৰ্শ মই মানি লৈছো। জ্যুছক কৰযোৰে প্ৰণতি জনাই তেওঁৰ আশীৰ্বাদ ভিক্ষা কৰা বৰ ভাল কাম।" বৃদ্ধজনে তেতিয়া পৰিচাৰিকাজনাৰ হাতত পৰিষ্কাৰ পানী ঢালি দিবলৈ ক'লে। তাই এটা পাত্ৰ আৰু বাটি এটা আনি তেওঁৰ নিৰ্দেশ পালন কৰিলে। হাত ধুই তেওঁ ঘৈণীয়েকৰপৰা পিয়লাটো লৈ আগফালৰ চোতালৰ মাজলৈ গ'ল আৰু আকাশৰ ফালে চাই সুৰাৰ তৰ্পণ কৰি সৰৱে প্ৰাৰ্থনা কৰিলে। "ইডা পৰ্বতৰপৰা মৰ্ত শাসন কৰা হে পিতা জ্যুছ, হে মহান, হে মহিমাময়, মোৰ এই প্ৰাৰ্থনা মঞ্জুৰ কৰা যেন একিলিছে মোক করুণা আৰু অনুকম্পাৰে অভ্যৰ্থনা কৰে। আৰু তোমাৰ দ্ৰুতগামী দূত হিচাপে সুমংগলসূচক এনে এটি পক্ষী পঠিয়াই দিয়া, যি তোমাৰ স্নেহভাজন আৰু পাখি থকা প্ৰাণীবিলাকৰ ভিতৰত আটাইতকৈ শক্তিশালী। সি মোৰ সোঁফালেদি উৰি যাওক যাতে মই তাক নিজ চকুৰে দেখা পাওঁ আৰু তাৰ ওপৰত আস্থা স্থাপন কৰিব পাৰো। কাৰণ মই অশ্বপ্ৰিয় ডানানবিলাকৰ জাহাজ অভিমুখে যাত্ৰা কৰিব খুজিছো।"

প্ৰায়ামৰ প্ৰাৰ্থনা চিন্তাশীল জ্যুছৰ শ্ৰুতিগোচৰ হ'ল। তেওঁ তৎক্ষণাৎ ভৱিষ্যতৰ জাননী দিয়া চৰাইবিলাকৰ ভিতৰত শ্ৰেষ্ঠ এটা ঈগল পঠিয়াই দিলে। সন্ধ্যাৰ চিকাৰীবিলাকৰ সি আছিল এটা, যাৰ বৰণটো দেখিলে পকা আঙুৰলৈ মনত পৰে। পাখি দুখন মেলি দিলে সি ধনী মানুহ এজনৰ ঘৰৰ ওখ শোৱনি কোঠাৰ সুদৃঢ় দুৱাৰৰ কপাট দুখন জুৰি ধৰিব। তেওঁলোকৰ সোঁ হাতেদি সি নগৰখনৰ ঠিক মাজে মাজে উৰি যোৱা সকলোৱে দেখিবলৈ পালে।

এই দৃশ্য দেখি সকলোৱে বৰ আনন্দ পালে আৰু তেওঁলোকৰ অন্তৰো উদ্দীপিত হ'ল।

বুঢ়া মানুহজনে লৰালৰিকৈ ৰথত উঠিল। তোৰণ আৰু শাৰী শাৰী স্তম্ভৰ মাজেদি ৰথখন চলি গ'ল। তেওঁৰ আগে আগে খচ্চৰে টনা চাৰিচকিয়া গাড়ীখনত গৈছিল সুবিজ্ঞ ইডিয়ুছ। প্ৰায়ামৰ ৰথ পিছে পিছে গৈ থাকিল। বৃদ্ধই চাবুক চলাই নগৰৰ মাজেদি সিহঁতক খৰকৈ খেদি নিলে। কিন্তু তথাপি বন্ধু-বান্ধৱৰ দল এটাই তেওঁৰ লগত সমানে সমানে কান্দি কান্দি ঢপলিয়াবলৈ ধৰিলে, যেন তেওঁ মৰণৰ মুখলৈহে যাত্ৰা কৰিছে। কিন্তু তেওঁলোকে ৰাজপথ অতিক্ৰম কৰি মুকুলি ঠাই পোৱাৰ পিছত, প্ৰায়ামৰ পুতেক, জোঁৱায়েকহঁতকে ধৰি সকলো মানুহ ইলিয়ামৰ নিজ নিজ ঘৰলৈ উভতি গ'ল।

সৰ্বদ্ৰষ্টা জ্যুছে এই মানুহ দুজনক সমতল পথেদি গৈ থকা দেখিবলৈ পালে। বৃদ্ধ ৰজাজনৰ কাৰণে ব্যথিত হৈ তেওঁ ততালিকে পুতেক হাৰ্মিছৰ ফালে দৃষ্টিপাত কৰিলে। তেওঁ ক'লে, "হাৰ্মিছ, তোমাৰ কাম এটা আছে। মানুহক বাট দেখুৱাই নিয়াটো তোমাৰ বিশেষ অধিকাৰ আৰু তাতেই তোমাৰ আনন্দ। যিসকলক তুমি ভালপোৱা, তেওঁলোকৰ প্ৰতি তুমি অমায়িক। গতিকে তুমি এতিয়াই যাত্ৰা কৰা আৰু ৰজা প্ৰায়ামক শূন্যগৰ্ভ জাহাজবিলাকৰ অভিমুখে এনেভাৱে লৈ যোৱা যাতে পেলিউছ-পুত্ৰৰ সমুখত উপস্থিত নোহোৱা পৰ্যন্ত কোনো এজন ডানানেই তেওঁক নেদেখে বা চিনি নেপায়।"

জ্যুছৰ কথা শেষ হ'ল। পথপ্ৰদৰ্শক আৰু দৈত্যহন্তা হাৰ্মিছে তৎক্ষণাৎ তেওঁৰ আদেশ পালন কৰিলে আৰু ভৰিত এযোৰ সুন্দৰ, সুবৰ্ণ পাদুকা পিন্ধি ল'লে। এই পাদুকাযোৰে তেওঁক অনন্ত জলৰাশি আৰু বিপুল বসুন্ধৰাৰ ওপৰেদি বায়ুবেগে লৈ যাব পাৰে। তেওঁৰ হাতত আছিল এডাল দণ্ড। ইয়াৰ সহায়েৰে তেওঁ ইচ্ছামতে আমাৰ চকুত নিদ্ৰাবাণ মাৰিব পাৰে, আৰু প্ৰয়োজন হ'লে আমাক গভীৰ টোপনিৰপৰাও জগাব পাৰে। দণ্ডডাল হাতত লৈ দৈত্য-হন্তাই উৰা মাৰি অতি শীঘ্ৰে ট্ৰয়ৰাজ্যৰ হেলিস্পণ্টত উপনীত হ'লহি। ইয়াৰপৰা তেওঁ ডাঢ়ি-গোঁফ ঠুটিওৱা, অতি আকৰ্ষণীয় বয়সৰ ৰাজকুমাৰ এজনৰ ৰূপ ধৰি খোজকাঢ়ি যাবলৈ ধৰিলে।

ইতিমধ্যে মানুহ দুজনে ইলাছৰ মৈদাম পাৰ হৈ নদীত পানী খুৱাবৰ কাৰণে ঘোঁৰা আৰু খচ্চৰহাল ৰাখিলে। তেতিয়া এন্ধাৰ হৈছিল। হাৰ্মিছ আহি একেবাৰে ওচৰ পালতহে ঘোৰকজনে তেওঁক দেখা পালে। তেওঁ প্ৰায়ামৰ কালে চাই মাত লগালে, "মহাৰাজ চাওক, আমি সতৰ্ক হোৱা উচিত।

মই মানুহ এজন দেখিছো। তেওঁ আমাক মাৰিব পাৰে। আমি ৰথত উঠি পলাই যোৱাই ভাল। নহ'লে তেওঁৰ ভৰিত পৰি কাকুতি-মিনতি কৰাই উচিত হ'ব।"

বৃদ্ধজনৰ মুখৰ মাত হৰিল। তেওঁ বৰ ভয় খালে। তেওঁৰ গাৰ নোম নমনীয় অংগবোৰত থিয় হৈ গ'ল। সেই ঠাইতে তেওঁ লৰচৰ কৰিব নোৱাৰা হৈ থৰ লাগি ৰ'ল। মুখেৰে মাত এষাৰো মাতিব নোৱাৰিলে। কিন্তু ভাগ্যবাহী-জন মাতবোল শুনিবৰ কাৰণে বৈ থকা বিধৰ নাছিল। তেওঁ লাহে লাহে প্ৰায়ামৰ ওচৰলৈ গৈ তেওঁৰ হাতখনত ধৰি সুধিলে, "পিতা, এতিয়া সকলো মানুহ শুই নিঃপালি দিলে, এই ৰাতি তুপৰত ঘোঁৰা আৰু খচ্চৰ লৈ আপুনি কোনফালে যাব খুজিছে? আপোনাৰ ঘোৰ শত্ৰু, একীয়ানবিলাকলৈ আপোনাৰ ভয় লগা নাইনে? এই অন্ধকাৰখনত ইমানবোৰ লোভনীয় বস্তু লৈ আহি থকা দেখিলে সিহঁতে আপোনাক শুদাই এৰিবনে? তেতিয়া আপুনিনো কি কৰিব? আপোনাক কোনোবাই আক্ৰমণ কৰিলে বাধা দিবলৈ আপুনি তাক এতিয়া ডেকা হৈ থকা নাই। আপোনাৰ সংগীজনো বুঢ়া। যি নহওক, মই আপোনা-লোকৰ অনিষ্ট কৰিব খোজা নাই। আচলতে কোনেও যাতে আপোনালোকৰ গাত হাত দিব নোৱাৰে তাৰ ব্যৱস্থাহে মই ল'ব খুজিছো। কাৰণ আপোনাক দেখি মোৰ নিজৰ দেউতালৈ মনত পৰিছে।"

শ্ৰদ্ধেয়, বৃদ্ধ ৰজাজনে উত্তৰ দিলে, "বাছা, তুমি বৰ্ণোৱাৰ দৰেই আমাৰ অৱস্থা অতিশয় শোচনীয়। কিন্তু তথাপি, কোনোবা দেৱতাই মোক বিপদৰ-পৰা ৰক্ষা কৰিবলৈ অভিপ্ৰায় কৰিছে। নহ'লে তোমাৰদৰে বাটকৰ্তা এজনক লগ পালোহেঁতেন জানো? তোমাক ঈশ্বৰেহে পঠিয়াইছে। তোমাৰ বিশিষ্ট চেহেৰা, আচাৰ-ব্যৱহাৰ আৰু বিচক্ষণতা দেখি মোৰ মনত সাঁচ বহিছে যে তুমি উচ্চকুলৰ সন্তান।"

পথপ্ৰদৰ্শক আৰু আৰ্গাছ-হন্তাই ক'লে, "মহাশয়, আপুনি গন্তব্যস্থান প্ৰায় পালেহিয়েই। কিন্তু এতিয়া মোৰ আগত কোনো কথা লুকুৱাই সকলো ভাঙি পাতি কওক। আপুনি বিদেশৰ কোনো নিৰাপদ ঠাইলৈ এই বিপুল ধনসম্পদ পঠিয়াই দিব খুজিছেনেকি? নহ'লে এনে সময় আহিছেনে যে শত্ৰুক শ'লঠেকত পেলাব পৰা, আপোনাৰ বীৰশ্ৰেষ্ঠ পুত্ৰৰ বিয়োগত, আপোনালোকে পৱিত্ৰ ইলিয়াম পৰিত্যাগ কৰিবলৈ ইচ্ছা কৰিছেনেকি?

বৃদ্ধ ৰজা প্ৰায়ামে উত্তৰ হিচাপে এটা প্ৰশ্ন সুধিলে, "মহোদয়, আপুনি কোন? মোৰ প্ৰতি ইমান কৰুণা পৰৱশ হৈ মোৰ হতভাগীয়া সন্তানৰ নিদাৰুণ

অদৃষ্টৰ কথা সুধিছে ? কোন আপোনাৰ পিতা-মাতা ?" হার্মিছে উত্তৰ দিলে, "শ্ৰদ্ধেয় মহাশয়, আপুনি মোক পৰীক্ষা কৰিছে আৰু মোৰ বোধেৰে মই কুমাৰ হেক্টৰৰ বিষয়ে কি জানো তাকো উলিয়াবলৈ চেষ্টা কৰিছে। শুনক, মই তেওঁক নিজ চকুৰেই সসন্মানে ৰণক্ষেত্ৰত থকা দেখিছো, প্ৰায়ে দেখিছো। তদুপৰি, তেওঁ আৰ্গিভবিলাকক জাহাজৰফালে খেদি দি তেওঁলোকক ব্ৰঞ্জৰ বৰ্শাৰে নিপাত কৰাও মোৰ চকুত পৰিছে। আমি বিস্ময়ত ওচৰৰপৰাই থিয় হৈ চাই আছিলো। কাৰণ মহাৰাজ আগামেমননৰ লগত হোৱা বিবাদৰ ফলত তেওঁ আমাক যুদ্ধ কৰিবলৈ অনুমতি দিয়া নাছিল। মই আপোনাৰ আগত স্বীকাৰ কৰিবই লাগিব যে মই একিলিছৰ এজন সহচৰ। একেখন ধুনীয়া জাহাজতে তেওঁৰ লগত মই ইয়ালৈ আহিছিলো। মই এজন মাৰ্মিডন, মোৰ পিতা পলিক্টৰ এজন আঢ্যৱন্ত লোক। তেওঁৰ বয়স আপোনাৰ সমানেই হ'ব! তেওঁৰ সাতজন ল'ৰাৰ ভিতৰত ময়েই কনিষ্ঠ। ভাগ্য পৰীক্ষা কৰোঁতে এই অভিযানত যোগদান কৰিবৰ কাৰণে ময়েই নিৰ্বাচিত হ'লো। আজি ৰাতি মই জাহাজৰপৰা এই সমতল অঞ্চলৰফালে ফুৰিবলৈ ওলাই আহিছিলো। কাৰণ ৰাতিপুৱা দীপ্তলোচন একীয়ানসকলে নগৰ আক্ৰমণ কৰিবলৈ অভিপ্ৰায় কৰিছে। তেওঁলোকৰ বহি বহি আমনি লাগিছে। সেই কাৰণে তেওঁলোকে ৰণৰ কাৰণে ইমান উত্ৰাৱল হৈ পৰিছে যে সেনাপতিসকলেও তেওঁলোকক বাধাদি ৰাখিব পৰা নাই।"

প্ৰায়ামে উত্তৰ দিলে, "তুমি যদি সঁচাকৈয়ে একিলিছৰ সহচৰ হোৱা, তেন্তে তোমাক মই কাবৌ কৰিছো, মোক আচল কথাটো বিৱৰি কোৱা। মোৰ পুত্ৰ এতিয়াও জাহাজৰ কাষতে পৰি আছে নে একিলিছে তেওঁক খণ্ড খণ্ড কৰি কুকুৰক খুৱালে ?"

আৰ্গাছ-হন্তাই ক'লে, "মহোদয়, এতিয়ালৈকে তেওঁক কুকুৰ বা শগুণ আদি চৰায়ে খাব পৰা নাই। তেওঁৰ মৃতদেহৰ কোনো ক্ষতি হোৱা নাই। একিলিছৰ জাহাজৰ কাষতে পঁজাঘৰ এটাত পৰি আছে। এঘাৰ দিন ধৰি তাতে আছে যদিও শৰটো গেলি-পচি যোৱা নাই, যুদ্ধত নিহত হোৱা লোকৰ শৱ খুলি খুলি খোৱা পোকো তাত লগা নাই। এইটো অৱশ্যে সত্য যে উষাই ভুমুকি মাৰোতেই একিলিছে সদায় প্ৰিয়বন্ধুৰ মৈদামৰ চৌপাশে তেওঁক নৃশংসভাৱে চোঁচোৰাই নিয়ে। কিন্তু তথাপি তাৰপৰা একো অনিষ্ট নহয়। সেই পজাঁটোলৈ যায় যদি দেখিব তেওঁ নিয়ৰৰ টোপাল এটাৰদৰেই নতুন যেন হৈ তাতে পৰি আছে। গাত লাগি থকা তেজবোৰ পখালি পেলোৱা হৈছে, ক'তো দাগ এটাও নাই। তদুপৰি তেওঁৰ ঘাবোৰৰ, প্ৰত্যেক ডোখৰেই জোৰা লাগি

সমান হৈ গ'ল। অথচ বহুতো মানুহেই তেওঁক ব্ৰঞ্জেৰে আঘাত কৰিছিল। ইয়াৰপৰাই দেখা যায় যে দেৱতাসকলে আপোনাৰ পুত্ৰেকৰ কাৰণে বহুতো কষ্ট স্বীকাৰ কৰিছে, যদিও এতিয়া তেওঁ মৰাশ এটাৰ বাহিৰে আন একো নহয়। কাৰণ তেওঁ দেৱতাসকলৰ অতিশয় প্ৰিয়পাত্ৰ।"

এই কথা শুনি বৃদ্ধজনে বৰ আনন্দ পালে। তেওঁ ক'লে, "মোৰ সোণাই, মানুহে যিহকে নকৰক লাগে, দেৱতাসকলক উচ্চভাৱে পূজা সেৱা কৰা উৎকৃষ্ট কাম। মই মোৰ ল'ৰাটোৰ কথাকে ভাবিছো। জীয়াই থাকোঁতে সি আমাৰ ঘৰত অলিম্পাছৰ দেৱতাসকলক কোনোদিনেই অৱজ্ঞা কৰা নাছিল। এই কথা সুনিশ্চিত। সেই কাৰণেই এতিয়া তেওঁলোকে ভালৈ অকণমান চকু দিছে, যদিও নিয়তিয়ে তাক মাৰি লৈ গ'ল। কিন্তু এতিয়া তুমি এই পাত্ৰটো গ্ৰহণ কৰা, মই তোমাক মিনতি কৰি কৈছো। আৰু পৰম কল্যাণময় ভগৱন্তৰ ছত্ৰছাঁয়াৰ তলেদি মোক নিৰাপদে জাহাজৰ কাষেদি একিলিছৰ শিবিৰলৈ লৈ যোৱা।"

পথপ্ৰদৰ্শক আৰু দৈত্য-হন্তাই ক'লে, "মহোদয় আপুনি বয়োবৃদ্ধ আৰু মই তৰুণ তথাপি একিলিছৰ অগোচৰে আপুনি মোক ভেটি দিবলৈ লোভ দেখুৱাইছে। হ'বই নোৱাৰে। মই মোৰ প্ৰভুৰ একিলিছক প্ৰতাৰণা কৰিব নোৱাৰো। কাৰণ তাৰ পৰিণতি স্বৰূপ মোৰ কি হ'ব, মোৰ কাৰণে এই এতিয়াই অতিশয় লজ্জিত আৰু ভীত হোৱা উচিত। যি নহওক, মই পথপ্ৰদৰ্শক হিচাপে আপোনাক সুবিখ্যাত আৰ্গছ পৰ্যন্ত গোটেইছোৱা বাট লৈ যাম আৰু জলে স্থলে আপোনাক যিমান পাৰো সহায় কৰিম। আপোনাৰ ৰক্ষকক অৱজ্ঞা কৰি কোনেও আপোনাৰ গাত হাত দিবলৈ সাহস কৰিব নোৱাৰিব।"

এইবুলি কৈ ভাগ্যবাহীজনে অশ্বচালিত ৰথখনত জঁপ মাৰি উঠিল। চাবুক আৰু লেকাম হাতত লৈ তেওঁ ঘোঁৰা আৰু খচ্চৰকেইটাৰ গাত নতুন উদ্যমৰ সঞ্চাৰ কৰিলে। গড়খাৱৈ আৰু জাহাজ আগুৰি ৰখা গড়টোৰ ওচৰ পাই তেওঁলোকে দেখিলে যে প্ৰহৰীবিলাকে ঠিক সেই সময়তে ৰাতিৰ আহাৰৰ কাৰণে আয়োজন কৰি আছিল। কিন্তু আৰ্গীছ-নিহন্তাই তেওঁলোকক টোপনিত লালকাল কৰি দুৱাৰখনৰ বান্ধ খুলিলে আৰু ডাংবিলাক পিছলৈ ঠেলি দিলে। এইদৰে বাটটো মুকলি কৰি তেওঁ প্ৰায়ামক বহুমূলীয়া সম্পদৰাজিৰে বোজাই কৰা গাড়ীৰে সৈতে ভিতৰলৈ লৈ গ'ল। আৰু এইদৰেই তেওঁলোক পেলিউছ-পুত্ৰৰ উচ্চ শিবিৰ অভিমুখে যাবলৈ ধৰিলে।

মাৰ্মিডনবিলাকে তেওঁলোকৰ ৰাজকুমাৰৰ শিবিৰটো নিজে দেৱদাৰুৰ তক্তাফালি নিৰ্মাণ কৰিছিল। তৃণভূমিৰপৰা আহৰণ কৰা খেৰ আদিৰে চালখন

চাইছিল। ঘৰটোৰ চাৰিওফালে ঘনকৈ পোতা খুঁটিৰ জেওৰা এখন আছিল। সৰল কাঠৰ বাতাম এডালেৰে দুৱাৰখন বন্ধ কৰি থোৱা আছিল। এই প্ৰকাণ্ড ডাংডাল লগাবলৈ তিনিজন মানুহৰ প্ৰয়োজন হৈছিল। সেইদৰে খুলিবলৈয়ো লাগিছিল তিনিজন। অৱশ্যে তিনিজন অতি সাধাৰণ মানুহ, কাৰণ একিলিছে অকলেই তাক লৰচৰ কৰিব পাৰিছিল। আৰু ভাগ্যবাহী হাৰ্মিছে এতিয়া দুৱাৰখন খুলি প্ৰায়ামক একিলিছৰ কাৰণে অনা উপঢৌকনসমূহৰ সৈতে চৌহদৰ ভিতৰলৈ লৈ গ'ল। ৰথৰপৰা নমাৰ সময়ত তেওঁ প্ৰায়ামক ক'লে, "শ্ৰদ্ধেয় মহাশয়, মই আপোনাক জনাব খোজো যে এজন মৃত্যুহীন দেৱতাই আপোনাক সংগদান কৰিছে। মই হাৰ্মিছ, আপোনাক বাট দেখুৱাই দিবলৈ পিতাই মোক প্ৰেৰণ কৰিছিল, কিন্তু মই এতিয়া যাওঁ। একিলিছৰ ওচৰলৈ যোৱা মোৰ উদ্দেশ্য নহয়। কাৰণ অমৰ দেৱতা এজনে মৰণশীল মানুহ এজনৰ আতিথ্য গ্ৰহণ কৰা শোভনীয় নহয়। কিন্তু আপুনি নিজে নিজেই ভিতৰলৈ সোমাই যাওক, আপুনি তেওঁৰ চৰণত ধৰি তেওঁৰ শ্ৰদ্ধেয় জনক-জননীৰ নাম উচ্চাৰণ কৰিব আৰু এইদৰে মিনতি কৰিলেই তেওঁৰ অন্তৰত কৰুণাৰ উদ্ৰেক হ'ব।"

এইবুলি কৈ হাৰ্মিছে অলিম্পাছৰ উচ্চ শিখৰলৈ উৰা মাৰিলে। প্ৰায়ামে ৰথৰপৰা জঁাপ মাৰি নামি ইডিয়ুছক ঘোঁৰা আৰু খচ্চৰ ৰখীয়া থৈ কুমাৰ একিলিছ সচৰাচৰ বহা ঘৰটোৰ ভিতৰলৈ পোনে পোনে সোমাই গ'ল। তেওঁ তেতিয়া ভিতৰতে আছিল। তেওঁৰ অনুচৰ বৰ্গৰ বেছিভাগেই আঁতৰত বহি আছিল। কিন্তু কুমাৰ অটমিডন আৰু সাহসী আলছিমাছে ব্যস্তভাৱে তেওঁৰ আলপৈচান ধৰি আছিল, কাৰণ সেই সময়ত তেওঁ পানাহাৰ কৰি উঠিছিলহে মাথোন। মেজখন তেতিয়াও পৰিষ্কাৰ হোৱা নাছিল। প্ৰায়াম ওখ-ডাঙৰ মানুহ হ'লেও, তেওঁক কোনেও লক্ষ্য কৰা নাছিল। তেওঁ একিলিছৰ কাষচাপি তেওঁৰ ভৰিত দীঘল দি পৰিলে আৰু যি দুখন ভীষণ নৰঘাতী হাতেৰে তেওঁ প্ৰায়ামৰ বহুপুত্ৰক সংহাৰ কৰিছিল, সেই দুখন হাতত চুমা খাবলৈ ধৰিলে। একিলিছ আৰু তেওঁৰ অনুচৰসকলে ৰজা প্ৰায়ামক দেখা পাই স্তম্ভিত হৈছিল। নিজদেশত নৰহত্যা কৰি অহা এজন বিদেশী মানুহে আন এখন দেশত আশ্ৰয় বিচাৰি ভূতে পোৱা মানুহৰদৰে, এজন সম্ভ্ৰান্ত আৰু আঢ্যৱন্ত মানুহৰ ঘৰত হঠাতে আহি প্ৰৱেশ কৰিলে, মানুহবিলাকে যেনেকৈ আচৰিত হৈ ইজনে সিজনে চোৱা-চুই কৰে, তেওঁলোকেও সেইদৰেই বিস্ময়ত অভিভূত হৈ পৰস্পৰে দৃষ্টি বিনিময় কৰিছিল।

কিন্তু প্ৰায়ামে ইতিমধ্যে একিলিছক কাকূতি-মিনতি কৰিবলৈ আৰম্ভ কৰিলেই। তেওঁ ক'লে, "পৰম পূজনীয় একিলিছ, আপুনি নিজৰ পিতৃৰ কথা

চিন্তা কৰি চাওক, তেওঁৰ বয়স মোৰ সমানেই হ'ব। বেদনাদায়ক বাৰ্ধক্যৰ বাহিৰে তেওঁৰ অন্য ভৱিষ্যৎ নাই। সন্দেহ নাই যে প্ৰতিবেশীবিলাকে তেওঁক অত্যাচাৰ কৰিছে, সিহঁতৰ উপদ্ৰৱৰপৰা তেওঁক ৰক্ষা কৰিবলৈ কোনো নাই। তথাপি তেওঁৰ এটা সান্ত্বনাই আছে। আপুনি যে জীয়াই আছে সেই কথা অৱগত হ'লে, তেওঁ অন্ততঃ এনে এটা দিন আশা কৰিব পাৰে, যিদিনা তেওঁ ট্ৰয়ৰপৰা প্ৰত্যাৱৰ্তন কৰা প্ৰিয়তম পুত্ৰৰ দৰ্শন পাব। কিন্তু মোৰ ভাগ্য বিপৰ্যয় হ'ল। এই বিস্তীৰ্ণ ৰাজ্যৰ ভিতৰতে সকলো বিষয়ে শ্ৰেষ্ঠ, মোৰ কেইবাটিও পুত্ৰ আছিল। কিন্তু এতিয়া এটাও নাই, মই দোহাৰিছো, অৱশিষ্ট এটিও নাই। একীয়ানবিলাকে আক্ৰমণ কৰাৰ সময়ত মোৰ কুৰিদহোটা ল'ৰা আছিল। একেগৰাকী মাকৰ গৰ্ভতেই উনৈশজনে জন্ম লৈছিল। বাকীকেইজন আছিল মোৰ প্ৰাসাদত থকা অন্যান্য কুঁৱৰীসকলৰ গৰ্ভজাত। বেছি ভাগেই যুদ্ধত নিহত হ'ল, আৰু একমাত্ৰ যিজন মোৰ সকলো আশা ভৰসাৰ একমাত্ৰ স্থল আছিল, ট্ৰয় নগৰ আৰু ট্ৰজানসকলৰ যিজনেই ধৰণী স্বৰূপ আছিল, সেই হেক্টৰক আপুনি নিজ দেশৰ মাটিতেই নিধন কৰিলে। তেওঁক একীয়ান জাহাজবিলাকৰ কাষৰপৰা ওভোতাই লৈ যাবৰ কাৰণেই মই ইয়ালৈ আহিছো, আৰু তাৰবাবে ৰাজকীয় উপঢৌকন লগত আনিছো। একিলিছ, দেৱতাসকলৰ প্ৰতি সম্ভ্ৰমশীল হওক আৰু মোক কৃপা কৰক। আপুনি নিজৰ দেউতাকৰ কথাও স্মৰণ কৰক, অথচ অনুকম্পা লাভৰ কাৰণে ময়েইহে বেছি উপযুক্ত। কাৰণ মই যি কাৰ্য কৰিলো, পৃথিৱীৰ আন কোনো লোকেই তেনে কাৰ্য কৰা নাই। মই মোৰ পুত্ৰহন্তাৰ হাত চুম্বন কৰিছো।

প্ৰায়ামৰ উক্তিয়ে একিলিছক নিজৰ পিতাকলৈ মনত পেলাই দিলে। তেওঁৰ চকুৰ পানী ওলাওঁ ওলাওঁ হ'ল। বৃদ্ধ মানুহজনৰ হাত তুখনত ধৰি তেওঁ তেওঁক আলফুলকৈ আঁতৰাই দিলে। অতীতৰ স্মৃতিয়ে তুয়োকো অভিভূত কৰিলে, তুয়ো তুখত বিহ্বল হৈ পৰিল। একিলিছৰ ভৰিত পৰি প্ৰায়ামে নৰহন্তা হেক্টৰৰ কাৰণে হিয়াধুনি কান্দিলে, আৰু একিলিছে উচুপিলে পিতাকৰ কাৰণে, পেট্ৰক্লাছৰ কাৰণে। তেওঁলোকৰ ক্ৰন্দনৰ ধ্বনিত ঘৰটো মুখৰিত হ'ল। কিন্তু অৱশেষত অজস্ৰ অশ্ৰুপাতেৰে অন্তৰৰ শোক উপশম কৰি বিশিষ্ট একিলিছে আসনৰপৰা জঁপ মাৰি থিয় হ'ল আৰু পককেশ বৃদ্ধজনৰ প্ৰতি সদয় হৈ তেওঁক হাতত ধৰি তুলি দিলে। তাৰ পিছত অকৃত্ৰিম আন্তৰিকতাৰে তেওঁ ক'লে, "আপুনি প্ৰকৃততে বহুতো শোক পাইছে আৰু অসহনীয় যন্ত্ৰণা ভোগ কৰিছে। যিজন মানুহে আপোনাৰ ইমানবিলাক সন্তানক বধ কৰিলে, একীয়ান তৰী-

সমূহৰ কাষেদিয়েই, সেই মানুহজনৰ সমুখলৈ আহিবলৈ আপুনি ক'বপৰা সাহস পালে? আপোনাৰ হৃদয় লোহাৰ নিচিনা। কিন্তু এতিয়া অনুগ্ৰহ কৰি উপৱেশন কৰক, ইয়াতে, এইখন আসনতে বহক, আৰু যিমানেই নিদাৰুণ নহওক, আমাৰ অন্তৰৰ বেদনাবোৰ সন্তহতে অন্তৰতে আৱদ্ধ কৰি থওঁহক, কাৰণ কন্দাকটা কৰাবপৰা বিশেষ সান্ত্বনা পোৱা নহয়, লাভো নাই। আমি মানুহবোৰ দুৰ্ব্বলীয়া জীৱ, দেৱতাসকলৰ কোনো চিন্তা-ভাৱনা নাই আৰু তেওঁলোকেই আমাৰ জীৱনটো দুখ-দুৰ্গতিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত কৰিছে। আপুনি জানে যে বজ্ৰপাণি জ্যুছে তেওঁৰ প্ৰাসাদত দুটি উপহাৰ-ভাণ্ড ৰাখিছে, এটি সুখৰ এটি দুখৰ। দুয়োটা পাত্ৰৰ সংমিশ্ৰণ যি লোকে লাভ কৰে, তেওঁলোকৰ একাল সম্পদ আৰু একাল বিপদ। কিন্তু একমাত্ৰ বিষভাণ্ডটিৰপৰাহে যিজনে ভাগ পালে, তেওঁ হয় সমাজচ্যুত। বিলৈ-বিপত্তিয়ে দাঁতহৰ দৰেই তেওঁক এই জগতত অনুসৰণ কৰে; দেৱতা, মানুহ সকলোৰে দ্বাৰা অভিশপ্ত হৈ তেওঁ জীৱন অতিবাহিত কৰিব লগা হয়। মোৰ পিতা পেলিউছৰ কথাকেই ধৰক। ওপজাৰ সময়ৰ-পৰাই দেৱতাসকলে তেওঁক ৰাশি ৰাশি উৎকৃষ্ট উপহাৰ প্ৰদান কৰি গ'ল, পৃথিৱীৰ ভিতৰতেই তেওঁ অতুলনীয় সৌভাগ্য আৰু ঐশ্বৰ্য বিভূতিৰ অধিকাৰী হ'ল, মাৰ্মিডনবিলাকৰ ৰজা হ'ল, আৰু মানুহ হৈয়ো এগৰাকী দেৱীক ভাৰ্যাৰূপে লাভ কৰিলে। কিন্তু আমাৰ দৰেই তেওঁ দুৰ্ভাগ্যও বৰণ কৰিব লগা হ'ল। তেওঁৰ উত্তৰাধিকাৰীৰূপে ৰাজত্ব কৰিবলৈ তেওঁৰ প্ৰাসাদত পুত্ৰসন্তান নাই। একেটি মাত্ৰ ল'ৰাবো অকাল মৃত্যু হ'ব। আৰু তদুপৰি বুঢ়াকালত মই তেওঁক সেৱা-শুশ্ৰূষা নকৰি, স্বদেশৰপৰা সাতসাগৰ তেৰনদী পাৰ হৈ আপোনালোকৰ ৰাজ্যলৈ আহি, আপোনাৰ আৰু আপোনাৰ পুত্ৰসকলৰ জীৱন দুঃসহ কৰি তুলিছো। আৰু মহাৰাজ, মই যিমান দূৰ জানো, আপোনাৰো এসময়ত সুদিন আছিল। মানুহে কয়, মাকাৰে ৰাজত্ব কৰা লেছবছ উপকূল, ফ্ৰিজিয়াৰ উজনি অঞ্চল আৰু সীমাহীন হেলিস্পণ্টে আগুৰি থকা সমগ্ৰ দেশবিলাকৰ ভিতৰত সা-সম্পত্তি আৰু সুযোগ্য পুত্ৰৰ বিষয়ে আপোনাৰ লগত তুলনা কৰিব পৰা লোক কোনোৱেই নাছিল। কিন্তু স্বৰ্গৰ দেৱতাসকলেই আপোনাৰ পক্ষৰ কণ্টক স্বৰূপে মোক ইয়ালৈ লৈ অহাৰ পিছত, আপোনাৰ নগৰৰ চৌপাশে যুদ্ধ আৰু নৰহত্যাৰ বাহিৰে আন একোৱেই সংঘটিত হোৱা নাই। আপুনি সহ্য কৰক, ভগ্নহৃদয় নহ'ব। আপোনাৰ পুত্ৰৰ কাৰণে শোক কৰি থাকিলে সুফল একো নহয়। তেওঁকতো ঘূৰাই আনিব নোৱাৰেই আপুনি নিজেহে জীৱন বলি দিব লাগিব।"

শ্ৰদ্ধেয় প্ৰায়ামে উত্তৰ দিলে, “আপোনাৰ ঘৰতেই হেক্টৰ আলাই আথানি হৈ পৰি থকাৰ সময়ত মোক আৰু বহিবলৈ নক'ৰ, কুমাৰ, অবিলম্বে তেওঁক মোৰ হাতত প্ৰত্যৰ্পণ কৰক, মই তেওঁক এবাৰ চাওঁ মই অনা এই অমূল্য উপহাৰ-বিলাক গ্ৰহণ কৰক। মই আশাকৰো আপুনি সইবিলাক লগত লৈ নিৰাপদে ঘৰলৈ উভতি যাব পাৰিব, কাৰণ ইয়ালৈ আহোঁতে আপুনি মোৰ অনিষ্ট কৰা নাই।”

একিলিছে ক্ৰুদ্ধ দৃষ্টিৰে প্ৰায়ামৰ ফালে চাই ক'লে, “বৃদ্ধ, মোক অতিৰিক্ত-ভাৱে উত্যক্ত নকৰিব। মই নিজেই হেক্টৰক ঘূৰাই দিবলৈ অভিপ্ৰায় কৰিছো। আপুনি মোক ইমানকৈ নধৰিলেও হ'ব। সমুদ্ৰদেৱৰ কন্যা মোৰ জননীয়ে জ্যুছৰ নিৰ্দেশ মোৰ আগত ব্যক্ত কৰিছে। তদুপৰি মই আপোনাৰ গতিবিধিও লক্ষ্য কৰিছো, প্ৰায়াম, কোনোবা দেৱতাই যে আপোনাক একীয়ান নৌসমূহৰ কাষলৈ পৰিচালনা কৰিছে, সেই কথা লুকুৱাবলৈ চেষ্টা নকৰিব। কোনো লোকেই আমাৰ ছাউনীলৈ আহিবলৈ সাহস কৰিব নোৱাৰে আনকি তেজস্বী যুৱক এজনেও ইমান দুঃসাহসৰ পৰিচয় দিয়া নাছিল। প্ৰথম কথা প্ৰহৰী-বিলাকে তেওঁক বাধা দিব, তথাপি সিহঁতৰ চকুত ধূলি দিব পাৰিলেও, আমাৰ জপনাখনৰ ডাংডাল সতকাই খুলিব নোৱাৰিব। মোৰ মনত ইতিমধ্যে বহুতো ভাৱে জুমুৰি দি ধৰিছে, গতিকে মোক আৰু বিৰক্ত নকৰিব। নহ'লে জ্যুছৰ অনুজ্ঞা ভংগ কৰি, আপুনি দীনহীন প্ৰাৰ্থী হ'লেও, মোৰ শিবিৰৰ ভিতৰত হেক্টৰৰ যি গতি কৰিছো, আপোনাৰো তাকে কৰিম।”

বৃদ্ধ আতংকিত হ'ল। এই তিৰস্কাৰ তেওঁ শিৰ পাতি ল'লে। তেতিয়া পেলিউছ-পুত্ৰ সিংহৰদৰে ঘৰৰ ভিতৰৰপৰা দ্ৰুতগতিৰে নিষ্ক্ৰান্ত হ'ল। তেওঁক অনুসৰণ কৰিলে দুজন সহচৰে—কুমাৰ অটমিডন আৰু আলছিমাছ। মৃত পেট্ৰক্লাছৰ পিছতেই এওঁলোক দুজন একিলিছৰ প্ৰিয়পাত্ৰ আছিল। তেওঁলোকে ঘোঁৰা আৰু খচ্চৰ খুলি দি ৰজা প্ৰায়ামৰ ঘোষকজনকো ভিতৰলৈ আনি বহিবলৈ সৰু আসন এখন দিলে। ইয়াৰ পিছত তেওঁলোকে নিমজ গাড়ীখনৰপৰা হেক্টৰৰ মৃতদেহ মুক্ত কৰিবৰ কাৰণে অনা ৰাজকীয় সম্পদৰাজি সংগ্ৰহ কৰিলে। কিন্তু প্ৰায়ামক ওভোতাই দিবৰ সময়ত হেক্টৰৰ শৱটোত মেৰিয়াবৰ কাৰণে দুখন বস্ত্ৰ আৰু এটি অন্তৰ্বাস তাতে এৰি থৈ আহিল। ৰাজকুমাৰে তেতিয়া, প্ৰায়ামৰ চকুত নপৰাকৈ আন এটা ঘৰত হেক্টৰৰ মৃতদেহটো ধুৱাই গাত মলম সানি দিবৰ কাৰণে কেইজনীমান লিগিৰীক আদেশ দিলে। (একিলিছে আশংকা কৰিছিল যে পুত্ৰকক সেই অৱস্থাত দেখা পালে হয়তো প্ৰায়ামে তীব্ৰ বেদনাত ক্ৰোধ

সংবৰণ কৰিব নোৱাৰিব আৰু তেতিয়া তেওঁ নিজেই খণ্ডত জ্বলন্ত হৈ বৃদ্ধজনক হত্যা কৰি জ্যুছক অৱজ্ঞা কৰাৰ পাপত লিপ্ত হ'ব। ) লিগিবীকেইজনীয়ে মৃতদেহটো ধুৱাই, জলফাই তেল মালিচ কৰি কাপোৰেৰে মেৰিয়াই দিলে। একিলিছে নিজহাতে শৱটো দাঙি চাণ্ডিখনত তুলিলে আৰু সহচৰ দুজনে নিমজ গাড়ীখনত উঠাই দিবলৈ তেওঁক সহায় কৰিলে। ইয়াৰ পিছত তেওঁ শোকাকুল কণ্ঠেৰে প্ৰিয়তম বন্ধুজনক নামধৰি মাতি ক'লে, "হেডিছৰ প্ৰেতপুৰীতো যদি তুমি জানিব পাৰা যে মই কুমাৰ হেক্টৰক পিতাকৰ হাতত সমৰ্পণ কৰিলো, তেন্তে মোৰ প্ৰতি বিৰক্ত নহ'বা। তেওঁ মোক প্ৰদান কৰা মুক্তিপণ যথেষ্ট মূল্যবান, আৰু তোমাকো তাৰ উচিত ভাগৰপৰা বঞ্চিত নকৰো।"

নৰপুংগৱ একিলিছ শিবিৰলৈ উভতি গ'ল আৰু এৰি থৈ যোৱা কাৰুকাৰ্য-খচিত আসনখনত উপবেশন কৰিলে। আসনখন কোঠাটোৰ আঁতৰৰ মূৰটোত আছিল। তেওঁ প্ৰায়ামক ক'লে, "শ্ৰদ্ধেয় মহাশয়, আপোনাৰ উদ্দেশ্য সিদ্ধি হৈছে। আপোনাৰ পুত্ৰক মই মুক্তি দিছো। তেওঁ মৃত্যুশয্যাত শায়িত। ৰাতিপুৱা নীৰৱ সময়ত আপুনি নিজেই তেওঁক দেখিবলৈ পাব। কিন্তু এতিয়া আমি অলপ আহাৰৰ কথা চিন্তা কৰা ভাল হ'ব। কুঁৱৰী নিয়বিয়েও খোৱা-বোৱা কৰিবলৈ পাহৰি যোৱা নাছিল, যদিও তেওঁৰ নিজৰ ঘৰতেই বাৰজন সন্তানক, ছজন চফল ডেকা পুতেক আৰু ছজনী যুৱতী কন্যাক হত্যা কৰা হৈছিল। কন্যাকেইগৰাকীক বধ কৰিছিল ধনুৰ্দ্ধাৰিণী আৰ্টিমিছে আৰু পুত্ৰকেইজন নিহত হৈছিল এপলোৰ ৰূপালী ধনুৰ শৰসন্ধানত। নিয়বিৰ প্ৰতি তেওঁলোক অতিশয় কুপিত হৈছিল, কাৰণ তেওঁ নিজকে তেওঁলোকৰ জননী, সুচাৰু-কপোলা লিটোৰ সমকক্ষা বুলি গৰ্ব কৰিছিল, আৰু যি স্থলত লিটোৰ মাত্ৰ দুটিহে সন্তান আছিল, তেওঁ বাৰটি সন্তানক জন্ম দি তুলনামূলকভাৱে অধিক কৃতিত্বৰ অধিকাৰিণী হৈছিল বুলি ওফন্দি পৰিছিল। কিন্তু তেওঁলোক দুজনেই নিয়বিৰ বাৰটি সন্তান সংহাৰ কৰিলে। সৎকাৰ কৰিবলৈ কোনো নথকাত তেওঁলোকৰ মৃতদেহকেইটি তেজেৰে লুটুৰি পুতুৰি হৈ ন দিন ন ৰাতি পৰি আছিল। কাৰণ ক্ৰনছ-নন্দনে সকলো লোকক শিলীভূত কৰিছিল। কিন্তু দশম দিনা অমৰাৱতীৰ দেৱতাসকলেই মৃতকৰ সৎকাৰ কৰিলে। কান্দি কাটি ভাগৰত লালকাল হৈ নিয়বিয়েও কিঞ্চিৎ আহাৰ কৰিবলৈ ইচ্ছা কৰিছিল। অলংঘ্য ছিপিলাছ পৰ্বতমালাৰ দুৰাৰোহ শৃংগবিলাকৰ মাজত তেওঁ আজিকোপতি থিয় হৈ আছে। অপেস্বৰীসকলে একিলাছ নদীৰ পাৰত নৃত্য কৰি এই পাহাৰতে শয়ন কৰে বুলি মানুহে কোৱা-মেলা কৰে। ইয়াতেই প্ৰস্তৰ মূৰ্তিত পৰিণত হোৱা নিয়বিয়ে গভীৰভাৱে চিন্তা

কৰি থাকে, কেনেকৈ দেৱতাসকলে তেওঁক এনে এখন নিৰ্জন নিঃসংগ ঠাইলৈ নিৰ্বাসিতা কৰিলে। গতিকে মহাৰাজ, আমিও এতিয়া অলপ ভোজন কৰাই উচিত হ'ব। তাৰ পিছত আপুনি পুত্ৰেকক লিযামলৈ লৈ গৈ পুনৰ কান্দিব পাৰিব। বাস্তৱিকতে তেওঁৰ কাৰণে বহুতেই চকুপানী টুকিব।"

ক্ষিপ্ৰ একিলিছ এতিয়া সক্ৰিয় হৈ পৰিল, আৰু তেওঁ বগা ভেড়াটাগলী এটা মাৰিলে। তেওঁৰ ভৃত্যবিলাকে ছাগলীটো চলাই নিয়মমতে কুটা-বছা কৰিলে। তেওঁলোকে নিপুণভাৱে মাংস খেতেলাই, টুকুৰাবিলাক খৰিকাত দি সেকিলে, আৰু ভালকৈ সিজিলত জুইৰপৰা উলিযাই আনিলে। অটমিডনে কিছু রুটি আনি মেজৰ ওপৰত থোৱা ধুনীয়া ধুনীয়া খৰাহিত থ'লে। একিলিছে মাংসখিনি ভাগ কৰিলে আৰু তেওঁলোক সকলোটি সমুখত থকা সুখাদ্যৰ সদব্যৱহাৰ কৰাত ব্যস্ত হ'ল।

ভোক-পিয়াহ পলোৱাৰ পিছত, ডাৰ্ডানাচ-পুত্ৰ প্ৰায়ামৰ চকু একিলিছৰ ওপৰত নিবদ্ধ হ'ল। তেওঁ সপ্ৰশংস দৃষ্টিৰে একিলিছৰ সুবিশাল বপুৰ আৰু দৈহিক সৌন্দৰ্য নিৰীক্ষণ কৰিছিল। তেওঁ আছিল দেৱতাৰ প্ৰতিমূৰ্তি। একিলিছেও অনুৰূপ প্ৰশংসাৰে ডাৰ্ডানীয় প্ৰায়ামৰ মহিমোচিত চেহেৰা আৰু কথা-বাৰ্তা লক্ষ্য কৰি আছিল। এইদৰে দুয়ো দুয়োকে চাই আনন্দ কৰিছিল। কিন্তু অৱশেষত বৃদ্ধ প্ৰায়ামেই পোন প্ৰথমে মাত লগালে, "ৰাজকুমাৰ, মই এতিয়া ৰাতিটোৰ কাৰণে বিদায় মাগিব খুজিছো। সংগীজনৰ সৈতে শেতেলিত পৰি অকণমান সুখেৰে শুই লওঁ। আপোনাৰ হাতত মোৰ পুত্ৰ নিহত হোৱাৰ দিন ধৰি মোৰ চকুৰ পতা জাপ যোৱা নাই। তেতিয়াৰপৰাই মই মোৰ অসংখ্য দুখ-দুৰ্গতিকে ধিযাই মৰ্মন্তুদ যন্ত্ৰণাত ছটফটাই আছো আৰু ধোঁৱাশালৰ গোবৰৰ দমত বাগৰি ফুৰিছো। অৱশেষত মই এতিয়া কিঞ্চিৎ আহাৰ কৰিছো আৰু ফটিকাৰ ধাৰ যেন মদিৰা পান কৰিছো। কিন্তু ইয়াৰ আগতে মই খুদকণ এটিও মুখত দিয়া নাছিলো।"

তেতিয়া একিলিছে তেওঁৰ দাস-দাসীবিলাকক বাটচ'ৰালৈ দুখন পালেং আনি, মিহি, বেঙুনীয়া উলৰ কাপোৰ, বিছনাচাদৰ আৰু গাত লোৱা ডাঠ কম্বল আদিৰে শয্যা ৰচনা কৰিবলৈ আদেশ দিলে। হাতত বন্তি লৈ লিগিৰীইঁতে তেওঁলোক বহি থকা কোঠাটোৰপৰা ওলাই গৈ এই কামত লাগিলেগৈ। শীঘ্ৰে দুখন বিছনা প্ৰস্তুত কৰা হ'ল, আৰু এতিয়া মহান ধাৱক একিলিছে প্ৰায়ামক আগতকৈ অলপ কঠোৰ সুৰত ক'লে, "বন্ধু, আপুনি বাহিৰত শুব লাগিব। কাৰণ কোনোবা একীয়ান সেনাপতি ইয়ালৈ আহিব পাৰে। তেওঁলোক প্ৰায়ে ইয়ালৈ

আহি মোৰ লগত বহুতো কথ আলোচনা কৰেহি—এইটো আমাৰ প্ৰথা। ৰাতি ছুপৰত তেওঁলোকৰ কোনো এজনে আপোনাক ইয়াত দেখা পালে, তৎক্ষণাৎ সৰ্বাধিনায়ক আগামেমননক খবৰ দিব আৰু তেতিয়া আপুনি মৃতদেহটো ঘূৰাই পাওঁতে পলম হ'ব পাৰে। আৰু এটা কথা, কুমাৰ হেক্টৰৰ অন্ত্যেষ্টিক্ৰিয়া আপুনি কেইদিনীয়া কৰিবলৈ ইচ্ছা কৰে মোক জনাবনে? তেতিয়াহ'লে সেইকেইদিন মই যুদ্ধৰপৰা বিৰত থাকিম আৰু আমাৰ সৈন্যবাহিনীয়েও অলসভাৱে সময়খিনি অতিবাহিত কৰিব।"

শ্ৰদ্ধেয় ৰজাজনে উত্তৰ দিলে, "কুমাৰ হেক্টৰক যথাযোগ্যভাৱে সৎকাৰ কৰাটো যদি আপুনি সঁচাকৈয়ে ইচ্ছা কৰে তেন্তে আপুনি মোক কৃতজ্ঞতাৰ পাশত আবদ্ধ কৰিব. একিলিছ, যদিহে আপোনাৰ কথা আৰু কামৰ প্ৰভেদ নথাকে। আপুনি জানে, আমি নগৰখনৰ ভিতৰত কেনেকৈ বন্দী হৈ আছো। পাহাৰলৈ বহুত বাট, তাৰপৰাহে কাঠখৰি আনিব পৰা হ'ব। তালৈ যাবলৈ আমাৰ প্ৰজাবিলাকে ভয় কৰে। হেক্টৰৰ অন্ত্যেষ্টিক্ৰিয়াৰ কাৰণে আমি ন দিন নিজ নিজ ঘৰত শোক প্ৰকাশ কৰিম। দশম দিনা আমি তেওঁৰ কাষ্ঠসংস্কাৰ কৰিম। সেইদিনাই গিয়াতলি ভোজটোও হ'ব। এঘাৰ দিনৰ দিনা আমি তেওঁৰ মৰিশালিত মৈদাম এটা বান্ধিম। দ্বাদশ দিনা প্ৰয়োজন হ'লে আমি যুদ্ধ কৰিম।"

ক্ষিপ্ৰ নৰপুংগৱ একিলিছে ক'লে, "তথাস্তু। মহাৰাজ আপোনাৰ আৱশ্যক মতে সেইকেইদিন যুদ্ধ বন্ধ থাকিব।"

এইবুলি কৈ তেওঁ বৃদ্ধজনৰ সোঁহাতৰ মণিবন্ধত ধৰি, তেওঁৰ অন্তৰৰপৰা সকলো সংশয় অপসৃত কৰিলে। গতিকে প্ৰায়াম আৰু তেওঁৰ ঘোষকজনে বাহিৰতে ৰাতিটোৰ কাৰণে শেতেলিত আশ্ৰয় ল'লে। তেওঁলোকৰ মনত বহুতো চিন্তা-ভাৱনা থূপ খাই আছিল। একিলিছে তেওঁৰ সুনিৰ্মিত কাঠৰ কুটীৰটোৰ এটা কোণত শয়ন কৰিলে। তেওঁৰ সংগিনী আছিল সুন্দৰী ব্ৰিছীছ।

অস্ত্ৰধাৰী সৈনিক আৰু অমৰবৃন্দ, সকলোটিয়েই নিদ্ৰাৰ সুকোমল কোলাত গোটেই ৰাতিটো অতিবাহিত কৰিলে। কিন্তু এজনৰ চকুত টোপনি নাছিল। তেওঁ হ'ল ভাগ্যদেৱতা হামিছ। তোৰণত থকা বিশ্বস্ত প্ৰহৰীবিলাকৰ চকুৰ আগেদিয়েই প্ৰায়ামক কেনেকৈ পাৰ কৰি নিব, তাকেই তেওঁ চিন্তা কৰি আছিল। অৱশেষত তেওঁ প্ৰায়াম শুই থকা বিছনাখনৰ মূৰৰ শিতানলৈ গৈ ক'লে, "মহাৰাজ, একিলিছে আপোনাৰ কোনো অপকাৰ কৰা নাই কাৰণেই

আপুনি শত্ৰু শিবিৰতেই নিশ্চিন্তভাৱে গভীৰ নিদ্ৰাত নিমগ্ন হৈছে। চৰা দাম লৈ তেওঁ আপোনাৰ পুতেকৰ মৃতদেহটো ওভোতাই দিছে, কিন্তু কেনেবাকৈ যদি ৰজা আগামেমনন আৰু সমস্ত সৈন্যবাহিনীয়ে আপুনি ইয়াত থকা গম পায়, তেন্তে আপোনাৰ অৱশিষ্ট পুত্ৰসকলে তাৰো তিনিগুণমান ভৰিবলগীয়া নহ'বনে?

বুঢ়া ভয়ত অস্থিৰ হৈ পৰিল। তেওঁ ঘোৰকজনক জগাই দিলে। হাৰ্মিছে ঘোঁৰা আৰু খচ্চৰ গাড়ীত লগাই নিজেই তেওঁলোকক, ছাউনীৰ মাজেদি লৈ গ'ল। তেওঁলোকক কোনেও চিনিব নোৱাৰিলে। উষাদেৱীয়ে গেৰুৱা বসনেৰে গ্ৰাম্যাঞ্চল আবৰি দিয়াৰ সময়ত তেওঁলোক ঘূৰ্ণিত স্ৰোতা জেণ্ঠাছৰ অগভীৰ অংশত উপনীত হ'ল। এই বিশাল নদীখনৰ পিতা স্বয়ং মৃত্যুহীন জ্যুছ। এই ঠাইতে হাৰ্মিছে তেওঁলোকৰপৰা বিদায় লৈ অলিম্পাছৰ উচ্চ শিখৰলৈ যাত্ৰা কৰিলে। মানুহ দুজনে শোকত ইনাই বিনাই নগৰাভিমুখে ৰথ চলাই দিলে আৰু মৃতদেহটো লৈ খচ্চৰ হাল লগেলগে আহি থাকিল।

ট্ৰয়নগৰৰ পুৰুষ আৰু বন্ধনী-পৰিহিতা ৰমণীসকলৰ ভিতৰত পোন প্ৰথমে কেঁচা সোণবৰণীয়া আফ্ৰোডাইটীৰ দৰেই লাৱণ্যময়ী কেছেণ্ড্ৰায়েই এইদৰে আহি থাকোঁতে তেওঁলোকক চিনিব পাৰিলে। পাৰ্গেমাছৰ শীৰ্ষলৈ আৰোহণ কৰি তেওঁ তাৰপৰাই প্ৰায়াম আৰু তেওঁৰ ঘোৰকজনক ৰথৰ ওপৰত থিয়হৈ আহি থকা দেখা পালে। খচ্চৰে চলোৱা গাড়ীখনত চাঙিৰ ওপৰত পৰি থকা হেক্টৰো তেওঁৰ দৃষ্টিগোচৰ হ'ল। তেওঁ বেদনাত তীব্ৰ আৰ্তনাদ কৰি নগৰৰ সকলোৱে শুনাকৈ চিঞৰি চিঞৰি ক'লে, "ট্ৰয়ৰ নৰ-নাৰীসকল, যুদ্ধৰপৰা নিৰাপদে ঘৰলৈ উভতি আহোঁতে তোমালোকে হেক্টৰক আদৰি আনিছিলা। নগৰৰ প্ৰত্যেকজন লোকেই তেওঁক ভাল পাইছিল। ওলাই আহাহঁক, এতিয়া তেওঁৰ অৱস্থা চোৱাহি।

কেছেণ্ড্ৰাৰ চিৎকাৰত গোটেই নগৰখন বিষাদে আবৰি ধৰিলে। শীঘ্ৰে ট্ৰয়ৰ সমস্ত নৰ-নাৰী ওলাই আহিল। তোৰণৰপৰা অলপ আঁতৰতে তেওঁলোকে হেক্টৰৰ মৃতদেহেৰে সৈতে ৰজাক লগ পালে। সকলোতকৈ আগতে হেক্টৰৰ প্ৰিয়তমা ভাৰ্যা আৰু পূজনীয়া জননীয়ে সুনিৰ্মিত গাড়ীখনতে উবুৰি খাই পৰি শোকত নিজৰ মূৰৰ চুলি ছিঙি তেওঁৰ শিৰ স্পৰ্শ কৰিলে। সমবেত জনতাই বিননিৰ বোল তুলি তেওঁলোকক বেৰি ধৰিলে। প্ৰকৃততে পুৰবাসীসকলে হেক্টৰৰ কাৰণে বিলাপ কৰি বেলি মাৰ যোৱালৈকে গোটেই দিনটো তোৰণৰ কাষতে কটাই দিলেহেঁতেন, কিন্তু ৰথত ভেতিয়াও আৰোহণ কৰি থকা বৃদ্ধ ৰজাই

খচ্চৰহালৰ কাৰণে বাট এৰি দিবলৈ তেওঁলোকক আদেশ দি ক'লে যে তেওঁ গৈ ঘৰ পোৱাৰ পিছতো তেওঁলোকে হেক্টৰৰ কাৰণে হেঁপাহ পলুৱাই কন্দা কটা কৰিব পাৰিব। এইদৰে তিৰস্কৃত হোৱাত মানুহবিলাকে দুফালে দুশাৰী হৈ গাড়ীখন যাবৰ কাৰণে বাট উলিয়াই দিলে যাতে ৰাজ পৰিয়ালটোৱে হেক্টৰক প্ৰাসাদলৈ লৈ যাব পাৰে।

প্ৰাসাদত উপনীত হৈ তেওঁলোকে কাঠৰ পালেং এখনত তেওঁক শায়িত কৰিলে, আৰু শোক গীতসহ বিলাপ আৰম্ভ কৰিবৰ কাৰণে সংগীতজ্ঞসকলক আমন্ত্ৰণ কৰিলে। পুৰনাৰীসকলে সমস্বৰে বিনাবলৈ ধৰিলে। শ্বেতহস্তা এণ্ড্ৰমেকীয়ে নৰহন্তা হেক্টৰৰ শিৰ দুয়োহাতেৰে ধৰি লৈ প্ৰথম বিলাপটোৰ পাতনি মেলিলে।

"হায় স্বামী, ইমান কোমল বয়সতে মৃত্যুবৰণ কৰি এই অভাগিনীক বিধবাৰূপে এৰি থৈ গ'লা! আমি হতভগীয়া মাক-বাপেকহালে জন্ম দিয়া তোমাৰ সন্তানটি অবোধ শিশু। সি যে মানুহ হ'ব তাৰ আৰু আশা নাই। তাৰ আগতে ট্ৰয় নগৰী উচ্ছন্ন হ'ব। কাৰণ আজি আৰু তুমি নাই। তুমিয়েই নগৰখনৰ অভিভাৱক আছিলা আৰু সততে তাৰ ওপৰত দৃষ্টি ৰাখি অনুগত পুৰললনা আৰু শিশুহঁতক নিৰাপদে ৰক্ষা কৰিছিলা। এতিয়া সিহঁতক শূন্যগৰ্ভ জাহাজলৈ লৈ যাব আৰু ময়ো সিহঁতৰ লগৰীয়া হ'ব লাগিব। আৰু মোৰ সোণ, তুমি মোৰ লগতে গৈ কোনোবা দয়ামায়াহীন মানুহৰ চকুৰ আগত থাকি কঠোৰ পৰিশ্ৰম কৰিব লগা হ'ব। নহ'লে কোনো একীয়ান সৈন্যই তোমাক হাতত ধৰি লৈ ঠেলামাৰি গড়ৰ ওপৰৰপৰা তললৈ পেলাই দিবও পাৰে। হয়তো হেক্টৰৰ হাতত তাৰ নিজৰ ভায়েক, বাপেক বা পুতেক এটা মাৰিছিল। সেই খঙতেই সি তোমাকো এইদৰে অতি নিষ্ঠুৰভাৱে মাৰিব। হয়, হেক্টৰৰ কবলত পৰি বহুতো একীয়ান সেনা এই বিপুল ধৰণীৰ ধূলিত লীন গৈছিল। কাৰণ যুদ্ধৰ তীব্ৰ উত্তেজনাত তোমাৰ পিতাৰো অতিশয় নৃশংস হৈ পৰিছিল। আৰু এতিয়া সেই কাৰণে সমগ্ৰ ট্ৰয় নগৰত শোকৰ বিননি উথলি উঠিছে। হায় হেক্টৰ, তুমি তোমাৰ পিতা-মাতাৰ অন্তৰত একুৰা জীয়া জুই জ্বলাই থৈ গ'লা! কিন্তু তোমাৰ কাৰণে মোৰ সমান শোক কৰিব কোনে? মোৰ দুখেই সকলোতকৈ বেছি বেদনাদায়ক, কাৰণ শয্যাশায়ী হৈ তুমি প্ৰাণত্যাগ কৰা নাই, মৃত্যুৰ মুহূৰ্তত মোৰ ফালে হাতখন মেলি মোক এষাৰ সান্ত্বনা বাণীও শুনাই নগ'লা, যিষাৰ মাত মোৰ অশ্ৰুৰ লগত মিলিত হৈ অহৰ্নিশে মনৰ মণিকুটত যাউতীযুগীয়া হৈ থাকিলেহেঁতেন।"

এণ্ড্ৰমেকীয়ে এইদৰেই বিলাপ কৰিছিল। পুৰনাৰীসকলেও তেওঁৰ লগত যোগ দিছিল। ইয়াৰ পিছত হিকেবীয়ে আবেগত বিহ্বল হৈ এটি অতি করুণ শোক-সংগীত গাইছিল। "হেক্টৰ, প্ৰিয়তম পুত্ৰ মোৰ, তুমি মোৰ লগত যেতিয়া এই সংসাৰত জীয়াই আছিলা, তেতিয়া দেৱতাসকলে তোমাক অতিশয় স্নেহ কৰিছিল। নিয়তিয়ে তোমাক লৈ গ'ল, তথাপি তেওঁলোকে তোমাক পাহৰা নাই। ক্ষিপ্ৰচৰণ একিলিছে মোৰ কেইবাটাও ল'ৰাক বন্দী কৰি বিক্ৰীৰ কাৰণে সিহঁতক চামছ্, ইমব্ৰছ অথবা বিপদসংকুল লেম্‌নছ উপকূললৈ নিৰ্জন সমুদ্ৰৰ মাজেদি জাহাজত তুলি পঠাই দিছিল। আৰু তেওঁ ব্ৰঞ্জৰ বৰ্শাৰে তোমাৰ প্ৰাণ ল'লে। তোমাৰ হাতত নিহত হোৱা বন্ধুজনৰ মৈদামৰ চৌপাশে যদিও তেওঁ তোমাক বহুবাৰ চোঁচোৰাই নিছিল, (তাৰপৰা যেন তেওঁ বন্ধুজনক জীয়াবহে পাৰিলে) তথাপি তুমি পুৱাৰ নিয়ৰৰ দৰেই অম্লান হৈ পাসাদলৈ উভতি আহিছা। ৰূপালী ধনুৰ অধিকাৰী এপলোৰ শাণিত শৰত প্ৰাণ হেৰুওৱা লোক এজনৰ দৰেই তুমি প্ৰাসাদত শয়ন কৰিছা।"

তেওঁৰ এই শোকাবহ উচ্ছ্বাস আৰু ক্ৰন্দনে ললনাসকলৰ অন্তৰত অপৰিসীম বেদনাৰ সৃষ্টি কৰিলে। কিন্তু তেতিয়া বিলাপৰ তৃতীয় পৰ্যায়ত হেলেনেও অংশ গ্ৰহণ কৰি এইদৰে শোক প্ৰকাশ কৰিলে, "হেক্টৰ, ভ্ৰাতৃবৰ্গৰ ভিতৰত মই তোমাকেই আটাইতকৈ ভাল পাইছিলো। ৰাজকুমাৰ পেৰিছে হৰণ কৰি ইয়াতে মোৰ পাণি গ্ৰহণ কৰিলে, (তাৰ আগতেই যদি মই মৰি গ'লোহেঁতেন) কিন্তু স্বদেশ পৰিত্যাগ কৰি অহাৰ পিছত এই উনৈশটা বছৰ, একমাত্ৰ তোমাৰ-পৰাই মই এষাৰো কঠুৱা মাত শুনা নাছিলো। ঘৰখনৰ সকলো মানুহেই মোক অপমান কৰিছিল; তোমাৰ ভায়েৰ, ভনীয়েৰ অৱস্থাপন্ন ভাইবোৱাৰীহঁত সকলোটিয়েই আনকি তোমাৰ মাৰেও মোক গালি-শপনি পাৰিছিল। অৱশ্যে তোমাৰ পিতাৰৰ কথা সুকীয়া, মোৰ নিজৰ পিতা হোৱা হ'লেও তেওঁৰ সমান মৰম নকৰিলেহেঁতেন। কিন্তু তেওঁলোকে মোক তিৰস্কাৰ কৰোঁতে তুমি সদায় শিষ্টভাৱে তেওঁলোকক বিৰত কৰিবলৈ চেষ্টা কৰিছিলা, কাৰণ মোৰ প্ৰতি তোমাৰ অন্তৰৰ টান আছিল। সেইদেখি এই বিষাদৰ চকুলো মই অকল তোমাৰ কাৰণেই টোকা নাই, মোৰ পোৰা কপালৰ কাৰণেও টুকিছো। এই বিৰাট ট্ৰয় ৰাজ্যত মোক অকণমান আদৰ কৰিবলৈ, বন্ধুৰ দৰে মৰমৰ মাত এষাৰ দিবলৈ মোৰ আৰু আপোন মানুহ এজন নাই। মই ওলোৱা সোমোৱা দেখিলেই সকলো কোঁচ খাই যায়।" এইদৰেই অশ্ৰুমোচন কৰি হেলেনে দুখ কৰিছিল। তেওঁৰ লগত বিলাপ কৰিছিল অগণন লোকে।

আৰু এতিয়া বৃদ্ধৰজা প্ৰায়ামে সকলোকে নিজ নিজ কৰ্ত্তব্যৰ বিষয়ে সকীয়াই দিলে। তেওঁ ক'লে, "ট্ৰজানসকল, আৰ্গিভবিলাকে তোমালোকক গোপনে আক্ৰমণ কৰিব বুলি ভয় খাব নেলাগে। কাঠখৰি সংগ্ৰহ কৰি নগৰলৈ আনা। কলীয়া জাহাজৰপৰা বিদায় দিয়াৰ সময়ত একিলিছে মোক কথা দিছিল যে তেতিয়াৰপৰা দ্বাদশ দিনটোৰ ধলফাটলৈকে তেওঁলোকে আমাক আক্ৰমণ নকৰে।"

প্ৰায়ামৰ আদেশত, তেওঁলোকে গাড়ীত খচ্চৰ আৰু বলদগৰু লগাই নগৰৰ বহিৰাংশত সমবেত হ'ল। ন দিন ধৰি তেওঁলোকে প্ৰচুৰ পৰিমাণে কাঠখৰি সংগ্ৰহ কৰিলে। কিন্তু দশম দিনা যেতিয়া উষাদেৱীয়ে ধৰাতল আলোকিত কৰিলে তেওঁলোকে তেতিয়া অশ্ৰুসিক্ত কপালেৰে পৰাক্ৰমী হেক্টৰৰ মৃতদেহ কঢ়িয়াই লৈ গৈ চিতাৰ ওপৰত স্থাপন কৰি কাঠত অগ্নি সংযোগ কৰিলে।

উষাদেৱীয়ে হেঙুলীয়া পৰশেৰে পূৰ্বদিশ পুনৰ উদ্ভাসিত কৰিলে। কীৰ্তিমান হেক্টৰৰ সমাধিৰ কাষতে মানুহবিলাকে তেতিয়াও সমবেত হৈ আছিল। সকলোটি আহি উপস্থিত হোৱাৰ পিছত জনসমাবেশ যেতিয়া সম্পূৰ্ণ হ'ল, তেতিয়া তেওঁলোকে ফটিকাৰ ধাৰ যেন মদিৰাৰে চিতাগ্নি নিৰ্বাপিত কৰিবলৈ ধৰিলে। ইয়াৰ পিছত হেক্টৰৰ ভ্ৰাতা আৰু সহযোগী যোদ্ধাসকলে তেওঁৰ শুক্ল অস্থিখণ্ড সংগ্ৰহ কৰিলে। তেওঁলোকে উচুপি উচুপি কান্দিছিল আৰু দুগালেদি চকুলোৰ ঢল নামিছিল। তেওঁলোকে হাড়ৰ টুকুৰাবোৰ ৰঙা কাপোৰ এখনত বান্ধি সোণৰ সঁফুৰা এটিত ভৰালে আৰু এটা দ গাঁত খান্দি, ওপৰত ভালকৈ ডাঙৰ ডাঙৰ শিল জাপি সঁফুৰাটো তাতে পুতি থলে। তাৰ পিছত তেওঁলোকে ততাতৈয়াকৈ মৈদাম এটি বান্ধি তাৰ চৌপাশে পালি প্ৰহৰীয়া ৰাখিলে। কাৰণ নিৰ্দিষ্ট সময়ৰ পূৰ্বেই বৰ্ম্মবিভূষিত একীয়ানবিলাকে আক্ৰমণ কৰিব পাৰে বুলি তেওঁলোকে আশংকা কৰিছিল। মৈদামটো নিৰ্মাণ কৰাৰ পিছত তেওঁলোক ট্ৰয়লৈ উভতি গ'ল। তাত পুনৰ একত্ৰিত হৈ তেওঁলোকে জ্যুছৰ দ্বাৰা পালিত প্ৰায়ামৰ প্ৰাসাদত ধুমধুপালকৈ পতা ভোজটোত ভাগ ল'লেগৈ।

অশ্বদমন হেক্টৰৰ অন্ত্যেষ্টিক্ৰিয়া এইদৰেই অনুষ্ঠিত হৈছিল।